লিয় টলষ্টয়

# নব জীৱন

অনুবাদ

যদু শইকীয়া



ওৰিয়েণ্টেল বুক কোম্পানী
গুৱাহাটী

**NAVA JEEWAN**—An immortal Novel entitled **RESURRECTION** by Leo Tolstoy, translated by Sri Jadu Saikia and Published by Sri Durgapada Rai Choudhuri, M. Com., on behalf of Oriental Book Company, Gauhati : First published—April '72 : Price Rs. 15·00 only.

প্ৰথম প্ৰকাশ : বিহু : ১৮৯৪ শক : এপ্ৰিল : ১৯৭২ ॥ প্ৰকাশক : শ্ৰীদুৰ্গাপদ ৰায় চৌধুৰী, এম্. কম্. ওৰিয়েণ্টেল বুক কোম্পানী, পানবজাৰ গুৱাহাটী ॥ বেটুপাত : মানস ভট্টাচাৰ্য ॥ ছপাওঁতা : মুদ্ৰা ইণ্ডাষ্ট্ৰিজ প্ৰাইভেট লিমিটেড ১৫৩, তাৰক প্ৰামাণিক ৰোড, কলিকতা-৬ ॥

মূল্য : ১৫ টকা মাথোন ।

# অনুবাদকৰ একেষাৰ

মনীষী লিয়' টলষ্টয়ক অসমীয়া পঢ়ুৱৈ সমাজত নতুনকৈ চিনাকী কৰাৰ প্ৰয়োজন নাই। টলষ্টয়ৰ সাধু, দুখনমান উপন্যাস ইতিমধ্যে অসমীয়া ভাষালৈ ভাঙনি কৰা হৈছে আৰু পঢ়ুৱৈ সমাজে সেইবিলাক পঢ়ি নিশ্চয় সোৱাদ পাইছে।

টলষ্টয়ৰ মৃত্যুৰ বাতৰি পাই মহান্ লিখক মেক্সিম্ গৰ্কিয়ে চকুলো টুকি কৈছিল যে এজন দেৱতাৰ দৰে জ্ঞানী (Superhumanely wise) লোক ইহ-সংসাৰ ত্যাগ কৰিলে। সঁচাই টলষ্টয় আছিল এজন মহৰ্ষি। সমস্ত পৃথিৱীত তেওঁ মহৰ্ষি বুলিয়েই খ্যাত। কথিত আছে টলষ্টয়ৰ ৰচনা পঢ়ি মহাত্মা গান্ধীও প্ৰভাৱান্বিত হৈছিল।

কিন্তু এনে এজন বিশ্ববিখ্যাত লিখকৰ সৃষ্টিধৰ্মী সাহিত্যৰাজিক ৰাশিয়াৰ প্ৰতিক্ৰিয়াশীল শ্ৰেণীয়ে তেওঁলোকৰ স্বাৰ্থৰ হকে 'টলষ্টয় বিপ্লৱ-বিৰোধী' বুলি প্ৰচাৰ চলাবলৈ প্ৰয়াস কৰিছিল। এই অপচেষ্টাৰ তীব্ৰ বিৰোধিতা কৰি লেনিনে কৈছিল যে টলষ্টয়ে তেওঁৰ অমৰ সাহিত্য প্ৰতিক্ৰিয়াশীল শ্ৰেণীৰ স্বাৰ্থ পূৰণৰ কাৰণে লিখা নাই। ৰাশিয়াৰ অত্যাচাৰী 'জাৰতন্ত্ৰ', 'আমোলাতন্ত্ৰ', জমিদাৰ আৰু অভিজাত গোষ্ঠীৰ যি প্ৰতিক্ৰিয়াশীল ৰূপ আৰু চিত্ৰ টলষ্টয়ে তুলি ধৰিছে আৰু তেওঁলোকৰ শোষণ আৰু শাসনৰ যি বাস্তৱ প্ৰতিচ্ছবি আঁকি থৈ গৈছে, আমি ৰাইজৰ আগত সেইখিনি কথাকে ডাঙি ধৰিলেই বিপ্লৱৰ স্বাৰ্থ পূৰণ হব।—লেনিনৰ এই মন্তব্যই প্ৰতিক্ৰিয়াশীল গোষ্ঠীৰ চক্ৰান্ত ব্যৰ্থ কৰিছিল।

টলষ্টয়ৰ অমৰ সাহিত্যসৃষ্টিৰ ভিতৰত 'ৰিচাৰেকশন' "(Ressurrection) এখনি বিশ্ববিখ্যাত উপন্যাস। এই উপন্যাসতো তেওঁ অতি পৰিষ্কাৰভাৱে ৰাশিয়াৰ জাৰতন্ত্ৰৰ অমানুষিক অত্যাচাৰ, নিৰ্মম শোষণ, আমোলাতন্ত্ৰৰ অমানবীয় ব্যৱহাৰ, আইন আদালত আৰু ধৰ্মীয় গোষ্ঠীৰ অবিচাৰ, সমাজ-জীৱনৰ চূড়ান্ত অধঃপতন, কৃষক শ্ৰেণীৰ দুৰ্বহ জীৱন, দীনহীনৰ করুণ আৰ্তনাদৰ জীৱন্ত প্ৰতিচ্ছবি ডাঙি ধৰিছে। অসমীয়া পঢ়ুৱৈ সমাজে যাতে এই বাস্তৱধৰ্মী বিশ্ববিখ্যাত উপন্যাসখনি পঢ়ি, ৰসোপলব্ধি কৰিব পাৰে, সেই উদ্দেশ্যেই অসমীয়া ভাঙনি কৰা হল।

ইংৰাজী 'ৰিচাৰেকৃশন্' শব্দটোৰ অসমীয়া অৰ্থ হয় 'পুনৰ্জীৱন' বা 'পুনৰুত্থান'। কিন্তু শব্দটো কঠিন হোৱাত, আৰু প্ৰথিতযশা সাহিত্যিক চৈয়দ আব্দুল মালিকৰ পৰামৰ্শমতে কিতাপখনিৰ নাম "নৱ জীৱন" দিয়া হল।

কিতাপখনৰ পাণ্ডুলিপি যুগুত কৰোঁতে মোৰ সহকৰ্মী, বন্ধু, আৰু ভ্ৰাতৃ-প্ৰতিম, 'জনমত' কাকতৰ সম্পাদক শ্ৰীদধি মহন্তই বৰ্ণাশুদ্ধি আৰু 'প্ৰুফ' আদি চাই সাহায্য কৰাত নথৈ শলাগ ললোঁ।

শেহান্তৰত গুৱাহাটীৰ 'ওৰিয়েণ্টেল বুক কোম্পানী'ৰ শ্ৰীদুৰ্গাপদ ৰায় চৌধুৰীয়ে কিতাপখন ছপা কৰি উলিওৱাত আমি কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

গোলাঘাট
৩।৫।৭২ ইং

শ্ৰীযদুনাথ শইকীয়া

লিয়ঁ টলষ্টয়ের কালজয়ী উপন্যাস

Resurrection-এর ছায়া অনুসৃত :

# নব জীবন

# প্ৰথম খণ্ড

## এক

শত সহস্ৰ মানুহৰ বসতি এই নগৰখনত। মানুহেৰে একেবাৰে ঠাহ খোৱা। যদিও ঠাই ডোখৰ সৰু তথাপি ইয়াৰ ঘাঁহবন টকলা কৰি শিলেৰে বান্ধি, চেহেৰা বিকৃত কৰি পেলাইছে। চৰাই-চিৰিকতিবোৰ খেদাই, গছৰ ডালবোৰ কাটি খঁৰা কৰিছে। নগৰৰ গোটেই আকাশ আৰু বতাহ তেল আৰু কয়লা পোৰা ধোঁৱাৰে ছাঁতমৰা। তথাপি অন্য ঠাইত বসন্তৰ বা লাগি মানুহৰ মন-প্ৰাণ যেনেদৰে আনন্দত উতলা হয়, এই নগৰখনতো তাৰ কোনো ব্যতিক্ৰম ঘটা নাই। বসন্ত বিৰাজমান।

উত্তপ্ত ৰবি। শীতল বতাহ। ঘাঁহবোৰ পুনৰ লহপহকৈ বাঢ়ি আহিছে। মাটিত পাৰি থোৱা শিলবিলাকৰ ফাঁকবোৰত আৰু আলিদাঁতিৰ ঠেক ঠাই-বোৰত ঘাঁহবোৰ সজীৱ হৈ উঠিছে। বাৰ্চ, পপলাৰ, আৰু চেৰি গছৰ কুঁহিপাতৰ সুগন্ধত ঠাইখন যেন আমোল মোল।

বসন্তৰ আগমনিত ধোঁৱাকাউৰী, কপৌ, ঘনচিৰিকা আটাইবোৰ যেন আনন্দত মতলীয়া। পুৰণি বাহবোৰৰ ঠাইত সিহঁতে যেন নতুন বাহ সাজিবলৈ সাজু। দেৱালবোৰৰ কাষত ৰ'দ কাঁচলিত মৌমাখিবোৰে ভোঁ-ভোৱাব লাগিছে। পশু-পক্ষী, কীট-পতঙ্গ, গছ-লতা, বালক-বালিকা আটাইৰে অন্তৰত হিয়া ভৰা আনন্দ। কিন্তু মানুহৰ ভিতৰত বিশেষকৈ বয়সস্থ স্ত্ৰী-পুৰুষৰ ভিতৰত, পৰস্পৰে ঠগ প্ৰৱঞ্চনা, আৰু পৰস্পৰে নিৰ্য্যাতন, পীড়ন আৰু অত্যাচাৰ কৰাৰ অন্ত নাই। তেওঁলোকে বসন্তৰ এই মন-মুগ্ধকৰ উষাক প্ৰয়োজনীয় আৰু পবিত্ৰ বুলি নেভাবে। তেওঁলোকে পৰম পিতা পৰমেশ্বৰে সৃষ্টিকৰা এই জগতখনৰ কথাও নেভাবে। ঈশ্বৰে সৃষ্টিকৰা যি সৌন্দৰ্য্যৰাশীয়ে মানুহৰ অন্তৰ শান্তি, মৈত্ৰী, ঐক্য আৰু প্ৰেমৰ আবেগেৰে বলিয়ান কৰে, সেই কথায়ো তেওঁলোকক স্পৰ্শ নকৰে। তেওঁলোকৰ একমাত্ৰ লক্ষ্য আৰু অভিসন্ধি কেনেকৈ ইজনে সিজনক চেৰ পেলাই, ওপৰহতীয়া হয়। এয়ে হ'ল তেওঁলোকৰ একমাত্ৰ চিন্তা, ভাবনা আৰু কামনা।

পৃথিৱীৰ প্ৰাণী-জগতত বসন্তই আনি দিয়ে প্ৰাণত নতুন স্পন্দন, নতুন আনন্দ আৰু নতুন প্ৰেৰণা। বসন্তৰ মৃদু মলয়াই প্ৰাণীমাত্ৰৰে অন্তৰত সঞ্চাৰ কৰে অসীম আনন্দ।

কিন্তু তেনে সময়তো, নগৰৰ সোঁ-মাজত প্ৰতিষ্ঠিত কাৰাগাৰখনত বসন্তৰ কোনো বা-বতাহ নাই। মানুহ আৰু জন্তু উভয়ৰে, বসন্তৰ এই আনন্দ আৰু আশীষ উপলব্ধি কৰিবৰ কাৰণে এই কাৰাগাৰখনত কোনো সুবিধাই দিয়া নাছিল। তাৰ ঠাইত আগদিনা জাৰি হৈছিল ৰীতিমত ৰেজিষ্ট্ৰি কৰা আৰু ষ্টাম্পমৰা এখন নোটিচ। নোটিচত লিখা আছিল যে অহা এপ্ৰিলৰ ২৮ তাৰিখে পুৱা ৯ বজাত জেলত আবদ্ধ কৰি ৰখা এজন পুৰুষ আৰু দুজনী তিৰোতা মুঠ তিনিজন মানুহ (তিৰোতা দুজনীৰ ভিতৰত এজনী মূল আসামী আৰু তেওঁক বেলেগে নিয়া হ'ব) আদালতত হাজিৰ কৰা হ'ব।

ক্ৰমে ২৮ এপ্ৰিল আহি উপস্থিত হ'ল। সেইদিনা পুৱা ৮ বজাত জেলৰ নাৰী অপৰাধী থকা অংশৰ এন্ধাৰ আৰু দুৰ্গন্ধময় কৰিদৰত মুখ্য ৱাৰ্ডাৰজন উপস্থিত হ'ল। তেওঁৰ পিছে পিছে এগৰাকী মহিলা। মানুহ গৰাকীৰ চুলি-বোৰ পকা আৰু কেকোৰা। মুখৰ চেহেৰাৰ পৰা বুজা যায় তেওঁৰ অন্তৰ যেন কিবা বিষাদেৰে ভৰা। এগৰাকী যেন নিৰ্য্যাতিতা নাৰী। গাত পিন্ধা 'ইউনি-ফৰ্ম'টোৰ চোলাৰ হাত দুটাত সোনোৱালী ফুল বছা। কঁকালত মৰা বেল্ট্ দাল নীলা।

জেলৰ ৱাৰ্ডাৰৰ ছাবিকোচা জুন্জুনাই উঠিল। লগে লগে নিৰ্জ্জন কোঠাটোৰ দৰজা খোল খালে। কোঠাটোৰ ভিতৰৰ পৰা ওলাই আহিল এছাটি দুৰ্গন্ধময় বতাহ। দীঘলী বাৰাণ্ডাত থকা দুৰ্গন্ধতকৈও যেন চৰা। "মাচ্ লভা! কেছাৰিলৈ যাব লাগে।" এই বুলি ৱাৰ্ডাৰে হুকুম দি, পুনৰ কক্ষটোৰ দৰজাখন বন্ধ কৰি দিলে।

জেলৰ চোতালত বাহিৰৰ পথাৰ বিলাকৰ পৰা অহা নিৰ্ম্মল আৰু শীতল বতাহ পোৱা যায়; কিন্তু দীঘলী বাৰাণ্ডাৰ বতাহ হ'ল নানা বীজাণুৰে ভৰা আৰু প্ৰত্যেক নৱাগতক এই গোবৰ-জাবৰ, আলকতৰা আৰু গেলাপচাৰ দুৰ্গন্ধই অতিষ্ঠ কৰি তোলে। আনকি দূষিত বায়ুৰ গোন্ধত অভ্যস্ত ৱাৰ্ডাৰণীয়েও এই দুৰ্গন্ধ সহিবলৈ টান পায়। বাৰাণ্ডাৰ দুৰ্গন্ধ তাইৰো অসহ্য লাগে। গোন্ধত ভাগৰি তাঁইৰ যেন টোপনিহে আহিব।

কক্ষটোৰ ভিতৰৰ পৰা খচ্খচনি, মজিয়াত খোজৰ শব্দ আৰু নাৰীকণ্ঠৰ শুনা গল। বাৰ্ডাৰে হুকুম দিলে, "জল্দি-জল্দি", ততালিকে এজনী নিপোতল, লাহৰী গাভৰু খৰপোচকৈ ওলাই আহিল আৰু বেগাই গৈ জেইলাৰৰ ওচৰ পালে। গাভৰুজনীৰ গাত এটা স্কাৰ্ট আৰু জেকেট, মটীয়াৰৰণৰ এটা কোট। ভৰিত জেলত পিন্ধা জোতা আৰু এজোৰ কপাহী মোজা, মূৰত বন্ধা আছে এখন বগা কমাল। কমালৰ তলেদি, চুলি কিছুমান ঘূৰণীয়া হৈ কপালত পৰি আছে, আৰু ই যেন কিবা এটা স্পষ্ট উদ্দেশ্য প্ৰণোদিত। বহুদিন কাৰা-বাসৰ ফলত মানুহৰ মুখ যেনেকৈ শেঁতা পৰে, গাভৰু গৰাকীৰ মুখৰ চেহেৰাও তেনেকুৱাই শেঁতা পৰা, যেন চেচুকৰ ডেমদেউকাহে। তাইৰ হাতকিখন সৰু অথচ বহল। কোটটোৰ কলাৰে আবৰি থকা ডিঙিটোও একেবাৰে শেতা। কিন্তু মুখৰ চেহেৰাৰ তুলনাত চকুজুৰিৰ চেহেৰা সম্পূৰ্ণ বিপৰীত। চকুহাল সতেজ আৰু উজ্জল। এটা চকু অলপ কেঁৰা। খোজ দিওঁতে তাই মূৰ ডাঙি পোন হৈ গৈছে আৰু বুকুখন ওফণ্ডি পৰিছে। তৰুণী গৰাকীয়ে মূৰটো অলপ পিছহতীয়াকৈ জেইলাৰৰ চকুলৈ দৃষ্টি নিক্ষেপ কৰি, বাবাণ্ডাতে তেওঁৰ সমুখত থিয় হ'ল। তাই যেন জেইলাৰৰ যেই সেই হুকুম পালন কৰিবলৈ সাজু।

বাৰ্ডাৰে কক্ষৰ দুৱাৰখনত তলাবন্ধ কৰিব খোঁজোতেই এগৰাকী চাল-শোতোৰা আৰু কঠুৱা চাৱনীৰ বৃদ্ধাই পকা মূৰটো উলিয়াই মাচ্লভাক কিবাকিবি ক'বলৈ ধৰিলে। কিন্তু বাৰ্ডাৰে বুঢ়ীৰ মূৰটো ঠেলি, কক্ষটোৰ দৰজাখন বন্ধ কৰি দিলে। কোঠাটোৰ ভিতৰত এজনী নাৰীৰ হাঁহিৰ বোল শুনা গ'ল। কক্ষটোৰ দৰজাৰ সৰু বিন্ধাটোলৈ চাই মাচ্লভায়ো এটা হাঁহি মাৰিলে। বৃদ্ধা গৰাকীয়ে ভিতৰফালৰ পৰা দৰজাৰ বিন্ধাইদি গলগলীয়া মাতেৰে মাচ্লভাক ক'লে, "সাৱধান! সিহঁতে যেতিয়া তোমাক প্ৰশ্ন কৰিব, তুমি তেতিয়া আকোৰ গজালি মাৰি একেটা কথাকে কৈ থাকিবা। কেতিয়াও লৰচৰ নকৰিবা। প্ৰয়োজন নোহোৱা এটা কথাও নকবা।"

"বুজিছোঁ, কিন্তু বৰ্ত্তমান যি দুৰৱস্থা তাতকৈনো আৰু বেছি কি হ'ব? যি হয় হক! যেই সেই এটা হৈ গলেই মনত শান্তি পাওঁ।" মাচ্লভাই ক'লে।

মুখ্য বাৰ্ডাৰজনে ওপৰৱালাৰ ভেমত আৰু ৰহস্যৰ সুৰত কলে, "অৱশ্যে তোমাৰ এটাই গতি হ'ব! এতিয়া বলা!"

কক্ষটোৰ দৰজাৰ বিন্ধাইদি চাই থকা বৃদ্ধা গৰাকীৰ চকু অদৃশ্য হ'ল। মাচ্লভায়ো ক্ৰমে খোজ দি কৰিদৰৰ সোঁ-মাজ পালেহি। মুখ্য বাৰ্ডাৰজন

আতো আগে আহি আছে। শিলৰ খটখটিয়েদি তেওঁলোক নামি আহি, গোফত নাক কোঁচাই লিয়া, হাই উকমি চলি থকা পুৰুষ কয়দী বিলাকৰ খাৰ্ডটো পাৰ হৈ আহিল। প্ৰতিটো কফৰ কয়দী আৰু হাজোতী বিলাকে দৰজাৰ খিৰ্কাইদি জুমি জুমি চাইছে। মাচ্‌লভাক অফিচত হাজিৰ কৰা হ'ল। তাইক আদালতলৈ নিবৰ কাৰণে দুজন ছিপাহী সাজু হৈ আছে। অফিচত থকা কেৰেণী এজনে ধপাতৰ গোন্ধ ওলোৱা কাগজ এখন ছিপাহী এজনৰ হাতত দি মাচ্‌লভালৈ চাই ক'লে, "লৈ যোৱা।"

কাকত হাতত লোৱা ছিপাহীজন নিজ্‌নিনভগৰদৰ এজন কৃষক আছিল। তেওঁৰ মুখখন বঙা, আৰু বসন্তৰ দাগ থকা। তেওঁ কাকতখন চোলা-জেপত ভৰাই ল'লে, মাচ্‌লভাৰ ফালে চাই, তেওঁৰ সঙ্গীজনক ইঙ্গিত দিলে। তাৰ পিছত তেওঁলোক তিনিওজন জেল-গেট পাৰ হৈ ওলাই আহিল আৰু নগৰৰ পকা ৰাস্তাইদি যাবলৈ ধৰিলে।

গাঁড়ী চলোৱা কচোৱান, হাট বজাৰ কৰা বেপাৰী, হাজিৰা কৰা মজদুৰ, বাটেদি যোৱা কেৰেণী, মহৰী অনেক মানুহে কৌতূহললেৰে হাজোতী গাভৰুজনীলৈ চাবলৈ ধৰিলে, কিছুমানে মূৰদুপিয়াই ভাবিবলৈ ধৰিলে, "এই বিলাক মানুহৰ স্বভাৱ আমাৰ নিচিনা নহয়, আৰু তাৰেই ফলত এনে দশা। ল'ৰা-ছোৱালী বিলাকেও সঙ্কুচিত ভাৱে বাটত বৈ বৈ এই ডকাইতজনীলৈ চাই গৈছে। কিন্তু ছিপাহী দুজনে তাইক আৰু বেয়া কাম কৰাত বাধা দিছে বুলি ভাবি সিহঁতৰ ভয় দূৰ হ'ল। এজন কৃষকে নগৰত কয়লা বিক্ৰী কৰি চাহ খাই ঘূৰি আহিছিল। তেওঁ মাচ্‌লভাৰ কাষেদি পাৰ হৈ আহোঁতে তাইক এৰ 'কোপেক' হাতত গুজি দিলে। তাই হাঁহি মাৰি ভোৰ্‌ ভোৰাই উঠিল।

মাচলভাই লক্ষ্য কৰিলে যে প্ৰতিজন মানুহৰেই চকু তাইৰ ওপৰত। তায়ো মূৰটো লৰচৰ নকৰাকৈ প্ৰতিজনলৈ চকু দি লৈছে. মানুহবোৰৰ দৃষ্টি আকৰ্ষণ কৰিব পৰাত পেটে পেটে তাইৰ আনন্দই লাগিল। জেলৰ তুলনাত বাহিৰৰ মুক্তবায়ু সেৱন কৰিও তাইৰ ভালেই লাগিছিল। কিন্তু জেলখানাত বহি শুই তাইৰ খোজকঢ়াৰ অভ্যাস নাইকিয়া হৈছিল, খোজ কাঢ়ি তাই বৰ কষ্ট পাইছে। তাতে তাইৰ ভৰিত আছিল এজোৰ জেলত পিন্ধা জোতা। এইবোৰ একেবাৰে বেয়া বিধৰ জোতা। গতিকেই তাই খুব ধীৰে ধীৰে খোজ দি গৈছে। বাটৰ কাষত থকা এজন ধান বেপাৰীৰ দোকানৰ সমুখত কেইটামান কপৌ পৰি আছিল। কোনেও সিহঁতৰ শান্তিভঙ্গ কৰা নাছিল। নীলা আৰু মটীয়া ৰঙণৰ

কপৌ এটা মাচ্লভাৰ ভৰিত প্ৰায় লাগো লাগো। কপৌটো উৰা মাৰি তাইৰ কাণৰ কাষেদি উৰি গ'ল। আৰু চৰাইটোৰ পাখি বিলাকে তাইক বেন বিছনিৰ বা-হে দি গ'ল। মাচ্লভাই হাঁহি মাৰিলে হয়, কিন্তু লগে লগে তাইৰ অৱস্থাৰ কথা মনত পৰি, তাই এটা দীঘল হুমুনিয়াহ পেলালে।

## দুই

মাচ্লভাৰ জীৱনৰ ইতিবৃত্ত হ'ল একেবাৰে সাধাৰণ। তাইৰ বুঢ়ীমাক আছিল এগৰাকী গাৱঁলীয়া তিৰোতা। মাক অবিবাহিতা আছিল আৰু এখন ডায়েৰী ফাৰ্ম্মত গোৱালনীৰ কাম কৰিছিল। এই ফাৰ্ম্মখনৰ গৰাকিনী হ'ল দুগৰাকী কুমাৰী মহিলা। এওঁলোকৰ এই ফাৰ্ম্মৰ বাহিৰেও ভূ-সম্পত্তি আছিল বহুত। মাচ্লভাৰ মাকৰ প্ৰতি বছৰেই একোটি জাৰজ সন্তান জন্ম হয়। অৱশ্যে গাৱঁত এনেকুৱা ঘটনা বিৰল নহয়। প্ৰতিটো অবাঞ্ছনীয় সন্তান জন্ম হোৱাৰ পিচত 'বেপটাইজ' কৰা হয়: কিন্তু পিছত কাম কাজ কৰাৰ অসুবিধা হোৱাৰ কাৰণে মাকে অৱহেলা কৰিবলৈ ধৰে আৰু শেষত অনশন-অৰ্দ্ধাশনত মৰিবলৈ এৰি দিয়ে। এইদৰে পাঁচোটা সন্তান মৃত্যুৰ মুখত পৰিল। এই পাঁচোটা সন্তানক বেপ্টাইজ কৰা হৈছিল; কিন্তু পিছত খাদ্যৰ অভাৱত সিহঁতে সংসাৰৰ পৰা বিদায় ললে। ষষ্ঠ সন্তানটোৰ জন্ম হ'ল এটা অধৰীৰ ফালৰ পৰা। তাইৰো দশা আগৰ কেইটাৰ দৰেই হ'লহেঁতেন; কিন্তু ভাগ্যক্ৰমে ডায়েৰী ফাৰ্ম্মৰ মালিক দু'গৰাকী, দুৰ্গন্ধ-যুক্ত ক্ৰীম পঠোৱাৰ কাৰণে ফাৰ্ম্মৰ গোৱালনীহঁতক গালি-শপনি দিবলৈ অকস্মাৎ আহি উপস্থিত হ'ল। তেওঁলোকে আহি এই গাভৰু মানুহজনীক এটি নৱজাত স্বাস্থ্যবান শিশুৰে সৈতে গোহালিঘৰত শুই থকা দেখিবলৈ পালে। বয়োজ্যেষ্ঠা মহিলাগৰাকীয়ে অশৌচত পৰা এই মানুহ-জনীক গোহালিত পৰি থাকিবলৈ দিয়া দেখি গোৱালনীবোৰক পুনৰ ভালকৈয়ে এবকছনি দিলে। তেওঁ উলটিব খুজিছিল। এনেতে এই সদ্যজাত শিশুটি দেখি অন্তৰত বেথা উপজিল, আনহাতে ইগৰাকী মহিলাই আকৌ শিশুটিৰ 'ধৰ্ম্ম-মাতৃ' হ'বলৈকো ইচ্ছা প্ৰকাশ কৰিলে। তাবোপৰি তেওঁ এই ধৰ্ম্ম-পুত্ৰীৰ প্ৰতি দৰদত তাইক খুৱাবৰ কাৰণে কিছু গাখীৰ আৰু খা-খৰছৰ কাৰণে কিছু পইচা দিবলৈকো গাত ল'লে, যাতে মাকে খুৱাই-বুৱাই কেছুৱাটো ডাঙৰ দীঘল কৰিব পাৰে। বৃদ্ধানাৰী দুগৰাকীয়ে কোনোবকম শিশুটি ৰক্ষা পৰিল বুলি মন্তব্য কৰিলে।

এইদৰে এই শিশুটিয়ে তিনি বছৰত ভৰি দিলে। এনেতে বেমাৰত পৰি মাকে ইহ-সংসাৰ ত্যাগ কৰিলে। মাচ্‌লভা হৈ পৰিল বুঢ়ীমাকৰ বোজা। অৱস্থা দেখি কুমাৰী মহিলা দুগৰাকীয়ে তাইক তেওঁলোকৰ ঘৰলৈ লৈ গ'ল।

সক সক ক'লা চকু দুটিৰে সৈতে এখুদ মান ছোৱালীজনী ক্ৰমে ডাঙৰ হৈ আহিল। দেখাত অত্যন্ত সুন্দৰী আৰু স্বভাৱতো বেচ তজ্‌-বজীয়া। কুমাৰী মহিলাদ্বয়ৰ তাই আমোদ আৰু আনন্দৰ পাত্ৰী হৈ পৰিল।

মহিলা দুগৰাকীৰ ভিতৰত কনিষ্ঠা গৰাকী আন গৰাকীতকৈ বেছি মৰমিয়াল, আৰু তেওঁৰ নাম হল চফিয়া আইভানভ্‌না। এওঁৱেই ছোৱালীজনীক ধৰ্ম্ম-পুত্ৰী হিচাবে গ্ৰহণ কৰিছিল। ইগৰাকীৰ নাম হ'ল মেৰীয়া ইভানভ্‌না।

মানুহ গৰাকী স্বভাৱত কঠুৱা। এওঁলোক দুয়ো পৰস্পৰে বাই-ভনী। চফিয়া আইভানভ্‌নাই ছোৱালীজনীক ধুনীয়া সাজপাৰ পিন্ধায় আৰু লিখা-পঢ়াও শিকায়। উদ্দেশ্য হ'ল তাইক এগৰাকী শিক্ষিত মহিলা হিচাবে গঢ়ি তোলা। মেৰীয়া ইভানভ্‌নাই আকৌ ছোৱালীজনীক কাম কাজত পৈনত কৰি ভাল চাকৰণী কৰি তুলিবলৈ বিচাৰে। তেওঁ তাইৰ পৰা কামকাজ আদায় কৰি ল'ব খোজে আৰু কেতিয়াবা খং উঠিলে মাৰ-ধৰ কৰে, শাস্তি দিয়ে। এই দুমুখীয়া শিক্ষা আৰু শাসনৰ ফলত ছোৱালীজনী শিক্ষিতা মহিলাও নহ'ল আৰু ভাল চাকৰণীও নহ'ল। তাই হ'ল আধা ভদ্ৰ মহিলা আৰু আধা চাকৰণী। তেওঁলোকে ছোৱালীজনীৰ নাম দিলে কাটুৎচা, কেটেঙ্কা নামটোতকৈ অলপ নামনাচ, কিন্তু একেবাৰে সৰ্ব্ব-সাধাৰণ নাম 'কাটকাৰ' নিচিনাও নহয়। কাটুৎচাই চিলাইৰ কাম কৰে। কোঠাবিলাক চাফ চিকুনকৈ সজাই "ইকন" (যীশু খৃষ্টৰ প্ৰতীক চিহ্ন) থোৱা লোহাৰ 'কেচ্‌' বিলাক চক মাৰি মিহি কৰে আৰু অন্যান্য কিছুমান লঘু কাম কৰে। কেতিয়াবা তাই বহি বহি কুমাৰী মহিলা দুগৰাকীক কিতাপ পঢ়ি শুনায়।

কে'বাজনো যুৱকে কাটুৎচাক বিয়া কৰিবলৈ ওলাইছিল। কিন্তু তাই ৰাজী নহ'ল। যিবিলাক শ্ৰমজীৱী যুৱকে তাইৰ পাণিগ্ৰহণ কৰিবলৈ ওলাইছিল, তাইৰ প্ৰেমাকাঙ্ক্ষী হৈছিল, সেই বিলাকৰ কাৰো লগত তাইৰ জীৱনত সুখ হোৱাৰ সম্ভাৱনা নাছিল; কিয়নো তাই উচ্চ আৰু সুখীয়া জীৱনত অভ্যস্ত হৈ পৰিছিল।

এইদৰে কাটুৎচাৰ জীৱনৰ ষোলটি বছৰ পাৰ হৈ গ'ল। এনেতে বৃদ্ধা-মহিলা দু'গৰাকীৰ ভতিজাক এজন তেওঁলোকৰ ঘৰত আলহী হবলৈ আহিল।

এই আগন্তুকজন এজন ৰাজকুমাৰ আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ। কাটুংচা এই যুৱকৰ প্ৰেমাকাঙ্ক্ষী হৈ পৰিল। যদিও কথাটো বিশ্বাস কৰিবলৈ তাইৰ নিজৰেই সাহসে নুকুলায়।

ইয়াৰ দুবছৰৰ পিছত এই ভতিজাকজনে সৈন্যবিভাগৰ এটা ৰেজিমেণ্টত ভৰ্ত্তি হ'বলৈ আহি পেহীয়েক দুগৰাকীৰ ঘৰত চাৰিদিনৰ কাৰণে পুনৰ আলহী হ'ল। যোৱাৰ আগদিনা ৰাতি কাটুংচা আৰু তেওঁৰ অবৈধ যৌন সংযোগ ঘটিল। তেওঁ তাইক এশ ৰুবলৰ ন'ট এখন গুজি দি বিদায় ল'লে। পাঁচ মাহৰ মূৰত তাই খাটাংকৈ বুজিলে যে তাই অন্তঃসত্ত্বা।

ইয়াৰ পিছত তাইৰ একোতেই মন নবহা হ'ল। একমাত্ৰ তাইৰ চিন্তা হ'ল আগন্তুক লজ্জাৰ পৰা তাই কেনেকৈ নিষ্কৃতি পাব। কুমাৰী মহিলা দুগৰাকীয়েও তাইক অৱহেলা কৰিবলৈ ধৰিলে আৰু তায়ো তেওঁলোকক মনপুতি পৰিচৰ্য্যা নকৰা হ'ল। আনকি এদিনাখন তাই অতৰ্কিতে তেওঁলোকৰ প্ৰতি ব্যৱহাৰত নিষ্ঠুৰ হৈ পৰিল। অৱশ্যে ইয়াৰ কাৰণে তাই পিছত বহু অনুতপ্ত হৈছিল। কথাটো হ'ল তাইক বিদায় দিবলৈ তেওঁলোকক অনুৰোধ কৰিছিল। তেওঁ-লোকেও অত্যন্ত বিৰক্ত হৈ তাইক যাবলৈ অনুমতি দিলে। তাৰ পিছত তাই এজন পুলিচ বিষয়াৰ ঘৰত চাকৰণীৰ কাম ল'লে। তাতো তাই তিনি মাহৰ বেছিদিন থাকিব নোৱাৰিলে, পঞ্চাচ বছৰীয়া বৃদ্ধ পুলিচ বিষয়াজনে তাইক ব্যভিচাৰ কৰিবলৈ ধৰিলে। এদিনাখন এই পুলিচ বিষয়াজনে তাইক প্ৰেম-সম্ভাষণ জনাওঁতে তাইৰ ইমান খং উঠিল যে তাই 'মূৰ্খ' 'পিশাচ' বুলি গালি দি, এনেকুৱা এটা সাংঘাতিক ঠেলা মাৰি দিলে যে পুলিচ বিষয়াজন হামুখুৰি খাই মাটিত পৰি গ'ল। ফল হ'ল তাই তাৰ পৰা খেদা খালে। আনহাতে তাই নতুন এটা চাকৰী বিচাৰিবৰো সময় নাইকিয়া হ'ল। কিয়নো তাইৰ প্ৰসৱৰ সময় প্ৰায় উপস্থিত। গতিকেই তাই গাৱঁৰ ধাই এজনীৰ ওচৰ চাপিল। ধাইজনীয়ে চুলাই মদৰ খুচুৰা ব্যৱসায়ো কৰিছিল।

নিৰ্ব্বিঘ্নে প্ৰসৱ হৈ গ'ল। কিন্তু এই ধাইজনীয়ে গাৱঁৰে জৰীয়া ৰোগী এজন পৰিচৰ্য্যা কৰি অহাৰ ফলত কাটুংচাও জ্বৰত পৰিল। সেই কাৰণে আশ্ৰয়হীন কেঁচুৱা সন্তানটো অনাথ সন্তানৰ চিকিৎসালয়লৈ স্থানান্তৰ কৰিবলগীয়া হ'ল। বিগৰাকী বুঢ়ীয়ে কেঁচুৱাটো আস্পতাললৈ নিছিল, তেওঁ কোৱা মতে, আস্পতাল পাওঁতেই কেঁচুৱাটোৱে সিপুৰীলৈ যাত্ৰা কৰিলে।

ধাইজনীৰ ঘৰলৈ আহোঁতে কাটুৎচাৰ হাতত মুঠ এশ সাতাইশ ৰুবল আছিল। এই টকাখিনিৰ ভিতৰত সাতাইশ ৰুবল তাই নিজে আৰ্জিছিল আৰু বাকী এশ ৰুবল তাইক ভ্ৰষ্টাত পৰিণত কৰা সেই প্ৰতাৰক জনে দিছিল। ধাইৰ ঘৰৰ পৰা তাই ওলাই আহোঁতে তাইৰ হাতত বাকী আছিল ছয় ৰুবল মাত্ৰ। টকা পইচা তাই সাঁচিব নেজানিছিল। পইচা পালেই হয় খৰছ কৰি পেলাইছিল নহয় কোনোবাই খুজিলেই দি দিছিল। দুমাহ তাইক ৰখা আৰু পৰিচৰ্য্যা কৰাৰ বাবদ ধাইজনীয়ে ল'লে ছকুৰি ৰুবল আৰু কেচুবাটো আস্পতাললৈ নিওঁতে গল পঁচিচ আৰু গৰু কিনো বুলি ধাইজনীয়ে ধাৰলৈ ললে দুকুৰি। কাপোৰকানি লোৱা, মিঠাইখোৱা, আৰু অন্যান্য খৰছত গল বিশ ৰুবল। খা-খৰছৰ কাৰণে পইচাপাতি নোহোৱাত কাটুৎচাই পুনৰ কাম এটা বিচাৰিবলৈ বাধ্য হ'ল আৰু কাম পালে এজন ফৰেষ্টাৰৰ ঘৰত। ফৰেষ্টাৰজন বিবাহিত আছিল; কিন্তু সি প্ৰথম দিনাৰে পৰাই তাইক আমনি দিবলৈ ধৰিলে। তাইও তাক চকুপাৰি দেখিব নোৱাৰা হ'ল। তাই তাৰপৰা আঁতৰি ফুৰিছিল। কিন্তু সি হ'ল তাইৰ মালিক আৰু ইচ্ছা গ'লেই যলৈকে তলৈকে তাইক পাচিব পাৰিছিল। তদুপৰি সি আছিল বহু অভিজ্ঞতা থকা ধূৰ্ত্ত মানুহ। গতিকেই সুবিধা বুজি ফাঁদত পেলাই তাইৰ ওপৰত ব্যভিচাৰ কৰিছিল। কিন্তু এদিনাখন তাৰ ঘৈনীয়েকে সিহঁত দুয়োটাকে, কোঠা এটাত প্ৰেমত লিপ্ত হৈ থাকোতে ধৰি পেলালে। ফৰেষ্টাৰ-স্ত্ৰীয়ে কাটুৎচাক মৰিয়াবলৈ ধৰিলে, কাটুৎচাও আত্ম-ৰক্ষাৰ কাৰণে সাজু হ'ল। দুয়োজনীৰ তয়াঁময়া ৰণ হ'ল। শেষত কাটুৎচাক ঘৰৰ পৰা বাজ কৰি দিলে আৰু দৰমহাপাতিও একোকে নিদিলে। ইয়াৰ পিছতেই তাই নগৰত থকা তাইৰ মামীয়েকৰ ঘৰত থাকিবলৈ আহিলে। মোমায়েকে 'বুক-বাইণ্ডাৰ' ব্যৱসায় কৰিছিল। এসময়ত অৱস্থাও আছিল ভাল, কিন্তু বৰ্ত্তমান দোকানত কোনো গ্ৰাহক নাই। ইফালে তেওঁ মদ আৰু বেশ্যালয়ত সৰ্ব্বস্ব শেষ কৰিছিল।

মামীয়েকৰ এখন সৰু 'লণ্ড্ৰী' আছিল। তাৰ আৰ্জ্জনেৰেই তেওঁ নিজে লৰা-ছোৱালী আৰু হতভাগা স্বামী আটাইকেইজনো পোহপাল দৈছিল। কিন্তু লণ্ড্ৰীত কাপোৰধোৱা ধুবুনীবোৰৰ কষ্টকৰ জীৱন দেখি কাটুৎচাৰ কাম কৰিবলৈ সাহস নহ'ল। তাই বেশ্যাবৃত্তি অৱলম্বনৰ কাৰণে নাম ৰেজিষ্ট্ৰী কৰিবলৈ আবেদন কৰিলে। ইতিমধ্যে এগৰাকী মহিলাৰ লগত থাকিবলৈ তাই একণ-মান ঠায়ো পালে। এই মহিলা গৰাকীৰ 'জিম্‌নাছিয়াম' স্কুলত পঢ়া দুজন

পুতেক আছিল। তাই অহাব লগে লগে, ভাঙৰ পুতেকজনে পঢ়াশুনা এৰি কাটুংচাৰ পিছ ল'লে আৰু তাৰ উৎপাতত তাই লেশমাত্ৰও শান্তি নোপোৱা হ'ল। মাকে ইয়াৰ বাবে সৰ্ব্বদোষী কৰি তাইক গুছি যাবলৈ হুকুম দিলে।

ইয়াৰ পিছত জীৱিকাৰ কাৰণে কাটুংচাই আকৌ কাম এটা বিচাৰিবলৈ ধৰিলে। কিন্তু বহু চেষ্টা কৰিও ক'তো কাম নেপালে। উপায়ান্তৰ হৈ তাই পুনৰ ৰেজিষ্ট্ৰি অফিচত উপস্থিত হ'ল। অফিচতেই তাই হাতত কিছুমান বালা আৰু আঙুলিবোৰত আঙঠি পিন্ধা এজনী ভেৰেহী তিৰোতা মানুহৰ লগ পালে। কাটুংচাৰ ইচ্ছাৰ কথা জানি তাইক তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ জনাই ঠিকনাটো লিখি দিলে। তায়ো তেওঁৰ ঘৰত উপস্থিত হ'ল। মানুহজনীয়েও তাইক বেছ স্নেহ শ্ৰদ্ধাৰে সোধপোচ কৰিলে, কেক আৰু সুস্বাদু মদ টেবুলত থৈ, চিঠি এখন লিখি কোনোবা এজনক দিবৰ কাৰণে চাকৰটোৰ হাতত গুজি দিলে।

গধূলি বেচ্ দাবি-চুলি পকা এজন ওখ হতুঙা মানুহ আহি উপস্থিত হ'ল। পকা চুলিবোৰো যথেষ্ট দীঘল। তেওঁ আহিয়েই চিধাচিধি কাটুংচাৰ কাষতে বহি হাঁহি মাৰি সতৃষ্ণ নয়নে তাইৰ ফালে চাবলৈ ধৰিলে আৰু খেমালি আৰম্ভ কৰি দিলে। গৃহস্থিনীয়ে তেওঁক আন এটা কোঠালৈ মাতি নি কলে, "গাৱঁৰ পৰা নতুনকৈ আহিছে।" কথাযাৰ কাটুংচায়ো ইটো কোঠাৰ পৰা শুনিলে। তাৰ পিছত গৃহস্থিনীয়ে কাটুংচাক অলপ আঁতৰাই নি ফুচ্ফুচাই কলে, "মানুহজন হ'ল এজন কবি। টকা পইচা ঢেৰ আছে। তেওঁৰ মন ভুলাব পাৰিলে, তোমাক যি লাগে তাকে দিব।" সঁচাই কবিয়ে তাইক ভালো পালে আৰু মাজে সময়ে আহি থাকিম বুলি প্ৰতিশ্ৰুতি দিলে। আৰু লগতে পঁচিচ ৰূবল তাইৰ হাতত গুজি দি বিদায় ল'লে।

এই পঁচিচ ৰূবল তাইৰ সোনকালেই শেষ হ'ল। তাৰে তাই মামীয়েকক থকা মেলা আৰু খা-খৰছ দিলে আৰু বাকী পইচাৰে এটা সাজ, এটা হেট আৰু কিছু ফিটা কিনিলে। কেইদিনমানৰ পিছত পুনৰ কবিৰ পৰা নিমন্ত্ৰণ আহিল। কাটুংচায়ো তেওঁক লগ ধৰিলে। এইবাৰো কবিয়ে পঁচিচ ৰূবল দিলে, আৰু কাটুংচা বেলেগে থাকিবৰ কাৰণে ঘৰ এটা বন্দবস্তও কৰি দিলে।

কবিয়ে কাটুংচা থাকিবৰ কাৰণে যিটো ঘৰ বন্দবস্ত কৰি দিছিল, সেই ঘৰৰ নিচেই কাষতে এজন দোকান-কৰ্ম্মচাৰীয়ে বাস কৰিছিল। মানুহজন বেচ ফুৰ্ত্তিত থাকে। বেছি দিন নৌ যাওঁতেই কাটুংচায়ো এই মানুহজনৰ প্ৰেমত পৰিল। তাই কবিক এই কথাটো প্ৰকাশ কৰি ক'লে আৰু নিজেই বেলেগে

থাকিবলৈ সক ঘৰ এটা ভাবাত ল'লে। দোকান-কৰ্ম্মচাৰীজনেও তাকে বিয়া কৰিব বুলি প্ৰতিশ্ৰুতিও দিছিল। কিন্তু তেওঁ তাইৰ অজ্ঞাতে ব্যৱসায়ৰ কাৰণে নিজনিন্‌ভগৰদলৈ গুছি গ'ল। আচল উদ্দেশ্য তাইৰ সঙ্গ এৰা। কাটুৎচা পুনৰ অকলসৰীয়া হৈ পৰিল। তাই এই ঘৰতেই থাকিবলৈ মন মেলিছিল, কিন্তু পুলিচে তাইক সাৱধান কৰি দিলে যে এই ঘৰত অকলে থাকিবলৈ হ'লে বেশ্যা-বৃত্তিৰ পাছু ল'ব লাগিব। ডাক্তৰৰ হতুৱাই তাইক পৰীক্ষাও কৰাব লাগিব। পুনৰ অসুবিধাত পৰি তাই মামীয়েকৰ ঘৰলৈ ঘূৰি আহিল। তাইৰ ধুনীয়া মনোৰম স্বাস্থ্যপাৰ, মুখত হেট, আৰু গাৰ কাপোৰকানিৰ ফেচন দেখি মামীয়েকে আৰু তাইক লণ্ড্ৰীৰ কাম নেয়াছিলে। তেওঁৰ ধাৰণা হ'ল যে ভাগিনীয়েকে অলপ ওপৰলৈ উঠিছে আৰু লণ্ড্ৰীৰ কাম তাইৰ যোগ্য নহয়। কিন্তু প্ৰশ্ন হৈছে কাটুৎচাই ধুবুনীৰ কামকে কৰিবনে, নে অন্য কিবা কৰিব সেই কথা মনলৈকে অহা নাছিল। কঠিন পৰিশ্ৰম-ৰত ধুবুনিবোৰক দেখি তাইৰ পুতৌ হয়। কিছুমান ধুবুনিৰ অতিমাত্ৰাই পৰিশ্ৰম কৰি ক্ষয়-ৰোগত আক্ৰান্ত হৈছে। তথাপি তাইহঁতে ক্ষীণাই শুকাই যোৱা হাতেৰেই সন্মুখৰ জুইচাক যেন গৰম কোঠাটোত কাপোৰ ধোৱা আৰু কাপোৰ ইস্ত্ৰী কৰা কাম কৰিব লাগে। ইয়াৰ বাহিৰেও কোঠাটো চাবোনৰ বাষ্পৰে ভৰা। ধুবুনীৰ কাম কৰিলে যে তাইৰো এনে অৱস্থাই হ'ব এই কথা ভাবিও কাটুৎচাৰ ভয় লাগে।

এনেকুৱা এটা নিঃসহায় অৱস্থাতেই কাটুৎচাক লগ পালে এজনী কুটনীয়ে।

কিছুদিনৰ আগৰ পৰাই কাটুৎচাই ধূমপানত অভ্যস্ত হৈ পৰিছিল। বিশেষকৈ সেই দোকান-কৰ্ম্মচাৰীজনে তাইক ত্যাগ কৰাৰ সময়ৰে পৰা, ক্ৰমে বেছিকৈ সুৰা-প্ৰিয় হৈ পৰিছিল। সুৰাৰ সুগন্ধই যে তাইক বেছিকৈ আকৰ্ষণ কৰিছিল এনে নহয়; আচল কথা সুৰাপান কৰি তাই নিজৰ দুঃখ-বেদনা পাহৰিবলৈ চেষ্টা কৰিছিল। মদৰ নিচাত তাই অনুভৱ কৰিছিল এটা শঙ্কাহীন ভাৱ আৰু নিজৰ যোগ্যতাৰ সম্পৰ্কেও বিশ্বাস বঢ়াই তুলিছিল। সুৰাৰ অবিহনে তাই হৈ পৰিছিল বিষাদিতা আৰু লজ্জাশীলা।

কুটনীজনীয়ে কাটুৎচাৰ মামীয়েকক ভালেমান উপাদেয় বস্তু আনি ভেটি দিছিল। লগতে মদো আনিছিল। সুৰা পান কৰি কাটুৎচা মতলীয়া হ'লত, কুটনীজনীয়ে চহৰৰ এটা ডাঙৰ বেশ্যা প্ৰতিষ্ঠানত তাইক ভৰ্ত্তি কৰি দিয়াৰ প্ৰস্তাৱ দিলে আৰু ভৰ্ত্তি হ'লে বিবিলাক সা-সুবিধা পাব তাৰ কথাও বিৱৰি ক'লে। কাটুৎচায় আগত দুটা পথ মুকলি,—হয় কোনো এটা কাম লৈ নিজক অপমানিত

কৰা, সম্ভৱতঃ মানুহবোৰৰ চকুত পৰি আত্মনি পোৱা, আৰু মাজে সময়ে কাৰোবাৰ লগত গুপুতভাৱে যৌন-সংযোগত লিপ্ত হোৱা, নাইবা আইনসম্মতভাৱে সহজ নিয়মিত বেশ্যা-বৃত্তি অৱলম্বন কৰা। যি উপযুক্ত দাম দিব পাৰে, দেখা-দেখিকৈ তাৰ লগত সহবাস কৰা। তাই এই পিছৰ বাটকেই বাছি ল'লে। ইয়াৰ বাহিৰেও তাইৰ আৰু এটা ভাব হল যে, যিজনে প্ৰথম তাইৰ সতীত্ব নষ্ট কৰি প্ৰতাৰণা কৰিলে, এইদৰে তেওঁৰ ওপৰতো তাই প্ৰতিশোধ ল'ব পাৰিব; প্ৰতিশোধ ল'ব পাৰিব সেই দোকান-কৰ্ম্মচাৰী আৰু সকলোৰে ওপৰত যিবিলাকে তাইক এইদৰে আঘাত দিছে আৰু অত্যাচাৰ কৰিছে। তাই এই সিদ্ধান্ত লোৱাত কুটনীজনীয়েও যথেষ্ট ইন্ধন যোগাইছিল। কুটনীজনীয়ে তাইক কৈছিল যে প্ৰকাশ্যে বেশ্যা-বৃত্তি গ্ৰহণ কৰিলে, তাই নিজেই নিজৰ সাজপাৰ নিজৰ পছন্দমতে ফৰমাচ্ দি কৰাই আনিব পাৰিব। চিল্ক, ভেলভেট্, চেটীন্, ডিঙি উদং কৰি তৈয়াৰ কৰা বলনাচৰ ড্ৰেচ্ যি লাগে সকলো তাই নিজ ইচ্ছাৰে কিনিকুটি ল'ব পাৰিব। এই কথাবিলাকেও ওপৰুক্ত সিদ্ধান্ত ল'বলৈ তাইক প্ৰলোভন যোগালে। তাইৰ মনত এটা প্ৰতিচ্ছবি ভাঁহি উঠিল, তাই যেন ডিঙি তলকৰি কটা অৰ্থাৎ ডিঙি আৰু বুকুৰ কিছু অংশলৈকে ওলাই থকা, চুটি হাতৰ ধুনীয়া চিল্ক আৰু মখমলৰ সাজপাৰ পিন্ধিয়েই পেলাইছে। এনে এটা ভাবে তাইক টানি লৈ গ'ল। কুটনীজনীয়ে 'পাৰপত্ৰথন' আগবঢ়াই দিলে আৰু সেই দিনাই পিছবেলা কুটনীজনীয়ে গাড়ী এখনত তাইক উঠাই লৈ কুখ্যাত মেডাম্ কিটাইভাৰ বেশ্যা প্ৰতিষ্ঠানলৈ যাত্ৰা কৰিলে।

সেইদিনাৰ পৰাই মানুহ আৰু ঈশ্বৰ উভয়ৰে নীতিবিৰুদ্ধ আৰু এটা সঙ্কিত পাপ-পঙ্কিল জীৱন কাটুৎচা-মাচ্‌লভাৰ কাৰণে আৰম্ভ হ'ল। শত-সহস্ৰ নাৰীয়ে এইদৰেই পতিতা জীৱন সাৱতি লয়। জনগণৰ শুভাকাঙ্ক্ষী চৰকাৰৰ এনেহেন জীৱনৰ কোনো প্ৰতিকাৰ কৰাৰ কথাই নাই, বৰং আইনসঙ্গত কৰি এনে জীৱন অতিবাহিত কৰাৰ অধিকাৰৰ স্বীকৃতিহে দিছে—আৰু এই জীৱনৰ পৰিণাম হ'ল প্ৰতি দহজনীৰ ভিতৰত ন জনীয়েই অতি বেদনাদায়ক জঘন্য ৰোগত আক্ৰান্ত হৈ আদবয়সতে অকৰ্ম্মণ্য হয় আৰু তিল্ তিল্‌কৈ মৃত্যুৰ মুখলৈ আগবাঢ়ি মৰণক মাতি আনে।

প্ৰতি ৰাতিৰ ব্যভিচাৰৰ ফল হয় এয়ে যে পিছদিনা আবেলিলৈকে গভীৰ টোপনিত পৰি থাকিব লাগে। তাৰ পিছত তিনি চাৰিমান বজাত লেটেৰপেটেৰ বিছনাৰ পৰা উঠে। তাগৰ তেতিয়াও শেষ নহয়। চোৱা বা কফি খাই,

-পাৰাৰ সাজপাৰেৰেই ইফাল সিফাল কৰে। আঁৰি থোৱা পৰ্দাৰ আঁৰৰ পৰাই বাহিৰলৈ ভুমুকিভুমুকি কৰে। ইজনী সিজনীৰ লগত অলসপূৰ্ণ কথা কটাকটি হয়। তাৰ পিছত আৰম্ভ হয় ধোৱা-পথলা, গা আৰু চুলিত গোন্ধ তেল ঘঁহা, সাজ-পাৰ পিন্ধা আৰু সেই লৈ গৃহ-কৰ্ত্ৰীৰ লগত থকাথুন্দা কৰা, দাপোণত নিজৰ ৰেহৰূপ চোৱা, চেলাউৰী আৰু মুখত প্ৰসাধন ঘঁহা ইত্যাদি। ইয়াৰ পিছত পুষ্টিকৰ আৰু সুমিষ্ট বস্তু আহাৰ কৰি, ৰমক্ জমক্ চিকৰ পোচাক এনে-ভাৱে পৰিধান কৰে যাতে শৰীৰ বহু অংশ অনাবৃত হৈ ওলাই থাকে। ৰূপ-সজ্জাৰ কাম শেষ কৰি, সিহঁতে নানা অলঙ্কাৰেৰে সজ্জিত আৰু উজ্জ্বল আলোকেৰে আলোকিত ড্ৰইং ৰুমত উপস্থিত হয়। ইয়াৰ পিছত হয় গ্ৰাহকৰ সমাগম, গান-বাজনা নৃত্য চলিবলৈ ধৰে। নানা জনৰ লগত যৌন-ক্ৰিয়া সম্পন্ন হয়। বৃদ্ধ আৰু যুবক, আদবয়সীয়া ডেকা, সদাগৰ, কেৰেণী, আৰ্ম্মেনিয়ান য়িহুদী, তাৰ্তাৰ সকলোৰে লগত সহবাস চলে। এই মানুহবোৰৰ লগত ধনী, গৰীব, ৰুগীয়া, সুস্থীয়া, মাতাল, অ-মাতাল, থঙাল, শান্ত, সামৰিক, অসামৰিক, কলেজীয়া বা সাধাৰণ স্কুলৰ ছাত্ৰ আদি সকলো শ্ৰেণীৰ, সকলো বয়সৰ আৰু বিভিন্ন স্বভাৱৰ লোক থাকে। তেওঁলোকৰ মাজত চিঞঁৰ বাখৰ, হাঁহি-খিকিন্দালি, গান-বাজনা, মদ-ভাং অবাধে চলে। এনে ধৰণেই সন্ধিয়াৰ পৰা পুৱা পৰ্য্যন্ত ধপাত, চিগেৰেট, মদ্যপান বিৰামহীনভাৱে চলি থাকে। শেহাস্তৰত গভীৰ নিদ্ৰাত মগ্ন। প্ৰতিদিন প্ৰতি সপ্তাহৰ কাৰবাৰ এনেকুৱাই। ইয়াৰ কোনো ব্যতিক্ৰম নাই।

সপ্তাহৰ মূৰত এই পতিতাবিলাকে চৰকাৰী নিয়ম অনুসৰি পুলিচ থানাত হাজিৰ হ'ব লাগে। চৰকাৰী ডাক্তৰ সকলে কেতিয়াবা গুৰু গুৰুত্ব দি, কেতিয়াবা ধেমালিৰে চুলুঙালি কৰি, এই নাৰী সকলক পৰীক্ষা কৰে। মানুহেই হওক বা জন্তুৰেই হওক, উভয়ৰে যিমানখিনি ইজ্জত আৰু শ্লীলতা ৰক্ষাৰ অধিকাৰ আছে এই ডাক্তৰী পৰীক্ষাত সেই সকলো জলাঞ্জলি দিয়া হয়। পৰীক্ষাৰ পিছত পুনৰ এসপ্তাহৰ কাৰণে এই পাপ-কৰ্ম্ম চলাই থাকিবলৈ তেওঁলোকক লিখিত হুকুম দিয়া হয়। এইদৰে আকৌ এসপ্তাহ পাৰ হৈ যায়। সেই একেদৰেই ৰাতি-দিন, বাৰিষা-খৰালি, বন্ধত বা খোলা দিনত, পাপ কৰ্ম্ম অবিৰাম চলি থাকে।

সাত বছৰ ধৰি কাটুৎচা মাচলভাই এনেকুৱা জীৱনেই কটালে। এই সাত বছৰৰ ভিতৰত তাই এবাৰ হুবাৰমান ঘৰ সলনি কৰিছিল। এবাৰ আগফালৰ আৰু এবাৰ পিছফালৰ ঘৰ লৈছিল। আস্পতাললৈ গৈছিল এবাৰ। বেস্তাৰাঁত

বাস কৰা সপ্তম বছৰত আৰু তাইৰ চাব্বিশ বছৰ বয়সত এনে এটা ঘটনা ঘটিল. যি ঘটনাৰ ফলত তাই কাৰাগাৰত সোমাব লগা হ'ল। চোৰ ডকাইত আৰু কাৰাগাৰৰ দুৰ্বহ আবহাৱাৰ মাজত, তিনিমাহ বসতি কৰাৰ পিছত বৰ্ত্তমান তাইক বিচাৰৰ কাৰণে আদালতলৈ প্ৰেৰণ কৰা হৈছে।

## তিনি

সৈনিক দুজনেৰে সৈতে মাচ্‌লভা আহি কোৰ্ট বিল্ডিঙৰ ওচৰ পালেহি। বহুদূৰ খোজ কাঢ়ি তাইৰ ভাগৰ লাগিল।

মাচ্‌লভাক ভ্ৰষ্টাত পৰিণত কৰা কুমাৰ দিমিত্ৰী আইভানভিচ্‌ নেক্‌লিউদভ্‌ তেতিয়াও চৰাই পাখিৰে তৈয়াৰী তুলি পৰা আৰু স্প্ৰীং লগোৱা তেওঁৰ নিজ শয্যাত পৰি আছিল। বিছনা তেতিয়াও তেওঁ ত্যাগ কৰাই নাছিল। গাত আছিল এটা শোওঁতে পিন্ধা ইস্ত্ৰী কৰা ধুনীয়া চোলা। মুখত চিগেৰেট এদাল হুঁপি আগদিনা হৈ যোৱা ঘটনাবোৰৰ আৰু অহা দিনটোত তেওঁৰ কৰ্ত্তব্যৰ কথা ভাবি আছিল।

আগদিনা আবেলি সময়খিনি তেওঁ কৰ্চাগিন্‌ পৰিবাৰৰ লগত কটাইছিল আৰু সেই কথাই বাৰে বাৰে তেওঁৰ মনত ভুমুকি মাৰি আছিল। কৰ্চাগিন্‌ হ'ল এটি ঐশ্বৰ্য্যশালী ধনী পৰিয়াল। তেওঁলোক অভিজাত পৰিয়ালৰ লোক। সকলোৰে ধাৰণা যে তেওঁৰ সেই পৰিয়ালৰ কন্যা এগৰাকীৰ লগত শুভ পৰিণয় ঘটিব। এটা হুমুনিয়াহ পেলাই হুঁপি থকা চিগেৰেটৰ শুৰিটো দলি মাৰি দি, তেওঁৰ ৰূপৰ তৈয়াৰী চিগেৰেট কেচ্‌টোৰ পৰা আৰু এদাল চিগেৰেট উলিয়াব খুজিছিল ; কিন্তু ততালিকে তেওঁ মন পৰিবৰ্ত্তন কৰি, বিছনাৰ পৰা ভৰি দুখন নমাই শ্লিপাৰজোৰ টান মাৰি ভৰিত সুমাই ল'লে। তেওঁ চিল্কৰ ড্ৰেচিং গাউনটো কান্ধত পেলাই, বেগাবেগিকৈ সাজপাৰ পৰিধান কৰা কোঠালৈ সোমাই গ'ল। কোঠাটো ফৰাচী দেশৰ এচেন্সেৰে মলমলাই আছিল। তেওঁ সাৱধানেৰে এক বিশেষ ধৰণৰ পাউদাৰ দাঁতত ঘঁহি, দাঁতবোৰ চাফা কৰি ল'লে। তাৰ পিছত হাত মুখ ভালকৈ পৰিষ্কাৰ কৰি তৃতীয় কোঠাটোলৈ সোমাই গ'ল। এই কোঠাটোত "চাবাৰ বাথ" ল'ব পাৰি। এইদৰে তেওঁৰ হৃষ্টপুষ্ট বগা দেহটো পৰিষ্কাৰ পৰিচ্ছন্ন কৰি খহটা গামোছা এখনেৰে গাটো মচি ল'লে। তাৰ পিছত

ধুনীয়া 'আদাবৰেৰে' এটা পিন্ধি জিলিকি থকা বুটজোৰ ভৰিত সুমাই ল'লে। ইয়াৰ পিছত বহিল তেওঁ আইনাৰ সমুখত। কিচ্ কিচ্কৈ ক'লা দাবি কোচা আৰু কেকোৰা চুলিবোৰ ফণিয়াই ল'লে।

কুমাৰ নেক্‌লিউদভে ব্যৱহাৰ কৰা সকলো বস্তু যেনে টয়লেট্, চাবোন, সাজ-পাৰ, জোতা-মোজা, নেক্‌টাই, পিন-বুটাম্ প্ৰত্যেকটোৱেই প্ৰথম শ্ৰেণীৰ বহুমূলীয়া বস্তু। অকল বহুমূলীয়াই নহয়, বস্তুবোৰ স্থায়ী, সৰল আৰু সুন্দৰ আটাইবোৰ চকুত লগা।

দহডাল টাই আৰু স্কাৰ্ফ পিনৰ ভিতৰত প্ৰথম তেওঁৰ হাত য'ত পৰিল তাকেই তেওঁ ডিঙিত বান্ধি ল'লে। এনে এটা সময় আছিল যেতিয়া টাই বন্ধাটো তেওঁৰ কাৰণে এটা নতুনত্ব আৰু আকৰ্ষণীয় আছিল; কিন্তু বৰ্ত্তমান তেওঁ এই বিষয়ে সম্পূৰ্ণ অমনোযোগী। নেক্‌লিউদভে পিন্ধিবৰ কাৰণে ব্ৰাচ্‌মাৰি ছাফা কৰা সাজপাৰ চকি এখনৰ ওপৰত পৰি আছিল। তেওঁ সাজপাৰ পৰিধান কৰি, বেচ পৰিষ্কাৰ পৰিচ্ছন্ন হৈ, অলপ এচেঞ্চ ল'লে। কিন্তু তেওঁৰ মনটো তেতিয়াও সম্পূৰ্ণ মুকলি হোৱা নাই। তেওঁ ডাইনিং কোঠালৈ সোমাই গ'ল। তিনিজন মানুহ লগাই আগদিনা কোঠাটোৰ পকা মজিয়াখন মিহি কৰা হৈছিল। কোঠাটো অলপ দীঘলীয়া আৰু তাৰ ভিতৰত এখন সিংহৰ হাতোৰাৰ নিচিনা খুটা লগোৱা ডাইনিং টেবুল পৰা আছিল। লগতে এখন ধুনীয়া টেবুল ক্লথ। ওচৰতে আছিল এটা চাইদ্‌বৰ্ড। টেবুলখন মাৰ লগোৱা এখন ধুনীয়া কাপোৰেৰে আবৃত। কাপোৰখনৰ সোঁ-মাজত একাক্ষৰী সংযুক্ত নাম এটা ডাঙৰকৈ লিখা আছে। সুগন্ধি কফিৰে ভৰি থকা এটা ৰূপৰ ঘঁট, এখন চেনিথোৱা কাঁহি, গৰম ক্ৰীম্ থকা এটা জগ্, এটা কটিৰ পাচি মেজৰ ওপৰত সজাই থোৱা আছিল। পাচিটোৰ ভিতৰত আছিল কিছু মাখন, দোৱাভজা পাউৰুটিৰ চকল আৰু কিছু বিস্কুট। প্লেটখনৰ অলপ আঁতৰত পৰি আছিল এখন বাতৰি কাকত আৰু কেইখনমান চিঠি।

নেক্‌লিউদভে পত্ৰবোৰ খুলিব খোজোতেই, কোঠাৰ ভিতৰলৈ সোমাই আছিল এগৰাকী শকত-আৱত আদবয়সীয়া নাৰী। মানুহ গৰাকীৰ মুখখন বিষণ্ণ আৰু মূৰৰ পাতল চুলিবিলাক ফুলাম টুপী এটাৰে ঢকা আছে। তেওঁৰ নাম হ'ল আগ্ৰাফেনা পেট্ৰভ্‌না। আগতে নেক্‌লিউদভৰ মাকৰ পৰিচাৰিকা আছিল। অলপ দিনৰ আগতে, তেওঁৰ গৰাকিনীয়ে এই ঘৰতে ইহলীলা সম্বৰণ

কৰিছিল। বৰ্ত্তমান তেওঁ নেকৃলিউদভৰ লগতে আছে, ঘৰখনৰ ভত্বাৱধানৰ সম্পূৰ্ণ ভাৰ তেওঁৰ ওপৰতে।

বিভিন্ন সময়ত আগ্ৰাফেনা পেট্ৰভ্‌নাই নেকৃলিউদভৰ মাকৰ লগত বিদেশত প্ৰায় দহ বছৰ কটাইছে। ভদ্ৰমহিলাৰদৰেই তেওঁৰ ব্যৱহাৰ আৰু চেহেৰা। বাল্যকালৰ পৰাই তেওঁ নেকৃলিউদভ্ পৰিবাৰৰ লগত বসতি কৰিছে। দিমিত্ৰী আইভানভিচ্‌কো তেওঁ কেচুৱা কালৰ পৰাই জানে।

"নমস্কাৰ, দিমিত্ৰী আইভানভিচ্!"

"নমস্কাৰ, আগ্ৰাফেনা পেট্ৰভ্‌না। কি? তোমাৰ হ'ল কি?" নেকৃলিউদভে প্ৰশ্ন কৰিলে।

"ৰাজকুমাৰীৰপৰা এখন চিঠি আহিছে। হয় মাকৰপৰা, নহয় জীয়েকৰ-পৰা। এজনী পৰিচাৰিকাই কিছু সময়ৰ আগতে আনিছিল আৰু মোৰ কোঠাত পৰি আছিল।" এটা অৰ্থপূৰ্ণ হাঁহি মাৰি চিঠিখন তেওঁ নেকৃলিউদভৰ হাতলৈ আগবঢ়াই দিলে।

হাঁহিটোৰ অৰ্থ হ'ল যে চিঠিখন কৰ্চাগিন্ কন্যাৰপৰাই আহিছে। পেট্ৰভ্‌নাই ভাবে যে নেকৃলিউদভৰ লগত সেই কুমাৰী কৰ্চাগিনাৰ শুভ পৰিণয় ঘটিব, তেওঁ এনেদৰে ভবাটো নেকৃলিউদভে ভাল নাপায়।

"তেনেহ'লে তেওঁক মই অলপ ৰ'বলৈ কওঁ।" এই বুলি পেট্ৰভ্‌নাই কোঠাৰ পৰা ওলাই গ'ল।

নেকৃলিউদভে পত্ৰখন খুলি পঢ়িবলৈ ধৰিলে, পত্ৰখনৰ ভিতৰত এচেণ্টৰ গোন্ধ। শব্দবোৰ সেৰেঙা আৰু বেকাকৈ লিখা, কাগজখন ডাঠ আৰু কাষবোৰ খহটা।

"আপোনাক কথা এটা সোঁৱৰাই দিবৰ কাৰণেই এই পত্ৰখন লিখিলোঁ। আজি ২৮ এপ্ৰিল, আপুনি চেছন আদালতত জুৰিৰ হিচাবে বহাৰ কথা। গতিকেই কালি আপুনি সৰলভাৱে যিদৰে আমাৰ লগত চিত্ৰ প্ৰদৰ্শনীলৈ যাম বুলি কৈছিল, দৰাচলতে আপোনাৰ পক্ষে যোৱা সম্ভৱ নহ'ব। সময়মতে আদালতত উপস্থিত ন'হলে................

* * * * *

কালি আপুনি যোৱাৰ পিছত মোৰ এই কথাটো মনত পৰিল। গতিকে আপুনি আদালতত উপস্থিত হ'বলৈ নেপাহৰিব।

"ৰাজকুমাৰী এম্ কৰ্চাগিনা।"

চিঠিখনত পিচফালে পুনশ্চ বুলি আৰু কিছু কথা লিখা আছিল—

* * * * *

"এম্, কে।"

নেক্‌লিউদভৰ মুখ ক'লা পৰিল, যোৱা ছুমাহ ধৰি কুমাৰী কৰ্চাগিনাই যি এদাল অদৃশ্য এনাজৰিৰে কঠিনভাৱে তেওঁক বান্ধি পেলাবৰ চেষ্টা কৰিছিল এই পত্ৰখন তাৰেই এটা কৌশল বিশেষ।

মানুহে প্ৰেমত নপৰিলে, যৌৱন গৈ থাকিলেও বিয়া কৰোৱা কথাটোৰ সম্পৰ্কে খপহকৰে কোনো সিদ্ধান্ত ল'ব নোৱাৰে। কেৱ্‌ঘেৰাই থাকে। নেক্‌লি-উদভে বিবাহৰ সম্পৰ্কে মনস্থিৰ কৰিলেও ততালিকে প্ৰস্তাৱটো আগবঢ়াব নোৱাৰাৰ যথেষ্ট কাৰণ আছিল। দহবছৰৰ আগতে তেওঁ মাচ্‌লভাৰ সতীত্ব নষ্ট কৰি তাইক ত্যাগ কৰিছিল। সেইবাবেও নহয়। সেইকথা তেওঁৰ স্মৃতিতেই নাছিল। বিবাহ নকৰাৰ সি এটা কাৰণ বুলিও তেওঁ বিবেচনা নকৰে। আচল কাৰণ হ'ল তেওঁৰ এগৰাকী পৰস্ত্ৰীৰ লগত হাতবাট আছিল। সেই সম্পৰ্ক তেওঁ নিজে ছিন্ন বুলি ধৰিলেও মানুহ গৰাকীয়ে এৰা নাছিল।

নাৰীৰ লগত ব্যৱহাৰ কৰোতে নেক্‌লিউদভ লাজকুৰীয়া আছিল। সেই বিবাহিতা নাৰী আছিল এজনী অভিজাত সম্প্ৰদায়ৰ মাৰ্চেলৰ স্ত্ৰী। তেওঁলোক হ'ল নেক্‌লিউদভ্ যিখন জিলাত ভোটাৰ হিচাবে ভুক্ত, সেই জিলাৰ বাসিন্দা। এই বিবেচনাহীন দুষ্টা নাৰীৰ অন্তৰত জাগি উঠিল নেক্‌লিউদভক তেওঁৰ উপপতি কৰাৰ ভাব আৰু ঘনিষ্ট সম্পৰ্ক স্থাপিত হ'বলৈকো বেছিপৰ নেলাগিল। ক্ৰমাৎ এই সম্পৰ্ক গাঢ় হ'বলৈ ধৰিলে, যদিও নেক্‌লিউদভে মাজে মাজে বিৰক্তি অনুভৱ কৰিছিল। প্ৰলোভনৰ পাশত আৱদ্ধ হৈ তেওঁ নিজক দোষী বুলি ভাবিলেও, সেই নাৰীৰ বিনা সম্মতিত সেই সম্পৰ্ক ছিন্ন কৰিবলৈ তেওঁৰ সাহসে কুলুৱা নাছিল। ইচ্ছা থকা সত্বেও সৌন্দৰ্য্যশালিনী যুৱতী কুমাৰী কৰ্চাগিনাৰ লগত বিবাহৰ প্ৰস্তাৱ উত্থাপন নকৰাৰ আচল কাৰণ হ'ল এয়ে।

মেজত থকা চিঠিবিলাকৰ ভিতৰত এখন আছিল এই মানুহ গৰাকীৰ স্বামীৰ পৰা অহা। চিঠিৰ ওপৰত থকা ডাকঘৰৰ মোহৰ আৰু আখৰ চিনি পাই, নেক্‌লিউদভৰ গাল মুখ শেঁতা পৰিল। কোনো বিপদত পৰিলে যেনে উত্তেজনা হয়, এতিয়াও তেওঁ তেনেকুৱা এটাই উত্তেজনা অনুভৱ কৰিলে।

অৱশ্যে এই উত্তেজনা বেছিপৰ স্থায়ী হোৱা নাছিল। আচলতে মার্চেলৰ চিঠিত নেক্‌লিউদভলৈ লিখিছিল যে সেই মাহৰ শেষ ভাগত এখন বিশেষ মিটিং হ'ব আৰু মিটিংখন হ'ব যিখন জিলাত তেওঁৰ ডাঙৰ জমিদাৰী আছে তাতেই। সভাত স্কুল আৰু ৰাস্তাৰ সম্পর্কে আলোচনা হোৱাৰ কথা। কিন্তু এই বিষয় লৈ প্রতিক্রিয়াশীল দলে যথেষ্ট প্রতিবাদ কৰাৰ সম্ভাৱনা আছে। তেওঁ নেক্‌লিউদভক এই প্রতিক্রিয়াশীল দলক বিতর্কৰ উচিত জবাব দিবলৈ আহ্বান জনাইছিল।

ৰাজনৈতিক দৃষ্টিভঙ্গীত মার্চেল আছিল উদাৰনীতিত বিশ্বাসী। তৃতীয় আলেকজেণ্ডাৰৰ দিনত, প্রতিক্রিয়াৰ যি প্রবল ঢৌ উঠিছিল, মার্চেলে তেওঁৰ সহগোত্রী সকলেৰে সৈতে একযোগ হৈ তাৰ বিৰুদ্ধে তন্নামন্না যুঁজ দিছিল। সেই সংগ্রামত তেওঁ এনেদৰে লিপ্ত হৈছিল যে তেওঁৰ পাৰিবাৰিক সম্পর্কত তলেতলে যে ঘূণে ধৰিছিল, সেই সম্পর্কে তেওঁ লেশমাত্রেও গম পোৱা নাছিল।

এদিনাখন তেওঁক এই মানুহজনে হাতে হাতে ধৰা পেলাইছিল বুলি ভাবিছিল আৰু ভাবিছিল যে তেওঁক দ্বৈত সংগ্রামলৈ আহ্বান দিব পাৰে। নেক্‌লিউদভে তেতিয়া আকাশলৈ গুলি মাৰিবলৈ উদ্যত হৈছিল। তেওঁৰ এই ঘটনাৰ কথা মনত পৰিল। আৰু মনত পৰিল সেই সাংঘাতিক মুহূর্তবোৰৰ কথা। মার্চেলৰ স্ত্রীয়ে এনে এটা ভীষণ অৱস্থাত পৰি, পার্কত থকা পুখুৰীত পৰি আত্মহত্যা কৰিবলৈ দৌৰ দি যি দৃশ্যৰ সৃষ্টি কৰিছিল সেই কথাও তেওঁৰ মনত ভাহি উঠিল।

“যিহক বর্তমান মোৰ পক্ষে যোৱা সম্ভৱ নহয়। মার্চেলৰ স্ত্রীৰ পৰা কিবা এটা উত্তৰ নোপোৱালৈকে মই একো কৰিব নোৱাৰোঁ।” নেক্‌লিউদভে নিজে নিজে ভাবিলে। এসপ্তাহৰ আগতে তেওঁৰ চূড়ান্ত সিদ্ধান্ত জনাই আৰু দোষ স্বীকাৰ কৰি তেওঁ মানুহগৰাকীলৈ এখন পত্র লিখিছিল। পাপৰ প্রায়শ্চিত্ত কৰিবলৈকো তেওঁ সাজু। লগতে এই কথাও পৰিষ্কাৰকৈ লিখিছিল যে তেওঁলোক উভয়ৰে মাজত যি প্রণয়ৰ সম্বন্ধ আছিল তাক তেওঁ ছিন্ন কৰিছে। এই কাম তেওঁ উভয়ৰ মঙ্গলৰ কাৰণেই কৰিছে, এই পত্রখনৰ জবাব এতিয়াও তেওঁ পোৱা নাই। অৱশ্যে উত্তৰ নোপোৱাটো শুভ লক্ষণৰে ইঙ্গিত। কিয়নো এই সম্বন্ধ তেওঁ ছিন্ন কৰিবলৈ ৰাজি নথকাহেঁতেন, অনতিপলমে তাৰ উত্তৰ আহিলহেঁতেন। নাইবা তেওঁ নিজেই আহি উপস্থিত হলহিহেঁতেন। আগে

পিছে তেওঁ তেনেকৈয়ে ব্যৱহাৰ কৰিছে। নেক্‌লিউদভৰ কাণত আহি এই কথাও পৰিছেহি যে মার্ছেলৰ স্ত্রী ইতিমধ্যেই কোনোবা এজন বিষয়াৰ তীব্র নজৰত পৰিছে। যদিও এই কথাই তেওঁৰ অন্তৰত প্রতিহিংসাৰ ভাব জগাই তোলে, তথাপি তেওঁ যে এটা পাপৰ পথৰপৰা মুক্ত হ'ব, সেইবাবে তেওঁ কিছু সান্ত্বনাও লাভ কৰিছে।

দ্বিতীয় পত্রখন আহিছিল তেওঁৰ জমিদাৰীৰ মেনেজাৰৰ পৰা। মেনেজাৰে লিখিছিল যে জমিদাৰীৰ দখল চমজি ল'বৰ কাৰণে নেক্‌লিউদভে নিজে উপস্থিত হোৱা বাঞ্ছনীয়। লগতে তেওঁৰ মাকে জীৱিত কালত যিদৰে জমিদাৰী পৰিচালনা কৰিছিল, আৰু ভবিষ্যতে কেনেদৰে চলাব লাগিব তাৰো প্রস্তাব দিছিল। বর্ত্তমান কৃষকক খেতি কৰিবলৈ দিয়া গোটেই জমিখিনিও তেওঁ নিজেই খেতি কৰাই সঞ্চয় আৰু আর্জ্জন বঢ়াবলৈ চোৱা ঠিক নহয়। এই কথা তেওঁ পূর্ব্বে নেক্‌লিউদভৰ পিতৃ ৰাজকুমাৰকো কৈছিল আৰু এতিয়াও কুমাৰৰ আগত সেই প্রস্তাৱটো ডাঙি ধৰিছে। কিয়নো এইদৰে নিজে খেতি কৰা একো লাভজনক নহয়। লগতে পহিলা তাৰিখে খাজনাৰ বাবদ পঠাব লগীয়া তিনি হেজাৰ ৰুবল পঠাব নোৱাৰাৰ বাবে তেওঁ ক্ষমা বিচাৰিছে। টকা পঠাব নোৱাৰাৰ আচল কাৰণ হ'ল তেওঁ ৰায়তৰপৰা টকা আদায় কৰিব পৰা নাই। আনকি কৃষক-বিলাকক বিশ্বাস কৰিব নোৱাৰা হৈ পৰিছে। খাজনা আদায়ৰ কাৰণে চৰকাৰী সাহায্য ল'ব লগা হৈছে। পত্রখন পঢ়ি নেক্‌লিউদভৰ ভালো লাগিল আৰু বেয়াও লাগিল। ভাল লাগিল এই বুলি যে এনেকুৱা এটা মূল্যবান সম্পত্তিৰ তেওঁ মালিক। বেয়া লাগিল এই কাৰণে যিহেতু তেওঁ হার্বার্ট স্পেঞ্চাৰৰ মতৰ পৃষ্ট-পোষক। স্পেঞ্চাৰে "সমাজ বিজ্ঞানত" উল্লেখ কৰিছে যে ন্যায়নীতিমতে মাটিৰ মালিকানা অন্যায়। যুগধর্ম্মৰ স্পষ্ট আৰু দৃঢ় নির্দ্দেশ হিচাবে নেক্‌লিউদভে ভূ-সম্পত্তিক যে ব্যক্তিগত সম্পত্তি হিচাবে বিবেচনা কৰাটো অকল অন্যায় বুলি যুক্তি প্রদর্শন কৰাই নহয়, তেওঁ বিশ্ববিদ্যালয়ৰ ছাত্র থাকোতে, এই সম্পর্কে প্রবন্ধ-পাতিও লিখিছিল আৰু এই বিশ্বাসমতেই চলি আহিছিল, কিন্তু বর্ত্তমান তেওঁ যে নিজেই এজন বৃহৎ জমিদাৰীৰ উত্তৰাধিকাৰী, সেই কথাই তেওঁৰ মনত এটা ডাঙৰ সংঘাত সৃষ্টি কৰিলে। ইতিমধ্যে স্থাৱৰ সম্পত্তি ৰখাটো অন্যায় বিবেচনা কৰি, তেওঁ স্বর্গীয় পিতৃৰ উত্তৰাধিকাৰী সূত্রে পোৱা ৫০০ একৰ জমি কৃষকক বিলাই দিছিল। কিন্তু এতিয়া তেওঁ তেওঁৰ স্বর্গীয় মাতৃৰ উত্তৰাধিকাৰী সূত্রে এখন বৃহৎ জমিদাৰীৰ গৰাকী হৈ পৰাত, তেওঁৰ সন্মুখত দুটা পথ মুকলি:

হ'ল। এই দুটা পথৰ এটা তেওঁ বাচি ল'ব লাগিব। হয় তেওঁ দহ বছৰৰ আগতে পিতৃ সম্পত্তি ত্যাগ কৰাৰ দৰে এই সম্পত্তিও ত্যাগ কৰিব লাগিব, নহয় তেওঁ নীৰৱে স্বীকাৰ কৰিব লাগিব তেওঁ ভুল নীতিত বিশ্বাস স্থাপন কৰিছিল।

তেওঁ প্ৰথম পথ অৰ্থাৎ সম্পত্তি ত্যাগ কৰা পথ বাছি ল'ব নোৱাৰিলে, কিয়নো বৰ্ত্তমান এই জমিৰ আয়ৰ বাহিৰে, তেওঁৰ উপাৰ্জ্জনৰ অন্য কোনো পথ নাই। তাৰোপৰি তেওঁ এনে বিলাসী জীৱনত অভ্যস্ত হৈ পৰিছে যে এই অভ্যাস তেওঁ সহজে পৰিত্যাগ কৰিব নোৱাৰে। তদুপৰি তেওঁৰ আগৰ সেই দৃঢ় বিশ্বাস, যৌৱনৰ উৎসাহ উদ্দীপনা, আৰু অসাধাৰণ কিবা এটা কৰাৰ হাবিয়াস, এইবোৰ এতিয়া একোৱেই নাই। আনহাতে স্পেঞ্চাৰৰ 'সমাজ বিজ্ঞানত' জমিৰ মালিকানা স্বত্বক ব্যক্তিগত সম্পত্তি হিচাবে গ্ৰহণ কৰাটো অন্যায় বুলি তেওঁ যি অকাট্য প্ৰমাণ পাইছিল, আৰু সেই একে কথাৰেই, তেওঁ যি দৃঢ় সমৰ্থন দেখিবলৈ পাইছিল, হেন্‌ৰি জৰ্জ্জৰ লিখনীত এইবিলাক কথা জানি শুনি আওকান কৰাও তেওঁৰ পক্ষে অসম্ভৱ।

মেনেজাৰৰপৰা অহা পত্ৰখন পাই ভাল নলগাৰ কাৰণ হৈছে এইবোৰেই।

## চাৰি

নেক্‌লিউদভে কফি পান শেষ কৰি তেওঁৰ অধ্যয়ন কোঠালৈ সোমাই গ'ল। উদ্দেশ্য হ'ল আদালতত কেই বজাত হাজিৰ হ'ব লাগিব—চমনখন পঢ়ি সময়টো জানি লোৱা আৰু ৰাজকুমাৰীলৈ এখন পত্ৰ লিখা। তেওঁৰ ষ্টুদিয়'টো পাৰ হৈ যাওঁতেই তেওঁৰ চকুত পৰিল ছবি থোৱা ঠগাখনলৈ মুখ কৰি পৰি থকা এখন আধা আঁকা চিত্ৰ আৰু শিক্ষানুশীলনৰ কাৰণে বেৰত আৰিথোৱা কিছু চিত্ৰ-পট। এইবিলাক দেখি তেওঁৰ ভাব হ'ল যে চিত্ৰ-অঙ্কন বিদ্যাত পাৰ্গত হ'ব পৰা বিশেষ ক্ষমতা বা ব্যুৎপত্তি তেওঁৰ নাই। আজি কিছুদিনৰ পৰা এনেকুৱা ভাবে তেওঁৰ মনত মাজে মাজে ভুমুকি মাৰে। ইয়াৰবাবে দায়ী হ'ল তেওঁৰ মনত অতিমাত্ৰাই সৃষ্টি হোৱা এটা সৌন্দৰ্য্যবোধ। ফলত, তেওঁৰ মনত প্ৰবল অসন্তুষ্টি।

সাত বছৰৰ পূৰ্ব্বে তেওঁ সামৰিক চাৰ্ভিচ্ ত্যাগ কৰিছিল। তেতিয়া তেওঁৰ ভাব হৈছিল যে তেওঁ কলা-বিদ্যাত বেচ উন্নতি কৰিব পাৰিব। এই শিল্পানুৰাগৰ ফলত তেওঁৰ সকলো কামকাজৰ প্ৰতি অৱহেলা সৃষ্টি হৈছিল। এতিয়া তেওঁৰ

তাৰ হ'ল যে এইদৰে কামকাজবিলাক অৱহেলা কৰা তেওঁৰ উচিত হোৱা নাই। এইবোৰ কথা ভুবঁধি তেওঁৰ মনটো ভাল নলগা হ'ল। জাকজমককৈ সজোৱা ষ্টুদিয়'টোলৈ চাই তেওঁ এটা গভীৰ বেদনা অনুভৱ কৰিলে। এনেকুৱা এটা হা-হুতাশৰ ভাব লৈ তেওঁৰ আহল বহল, ধুনীয়া আৰু পৰিপাটিকৈ সজোৱা মনোৰম অধ্যয়ন কোঠালৈ সোমাই গ'ল।

এটা দীঘল খামত ভৰোৱা আদালতৰ চমনখন তেওঁৰ লিখা পঢ়া কৰা বৃহদাকাৰ মেজখনত পৰি আছিল। খামটোৰ ওপৰত 'জৰুৰী' বুলি মন্তব্য দিয়া আছিল। চমনত আদালতত হাজিৰ হোৱা সময় ১১ বজা বুলি দিয়া আছে।

ৰাজকুমাৰী কৰ্চাগিনাৰ নিমন্ত্ৰণৰ বাবে ধন্যবাদ দি মধ্যাহ্নভোজনত যোগ দিম বুলি পত্ৰ এখন তেওঁলৈ লিখিবৰ কাৰণে নেক্‌লিউদভে টেবুলৰ কাষত বহিল। চিঠিখন লিখি ফালি চিৰি পেলালে। কাৰণ হ'ল চিঠিখনত কুমাৰীৰ লগত নিকটতম বন্ধুত্বৰ ভাব প্ৰকাশ হৈছিল। তাৰ পিছত আৰু এখন লিখিলে, এইবাৰ প্ৰকাশ হল অত্যন্ত কৰ্কশতাৰ ভাব। পত্ৰখনে ৰাজকুমাৰীক বিৰক্ত কৰি তুলিব বুলি, পুনৰ ফালি পেলালে আৰু ইলেক্‌ট্ৰীক বেলৰ বুটাম টিপিলে। এনেতে ততালিকে তেওঁৰ পৰিচাৰক এটা সোমাই আহিল। মানুহটোৰ মনত বিষাদৰ চিন। গোঁফ আছে কিন্তু দাঢ়িবোৰ খুৰুৱা। মটীয়া ৰঙৰ এপ্ৰন এখন গাত বন্ধা আছে।

"ঘোঁৰাগাড়ী এখন বিচাৰি আনা।"

"ভাল চাৰ।"

"আৰু কৰ্চাগিনাৰ পৰা চিঠি লৈ অহা ছোৱালীজনীক কৈ দিয়া 'পত্ৰখন পাই মই বং পাইছোঁ৷ আৰু নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ চেষ্টা কৰিম।"

"ভাল চাৰ।"

নেক্‌লিউদভে মনতে ভাবিলে, "চিঠিৰ জবাব এটা নিদিয়াতো ভদ্ৰোচিত হোৱা নাই। যি হক নিজেই গৈ আজি এবাৰ দেখা কৰিম। কিয়নো পত্ৰ লিখা মোৰ পক্ষে সম্ভৱ নহয়।"

ঘৰৰ পৰা বাহিৰ ওলাওঁতেই গেটৰ ওচৰত ৰবাৰ টায়াৰৰ ঘোঁৰাগাড়ী এখন তেওঁৰ কাৰণে অপেক্ষা কৰি থকা দেখিলে।

"কালি আপোনাক আনিবৰ কাৰণে মই কৰ্চাগিনাৰ ঘৰলৈ গৈছিলোঁ, কিন্তু দুৱৰীটোৱে মোক ক'লে যে মই পোৱাৰ অলপ আগতে আপুনি তাৰ পৰা ওলাই আহিছিল।" ঘোঁৰা গাড়ীখনৰ কচোৱানজনে নেক্‌লিউদভক ক'লে।

"যোঁৱা গাড়ীৰ কচোৱানেও কৰ্চাগিনাৰ লগত মোৰ ঘনিষ্ঠতাৰ কথা জানে।" এই বুলি নেক্‌লিউদভে মনতে ভাবিলে। ৰাজকুমাৰী কৰ্চাগিনাৰ পাণি গ্ৰহণ কৰা প্ৰশ্নটোৱে পুনৰ তেওঁৰ মনত খুন্দিয়ালে। এই সময়ত অন্যান্য বহু প্ৰশ্নৰ যেনেকৈ তেওঁ কোনো সমাধান বিচাৰি পোৱা নাই, ঠিক তেনেকৈ কুমাৰী কৰ্চাগিনাক বিয়া কৰোৱা প্ৰশ্নটোৰো তেওঁ কোনো সিদ্ধান্ত কৰিব পৰা নাই।

বিবাহৰ পক্ষে তেওঁৰ সাধাৰণ যুক্তি হ'ল যে তাৰ ফলত ঘৰখনত এটা সুখ আহিব আৰু তেওঁ এটা নৈতিক জীৱনযাপন কৰিবলৈ সমৰ্থ হ'ব। বিশেষকৈ পৰিয়ালৰ ল'ৰাছোৱালীৰ ফলত তেওঁৰ এই ভাংবৰলাৰ জীৱনে এটা গতি ল'ব। বিবাহৰ বিপক্ষে যুক্তি হ'ল যে তাৰ ফলত, তেওঁ বৰ্ত্তমান যিদৰে স্বাধীন জীৱন-যাপন কৰিছে, সেই স্বাধীনতা বহুদূৰ খৰ্ব্ব হ'ব। তাৰোপৰি দুৰ্ব্বোধ্য নাৰী চৰিত্ৰৰ প্ৰতি এটা ভয় আৰু শঙ্কা। সাধাৰণতে যৌৱনৰ প্ৰথম ধাপ পাৰ হৈ যোৱা লোকৰেই এনে ধৰণৰ শঙ্কা আৰু ভয় হয়, নেক্‌লিউদভৰো তেনেই।

মিছিক (আচল নাম মেৰীয়া, কিন্তু কিছুমান মানুহৰ ভিতৰত উপনাম দিয়াৰ যি অভ্যাস আছে, সেই অনুসৰি এই নাম দিয়া হৈছে,) বিবাহ কৰাৰ বিষয় তেওঁৰ যুক্তি হ'ল যে তাই সদ্‌বংশজাত। তদুপৰি কথা-বতৰা, খোজ-কাটল, হাঁহি-ধেমালি সকলোতে সাধাৰণ মানুহৰ পৰা বেলেগ। (এনেকুৱা গুণসম্পন্না হোৱাৰ যে কিবা বিশেষ কাৰণ আছে এনে নহয়;—নেক্‌লিউদভৰ মতে মিছিয়ে সদবংশত জন্ম হোৱাৰ কাৰণেই এই গুণ লাভ কৰিছে), তাৰোপৰি মিছিয়ে যিদৰে তেওঁৰ শুভাশুভৰ কথা চিন্তা কৰে আন কাৰো কথা তাই তেনেদৰে নেভাবে। গতিকেই তাই তেওঁক বিশেষভাৱে বুজি পাই তাই যে বিশুদ্ধভাৱে চিন্তা কৰিব পাৰে আৰু শুভ বুদ্ধি আছে তাৰ প্ৰমাণ হ'ল, নেক্‌লিউদভক উচ্চ-গুণ-সম্পন্ন বুলি স্বীকৃতি দিয়া। মিছিৰ বিৰুদ্ধে ইয়াকে কব পাৰি যে হয়তো তাইতকৈ আৰু অনেক গুণৱতী যুৱতী বিয়ানদূৰ সম্ভৱ পোৱা যাব পাৰে। তাইৰ বৰ্ত্তমান বয়স সাতাইছ আৰু তেওঁৱেই তাইৰ প্ৰেমৰ প্ৰথম পাত্ৰ নহয়। এই শেষৰ কথাটোৱে তেওঁক বেচ আঘাত দিয়ে, তেওঁৰ যেনে ধৰণৰ অভিমান তাৰ ফলতেই তেওঁ ভাবিবই নোৱাৰে যে তাই অতীততেই হক বা বৰ্ত্তমানতেই হক তেওঁৰ বাহিৰে আনক ভাল পাব পাৰে। অৱশ্যে এই কথাও সঁচা যে তাইনো তেওঁক লগ পাব বুলি অতীতত কেনেকৈ জানিব বা বুজিব, কিন্তু তাই যে আনকো প্ৰেম যাচিব পাৰে, এই ভাবনাই তেওঁক বিৰক্ত কৰি তোলে।

গতিকেই বিয়া কৰোৱা আৰু নকৰোৱা দুয়োটাৰ বিৰুদ্ধেই যথেষ্ট যুক্তি

আছে। কিবা কাৰণেই হক নেকৃলিউদভৰ কাৰণে দুয়োটা কথাৰেই সমান মূল্য। এইবিলাক কথা ভাবি তেওঁৰ মনত পৰে সাধুকথাৰ ঘোঁৰাটোলৈ। ঘোঁৰাটোৱে প্ৰথমে কোন মুঠা ঘাঁহ খাব তাক ঠিক কৰিব নোৱাৰিছিল। তেওঁৰ হাঁহি উঠিল এইবুলি যে তেৱোঁ তেনেকুৱা এটা ঘোঁৰাই।

শেষত তেওঁ সিদ্ধান্ত কৰিলে যে মেৰীয়া ভাছিলিয়েনাৰ পৰা ( মাৰ্ছেলৰ স্ত্ৰীৰ পৰা ) উত্তৰ নহালৈকে তেওঁ একো কৰিব নোৱাৰে। তেওঁৰ লগত সম্পৰ্ক ছেদ হ'লেহে কিবা সিদ্ধান্ত ল'ব পাৰিব। তেওঁৰ বিয়াৰ সম্পৰ্কে সিদ্ধান্ত অকল পলম হোৱাই নহয়, তেওঁ এই সিদ্ধান্ত পিছুৱাবলৈ বাধ্য আৰু পিছুৱা উচিতো। এই বিশ্বাস স্থাপন কৰি তেওঁৰ নিজৰে ভাল লাগিল।

নীৰবে ঘোঁৰাগাড়ীখন পকা আলিয়েদি কাছাৰীৰ অভিমুখে গৈ আছে। তেওঁ গাড়ীত বহি নিজকে নিজে ক'লে, "বাকী সকলো কথা মই পিছত ভাবি চিন্তি চাম। সদাই মই বাজহুৱা দায়িত্ব যিদৰে পালন কৰোঁ, এতিয়াও সেইদৰেই আৰু সঠিকভাৱে কৰি লওঁ। কেতিয়াবা এইবিলাক কামো ৰসাল হৈ পৰে।"

ছুৰবীটো পাৰ হৈ তেওঁ আদালতৰ হললৈ সোমাই গ'ল।

## পাঁচ

বহু কৰ্মব্যস্ত মানুহ কাছাৰীৰ কৰিদৰত ইফাল সিফাল কৰি ঘূৰি থকা দেখা যায়। চাপ্ৰাচী, অৰডাৰ্লি বোৰে ফোঁপাই জোপাই অহা যোৱা কৰি আছে। ইফালৰ বা-বাতৰি, কাকতপত্ৰ সিফালে নিছে আৰু সিফালৰ পৰা ইফালে আনিছে। পথ-প্ৰদৰ্শক, এড্‌ভোকেট আৰু আদালতৰ বিষয়া সকলে ঘূৰা-ঘূৰি কৰি ফুৰিছে। আবদ্ধ নথকা আচামী, ফৰিয়াদী, বাদী, প্ৰতিবাদী বিলাকে হয় বিষাদ মনেৰে ঘূৰি ফুৰিছে, নহয় এঠাইত অপেক্ষা কৰি বহি আছে।

"আদালতৰ কোঠা কোন ফালে?" বুলি এজন চাপ্ৰাচীক নেকৃলিউদভে সুধিলে।

"কোন আদালত? দেৱানী নে ফৌজদাৰী?"

'মই জুৰৰ হিচাবে আহিছোঁ।"

"তেনে হ'লে ফৌজদাৰী আদালত অৰ্থাৎ ছেচন কোৰ্ট আপোনাক লাগে। ইয়াৰ পৰা সোঁ-ফালে অলপ গৈ, বাওঁফালে ঘূৰি, দ্বিতীয় দৰজাইদি সোমাব।" নেকৃলিউদভে সেই মতেই খোজ ল'লে।

দুৱাৰৰ মুখত দুজন মানুহ থিয় হৈ আছিল, তাৰে এজন হ'ল সদাগৰ। মানুহজন ওখ, পেটাল আৰ দেখাত দয়ালু আৰু ৰঙিয়াল। মুখত বেচ স্ফুৰ্ত্তি। খোৱাৰ কাৰণে লগত কিছু জা-জলপানো আনিছে, আনজন হ'ল দোকান কৰ্ম্মচাৰী আৰু জাতিত য়িহুদি। তেওঁলোক দুয়োজনে উলৰ দাম সম্পৰ্কে কথা-বতৰা হৈ আছিল। এনেতে নেক্‌লিউদভ্ উপস্থিত হৈ প্ৰশ্ন কৰিলে, "এইটোৱেই জুৰি বহা কোঠা হয় নে?"

"হয় ডাঙৰীয়া! এইটোৱেই জুৰি বহা কোঠা। আমাৰ ভিতৰতো এজন জুৰৰ। আপুনিও নে কি?" আনন্দ মনেৰে সদাগৰজনে সুধিলে।

"হয়নে? ভালেই তেন্তে। আমি উভয়ে একে লগে কাম কৰিব লাগিব।"

নেক্‌লিউদভে কথাষাৰ শেষ কৰাৰ লগে লগে সদাগৰজনে ক'লে, "মই দ্বিতীয় গিল্ডৰ বণিক. নাম বা-ক্লাচভ্।" বলিষ্ঠ হাতখনেৰে নেক্‌লিউদভৰ হাতত ধৰি আকৌ ক'লে, "আমি যি পাৰো কৰ্ত্তব্য কৰিম, পিছে ডাঙৰীয়াৰ নাম!"

নেক্‌লিউদভে তেওঁৰ নামটো কৈ জুৰিৰ কোঠালৈ সোমাই গ'ল।

কোঠাৰ ভিতৰত ইতিমধ্যেই বিভিন্ন ধৰণৰ দহজন লোক আহি উপস্থিত। তেওঁলোকো এইমাত্ৰ আহি পাইছেহি। কিছুমান আসনত উপবিষ্ট আৰু কিছুমানে খোজ চলাই আছে। পৰস্পৰে চিনাজনাও হৈছে। ইয়াৰ ভিতৰৰে এজন 'ইউনিফৰ্ম্ম' সহ অৱসৰপ্ৰাপ্ত কৰ্ণেলো আছিল। কিছুমানৰ গাত দীঘল হলৌ চোলা আৰু কিছুমানৰ গাত পুৰা পিন্ধা কোট আৰু এজনৰ সাজপাৰ খেতিয়কৰদৰে।

চৰকাৰৰ তৰফৰ পৰা এটা দায়িত্বপূৰ্ণ কামত তেওঁলোকক মকৰল কৰা বাবে সকলোৰে মনত বেচ আনন্দ আৰু সন্তোষ; যদিও কাম ক্ষতি হোৱাৰ কাৰণে বহুতৰে আপত্তি।

জুৰৰ সকলৰ মাজত বা-বতৰৰ কথা, আগন্তুক বসন্ত আৰু বেহা-বেপাৰৰ কথা চলি আছে। কিছুমানে পৰস্পৰৰ লগত পৰিচিত হৈ বাকী সকল নো কোন হ'ব পাৰে, তেওঁলোকৰ পৰিচয় সম্পৰ্কে গুণাগঁথা কৰিছে। নেক্‌লিউদভৰ লগত যি সকলৰ পৰিচয় ঘটা নাই তেওঁলোকে তেওঁৰ লগত পৰিচিত হোৱাটো এটা সন্মানৰ বিষয় বুলি উপলব্ধি কৰি খৰখেদা লগাইছে। নেক্‌লিউদভে সচৰাচৰ অপৰিচিত লোকৰ লগত যি দৰে ব্যৱহাৰ কৰে, আজিও তেনেদৰেই কৰিছে। অপৰিচিতজনে তেওঁক যি সন্মান প্ৰদৰ্শন কৰে, তাক তেওঁ প্ৰাপ্য বুলিয়েই বিবেচনা কৰে। অধিকাংশ মানুহতকৈ তেওঁনো নিজক কিয় উচ্চতৰৰ

বুলি জানে, বুলিলে হয়তো তাৰ জবাব তেওঁৰ একো নাই। তেওঁৰ জীৱনতো তেনে সন্মান পাবলগীয়া কোনো খ্যাতি নাই। তেওঁ যে সুন্দৰকৈ বিশুদ্ধ ইংৰাজী, জাৰ্মান আৰু ফৰাচী ভাষাত কথা ক'ব পাৰে, তেওঁ যে অতি দামী সাজপাৰ, দামী বুটাম আৰু বুটামৰ জৰি আৰু টাই পৰিধান কৰিছে, সিও তেওঁ এজন সম্ভ্ৰান্ত লোক বুলি বিবেচিত হ'বৰ কাৰণ নহয়। তথাপি প্ৰকৃত কথা হৈছে তেওঁ উচ্চ মৰ্য্যাদা দাবী কৰে। তেওঁ ভাবে সেই মৰ্য্যাদা তেওঁৰ প্ৰাপ্য আৰু নেপালে তেওঁ ক্ষুণ্ণ হয়। জুৰি কোঠাত বহি, তেনে মৰ্য্যাদা নোপোৱাত তেওঁ মনত আঘাত পাইছে। জুৰৰবিলাকৰ মাজত এজনকহে তেওঁ চিনে। আগতে তেওঁ নেক্‌লিউদভৰ ভনীয়েকৰ ঘৰত গৃহ-শিক্ষক আছিল, আৰু তেওঁ ভাগিনিয়েক-হঁতক পঢ়ুৱাইছিল। তেওঁৰ নাম হ'ল 'পিয়তৰ গেৰাচিমভিচ্'। তেওঁৰ উপাধি কি আছিল তেওঁৰ মনত নাই, মনত থাকিবৰো প্ৰয়োজন নাছিল। বৰ্ত্তমান এই মানুহজনে এখন পাব্লিক স্কুলত শিক্ষকতা কাম কৰে। তেওঁ নেক্‌লিউদভক যেনেকুৱা আত্মীয় ব্যৱহাৰ কৰিছিল আৰু আত্মসন্তুষ্টিৰ ভাৱত যেনেকুৱা হাঁহি মাৰিছিল, নেক্‌লিউদভে এইবোৰ অলপো সহ্য কৰিব নোৱাৰিছিল। চমু কথাত ক'বলৈ গলে তেওঁ এইবোৰ অভদ্ৰ ব্যৱহাৰ বুলিয়েই ধৰি লৈছিল।

"আহা! আপুনিও জালত পৰিল।" বুলি পিয়তৰ গেৰাচিমভিচে হো-হো কৰি হাঁহি তেওঁক সম্ভাষণ জনাই ক'লে, "বোধহয় ফাঁকিফুকা দি সাৰিব নোৱাৰিলে নহয় ?"

নেক্‌লিউদভে বিৰক্ত হৈ কঠিন সুৰত ক'লে,

"মই ফাঁকি দিবৰ চেষ্টাও কৰা নাছিলোঁ।"

"হয়! আমি এইটোকে পাব্লিক স্পিৰিট বুলি কওঁ। পিছে যেতিয়া বহি বহি ভোক পিয়াহত জৰ্জ্জৰিত হ'ব, চকুত টোপনিয়ে ধৰিব, তেতিয়াহে গম পাব। তেতিয়া হয়তো সুৰ বেলেগ হ'ব।"

"এই পাদুৰীৰ ল'ৰাটোৱে হয়তো ইয়াৰ পিছত মোৰ পিঠিতো চকিয়াব পাৰে।" নেক্‌লিউদভে মনে মনে ভাবিলে। আত্মীয়-স্বজনৰ মৃত্যুৰ বাতৰি পাই মানুহ যেনেকুৱা বিষণ্ণ হয়, তেওঁো তেনেকুৱা এটা বিষাদ ভাৱত সেই ঠাইৰ পৰা আঁতৰি গ'ল। তেওঁ জুম বান্ধি থকা মানুহ কিছুমানৰ কাষ চাপিল। জুমৰ মাজত গোঁফ দাবি খুৰুৱা গহীন গম্ভীৰ ওখ মানুহ এজনে উত্তেজিত হৈ দেৱানী আদালতত চলি থকা গোচৰ এটাৰ কথা কৈ আছে। গোচৰটোৰ কথা তেওঁ ভালকৈ জানে। মুক্তচিত্তে তেওঁ বিচাৰকসকলৰ আৰু এজন খ্যাতিমন্ত

এড্ভোকেটৰ নাম উল্লেখ কৰি গৈছে। মকৰ্দ্দমাটো কৰিছিল এগৰাকী বৃদ্ধা মহিলাই আৰু তেওঁ জয়লাভ কৰাৰ সম্পূৰ্ণ সম্ভাৱনা আছিল। কিন্তু এড্-ভোকেটজনে এনেকুৱা আচৰিতভাৱে মকৰ্দ্দমাটোৰ গতি ঘূৰাই দিলে যে শেষত মহিলা গৰাকীয়ে বহু টকা ভৰিব লগা হ'ল, যদিও আইনত সুবিধা তেওঁৰ পক্ষেই বেছি আছিল।

"এড্ভোকেটজন অসাধাৰণ প্ৰতিভাশালী লোক।" তেওঁ ক'লে।

বেচ আগ্ৰহেৰে শ্ৰোতাসকলে কথাবোৰ শুনি গৈছে। কিছুমানে দুই এটা প্ৰশ্ন কৰিবও খুজিছিল; কিন্তু বক্তাজনে বাধা দিলে। এই সম্পৰ্কত তেওঁৰ বাহিৰে আনে যেন একোকে নেজানে।

যদিও নেকুলিউদভে আদালতত উপস্থিত হোৱা বিলম্ব হৈছিল, তথাপি তেওঁ আৰু বহুত সময় অপেক্ষা কৰিব লগা হ'ল। বিচাৰকসকলৰ ভিতৰৰ এজন তেতিয়াও আহি পোৱা নাছিল। গতিকেই বিচাৰ আৰম্ভ হোৱা পলম হ'ল।

## ছয়

মুখ্য বিচাৰপতিজন সোনকালে আহি উপস্থিত হৈছিল। মানুহজন দীৰ্ঘকায়, হৃষ্টপুষ্ট আৰু গোঁফ দাঢ়িবোৰ মটীয়া বৰণৰ। বিবাহিত জীৱনত তেওঁ আৰু তেওঁৰ স্ত্ৰী উভয়ে আছিল লম্পট। কোনেও কাৰো বাধ্য হোৱা নাছিল। আজি পুৱা তেওঁৰ ঘৰত আগতে পৰিচাৰিকাৰ কাম কৰা এজনী চুইচ্ ছোৱালীৰ পৰা পত্ৰ এখন পাইছিল। ছোৱালীজনী দক্ষিণ ৰাশিয়াৰ পৰা পিটাৰ্চবুৰ্গৰ অভিমুখে ৰাৱনা হৈছিল। তাই চিঠিত পাঁচটা আৰু ছটা বজাৰ ভিতৰত হোটেল ইটালিয়াত তাইক লগ ধৰিবৰ কাৰণে তেওঁলৈ নিমন্ত্ৰণ দিছিল। তেওঁৰ কাৰণে তাই অপেক্ষা কৰি থাকিব বুলিও লিখিছিল। এই কাৰণে তেওঁ ইচ্ছা কৰিছিল যাতে মকৰ্দ্দমাৰ শুনানী সোনকালে শেষ হয় আৰু যথা সময়ত হোটেল ইটালিয়াত তেওঁ ৰক্ত-কেশৰী ক্লেয়াৰা ভাছিলিয়ানক লগ ধৰিব পাৰে। যোৱা বছৰ জহকালিৰ পৰাই এই যুৱতীৰ লগত তেওঁৰ প্ৰণয়ৰ সূত্ৰপাত হৈছিল।

তেওঁ এটা প্ৰাইভেট কোঠালৈ সোমাই গ'ল আৰু দৰজাখন বন্ধ কৰি, কাপবৰ্ডৰ পৰা এযোৰ ডাম্বেল' উলিয়াই কুস্তি কৰিবলৈ ধৰিলে। শেষত ডাম্বেল দুডাল মূৰৰ ওপৰলৈ ডাঙি, তিনিবাৰ আঁঠুৰ ওপৰত উঠাবহা কৰিলে। বাওঁহাতেৰে সোঁ-বাহুটো সাৱটি ধৰি তেওঁ নিজে নিজে ক'লে, "ব্যায়াম আৰু

ঠাণ্ডাপানীৰ বাদে যেনেকুৱা উপকাৰ কৰে আন একোৱেই তেনেকৈ নোৱাৰে।"
ইয়াৰ পিছত তেওঁ আৰু এটা ব্যায়াম কৰিবলৈ ধৰিছিল, (তেওঁ আদালতৰ দীঘল বৈঠকৰ আগতে এই ছয়োটা ব্যায়াম সদাই অভ্যাস কৰে), এনেতে বাহিৰ ফালে কোনোবাই দৰজাত খুন্দা দিলে। মুখ্য বিচাৰপতিয়ে দবালবিকৈ, ডাবেল জোৰ থৈ, দৰজাখন খুলি বিনীতভাৱে ক'লে, "আপোনাক বাহিৰত ৰখাই থোৱা বাবে ক্ষমা কৰিব।"

আগন্তুকজনো বিচাৰক আৰু আদালতৰ সভ্য। তেওঁৰ কান্ধ দুখন ওখ আৰু মুখত অসন্তোষৰ ছাপ। চকুত সোণবৰণীয়া চশমা। তেওঁ কোঠাৰ ভিতৰলৈ সোমাই আহিল আৰু অসন্তোষৰ সুৰত ক'লে, "মাটেভি নিকেটীচ, এতিয়াও আহি নেপালেহি।"

"হয়। আহি পোৱা নাই। তেওঁ সদায় দেৰি কৰে।" এই বুলি কৈ মুখ্য বিচাৰপতিয়ে 'ইউনিফৰ্ম্ম' পিন্ধি ল'লে।

"তেওঁ যে কিয় অলপো লজ্জিত নহয় তাৰ কাৰণ মই ভাবি একো নেপাওঁ।" চিগেৰেট হুঁপি হুঁপি অন্যজন বিচাৰপতিয়ে মন্তব্য কৰিলে।

আদালতৰ এই সভ্যজন বেছি কথাৰ মানুহ নহয়। সেইদিনা পুৱা তেওঁৰ গৃহিণীৰ লগত এখন খকাখুন্দা ভালকৈয়ে লাগিছিল। মাহ শেষ নৌহওঁতেই গৃহিণীয়ে হাত খৰছ শেষ কৰিছিল। আৰু আগধন হিচাবে আৰু কিছু পইচাৰ কথা কৈছিল। কিন্তু বিচাৰপতিয়ে পইচা নাই বুলি কোৱাৰ ফলতেই এই কাজিয়া। গৃহিণীয়ে খাটাং জবাব দিছিল যে তেওঁ এনে ব্যৱহাৰ কৰিলে, দুপৰীয়া ভাত খাবলৈ নহাই ভাল। ইমানতে বিচাৰপতিয়ে ঘৰৰ পৰা বাজ ওলাইছিল। তেওঁৰ ভাব হ'ল যে তেওঁৰ স্ত্ৰী যেনে ধৰণৰ মানুহ, তেওঁ কৰিব নোৱাৰা কাম একো নাই। সদ্ জীৱন যাপন কৰিবলৈ চেষ্টা কৰাৰ ফল এয়ে। আদালতৰ মুখ্য বিচাৰপতিৰ ফালে লক্ষ্য কৰি তেওঁ ভাবিলে, "তেওঁৰ কেনে হাস্যমুখ, উজ্জ্বল চেহেৰা আৰু সদায় দয়াশীল। সুন্দৰ বগা হাত দুখনেৰে যেতিয়া তেওঁ ইউনিফৰ্ম্মৰ বনকৰা কলাৰৰ ওপৰত হাত পেলাই গোঁফদাঢ়ি মোহাৰি থাকে, তেতিয়া তেওঁৰ অন্তৰৰ সুখ সন্তোষেই প্ৰকাশ পায় আৰু মোৰ—মোৰ সদাই দুঃখ।"

কিছুমান দলিলপত্ৰ লৈ চেক্ৰেটৰী উপস্থিত হ'ল।

"ধন্যবাদ!" মুখ্য বিচাৰপতিয়ে চিগাৰেট এটাল জ্বলাই চেক্ৰেটাৰীক ক'লে। "বাৰু প্ৰথমতে আজি কোন মকৰ্দ্দমাটো লোৱা হ'ব?"

"মোৰ বোধেৰে প্ৰথমতে বিষ-প্ৰয়োগৰ গোচৰটোৱেই লোৱা ভাল।" অলপ অন্যমনস্কভাৱে চেক্ৰেটৰীয়ে উত্তৰ দিলে।

"কোনো কথা নাই। তেন্তে বিষ-প্ৰয়োগ গোচৰটোকে প্ৰথমে লোৱা হক।"

মুখ্য বিচাৰপতিৰ ধাৰণা যে এই গোচৰটো সোনকালে শেষ হ'ব আৰু যথা সময়ত তেওঁ প্ৰস্থান কৰিব পাৰিব।

"মাটেভি নিকিটিচ্ আহিলনে?"

"নাই। এতিয়াও পোৱাহি নাই।"

"আৰু ব্ৰীভে?"

"তেওঁ আছে।" চেক্ৰেটৰীয়ে ক'লে।

"তেনেহলে তেওঁক ক'ব যে আমি বিষ-প্ৰয়োগ গোচৰটোকে প্ৰথমে ল'ব খুজিছো।"

ব্ৰীভে হ'ল এই গোচৰৰ চৰকাৰী উকীল। চেক্ৰেটৰীয়ে কৰিদৰতে তেওঁক লগ পালে, তেওঁ কাষলতিৰ তলত ফাইল এটা লৈ, কান্ধ দুখন খিয় কৰি, জোতাজোৰৰ কেৰেপ কেৰেপ্ আৱাজ তুলি, আনখন হাত আগলৈ মাৰি বেগাবেগিকৈ আহি আছিল।

চেক্ৰেটৰীয়ে সুধিলে, "মিখেইল পেট্ৰভিচে সুধি পঠাইছে আপুনি সাজু হ'লনে নাই?

"কিয়? মই সদাই সাজু থাকোঁ। প্ৰথমে কোনটো গোচৰ ল'ব খুজিছে?" চৰকাৰী উকীলে প্ৰশ্ন কৰিলে।

"বিষ-প্ৰয়োগৰ গোচৰটোকে প্ৰথমে ল'বলৈ ইচ্ছা কৰিছে।"

"ভালেই।" চৰকাৰী উকীলে মন্তব্য কৰিলে।

কিন্তু পেটে পেটে তেওঁ সিমান ভাল পোৱাও নাছিল। কিয়োনো আগদিনা ৰাতি তেওঁৰ বন্ধু এজনে বিদায়ৰ ভোজ পাতিছিল। ভোজ খাওঁতে গোটেই ৰাতি উজাগৰেই গ'ল। পুৱা ৫টা পৰ্য্যন্ত তেওঁলোকে তাঁচ পাশা খেলি আছিল আৰু মদ্যপান কৰিছিল। গতিকেই বিষ-প্ৰয়োগ মকৰ্দ্দমাৰ নথিপত্ৰ পঢ়ি চাই সাজু হ'বলৈ তেওঁ অলপো সময় পোৱা নাছিল। ইচ্ছা আছিল আদালততে অলপ চাই ল'ব। চেক্ৰেটৰীয়ে এই কথা জনা নাছিল। তেওঁ মুখ্য বিচাৰপতিক এই গোচৰটোকে আৰম্ভ কৰিবলৈ সন্মতি দিলে। ধ্যান ধাৰণাত চেক্ৰেটৰীজন আছিল উদাৰ আৰু কেতিয়াবা উগ্ৰপন্থীও হৈ পৰে। ব্ৰীভে আছিল ৰক্ষণশীল পন্থী। ৰাছিয়াত বসবাস কৰা জাৰ্মানসকলৰদৰে তেওঁ আছিল গোড়া

মতালম্বী। গতিকেই ব্ৰীভেক চেক্ৰেটৰীয়ে ভাল নেপাইছিল, আৰু এনে এটা পদবী থাই থকাটো তেওঁ চকু পাৰি দেখিব নোৱাৰিছিল।

"বাৰু 'ধকুপ্‌চী' *মকৰ্দ্দমাটো লোৱা সম্পৰ্কে কি কয়?" চেক্ৰেটৰীয়ে প্ৰশ্ন কৰিলে।

"মই আগতে কৈছোঁ। আজি সাক্ষী নাই। মকৰ্দ্দমাটো ল'ম কেনেকৈ? মই মুখ্য-বিচাৰপতিক জনাম।"

"সাক্ষী নহ'লেও গোচৰটো নিষ্পত্তি কৰি পেলোৱাই ভাল।"

"নহয়। মই নোৱাৰিম।" ব্ৰীভেই হাত জোকাৰি কথাষাৰ কৈ বেগাবেগিকৈ তেওঁৰ প্ৰাইভেট কোঠালৈ সোমাই গ'ল।

চৰকাৰী উকীলে ধকুপ্‌চী গোচৰটো নোলোৱাৰ আচল কাৰণ সাক্ষী নোহোৱাটো নহয়। যিকিজন সাক্ষী অনুপস্থিত, তেওঁলোক বিশেষ প্ৰয়োজনীয় সাক্ষীও নহয়। ব্ৰীভেৰ উদ্দেশ্য হ'ল আজি উপস্থিত থকা জুৰৰ সকল হ'ল প্ৰায় সকলোৱেই শিক্ষিত লোক। তেওঁলোকৰ দ্বাৰা গোচৰটো বিচাৰ হলে হয়তো আচামী বিলাকে খালাচ পাব পাৰে। গতিকে মুখ্য-বিচাৰপতিৰ সন্মতিক্ৰমে যদি পিচৰ অধিবেশনটো কোনো এক সৰু নগৰত বহুৱাব পৰা যায়, তেতিয়া আচামী বিলাকক শাস্তি দিয়াৰ বেছি সম্ভৱ; কিয়নো সৰু নগৰবোৰত এনেকুৱা শিক্ষিত জুৰৰ মণ্ডলী নেথাকে।

কৰিদৰত ক্ৰমে মানুহৰ সমাগম বাঢ়িবলৈ ধৰিলে। দেৱানী আদালতৰ সন্মুখতে মানুহৰ জুম বেছি হৈছিল। কিয়নো আগতে উল্লেখ কৰা আৰু কেছাৰীৰ ভলানলা বুজি পোৱা ভদ্ৰলোকজনে কোৱা গোচৰটো চলি আছিল।

কিছু পৰৰ কাৰণে বিচাৰ স্থগিত হোৱাত আদালতৰ পৰা বৃদ্ধা নাৰী এগৰাকী ওলাই আহিল। আইন বিশাৰদ উকীলজনৰ কূট কৌশলত বৃদ্ধা গৰাকী তেওঁৰ ন্যায্য সম্পত্তিৰ পৰা বঞ্চিত হ'ল। সম্পত্তিটো আদালতৰ ৰায়মতে পালে এজন ব্যৱসায়ী লোকে, যদিও সেই সম্পত্তিত তেওঁৰ কোনো বিশেষ অধিকাৰ নাছিল। বিচাৰক সকলে বিচাৰ্য্য বিষয়ৰ সম্পৰ্কে সকলো জানিছিল। কিন্তু সেই এড্‌ভোকেটে আৰু তেওঁৰ মক্কেলে গোচৰৰ তাৎপৰ্য্য আৰু ভালকৈ জানে। কিন্তু তেঁওলোকে এনে কূট কৌশল খেলিলে যে অনিবাৰ্য্য কাৰণত, সম্পত্তিৰ অধিকাৰ বৃদ্ধা গৰাকীৰ পৰা কাঢ়ি আনি, ব্যৱসায়ীজনক দিবলৈ আদালত বাধ্য হ'ল।

বৃদ্ধা নাৰী গৰাকী ভেৰেহী আছিল। মূৰৰ টুপীটোত ডাঙৰ ডাঙৰ ফুল বছা।

---

*এটা বিশেষ ধৰ্ম্ম সম্প্ৰদায়।

দৰজাইদি ওলাই আহি তেওঁৰ এড্‌ভোকেটৰ সমুখত থিয় হৈ হাত জোকাৰি বাৰে বাৰে ক'বলৈ ধৰিলে, "এইবিলাক কি ? কি বিচাৰ হ'ল ? তেওঁলোকৰ মগজুত এনেকুৱা ভাব হয় কিয় ?"

এড্‌ভোকেটজনে তেওঁৰ কথালৈ কান নিদি, মূৰৰ টুপীটোৰ ফুল কেইটালৈ চকু দিছে বেছি আৰু চিন্তা কৰি আছিল অন্য এটা বিষয়।

বৃদ্ধা নাৰী গৰাকীৰ পিছে পিছে তীক্ষ্ণবুদ্ধিসম্পন্ন এড্‌ভোকেটজনো দেৱানী আদালতৰ পৰা ওলাই আহিছিল। তেওঁৰ ৱেইষ্ট কোটৰ তলত 'ষ্টাৰ্চ' লগাই ইস্ত্ৰী কৰোৱা কামিজটো জিলিকি আছে। তেওঁৰ তীক্ষ্ণ বুদ্ধিৰ ফলতেই বৃদ্ধা নাৰী গৰাকীয়ে সমস্ত সম্পত্তি হেৰুৱাই সৰ্ব্বস্বান্ত হ'ল। ব্যৱসায়ীজনে তেওঁক দহহেজাৰ ৰুবল ফিজ দি, লক্ষ ৰুবল মূল্যৰ সম্পত্তি লাভ কৰিলে। তেওঁৰ চকুৱে মুখে আনন্দৰ বিৰিঙনি আৰু সন্তোষৰ ভাব। বেচ খুচি! মানুহবিলাকৰ চকু তেওঁৰ ওপৰত। তেওঁৰ দৃষ্টিভঙ্গিত প্ৰকাশ হোৱা ভাবটো হ'ল, "কাৰো কথা শুনাৰ কোনো প্ৰয়োজন নাই।"

## সাত

অৱশেষত মাটেভি নিকিটীচ আহি উপস্থিত হ'ল। আদালতৰ নিশকটীয়া আৰু ডিঙি-দীঘল ছুৱৰীটোৱে তল ওঁঠটো বেঁকা কৰি, হেকেৰাহেকেৰকৈ জুৰৰ সকল বহি থকা কোঠাৰ ফালে খোজ দিলে। ছুৱৰী মানুহটো সৎ আৰু অলপ উচ্চশিক্ষাও লাভ কৰিছিল। কিন্তু মদ্যপানৰ দোষ থকাত এক ঠাইতে বেছি দিন টিকিব নোৱাৰিছিল। এগৰাকী সম্ভ্ৰান্ত মহিলাৰ লগত, ছুৱৰীৰ ঘৈণীয়েকৰ ঘনিষ্ঠতা আছিল, আৰু মহিলা গৰাকীয়েও ছুৱৰী-পত্নীক যথেষ্ট সহায় কৰিছিল। তেওঁৰ সহায়তে তিনি মাহৰ আগতে ছুৱৰী এই কামটোত নিযুক্ত হৈছিল। এতিয়ালৈকে যে তেওঁ এই কামত বাহাল থাকিব পাৰিছে, তাৰ বাবে তেওঁ বেচ খুচি।

"ভদ্ৰ মহোদয়সকল! আপোনালোকৰ সকলোৱেই উপস্থিত নে?" ছুৱৰীজনে নাকৰ ওপৰত চশমাজোৰ লগাই চাৰিওফালে চকু ঘূৰাই চাই সুধিলে।

বণিয়াল সদাগৰজনে ক'লে, "বোধহয় সকলোৱেই উপস্থিত।"

"বাৰু চোৱা যাওক।" ছুৱৰীজনে জেপৰ পৰা লিষ্ট এখন উলিয়াই পঢ়িবলৈ

ধৰিলে। নাম মতাৰ লগে লগে কেতিয়াবা চশমাজোৰৰ ওপৰেদি আৰু কেতিয়াবা তলেদি জুৰৰ সকলৰ ফালে তেওঁ লক্ষ্য কৰি গৈছে।

"ৰাষ্ট্ৰীয় পৰিষদৰ সদস্য নিকিফৰভ্ !"

"হয় মৱেই !" আইন আদালতৰ অভিজ্ঞতা থকা ভদ্ৰলোকজনে ক'লে।

"অৱসৰ প্ৰাপ্ত কৰ্ণেল আইভান্ চোমিয়নভিচ্ ইভানভ্ !" কৰ্ণেলে উত্তৰ দিলে, "হয়! ময়ো উপস্থিত।"

"দ্বিতীয় গিল্ডৰ বণিক্ পিয়তৰ বাক্লাচভ্ !" এটা হাঁহিমাৰি খুহুটীয়া সুৰত তেওঁ ক'লে, "হয়, আমি সাজু আছোঁ।"

"লেফ্‌টিনাণ্ট, কুমাৰ ডিমিত্ৰী নেক্‌লিউদভ !"

"ময়েই নেক্‌লিউদভ্ !"

চকুকিটা ওপৰলৈ ডাঙি চশমাৰ ওপৰেদি দৃষ্টিপাত কৰি ভূৱৰীটোৱে এটা নমস্কাৰ জনালে। আনতকৈ নেক্‌লিউদভ যেন অলপ বেছি সন্মানিত ব্যক্তি এনেকুৱাই ভাৱ!

কেপ্টেইন্ য়ুৰি ডিমিত্ৰীভিচ্ ডানবেঙ্ক, গ্ৰিগৰী ইফিমভিচ্ কুলাচভ এই দুজনৰ বাহিৰে সকলো জুৰৰ উপস্থিত আছে।

হাতেৰে আদালতৰ দৰজাৰ ফালে ইঙ্গিত দি ভূৱৰীয়ে জুৰৰ সকলক ক'লে, "মহোদয় সকল! আদালতলৈ আহক!"

জুৰৰ সকলে আদালতৰ দৰজাৰ ফালে আগবাঢ়িল। ইজনে সিজনক বাট এৰি দিছে। তাৰ পিছত কৰিদৰেদি গৈ তেওঁলোকে আদালতত আসন গ্ৰহণ কৰিলে।

আদালত বহা কোঠাটো যথেষ্ট আহল বহল। সৌ-মাজতে ওখ এজলাচ। পিছফালৰ দেৱাল আৰু এজলাচৰ মাজত দুফুট মান ফাঁক আছে। এজ্‌লাচৰ প্লেটফৰ্মৰ ওপৰৰ মেজখন সেউজীয়া ৰঙৰ আৰু ক'লা চানেকীয়া ছাপ থকা এখন টেবুক্লথেৰে ঢকা। মেজৰ একাষত তিনিখন আৰামী চকী সজাই থোৱা আছে। চকীকিখন যথেষ্ট ওখ আৰু আওজা অংশটো ওক কাঠৰ আৰু তাত কিছুমান নক্সা কটা আছে। চকী বিলাকৰ পিছফালে থকা দেৱালত আঁৰি থোৱা আছে সম্ৰাটৰ এখন বৃহদাকাৰ চিত্ৰ। ৰাজকীয় পৰিচ্ছদেৰে সম্ৰাট আবৃত হৈ, এটা ভৰি আগলৈ দি সোঁ-হাতত এখন তৰোৱাল লৈ থিয় হৈ আছে। সোঁ-ফালৰ চুকত আঁৰা আছে কণ্টক-পূৰ্ণ মুকুট ধাৰণ কৰা যীশুখ্ৰীষ্টৰ এটি কাঠৰ মূৰ্তি। তলত আছে এখন পঢ়া টেবুল আৰু সেই একেফালে আছে চৰকাৰী উকীলৰো

আসন। তাৰ বিপৰীতত বাওঁফালে চেক্ৰেটৰীৰ মেজ। অলপ আঁতৰতেই ওক কাঠৰ ৰেইলিং দিয়া আসামীৰ ডক। ডকটো তেতিয়া খালি। এজলাচৰ সোঁ-হাতে জুৰৰ সকলৰ আসন আৰু ওচৰতে এড্ভোকেটৰ ডেস্ক। এই বস্তুবোৰ এজলাচৰ সমুখত ৰখা হৈছে আৰু সমুখ আৰু পিছৰ অংশক এদাল কাঠৰ ৰেইলিঙে বিভক্ত কৰি ৰাখিছে। এজলাচৰ পিছ ফালে শাৰী শাৰীকৈ আসন পৰা আছে। সমুখৰ শাৰীত চাৰিজনী গাভৰু উপৱিষ্ট। তেওঁলোক হয় চাকৰী নাইবা কাৰখানাত কামকৰা ছোৱালী। তাৰ পিছত দুজন মজদুৰ। আটাইকিজনে আদালতৰ জাক-জমকতা দেখি যেন ভয়ত ত্ৰস্ত আৰু মুখেৰে ফুচ্ফুচনি শব্দ এটা কৰিবলৈকো সাহস হোৱা নাই।

জুৰৰ সকল আহি আসন গ্ৰহণ কৰিলত, দুৱৰীজনে একাষেদি ঠেঙখৰি খোজদি, আদালতৰ কোঠাৰ দুৱাৰদালত থিয় হৈ, তীব্ৰ কণ্ঠে বিচাৰকসকলৰ আগমনৰ কথা ঘোষণা কৰিলে। উদ্দেশ্য যেন তাত উপস্থিত থকা সকলোকে শঙ্কিত কৰি তোলা।

বিচাৰকসকলৰ সম্মানাৰ্থে সকলোৱেই থিয় হ'ল আৰু তেওঁলোকেও আসন গ্ৰহণ কৰিলে।

প্ৰথমতে আহিল ধুনীয়া গোঁফদাৰিৰে হৃষ্ট-পুষ্ট মুখ্য-বিচাৰপতি। তাৰ পিছত আহিল বিষণ্ণ বদনযুক্ত বিচাৰকজন। অলপ আগতে তেওঁক খুল-খালিয়েকে খবৰ দিলে যে তেওঁ এই মাত্ৰ বায়েকক লগ ধৰি আহিছে। বায়েকে কৈ পঠাইছে যে আজি দুপৰীয়া মধ্যাহ্ন ভোজনৰ কোনো ব্যৱস্থা নকৰে। কথা শুনিয়েই বিচাৰপতিৰ মুখ কেহেৰাজৰ দৰে ক'লা পৰিছিল।

হাঁহিমাৰি খুলখালিয়েকে ক'লে, "গতিকেই আজি আমি কোনোবা হোটেললৈ আশ্ৰয় লব লাগিব।"

"ই কি হাঁহিবলগীয়া কথা!" এই বুলি তেওঁ খুলখালিয়েকক সমিধান দিলে। কিন্তু তেওঁৰ মুখ আৰু ক'লা পৰিল।

শেষত উপস্থিত হ'ল বিচাৰকমণ্ডলীৰ তৃতীয় সভ্য মাটেভি নিকিটীচ। তেওঁৰ আদালতলৈ অহা সদাই বিলম্ব হয়। মানুহজন গোঁফাল আৰু চকুবোৰ তেলেকা। কিন্তু দৃষ্টি সদায় দয়ালু। তেওঁ প্ৰায় পানীলগা বেমাৰত ভুগি থাকে। ডাক্তৰৰ উপদেশ মতে তেওঁ আজি এটা নতুন চিকিৎসা লৈছিল আৰু সেই কাৰণেই উপস্থিত হোৱা পলম হৈছিল। এজলাচলৈ উঠোতে তেওঁক বৰ চিন্তাশীল যেন দেখা গৈছিল। তাৰ কাৰণ হ'ল তেওঁৰ নিজৰ মনতে উদয় হোৱা

কিছুমান প্ৰশ্নৰ সমাধান বিচৰা এটা অভ্যাসত পৰিণত হৈছিল। এইমাত্ৰ তেওঁৰ মনত ভাব হ'ল যে তেওঁ আজি লোৱা চিকিৎসাটোৱে উপকাৰ কৰিব আৰু পানীলগা ভাল হ'ব, যদি তেওঁ দৰজাৰ পৰা এজলাচত থকা আসনলৈকে যিমান–বিলাক খোজ কাঢ়ে সেই সংখ্যাটো তিনিৰে বিভাজ্য হয়। তেওঁ ছাব্বিশটা খোজ কাঢ়ি, শেষত চকীৰ ওচৰতে সৰু খোজ এটা দি সাতাইশ পূৰ কৰিলে।

জাক-জমক সাজপাৰ আৰু সোণৰ বনকৰা কলাৰেৰে সৈতে, বিচাৰক-মণ্ডলী দেখিবলৈ বেচ গাম্ভীৰ্য্যপূৰ্ণ হৈ পৰিছিল। তেওঁলোকে নিজেও এই গাম্ভীৰ্য্যতা অনুভৱ কৰিছিল আৰু অভিভূত হৈ পৰিছিল। তেওঁলোকে টেবুলৰ কাষত থকা পিঠিওথ চকীকিথনত লৰালৰিকৈ বহি পৰিল।

মেজৰ ওপৰত আছিল ঈগল চৰাইৰ মূৰ্ত্তি থকা এটা ত্ৰিভুজাকাৰ বস্তু আৰু দুটা আইনাৰ ফুলদানি। ফুলদানিকিটা বিক্ৰেচ মেণ্ট কোঠাত মেৰাই থোৱা বটলৰ নিচিনা। ইয়াৰ বাহিৰে আছিল জোঙাকৈ কটা পেনছিল, দোৱাত, ব্লটিং পেপাৰ, কলম থোৱা বেদী ইত্যাদি।

বিচাৰকসকলৰ লগত চৰকাৰী উকীলো আহিছিল। তেওঁ খিড়িকীৰ কাষত থকা আসনত বহি, ততালিকে নাম পত্ৰ পঢ়াত মনোনিবেশ কৰিলে। তেওঁৰ ইচ্ছা যাতে মকৰ্দ্দমাৰ শুনানী আৰম্ভ হোৱাৰ আগতেতেওঁ সাজু হ'ব পাৰে।

তেওঁ চৰকাৰী উকীল বেছি দিন হোৱা নাছিল। ইয়াৰ আগতে মাত্ৰ চাৰিটা গোচৰহে তেওঁ পৰিচালনা কৰিছিল। মানুহজন উচ্চাকাঙ্ক্ষী আৰু তেওঁৰ উদ্দেশ্য হ'ল এই কামতেই বাহাল থাকি যাতে তেওঁ উন্নতি কৰিব পাৰে। গতিকেই প্ৰতি গোচৰতে আচামীক দণ্ড দিয়াবলৈ তেওঁৰ চেষ্টাৰ অন্ত নাছিল।

বিষ-প্ৰয়োগ মকৰ্দ্দমাটোৰ মূল বিষয়বস্তু তেওঁৰ জনা আছিল। তেওঁ ইতিমধ্যেই মকৰ্দ্দমাটোৰ প্ৰাৰম্ভিক বক্তৃতা কিদৰে দিব, তাৰ আঁচনি প্ৰস্তুত কৰিছিল। কিন্তু তেওঁক আৰু কিছু তথ্য লাগে আৰু বেগাবেগিকৈ তেওঁ-পইণ্টবিলাক কাকতত টুকি ল'লে।

চেক্ৰেটৰীজনে এজলাচৰ বিপৰীত ফালে আসন লৈছিল। তেওঁ প্ৰয়োজনীয় সকলো কাকত-পত্ৰ সাজু ৰাখি চেঞ্চৰ কৰা বাতৰি কাকতৰ প্ৰবন্ধ এটা পঢ়ি আছিল। তেওঁ নিষেধ কৰা এই প্ৰবন্ধটো যোগাৰ কৰি আনিছিল আৰু তেওঁৰ ইচ্ছা প্ৰবন্ধটো সোঁফালৰ বিচাৰকজনকো দেখুৱাব কিয়নো তেওঁও চেক্ৰেটৰীৰে সৈতে একে মতাৱলম্বী আছিল। বিচাৰপতিক দেখুৱাব আগতে প্ৰবন্ধটো তেওঁ আৰু এবাৰ পঢ়ি চাইছে।

## আঠ

মুখ্য-বিচাৰপতিয়ে কিছুমান কাকতপত্ৰ লুটিয়াই বগৰাই চাইচিতি দুয়ৰী আৰু চেক্ৰেটৰীজনক দুটা এটা প্ৰশ্ন সুধি, সন্তোষজনক উত্তৰ পাই, আচামী বিলাকক হাজিৰ কৰিবলৈ হুকুম দিলে।

ৰেইলিঙৰ ভিতৰত থকা দৰজাখন মুকলি কৰাৰ লগে লগে মূৰত টুপী ধাৰণ কৰা দুজন সশস্ত্ৰ চিপাহী হাতত তৰোৱাল লৈ ওলাই আহিল। তেওঁলোকৰ পিছত তিনিজন আচামী। এজন গালৰ হাড় ওলোৱা ক্ষীণোৱা পুৰুষ আৰু দুজনী নাৰী। পুৰুষ আচামীজনৰ গাত কয়দীয়ে পিন্ধা এটা হলো চোলা। চোলাটো মানুহটোতকৈ দীঘল আৰু গাত ঢিলা। চোলাৰ হাত দুখন ওলমি যায় বুলি আচামীজনে হাত দুটা সাবটি আছে। তেওঁ বিচাৰকমণ্ডলীলৈ ভ্ৰূক্ষেপ নকৰি, আচামী বহিবলৈ থোৱা বেঞ্চ এখনৰ এমূৰত সাৱধানেৰে বহি পৰিল। তাৰ পিছত তেওঁ মুখ্য-বিচাৰপতিলৈ লক্ষ্য কৰি গাল আৰু মুখৰ এনে এটা ভঙ্গি কৰিলে যেন তেওঁ কাণে কাণে কিবা এটা ক'বহে খুজিছে। এওঁৰ পিছত অহা নাৰী অপৰাধিনী গৰাকীৰ গাতো আছিল কয়দীয়ে পিন্ধা চোলা আৰু মূৰত এখন ৰুমাল বন্ধা আছিল। মানুহজনী বয়সত আদহীয়া, মুখখন হালধীয়া, চকুকিটা ৰঙা আৰু চেলাউৰি প্ৰায় নাই। তেওঁৰ মুখৰ চেহেৰা সম্পূৰ্ণ শান্ত। ধীৰে সুস্থিৰে গাৰ চোলাটো পৰিপাটিকৈ লৈ তেওঁ বহি পৰিল।

তৃতীয় অপৰাধিনী হ'ল মাচ্‌লভা। তাই আদালতত হাজিৰ হোৱাৰ লগে লগে তাত উপস্থিত থকা সমস্ত মানুহৰ চকু তাইৰ ওপৰত পৰিল। মানুহবোৰে ৰ' লাগি চাবলৈ ধৰিলে তাইৰ বগা মুখখনি, তিৰবিৰাই থকা উজ্জ্বল ক'লা চকুজুৰি, আৰু কয়দী চোলাটোৰ তলত ওফন্দি থকা তাইৰ স্তনযুগল। আনকি যিজন সশস্ত্ৰ চিপাহীৰ গাৰ কাষেদি তাই বহিবলৈ আগবাঢ়ি গৈছিল তাই নবহা পৰ্য্যন্ত সেই চিপাহীজনেও তধা লাগি চাই আছিল। পিছত নিজকে অপৰাধী জ্ঞান কৰি, বেগাবেগিকৈ ঘূৰি সমুখত থকা খিড়িকীখনলৈ মুখ কৰিলে।

আচামী কিজনে আসনত নবহা পৰ্য্যন্ত মুখ্য-বিচাৰপতিয়েও থমকি ৰৈ আছিল। মাচ্‌লভা বহাৰ পিছত তেওঁ চেক্ৰেটৰীৰ ফালে মুখ ঘূৰালে।

তাৰ পিছত আদালতৰ নিয়মানুযায়ী কাম আৰম্ভ হ'ল। জুৰীৰ সকলোৰ সংখ্যা

গণনা কৰা, অনুপস্থিত সকলৰ ওপৰত মন্তব্য দিয়া, আৰু তাৰ বাবে দেয় জৰিমনা নিৰ্ণয় কৰা, জৰিমনা মাফ পাবলৈ আবেদন কৰা, সকলৰ সম্পৰ্কে সিদ্ধান্ত লোৱা আৰু ৰিজাৰ্ভ জুৰৰ সকলৰ পৰা প্ৰয়োজনীয় জুৰৰ নিযুক্ত কৰা ইত্যাদি।

মুখ্য-বিচাৰপতিয়ে কাগজৰ টুকুৰা কিছুমান ভাঁজ দি টিকটৰ নিচিনা কৰি আইনাৰ টেকেলি এটাত ভৰাই দিলে। তাৰ পিছত ইউনিফৰ্মৰ সোণৰ বনকৰা কাফ্‌টো কোঁচাই, হাতৰ নোমাল সক গাঁঠিটো উলিয়াই বাজিকৰবদৰে টেকেলিত ভৰাই দিয়া টিকটবোৰ এটা এটাকৈ উলিয়াই খুলিবলৈ ধৰিলে। তাৰপিছত কোঁচাই লোৱা চোলাৰ কাফটো টান মাৰি মুখ্য-বিচাৰপতিয়ে পাদ্ৰুবীজনক জুৰৰ সকলক শপত দিবলৈ নিৰ্দ্দেশ দিলে।

পাদ্ৰুবীজনৰ মুখখন ওফোন্দা, নিস্তেজ আৰু বৰণত হালধীয়া। তেওঁৰ 'গাউনটো' বঙচুৱা আৰু ক্ৰছটো সোণৰ। গাত সক মেডেল এটাও আছে। তেওঁ ক্লান্তভাৱে, ক'লা হলৌ চোলাটোৰ তলত ভৰিকিখন লৰক ফৰককৈ 'ইকনৰ' তলত থকা সক মেজখনৰ কাষ চাপিল। জুৰৰ সকল আহি মেজৰ চাৰিওফালে জুম বান্ধিলে।

পাদ্ৰুবীয়ে বুকুত থকা ক্ৰছটো নোদোকা হাতেৰে টান মাৰি ধৰি, জুৰৰ সকলক ওচৰ চাপি আহিবলৈ আহ্বান জনালে।

পাদ্ৰুবিজনে এই বিষয় খোৱা ছুকুৰি ছবছৰ হ'ল, আৰু তিনি বছৰ মানৰ ভিতৰতে পাত্ৰ পুৰোহিতে পালন কৰাৰদৰে, তেখেঁ সময়ৰ স্মৃতি হিচাবে 'জুবিলি' পালন কৰিবলৈ আশা কৰে। ফৌজদাৰী আদালতৰ আৰম্ভণীৰ পৰাই তেওঁ এই কাম চলাই আহিছে। হেজাৰ হেজাৰ মানুহক শপত দিয়াৰ বাবে তেওঁ গৌৰৱেই অনুভৱ কৰে। এই প্ৰৌঢ় অৱস্থাতো গিৰ্জ্জা আৰু পিতৃভূমিৰ মঙ্গলৰ বাবে পৰিশ্ৰমৰ তেওঁ কোনো ত্ৰুটি কৰা নাই। তেওঁৰ পৰিয়ালৰ কাৰণে খৰিদ কৰিছে ৩০ হেজাৰ কৰল মূল্যৰ চৰকাৰী 'বণ্ড'। বণ্ড্ বিলাকৰ পৰা তেওঁ সুদৰ টকা পায়, কিন্তু এনে এটা বিষয়ত পদস্থ হৈও, যীশুৰ বাণীৰ দোহাই দি যে মানুহক শপত দিয়া মানা, সেই কথালৈ তেওঁ কোনোদিনে ভ্ৰূক্ষেপেই কৰা নাই, তেওঁৰ বিবেকতো লগা নাই। আনহাতে এই কামটো তেওঁ ভালেই পায়। কিয়নো এই কামৰ মাজেদি বহু সৎ আৰু সম্ভ্ৰান্তলোকৰ লগত তেওঁ পৰিচিত হোৱাৰ সুযোগ হয়। মূৰত বৃহদাকাৰ ফুল পিন্ধি অহা বৃদ্ধা মহিলা গৰাকীৰ বিৰুদ্ধে মোকৰ্দ্দমাত জয়লাভ কৰি খিজন এড্‌ভোকেটে দহ হেজাৰ কৰল ফিজ্ পাইছিল তেওঁৰ লগত ঘনিষ্ঠতা স্থাপন কৰি পাদ্ৰুবীয়ে আনন্দই পাইছিল। আৰু

এড্ভোকেটৰ কৃতকাৰ্য্যতাই তেওঁকো যথেষ্ট উৎসাহিত কৰিছিল আৰু তেওঁৰ প্ৰতি শ্ৰদ্ধাশীল হৈ পৰিছিল।

জুৰৰ সকল আহি 'প্লেটফৰ্ম্মত' উপস্থিত হ'ল। পাদুৰীজনে থমথমীয়া হলৌ চোলাটোৰ ভিতৰৰ পৰা তপা মুৰটো উলিয়াই তেওঁৰ মূৰৰ পাতল চুলিকিদাল ঠিকঠাক কৰি পুনৰ জুৰৰ সকলক সম্বোধন কৰি ক'লে, "এতিয়া আপোনালোকে মোৰদৰে সোঁ-হাতখন ডাঙক আৰু আঙুলিবোৰ এনেকুৱা কৰক।"—বাৰ্দ্ধক্যৰ ফলত ক'পনি উঠা মাতেৰে ক'লে। তাৰ পিছত তেওঁৰ নোদোকা হাতখন ডাঙি, বুঢ়া আঙুলি আৰু তাৰ পিছৰ দুটা আঙুলি এনেভাৱে ধৰিলে, যেন তেওঁ চেপেনা এডালহে ধৰিছে।

"এতিয়া মই কৈ যোৱাৰ লগে লগে বাক্যবিলাক আপোনালোকেও দোহাৰি যাব।" পাদুৰিয়ে ক'লে।

"ভগৱানৰ নামত, যীশুৰ পবিত্ৰ বাণীৰ নামত আৰু জীৱনীশক্তি প্ৰদত্ত ক্ৰুছৰ নামত আমি যি কাম কৰিবলৈ গৈছোঁ";—এই বাক্যখিনি উচ্চাৰণ কৰি তেওঁ অলপ থমকি ৰ'ল। এজন যুৱকে হাতখন নমাই পেলোৱা দেখি ক'লে, "ঊৰ্দ্ধ বাহু অৱনমিত নকৰিবা। মোৰ নিচিনাকৈ ধৰি থাকা। তাৰ পিছত আকৌ আৰম্ভ কৰিলে, "আমি যি কাম কৰিবলৈ গৈছোঁ, সেই কামত........।" গোঁফাল সম্ভ্ৰান্ত মানুহজন, অৱসৰপ্ৰাপ্ত কৰ্ণেলজন, সদাগৰ আৰু ভালে কিজন, পাদুৰীয়ে হাত আৰু আঙুলি যিদৰে ধৰি আছে, তেওঁলোকেও হাতখন ওপৰলৈ ডাঙি, ঠিক তেনেদৰেই আছে। তেওঁলোকে যেন এনে ভঙ্গি কৰি ভালেই পাইছে। কিছুমানে অনিচ্ছা সত্ত্বেও হাত ডাঙি আছে আৰু বেছি সাৱধানতাও অৱলম্বন কৰা নাই। কিছুমানে পাদুৰীৰ বাক্যখিনি খুব উচ্চৈঃস্বৰে উচ্চাৰণ কৰিছে। এটা অৱজ্ঞাৰ ভাৱত তেওঁলোকে যেন ক'ব খোজে, "যিয়েই হ'ক, মই যি কম কমেই।" আন জনচেৰেকে ফুচ্ফুচাই কিবাকিবি কৈছে আৰু পিছত যেন উচপ খাই উঠি, পাদুৰীৰ বাক্যবিলাক বেগাবেগিকৈ উচ্চাৰণ কৰিছে। কিছুমানে আঙুলি কিটা বেচ্ টানকৈ ধৰিছে, যেনিবা অদৃশ্য কিবা বস্তু এটা চেপেনাৰে ধৰি আছে আৰু সৰি পৰে বুলি ভীত। আন কিছুমানে আঙুলিবোৰ একোবাৰ সেৰেঙা কৰিছে, পুনৰ আকৌ চাপ খুৱাই ধৰিছে। পাদুৰীৰ বাদে এই কামটো কাৰো ভাল লগা নাই। কিন্তু, পাদুৰীয়ে ভাবে যে তেওঁ এটা গুৰুতৰ কৰ্ত্তব্য সম্পাদন কৰিছে।

শপত গ্ৰহণ শেষ হ'লত মুখ্য-বিচাৰপতিয়ে জুৰৰ সকলৰ মাজৰ পৰা এজন

মুখপাত্ৰ নিৰ্ব্বাচন কৰিবলৈ ক'লে। জুৰৰ সকল লবালবিকৈ ওলাই গৈ, আলোচনা কোঠাত সোমাই, চিগেৰেট হোঁপাত লাগি গ'ল। এজন জুৰৰে সম্ভ্ৰান্ত লোকজনকে মুখপাত্ৰৰ বাবে নাম প্ৰস্তাৱ কৰাত সৰ্ব্ব-সম্মতিক্ৰমে তেওঁৱেই মুখপাত্ৰ নিৰ্ব্বাচিত হ'ল। ইয়াৰ পিছত জুৰৰ সকলে চিগাৰেটবোৰ নুমাই, গুৰিবোৰ দলিয়াই পুনৰ আদালতত হাজিৰ হ'ল। সম্ভ্ৰান্তলোকজনে বিচাৰক-মণ্ডলীক জনালে যে তেওঁৱেই মুখপাত্ৰ নিৰ্ব্বাচিত হৈছে। জুৰৰ সকলেও পিঠি-ওখ চকীবিলাকত আসন গ্ৰহণ কৰিলে।

গাম্ভীৰ্য্যপূৰ্ণ ভাৱে সকলো কাম খৰতকীয়াকৈ চলিবলৈ ধৰিলে। শৃঙ্খলা-পূৰ্ণভাৱে আদালতৰ কামবিলাক নীতি মত চলা দেখি, আদালতত অংশ-গ্ৰহণকাৰী প্ৰতিজন লোকেই সন্তোষ পালে। তেওঁলোকৰ দৃঢ় বিশ্বাস হৈছিল যে তেওঁলোকে গুৰুত্বপূৰ্ণ এটা ৰাজহুৱা দায়িত্ব পালন কৰিছে। নেক্‌লিউদভৰো সেই একেই ভাৱ।

জুৰৰ সকলে আসন গ্ৰহণ কৰাৰ পিছত, মুখ্য-বিচাৰপতিয়ে জুৰৰ সকলৰ অধিকাৰ, দায়িত্ব আৰু কৰ্ত্তব্যৰ সম্পৰ্কে বুজাই দিলে। এই বুজনি দি থাকোতে মুখ্য-বিচাৰপতি এবাৰ সোঁফালে আৰু এবাৰ বাওঁফালে কাতি হয়; একোবাৰ চকিত পিঠিটো দি পোন হয়। তাৰ পিছত আকৌ চকীৰ হেণ্ডেলত ধৰি আগফালে হলি পৰে। কেতিয়াবা টেবুলৰ কাকতবোৰ চিধা কৰি লয়, পুনৰ পেন্‌চিলদাল হাতত লয়, নাইবা কাগজকটা চুৰিখনকে তুলি লয়। এইদৰে মুখ্য-বিচাৰপতিয়ে গাটো লৰাই অঙ্গিভঙ্গি কৰি আছিল।

তেওঁ জুৰৰ সকলক কৈছিল যে মুখ্য-বিচাৰপতিৰ জৰীয়তে তেওঁলোকে আচামীবিলাকক প্ৰশ্ন কৰিব পাৰিব, কাকত পেন্‌চিল্ ব্যৱহাৰ কৰিব পাৰে, আৰু সাক্ষ্য স্বৰূপে প্ৰদৰ্শন কৰা বস্তুবস্তুবিলাক পৰীক্ষা কৰি চাব পাৰে। তেওঁ-লোকৰ কৰ্ত্তব্য হ'ল ন্যায়নীতিমতে বিচাৰ কৰা। তাৰ বাহিৰেও তেওঁলোকে আলোচনা কৰা কথাৰ গুপুতভা ভঙ্গ কৰিলে নাইবা বাহিৰৰ লোকৰ লগত যোগাযোগ কৰিলে তেওঁলোক দণ্ডনীয় হ'ব। সসম্মানেৰে সকলোৱে বিচাৰপতিৰ কথা শুনি গৈছে। সদাগৰজনে একোটা উদ্‌গীৰণ মাৰি, ওচৰত মদ্য-পানৰ দুৰ্গন্ধ বিলালে। তেওঁ আহিৰ খোজা কাহবিলাক বন্ধ কৰি বিচাৰপতিৰ প্ৰতি কথাতে সমৰ্থনসূচক মূৰ দুপিয়ালে।

বুজনি শেষ কৰি মুখ্য-বিচাৰপতিয়ে আচামী সকলৰ ফালে ঘূৰি ক'লে, "চাইমন্ কাৰ্ত্তিঙ্কিন্ থিয় হোৱা !"

চাইমন্ জাপমাৰি উঠিল আৰু তাৰ ওঁঠ দুটাত কঁপনি আৰম্ভ হ'ল।

"তোমাৰ নাম ?"

"চাইমন্ পেট্ৰভিচ্ কাৰ্ত্তিঙ্কিন্।" ঠোকাঠুকি মাতেৰে সি উত্তৰ দিলে।

"তুমি কোন শ্ৰেণীৰ লোক ?"

"কৃষক !"

"তোমাৰ তালুক, মহকুমা আৰু জিলা কি ?"

"কুপ্যানস্কী তালুকৰ বাৰকাই গাওঁ, ক্ৰাপী ভেনস্কী জিলা, আৰু প্ৰদেশ তুলা।"

"তোমাৰ বয়স ?"

"তেত্ৰিশ বছৰ আৰু ওপজা চন হ'ল একহেজাৰ আঠ........।"

"ধৰ্ম্ম ?"

'ৰুচ দেশত চলা নৈষ্ঠিক ধৰ্ম্ম।"

"বিবাহ কৰাইছা ?"

"হজুৰ! কৰা নাই।"

"ব্যৱসায় কি ?"

"হোটেল মাৰটানিয়াত চাকৰী কৰোঁ।"

"আগতে মকৰ্দ্দমাত পৰিছিলা ?"

"মোৰ কোনো মকৰ্দ্দমা হোৱা নাই। আগতে মই যিদৰে জীৱন কটাই-ছিলোঁ।........।"

"তেন্তে আগতে তুমি আচামী হোৱা নাই ?"

"ভগবানৰ কৃপাত হোৱা নাই।"

"তোমাৰ ওপৰত হোৱা অভিযোগৰ নকল পাইছা ?"

"হয় পাইছোঁ।"

"বহা।"

তাৰ পিছৰজন আচামীলৈ চাই বিচাৰপতিয়ে কলে, "ইয়াকিলা আইভানভ্‌না বচ্‌কভা !"

চাইমন তেতিয়াও বচ্‌কভাৰ আগতে থিয় হৈ আছিল।

"কাৰ্ত্তিকিন্ বঁহা।"

কিন্তু সি থিয় হৈয়েই আছে।

"কাৰ্ত্তিকিন্ বঁহা।"

ইতিমধ্যে ছুৰবীজনে মূৰটো বেঁকা আৰু অদ্ভুত ধৰণেৰে চকুকিটা তেলেকা কৰি কাৰ্ত্তিকিনৰ ওচৰলৈ দৌৰি কলে "বঁহা-বঁহা।" তেতিয়াহে সি তৎক্ষণাৎ হলৌ চোলাটো সাবতি বহি পৰিল। পুনৰ তাৰ ওঁঠ কিটা কঁপি উঠিল।

মুখ্য-বিচাৰপতিয়ে ক্লান্তভাৱত এটা হুমুনিয়াহ পেলাই তললৈ মুখ কৰি কাকত এখন চাই, পুনৰ সুধিলে, "তোমাৰ নাম ?"

আদালতৰ কাম-কাজত মুখ্য-বিচাৰপতি যথেষ্ট অভ্যস্ত। যাতে কাম শীঘ্ৰে সমাধা কৰিব পাৰি—তাৰ কাৰণে তেওঁ একেলগে দুটা কাম কৰে।

বচ্কভাৰ বৰ্ত্তমান বয়স ৪৩ বছৰ, আৰু ঘৰ হ'ল কলুঘা নগৰত। তেওঁ হোটেল মাৰটানিয়াত কাম কৰিছিল।

"মোৰ ওপৰতো আগতে কোনো গোচৰ হোৱা নাই। অভিযোগৰ নকল মই পাইছোঁ।" সাহসেৰে বচ্কভাই উত্তৰ দিলে। তেওঁৰ মাজত এনে এটা সুৰ যেন প্ৰতি কথাৰে উত্তৰ দিব। তেওঁ প্ৰত্যেকৰে উত্তৰ হিচাবে কলে, হয়, ইয়াকিমা বচ্কভাই অভিযোগৰ নকল পাইছে। তেওঁ এইবোৰ কথা জানিবৰ প্ৰয়োজন বোধ নকৰে আৰু বাজে কথা ভালো নাপায়।

তেওঁ বিচাৰকৰ আদেশলৈ অপেক্ষা নকৰি শেষ প্ৰশ্নটোৰ জবাব দি বহি পৰিল।

নাৰীবল্লভ মুখ্য-বিচাৰপতিয়ে তৃতীয় আচামীৰ ফালে চাই, বিশেষ বিনয় সহকাৰে প্ৰশ্ন কৰিলে, "তোমাৰ নাম ?"

মাচ্লভাই আথে বেথে বহি থকা দেখি বিচাৰপতিয়ে কোমল সুৰত ক'লে, "তুমি থিয় হ'ব লাগে।"

মাচ্লভাই ততালিকে বুকখন ওফোন্দাই থিয় হ'ল। তাইৰ মুখত এটা বৈশিষ্ট্যপূৰ্ণ প্ৰকাশভঙ্গি আৰু ক'লা চকুজুৰিত হাঁহিৰ বিৰিঙনি।

"তোমাৰ নাম কি ?"

"লিউবভ্!" ততালিকে তাই উত্তৰ দিলে।

আচামী কিজনক প্ৰশ্ন কৰি থাকোতে নেকৃলিউদভে চকুত চশমাযোৰ লগাই, তেওঁলোকৰ ফালে লক্ষ্য কৰিলে। তেৱোঁ একেথৰে চাই আছে। তাৰ পিছত মাচ্লভাৰ উত্তৰ শুনি নিজে নিজে মনতে ভাবিলে, "নহয়, অসম্ভৱ! লিউবভ্ কেতিয়াও হ'ব নোৱাৰে।"

মুখ্য-বিচাৰপতিয়ে পুনৰ প্ৰশ্ন কৰিবলৈ ধৰোতে, বিত্তচক্ষু ধাৰণ কৰা বিচাৰ-পতিজনে বাধা দি ক্ৰোধান্বিত হৈ মুখ্য-বিচাৰপতিক কাণে কাণে ফুচ্‌ফুচাই কিবা এটা ক'লে। তেওঁ মুৰ দুপিয়াই শলাগি পুনৰ প্ৰশ্ন কৰিলে,

"কিয় তোমাৰ নাম দেখোন লিউবভ্ বুলি ইয়াত লিখা নাই।"

মাচ্‌লভা নিমাত।

"মোক তোমাৰ আচল নাম লাগে। বেপ্‌টাইজ্ কৰোতে তোমাৰ কি নাম আছিল?" খঙাল বিচাৰকজনে প্ৰশ্ন কৰিলে।

"আগতে মোক কেটেৰীনা বুলি মাতিছিল।"

"নহয় অসম্ভৱ!" নেক্‌লিউদভে নিজকে নিজে ক'লে। তথাপি তেওঁৰ খাতাং বিশ্বাস যে সেই আধা মহিলা আৰু আধা চাকৰণী ছোৱালীজনীয়েই এই। এসময়ত তেওঁ তাইৰ প্ৰেমত পৰিছিল। সঁচাই তেওঁ তাইক ভাল পাইছিল। এদিনাখন অত্যন্ত কামাসক্ত হৈ তেওঁ তাইৰ সতীত্ব নষ্ট কৰিছিল। তাৰ পিছত তাইক পৰিত্যাগ কৰি তেওঁ কোনোদিনেই তাইৰ কথা ভবা নাছিল। কিয়নো সেই স্মৃতি মনলৈ অনাটোৱেই বেদনাদায়ক। আৰু সেই অন্যায়ৰ বাবে তেৱেঁই খাতাং দোষী। সেই ঘটনাই এই কথাও প্ৰমাণ কৰে যে যদিও তেওঁ নিজৰ সাধুতাৰ সম্পৰ্কে গৰ্ব্বান্বিত অথচ তেওঁৱেই এজনী নিৰপৰাধী ছোৱালীৰ প্ৰতি এনেকুৱা জঘন্য আৰু ঘৃণনীয় ব্যৱহাৰ কৰিছে। হয় এই ছোৱালীজনীয়েই তাই।

প্ৰতি মানুহৰ মুখৰ চেহেৰাত এটা আচৰিত ধৰণৰ অবৰ্ণনীয় ব্যক্তিত্ব থাকে। এই ব্যক্তিত্বই এজনক আনৰ পৰা পাৰ্থক্য কৰে। ই হ'ল এজন মানুহৰ নিজস্ব বিশেষত্ব আৰু অইন ক'তো এই বিশেষত্ব দেখিবলৈ পোৱা নেযায়। নেক্‌লিউদভে ছোৱালীজনীৰ মুখত পৰিষ্কাৰ সেই ব্যক্তিত্ব দেখিবলৈ পালে। মুখখন যদিও নিস্তেজ হৈ শেঁতা পৰিছে আৰু স্বাস্থ্যহীনতাৰ লক্ষণ, তথাপি তাইৰ সেই মনোৰম বিশিষ্ট ব্যক্তিত্ব আছে আৰু ই প্ৰকাশ পাইছে তাইৰ ওঁঠ দুটিত, তিৰবিৰাই থকা উজ্জ্বল চকুজুৰিত, তাইৰ কণ্ঠস্বৰত আৰু বিশেষকৈ তাইৰ সৰল হাঁহি, মুখ আৰু দেহৰ প্ৰস্তুতিত।

মুখ্য-বিচাৰপতিয়ে আকৌ ক'লে, "তুমি আগেয়ে সেইকথা ক'ব লাগিছিল। বাৰু, তোমাৰ পিতৃ মাতৃৰ নামানুসাৰে তুমি কি নাম পাইছিলা?"

"মই লিখা পঢ়া নেজানোঁ।"

"বাৰু তোমাৰ ধৰ্ম্মগুৰুৱে দিয়া নাম কি?"

"মিখেইলভ্‌না।"

"তাই কি দোষ কৰিলে?" নেক্‌লিউদভে মনতে ভাবিলে। তেওঁৰ দম বন্ধ হ'বৰ উপক্ৰম।

"তোমাৰ পৰিয়ালৰ নাম অৰ্থাৎ তোমাৰ উপাধি কি?" মুখ্য-বিচাৰপতিয়ে প্ৰশ্ন কৰিলে।

"মানুহে মোক আইৰ উপাধি অনুসাৰে মাচ্‌লভা বুলি মাতে।"

"কোন শ্ৰেণীৰ মানুহ?"

"নগৰৰ মধ্যবিত্ত।"

"ধৰ্ম্ম কি?"

"কচ্‌দেশত চলি থকা নৈষ্ঠিক ধৰ্ম্ম।"

"নৈষ্ঠিক ধৰ্ম্ম!"

"তোমাৰ ব্যৱসায় কি?"

মাচ্‌লভা নীৰৱ।

"তুমি কি কাম কৰি থোৱা?"

"মই এটা ব্যৱসায়ী প্ৰতিষ্ঠানত আছিলোঁ।"

"কেনেকুৱা ব্যৱসায়ী প্ৰতিষ্ঠান?" চশমাধাৰী বিচাৰপতিয়ে খঙেৰে সুধিলে।

"আপোনালোকে নিজেই ভালকৈ জানে।" হাঁহিমাৰি তাই ক'লে।

তাৰপিছত তাই গোটেই কোঠাটোলৈ চকু ফুৰাই পুনৰ বিচাৰপতিলৈ লক্ষ্য কৰিলে।

তাইৰ মুখৰ ভঙ্গিত প্ৰকাশ পালে এটা অসাধাৰণ ভাব। কথাবিলাকত প্ৰকাশ পালে এটা ভয়ানক আৰু করুণ সুৰ। তাইৰ হাঁহি আৰু চকুৰ চাৱনি আৰু ভংগীতৈয়াকৈ যিদৰে কোঠাটোৰ চৌপাশ তাই চাই লৈছিল, সেই সকলোবোৰ লক্ষ্য কৰি মুখ্য-বিচাৰপতিয়েও লজ্জাবোধ কৰিছিল আৰু ক্ষন্তেকৰ কাৰণে গোটেই আদালত কাঁহপৰি জীণ যোৱাৰদৰে নিস্তব্ধ হৈছিল। উপস্থিত জনতাৰ মাজত কোনোবা এজনে হাঁহি মৰাত আৰু আন এজনে 'চিঃ, চিঃ' বুলি কোৱাতহে নীৰৱতা ভঙ্গ হৈছিল।

মুখ্য-বিচাৰপতিয়ে মূৰ ডাঙি আকৌ প্ৰশ্ন কৰিলে, "আগতে মামলা-মকৰ্দ্দমাত পৰিছিলানে কি?"

এটা হুমুনিয়াহ পেলাই তাই উত্তৰ দিলে। 'কোনো দিনেই মকৰ্দ্দমাত পৰা নাই।"

"অভিযোগৰ নকল পাইছা ?"

"হয় পাইছো।"

"বহা।"

ভদ্ৰমহিলাই বহোঁতে স্কার্টটো বিদবে পৰিপাটিকৈ লয়, তাৰো স্কার্টটো ঠিকঠাক কৰি বহি পৰিল। সোঁ-হাতখন বাঁওহাতৰ চোলাৰ ভিতৰত সুমাই হাত সাৱতি তাই মুখ্য-বিচাৰপতিৰ ফালে তধালাগি চাবলৈ ধৰিলে।

সাক্ষীবিলাকক ফুকাৰ কৰা হ'ল আৰু কিছুমানক দূৰলৈ যাবলৈ হুকুম দিলে। প্ৰথমেই সাক্ষ্য গ্ৰহণৰ কাৰণে ডাক্তৰক আহ্বান কৰা হ'ল।

তাৰ পিছত দণ্ডায়মান হৈ চেক্ৰেটৰীয়ে অভিযোগৰ বৰ্ণনা আৰম্ভ কৰিলে। তেওঁ উচ্চৈঃস্বৰে স্পষ্টভাৱে পঢ়ি গৈছে। ( যদিও তেওঁ এল্ আৰু আৰ বৰ্ণ দুটা একেদৰে উচ্চাৰণ কৰে ) কিন্তু ইমান খৰকৈ পঢ়িছে যে বুজা কঠিন হৈ পৰিল।

বিচাৰকমণ্ডলীয়ে চকীত বহি বহি এবাৰ ইকাতি, এবাৰ সিকাতি হয় আৰু একোবাৰ চকীত আঁওজি ককাল পোণ কৰি বহে। কেতিয়াবা চকু মেলে, কেতিয়াবা জপাই, কেতিয়াবা পৰস্পৰে ফুচ্ফুচাই কথোপকথন কৰে। সশস্ত্ৰ চিপাহী এজনৰ কেইবাবাৰো হামি আহিছিল। তেওঁ বলেৰেহে হামি বন্ধ কৰিবলৈ সমৰ্থ হয়।

আচামী কাৰ্ত্তিঙ্কিনৰ গাল কিথনৰ কঁপনি চলিয়েই আছে। বচ্কভাই নীৰৱে ঠৰ লাগি চাই আছে। কেৱল মাজে মাজে কমালৰ তলত মুখটো খজুৱায়।

মাচ্লভায়ো অচল হৈ বহি আছে আৰু অভিযোগ পাঠত ৰত হৈ থকা চেক্ৰেটৰীলৈ ৰ' লাগি চাই আছে। মাজে মাজে তাই কাণ মুখ জোকাৰি উঠি যেন তাই প্ৰত্যুত্তৰহে দিব খুজিছে, কেতিয়াবা তাই লাজত ৰঙা পৰে, দীঘল হুমুনিয়াহ পেলায়, আৰু হাত দুখন ইফাল সিফাল কৰে, চাৰিওফালে চকু ঘূৰাই চাই লয় আৰু পুনৰ চেক্ৰেটৰীলৈ তধা লাগি চায়।

জুৰৰ সকলৰ প্ৰথম শাৰীতে পিঠি-ওখ চকী এখনত নেক্লিউদভ বহি আছিল। মুখৰ পৰা দ্বিতীয় আসনত। তেওঁ চশমাজোৰ খুলি লৈ একেথৰে মাচ্লভালৈ চাই আছে। তেওঁৰ অন্তৰত চলিছে এটা তীব্ৰ বেদনাৰ প্ৰতিঘাত আৰু জটিল সংঘৰ্ষ।

## দুই

অভিযোগৰ বৰ্ণনা হ'ল এই :—

১৮৮—চনৰ ১৭ জানুৱাৰী দিনা চাইবেৰীয়াৰ কুৰগান্ নগৰৰ দ্বিতীয় শ্ৰেণী গিল্ডৰ সদাগৰ ফেৰাপণ্ট্ স্মেলকভৰ অকস্মাৎ হোটেল মাৰটানিয়াত মৃত্যু ঘটিল।

চতুৰ্থ জিলাৰ স্থানীয় পুলিচ বিভাগৰ ডাক্তৰৰ অভিমত যে অত্যধিক মদ্য পানৰ ফলত হৃদযন্ত্ৰ ফাটি যোৱাটোৱেই মৃত্যুৰ কাৰণ। ওপৰোক্ত স্মেলকভৰ মৃত শৱ কবৰ দিয়া হয়।

কেইদিনমানৰ পিছত সেই কুৰগান্ নগৰৰ অধিবাসী আৰু স্মেলকভৰ বন্ধু সদাগৰ টীমোথীন পিটাৰ্চবুৰ্গ চহৰলৈ আহিলে। স্মেলকভৰ মৃত্যুৰ বৃত্তান্ত শুনি তেওঁৰ সন্দেহ হয় যে হয়তো স্মেলকভৰ হাতত থকা ধন হস্তগত কৰিবৰ কাৰণে বিষ-প্ৰয়োগ কৰি তেওঁক হত্যা কৰা হৈছে। প্ৰাথমিক তদন্তৰ ফলত, টীমোথীনৰ সন্দেহৰ যথেষ্ট কাৰণ পোৱা যায়।

(১) মৃত্যুৰ ঠিক আগদিনা স্মেলকভে ৩৮০০ ৰুবল বেঙ্কৰ পৰা পাইছিল। কিন্তু মৃত্যুৰ পিছত, তেওঁৰ বয়বস্তুৰ যি লিষ্টি কৰা হৈছে তাত কেৱল ৩১২ ৰুবল আৰু ১৬ কোপেকহে পোৱা বুলি উল্লেখ আছে।

(২) মৃত্যুৰ আগদিনা তেওঁ গোটেইদিন আৰু ৰাতি এজনী লিউব্কা (কেটেৰিনা মাচ্লভা) নামৰ বেশ্যাৰ লগত আছিল। বেশ্যাজনীক হোটেল মাৰটানিয়াৰ তেওঁৰ কোঠালৈকো আনিছিল আৰু একেলগে আছিল। স্মেলকভে বেশ্যালয়ত পৰি থাকোতে তেওঁৰ অনুৰোধত, মাচ্লভাই তেওঁৰ ছুটকেচৰ পৰা টকা উলিয়াই নিবৰ কাৰণে এবাৰ হোটেলৰ কোঠালিলৈ আহিছিল। হোটেলৰ পৰিচাৰক আৰু পৰিচাৰিকা চাইমন কাৰ্ত্তিঙ্কিন্ আৰু ইয়াফিমা বচ্কভাৰ সাক্ষাতত, স্মেলকভে দিয়া কাঠিৰে ছুটকেচ্ খুলি মাচ্লভাই টকা নিছিল। ছুটকেচটো খোলোতে তাৰ ভিতৰত থকা কিছুমান এশ্টকীয়া বেঙ্ক ন'টৰ মুঠা কাৰ্ত্তিঙ্কিন আৰু বচ্কভাই দেখিছিল বুলি প্ৰমাণিত হৈছে।

(৩) বেশ্যালয়ৰ পৰা হোটেললৈ ঘূৰি আহোঁতে স্মেলকভৰ লগত বেশ্যা মাচ্লভাও আহিছিল। কাৰ্ত্তিঙ্কিনে হিতমত দিয়াত বেশ্যা লিউব্কাই ব্ৰাণ্ডী এগিলাচত কিছু বগা পাউডাৰ মিহলাই স্মেলকভক খাবলৈ দিছিল।

(৪) পিছদিনা পুৱা লিউব্ কাই এটা হীৰাৰ আঙঠি বেস্তালৰৰ গৰাকিনীক (মদাম কিটেইভা) বিক্ৰী কৰিছিল। তাই কোৱামতে সেই আঙঠিটো স্মেলকভে বকৃশিচ্ স্বৰূপ তাইক দিছিল।

(৫) স্মেলকভৰ মৃত্যুৰ পিছদিনা হোটেল পৰিচাৰিকা ইয়াকিমা বচ্‌কভাই বেঙ্কৰ চলতি শিতানত ১৮০০'০০ ৰুবল জমা দিছিল।

"স্মেলকভৰ শৱ পৰীক্ষাৰ ডাক্তৰী বিপৰ্টমতে আৰু তেওঁৰ পেটৰ ভিতৰত পোৱা খোৱাবস্তুৰ ৰাসায়নিক পৰীক্ষামতে, যি বিষাক্ত বস্তু পোৱা হয়, সেই বস্তুৱেই তেওঁৰ মৃত্যুৰ কাৰণ।

"আচামী মাচ্‌লভা, বচ্‌কভা আৰু কাৰ্ত্তিঙ্কিন্ তিনিওজনে অভিযোগ অস্বীকাৰ কৰিলে। মাচ্‌লভাই কয় যে তাইৰ ঘৰত যেতিয়া সদাগৰ স্মেলকভ আছিল, তেতিয়া হোটেল মাৰটানিয়াৰ পৰা অলপ টকা আনিবৰ কাৰণে প্ৰকৃততে তাইক তেৱেঁই পঠাইছিল। সদাগৰে দিয়া ছাবিৰে তাই চুটকেচটো খুলি, তেওঁৰ নিৰ্দ্দেশমতে ৪০ ৰুবল আনিছিল, তাতকৈ এক পইচাও বেছি অনা নাছিল। বচ্‌কভা আৰু কাৰ্ত্তিঙ্কিনৰ সাক্ষাতত্তেই তাই তলা খুলিছিল আৰু বন্ধও কৰিছিল। এই কথাৰ সত্যতা সম্পৰ্কে তেওঁলোকেই সাক্ষী।

"মাচ্‌লভাৰ জবানবন্দীত আৰু প্ৰকাশ যে তাই হোটেললৈ দ্বিতীয়বাৰ আহোঁতে চাইমন্ কাৰ্ত্তিঙ্কিনৰ উচতনিত স্মেলকভক খাবলৈ দিয়া ব্ৰাণ্ডী এগিলাচত তাই কিছু পাউদাৰ মিহলাই দিয়াটো সত্য। তাই সেই পাউদাৰবোৰ কানিৰ গুৰা বুলি ভাবিছিল। আৰু তাৰ দ্বাৰাই স্মেলকভৰ টোপনি আহিব বুলি ভাবিছিল আৰু আশা কৰিছিল যে, এইদৰেই তাই তেওঁৰ হাতৰ পৰা এৰাই যাবলৈ সমৰ্থ হ'ব।

"আঙঠি সম্পৰ্কে তাইৰ জৱাব যে স্মেলকভে মাৰপিট কৰাত যেতিয়া তাই কান্দিছিল আৰু গুচি যাব বুলি হুমকি দিছিল, তেতিয়া তেওঁ নিজেই সেই আঙঠিটো বকশিচ্ দিছিল।

"আচামী বচ্‌কভাই জেৰাৰ উত্তৰত কয় যে, তেওঁ হেৰোৱা ধনৰ কথা একো নেজানে। আনকি তেওঁ সেই কোঠালৈকে যোৱা নাই। একমাত্ৰ লিউব্ কাই সেই কোঠাত আছিল। যদি তাৰপৰা কিবা বস্তু হেৰাইছে, তাইৰ বাহিৰে কোনে নিব! টকা নিবৰ কাৰণে তাই নিজেই সদাগৰৰ ছাবি লৈ আহিছিল।"

এই কথাত মাচ্‌লভাই গাটো জিকাৰ মাৰি, মুখখন মেলি বচ্‌কভাৰ ফালে ভলভলকৈ চাবলৈ ধৰিলে।

চেক্রেটৰীয়ে অভিযোগৰ আৰু পাতনি মেলি ক'লে যে, "১৮০০ ৰুবলৰ বেঙ্কৰ ৰছিদ বচ্‌কভাক দেখুৱাত আৰু এই টকা ক'ত পালে বুলি প্ৰশ্ন কৰাত, তেওঁ কয় যে সেই টকা তেওঁ আৰু কার্ত্তিক্কিনৰ বাৰ বছৰৰ স্বোপার্জ্জিত সঞ্চিত ধন। ইতিমধ্যেই চাইমনক তেওঁ বিয়া কৰিবলৈ ইচ্ছা কৰিছিল।

"আচামী কার্ত্তিক্কিনে প্ৰথমৰ জেবাৰ উত্তৰত স্বীকাৰোক্তি কৰিছিল যে বেশ্যালয়ৰ পৰা যেতিয়া মাচ্‌লভাই সদাগৰৰ ছাবি কাঠি লৈ আহিছিল, তেতিয়া তাইৰ উচতনিত তেওঁ আৰু বচ্‌কভাই টকাখিনি চুৰ কৰিছিল আৰু মাচ্‌লভাৰে সৈতে সমানে তিনিভাগ কৰি লৈছিল।"

এই সময়ত মাচ্‌লভাই পুনৰ জিকাৰ এটা মাৰি থিয় হৈছিল। তাইৰ গাল মুখ ৰঙা পৰিছিল। তাই উত্তৰ দিব খোঁজোতে ভুৰবীজন আহি মানা কৰি দিলে।

চেক্রেটৰীয়ে অভিযোগৰ বর্ণনা দি গৈছে—"অৱশেষত কার্ত্তিক্কিনে স্বীকাৰ কৰিছিল যে তেওঁ স্মেলকভৰ টোপনি আহিবৰ কাৰণে কিছু পাউদাৰ দিয়া কথা সত্য। কিন্তু দ্বিতীয়বাৰ পৰীক্ষা কৰোতে তেওঁ এই সকলো কথা অস্বীকাৰ কৰে। তেওঁ আৰু কয় যে সেই ঘটনাৰ কাৰণে মাচ্‌লভাই দায়ী। বেঙ্কত জমা দিয়া টকা সম্পর্কে তেওঁ বচ্‌কভাৰ লগতে সুৰ মিলাই কয় যে বাৰ বছৰ চাকৰী কৰাৰ কাৰণে তেওঁলোকৰ মালিকে বক্‌শিচ্‌ স্বৰূপ সেই টকা দিছিল।

তাৰ পিছত আচামী বিলাকক জেৰা কৰা, সাক্ষীবিলাকে কোৱা কথা, আৰু বিশেষজ্ঞৰ মতামতৰ বর্ণনা দি চেক্রেটৰীয়ে অভিযোগৰ বর্ণনা পাঠ সমাপ্ত কৰিলে।

ওপৰোক্ত অভিযোগত সংশ্লিষ্ট বর্কি গার্দৰ ৩৩ বছৰীয়া কৃষক চাইমন্ কার্ত্তিক্কিন্, মধ্যবিত্ত শ্ৰেণীৰ পৰা অহা ৪৩ বছৰিয়া ইয়াফিমা বচকভা আৰু সেই একে-শ্ৰেণীৰে পৰা অহা ২৭ বছৰীয়া কেটেৰীনা মাচ্‌লভা এই তিনিওজনক অভিযুক্ত কৰা হৈছে এই বুলি যে ১৮৮—চনৰ ১৭ জানুৱাৰী তাৰিখে তিনিও একেলগ হৈ সদাগৰ স্মেলকভৰ এটা হীৰাৰ আঙঠি আৰু ২৫০০ ৰুবল চুৰি কৰিছে আৰু এই অপৰাধ লুপ্ত কৰিবৰ উদ্দেশ্যে সদাগৰ স্মেলকভক বিহ দি হত্যা কৰিছে।

"দণ্ডবিধি আইনৰ ১৪৫৩ ধাৰামতে আচামীসকল অপৰাধী আৰু ফৌজদাৰী কার্য্যবিধি আইনৰ ২০১ ধাৰামতে কৃষক কার্ত্তিক্কিন্, ইয়াফিমা বচ্‌কভা, আৰু কেটেৰীনা মাচ্‌লভাক জিলাৰ জুৰি আদালতত বিচাৰৰ কাৰণে সোপর্দ্দ কৰা হৈছে।"

চেক্রেটৰীয়ে সুদীর্ঘ অভিযোগ বর্ণনাৰ পাঠ শেষ কৰি আৰু কাকত-পত্ৰখিনি

আপি চকীত বহি হাতেৰে তেওঁৰ দীঘল চুলিবিলাক ফুলাবলৈ ধৰিলে। উপস্থিত সকলোৰে এতিয়া সকাহ পালে এই বুলি যে এতিয়াহে প্ৰকৃত বিচাৰ আৰম্ভ হ'ব আৰু সকলো কথা পৰিষ্কাৰ হ'ব। ন্যায়নীতি সুপ্ৰতিষ্ঠিত হ'ব। কেৱল নেকৃলিউদভেই এনেদৰে ভবা নাই, আনৰ মনতো সেই একে ভাব। নেকৃলিউদভৰ মনত এটা ভাবে প্ৰবলভাৱে খুন্দিয়াইছে। দহ বছৰৰ আগতে মাচ্লভা আছিল এজনী বাংঢালী সৰলচিতীয়া আৰু মৰমলগা ছোৱালী। তাই কি এনেকুৱা অপৰাধ কৰিব পাৰে? নেকৃলিউদভ আচৰিত হয়।

## এৰাৰ

অভিযোগৰ বৰ্ণনা শেষ হোৱাৰ পিছত, মুখ্য-বিচাৰপতিয়ে আন দুজন বিচাৰকৰ লগত কিছু কথা আলোচনা কৰি, কাৰ্ত্তিঙ্কিনৰ ফালে মুখ ঘুৰালে। তেওঁৰ ভাৱভঙ্গিৰ পৰা বুজা যায় যেন এতিয়া অভিযোগৰ সত্যাসত্যৰ কামত তেওঁলোক ব্যাপৃত হ'ব।

বাওঁফালে ঘূৰি তেওঁ কলে, "কৃষক চাইমন্ কাৰ্ত্তিঙ্কিন্।"

কাৰ্ত্তিঙ্কিনে হাত দুখন তললৈ নমাই থিয় হ'ল। তাৰ গাটো আগফালে হাউলিছে ঃ আৰু গাল দুখন ঠক্ঠক্কৈ কঁপি আছে।

"তোমাৰ ওপৰত অভিযোগ এই যে ১৮৮—চনৰ ১৭ জানুৱাৰীদিনা তুমি, ইয়াফিমা বচ্কভা আৰু কেটেৰীনা মাচ্লভাৰে একেলগে সদাগৰ স্মেলকভৰ চুটকেচৰ পৰা ধন চুৰ কৰিছা আৰু তাৰ পিছত কিছু আৰচেনিক বিহ সংগ্ৰহ কৰি মাচ্লভাৰ জৰীয়তে, সেই বিহ এগিলাচ ব্ৰাণ্ডীত মিহলাই সদাগৰ স্মেলকভক খুৱাই তেওঁক হত্যা কৰিছা। তুমি দোষ স্বীকাৰ কৰানে?" সোঁওফালে কাতি হৈ মুখ্য-বিচাৰপতিয়ে ক'লে।

"নহয়। কেনেকৈ হ'ব? আমাৰ কাম হৈছে হোটেলৰ আলহীক পৰিচৰ্য্যা কৰা আৰু—।"

"সেই বিলাক কথা তুমি পিছত ক'ব পাৰিবা, তুমি এতিয়া দোষ স্বীকাৰ কৰানে নকৰা?"

"হজুৰ নহয়। মই কেৱল—।"

"সেইবিলাক পিছত কবা। দোষী হয়নে নহয়?" দৃঢ়ভাৱে মুখ্য-বিচাৰপতিয়ে সুধিলে।

"এই কাম মই কেতিয়াও কৰা নাই। কিয়নো—।" ছুৰবীজনে পুনৰ দৌৰি গৈ কাৰ্ত্তিকিনক কুচ্‌কুচাই কিবা এটা কৈ বন্ধ কৰিলে।

মুখ্য-বিচাৰপতিৰ ভঙ্গিৰ পৰা বুজা গ'ল যে সেই কামটো হৈ গ'ল। তাৰ পিছত তেওঁ ইয়াফিমা বচ্‌কভাৰ ফালে ঘূৰিল।

"ইয়াফিমা বচ্‌কভা। তোমাৰ ওপৰত অভিযোগ এই যে ১৮৮—চনৰ ১৭ জানুৱাৰী দিনাখন চাইমন কাৰ্ত্তিকিন আৰু কেটেৰীনা মাচ্‌লভাৰে সৈতে যোগ হৈ, হোটেল মাৰটানিয়াত সদাগৰ স্মেলকভৰ ছুটকেচৰ পৰা এটা হীৰাৰ আঙঠি আৰু কিছু ধন চুৰ কৰিছা, তোমালোকে সদাগৰ স্মেলকভক বিহ খুৱাই হত্যা কৰিছা। তুমি দোষ স্বীকাৰ কৰানে?"

"মই কোনো দোষ কৰা নাই।" বচ্‌কভাই সাহসেৰে খাতাং জবাব দিলে। "মই কোঠাটোৰ ওচৰলৈকে যোৱা নাই। যি কৰিছে এই ৰচকীজনীয়েই কৰিছে। তাই অহাতেই এইবোৰ ঘটিছে।"

"সেইবিলাক কথা পিছত ক'বা। এতিয়া দোষ স্বীকাৰ কৰানে নকৰা?" দৃঢ়ভাৱে বিচাৰপতিয়ে ক'লে।

"মই টকাও নিয়া নাই। ব্ৰাণ্ডীগিলাচো খাবলৈ দিয়া নাই আৰু কোঠাৰ সমীপলৈকে যোৱা নাই। যোৱা হ'লে তাইক মই গুৰিয়াই বাহিৰ কৰি দিলোহেঁতেন।"

"তেন্তে তুমি দোষী নহয়।"

"নহয়।"

"বাৰু হ'ল।"

তৃতীয় অপৰাধিনী কেটেৰীনা মাচ্‌লভাৰ ফালে চাই মুখ্য-বিচাৰপতিয়ে ক'লে, "তোমাৰ ওপৰত অভিযোগ হৈছে এই—তুমি বেশ্যালয়ৰ পৰা সদাগৰ স্মেলকভৰ ছুটকেচৰ চাবি আনি তেওঁৰ ছুটকেচ্‌ খুলি এটা হীৰাৰ আঙঠি আৰু কিছু ধন চুৰ কৰিছা।"

মুখ্য-বিচাৰপতিয়ে এই কথাবোৰ মুখস্থ গোৱাদি গাই গৈছে। তেওঁ বাওঁফালে কাতি হৈ আছে আৰু আন এজন বিচাৰকে কাণে কাণে তেওঁক ক'লে যে জব্দ কৰা আৰু মাল-তালিকাত উল্লেখ কৰা কলহ এটা হেৰাইছে।

মুখ্য-বিচাৰপতিয়ে আকৌ ক'লে, "তেওঁৰ ছুটকেচৰ পৰা আঙঠি আৰু টকা চুৰ কৰি তোমালোকে তিনিও ভাগ কৰি লৈছা আৰু পিছত হোটেল মাৰটা-

নিয়াশৈ স্মেলকভৰে সৈতে ঘূৰি আছি তুমি তেওঁ খোৱা পানীয় বস্তুত বিহ ঢালি তেওঁক হত্যা কৰিছা। তুমি দোষ স্বীকাৰ কৰানে?"

মাচ্‌লভাই তভালিকে উত্তৰ দিলে,—"মই কোনো অপৰাধ কৰা নাই। মই পূৰ্ব্বেও কৈছোঁ এতিয়াও কওঁ মই কোনো বস্তু চুৰ কৰা নাই—চুৰি মই কৰা নাই। যি আঙঠিটোৰ কথা উঠিছে সেইটো সদাগৰে নিজে মোক দিছিল।"

"২৫০০ ৰূবল চুৰ কৰা সম্পৰ্কেও তুমি দোষ স্বীকাৰ কৰানে?" বিচাৰপতিয়ে সুধিলে।

"মই আগতে কৈছোঁ ৪০ ৰূবলৰ বেছি মই নিয়া নাই।"

"তেওঁৰ পানীয় আহাৰত পাউদাৰ মিহলাই দিয়া কথাটো তুমি স্বীকাৰ কৰানে?"

"হয় সেইটো মই স্বীকাৰ কৰোঁ। পাউদাৰ মই দিছিলোঁ। তেওঁলোকে যি কৈছিল সেইমতে সেই পাউদাৰ টোপনি অহা ঔষধ বুলি মই বিশ্বাস কৰিছিলোঁ। তেওঁলোকে আৰু কৈছিল যে ইয়াৰ কোনো অপকাৰিতা নাই। মই ভৱা নাছিলোঁ আৰু কেতিয়াও ইচ্ছা কৰা নাছিলোঁ............ভগবান্ মোৰ সাক্ষী। মই তেওঁক হত্যা কৰিবৰ কাৰণে বিহ দিয়া নাই।" মাচ্‌লভাই ক'লে।

"তেন্তে সদাগৰ স্মেলকভৰ আঙঠি আৰু ধন চুৰ কৰি নিয়া বুলি তুমি দোষ স্বীকাৰ নকৰা; কিন্তু পাউদাৰ দিয়াতো স্বীকাৰ কৰা; নহয়?" মুখ্য-বিচাৰ-পতিয়ে প্ৰশ্ন কৰিলে।

"হয় সেইটো মই স্বীকাৰ কৰোঁ। কিন্তু মই পাউদাৰ বিলাক নিদ্ৰাদায়ক ঔষধ বুলিহে ভাবিছিলোঁ। মই টোপনি আহিবলৈহে দিছিলোঁ। ইয়াতকৈ মই বেছি ভৱাও নাই আৰু উদ্দেশ্যও নাছিল।"

মুখ্য-বিচাৰপতিয়ে ক'লে, "ভাল বাৰু।" বৰ্ত্তমানলৈকে যি ফলাফল পোৱা হ'ল,—সেইবাবে মুখ্য বিচাৰপতিৰ সন্তোষ। "বাৰু এতিয়া কোৱাঁচোন এই ঘটনাবোৰ কেনেকৈ ঘটিল।" মুখ্য-বিচাৰপতিয়ে চকীখনত আঁউজি, হাত দুখন টেবুলত থৈ সুধিলে। "কথাবিলাক খোলাখুলিকৈ কৈ দিলে আৰু স্বীকাৰোক্তি কৰিলে, তোমাৰেই সুবিধা হ'ব।"

মাচালভাই নীৰবে ঠৰ লাগি, মুখ্য-বিচাৰপতিৰ ফালে চাবলৈ ধৰিলে।

"কোৱা? ঘটনা কেনেকৈ হ'ল?"

মাচ্‌লভাই খপহকৰি উত্তৰ দিলে, "ঘটনা কেনেকৈ হ'ল? মই হোটেললৈ আহোত, মোক কোঠাটো দেখুৱাই দিলে। মদ খাই মতলীয়া হৈ তেওঁ তেতিয়া

কোঠাতেই আছিল। "তেওঁ" শব্দটো উচ্চাৰণ কৰি তাই চকুকিটা জলুতজকৈ মেলি এটা আতঙ্কৰ ভাৱ প্ৰকাশ কৰিছিল। "মই শুচি আহিব খুজিছিলো কিন্তু তেওঁ আহিবলৈ নিদিয়ে।" তাই এই কথাষাৰ কৈ এনেভাৱে বৈ গ'ল যেন তাইৰ কথাৰ সোঁত হেৰাল আৰু কিবা এটা মনত পেলাবলৈ চেষ্টা কৰিছে।

"বাৰু তাৰ পিছত ?"

"তাৰ পিছত আৰু কি ! মই অলপ বৈ ঘৰলৈ ঘূৰি গ'লো।"

. এনে সময়তে চৰকাৰী উকীলে গাটো অলপ ডাঙি একতৃতীয়া হৈ কিলাকুটিত ভৰ দি এটা অদ্ভুত ভঙ্গি প্ৰকাশ কৰিলে।

"আপুনি কিবা প্ৰশ্ন কৰিব খোজেনে কি ?" মুখ্য-বিচাৰপতিয়ে সুধিলে। চৰকাৰী উকীলেও "হয়" বুলি কোৱাত বিচাৰপতিয়ে প্ৰশ্ন কৰিবলৈ ইঙ্গিত দিলে।

"মই সুধিব খুজিছোঁ কাৰ্ত্তিঙ্কিনৰ লগত মাচ্লভাৰ আগৰে পৰিচয় আছিলনে কি ?"

. চৰকাৰী উকীলে প্ৰশ্নটো কৰোতে মাচ্লভাৰ ফালে চোৱা নাই আৰু প্ৰশ্নটো কৰি ওঁঠ দুটা কামুৰি মুখখন ওফোন্দাই পেলালে।

বিচাৰপতিয়ে প্ৰশ্নটো পুনৰ মাচ্লভাক শুনালে। তাই যেন আতঙ্কিত হৈ পৰিল। চৰকাৰী উকীললৈ চাই তাই ক'লে, "চাইমনৰ লগত ? অঁ আছিল।"

"মই আৰু জানিব খোজোঁ কি বিষয় লৈ কাৰ্ত্তিঙ্কিনৰ লগত মাচ্লভাৰ পৰিচয় ঘটিছিল। সচৰাচৰ তেওঁলোকৰ লগত লগ পোৱাপুই হৈছিলনে ?"

"কি বিষয় লৈ যোগাযোগ ! আলহীৰ কাৰণে তেওঁ মোক মাতি নিয়েছি। এইটো কোনো পৰিচয়ৰ কথা নহয়।" মুখ্য-বিচাৰপতি আৰু চৰকাৰী উকীললৈ ঘূৰি চাই মাচ্লভাই উত্তৰ দিলে।

"মই জানিব খোজোঁ বহুতো গাভৰু থকাতো আলহীৰ কাৰণে কিয় অকল মাচ্লভাক্ মাতি নিয়ে।" চকুকিটা আধা মুদি কটাক্ষব্যঞ্জক হাঁহি মাৰি চৰকাৰী উকীলে সুধিলে।

"মই নেজানো। জানিম বা কেনেকৈ ? তেওঁ যাকে মন যায় তাকেই মাতি নিছিল।" ভয় বিহ্বল সুৰত মাচ্লভাই কলে। ক্ষন্তেকৰ কাৰণে মাচ্লভাৰ চকু নেক্লিউদভৰ ওপৰত পৰিল।

নেক্লিউদভৰ ভাব হ'ল, "তাই মোক চিনিছেনে কি ?" তেওঁৰ মুখ ৰঙা পৰিল।

কিন্তু প্ৰকৃততে মাচ্‌লভাই তেওঁক চিনি পোৱা নাছিল। তাই আকৌ উদগ্ৰীৱ হৈ চৰকাৰী উকীলৰ কালে চাবলৈ ধৰিলে।

"দেখা যায় আচামীয়ে কাৰ্ত্তিকিনৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছে বুলি স্বীকাৰ নকৰে। বাক সুধিব লগীয়া আৰু কোনো প্ৰশ্ন নাই।"

চৰকাৰী উকীলে পুনৰ গাটো পোন কৰি কিবা এটা লিখিবলৈ লাগিল। কিন্তু প্ৰকৃততে তেওঁ একো লিখা নাছিল। তেওঁ লিখা টোকাৰ ওপৰে ওপৰে কলম ডাল ফুৰাই গৈছিল। ভবিষ্যতে ব্যৱহাৰ কৰিবৰ কাৰণে, কোনো এড্‌ভোকেটে একোটা কৌশলী প্ৰশ্ন কৰি, ন'ট বুকত একোটা টোকা ৰাখি থয়, যাতে ভৱিষ্যতে সেই টোকাৰে বিপ[illegible] কৰিব পাৰে। তেওঁ সেই টোকাবোৰ সেই টেঙেলেই লিখি ৰাখি[illegible]

মুখ্য-বিচাৰপতিয়ে [illegible] কোনো প্ৰশ্ন নকৰি, যুগুত কৰি ৰখা প্ৰশ্নবোৰ একেলগে সোধা হ'বলৈ [illegible] সম্পৰ্কে তেওঁ চশমাধাৰী বিচাৰপতিজনৰ মতামত গ্ৰহণ কৰিলে। আকৌ মাচ্‌লভাক প্ৰশ্ন কৰিলে,

"বাৰু তাৰ পিছত কি হ'ল?"

"মই ঘূৰি আহিলো আৰু মোৰ গৰাকিয়নীক পইচাপাতি দি শুবলৈ গলোঁ। কিন্তু চকু জাপ জোৰাৰ অলপ পিছতেই আমাৰ লগৰে বাৰ্থা নামৰ ছোৱালী এজনী আহি মোক জগাই দিলে, আৰু কলে, "আহাঁ তোমাৰ সদাগৰ আকৌ আহিছে।" মই যাবলৈ ইচ্ছা কৰা নাছিলোঁ। কিন্তু আমাৰ গৰাকিয়নীয়ে যাবলৈ হুকুম দিলে।" তাই পুনৰ 'তেওঁ' শব্দটো উচ্চাৰণ কৰাৰ লগে লগে আকৌ এটা তীব্ৰ আতঙ্কৰ ভাব প্ৰকাশ কৰিলে। "তেওঁ আমাৰ ছোৱালীবিলাকক এটা ভোজ দি আপ্যায়িত কৰিছিল। আৰু পুনৰ কিছু মদ আনিবৰ কাৰণে হুকুম দিছিল। কিন্তু পইচাৰ নাটনি হোৱাত আৰু আমাৰ গৰাকিয়নীয়ে নগদ দাম নিদিলে মদ নিদিওঁ বোলাত, তেওঁ হোটেলৰ পৰা পইচা আনিবৰ কাৰণে মোক পঠাই দিছিল। পইচা ক'ত আছে তেওঁ মোক বুজাই দিছিল আৰু কিমান আনিব লাগে তাকো কৈছিল। সেই কাৰণেই মই হোটেললৈ গৈছিলোঁ।"

মুখ্য-বিচাৰপতিয়ে তেওঁৰ বাওফালে বহা বিচাৰকজনক কাণে কাণে কিবা এটা কৈছিল; কিন্তু মাচ্‌লভাৰ কথা বিলাক শুনি থকাৰ ভাও ধৰি, তাইৰ শেষ কথাটোৰ পুনৰাবৃত্তি কৰি ক'লে, "বাৰু, তুমি গ'লা, তাৰ পিছত?"

"মই গ'লো আৰু তেওঁ কোৱা মতেই টকা আনিলো। তেওঁৰ কোঠালৈ

মই [illegible] যোৱাও নাছিলোঁ। বৰঞ্চ চাইমন কাৰ্চিয়ানে আৰু এৰো গৈছিল।” বচ্‌কভাই লক্ষ্য কৰি তাই ক'লে।

“একেবাৰে মিছা কথা। মই কেতিয়াও যোৱা নাই।” বচ্‌কভাই উত্তৰ দিলে। কিন্তু তাইৰ মুখ ততালিকে বন্ধ কৰা হ'ল।

বচ্‌কভালৈ নোচোৰাকৈ চকু যোপা কৰি মাচ্‌লভাই ক'লে, “তেওঁলোকৰ সাক্ষাতভেই মই চাৰিখন দহ ৰুবলৰ ন'ট আনিছিলোঁ।”

“বাৰু, বাকী আচামী দুজনে দেখিছিলনে? এওঁ চল্লিচ ৰুবল আনোতে তাত বাকী আৰু কিমান ৰুবল আছিল?” পুনৰ চৰকাৰী উকীলে প্ৰশ্ন কৰিলে।

চৰকাৰী উকীলৰ প্ৰশ্নত মাচ্‌লভাৰ গা কঁপি উঠিল [illegible] কিয় কঁপনি উঠিল তাই ক'ব নোৱাৰে। তাই অন্ততঃ বুজি[illegible] উদ্দেশ্য বেয়া।

“মই হিচাব কৰা নাছিলো। কিছুমান [illegible] ছিলোঁ।”

“ঠিকেই। আচামীয়ে এশ ৰুবলৰ ন'ট[illegible]ভেই হ'ব।”

ঘড়ীটোৰ ফালে চাই মুখ্য-বিচাৰপতিয়ে ক'লে, “বাৰু তেনে তুমি টকা আনিলা।”

“হয় আনিলো।”

“বাৰু তাৰ পিছত?”

“তাৰ পিছত সদাগৰে আকৌ মোক তেওঁৰ লগত লৈ গ'ল।” মাচ্‌লভাই ক'লে।

“কোঁৱাচোন তুমি পাউডাৰখিনি কিদৰে দিছিলা? কোনো পানীয় বস্তুত?”

“ব্ৰাণ্ডী এগিলাচত মিহলাই তেওঁক খাবলৈ দিলোঁ।”

“তুমি পাউডাৰখিনি দিলা কিয়?” তাই ততালিকে উত্তৰ নিদি এটা দীঘল হুমুনিয়াহ পেলাই ক'লে, “মোক তেওঁ আহিবলৈ নিদিছিল।” ক্ষন্তেক নীৰবে থাকি আকৌ ক'লে, “আৰু মই ক্লান্ত হৈ পৰিছিলোঁ। গতিকেই মই কোঠাৰ বাহিৰৰ কৰিবলৈ আহি চাইমনক ক'লো, ''মোৰ ইমান ভাগৰ লাগিছে, তেওঁ মোক যাবলৈ দিয়াহেঁতেন।” তেতিয়া চাইমনে কৈছিল, 'আমাৰো দেখি আমনি লাগিছে। আমি টোপনি অহা ঔষধ এপালি দিওঁ। তুমি তেওঁক খুৱাই দিয়া আৰু যেতিয়া তেওঁৰ টোপনি আহিব, তেতিয়া তুমি গুছি যাবা।' তেন্তে বেয়া হওক বুলি মৰো কলোঁ। মই তাৰ পৰা তেওঁৰ কোনো অনিষ্ট হব বুলি ভবা নাছিলো। তেতিয়া সি মোক কাগজৰ পেকেট এটা দিলে আৰু মই পেকেটটো

লৈ কোঠালৈ ঘূৰি আহিলোঁ। পৰ্দাৰ পিছফালেই তেওঁ শুই আছিল। তেওঁ তত্তালিকে মোক ব্ৰাণ্ডী এগিলাচ খুজিলে। টেবুলৰ পৰা বটল এটা লৈ মই দুগিলাচ ঢালিলো—এগিলাচ তেওঁৰ কাৰণে আৰু এগিলাচ মোৰ কাৰণে। তেওঁৰ গিলাচত পাউডাৰখিনি মিহলাই থাবলৈ দিলোঁ। মই জনা হ'লে কেতিয়াও নিদিলোঁহেঁতেন।"

মুখ্য-বিচাৰপতিয়ে আকৌ সুধিলে, "তুমি হীৰাৰ আঙঠিটো কেনেকৈ পালা?"

"তেওঁ নিজেই মোক দিছিল।"

"কোন সময়ত তোমাক দিছিল?"

"যেতিয়া আমি হোটেললৈ ঘূৰি আহিলোঁ, তেতিয়া। মই উলটি যাবলৈ ইচ্ছা প্ৰকাশ কৰাত, তেতিয়া তেওঁ মোৰ মূৰত থাপৰ এটা মাৰি মই আঁচুৰি থোৱা মোৰ মূৰৰ চুলিখিনি আউলি কৰি পেলাইছিল। মোৰ খং উঠি মই যামেই বুলি কোৱাত, তেওঁ আঙুলিৰ আঙঠিটো উলিয়াই মোক পুৰস্কাৰ স্বৰূপে দিছিল, যাতে মই তেওঁক এৰি নাযাওঁ।" তাই ক'লে।

এনেতে চৰকাৰী উকীলে পুনৰ মূৰটো ডাঙি, খুব সৰলতাৰ ভান কৰি, কেইটামান প্ৰশ্ন সুধিবলৈ অনুমতি বিচাৰিলে। অনুমতি পালত তেওঁ ড্ৰিঙিৰ বনকৰা কলাৰৰ ওপৰত মূৰটো তলগুজিয়া কৰি প্ৰশ্ন কৰিলে, "মই জানিব খোজোঁ সদাগৰ স্মেলকভৰ কোঠাৰ ভিতৰত, আচামী কিমানপৰ আছিল?"

মাচ্‌লভাৰ আকৌ গা সিয়ঁৰি উঠিল। তাই উদগ্ৰীৱ হৈ মুখ্য-বিচাৰপতি আৰু চৰকাৰী উকীললৈ দৃষ্টিপাত কৰি তত্তালিকে উত্তৰ দিলে, "কিমানপৰ আছিলোঁ সঠিককৈ মোৰ মনত নাই।"

"বাৰু বুজিলোঁ। কিন্তু আচামীৰ মনত আছেনে, স্মেলকভক এৰি অহাৰ পিছত অন্য কোনো ঠাইলৈ গৈছিলনে?"

মাচ্‌লভাই অলপ চিন্তিত হৈ ক'লে, "হয়। ওচৰৰ খালি পৰি থকা কোঠাটোলৈ গৈছিলোঁ।"

"অঁ। তালৈ তুমি কিয় গৈছিলা?" চৰকাৰী উকীলে প্ৰশ্নটো বিচাৰপতিলৈ সম্বোধন নকৰি পোনপটীয়াভাৱে মাচ্‌লভাক সুধি পঠিয়ালে।

"মই অলপ জিৰণি ল'বৰ কাৰণে গৈছিলোঁ। আৰু ঘোঁৰাগাড়ী এখনৰ কাৰণে অপেক্ষা কৰিছিলোঁ।"

"আৰু আচামীৰ লগত কাৰ্ত্তিজিন আছিলনে নাই ?"

"সি আহিছিল।"

"কিয় আহিছিল ?"

"সদাগৰে খোৱা ব্ৰাণ্ডীৰ কিছু অৱশিষ্ট আছিল আৰু আমি দুয়ো শেষ কৰিছিলোঁ।"

"অহ' একেলগে শেষ কৰিলা ? ভাল বাৰু। আচামীয়ে কাৰ্ত্তিজিনৰ লগত কিবা কথা বতৰা পাতিছিলনে ? আৰু পাতিছিল যদি কি বিষয়ে ?"

মাচ্‌লভাৰ টিণ্ডিছকৰে থং উঠিল। তাইৰ মুখখন ৰঙা পৰিল। ততাতৈয়াকে উত্তৰ দিলে, "কি বিষয় ? মই জনাত একো বিষয়ে আমি কথা বতৰা পতা নাছিলোঁ। মোক যি মন যায় কৰক। মই কিন্তু দোষী নহয়। মই মাথো ইয়াকেহে জানো।"

"মোৰ আৰু সুধিব লগীয়া নাই।" বুলি চৰকাৰী উকীলে আসন গ্ৰহণ কৰিলে। তেওঁ কান্ধ দুখন অদ্ভুত ধৰণেৰে থিয় কৰি তেওঁৰ বক্তৃতাৰ সম্পৰ্কে টোকা লিখিবলৈ লাগি গ'ল। তেওঁ লিখিলে যে আচামীৰ নিজৰ স্বীকাৰোক্তিৰ পৰা দেখা যায় যে খোলা কোঠা এটাত কাৰ্ত্তিজিনেৰে সৈতে একেলগে আছিল।

ক্ষন্তেক নীৰৱতা বিৰাজমান।

"তোমাৰ আৰু বক্তব্য নাই ?"

"মোৰ যি আছিল সকলো ক'লো।" এটা হুমুনিয়াহ পেলাই তাই ক'লে আৰু বহি পৰিল।

তাৰ পিছত মুখ্য-বিচাৰপতিয়ে কিছু লিখালিখি কৰিলে। তেওঁৰ বাওঁফালে বহি থকা স্নেহসিক্ত নয়নেৰে গোঁফাল আৰু দীৰ্ঘকায় বিচাৰপতি গৰাকীৰ অনুৰোধমতে ততালিকে তেওঁ দহ মিনটৰ কাৰণে আদালতৰ বিৰতি ঘোষণা কৰি, উঠি গ'ল। ইয়াৰ কাৰণ হ'ল যে এই বিচাৰপতি গৰাকীৰ পেটৰ অসুখ আৰু তেওঁ অলপ মালিচ লোৱা আৰু ঔষধ সেৱন কৰা প্ৰয়োজন।

বিচাৰক মণ্ডলীয়ে আদালত ত্যাগ কৰাৰ লগে লগে জুৰৰ সকল, এড্‌ভোকেট সকল আৰু সাক্ষী বিলাকো উঠিল। মকৰ্দ্দমাৰ গুৰুত্বপূৰ্ণ কামখিনি হৈ যোৱাত তেওঁলোকৰ মনত বেচ্‌ সন্তোষ, তেওঁলোকে সিঁচৰিত হৈ ইফালে সিফালে ফুৰিবলৈ ধৰিলে। নেখ্লিউডভে জুৰৰ সকলৰ কোঠালৈ গৈ খিড়িকী এখনৰ কাষত বহি পৰিল।

"হয় এই কাটুংচাই !"

নেক্‌লিউদভ আৰু কাটুংচাৰ সম্পৰ্ক এনেকুৱা আছিল। তেওঁ যেতিয়া বিশ্ববিদ্যালয়ৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ আছিল, তেতিয়াই কাটুংচাৰ লগত তেওঁৰ প্ৰথম পৰিচয় হয়। এবাৰ তেওঁ গৰমৰ বন্ধত পেহীয়েকহঁতৰ ঘৰত আছিল আৰু তাতেই জমিৰ ওপৰত ৰায়তৰ স্বত্ব সম্পৰ্কে গৱেষণাপূৰ্ণ ৰচনা এখন লিখাত ব্যস্ত আছিল। ইতিপূৰ্ব্বে তেওঁ সদাই মাক আৰু ভনীয়েকবে সৈতে মস্কোৰ ওচৰতে থকা মাকৰ জমিদাৰীত বন্ধৰ সময়খিনি কটায়। কিন্তু সেই বছৰত ভনীয়েকক বিয়া দি উলিয়াই দিছিল আৰু মাকে বিদেশৰ কোনো স্বাস্থ্যকৰ ঠাইত ভ্ৰমণৰ কাৰণে বাহিৰ ওলাইছিল। গতিকে গৰমৰ বন্ধত তেওঁ পেহীয়েক-হঁতৰ ঘৰতে ৰচনাখন লিখিবলৈ মনস্থ কৰিলে। পেহীয়েকহঁতৰ ঘৰখন আছিল বেচ্ নিৰিবিলি আৰু মনোনিবেশ ভঙ্গ হোৱাৰ কোনো সম্ভাৱনা নাছিল। নেক্‌লিউদভ অকল ভতিজাকেই নহয়, তেওঁলোকৰ উত্তৰাধিকাৰীও আছিল। গতিকেই তেওঁ পেহীয়েকহঁতৰ মৰমৰ পাত্ৰ। তেওঁ পেহীয়েকহঁতক আৰু তেওঁলোকৰ পুৰণা ধৰণৰ জীৱন যাপনৰ প্ৰণালীক বেচ্ ভাল পাইছিল।

এই বাৰিষা কালতেই, নেক্‌লিউদভে পেহীয়েকহঁতৰ ঘৰত পোন প্ৰথম এটা যৌৱন-সুলভ বিনন্দীয়া অনুভূতি লাভ কৰিছিল। বাহিৰৰ পৰা কাৰো উপদেশ নোপোৱাকৈ প্ৰথম তেওঁ জীৱনৰ সৌন্দৰ্য্য, বৈশিষ্ট্য আৰু মনুষ্যত্বৰ নিৰ্দ্দিষ্ট কৰ্ত্তব্য সম্পৰ্কে সচেতন হ'ল।

তেওঁ উপলব্ধি কৰিছিল যে এজন ব্যক্তিৰ আত্মাৰ তথা সমস্ত জগতৰ পৰিপূৰ্ণতা প্ৰতিফলিত কৰিবৰ কাৰণে এটা সীমাহীন অগ্ৰগতিৰ সম্ভাৱনা আছে, তেওঁ অন্তৰত পূৰ্ণ বিশ্বাস আৰু আশা লৈ নিজক নিয়োগ কৰিলে এই কল্পিত পৰিপূৰ্ণতা প্ৰাপ্তিৰ কাৰণে। বিশ্ববিদ্যালয়ত থাকোঁতে সেইবছৰ তেওঁ স্পেন্সাৰৰ সামাজিক বিজ্ঞান ( Social Statics ) অধ্যয়ন কৰিছিল। তেওঁ নিজে এখন বৃহৎ জমিদাৰীৰ উত্তৰাধিকাৰী হোৱা সত্বেও জমি বন্দবস্তি সম্পৰ্কে স্পেন্সাৰৰ মতামতে তেওঁক প্ৰভাৱান্বিত কৰিছিল। তেওঁৰ পিতৃৰ আৰ্থিক অৱস্থা বিশেষ ভাল নহ'লেও মাকে ২৫০০০ একৰ এখন জমিদাৰী যৌতুক স্বৰূপে লাভ

কৰিছিল। সেই সময়ত মাটিবাৰী ব্যক্তিগত সম্পত্তি হোৱাৰ ফল স্বৰূপে সমাজত যি অন্যায় আৰু নিষ্ঠুৰতা চলি আছিল তাক তেওঁ সম্পূর্ণ অনুভৱ কৰিছিল। যি সকলে বিবেকৰ ওচৰত আত্মবলি দি পৰম আধ্যাত্মিক সুখানুভৱ কৰে, তেওঁ সেই সকলৰ ভিতৰৰে এজন বুলি নিজক বিবেচনা কৰিছিল। গতিকেই তেওঁ সিদ্ধান্ত কৰিছিল যে তেওঁ নিজে ভূসম্পত্তিৰ মালিকানা স্বত্ব পৰিহাৰ কৰিব আৰু উত্তৰাধিকাৰীসূত্রে তেওঁ পোৱা পৈতৃক জমিখিনি শ্রমজীৱী কৃষকক দি দিব। তেওঁ এই মাটিবাৰী সম্পর্কেই ৰচনা এখন তৈয়াৰ কৰিছিল।

পেহীয়েকহঁতৰ ঘৰত দিনবোৰ তেওঁ এনেদৰে কটাইছিল। তেওঁ অতি প্রত্যুষতে বিচনাৰ পৰা উঠে আৰু কেতিয়াবা পুৱা তিনি চাৰি বজাতে উঠে। বেলি উঠাৰ আগতে কুৰঁলি ভাঙি, পাহাৰৰ কাষতে থকা নৈখনত গা ধুবলৈ যায়। গছৰ ফুলত আৰু ঘাঁহবনত নিয়ঁৰ শুকুৱাৰ আগতে তেওঁ গা ধুই ঘূৰি আহে। কেতিয়াবা কফি খোৱাৰ পিছতে তেওঁৰ ৰচনাখন লিখিবলৈ কিতাপ-পত্র লৈ বহি যায়। কিন্তু প্রায়েই লিখা পঢ়া কৰাতকৈ ঘৰৰ পৰা বাজ ওলাই হাবিয়ে বননিয়ে ঘূৰি ফুৰে। মধ্যাহ্ন ভোজনৰ পূর্ব্বে, ফুলনি বাৰীৰ কোনোবা এঠাইত পৰি শুই থাকে। দুপৰীয়া পেহীয়েকহঁতৰ লগত ৰং ধেমালি কৰি আহাৰ খায়। তাৰ পিছত হয় ঘোঁৰাত উঠি ফুৰিবলৈ যায়, নহয় নৈত নাও খেলে। গধূলি হয় পঢ়াশুনা কৰে, নহয় পেহীহঁতৰ লগত "পেচেঞ্চ" খেলে।

বহু ৰাতি, বিশেষকৈ জোনাক হলে, তেওঁৰ টোপনি নাহিছিল; কাৰণ হ'ল তেওঁ জীৱনৰ এটা আনন্দ উদ্বেগত অভিভূত হৈ পৰে। নানা চিন্তা আৰু ভবিষ্যতৰ সপোনবোৰ লৈ তেওঁ ফুলনি বাৰীত ঘূৰি ফুৰে। কোনো ৰাতি এইদৰেই শেষ হয়।

দিন যায়, ৰাতি আহে। সুখে শান্তিৰে নেক্‌লিউদভৰ পেহীয়েকহঁতৰ ঘৰত এমাহ পাৰ হৈ গ'ল: তেওঁলোকৰ কৃষ্ণনয়না, অর্দ্ধশিক্ষিতা অর্দ্ধচাকৰণী ছোৱালী কাটুৎচাৰ প্রতি তেওঁৰ কোনো আকর্ষণ হোৱা নাছিল। তাইলৈ তেওঁ চকুৱেই দিয়া নাছিল। মাকৰ তত্ত্বাৱধানত ডাঙৰ দীঘল হৈ, ঊনৈশ বছৰলৈকে নেক্‌লিউদভ্ এজন নির্ম্মল চৰিত্রৰ ডেকা আছিল। কোনোবা নাৰী মূৰ্ত্তিয়ে যদি তেওঁৰ মানস পটত ভুমুকি মাৰিছিল, সেই মূৰ্ত্তি তেওঁৰ ভবিষ্যৎ স্ত্রী হিচাবেই তাঁহি উঠিছিল। আন কোনো নাৰীক তেওঁ নাৰী হিচাবে ভবাই নাছিল। তেওঁলোকক ভাবিছিল মানুহ হিচাবে।

কিন্তু সেই বাৰিষা কালতে যীশু খ্রীষ্টৰ অভ্যুত্থানৰ দিনা (Ascension day)

তেওঁৰ পেহীয়েকহঁতৰ ঘৰৰ ওচৰৰে এগৰাকী মহিলাই, তেওঁৰ ছুজনী যাওক জীয়েক, এজন ছাত্র আৰু গ্রাম্য শিল্পী এজন লগত লৈ দিমটো কটাবৰ কাৰণে আলহী হ'লহি। তেওঁলোকে আটাইবোৰে চাহ পান কৰি; যাঁহ বন কাটি মিহি কৰি থোৱা, ঘৰৰ সমুখৰ চোতালত খেল খেমালি কৰিবৰ কাৰণে আয়োজন কৰিলে। খেলাটোৰ নাম হল 'খিড়িকী খেলা।' কাটুংচায়ো খেলাত যোগ দিলে। দৌৰি ফুৰি কেবাবাৰো লগৰীয়া সলাই, নেকৃলিউদভে কাটুংচাক ধৰি লগৰীয়া কৰিলে। তেতিয়ালৈকে কাটুংচাৰ চাৱনিটো তেওঁৰ বেচ্ ভাল লাগে। কিন্তু তাইৰ লগত তাতকৈ বেছি কোনো ঘনিষ্ঠ সম্পর্ক স্থাপন কৰাৰ কোনো কথাই তেওঁৰ মনলৈ অহা নাছিল।

"হাঁমথুৰি থাই নপৰিলে সৌ ছুজনক ধৰা টান।" আনন্দ মুখৰিত শিল্পীজনে ক'লে, কিয়নো এইবাৰ খেদাখেদি কৰি তেওঁলোকক ধৰাৰ পাল তেওঁৰ। শিল্পীয়েও তেওঁৰ শকত বেঁকা ভৰি ছুখনেৰে বেচ্ দৌৰিব পাৰে।

"তুমি·······নোৱাৰা। আমাক ধৰিব নোৱাৰা।" কাটুংচাই ক'লে।

হাত চাপৰি মাৰি শিল্পীয়ে ক'লে,—"এক, ছুই, তিন····।"

কাটুংচাই হাঁহি সামৰিবই পৰা নাই। নেকৃলিউদভৰে সৈতে, শিল্পীৰ পিছফালে লুকালুকি খেলি, তাই ঠাই সলাই আছে। তাৰপিছত নেকৃলিউদভে তেওঁৰ মোটা হাতখনেৰে কাটুংচাৰ লাহি হাতখনত ধৰি বাওঁফালে দৌৰ দিলে। দৌৰি যাওঁতে তাইৰ মাৰ দিয়া পেতিকোটটো খমখমাই উঠিল।

শিল্পীজনে ধৰি পেলাই বুলি নেকৃলিউদভে সোঁ ফালে বেগেৰে দৌৰ দিলে। তেওঁ ঘূৰি চাই দেখিলে যে শিল্পীজনে কাটুংচাৰ পিছে পিছে দৌৰিছে আৰু তাই শিল্পীক ভালেখিনি পিছ পেলাই দৃঢ়ভাৱে আগে আগে দৌৰিছে। সমুখত এজোপা জোপোহা ফুলগছ আছিল। কাটুংচাই মুৰ ছুপিয়াই ফুলজোপাৰ পিচফালে তাইক লগ ধৰিবলৈ নেকৃলিউদভক ইঙ্গিত দিলে; কিয়নো তেওঁলোক ছুয়োজনে পুনৰ যদি হাতে হাতে ধৰা ধৰি কৰিব পাৰে, তেন্তে খেদি যোৱা জনৰ হাতৰ পৰা ৰক্ষা পৰিব। এইটো খেলখনৰেই এটা নিয়ম। তেওঁ ইঙ্গিত বুজি পাই ফুল জোপাৰ পিছেদি দৌৰ দিলে, কিন্তু আগফালে এটা সৰু খালত চোৰাত গছ গজি ভৰি থকা কথা তেওঁ নেজানিছিল। তেওঁ সেই খালটোত হাঁমথুৰি থাই পৰিল আৰু হাতত চোৰাতেও ভাকিলে, নিয়ৰতো তিতিলে। ছুৰ্ঘটনাত পৰি তেওঁৰো হাঁহি উঠিল।

কাটুংচাই পুনৰ নেকৃলিউদভৰ কালে দৌৰ দিলে। আনন্দত তাইৰ কিচ্

কিয়নো কলা চকুযুৰিৰে সৈতে মুখখন বঙা হৈ পৰিছে। লৌৰি গৈ তাই নেক্‌লিউদভৰ হাতত ধৰিলে।

"তোমাক নিশ্চয় চোৱাতে ডাকিলে।" হাতেৰে চুলিকোচা খিক কৰি, কোঁপাই জোপাই, নেক্‌লিউদভৰ ফালে চাই এটা মধুৰ হাঁহি মাৰি কাটুৎচাই ক'লে।

হাঁহি মুখেৰে নেক্‌লিউদভেও উত্তৰ দিলে, "তাত থাল আছিল বুলি মোৰ জনা নাছিল।" কাটুৎচাই তাইৰ হাতখন তেওঁৰ হাতত থৈ কাষলৈ চাপি আহিল। নেক্‌লিউদভেও অজ্ঞাতসাৰেই গাটো তাইৰ ফালে হলাই দিলে আৰু তায়ো আঁতৰি নগ'ল। তেওঁ তাইৰ হাতখন জোৰেৰে খামুচি ধৰি, তাইৰ কোমল ওঁঠত এটি মধুৰ চুম্বন আঁকি দিলে।

"আহ! চিঃ!" বুলি তাই তেওঁৰ হাতৰ পৰা এৰাই বেগাবেগিকৈ দৌৰ দিলে।

ফুলি থকা বগা লিলাক ফুলৰ ডাল এটা ভাঙি, গৰমত জ্বলি পকি উঠা মুখখনত তাই বিচ ল'বলৈ ধৰিলে আৰু তাৰ পিছত মূৰটো ঘূৰাই, এবাৰ নেক্‌লিউদভৰ ফালে চাই হাত দুখন আগলৈ মাৰি বাকী খেলুৱৈ কিজনৰ লগত যোগ দিলে।

ইয়াৰ পিছত পৰস্পৰৰ আকৰ্ষণ হ'ল, এজন নিৰ্ম্মল চৰিত্ৰৰ ডেকা আৰু এজনী গাভৰুৰ মাজত সচৰাচৰ যি ধৰণৰ একাবেকা সম্পৰ্ক স্থাপিত হয়, তেওঁ- লোকৰ মাজতো তেনে সম্পৰ্ক ঘটিবলৈ ধৰিলে।

কাটুৎচা যেতিয়া কোঠালৈ সোমাই আহে, বা দূৰৈৰ পৰা তাইৰ বগা এপ্ৰনখন দেখে, তেতিয়া সূৰ্য্যৰ আলোকত আলোকিত হৈ প্ৰতি বস্তুৱেই অধিক মনোৰঞ্জক, অধিক উল্লসিত আৰু প্ৰয়োজনীয় হৈ পৰাৰদৰে নেক্‌লিউদভৰ চকুতো প্ৰতিবস্তুৱেই হৈ পৰে উজ্জ্বল আৰু মনোৰম। গা মন আনন্দত উৎফুল্ল হয়। তায়ো তেনেদৰেই অনুভৱ কৰে। কাটুৎচাৰ উপস্থিতিয়ে যে নেক্‌লিউদভৰ ওপৰত এনে প্ৰতিক্ৰিয়া কৰে এনে নহয়; কেৱল কাটুৎচা যে আছে (তাইৰো- তেনেদৰেই নেক্‌লিউদভ যে আছে), সেই ভাৱনাই মনত তেনে হিল্লোল সৃষ্টি কৰে।

মাকৰ পৰা অপ্ৰীতিকৰ চিঠিয়েই আহক, বা তেওঁৰ ৰচনা লিখা কামতেই টান পাওক, বা যৌৱনত হোৱা অহেতুক বিষাদেই হ'ক, এই সকলো ভুৱন্তে তেওঁৰ মনৰ পৰা লুপ্ত হয়, যদি তেওঁ কাটুৎচাৰ কথা ভাবে বা তাইক দেখে।

গৃহ পৰিচাৰিকা হিচাবে কাটুংচাই বহু কামেই কৰিব লাগে; তথাপি পঢ়াশুনাৰ কাৰণে তাই কিছু সময় উলিয়াই নেকৃলিউদভে 'ভস্তভক্তি' আৰু "টুর্গেনেভৰ' গ্রন্থাৱলী ( সেই সময়ত তেওঁ পঢ়ি শেষ কৰিছিল ) তাইক পঢ়িবলৈ দিছিল। টুর্গেনেভৰ "এ কোৱায়েট্ নুক" বোলা কিতাপখন তাইৰ খুব ভাল লাগিছিল।

ক্লেঙ্কৰ কাৰণে তেওঁলোকৰ কথা বতৰা হয় বাট-পথত, বাৰাণ্ডাত নাইবা চোতালত। মাজে সময়ে তেওঁৰ পেহীয়েকৰ পুৰণা পৰিচাৰিকা মাট্ৰিয়ানা পাভ্‌লৱনা থকা কোঠাত। কাটুংচাও সেই কোঠাতেই থাকে। নেকৃলিউদভে কেতিয়াবা তাত চাহ পানো কৰে। মাট্ৰিয়ানা পাভ্‌লৱনাৰ সাক্ষাতত হোৱা কথা বতৰা হ'ল আটাইতকৈ মধুৰ। কিন্তু তেওঁলোক দুজন অকলে থাকিলে অৱস্থা হয় সাংঘাতিক। কিয়নো তেওঁলোকৰ চকুৱে সম্পূর্ণ বেলেগ কথা কয়। মুখৰ কথাতকৈ সেই চকুৰ ভাষা অত্যন্ত গুৰুতৰ। তেওঁলোকৰ ওঁঠত কঁপনি উঠে আৰু এনে এটা আতঙ্কৰ ভাব হয় যে শেষত দুয়ো দুফালে তাৰ পৰা আঁতৰি যায়।

এই প্রথম আহি পেহীয়েকহঁতৰ তাত থকা বাকী দিনবিলাকত নেকৃলিউদভ আৰু কাটুংচাৰ সম্পর্ক এনেদৰেই চলিল। কথাটো পেহীয়েকহঁতেও গম পালে আৰু তেওঁলোকো সন্ত্রস্ত হ'ল। তেওঁলোকে নেকৃলিউদভৰ মাক ৰাজকুমাৰী ইলেনা আইভঁানভঁাকো কথাটো চিঠিৰে কাণ চোৱালে। পেহীয়েক মেৰীয়া আইভঁানভঁাৰ ডিমিত্রী আৰু কাটুংচাৰ অবৈধ সংসর্গ হয় বুলি ভয় হ'ল। কিন্তু তেওঁ ভয় খাবৰ বিশেষ কাৰণ নাছিল। পবিত্র অন্তৰৰ লোক সকলে যিদৰে ভাল পায়, নেকৃলিউদভৰ ভালপোৱাও আছিল তেনেকুৱাই। তেওঁৰ ভাল পোৱাত কাম চৰিতার্থ কৰাৰ বাসনা নাছিল। তেওঁ নিজেও এই সম্পর্কে সজাগ আছিল। তেওঁলোক উভয়ৰ মাজত ইয়েই আছিল নিৰাপদতাৰ সীমাৰেখা। তেওঁৰ নিজৰো কাটুংচাক অঙ্কশায়িনী কৰাৰ কোনো ইচ্ছা নাছিল। আনকি তেনে ভাব আহিলে তেওঁ নিজেও আতঙ্কিত হৈছিল। কিন্তু চফিয়া আইভঁানভঁাৰ অন্তৰ আছিল কবি-হৃদয়ৰ দৰে কোমল। তেওঁৰ ভয় হৈছিল যে নেকৃলিউদভ যেনেকুৱা ধৰণৰ দৃঢ়প্রতিজ্ঞ খাৰাং খাচ মানুহ, হয়তো কোনো যুৱতীৰ প্ৰেমত পৰি তেওঁ জাতি কুল বা সামাজিক অৱস্থাৰ কথা বিবেচনা নকৰাকৈয়ে পাণি প্রার্থী হ'বলৈ ইচ্ছা কৰিব পাৰে।

সেই সময়ত কাটুংচাৰ প্রতি প্রেম সম্পর্কে সজাগ হোৱা হ'লে আৰু বিশেষকৈ

তাইৰ পিচিয়া এজনী নীহ কুলত জন্মা ছোৱালীক কোনো পধ্যেই বিয়া কৰাব নোৱাৰে বুলি বাধা দিয়াছেঁতেন ভেও যেনেকুৱা সবল আৰু পোনপটীয়া মানুহ, হয়তো ভেও অনায়াসে এই সিদ্ধান্ত কৰি পেলালেহেঁতেন যে ভেও ভালপোৱা যেনে ধৰণৰ ছোৱালীয়েই হক তাইকেই ভেও অৰ্দ্ধাঙ্গিনী হিচাবে গ্ৰহণ কৰিব ; আৰু নকৰাৰ কোনো সম্ভাব্য কাৰণ থাকিবৰো কোনো হেতু নাছিল। পেহীয়েকহঁতে তেওঁলোকৰ সন্দেহৰ কথা ভেওঁৰ আগত ব্যক্ত কৰা নাছিল। যেতিয়া ভেও সেই ঠাই এৰি গ'ল তেতিয়াও ভেও কাটুংচাৰ প্ৰতি প্ৰেম সম্পৰ্কে অলপো সচেতন নাছিল।

নেক্‌লিউদভৰ কাটুংচাৰ প্ৰতি যি ভাব সি হ'ল, মানুহৰ জীৱনৰ যি আনন্দ, উল্লাস, তাৰেই প্ৰকাশ। লগতে সেই আনন্দময়ী বাংঢালী ছোৱালীজনীও ইয়াৰ অংশ গ্ৰহণকাৰিণী। তথাপি ভেও যেতিয়া যাবলৈ ওলাল, আৰু কাটুংচাই তেওঁৰ পেহীয়েক দুগৰাকীৰ লগতে পৰ্টিক'ত থিয় হৈ তেওঁৰ ফালে চাই আছিল, তেতিয়া তাইৰ ক'লা চকুজুৰি চল্‌চলীয়া হৈ পৰিল আৰু চকুলো বৰলৈ ধৰিলে। নেক্‌লিউদভেও অনুভৱ কৰিলে যে ধুনীয়া মূল্যবান কিবা বস্তু এটা এৰি যাবলৈ ওলাইছে, যিটোৰ পুনৰাবৃত্তি হোৱাৰ আশা নাই। তেওঁৰো অন্তৰ বিষাদেৰে ভৰি পৰিল।

• তেওঁ গাড়ীত উঠি পেহীয়েক চফিয়া আইভঁানভঁাৰ টুপীৰ ওপৰে ডিঙি মেলি কাটুংচালৈ দৃষ্টিপাত কৰি ক'লে, "বিদায় কাটুংচা ! সকলোৰ বাবে ধন্যবাদ !"

"বিদায় দিমিত্ৰী আইভঁানভিচ !" কোমল মধুৰ মাতেৰে চকুলো টুকি তাই উত্তৰ দিলে। তাই দোৰ মাৰি ডাঙৰ মুকলি কোঠাটোলৈ সোমাই গ'ল। তাত তাই কান্দিবলৈ ধৰিলে।

## তেৰ

ইয়াৰ পিছত তিনি বছৰলৈ নেক্‌লিউদভৰ কাটুংচাৰ লগত দেখা সাক্ষাৎ হোৱা নাছিল। দ্বিতীয়বাৰ সাক্ষাৎ হোৱাৰ সময়ত তেওঁ সামৰিক বাহিনীত এজন বিষয়া হিচাবে নিযুক্ত হৈছিল। ৰেজিমেণ্টত যোগ দিবলৈ অহাৰ বাটত তেওঁ পেহীয়েকহঁতৰ ঘৰত দুদিনমান কটাই যাওঁ বুলি আলহী হ'লহি। কিন্তু তিনি বছৰৰ আগতে গৰমৰ বন্ধ কটাওঁতে তেওঁ যেনে ধৰণৰ মানুহ আছিল এতিয়া

তেওঁ সম্পূর্ণ এজন বিপৰীত ধৰণৰ যুবক। তেতিয়া তেওঁ আছিল এজন সাধু, নিস্বাৰ্থ, আৰু যেই কোনো সংকাৰ্যৰ কাৰণে ত্যাগ স্বীকাৰ কৰিবলৈ ইচ্ছুক। কিন্তু এতিয়া তেওঁৰ স্বভাৱ হ'ল কলুষিত, ভদ্ৰ অথচ অহঙ্কাৰী; কেৱল নিজৰ আমোদ প্ৰমোদত বলিয়া। তেতিয়া ভগবানৰ সৃষ্ট জগতখন আছিল তেওঁৰ কাৰণে এটা প্ৰহেলিকা আৰু তাৰ তত্ত্ব আৱিষ্কাৰৰ কাৰণে উৎসাহ আৰু আনন্দেৰে নিজক নিয়োগ কৰিছিল। কিন্তু এতিয়া তেওঁৰ নিজ দৃষ্টিকোণৰ পৰাই, জীৱনৰ প্ৰতি বিষয়েই যেন তেওঁৰ কাৰণে সৰল আৰু প্ৰতিষ্ফুট। তেতিয়া তেওঁ প্ৰকৃতিৰ নিয়মানুসাৰে চলাচল কৰাৰ, আৰু অতীতৰ বাবে দাৰ্শনিক, সকলে যি অনুভূতি লাভ কৰিছিল, যিদৰে ভাৱনা চিন্তা কৰিছিল, আৰু যি জীৱন দৰ্শন লৈ চলিছিল, সেইদৰে নিজকে পৰিচালিত কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। কিন্তু এতিয়া তেওঁ প্ৰয়োজনীয় বুলি ভাবে কেৱল মানুহৰ প্ৰতিষ্ঠানবোৰ আৰু তেওঁৰ সঙ্গীবিলাকৰ লগত চাল চলন। তেতিয়া তেওঁ নাৰীজাতিক জ্ঞান কৰিছিল ৰহস্যাবৃত মনমুগ্ধকৰ প্ৰাণী বুলি আৰু এই ৰহস্যা-ৱৰণেৰে আবৃত হোৱাৰ কাৰণেই তেওঁৰ মানত নাৰী আছিল মোহিনী মূৰ্ত্তি। কিন্তু এতিয়া তেওঁ ভাবে যে তেওঁৰ নিজৰ পৰিয়াল, আৰু বন্ধু-বান্ধৱৰ স্ত্ৰী সকলৰ বাহিৰে বাকী সকলো নাৰীৰ প্ৰয়োজনীয়তা মাথোন এটা, সি হল পুৰুষৰ সম্ভোগৰ কাৰণেই নাৰীৰ সৃষ্টি। আগতে তেওঁৰ টকা পইচাৰো সিমান দৰকাৰ নাছিল। মাকে যি দিছিল তাৰ তিনিভাগৰ এভাগেই তেওঁক জুৰিছিল। আনকি উত্তৰাধিকাৰী সূত্ৰে পোৱা পৈতৃক সম্পত্তি প্ৰত্যাখ্যান কৰি কৃষকক বিলাই দিয়াও সম্ভৱ হৈছিল। কিন্তু এতিয়া মাহে ১৫০০ ৰুবলেও নোজোৰে। ইতি-মধ্যেই এই সম্পৰ্কে মাকৰ লগত থকাখুন্দা লাগিছিল। সেই সময়ত তেওঁৰ 'অহং সত্বাৰ' এটা আধ্যাত্মিক ভিত্তি আছে বুলি বিবেচনা কৰিছিল। এতিয়া তেওঁৰ শৰীৰৰ হৃষ্টপুষ্ট পাশৱিক শক্তিয়েই হল তেওঁৰ অহম্ অৰ্থাৎ তেওঁ নিজে।

এই সাংঘাতিক পৰিবৰ্ত্তন বোৰ হোৱাৰ মূল কাৰণ এয়ে যে তেওঁ নিজৰ আত্মবিশ্বাস হেৰুৱাই লোকৰ ওপৰত বিশ্বাস কৰিবলৈ ধৰিলে। কিয়নো তেওঁৰ নিজৰ বিবেক বিবেচনাৰ ওপৰত আস্থা ৰাখি দিন কটোৱা টান হৈ পৰিল। সেই কাৰণেই তেওঁ এটা ভয়ানক পৰিবৰ্ত্তনৰ সোঁতত গা ঢালি দিছিল। নিজৰ ওপৰত বিশ্বাস ৰাখি বিবেক বুদ্ধিমতে কাম কৰাৰ অৰ্থ হ'ল, নিজৰ পশুত্বই যি কামনা আৰু লালসাৰ বাঞ্চা কৰে, তাৰ সপক্ষে মত নিদি তাৰ বিৰোধিতা কৰা। আৰু হাতে লোকৰ ওপৰত আস্থা ৰাখিলে, কোনো ভাবিব চিন্তিব লগীয়া কৰাই নাই।

সকলো ইতিপূৰ্বেই ঠিক ঠাক হৈ আছে। সদাই আধ্যাত্মিকতাৰ বিৰুদ্ধে আৰু শত্ৰুৰ পক্ষেই সিদ্ধান্ত হয়। নিজৰ আত্ম-বিশ্বাসমতে কাম কৰিলে সৰ্ব্বদায় বন্ধু-বান্ধৱৰ গৰিহনা খাব লাগে আৰু আনৰ ওপৰত বিশ্বাস ৰাখি গতানুগতিক কাম কৰিলে, সকলোৰে সমৰ্থন পোৱা যায়।

এইদৰেই নেক্‌লিউডভে যেতিয়া দুঃখ-দৰিদ্ৰতা, সুখ-সম্পদ, সত্যাসত্য আৰু ঈশ্বৰ আদিৰ অৰ্থাৎ জীৱনৰ গুৰুত্বপূৰ্ণ বিষয় বিলাকৰ সম্পৰ্কে চিন্তা কৰে আৰু তেওঁৰ মতামত দিয়ে, তেতিয়া তেওঁৰ ইষ্ট-কুটুম্ব সকলোৱে সেইবোৰ খাপ নোখোৱা কথা বুলি ইতিকিং কৰি উৰুৱাই দিয়ে। তেতিয়া তেওঁৰ মাক আৰু পেহীয়েকহঁতেও ধেমালিৰ সুৰতে তেওঁক "Notre-Cher, Philosophie" ...অৰ্থাৎ কুমলীয়া দাৰ্শনিক·········বুলি ব্যঙ্গ কৰে। কিন্তু যেতিয়া তেওঁ উপন্যাস পঢ়ে, লাগবান্ধ নোহোৱা আখ্যান কয়, ফৰাচী ৰজমঞ্চত নাচগান চাই আহি হাঁহি তামাচা কৰে, তেতিয়া প্ৰত্যেকেই তেওঁক প্ৰশংসা কৰে, আৰু উৎসাহিত কৰে। যেতিয়া তেওঁ নিজৰ অভাৱ বিলাক কমাব খোজে, পুৰণা অভাৰকোট পিন্ধিয়েই চলাই দিব খোজে, মদ্যপান ত্যাগ কৰে তেতিয়া প্ৰত্যেকেই এইবিলাক নিষ্প্ৰয়োজন আৰু অশোভনীয় বুলিহে বিবেচনা কৰে। কিন্তু যেতিয়া তেওঁ চিকাৰ কৰি নাইবা বিশেষ ধৰণৰ বিলাসপূৰ্ণ অধ্যয়নত প্ৰচুৰ ধন খৰছ কৰে তেতিয়া প্ৰত্যেকেই তেওঁৰ ৰুচিৰ প্ৰশংসা কৰে আৰু উৎসাহ দিবৰ কাৰণে বহুমূলীয়া উপঢৌকন দান কৰে। বিবাহ পৰ্য্যন্ত নিষ্কলঙ্ক আৰু পবিত্ৰ জীৱন যাপনৰ সঙ্কল্প দেখি বন্ধু-বান্ধৱ সকলে তেওঁৰ স্বাস্থ্য সম্পৰ্কে সন্দিহান হয়। আনকি যেতিয়া তেওঁৰ কোনো বন্ধু-বান্ধৱ হাতত থকা ফৰাচী মহিলাক তেওঁৰ প্ৰতি আকৰ্ষিত কৰি তোলে, তেতিয়া তেওঁৰ মাকেও দুঃখ পোৱাতকৈ সুখহে পায়। আৰু তেওঁ এজন বাস্তৱ মানুহ হ'ল বুলি বিবেচনা কৰে। (কাটুৎচাৰ প্ৰসঙ্গত এই কথা ক'ব পাৰি যে ৰাজ-কুমাৰীয়ে তাইক বিয়া কৰে বুলি আতঙ্কিত নহৈ নোৱাৰে)।

সেইদৰেই নেক্‌লিউডভে যেতিয়া পূৰ্ণ বয়স্ক হৈ, জমিৰ ওপৰত ব্যক্তিবিশেষৰ স্বত্ব থকা অন্যায় বিবেচনা কৰি, উত্তৰাধিকাৰী সূত্ৰে পোৱা তেওঁৰ পৈতৃক জমিদাৰীৰ মাটিবাৰী কৃষকক বিলাই দিলে, তেতিয়া তেওঁৰ মাক আৰু গোটেই পৰিয়াল আচৰিত হ'ল। আৰু তেওঁলোকৰ ওচৰত তেওঁ হৈ পৰিল হাঁহিয়াতৰ পাত্ৰ। তেওঁলোকে একেটা কথাকে বাৰে বাৰে ক'বলৈ ধৰিলে যে মাটি পোৱা সত্বেও কৃষক সকলৰ অলপো উন্নতি হোৱা নাই, বৰং তেওঁলোক আৰু দৰিদ্ৰহে হৈছে। উপৰাউপৰি তিনিটা বাৰ-নাৰীগৃহ প্ৰতিষ্ঠা কৰি, কায়মন এৰি

লাওলোৱা হৈছে। আনহাতে নেকৃলিউদভে সামৰিক বাহিনীত ভাত্ত হৈ অভিজাত সন্তা সকলৰ লগত জুৱা পাশা খেলি ইমান ধন খৰছ কৰিলে যে তেওঁৰ মাক ইলিয়া আইভ্‌'নিভ'াই সঞ্চিত ধনো ব্যয় কৰিব লগা হ'ল। কিন্তু তথাপি তেওঁ অলপো দুঃখ পোৱা নাছিল। মাকে এইবিলাক স্বাভাবিক আৰু ভাল কাম বুলিয়েই ধৰি লৈছিল। তেওঁৰ পুতেকে প্ৰেমৰ সঙ্কুঁৰা লৈ, কোমল বয়সতে ভদ্ৰ সমাজত মিলা-মিচা কৰি ফুৰাটোও তেওঁ উচিত আৰু স্বভাৱিক বুলিয়েই ভাবে।

প্ৰথমে নেকৃলিউদভে তেওঁৰ আত্মবিশ্বাস আৰু বিবেক বিবেচনা ৰক্ষা কৰিবৰ কাৰণে যুঁজ দিছিল; কিন্তু ক্ৰমে যুঁজখন কঠিন হৈ পৰিল আৰু তেওঁ টিকিব নোৱাৰিলে। যিটো পূৰ্ব্বে ভাল বুলি ভাবিছিল, এতিয়া তেওঁ তাক বেয়া বুলি বিবেচনা কৰিবলৈ ধৰিলে। প্ৰথমতে তেওঁৰ নিজৰ বিশ্বাস আৰু মত ত্যাগ কৰি খুব বেয়া লাগিছিল কিন্তু সেই অৱস্থা বেছিদিন নেথাকিল। লগে লগে তেওঁ ধূমপান আৰু সুৰাপানত অভ্যস্ত হৈ পৰাত, বেয়া লাগক চাৰি ভালেই লাগিবলৈ ধৰিলে।

নেকৃলিউদভৰ স্বভাৱ আছিল উগ্ৰ। তেওঁৰ ইষ্ট-কুটুম্বই সাধাৰণতে যেনে ধৰণৰ জীৱন যাপন কৰে, তেওঁও তেনেকুৱা এটা নতুন জীৱনৰ নতুন ধাৰাত গা মন ঢালি দিলে। লগতে তেওঁৰ অন্তৰাত্মাই এটা বেলেগ জীৱনৰ পথ নিৰ্দ্দেশ কৰি যি বাণী দিছিল, তাক তেওঁ সম্পূৰ্ণ স্তব্ধ কৰি দিলে। তেওঁৰ জীৱনৰ এই নতুন ধাৰা আৰম্ভ হ'ল, তেওঁ যেতিয়া পিটাৰ্চবুৰ্গলৈ স্থানান্তৰিত হৈছিল আৰু ই চূড়ান্ত পৰ্য্যায় পালে, তেওঁ সামৰিক বাহিনীত থকা কালত। সাধাৰণতে সামৰিক জীৱনে মানুহৰ নৈতিক অধঃপতন ঘটায় আৰু মানুহ বিলাকক সম্পূৰ্ণ সোৱোপা কৰি তোলে। বিবেকোচিত আৰু প্ৰয়োজনীয় কামবন কৰা দূৰে থক, আনকি সাধাৰণ মানৱধৰ্ম্মী কৰ্ত্তব্যৰ পৰাও আঁতৰাই নিয়ে। কৰ্ত্তব্য হয় কেৱল গতানুগতিকভাৱে ৰেজিমেণ্ট ইউনিফৰ্ম্ম আৰু পতাকাৰ সন্মান ৰক্ষা কৰা। এহাতে তেওঁলোকে মানুহৰ ওপৰত অসীম ক্ষমতা চলাবলৈ পায় আৰু আনহাতে প্ৰতিজন লোকেই তেওঁৰ ওপৰৱালা বিষয়াজনৰ প্ৰতি দাসসুলভ আনুগত্য ৰক্ষা কৰি চলিব লাগে।

সামৰিক বাহিনীত চাকৰী কৰা মানেই হৈছে, তাৰ 'ইউনিফৰ্ম্ম' আৰু পতাকাৰ সন্মান ৰক্ষা কৰা। কিন্তু আনহাতে এই চাকৰীয়ে মানুহৰ জীৱন কলুষিত কৰি তোলে; আনকি ই হিংসা আৰু হত্যাৰ পথত লৈ যায়। তাৰোপৰি ৰাজ পৰিয়ালৰ লগত যোগাযোগে আৰু অৰ্থ বিভূতিয়ে মানুহক আৰু অলপ

সম্রাট। (যেনে নির্দ্দিষ্ট বন্দী বাহিনীৰ সমস্ত বিষয়া সকল হ'ল এহাতে ধনী, আৰু আনহাতে উচ্চ বংশজাত।) তাৰপিছত এই অধঃপতনৰ ফলত মানুহ হৈ পৰে স্বাৰ্থান্ধ পাগল। নেক্‌লিউদভ সামৰিক বাহিনীত সোমোৱাৰ পৰাই এই অন্ধ স্বাৰ্থপৰতাৰ কবলত পৰিল আৰু তেওঁৰ সঙ্গী বিলাকৰদৰেই জীৱনৰ ধাৰা বোৱাই দিলে। তেওঁৰ কাম হ'ল ধুনীয়াকৈ তৈয়াৰী আৰু লোকে ব্ৰাচ্ কৰি দিয়া ইউনিফৰ্ম পিন্ধা, লোকে চাফা কৰি দিয়া অস্ত্ৰশস্ত্ৰেৰে সজ্জিত হৈ ফুৰা, আনে শৌহপাল দিয়া ধুনীয়া ঘোৰাত উঠি পেৰেড়লৈ যোৱা। তৰোৱাল এখন পিন্ধি, সামৰিক কুচ্‌কাৱাজ কৰি, বন্দুকৰ গুলিমৰা আৰু আনকো গুলি মাৰিবলৈ শিকোৱা। এই বিলাকৰ বাহিৰে অন্য কোনো কৰ্ত্তব্য নাই। ডেকা-বুঢ়া, উচ্চ বিষয়া, সম্ৰাট আৰু অন্যান্য বহু বন্ধু-বান্ধৱে নেক্‌লিউদভক প্ৰশংসা কৰিলে। ইয়াৰ বাহিৰে আৰু বিশেষ কাম হ'ল অফিচাৰ সকলৰ ক্লাবত গৈ, মদ ভাঙ খাই স্ফুৰ্ত্তি কৰা আৰু অদৃশ্য হাতৰ পৰা পোৱা প্ৰচুৰ ধন কোনো ডাঙৰ বেটুৱালৈ গৈ উকৱাই দিয়া; তাৰপিছত থিয়েটাৰ, বলনাচ্, আৰু নাৰী-সংসৰ্গ। ইয়াৰ পিছত তৰোৱালেৰে সজ্জিত হৈ, ঘোঁৰাত উঠা, জাপ মৰা আৰু পুনৰ তাঁচ, পাশা, সুৰা আৰু নাৰী।

এনেকুৱা জীৱনে সামৰিক বাহিনীৰ মানুহবোৰক আনতকৈও দুশ্চৰিত্ৰ আৰু কলুষিত কৰে। আনে এনেকুৱা জীৱন যাপন কৰিলে, অন্ততঃ তেওঁৰ অন্তৰত এটা লজ্জাবোধ নথকাকৈ নেথাকে, কিন্তু সামৰিক কৰ্ত্তা সকলৰ তেনে লজ্জা-বোধতো নায়েই বৰং তেওঁলোকে বিশেষকৈ যুদ্ধৰ সময়ত গৌৰবহে বোধ কৰে। নেক্‌লিউদভে টুৰ্কীৰ লগত যুদ্ধ শেষ হওঁতেই সামৰিক বাহিনীত ভৰ্ত্তি হৈছিল। তেওঁ খোলাখুলিকৈ এই কথা কৈছিল, "যুদ্ধত আমি প্ৰাণ বিসৰ্জ্জন দিবলৈ সাজু আছোঁ। গতিকেই এই আনন্দদায়ক আৰু উচ্ছৃঙ্খল জীৱন অকল মাৰ্জ্জনীয়েই নহয়, আমাৰ কাৰণে অতীব প্ৰয়োজন। সেই কাৰণেই আমি এনেকুৱা জীৱন অতিবাহিত কৰো!"

সামৰিক বাহিনীত থকা কালত নেক্‌লিউদভৰ এনেকুৱাই বেমেজালি ভাব হৈছিল। আগতে তেওঁৰ যি নৈতিক বাধ্যবাধকতা আছিল, তাৰ পৰা মুক্ত হৈ তেওঁ নিজেই আনন্দত মুখৰিত। এতিয়া তেওঁ হৈ পৰিল নিজ স্বাৰ্থত স্বাৰ্থান্ধ আৰু যেন বলিয়া।

তিনি বছৰৰ মূৰত এনে এটা চৰিত্ৰ লৈয়েই তেওঁ পেহীয়েকহঁতৰ ঘৰলৈ যাত্ৰা কৰিলে।

## চৌদ্ধ

নেক্‌লিউদভে ৰেজিমেণ্টলৈ যোগ দিবলৈ যোৱাৰ বাটতেই পেহীয়েকহঁতৰ ঘৰ। ইতিমধ্যেই ৰেজিমেণ্টটো ফ্ৰণ্টলৈ যাত্ৰা কৰিছিল। তাৰোপৰি পেহীয়েক-হঁতে তেওঁক নিমন্ত্ৰণ জনায়ো থৈছিল। বিশেষকৈ কাটুৎচাক লগ পাবৰ কাৰণে তেওঁ ব্যগ্ৰ। কাটুৎচাৰ প্ৰতি কুমতলবেও তেওঁৰ অন্তৰৰ নিভৃত কোণত বাঁহ লৈছিল। ইয়াৰ ইন্ধন যোগাইছিল তেওঁৰ অন্তৰৰ পশুত্বই; অৱশ্যে তেওঁ পুৰাপুৰি সচেতন নাছিল। এসময়ত য'ত তেওঁ সুখে সন্তোষেৰে থাকি গৈছিল, সেই ঠাইডোখৰ পুনৰ তেওঁ দৰ্শন লাভ কৰিবও খোজে। লগতে তেওঁৰ পেহীয়েক-হঁতক চাই যাবৰো ইচ্ছা। বৃদ্ধা পেহীয়েকহঁতৰ তেওঁৰ প্ৰতি স্নেহ শ্ৰদ্ধা অসীম। তেৰোঁ তেওঁলোকৰ লগত থাকি কথোপকথন কৰি বেচ আমোদ পায়। ইয়াৰ বাহিৰেও মোহিনী কাটুৎচাৰ মধুৰ স্মৃতি তেওঁৰ মনত জাঁপি উঠে। তাইকো তেওঁ চাই যাবৰ মন।

সেই মাহৰ শেহান্তৰত 'গুড্ ফ্ৰাইদে'ৰ দিনা তেওঁ আহি পেহীয়েকহঁতৰ ঘৰ ওলাল। ইতিমধ্যেই বৰফবোৰ গলিবলৈ আৰম্ভ কৰিছিল, আৰু বৰ্ষাৰ আগমনত যথেষ্ট ঠাণ্ডাও পৰিছিল। তেৰোঁ বেচ্ শীত অনুভৱ কৰিছিল। তথাপি তেওঁৰ মনত বেচ্ স্ফূৰ্ত্তি। তেওঁ ভাবে, "তাই বাৰু এতিয়াও তেওঁলোকৰ ঘৰত আছেনে?" এখন চাপৰ ইটাৰ দেৱালেৰে বেৰি থকা আৰু বৰ্ত্তমান ঘৰৰ চালৰ পৰা বৰফ আহি ভৰি থকা কম্পাউণ্ডটোলৈ সোমাই যাওঁতে তেওঁৰ ভাব হয়।

স্লেজ্ গাড়ীৰ টিলিঙাৰ শব্দ শুনাৰ লগে লগে, কাটুৎচা দৌৰ মাৰি ওলাই আহিব বুলি তেওঁ আশা কৰিছিল। কিন্তু ক'তো কাটুৎচা নাই। তাইৰ ঠাইত ওলাই আহিল, একাষৰ দৰজাইদি, স্কাৰ্ট কোঁচাই দুজনী তিৰোতা মানুহ। সিহঁতে খালি ভৰিৰে ঠাই সাৰি আছিল। হাতত একোটা কঁকোৱা। কাটুৎচা সন্মুখৰ দৰজাৰ ওচৰত নাছিল। পটিকলৈ ওলাই আহিল তিখন। সিও কৰ্কালত এখন এপ্ৰন বান্ধি ঠাই সাৰি আছিল। নেক্‌লিউদভৰ পেহীয়েক চকিয়া আইভানভাই চিকৰ সাজপাৰ আৰু মূৰত টুপী এটা পিন্ধি আগকালৰ কোঠা এঠাত তেওঁক লগ ধৰিলেহি।

"তুমি সঁচাকৈ বেচ্ ৰং গাভৰু!" গালত চুমা এটা দি চকিয়া আইভানভাই

ক'লে। "মেৰীৰাৰ গা ভাল নহয়। আমি গির্জাৰ সভালৈ গৈছিলোঁ। তাৰ পৰা আহিয়েই তেওঁ ভাগৱত পৰি আছে।'

"চকিয়া পেহী! মোৰ ধন্যবাদ গ্ৰহণ কৰক।" পেহীয়েকৰ হাতত চুম্বন প্ৰদান কৰি, নেকৃলিউদভে ক'লে।

"অ' তিতাগাৰেই ধৰি আপোনাক ভিৰাইছো। মাফ কৰিব।"

"মোৰা মইনা! তোমাৰ কোঠালৈ গৈ কাপোৰকানি সলোৱাগৈ, আহা! এইবাৰ তুমি গোঁফো ৰাখিছা। কাটুংচা! কাটুংচা! সোনকালে এওঁৰ কাৰণে কফি আনা।"

ক্ষন্তেকতে মাজ-বাটৰ পৰা সেই পৰিচিত মধুৰ কণ্ঠস্বৰ আহি নেকৃলিউদভৰ কাণত পৰিল। তেওঁৰ মনতে ভাব হল, "অ তাই আছে।" মেঘৰ মাজৰ পৰা সূৰ্য্য উদয় হ'লে, যেনেকুৱা আলো সৃষ্টি হয়, তেওঁৰো মনটো যেন তেনেদৰে আলোকিত হৈ মুকলি হ'ল।

নেকৃলিউদভে আনন্দ মনেৰে সাজপাৰ সলাবলৈ পূৰ্ব্বতে তেওঁ থাকি যোৱা কোঠাটোলৈ সোমাই গ'ল। পিছে পিছে তিখন। তাক তেওঁৰ সুধিবৰ ইচ্ছা গৈছিল, কাটুংচাই কি কৰিছে, তাই কেনে আছে আৰু বিয়া বাৰুৰ কিবা বন্দবস্ত হৈছেনে নাই ইত্যাদি। কিন্তু তিখন মানুহটো হ'ল অত্যন্ত বিনয়ী আৰু হোলোং গোজ। সি পানীৰ জগটো লৈ নেকৃলিউদভক পানী ঢালি দিবলৈ সাজু। অৱস্থা বুজি সেই বিলাক কথা তাক সুধিবলৈ তেওঁ ইতস্তত কৰিলে। তেওঁ সুধি পেলালে তিখনৰ নাতিনিয়েকহঁতৰ কথা। তথাকথিত "ব্ৰাদাৰ হৰ্চ" বোলা বৃদ্ধ ঘোঁৰাটোৰ আৰু পুল্কান্ বোলা কুকুৰটোৰ কথা। আগৰ বাৰিষাত সি পাগল হ'ল আৰু বাকী সকলো জীৱিত।

তেওঁ তিতা কাপোৰকানি সলাই, নতুন সাজপাৰ পিন্ধিবলৈ ধৰোতেই খৰতকীয়া খোজৰ শব্দ আৰু দৰজাত খুন্দামৰা আৱাজ শুনিলে। নেকৃলিউদভে সেইয়া কাৰ খোজ আৰু কাৰ খুন্দা বুজিবলৈ আৰু বাকী নেথাকিল। তেওঁ তিতা গ্ৰেট্‌কোটটো কান্ধত পেলাই দৰজা খুলি দি 'আহা' বুলি মাত দিলে।

এয়া কাটুংচাই! কাটুংচা একেই আছে। কেৱল তাই আৰু মোহিনী হৈ পৰিছে। অকণমান কেঁৰা, সৰল আৰু কলা চকুজুৰিৰ চাৱনি যেন আগৰদৰেই আছে। আগৰ নিচিনাকৈ এতিয়াও ককালত বগা এপ্ৰন এখন বন্ধা আছে। তাই আনিছে এইমাত্ৰ বেপাৰ লোলোকাই এটুকুৰা সুগন্ধ চাবোন, কুৰ্ম টাৱেল। আৰে এখন বাখিয়াত ৰুমকুৰা আৰু আনখন গা মুচিবৰ কাৰণে। নতুন চাবোন,

নতুন গামোছা আঁটাইবিলাকেই সুন্দৰ আৰু পৰিষ্কাৰ। তেওঁক দেখি তাইৰ আনন্দৰ হাঁহি পূৰ্ব্বৰ দৰেই ওঁঠ দুটাত বিৰিঙি উঠিল।

"দিমিত্ৰী আইভ'নভিচ্, আপোনাৰ ভালনে?" তাই সুধিলে; মুখৰ পৰা কথাবাৰ ওলাওঁ নোলাওঁ এনেকুৱা ভাব। লাজত যেন তাইৰ মুখখন ৰঙা হৈ পৰিল।

নেক্লিউদভেও লজ্জাবোধ কৰিলে। "সুপ্ৰভাত! তোমাৰ ভালনে?" বুলি তেওঁ প্ৰত্যুত্তৰ দিলে।

"বৰ্ত্তমানলৈকে ভালেই চলিছে।"

"তাৰবাবে ভগবানৰ ওচৰত ধন্যবাদ! এইয়া আপুনি ভালপোৱা গোলাপী চাবোন। এই দুখন গামোছা। আপোনাৰ পেহীয়েৰেকে দি পঠাইছে।" এই বুলি কৈ চাবোনডোখৰ টেবুলৰ ওপৰত আৰু গামোছা দুখন চকী এখনত থলে।

ড্ৰেচিং কেচটোলৈ আঙুলিয়াই তিখনে কলে, "প্ৰয়োজনীয় সকলো বস্তু ইয়াতেই আছে।" বাকচটোৰ ভিতৰখন সকলো প্ৰকাৰৰ প্ৰসাধন, আৰু তাৰ আহিলা, ব্ৰাচ্, বিভিন্ন সুগন্ধি তেল, টয়লেট, আৰু কপৰ সাঁফৰ লগোৱা কিছুমান বটলেৰে ভৰি আছে।

"বাৰু পেহীহঁতক ধন্যবাদ দিবা। ইয়াচাকৈয়ে ইয়ালৈ আহি মোৰ বেচ ভাল লাগে।" আগৰদৰেই নেক্লিউদভৰ মন যেন আনন্দত আমোল মোল।

কথাবোৰ শুনি কাটুংচায়ো এটা মিচিকীয়া হাঁহি মাৰি অন্তৰ্ধান হ'ল। পেহীয়েকহঁতৰ নেক্লিউদভলৈ খুব মৰম। তেওঁ অহাত তেওঁলোকৰ যেন আনন্দৰ সীমা নাই। তাতে দিমিত্ৰী ওলাইছে ৰণলৈ। ৰণত হয়তো তেওঁ বাচিবও পাৰে, মৰিবও পাৰে। এই ভাবনাই বুঢ়া নাৰী দুগৰাকীৰ মনত আঘাটো দিছে।

নেক্লিউদভৰ পৰিকল্পনা আছিল যে তেওঁ পেহীয়েকহঁতৰ ঘৰত এদিন এৰাতিহে কটাব। কিন্তু তেওঁ যেতিয়া কাটুংচাক দেখিলে তেতিয়া ইষ্টাৰ পৰ্য্যন্ত থাকিবলৈ ৰাজি হ'ল। তেওঁ ওদেছাত তেওঁৰ বন্ধু চেন্‌বুকক লগ ধৰাৰ কথা আছিল। কিন্তু তাৰ ঠাইত তেওঁ পেহীয়েকহঁতৰ ঘৰতে তেওঁক লগ ধৰিবৰ কাৰণে টেলিগ্ৰাফ যোগে চেন্‌বুকক জনাই দিলে।

কাটুংচাক দেখাৰ লগে লগে নেক্লিউদভৰ পুৰণা ভাব বিলাকে খুন্দিয়াবলৈ ধৰিলে। আকৌ আগৰদৰেই তাইৰ ককালত বন্ধা বগা এপ্ৰণখন দেখিলেই

তেওঁৰ মন উতলা হৈ পৰে। তাইৰ খোজ কাঢ়নৰ শব্দ শুনিলে, তাইৰ মাত শুনিলে, বা হাঁহি শুনিলে তেওঁৰ অন্তৰ আনন্দত নাচি উঠে। হাঁহিৰে বিৰিঙি থকা তাইৰ কলা চকুযুৰি দেখিলে তাইৰ প্ৰতি তেওঁৰ মৰম উপচি পৰে। বিশেষকৈ যেতিয়া তাইক লগ পাই আৰু লাজত তাইৰ চকু মুখ ৰঙা হৈ পৰে, তেতিয়া নানান খেলি মেলি ভাবে তেওঁৰ মনত উথল মাথল লগাই তেওঁ অনুভৱ কৰে যেন তাইৰ প্ৰেমতেই পৰিছে, কিন্তু তেওঁৰ এই প্ৰেমৰ ৰূপ আগৰদৰে নহয়। আগতে প্ৰেম আছিল তেওঁৰ মানত এটা মায়া বা প্ৰহেলিকা। কোনো ধৰণৰ প্ৰেমে তেওঁৰ অন্তৰত ভুমুকি মাৰিছিল বুলি তেওঁৰ নিজৰেই বিশ্বাস নাছিল। তেতিয়া তেওঁৰ ধাৰণা আছিল যে মানুহে এবাৰহে প্ৰেমত পৰিব পাৰে। এতিয়া তেওঁৰ সন্তোষ এই বুলি যে তেওঁ সঁচাকৈয়ে প্ৰেমত পৰিছে। তথাপি প্ৰেমৰ প্ৰকৃত স্বৰূপ আৰু তাৰ পৰিণাম সম্পৰ্কে তেওঁৰ সম্যক ধাৰণা হোৱা নাই। লগতে তেওঁ এই প্ৰেমানুভূতিবোৰ গুপ্ত কৰিও ৰাখিব খোজে আনকি নিজৰ পৰাও। সকলো মানুহৰদৰে নেকৃলিউদভৰ অন্তৰতো দুটা সত্ত্বাৰ সংঘৰ্ষ বিদ্যমান। প্ৰথমটো হল আধ্যাত্মিক সত্ত্বা যি বিচাৰে নিজৰ সুখ সম্ভোগৰ লগত আনৰো সুখ স্বচ্ছন্দতা আৰু আনটো হ'ল পাশৱিক সত্ত্বা যি নিজৰ সুখ সন্তোষৰ কাৰণে সমস্ত বিশ্বৰ স্বাৰ্থ বিসৰ্জ্জন দিবলৈ সাজু। পিটাৰ্চবুৰ্গ আৰু সামৰিক জীৱনেই নেকৃলিউদভৰ অন্তৰত জগাই তুলিছিল এই স্বাৰ্থান্ধ প্ৰেম। তেওঁ হৈ পৰিছিল প্ৰেমত বলিয়া আৰু কামাতুৰ। এই পাশৱিক প্ৰেমেই অন্তৰত ওপৰহাতীয়া হৈ শেষত তেওঁৰ আধ্যাত্মিক সত্ত্বাৰ বিলোপ সাধন কৰিলে।

তিনিবছৰৰ আগতে কাটুৎচাক দেখিলে তেওঁৰ যেনে ভাব হৈছিল, এতিয়াও তেওঁৰ মনত তেনে ভাবেই জাগিছিল, তেওঁৰ অন্তৰৰ আধ্যাত্মিক সত্ত্বাই পুনৰ ডাঙি ধৰিছিল, নিজৰ দাবী। ইষ্টাৰ পৰ্য্যন্ত দুদিনধৰি অজ্ঞাতসাৰেই তেওঁৰ হৃদয়ত চলিছিল এই বিৰামহীন সংগ্ৰাম।

তেওঁ হাঁড়ে হাঁড়ে বুজিছিল যে এই ঠাই এৰি থৈ তেওঁ গুচি যোৱা উচিত। পেহীয়েকহঁতৰ ঘৰত খোপনি পুতি থকাৰ কোনো প্ৰয়োজনেই নাই আৰু অনুচিত। ইয়াৰ পৰা কোনো সুফলৰ আশাও নাই। তথাপি তেওঁৰ মন এনে এটা অশান্তিত উতলা যে প্ৰকৃত কৰ্ত্তব্যত তেওঁৰ মন পতিয়ন নেযায়।

'ইষ্টাৰ আগমনী' উপলক্ষে স্থানীয় পাদুৰী চাহাব আৰু এজন গিৰ্জ্জাৰ বিষয়া নেকৃলিউদভৰ পেহীয়েকহঁতৰ ঘৰত প্ৰাৰ্থনা-পৰিচালনা কৰিবহঁত আহিছিল।

গির্জাৰ পৰা তেওঁলোকৰ ঘৰলৈ তিনি মাইল দূৰ। চকলা মাৰিয়েদি বোকা পানী কেনেকি যাতয়াত কৰা অতি কষ্টকৰ।

পেহীয়েকহঁতৰ লগত নেকৃলিউদভেও যোগ দিলে। লগতে ঘৰৰ চাকৰ চাকৰণীবোৰও আছিল। কাটুংচাই পাছুৰী সকলৰ কাৰণে ধূপধোঁৱা লৈ-ছুৱাবৰ ওচৰত থিয় হৈ আছিল। কিন্তু প্ৰাৰ্থনাৰত নেকৃলিউদভৰ চকু আছিল কেৱল তাইৰ ওপৰত। তেতিয়াও মাজ ৰাতি। গতিকেই ইষ্টাৰ আৰম্ভ হোৱা নাছিল। নেকৃলিউদভে ইষ্টাৰ উপলক্ষে পাছুৰী চাহাব আৰু পেহীয়েকহঁতক চুমা দি ঘৰলৈ গল। এনেতে তেওঁ বৃদ্ধা পৰিচাৰিকা মেট্ৰিয়ানী পাভ্‌লৰ্ষনাই ছুপৰ ৰাতি ইষ্টাৰ প্ৰাৰ্থনাৰ কেক্ আৰু পবিত্ৰ আশীৰ্ আনিবৰ কাৰণে গিৰ্জালৈ যাবলৈ আয়োজন কৰা গম পালে। মনে মনে তেৰোঁ গিৰ্জালৈ যাবলৈ সিদ্ধান্ত কৰিলে।

শ্লেজ্ বা অন্য গাঁড়ী গিৰ্জালৈ যোৱা ৰাস্তাত অচল। পেহীয়েকহঁতৰ ঘৰথন নেকৃলিউদভৰ কাৰণে নিজৰ ঘৰৰ নিচিনা আছিল, গতিকেই তেওঁ বৃদ্ধ ঘোঁৰাটোত (The brother horse) জিন্ কচিবলৈ চহীচক হুকুম দিলে। তেওঁৰ আৰু শোৱা নহ'ল। সাজপাৰ পৰিধান কৰাত নেকৃলিউদভ ব্যস্ত হৈ পৰিল। তেওঁ অশ্বাৰোহীৰ উপযোগী ধূসৰ বৰ্ণৰ পেণ্ট্ আৰু অভাৰকোট পিন্ধি ল'লে। তাৰ পিছত তেওঁ সেই বৃদ্ধ ঘোঁৰাটোত আৰোহণ কৰি বোকাপানী আৰু বৰফৰ মাজেদি ঘোঁৰা খেদাই দিলে। আন্ধাৰাচ্ছন্ন ৰাতি ঘোঁৰাটোৱে গোটেই বাট হৈক হেঁকাই গৈছিল।

## পোহৰ

নেকৃলিউদভৰ মনত আজিৰ এই উপাসনাৰ স্মৃতি চিহ্ন তেওঁৰ গোটেই জীৱনত চিৰস্মৰণীয় হৈ ৰৈ গৈছিল।

তেওঁ ৰাতিৰ অন্ধকাৰৰ মাজেদিয়েই ঘোঁৰা দৌৰাই গৈ আছিল। কেৱল মাজে সময়ে বগা ৰবফৰ দ'ম বিলাক ঘোঁৰাৰ গতিত বাধা দিছিল। তেওঁ এই অন্ধকাৰ ভেদি গিৰ্জাৰ কম্পাউণ্ডত প্ৰবেশ কৰিলে। গিৰ্জাৰ চৌপাশে শাৰি শাৰি মম বাতি জ্বলি আছিল। কিন্তু ইতিমধ্যে উপাসনা আৰম্ভ হৈ গৈছিল।

সমাগত কৃষক সকলে যেতিয়া ইভাঁনভাঁৰ ভতিজাকক চিনি পালে। নেকৃলিউদভৰ ঘোঁৰাটোৱে গিৰ্জাৰ জ্বলি থকা চাকি বিলাক দেখি চকু থাই উঠিছিল। কৃষক সকলে এটুকুৰা ভকান ঠাইলৈ তেওঁক লৈ গৈ ঘোঁৰাৰ পৰা

অভ্যৰ্থনা কৰাত আৰু যোঁৱাটো বৰ্দ্ধা সম্পৰ্কে সহায় কৰি দিলে। জনাকীৰ্ণ হৈ থকা গিৰ্জাটোলৈ বাট দেখুৱাই তেওঁক লৈ গ'ল।

গিৰ্জাৰ হলৰ সোঁফালে কৃষক আৰু বৃদ্ধ লোক সকল থিয় হৈ আছে। তেওঁলোকৰ সাজপাৰ হ'ল ঘৰত বোৱা কোট আৰু ভৰিত শন সূতাৰ ফিটা মেৰোৱা আছে। যুৱকৰ দলটোও তেওঁলোকৰ লগতে আছে। সিঁহতৰ গাত আছে নতুন কোট, ককালত জিলিকি থকা পেটি আৰু ভৰিত ওখ বুট।

যুৱতী সকল আছে হলৰ বাওঁফালে। তেওঁলোকৰ মূৰত ৰঙা চিকৰ ৰুমাল। গাত হাত নথকা ভেলভেটৰ জেকেট। ৰক্তবৰ্ণৰ কামিজৰ হাত বিলাক জক-মকাই আছে। ভৰিত গজাল লগোৱা চামৰাৰ বুট। যুৱতী সকলৰ পিছত থিয় হৈ আছে বৃদ্ধা নাৰী সকল। সাজপাৰ মাৰ্জিত। মূৰত বগা ৰুমাল। গাত পিন্ধিছে পুৰণি ষ্টাইলৰ ঘৰতবোৱা স্কাৰ্ট আৰু কোট। ভৰিত জোটা আছে। ধুনীয়া সাজপাৰ পিন্ধি, মূৰত সুগন্ধি তেলকুৰ লোৱা লৰাছোৱালী বিলাকে অহা যোৱা কৰি আছে।

পুৰুষ সকলে 'ক্ৰুশ্' প্ৰদৰ্শন কৰি সেৱা জনালে। তাৰ পিছত পুনৰ চুলি জোকাৰি মূৰ থিয় কৰিলে।

নাৰী সকলে বিশেষকৈ বৃদ্ধা নাৰী সকলে স্থিৰ দৃষ্টিৰে, জ্বলন্ত মম বাতিৰে পৰিশোভিত 'ইকন'লৈ চাই আছে। তেওঁলোকেও 'ক্ৰুশ' প্ৰদৰ্শন কৰিলে। মূৰৰ ৰুমাল আৰু গাৰ কাপোৰকানি আঙুলিৰে থিকথাক কৰি, ফুচফুচাই কিবা কিবি ক'লে আৰু শেষত কুঁজা হৈ সেৱা জনালে। লৰা-ছোৱালীবিলাকেও আনে সিঁহতলৈ চকুদিয়া যেন গম পাই বৃদ্ধ সকলক অনুকৰণ কৰি সৰল চিতেৰে প্ৰাৰ্থনাত যোগ দিছে। স্বৰ্ণখচিত ইকনৰ টেমা বিলাকৰ চৌপাশে কিছুমান ওখ গছত মম বাতি জ্বলি আছে। মমৰ পোহৰত ইকনৰ টেমা বিলাক আৰু উজ্জ্বল হৈ পৰিছে। গিৰ্জাৰ এমেচাৰ গায়ক সকলৰ কণ্ঠৰ পৰা আহি আছে সুমধুৰ সুৰ।

নেক্লিউদভে সমুখৰ ফালে আগবাঢ়ি গ'ল। হলৰ মাজত আছিল স্ত্ৰী-পুৰুষ সৈতে সেই অঞ্চলৰ এজন জমিদাৰ। তেওঁৰ পুতেকজন নাবিকৰ পোষাকেৰে ভূষিত। তেওঁলোকৰ ওচৰতে আছিল এজন পুলিচ বিষয়া, এজন ব্যৱসায়ী লোক, আৰু বুকুত এটা মেডেল পিন্ধি থিয় হৈ আছিল, গাৱঁৰ গাওঁবুঢ়াজন। বেদীৰ সোঁ-ফালে ঠিক জমিদাৰ গৃহিণীৰ পিছতেই আছিল মেত্ৰীয়না পাভ্লভনা। তেওঁ পিন্ধিছিল বুলায় সাজপাৰ আৰু গাত এখন বগা শাল। কাটুচাৰ

সাজপাৰ আছিল বগা আৰু কোঁচ খৰা এটা বস্তিচ্। কঁকালত ৰাঁধনীয়া টঙালি। তাইৰ ক'লা চুলিভাৰত ৰঙা ফিটা বন্ধা আছিল।

দেখিলেই মনত ভাব হয় যেন সকলোৱেই উৎসবানন্দত মতলীয়া। গহীন গম্ভীৰ আৰু সৌন্দৰ্য্যৰে পৰিপূৰ্ণ। গিৰ্জাৰ প্ৰধান পাদ্ৰীজন ৰূপোৱালী ৰঙৰ সাজপাৰেৰে ভূষিত। তেওঁৰ ক্ৰুশটো সোণৰ তৈয়াৰী।* ডিকন, কেৰেণী আৰু গায়কসকলৰ সাজপাৰ বগা আৰু সোণ বৰণীয়া। এমেচাৰ গায়কসকল মনোমোহা সাজেৰে সুশোভিত। চুলিত সুগন্ধি তেল। এই পুণ্যতিথিৰ স্তুতি বিলাকত যেন গীতি-নৃত্যৰ ঝঙ্কাৰহে। কিছুমান ফুলেৰে সজোৱা মমবাত্তি এদাল হাতত লৈ মুখ্য যাজকজনে সমাগত লোক সকলক আশীষ বৰ্ষণ কৰিছে। তেওঁ উচ্চৈস্বৰে কৈ গেছে, "খ্ৰীষ্টৰ পুনৰোদয়। খ্ৰীষ্টৰ পুনৰোদয়!" এই সৰ্ব্ব-জনতাৰ মাজত, গাত বগা পোচাক, মূৰত ৰঙা ফিটা আৰু ককালত টঙালি বান্ধি, কাটুৎচাৰ সৌন্দৰ্য্যই যেন সকলোকে চেৰ পেলাই জিলিকি আছে। তাইৰ মুখ-মণ্ডল আনন্দত উদ্ভাসিত।

যদিও কাটুৎচাই নেক্লিউদভলৈ দৃষ্টিপাত কৰা নাই, তথাপি তেওঁ বুজিছিল যে তেওঁৰ উপস্থিতিৰ কথা তাই গম পাইছে। বেদীৰ ওচৰলৈ আগ বাঢ়ি যাওঁতে, এই কথা নেক্লিউদভৰ নজৰত পৰিছিল। নেক্লিউদভৰ তাইক ক'ব লগীয়া একো নাছিল; কিন্তু তেওঁ চেলু এটা উলিয়াই যাওঁতেই কাণে কাণে ফুচ্ ফুচাই গ'ল, "পেহীয়ে কৈছে যে তেওঁ প্ৰাৰ্থনাৰ শেষতেই ব্ৰত ভঙ্গ কৰিব।"

যেতিয়াই কাটুৎচা আৰু নেক্লিউদভৰ চাৰি চকুৰ মিলন হয়, তেতিয়াই তাইৰ মনোমুগ্ধকৰ মুখখনি ৰাঙলি হৈ পৰে, কলা চকুজুৰিত আনন্দ বিৰিঙি উঠে। তাই অত্যন্ত সৰল ভাবে নেক্লিউদভৰ ফালে ঠৰ লাগি চাই থাকে।

তাই হাঁহি মাৰি ক'লে, "হয় মই জানোঁ।"

এনে সময়তে তামৰ পাত্ৰ এটাত পবিত্ৰ জল ভৰাই কেৰেণীজনে বাহিৰলৈ ওলাই গৈছিল; কিন্তু তেওঁ কাটুৎচালৈ লক্ষ্য কৰা নাছিল। ফলত তেওঁৰ বগা হলো চোলাটোৱে তাইৰ গাত কোবাই গৈছিল। আচলতে তেওঁ নেক্লিউ-দভক সম্মান প্ৰদৰ্শন কৰি অলপ আতৰি যাওঁতেই চোলাটো গাত লাগিছিল। নেক্লিউদভ আচৰিত হৈছিল যে এই ঠাইৰ সকলো বস্তু তথা গোটেই জগতৰ অস্তিত্ব যে কাটুৎচাৰ কাৰণেই আছে। কেৰেণীজনৰ সেই কথা অলপো বোধগম্য হোৱা নাই। সকলো বস্তুৰ প্ৰতি আকৰ্ষণ নষ্ট হ'ব পাৰে, কিন্তু কাটুৎ-

* তৃতীয় শ্ৰেণীৰ ধৰ্ম্ম-যাজক

হায় প্ৰভৃতি নহয়, যেহেতু কাটুৎচাই হ'ল সকলোৰে প্ৰাণ-কেন্দ্ৰ। স্বৰ্ণখচিত ইকুনৰ জকমকানি, শত শত মম বাতিৰ জিলিকনিৰ যেন জোৱাৰ উঠিছে কাটুৎচাৰ কাৰণেই। আনন্দদায়ক এই স্তুতি গানবোৰো তাইৰ কাৰণেই।, "Behold the pass over of the Lord! Rejoice o'ye people!" এই বিশ্বজগতৰ সুন্দৰতকৈ সুন্দৰ সকলোৱেই তাইৰ কাৰণেই। নেক্লিউদভে পৰিপাটি সাজপাৰেৰে ভূষিতা লৱণী কাটুৎচাৰ ফালে যেতিয়া চকু দিলে তেতিয়া তেওঁৰ ভাব হ'ল, যেন তায়ো এইকথা জানে যে এই বিশ্বৰ সকলো শ্ৰেষ্ঠ সম্ভাৰ তাইৰ কাৰণেই আছে। তাইৰ আনন্দ মুখৰিত মুখখনিলৈ চাই তেওঁ অনুমান কৰিলে যে তেওঁৰ হৃদয়-বীণত যে সুৰ বাজিছে, সেই সুৰৰ প্ৰতিধ্বনিয়ে যেন তাইৰ অন্তৰতো ঝঙ্কাৰ তুলিছে।

প্ৰথম উপাসনা সমাপ্ত হ'ল। দ্বিতীয় উপাসনা হ'বলৈ আৰু কিছু সময় আছে। এনেতে নেক্লিউদভে গিৰ্জ্জাৰ পৰা যাবলৈ ওলাল। উপস্থিত জনতাই নমস্কাৰ জনাই তেওঁ যাবৰ কাৰণে বাট এৰি দিলে, বহুতেই তেওঁক চিনি পায় আৰু নোপোৱা সকলে সুধি পুচি জানি ল'লে।

গিৰ্জ্জাৰ খটখটিত কিছুমান ভিক্ষাৰীয়ে তেওঁক আগুৰি ধৰিলে। নেক্লিউদভেও তেওঁৰ জেপত থকা গোটেইখিনি খুচুৰা পইচা জেপ উদং কৰি বিলাই দিলে। তাৰপিছত তেওঁ খটখটিৰ পৰা নামি গ'ল।

পুৱতি নিশা। তেতিয়াও বেলি ওলোৱা নাই। গিৰ্জ্জাৰ ওচৰত থকা কবৰখানাত মানুহবিলাক জুম জুম হৈ আছে। কাটুৎচা তেতিয়াও গিৰ্জ্জাৰ ভিতৰতে আছিল। নেক্লিউদভেও তাইৰ কাৰণে অপেক্ষা কৰিলে।

গিৰ্জ্জাৰ পৰা মানুহবিলাক ওলাই আহিল। শিলৰ খটখটিয়েদি খোজ দি আহোঁতে বুটৰ গজালবোৰৰ খট্ খট্ আৱাজ উঠিছে, ক্ৰমে মানুহবোৰ কম্পাউণ্ডৰ বাহিৰ হৈ ঘৰাঘৰি গ'ল।

নেক্লিউদভৰ পেহীয়েকহঁতৰ বান্ধনিজন যথেষ্ট বুঢ়া, মূৰটো কঁপি থাকে। তেওঁ নেক্লিউদভক দেখা পাই অলপ ৰবলৈ ক'লে। উদ্দেশ্য হ'ল তেওঁক ইষ্টাৰ উপলক্ষে চুম্বন প্ৰদান কৰা। বান্ধনি বুঢ়াৰ স্ত্ৰীৰো বয়স যথেষ্ট। মুখৰ চাল শোঁতোৰা শোঁতোৰ। বুঢ়ীয়ে ৰুমালৰ ভিতৰৰ পৰা হালধীয়া ৰং দিয়া ডিম্ব এটা উলিয়াই নেক্লিউদভৰ হাতত দিলে। এনেতে মুখত হাঁহি এমোকোৱা লৈ এজন নতুন সাজপাৰ পিন্ধা ডেকা কৃষক আহি উপস্থিত হ'ল। ডেকাৰ কঁকালত আছে এদাল নীল ৰঙৰ টঙালি।

হাঁহি এটা মাৰি সি ক'লে, "প্ৰভু যীশুৰ পুনৰুত্থান।" তেনেকৈ নেকলিউডভক কাষ চপাৰ লাগে লগে, তেওঁৰ গাৰ পৰা এটা কেনেকা ধৰণৰ অথচ অনাহূত গোন্ধ ওলাই নেকলিউডভক আগুৰি ধৰিলে। খেতিয়ক ডেকাজনে তেওঁৰ ঠেকা ৰঙচুৱা নেকলিউডভৰ গালত তিনিবাৰ চুমা খালে। ডেকাৰ দাড়ি গোঁফৰ স্পৰ্শত, নেকলিউডভৰ গালত শুৰশুৰণি উঠিল।

ডেকা কৃষকজনে এইদৰে চুমা খাই, নেকলিউডভক ৰঙচুৱা ডিম এটা দিলে। এনেতে মেত্ৰীয়না পাভলভনা আৰু কাটুংচা আহি উপস্থিত হ'ল।

কাটুংচাৰ সমুখত কিছুমান মানুহ জুম বান্ধি থিয় হৈ আছিল। তাই সেই মানুহবোৰৰ মূৰৰ ওপৰেদি দৃষ্টি নিক্ষেপ কৰি নেকলিউডভক দেখা পালে। তেওঁৰ দৃষ্টিৰ পৰাও তাইৰ প্ৰফুল্ল মুখখনিয়ে এবাই যাব নোৱাৰিলে। মেত্ৰীয়না পাভলভনাৰে সৈতে কাটুংচাই বাটচৰালৈ আগবাঢ়ি আহি ভিক্ষাৰী সকলক ভিক্ষা দিলে।

এজন ভিক্ষাৰী তাইৰ কাষ চাপি আহিল। ভিক্ষাৰীজনৰ নাকটো নাই বুলিলেও হয়। তাৰ ঠাইত আছে এখোপা খহু। কাটুংচাই তাকো অলপ ভিক্ষা দি, কোনো ঘৃণা প্ৰকাশ নকৰি ভিক্ষাৰীজনক তিনিটা চুমা দিলে। তাইৰ চকুজুৰি আনন্দ আৰু হাঁহি যেন লাগিয়েই আছে। এনেতে নেকলিউডভৰ লগত তাইৰ চকুৱে চকুৱে পৰিল। তাইৰ চাৱনিয়ে যেন প্ৰশ্ন কৰিছে, "মই ঠিকেই কৰিছোনে ?" "হয় প্ৰিয়, তুমি ঠিকেই কৰিছা। অলপো ভুল কৰা নাই! সকলোৱেই সুন্দৰ! মই তোমাৰ প্ৰেমাকাঙ্ক্ষী।"

আগ চ'ৰাৰ পৰা কাটুংচা আৰু পাভ্‌লৱনা নামি আহিল। নেকলিউডভেও আগবাঢ়ি আহি তেওঁলোকক লগ ধৰিলে। তেওঁ তেতিয়াও ইয়াৰ উপলক্ষে চুমা দিব খোজা নাছিল; কেৱল তাইৰ সমীপস্থ হোৱাই উদ্দেশ্য।

মেত্ৰীয়না পাভ্‌লৱনাইও মূৰ দোঁৱাই হাঁহি মাৰি ক'লে, "যীশুৰ পুনৰোত্থান।" তেওঁৰ ভাৱ ভঙ্গিত প্ৰকাশ "আজি সকলোকেই সমান।" তেওঁ ৰুমালেৰে মচি নেকলিউডভৰ ফালে মুখখন আগবঢ়াই দিলে।

"নিশ্চয় যীশুৰ আজি পুনৰোদয়!" বুলি কৈ নেকলিউডভে তেওঁকো এটি চুমা দিলে। তাৰ পিছত তেওঁ কাটুংচাৰ ফালে ঘূৰি চালে। তাইৰ মুখখন ৰাঙলি হৈ পৰিল। "ডিমিত্ৰী ইভ্‌ঁানভিচ্। যীশুৰ আজি পুনৰোদয়!" বুলি কৈ তাইয়ো তেওঁৰ কাষ চাপিল।

"হয়! যীশুৰ আজি পুনৰোদয়!" বুলি নেকলিউডভে উত্তৰ দিলে। তেওঁ

তাইৰ গালত দুটি মৃদু চুমা আঁকি দি অকণমান থমকি ৰ'ল। তেওঁৰ তাৰ হ'ল তৃতীয় চুমাটো খাবলৈ নেপাব। তৃতীয় চুমাটো দিয়া উচিত বিবেচনা কৰি তেওঁ হাঁহি মাৰি তাইৰ গালত আৰু এবাৰ চুমা খালে।

"পুৰোহিতৰ ওচৰলৈ নোযোৱা জানো ?" নেকৃলিউদভে সুধিলে।

"ভিমিত্ৰী ইভ'ানভিচ্ আমি নেযাওঁ। অলপ পৰ ইয়াতে বহিম।" এই বুলি কাটুংচাই ক'লে। ছোৱালীজনীৰ চেহেৰাত প্ৰকাশ পাইছে, তাই যেন কিবা এটা ডাঙৰ কৰ্ত্তব্য সমাধা কৰিলে, তাইৰ যেন বুকু ওফন্দি পৰিছে। কৰ্ত্তব্য সম্পাদন কৰি তাই যেন অন্তৰৰ পৰা এটা স্বস্তিৰ নিশ্বাস ত্যাগ কৰিছে। কাটুংচাৰ পোনপটীয়া দৃষ্টি নেকৃলিউদভৰ ওপৰত পৰিল। তাইৰ কেঁৰাকৈ চোৱা চাৱনিত প্ৰকাশ পাইছে কুমাৰী সুলভ পৱিত্ৰতা, ভক্তি আৰু ভালপোৱা।

নাৰী আৰু পুৰুষ প্ৰেমাসক্ত হ'লে, এই প্ৰেমৰ এটা চূড়ান্ত মুহূৰ্ত্ত আছে, যি সময়ত ই যুক্তি তৰ্ক বা চেতনাৰ উৰ্দ্ধত উঠে আৰু ইয়াত নেথাকে কোনো কামনা চৰিতাৰ্থৰ লালসা।

সেই ইষ্টাৰ ৰজনীত নেকৃলিউদভৰ জীৱনতো আহিছিল এনে এটা মুহূৰ্ত্ত। এতিয়াও কাটুংচাৰ কথা মনত পৰিলে, তেওঁৰ সেই মুহূৰ্ত্তৰ কথা মনলৈ আহে। মিহিকৈ আঁচোৰা, আৰু চিক্‌মিকাই থকা চুলিভাৰেৰে সৈতে সেই ধুনীয়া ছোৱালী-জনী, কুমলীয়া কুমাৰী দেহাত, পৰিপাটিকৈ পিন্ধা সাজপাৰ, তাইৰ অপূৰ্ণ স্তনযুগল, ৰাঙলি ওঁঠ-দুটি, তিৰবিৰাই থকা সুকোমল চকুজুৰিৰে সৈতে কাটুংচাৰ প্ৰতিচ্ছবি মনত ভাহি উঠে। ইয়াৰ বাহিৰেও তাইৰ দেহৰ ভূষণ স্বৰূপ দুটি বৈশিষ্ট্য আছিল। এটা হ'ল তাইৰ অন্তৰৰ পৱিত্ৰতা আৰু আনটো হ'ল তাইৰ নিৰ্ম্মল প্ৰেম বা ভালপোৱা। এই প্ৰেম আৰু ভালপোৱা অকল তেওঁৰ কাৰণেই নহয়, সেই কথা তেওঁ জানিছিল। নাইবা এই বিশ্বজগতৰ ভাল বস্তু বিলাকৰ কাৰণেও নহয়। সেই প্ৰেম অতি সাধাৰণ এজন নগণ্য ভিক্ষাৰীৰ কাৰণেও। কিন্তু এই বৈশিষ্ট্য দুটিয়ে সেই সময়ত তেওঁৰ মনত কোনো আলোড়ন সৃষ্টি কৰা নাছিল।

নেকৃলিউদভে পৰিস্কাৰকৈ জানিছিল যে সেইদিনা তাইৰ প্ৰেম এনে ধৰণেৰেই আছিল। সেইদিনা ৰাতি আৰু পুৱা তেওঁৰ চিন্তাৰাশিয়ো এনেকুৱাই আছিল। এনেকুৱা প্ৰেমৰ সম্পৰ্কে নেকৃলিউদভ তাইৰ লগত একমত।

হায়! সেইদিনা এই ভালপোৱা যি পৰ্য্যায়ত আছিল ঠিক এনেদৰেই থকা-হেতেন। হয়, সেই সাংঘাতিক ঘটনা এই ইষ্টাৰ ৰজনীত ঘটা নাছিল। জুবৰ সকল বহা খিড়িকীৰ ওচৰত বহি থাকোতে নেকৃলিউদভৰ ভাৱধাৰা এনেকুৱাই হৈছিল।

## ষোল

গিৰ্জাৰ পৰা ঘূৰি আহি নেকলিউদভে পেহীয়েকহঁতৰে সৈতে একেলগে এগিলাচ সুৰা পান কৰি ব্ৰত ভঙ্গ কৰিলে। সামৰিক বিভাগত থাকোতেই তেওঁ সুৰা পানত অভ্যস্ত হৈছিল। তাৰপিছত আহি সাজপাৰ নোসোলোৱাকৈয়ে বিছনাত দীঘলদি পৰিলে। ততালিকে তেওঁৰ টোপনিও আহিল। এনেতে দৰজাত কোনোবাই খুন্দা দিলে আৰু তেওঁ সাৰপাই উঠিল। কাটুৎচা আহিছে বুলি তেওঁ গম ধৰি, চকু মুখ মোহাৰি বিছনাৰ পৰা উঠিল আৰু দৰজা খুলিবলৈ আগবাঢ়ি গ'ল।

"কোন ! কাটুৎচা ! সোমাই আহাঁ।"

কাটুৎচাই দুৱাৰখন ঠেলা মাৰি ক'লে, "ছুপৰীয়া ভোজন সাজু! আহক।

কাটুৎচাৰ গাত এতিয়াও সেই শুকুলা সাজপাৰেই আছে; কিন্তু মূৰত থকা ধেনু ভিৰীয়া মালাদাল নাই। তাই হাঁহি এটা মাৰি নেকৃলিউদভৰ ফালে চালে। তাইৰ মনত ভাব যেন তাই এটা অতি শুভ বাৰ্ত্তাহে আনি দিলে।

চুলি আঁচুৰিবলৈ হাতত ফনিখন লৈ নেকৃলিউদভে ক'লে "অঁ গৈছো—ব'লা।"

কাটুৎচা ক্ষন্তেক থিয় হৈ আছিল।

নেকৃলিউদভে তাইক দেখি ফনিখন দলিয়াই তাইৰ ফালে এখোজ আগবাঢ়ি গ'ল। কিন্তু কাটুৎচাই ভিৰাইধৰি ততালিকে কাৰ্পেট পাৰি থোৱা মাজ বাটেদি দৌৰ দিলে।

"ময়ো ভাল মানুহ !" নেকলিউদভে মনতে ভাবিলে। "তাইকতো অলপ ৰখাব লাগিছিল।" এই বুলি তেওঁও দৌৰি গৈ তাইক আগছি ধৰিলে।

তাইকনো কি উদ্দেশ্য লৈ আগছি ধৰিছে—তেওঁ নিজেই নেজানে। কিন্তু তেওঁ অনুভৱ কৰিলে যে তাই যেতিয়া তেওঁৰ কোঠাত সোমাইছিল, তেতিয়া তেনে অৱস্থাত সাধাৰণতে মানুহে যেনে ব্যৱহাৰ কৰে, তেনেদৰেই কৰা উচিত আছিল। কিও তেওঁ তেনেকুৱা ব্যৱহাৰ কৰিবলৈ পাহৰিলে।

"কাটুৎচা ! অলপ ৰ'বা !" তেওঁ ক'লে।

"কিয় ? কি লাগে ?" অলপ থমকি ৰৈ তাই উত্তৰ দিলে।

"একো নাই, অৱশ্যে......।" এনেকুৱা পৰিস্থিতিত সৰ্ব্বসাধাৰণে যিদৰে

ব্যৱহাৰ কৰে, সেই কথা সুঁৱৰি নেকলিউদভে দুই হাতেৰে তাইৰ ককালত সাৱতি ধৰিলে।

কাটুৎচাই ঠৰ লাগি তেওঁৰ চকুৰ ফালে চাই ক'লে, "ডিমিত্ৰী ইভঁানভিচ্ মহয়। নেপায়। মোক এৰি দিয়া?" কাটুৎচাৰ চকু চল্চলীয়া হ'ল আৰু তাই জোৰেৰে নেকলিউদভৰ হাত দুখন হেঁচুকি দিলে।

নেকলিউদভে তাইক যাবলৈ এৰি দিলে। মুহূৰ্ত্তৰ কাৰণে তেওঁৰ মনত এটা খেলিমেলিৰ ভাব সৃষ্টি হ'ল। তেওঁ নিজে নিজে লাজো পালে আৰু নিজকে ধিক্কাৰ দিলে। তেওঁ বিশ্বাস কৰা উচিত আছিল যে তেওঁৰ মনত এই খেলিমেলি আৰু লজ্জাৰ ভাব সৃষ্টি হৈছে তেওঁৰ অন্তৰৰ সু-অনুভূতিবোৰৰ কাৰণে আৰু তেওঁৰ আত্মাই এই অৱস্থাৰ পৰা মুক্ত হ'বলৈ বিচাৰে, কিন্তু তেওঁ ইয়াৰ ওলোটা অৰ্থহে বুজিলে। সৰ্ব্ব-সাধাৰণে এনে সুবিধা যিদৰে ব্যৱহাৰ কৰে, তেওঁও তেনেদৰে গ্ৰহণ নকৰাৰ কাৰণে তেওঁৰ এটা মুৰ্খামি বুলিহে ধাৰণ কৰিলে। তেওঁ দৌৰি গৈ কাটুৎচাৰ গ্ৰীৱাত এটা মধুৰ চুম্বন আঁকি দিলে।

প্ৰথম নিলাক গছৰ জোপোহাৰ আঁৰত আৰু আজি পুৱা গিৰ্জ্জাত কাটুৎচাক তেওঁ যি চুমা খাইছিল, সেই চুমাৰ লগত এই চুমাৰ আকাশ পাতাল প্ৰভেদ। এই চুম্বন অত্যন্ত শিহঁৰণ যুক্ত আৰু সাংঘাতিক। কাটুৎচাই এইকথা বুজি পাইছিল।

তাইৰ যেন অতি মূল্যবান কিবা এটা ভাঙি চিঙি চুৰমাৰ হৈ গ'ল। তাই চিঞৰ মাৰি ক'লে, "উস! আপুনি এইবোৰ কি কৰিছে?" এই বুলি কৈ তাই দৌৰি আঁতৰ হ'ল।

নেকলিউদভে ভোজনালয়ত আহি উপস্থিত হল। ইতিমধ্যে সুন্দৰ সাজ-পাৰেৰে ভূষিতা হৈ তেওঁৰ পেহীয়েক দুগৰাকী, তেওঁলোকৰ পৰিয়ালৰ ডাক্তৰ আৰু এজন ওচৰ চুবুৰীয়া লোক উপস্থিত আছিল। ভোজনালয়ত সকলো কথা বতৰা সাধাৰণ আৰু শান্ত ভাবেই চলিছিল; কিন্তু নেকলিউদভৰ অন্তৰত চলিছিল এটা ধুমুহা। কোনে কি কৰিছিল সেই কথালৈ তেওঁৰ ভ্ৰূক্ষেপ নাই। তেওঁৰ কাণত বাজিছিল কেৱল কাটুৎচা! কাটুৎচা!! মাজ বাটত তেওঁ কাটুৎচাক সাৱতি ধৰি যি চুম্বন দিছিল, সেই চুম্বনৰ শিহঁৰণৰ কথাই তেওঁৰ মনত খুন্দিয়াই আছিল। তাৰ বাহিৰে তেওঁৰ মনত অন্য কথাই ঠাইপোৱা নাছিল। কাটুৎচা আহি যেতিয়া ভোজন কোঠাত থিয় হ'ল তেতিয়া তেওঁ তাইৰ

ফালে চকু দিয়া নাই। কিন্তু তাইৰ আগমন তেওঁ সম্পূৰ্ণ অনুভৱ কৰিছে। তেওঁ নিজকে চম্ভালি লৈ তাইৰ ফালে চকু দিয়া নাই।

দুপৰৰ আহাৰ শেষ কৰি ততালিকে তেওঁ নিজ কোঠালৈ গুছি গ'ল। কোঠাৰ ভিতৰলৈ আহিও তেওঁৰ উত্তেজনাৰ সাম কটা নাই। তেওঁ ভালেমান পৰ খোজ চলাই আছিল। অত্যন্ত সৰুসুৰা শব্দবোৰো তেওঁৰ কাণত পৰি আছে। তেওঁৰ আশা অতি শীঘ্ৰেই কাটুংচাৰ খোজৰ শব্দ শুনিবলৈ পাব।

তেওঁৰ অন্তৰত পশুত্বই যে অকল মূৰ ডাঙি থিয় দিছে এনে নহয়, যেওঁ মাহীয়েকহঁতৰ ঘৰলৈ প্ৰথম অহাৰ সময়ত, আৰু আজি পুৱতিবেলা গিৰ্জাত থকা সময়ত, তেওঁৰ যে আধ্যাত্মিক আত্মা জাগ্ৰত আছিল, সেই আত্মাক পশুত্বই সম্পূৰ্ণ পৰাস্ত কৰিবলৈ সক্ষম হৈছে। নেকলিউদভ এতিয়া চূড়ান্ত ভাৱে এই লেলিহান পশুত্বৰ কৱলত।

গোটেই দিনটো সুবিধা বিচাৰি ফুৰা সত্বেও নেকলিউদভে কাটুংচাক অকলসৰে লগ ধৰিব পৰা নাই। সম্ভৱতঃ তাই তেওঁৰ পৰা আঁতৰি ফুৰিছে। কিন্তু সন্ধ্যা সময়ত তাই নেকলিউদভৰ ওচৰৰ কোঠাটোলৈ যাবলৈ বাধ্য হ'ল। ডাক্তৰ সেইদিনা ৰাতিৰ কাৰণেও আলহী হৈছিল। গতিকেই কাটুংচা ডাক্তৰৰ কাৰণে শোৱা বিছনা সজাবলৈ আহিল। নেকলিউদভেও তাই অহা গম পাই তাইৰ পিছ ধৰিলে। আহোঁতে তেওঁৰ দম বন্ধ হওঁ হওঁ; যেনিবা কিবা এটা অপৰাধহে কৰিবলৈ আহিছে।

কাটুংচাই নতুন গিলিপ এটো গাঁকত খুৱাব খুজিছে। তাই ঘূৰি চাই তেওঁক দেখি এটা হাঁহি মাৰিলে। কিন্তু এই হাঁহি আগৰ নিচিনা আনন্দ মুখৰিত হাঁহি নহয়। এই হাঁহিত আছে ভীতি আৰু ত্ৰাস। এই হাঁহিৰ ইঙ্গিতত প্ৰকাশ পাইছে যে তেওঁ যি কৰিছে আৰু কৰিবলৈ বিচাৰিছে সি অন্যায়,—ঘোৰ অন্যায়। নেকলিউদভ ক্ষন্তেক থমকি ৰ'ল। এতিয়াও এক সংঘৰ্ষৰ অৱকাশ আছে। ক্ষীণ মাত্ৰা হ'লেও এতিয়াও তাইৰ প্ৰতি নিস্বাৰ্থ প্ৰেম, তাইৰ অনুভূতি, তাইৰ জীৱনৰ কথা তেওঁৰ মনলৈ আহে। আনহাতে আন এটা কণ্ঠস্বৰ তেওঁৰ কাণত ধ্বনিত হয়। "সাৱধান, তোমাৰ সুখ সম্ভোগৰ কাৰণে অহা সুবিধা হাতছাৰা হ'বলৈ নিদিবা।" এই দ্বিতীয় ভাৱধাৰাই, প্ৰথম ভাৱধাৰাক সম্পূৰ্ণ পঙ্গু কৰি দিলে। এটা পশু-সুলভ কামনাই তেওঁক জৰ্জৰিত কৰি পেলালে আৰু কাটুংচাক সাবতি ধৰিবলৈ দৃঢ়ভাৱে পদক্ষেপ কৰিলে।

তেওঁ তাইক সাবটি ধৰি বিছনাত বহুৱাই দিলে। তেওঁৰ ভাব হ'ল যে তেওঁ আৰু কিছু কৰা উচিত। এই ভাবি তেওঁ তাইৰ কাষতে বহি পৰিল।

"ভিমিত্ৰী ইভঁানভিচ! অনুগ্ৰহ কৰি মোক যাবলৈ দিয়ক।" এটা অনুনয়ৰ সুৰত কাটুংচাই ক'লে। তেওঁৰ হস্ত-বেষ্টনিৰ পৰা এৰাই তাই চিঞৰি ক'লে, "মেত্ৰীৱনা পাভলৱনা আহিছে।" সঁচাকৈ কোনোবা এজন আহি দৰজাৰ ওচৰ পালেহি। ফুচ ফুচাই নেক্‌লিউদভে ক'লে, "বাৰু মই বাতি যাম দেই। তেতিয়া তুমি অকলেই থাকিবা নহয়।"

"আপুনি এইবোৰ কি কৈছে। নহয়! নেযাব। কেতিয়াও নেযাব।" কিন্তু এই কথা তাইৰ মুখৰ পৰাহে ওলাইছিল। তাইৰ শৰীৰৰ শিহঁৰণ আৰু কঁপনিয়ে ইয়াৰ সম্পূৰ্ণ বিপৰীত ইঙ্গিত দিছিল।

মেত্ৰীৱনা পাভ্‌লৱনাই সঁচাকৈয়ে আহি দৰজাৰ মুখ পাইছিলহি। কাষ-লতিৰ তলত এখন কম্বল। নেক্‌লিউদভৰ ফালে পোন্দোৱাকৈ চাই, কাটুংচাই কম্বলখন ভুলকৈ অনাৰ বাবদ ভালকৈ এবকছনি দিলে।

নেক্‌লিউদভে নীৰৱে ওলাই গ'ল। কিন্তু তেওঁ অলপো লাজ পোৱা নাছিল। মেত্ৰীৱনা পাভলৱনাৰ মুখত তেওঁ থং উঠাৰ ভাব লক্ষ্য কৰিলে। অৱশ্যে নেক্‌-লিউদভক দোষাৰোপ কৰা তেওঁৰ পক্ষে অলপো অন্যায় নাছিল। নেক্‌লিউদভে যে অন্যায় কৰিছে ই ঠিকেই। কিন্তু পশুসুলভ কামনাই তেওঁক এনেদৰে আগুৰি ধৰিছিল যে তেওঁ কাটুংচাৰ প্ৰতি পূৰ্ব্বৰ মানৱোচিত ভালপোৱা সম্পূৰ্ণ পাহৰি পেলাইছিল। তেওঁৰ একমাত্ৰ অভিলাষ কেনেকৈ তেওঁৰ কামনা চৰিতাৰ্থৰ এটা সুবিধা পায়।

সেইদিনা বলিয়াৰদৰে তেওঁ এবাৰ পেহীয়েকহঁতৰ কোঠালৈ, এবাৰ তেওঁৰ নিজৰ কোঠালৈ, এবাৰ পটিক'লৈ অহাযোৱা কৰি আছিল। তেওঁৰ একমাত্ৰ চিন্তা কাটুংচাক কেনেকৈ অকলসৰে পায়। কিন্তু তাই আঁতৰি ফুৰিছিল আৰু মেত্ৰীৱনা পাভলৱনাই সৰ্ব্বক্ষণ তাইৰ ওপৰত চকু দি আছিল।

## সোতৰ

এইদৰেই সন্ধ্যা পাৰ হৈ গ'ল। ৰাতি গভীৰ হ'ল। ডাক্তৰো কোঠালৈ গৈ শুই পৰিল। নেক্‌লিউদভৰ পেহীয়েকহঁতো শুবলৈ গ'ল। তেওঁ জানিছিল যে সেই সময়ত মেত্ৰীৱনা পাভ্‌লৱনা মাহীয়েকহঁতৰ কোঠাত। পৰিচাৰিকা বিলাকৰ বৈঠকখানাত কাটুৎচা অকলৈ আছে। তেওঁ আকৌ পটিক'ৰ ফালে গ'ল। পটিক'ত তেতিয়া ঘোৰ এন্ধাৰ আৰু ঠাণ্ডা। মাজে মাজে অলপ গৰমো আছে। বাহিৰত বসন্ত কালৰ ধৱল নিয়ৰ। তূপীকৃত বৰফ বিলাক গলি বাষ্পৰ ধোঁৱা উঠিব লাগিছে। এশগজমান দূৰৈত সৰু পাহাৰটোৰ কাষেদি বৈ যোৱা নৈখনৰ পৰা এটা আচৰিত ধৰণৰ শব্দ ভাহি আহিল। সেইটো আছিল বৰফ ভগাৰ শব্দ।

নেক্‌লিউদভে খটখটিয়েদি নামি গ'ল আৰু চাকৰণী থকা কোঠাটোৰ খিড়িকীৰ ওচৰ পালে। বুকুত তেওঁৰ ধপ্‌ধপনি। কোঠাটোৰ ভিতৰত সৰু লেম্প এটা জ্বলি আছে। কাটুৎচাই টেবুলৰ কাষতে, সমুখৰ ফালে চাই অকলসৰে বহি আছে। তাই যেন চিন্তাত বিভোৰ। নেক্‌লিউদভে ভালেমান পৰ নিস্তব্ধ হৈ লৰচৰ নকৰাকৈ বৈ আছে। তেওঁৰ উদ্দেশ্য ছোৱালীজনীয়েনো কি কৰে তাক চোৱা। অৱশ্যে কাটুৎচাক যে তেওঁ লক্ষ্য কৰিছে এই কথা তাই জনা নাই। এক মিনিট কি দুই মিনিট তাই ঠৰ হৈ আছে। তাৰ পিছত তাই চকুকিটা মেলি হাঁহি এটা মাৰিলে আৰু মূৰটো জোকাৰি নিজকে যেন কিবা এটা ধিক্কাৰ দিলে আৰু পুনৰ টেবুলত হাত দুখন থৈ ভাবিবলৈ ধৰিলে।

নেক্‌লিউদভ্ তেতিয়াও থিয় হৈয়েই আছে। একেবাহে তাইৰ ফালে চকু থিয় কৰি চাই আছে। লগে লগে তেওঁৰ বুকুৰ ধপ্‌ধপনি আৰু নৈৰ পৰা অহা আচৰিত আচৰিত শব্দবোৰ শুনি আছে। তেওঁ দেখিবলৈ পাইছে কাটুৎ-চাৰ বেদনাক্লিষ্ট মুখখনি। তাইৰ অন্তৰাত্মাৰ তীব্ৰ সংঘৰ্ষ লুকুৱাব পৰা নাই। মুখৰ চেহেৰাত সেই ভাৱ প্ৰকাশ হৈ পৰিছে। তাইৰ কাৰণে অৱশ্যে তেওঁৰ পুতৌ হয়। কিন্তু আচৰিত হ'লেও, এই দৰদে তেওঁৰ কামনাৰ জুই আৰু জলন্ত কৰিহে তুলিলে, কামলিপ্সাৰ কৱলত তেওঁ নিজকে হেৰুৱাই পেলালে।

তেওঁ খিড়িকীত টুকৰ দিলে। গাত বিজুলিৰ চমক লগাৰ দৰে কাটুৎচা চক খাই উঠিল। তাইৰ গাত কঁপনি আৰু গোটেই রাজুহজনী ভয়ত ভীতা হৈ

পৰিল। তাৰপিছত তাই জাপ মাৰি উঠি খিড়িকীৰ আইনাত মুখখন লগাই দিলে। তেতিয়াও তাইৰ ভয় যোৱা নাই। খিড়িকীৰ আইনাইদি জুপি চাই নেক্‌লিউদভক চিনি পালে। তাইৰ মুখখন এনেকুৱা গহীন হৈ পৰিছে যে তেনেকুৱা গাম্ভীৰ্য্য পূৰ্ব্বে নেক্‌লিউদভে কোনো দিনে দেখা নাই।

যদিও তেওঁক দেখি তাই হাঁহিছিল, কিন্তু সেই হাঁহিত আছিল বৰলোকৰ প্ৰতি বশ্যতা প্ৰকাশ স্বৰূপ। তাইৰ অন্তৰ আত্মাই ইহা নাছিল। অন্তৰ ভয় আৰু ত্ৰাসেৰে ভৰি পৰিছিল। নেকলিউদভে বাহিৰৰ চোতাললৈ ওলাই আহিবলৈ তাইক হাতেৰে ইঙ্গিত দিলে। মূৰ জোকাৰি তাই খিড়িকীৰ ওচৰতে বৈ থাকিল। তেওঁও খিড়িকীৰ আইনাত মুখ দি তাইক মাতিব খুজিছিল। এনেতে তাই দৰজাৰ ফালে ঘূৰি গ'ল। ভিতৰৰ পৰা কোনোবাই তাইক মাত দিলে। নেক্‌লিউদভেও খিড়িকীৰ ওচৰৰ পৰা আঁতৰি গ'ল। বাহিৰত তেতিয়া ঘোৰ অন্ধকাৰ। পাঁচ খোজমান আঁতৰি গ'লেই খিড়িকীখন নেদেখা হয়। কিন্তু ভিতৰত তেতিয়াও বঢ়া হৈ লেম্পৰ পোহৰ অন্ধকাৰৰ মাজেদি জিলিকি আছিল। ওচৰৰ নৈখনৰ পৰা ধপধপনি, খলখলনি, আদি আচৰিত ধৰণৰ শব্দবোৰ আহি আছে। অলপ দূৰৈত কুঁৱলীৰ মাজত এজনী কাউৰীয়ে 'কা কা' কৰি চিঞৰিছে। তাৰপিছত আৰু এজনী কাউৰীয়ে 'কা' 'কা' বুলি প্ৰত্যুত্তৰ দিয়াৰ পিছত, গাৱঁৰ আটাইবোৰ কাউৰীৰ 'কা' 'কা' ৰবৰ ঐক্যতান উঠিল। নৈখনৰ শব্দৰ বাহিৰে গাওঁখন নিস্তব্ধ আছিল। এইদিনা ৰাতি, এই বাৰেৰে দ্বিতীয়বাৰ কাউৰীবোৰে চিঞৰবাথৰ লগালে।

ঘৰৰ চুক এটাৰ পিছফালে নেক্‌লিউদভে খোজ চলাই আছিল। এবাৰ কি ভুবাৰ তেওঁ বৰফৰ ডোঙাবোৰৰ ওপৰেদি খোজ দিছিল। তাৰপিছত তেওঁ আকৌ খিড়িকীখনৰ ওচৰ চাপিল। কোঠাৰ ভিতৰত তেতিয়াও লেম্পটো জ্বলিয়েই আছে। কাটুংচাই টেবুলৰ কাষত বহি কিংকৰ্ত্তব্য ভাবি আছে। তেওঁ খিড়িকী-খন কাষ পাওঁ পাওঁ হওঁতেই ছোৱালীজনীয়ে চকু থিয় কৰি উঠিল। তেওঁ খিড়িকীত টকৰ দিলে, কিন্তু কোনে খিড়িকীত টকৰ দিছে তালৈ ভ্ৰূক্ষেপ নকৰি কাটুংচাই কোঠাৰ পৰা দৌৰি ওলাই গ'ল। দৰজাখনে ঘটং কৰি মেল খোৱাৰ আৱাজ তেওঁৰ কাণত পৰিল। তেওঁ ঘৰৰ একাষে থকা সৰু পৰ্টিক'টোতে খাপ দিলে আৰু তাইক দেখিয়েই কোনো কথাৰ পাতনি নেমেলি তাইক দুয়োহাতে সাবটি ধৰিলে। কাটুংচায়ো তেওঁৰ মুখৰ ফালে চাই তেওঁকো সাবটি ধৰিলে। নেক্‌লিউদভে তাইৰ মুখত, গালত আৰু ওঁঠত মৃদু চুম্বন আঁকি দিলে।

তাৰপিছত কাটুংচা আৰু নেকলিউদভে উভয়ে প্ৰায় নিটোল প্ৰকাৰে থকা পালেংটোৰ পিছকালে থিয় হৈ আছে। ঠাইখন ৰবৰগলি হ্ৰাকা হৈ আছিল। নেকলিউদভক তেতিয়া অপূৰ্ণ দুৰ্দমনীয় কামলিপ্সাই ঠকা সৰকা কৰিছে। এনেতে কাটুংচাৰ কোঠাটোৰ দৰজা খোলাৰ আৱাজ উঠিল আৰু লগে লগেই মেত্ৰীৱনা পাভ্‌লৱনাই 'কাটুংচা' বুলি মাত দিলে। তাই নেকলিউদভৰ হস্ত-বেষ্টনিৰ পৰা নিজকে এৰুৱাই তাইৰ কোঠালৈ দৌৰ দিলে। ইতিমধ্যে তেওঁ দৰজাৰ খিলটো পুনৰ বন্ধ কৰা শব্দ শুনিবলৈ পালে। ইয়াৰ পিছত একেবাৰে নিস্তব্ধ। কতো সাৰসুৰ নাই। লেম্পটো নুমাল। কেৱল থাকিল কুঁৱলিৰ আবৰণ আৰু নৈখনৰ খলখলনি শব্দ।

নেকলিউদভে আকৌ খিড়িকীয়েদি জুমি চালে। কিন্তু কাকো দেখা নেপালে। খিড়িকীত শব্দ কৰিও কোনো সঁহাৰি পোৱা নাই। তেওঁ উলটি নিজৰ কোঠালৈ ঘূৰি আহিল। বিছনাত পৰিল হয়, কিন্তু তেওঁৰ টোপনি নাহিল। তেওঁ বিছনাৰ পৰা উঠি এইবাৰ খুদা ভৰিৰে খোজ দি মেত্ৰীৱনা পাভ্‌লৱনাৰ শোৱা কোঠাৰ ওচৰ পালে। মেত্ৰীৱনাই ঘোৰঘোৰাই শুই আছে। তেওঁ আৰু অলপ আগবাঢ়ি যাব খোজোতেই মেত্ৰীৱনাই কাহ এটা মাৰি বিছনাত কাতি হোৱা গম পালে। তেওঁৰ উশাহ যেন বন্ধ হৈ গল। প্ৰায় পাঁচ মিনিটমান তেওঁ ঠৰহৈ ৰৈ থাকিল। তাৰপিছত মেত্ৰীৱনাৰ পুনৰ টোপনিত নাক বাজি উঠিল তেওঁ ভৰিত •সাৰে হাতত সাৰে গৈ, কাটুংচা শোৱা কোঠাৰ দৰজা পালেগৈ। কিন্তু কোঠাটোৰ ভিতৰত কোনো সাৰ সুৰ নাই। অনুমান হয় তাই এতিয়াও শোৱা নাই। কিয়নো শোৱা হ'লে তেওঁ নাকৰ আৱাজ শুনিলেহেঁতেন। তেওঁ 'কাটুংচা' বুলি ফুচ্‌ফুচাই মাত দিলত, তাই ততালিকে জাপমাৰি উঠি খঙেৰে উভতি যাবলৈ অনুৰোধ কৰি ক'লে, "আপুনি এইবিলাক কি কৰিছে? আপুনি কি কৰিব খোজে? পেহীয়েকহঁতে শুনিলে কি কব। কি হব?" কিন্তু মৌখিক ভাৱে এই কথা ক'লেও, তাইৰ গোটেই সত্বাত প্ৰকাশ পাইছে যে, "তাইৰ যি আছে, সমস্ত তেওঁৰেই।" নেকলিউদভেও এই কথাই বুজে আৰু বিচাৰিছে তাকেই।

"হেৰা তোমাক কৈছোঁ দৰজাৰ খিলিটো খোলা। ক্ষন্তেক মোক সোমাবলৈ দিয়া। মোৰ অনুৰোধ ক্ষন্তেক সোমাবলৈ দিয়া।"

শাৰীৰিক উত্তেজনাত নেকলিউদভে কি কৰিছে আৰু কি কৈছে নিজৰেই কোনো খিয়াল হোৱা নাই।

কাটুংচাই অলপ নিতাল মাৰি থাকি দৰজাৰ খিলিটো খুলিবলৈ হাত মেলিলে। দুৱাৰখন মেল খালে, তেওঁ কোঠাৰ ভিতৰলৈ সোমাই, তাই বগা চেমিজটো পিন্ধি থকা অৱস্থাতে সাৰতি ধৰি, তাইক তেওঁৰ কোঠালৈ ভাঙি লৈ আহিল। কাটুংচাই নেক্‌লিউদভৰ গাত সাৰত মাৰি, ফুচ্‌ফুচাই কৈ আহিছে, "আপুনি এইবোৰ কি কৰিছে? এৰি দিয়ক, আপুনি এইদৰে ব্যৱহাৰ কৰা উচিত হোৱা নাই। মোক যাবলৈ দিয়ক।"

* * * *

কিছুপৰৰ পিছত কাটুংচা ওলাই গ'ল। নেক্‌লিউদভে কিবাকিবি কৈছিল যদিও তাৰ জবাব তাই একো নিদিলে। তাইৰ গাত তেতিয়াও কঁপনি আছিল। ইয়াৰ পিচত তেওঁ পৰ্টিক'ৰ ফালে ওলাই গ'ল। আৰু হৈ যোৱা কাণ্ড বিলাকৰ আচল ফলাফল বুজিবলৈ চেষ্টা কৰিলে।

বাহিৰত অলপ পোহৰ পোহৰ দেখি। নৈখনৰ পৰা এতিয়াও বৰফ ভাগি খণ্ড বিখণ্ড হোৱা শব্দ আহি আছে। পানীৰ ঘৰঘৰণি শুনিবলৈ পোৱা যায়। কুঁৱলিৰ মাত্ৰা কিছু কমি আহিছে, আৰু তাৰ মাজেদি ধিমিকধামাক'ৈক জোনটো দেখিবলৈ পোৱা যায়।

"মই যি কাম কৰিলোঁ তাৰ ফলাফল কি? ই মোৰ মহানন্দ নে মহা বিপৰ্য্যয়। মোৰ কি হ'ল?" এই বুলি তেওঁ নিজকে নিজে প্ৰশ্ন কৰিলে।

"মইতো আনে যি কৰে তাতকৈ বেছি একো কৰা নাই। সকলোৱেই এনেকুৱা কৰে। ময়ো কৰিলোঁ। ইয়াত হলেই বা কি?" এই বুলি নিজকে সান্ত্বনা দি, তেওঁ শুবলৈ গ'ল।

# ওঠৰ

পিছদিনা চেন্‌বুক আহি পেহীয়েকহঁতৰ তাতে নেক্‌লিউদভৰ লগত যোগ দিলে। চেন্‌বুক মানুহজন বেচ্ ৰঙিয়াল, দেখাত ধুনীয়া আৰু বুদ্ধিত প্ৰখৰ যেন অনুমান হয়। তেওঁৰ মনোমুগ্ধকৰ ব্যৱহাৰ, কামকাজৰ প্ৰতি উৎসাহ, মনৰ উদাৰতা আৰু নেক্‌লিউদভৰ প্ৰতি স্নেহ দেখি ঘৰৰ সকলোৱেই আকৰ্ষিত হৈছিল।

বৃদ্ধা মহিলা দুগৰাকীয়ে যদিও তেওঁৰ বদান্যতাত মুগ্ধ হৈছিল, তথাপি দেখাত ই অত্যধিক যেন বোধ হৈছিল। মাগিবলৈ অহা কেইটামান ভিক্ষাৰীক তেওঁ এক ৰুবলকৈ ভিক্ষা দিলে, ঘৰৰ চাকৰ চাকৰণীক দিলে পোন্ধৰ ৰুবল, চফিয়া ইভঁানভাৰ কুকুৰটোৰ আগ ঠেংটো জখম হোৱাত, তেওঁৰ ধুনীয়া কুলাম ৰুমালখন (যিবিলাকৰ দাম ডজনত পোন্ধৰ ৰুবল) ফালি, কুকুৰটোৰ ঠেংটো বান্ধি দিছিল। বৃদ্ধা কেইগৰাকীয়ে আগে পিছে এনেকুৱা মানুহ লগ পোৱা নাই। চেন্‌বুকৰ দুই লাখ টকা ঋণ আছিল। সেই ধাৰ পৰিশোধ কৰাৰ তেওঁৰ ইচ্ছাও নাছিল। এই কথা বৃদ্ধা মহিলা দুগৰাকীয়ে জনা নাছিল। গতিকেই তেওঁৰ কাৰণে বিশ বা পঁচিছ্ ৰুবল এইদৰে উকৰাই দিয়া একো কথাই নাছিল।

চেন্‌বুক ইয়াত এদিনহে আছিল। সেইদিনা ৰাতিয়েই দুয়োজনে তেওঁলোকৰ ৰেজিমেণ্টত যোগ দিবলৈ যাত্ৰা কৰিলে। কিয়নো তেওঁলোকৰ ছুটি ইতিমধ্যেই শেষ হৈছিল।

এই গোটেইদিন নেকলিউদভৰ আগদিনাৰ ঘটনাৰ কথা চেৰেং চেৰেংকৈ মনত পৰি আছিল। তেওঁৰ অন্তৰত দুটা চিন্তাই খলক্ লগাইছিল। তাৰে এটা চিন্তা হ'ল আগদিনা তেওঁৰ কামলিপ্সা চৰিতাৰ্থ হোৱাত সন্তুষ্টি, (যদিও ই তেওঁৰ আশানুৰূপ হ'বলৈ বাকী আছিল) আৰু আনটো হ'ল তেওঁ যে এটা অতি গৰ্হিত কাম কৰিলে তাৰ অন্তৰ্দ্বন্দ্ব। তেওঁৰ মনত খেলাই আছিল যে এই গৰ্হিত কামটোৰ নিশ্চয় এটা সুব্যৱস্থা কৰা উচিত। অৱশ্যে এই ব্যৱস্থা কাটুৎচাৰ কাৰণে নহয়, তেওঁৰ নিজৰ কাৰণেহে প্ৰয়োজন।

নেক্‌লিউদভৰ স্বাৰ্থপৰতাই, এনে পৰ্য্যায় পাইছিলগৈ যে তেওঁ নিজৰ বাহিৰে অন্য একো কথা ভাবিব পৰা নাছিল। তেওঁ নিজৰ কথা ভাবিয়েই আমন্-

তেওঁৰ এই গর্হিত কামৰ কথা যদি প্রকাশ পায়, তেন্তে তেওঁ পৰিহনাই পাব। সে অতিমাত্রাই নিন্দনীয় হ'ব? কিন্তু তেওঁ কাটুৎচাৰ অবস্থা কি হৈছে বা ভৱিষ্যতে কি হ'ব, সেই কথা ঘূণাক্ষৰেও তেওঁৰ মনলৈ অহা নাই।

তেওঁ এই কথাও লক্ষ্য কৰিছিল যে চেন্‌বুকে কাটুৎচাৰ লগত তেওঁৰ সম্পৰ্কৰ কথা গম ধৰিছিল। কিন্তু সেই কথাই বৰং তেওঁৰ আত্মম্ভৰিতাৰহে ইন্ধন যোগাইছিল।

. কাটুৎচাক দেখি চেন্‌বুকে মন্তব্য কৰিলে, "তুমি পেহীহঁতৰ ঘৰত এসপ্তাহকৈ কটোৱাৰ ৰহস্য এতিয়াহে মই ধৰিব পাৰিছোঁ থিকেই, মই একো আচৰিত হোৱা নাই। ছোৱালীজনী বেচ্ মোহিনী। মই হোৱা হ'লেও এনেকুৱাই কৰিলোঁহেঁতেন।"

কাটুৎচাৰ প্রতি নেকৃলিউদভৰ যি প্রণয়, সেই প্রণয়ৰ পৰিপূর্ণ তৃপ্তি পাবলৈ এতিয়াও বাকী। এনে অবস্থাতেই তেওঁ সৈন্যদলত যোগ দিবলৈ যাব লগা হোৱাটো অৱশ্যেই দুর্ভাগ্যৰ কথা। তথাপি তেওঁ ভাবিলে যে এনে বিচ্ছেদৰ সুবিধাও আছে। কিয়নো এনেকুৱা সম্পর্ক বেছিদিন তেওঁ চলাই যোৱা সম্ভৱ নহয়। অতি শীঘ্রে ই অন্ত হোৱাটো তেওঁৰ কাৰণে মঙ্গলেই হৈছে। তাৰ পিছত তেওঁৰ ভাব হ'ল যে ছোৱালীজনীক তেওঁ অলপ পইচা দিয়া উচিত আৰু দিয়া কর্তব্যও তাইৰ টকাৰ প্রয়োজন হ'ব বুলি নহয়। আচল কথা তেওঁ তাইক বেতিয়া তেওঁৰ সম্ভোগৰ কাৰণে ব্যৱহাৰ কৰিছে, সেই বাবেই তাইক কিবা এটা দিয়া উচিত; নতু ই তেওঁৰ পক্ষে মর্য্যাদাহানিকৰ হ'ব। তাইৰ অবস্থা আৰু তেওঁৰ পদ-মর্য্যাদা, দুয়োটা বিবেচনা কৰি তেওঁ কিছু টকা দিবলৈ মনস্থ কৰিলে।

দুপৰীয়া খাই বৈ নেকৃলিউদভৰ যাবৰ সময় উপস্থিত। যোৱাৰ আগতে তেওঁ ঘৰৰ একাষৰ দুৱাৰ মুখত কাটুৎচাক লগ পাবলৈ অপেক্ষা কৰি আছে। তেওঁক দেখি ছোৱালীজনীৰ মুখখন লাজত ৰঙা হৈ পৰিল। আৰু তেওঁক লগ এৰা দি চাকৰণী থকা কোঠাটোৰ ফালে খোজ দিলে। নেকৃলিউদভে তাইক দেখি অলপ ৰবলৈ ইঙ্গিত দিলে।

তেওঁ তাইৰ হাতত এশ ৰুবলৰ ন'ট ভৰাই থোৱা লেফাফা এটা গুজি দি ক'লে, "মই তোমাৰ পৰা বিদায় ল'বলৈ আহিছোঁ। এই লেফাফাটোৰ ভিতৰতেই........।"

কাটুঁৎচাই লুকাটো বুলি, চেলাউৰি থিয় কৰি মুখ ফোকাৰি, তেওঁৰ হাতখন পিছলৈ খেলি দিলে।

নেকৃলিউদভে ঠোকাঠুকি মাতেৰে ক'লে, "নহয় লোৱা! লোৱা!" এই বুলি তেওঁ লেফাফাটো তাইৰ কফালৰ কাপোৰৰ ভিতৰত গুজি দি তেওঁৰ নিজ কোঠালৈ ঘূৰি আহিল। কিন্তু তেওঁৰ আত্মমৰ্য্যাদা বহুদূৰ নষ্ট হ'ল যেন ভাবি, নিজৰ ওপৰতে খং ৰাগ কৰি গোৰগোৰাবলৈ ধৰিলে। সেই শেষ দৃশ্যটোৰ কথা বাৰে বাৰে তেওঁৰ মনত ভাহি উঠে। তেওঁ এটা তীব্ৰ বিতৃষ্ণা আৰু বিৰক্তি ভাৱত কোঠাৰ ভিতৰতে ঘূৰিপকি আছিল। কেতিয়াবা তেওঁ নিজেই চিঞৰি উঠে। কেতিয়াবা মাজতে গোবোহনি মাৰে।

"মইনো বেছি কি কৰিছোঁ। বহুতেই এনেকুৱা কাম কৰিয়েই আছে। চেনবুকৰ কথাই ধৰা যক। তেওঁতো নিজেই সেই যকৰা চাকৰণীৰ লগত সম্পৰ্ক ৰখা কথা স্বীকাৰ কৰিছে। মামা গ্ৰীসা আৰু মোৰ পিতা, কোনোতো বাদ পৰা নাই। মোৰ পিতাই গাৱঁত বসতি কৰোতে, তেওঁৰ ঔৰসত এগৰাকী গ্ৰাম্য কৃষক কন্যাৰ গৰ্ভত জন্মা অবৈধ সন্তান মিতেঙ্কা এতিয়াও জীৱিত আছে। সকলোৱে যদি এনেকুৱাই ব্যৱহাৰ কৰে, মোৰ গাতনো কি দোষ?" এইদৰেই চিন্তা ভাৱনা আৰু যুক্তি দি নেকৃলিউদভে নিজক সান্ত্বনা দিব খোজে। কিন্তু সকলো বৃথা! সেই ঘটনাৰ কথা মনত পৰিলেই তেওঁৰ বিৱেকত কোটকোৱা কাঁইটে বিন্ধাইদি বিন্ধে।

কিন্তু তেওঁ অন্তৰৰ নিভৃততম কোণত এই কথাই খেলাইছিল যে তেওঁ সঁচাই ভীৰু আৰু কাপুৰুষৰদৰে কাম কৰিছে। এই দোষত দোষী হোৱা বাবে ভবিষ্যতে তেওঁ কাৰো দোষ ধৰিব নোৱাৰিব, কাৰো সমুখত সাহসেৰে থিয় হ'ব নোৱাৰিব। তেওঁ নিজে যিদৰে ভদ্ৰ, শ্ৰেষ্ঠ, উজ্জ্বল, আৰু উচ্চ মনৰ মানুহ বুলি চিনাকী দি আহিছিল, এতিয়া আৰু সেইটো মিছা! অসম্ভৱ। তেওঁ ৰং ৰহঙ্গেৰে জীৱন কটাই যোৱাও অতিশয় কঠিন। এই সকলো সমস্যাৰ সমাধানৰ পথ হ'ল এটা,—অৰ্থাৎ এই সম্পৰ্কে ভাবিবলৈ এৰি দিয়া। সঁচাই তেওঁ ভাবিবলৈ এৰি দিলে।

একালে নতুন বন্ধু-বান্ধৱ আৰু আনফালে যুদ্ধ। এই পৰিৱেশ সেই ঘটনাৰ কথা পাহৰি থকাত তেওঁৰ সহায় হৈ পৰিল। ক্ৰমে বিয়ানেই দিন যাবলৈ ধৰিলে সিমানেই তেওঁও কাটুঁৎচাৰ লগত হোৱা সম্পৰ্কৰ কথা পাহৰি আছিল আৰু শেষত একেবাৰে মনত নপৰা হ'ল।

যুদ্ধ শেষ হোৱাৰ পিছত এবাৰ তেওঁ পেহীয়েকহঁতক দেখা কৰিবলৈ গৈছিল আৰু কাটুৎচাৰ লগতো সাক্ষাৎ হ'ব বুলি আশা ৰাখিছিল। কিন্তু তেওঁ জানিব পাৰিলে যে তেওঁ যোৱা অলপ দিনৰ পিছতেই কাটুৎচাই পেহীয়েকহঁতৰ ঘৰ পৰিত্যাগ কৰি গ'ল। পেহীয়েকহঁতৰ মুখৰ পৰা শুনিবলৈ পালে, কোনো ঠাইত তাই এটা সন্তান জন্ম দিলে। ছোৱালীজনীৰ সম্পূৰ্ণ অধঃপতন ঘটিল। কথা শুনি, নেক্লিউদভৰ অন্তৰ দুঃখ আৰু বেদনাৰে ভৰি পৰিল। তাইৰ সন্তান জন্ম হোৱা সময়টো হিচাব কৰি তেওঁ বুজিলে যে সন্তানটো তেওঁৰ ঔৰসজাত হ'বও পাৰে আৰু নহ'বও পাৰে। পেহীয়েকহঁতে তাইকেই দোষাৰোপ কৰিলে। তেওঁলোকৰ মতে তাই মাকৰদৰেই দুঃচৰিত্ৰা হ'ল। তেওঁলোকৰ এই অভিমতে অৱশ্যে তেওঁক সন্তোষেই দিলে। তেওঁও দোষৰ হাত সাৰিলোঁ বুলি নিজে নিজে স্বস্তিৰ নিঃশ্বাস ত্যাগ কৰিলে। প্ৰথমতে তেওঁ তাইক আৰু সন্তানটো বিচাৰি উলিওৱা কথা চিন্তা কৰিছিল। কিন্তু পেটে পেটে তেওঁ লাজ আৰু অপমানত এই কামত আগ বাঢ়িবলৈ আৰু সাহস নহ'ল। তাইৰ কথা ভাবি তেওঁৰ দুঃখ হয়। পুনৰ তেওঁ এই পাপকৰ্ম্মৰ কথা পাহৰিবলৈ যত্নপৰ হ'ল।

কিন্তু বৰ্ত্তমানৰ ঘটনাৰ এই আচৰিত সংযোগে, এই সকলো কথা তেওঁৰ স্মৃতিত সজীৱ হৈ জাগি উঠিল। সকলো কথা জীৱন্ত হৈ তেওঁৰ মনত ভাঁহি উঠিল। তেওঁ নিজে নিজে স্বীকাৰ কৰিবলৈ বাধ্য যে তেওঁ মানুহজন হৃদয়হীন, কাপুৰুষ আৰু বিবেকশূন্য হৈ পৰিছে আৰু সেইবাবেই এনে পাপক্লিষ্ট হৈও তেওঁ যোৱা দহ বছৰ অতিবাহিত কৰিব পাৰিছে। কিন্তু এনে পাপৰ বাবে নিজক সম্পূৰ্ণ দোষী সাব্যস্ত কৰিবলৈ তেওঁৰ এতিয়াও বহুত বাকী। তাতোকৈ তেওঁৰ ভয় হ'ল যে জানোছা কাটুৎচাৰ উকীলে এই সকলো কথাৰ ভেদ ভাঙি সকলোৰে আগত তেওঁক অপদস্থ কৰে বুলি।

## ঊনৈশ

এনে এটা মানসিক অৱস্থা লৈ নেকৃলিউদভ জুৰৰ সকলৰ জিৰণি কোঠালৈ সোমাই গ'ল। তেওঁ খিড়িকীৰ কাষত বহি একেবাহে চেলুৰে হুঁপি হুঁপি আশেপাশে তেওঁৰ সম্পৰ্কে কোনোবাই কিবা মত প্ৰকাশ কৰিছেনে কি সেই কথালৈ কাণ দি আছে।

ওঁঠত হাঁহি লাগি থকা সদাগৰ জনে মত প্ৰকাশ কৰিলে যে স্মেলকভে যিদৰে আমোদত লিপ্ত হৈ সময় কটাইছিল, সি ঠিকেই আছিল।

"হয়, বুঢ়াই ঠিকেই কৰিছিল। একেবাৰে চাইবেৰীয়ান 'কেছন'। তেওঁৰ সামৰ্থ্য কিমান জনা আছিল; তথাপি ভয় কৰা নাছিল। মোৰো তেনেকুৱা ধৰণৰ নাৰীয়েই কাম্য।"

মুখ্য জুৰৰজনে মন্তব্য কৰিলে যে বিশেষজ্ঞ লোক সকলৰ সাক্ষ্যৰ ওপৰতেই যথেষ্ট গুৰুত্ব দিয়া উচিত। পিয়তৰ গেৰাচিমভিফে, য়িহুদি কেৰেণীজনৰ ভাও ভঙ্গি দেখুৱাই হাঁহিৰ খলক লগাইছিল। বিবিলাক কথা লৈ নেকৃলিউদভৰ পৰামৰ্শ বা তেওঁৰ মত বিচৰা হৈছিল, তেওঁ 'হয়' 'নহয়' বুলি চুটা এটা কথাৰেই জবাব দিছিল। কিয়নো সেই সময়ত তেওঁৰ মনৰ একমাত্ৰ কাম্য আছিল শান্তি।

এনেতে চাপ্ৰাচী আহি জুৰৰ সকল পুনৰ আদালতত উপস্থিত হবৰ হ'ল বুলি খবৰ দিলে। নেকৃলিউদভৰ মনত এটা শঙ্কা জাগি উঠিল। তেওঁৰ ভাব হ'ল যে তেওঁ নিজে বিচাৰক হৈও, আচামীত পৰিণত হৈছে। অন্তৰৰ পৰা তেওঁৰ ভাব হ'ল যে প্ৰকৃততে তেওঁ এজন দুৰন্ত প্ৰকৃতিৰ লোক। তেওঁ মানুহৰ সমুখলৈ ওলাবলৈ লাজ পোৱা উচিত। তথাপি তেওঁ অভ্যাসৰ জোৰত গহীন গম্ভীৰ খোজ দি প্লেটফৰ্ম্মৰ ওপৰলৈ উঠি, মুখ্য জুৰৰজনৰ কাষতে আসন গ্ৰহণ কৰিলে। তেওঁ ভৰিৰ ওপৰত ভৰি তুলি বহি হাতত বিত চকু জোৰেৰে খেলা কৰি আছে।

অভিযুক্ত বন্দী কেইজনকো পুনৰ আদালতত হাজিৰ কৰা হ'ল।

আদালতত কিছুমান নতুন মানুহো উপস্থিত আছে। তাৰে কিছুমান মৰ্কদমাৰ সাক্ষী। আচ্‌লতাই এনবাকী তেনেকুৱা মহিলাটোৰ একেঠাইতে চাই আছে। মহিলা

গৰাকী লোহাৰ গ্ৰেটিংথনৰ কাষতে বহি আছে। গাত ভেলভেট্ আৰু চিকন জুলৰ সাজপাৰ। মূৰত এটা হেট্। হাতত এটা ধুনীয়া জালমোনা আঁৰি লৈছে। পিছত নেক্‌লিউদভে জানিব পাৰিলে যে তেৱেঁই মাচ্‌লভাক কথা বেশ্যালয়ৰ গৰাকিনী আৰু তেওঁ গোচৰৰ সাক্ষী হৈ আহিছে।

সাক্ষী লোৱা আৰম্ভ হ'ল। তেওঁলোকৰ নাম ধাম, জাতি ধৰ্ম্ম ইত্যাদি লিখি লোৱা হৈছে। ইয়াৰ পিছত সাক্ষী বিলাকক শপত ল'বলৈ দিয়া হ'বনে নহয়, সেই বিষয়ে অলপ আলোচনা হ'ল। শেষত বৃদ্ধ পাদ্ৰীজনে ঠৰকবৰককৈ আহি ভিডিত আঁৰি থোৱা ক্ৰচটো হাতেৰে থামোছি ধৰি, সাক্ষী আৰু বিশেষজ্ঞসকলক শপত গ্ৰহণ কৰালে।

ইয়াৰ পিছত, বেশ্যালয়ৰ গৰাকিনী মেদাম কিতেইভাৰ বাদে, বাকী সাক্ষী বিলাকক বাহিৰলৈ ওলাই যাবলৈ আদেশ দিয়া হ'ল। তেওঁক এই ঘটনাৰ কথা কি জানে প্ৰশ্ন কৰা হ'ল। কিতেইভাই প্ৰতি কথনত মূৰটো আৰু হেটটো জোকাৰি কথাৰ উত্তৰ দি, একোটা মিঠা হাঁহি মাৰে। তেওঁৰ উচ্চাৰণত জাৰ্ম্মান্ চং।

কিতেইভাই কয় যে প্ৰথমেই হোটেলৰ পৰিচাৰক চাইমন্ তেওঁৰ ওচৰলৈ আহে। চাইমনক তেওঁ আগৰে পৰাই চিনি পায়। এজন ধনী চাইবেৰীয়ান সদাগৰৰ কাৰণে এজনী ছোৱালী খোজে। তেতিয়া তেওঁ মিচ লিউবভক পঠাই দিয়ে। কিছু সময়ৰ পিছত লিউবভ্ সদাগৰেৰে সৈতে ঘূৰি আহে। সদাগৰজন ইতিমধ্যেই সুৰাপান কৰি মতলীয়া হৈ আহিছিল। তেওঁ ছোৱালী বিলাকক সমবেত কৰি এটা ভোজ দিছিল আৰু নিজেও ঢোকাঢোকে মদ্য পান কৰিছিল। এই কথা কৈ কিতেইভাই হাঁহি এটা মাৰি ক'লে যে সেই সময়ত সদাগৰৰ পইচাৰ মোনা উদং হৈছিল। তেওঁ নিজে থকা হোটেলৰ কামৰাৰ পৰা টকা আনিবৰ কাৰণে মিচ্ লিউবভক পঠাই দিয়ে। এই ছোৱালীজনী তেওঁ আগতেই বাচি লৈছিল। কিতেইভাই এইখিনি কথা কৈ আচামী লিউবভৰ (মাচ্‌লভা) ফালে লক্ষ্য কৰিলে।

নেক্‌লিউদভে তাইক হাঁহি মৰা দেখিলে; কিন্তু এই হাঁহি দেখি তেওঁৰ মনত ছোৱালীজনীৰ প্ৰতি দবদো হ'ল আৰু বিতৃষ্ণাও উপজিল।

এনেতে মাচ্‌লভাৰ পক্ষ সমৰ্থন কৰিবলৈ নিযুক্ত কৰা এড্‌ভোকেটে প্ৰশ্ন কৰিলে, "বাৰু ছোৱালীজনীৰ সম্পৰ্কে আপোনাৰ মতামত কি?"

"অ', ছোৱালীজনী! ভাই বেচ্ ভাল ছোৱালী। লেখাপঢ়াও কিছু জানে।

সাজপাৰ পৰিপাটিকৈ পিন্ধে। এটা ভদ্ৰ পৰিয়াৰৰ মনত তাই ডাঙৰ দীঘল হৈছিল। আৰু তাই ফৰাচী ভাষাও অনৰ্গল ক'ব পাৰে। তাই কথা বতৰা কেতিয়াবা বেছি কয় যদিও নিজক পাহৰি নেযায়। আচলতে তাই বেচ্ ভাল ছোৱালী।"

কাটুৎচাৰ চকু কিতেইভাৰ ওপৰত পৰিল। তাৰপিছত ভত্তালিকে জুৰিব সকলৰ ফালে মুখ ঘূৰাই, নেকলিউদভক স্থিৰ দৃষ্টিৰে চাবলৈ ধৰিলে। তাইৰ মুখৰ চাৱনি অত্যন্ত কঠুৱা হৈ পৰিল। চকু এটা কেঁৰাকৈ তাই নেকলিউদভৰ ফালে চায়েই আছে। যদিও তাইৰ এই কেৰাহি দৃষ্টিয়ে নেকলিউদভৰ মনত আতঙ্ক সৃষ্টি কৰিছিল, তথাপি তেওঁ তাইৰ সেই উজ্জ্বল নীলা চকুজুৰিৰ পৰা নিজৰ দৃষ্টি আঁতৰাই নিব নোৱাৰিলে।

নেক্লিউদভৰ মনত পৰিল সেই ভয়ঙ্কৰ ৰজনীৰ কথা। তেওঁৰ মনত পৰিল সেই ৰাতিৰ অন্ধকাৰময় কুঁৱলি, নদীত বৰফ ভাগি ধুম্‌ধাম কৰা আৱাজ, আৰু পশ্চিম আকাশত ডুবযোৱা চন্দ্ৰমাৰ পুৱাত নিশা কুঁৱলিৰ মাজেদি ভাহি অহা ক্ষীণ আভা। জোনৰ সেই পোহৰত তেওঁৰ চকুত পৰিছিল ভাইনীৰ নিচিনা ক'লা কিবা এটা। কাটুৎচাৰ ক'লা চকুজুৰিয়ে তেওঁৰ মনত পেলাই দিলে সেই ভৌতিক ক'লা বস্তুটোৰ কথা।

"মোক তাই নিশ্চয় চিনিব পাৰিছে।" তেওঁ নিজে নিজে ভাবিলে। তেওঁ এটা প্ৰত্যাঘাত আশা কৰাৰ দৰে, পিছ হুঁহকি চকীত বহি পৰিল। কিন্তু আচলতে ছোৱালীজনীয়ে তেওঁক চিনি পোৱা নাছিল। তাই এটা হুমুনিয়াহ পেলাই মুখ্য-বিচাৰপতিৰফালে চাবলৈ ধৰিলে। নেকলিউদভেও এটা হুমুনিয়াহ পেলালে। তেওঁৰ ভাব হ'ল, "মৰ্কদ্দমাটো সোনকালে শেষ হোৱাহেঁতেন।"

নেক্‌লিউদভৰ মনত সৃষ্টি হল, খং, ৰাগ, বিৰক্তি আৰু লগে লগে কাটুৎচাৰ প্ৰতি তেওঁৰ পুতৌ। এনেকুৱা মানসিক অৱস্থাৰেই তেওঁ গোচৰৰ সাক্ষী বিলাকৰ বৰ্ণনাৰ কথা শুনি গৈছে।

## কুৰি

নেক্‌লিউদভৰ প্ৰতি কিবা আখেজতহে যেন মৰ্কদ্দমাৰ শুনানী ওৰ নপৰা হ'ল। প্ৰতিজন সাক্ষীৰ জবানবন্দী বেলেগে বেলেগে লিখি লোৱা হ'ল। বিশেষজ্ঞজনৰ সাক্ষ্য শেষত গ্ৰহণ কৰা হ'ল। চৰকাৰী উকীল আৰু আচামী পক্ষৰ উকীল উভয়ে প্ৰয়োজনীয় আৰু নিষ্প্ৰয়োজনীয় বহুত প্ৰশ্ন কৰিলে। কিন্তু

তেওঁলোকৰ মানত যেন সেই প্ৰশ্নবোৰ অতি লাগতিয়াল। ইয়াৰ পিছত মুখ্য-বিচাৰপতিয়ে জুৰীৰ সকলক, সাক্ষ্য হিচাবে প্ৰদৰ্শন কৰা বস্তুবিলাক পৰীক্ষা কৰি চাবলৈ আহ্বান কৰিলে। তাৰ ভিতৰত আছিল তৰ্জনী আঙুলিত পিন্ধা হীৰা খটোৱা এটা ডাঙৰ আঙঠি আৰু বিহ পৰীক্ষা কৰা এটা 'টেষ্ট-টিউব'। এই বস্তু বিলাকত লেবেল মাৰি চিনমোহৰ মৰা আছিল।

জুৰীৰ সকলে এই বস্তুবিলাক পৰীক্ষা কৰি চাবলৈ থিয় দিয়াৰ লগে লগে চৰকাৰী উকীলে দাবী কৰি বহিল যে ইয়াৰ আগতে ডাক্তৰৰ শৱ পৰীক্ষা কৰা ৰিপ'ৰ্ট পাঠ কৰা হ'ক।

মুখ্য-বিচাৰপতিয়ে গোচৰৰ শুনানী সোনকালে শেষ কৰাৰ চেষ্টা কৰিছিল। কিয়নো তেওঁ সেই চুইচ্ ছোৱালীজনীৰ লগ ধৰিবলৈ যোৱাৰ কথা। তেওঁ জানিছিল যে ডাক্তৰৰ ৰিপ'ৰ্ট পঢ়াৰ একো প্ৰয়োজন নাই। ৰিপ'ৰ্ট পঢ়াৰ ফলত তেওঁৰ দুপৰৰ ভোজনৰ সময়খিনিও নষ্ট হ'ব। কিন্তু চৰকাৰী উকীলৰ এই ৰিপ'ৰ্ট পাঠ কৰিবলৈ দাবী কৰাৰ আইন মতে অধিকাৰ আছে। গতিকেই মুখ্য বিচাৰপতিয়ে সেই দাবী মানি লোৱাৰ বাহিৰে গত্যন্তৰ নাই।

বিচাৰকমণ্ডলীৰ সম্পাদকে (পেচকাৰ) ধীৰে ধীৰে ডাক্তৰৰ ৰিপ'ৰ্ট পাঠ আৰম্ভ কৰিলে; কিন্তু তেওঁ পাঠ কৰোতে 'ৰ' উচ্চাৰণ কৰিছেনে 'ল' উচ্চাৰণ কৰিছে তাক ধৰিব নোৱাৰা হ'ল।

শৱটোৰ বাহিৰা পৰীক্ষাৰ পৰা দেখা যায়:—

(১) ফেৰাপেণ্ট্ স্নেলকড্ মানুহজন ৬ ফুট ৫ ইঞ্চি ওখ আছিল।

সদাগৰ জুৰীৰজনে কাণে কাণে নেক্‌লিউদভক ক'লে, "৬ ফুট ৫ ইঞ্চি ওখ বেয়া নহয়, ভালেই।"

(২) অনুমান হয় তেওঁৰ বয়স প্ৰায় ৪০ বছৰমান হৈছিল।

(৩) শৰীৰটো উথহি পৰিছিল।

(৪) গাৰ ওপৰৰ ছালখনৰ বৰণ সেউজীয়া আছিল আৰু কেইবা ঠাইতো ক'লা দাগ পৰিলক্ষিত হৈছিল।

(৫) গাৰ ছালত সৰুবৰ ভালেমান পানী জোলা আছিল।

(৬) চুলিবোৰ নিম্ন বৰণীয়া আৰু হাতেৰে চুলে এৰাই আহে।

(৭) চকুৰ মণিবিলাক ওলাই আহিছিল আৰু কৰ্ণিয়াৰ উজ্জলতা নষ্ট হৈছিল।

(৮) নাক, কান আৰু মুখৰ পৰা বসব নিচিনা পানী ওলাই আছিল। মুখখন আধ, মেল খোৱা।

(৯) মুখ আৰু বুকু উথহি ডিঙিটোৰ চিন্‌চাব নাইকিয়া কৰিছিল।

কাগজৰ চাবি পৃষ্ঠা জুৰি এই মৃত শৰ দেহৰ বিৱৰণ লিখি আছিল। এই বিৱৰণবোৰ শুনি নেক্‌লিউদভৰ বিৰক্তি আৰু বাঢ়ি গ'ল।

মৃতদেহৰ বাহ্যিক অৱস্থাৰ সম্পৰ্কে ৰিপৰ্ট পাঠ শেষ হ'ল। মুখ্য-বিচাৰ-পতিয়ে ইমানতে অন্ত হ'ল বুলি এটা দীঘল উশাহ টানি, মূৰ ডাঙিলে; কিন্তু চেক্ৰেটৰীয়ে পুনৰ শৱটোৰ আভ্যন্তৰীণ বিৱৰণৰ ৰিপৰ্ট পাঠ আৰম্ভ কৰি দিলে। মুখ্য-বিচাৰপতিয়ে পুনৰ তলমূৰকৰি চকু কিটা জপাই দিলে, নেকলিউদভৰ কাষত বহা সদাগৰ জনৰ কলাঘুমতি আহিল। তেওঁৰ গাটো ইফালে সিফালে হলি পৰিবলৈ ধৰিলে। অভিযুক্ত বন্দী কিজন আৰু পহৰীয়া পুলিচ দুজন নীৰৱে বহি আছে।

আভ্যন্তৰীণ পৰীক্ষাৰ বিৱৰণ আৰু ডাক্তৰে শৱবিৱচ্ছেদ কৰি যি ফলাফল পাইছিল তাৰ পৰা এইটো বেচ্‌ অনুমান কৰিব পাৰি যে, মদৰ লগত বিহ মিহলাই দিয়াৰ ফলতেই স্মেলকভৰ মৃত্যু হৈছিল। পেটৰ অৱস্থাৰ পৰা কি বিহ দিয়া হৈছিল, তাক ধৰা কঠিন; কিন্তু পেটৰ ভিতৰত যি পৰিমাণ বিহ পোৱা গৈছে, তাৰ পৰা থাতাং অনুমান কৰিব পাৰি যে বিহখিনি মদৰ লগতেই মিহলাই দিয়া হৈছিল।

কলাঘুমতিৰ পৰা সাৰ পাই সদাগৰ জুৰৰজনে ক'লে, "তেওঁ নিশ্চয় পান কৰিছিল, ই নিৰ্ভুল।"

ৰিপৰ্ট পাঠ কৰোতে ইতিমধ্যে এঘণ্টা পাৰ হ'ল। এনেতে মুখ্য-বিচাৰপতিয়ে, চৰকাৰী উকীললৈ লক্ষ্য কৰি কঠোৰভাৱে ক'লে, "মোৰ বোধেৰে ভিতৰৰ অঙ্গ-প্ৰত্যঙ্গৰ বিৱৰণ পাঠ কৰাৰ কোনো বিশেষ প্ৰয়োজন নাই।" কিন্তু এই কথাত অসন্তোষ প্ৰকাশ কৰি চৰকাৰী উকীলে ক'লে যে তেওঁ ৰিপৰ্ট পাঠ কৰিবলৈ দিবই লাগিব।

চৰকাৰী উকীলৰ ভাৱভঙ্গিত প্ৰকাশ পালে যে আইনমতে ৰিপৰ্ট পাঠ কৰিবলৈ দাবী কৰাৰ তেওঁৰ অধিকাৰ আছে। তেওঁ এই অধিকাৰ দাবী কৰিবই। যদি বিচাৰপতিয়ে তেওঁৰ দাবী মঞ্জুৰ নকৰে তেন্তে ইয়েই হ'ব উচ্চ আদালতত তেওঁৰ আপীলৰ ভিত্তি।

দীঘল দাঢ়ি গোঁফ থকা আৰু মবমিয়াল চকুযুৰিৰে লৈতে বিচাৰকমণ্ডলীৰ সভ্যজনে পেটৰ অসুখত ভুগি আছিল। ৰিপৰ্ট পাঠ শুনি শুনি আমনি লাগি, তেওঁ মুখ্য বিচাৰপতিৰ ফালে ঘূৰি চাই কলে, "এই বিলাক পঢ়াৰ পৰা লাভ কি? কেৱল সময় খৰছ। যদিও এই বিলাক নতুন জাকৰ দৰে, তথাপি ই ঠাই চাফা কৰিব পৰা নাই।"

সোনোৱালী ফ্ৰেমৰ বিতচকু পিন্ধা বিচাৰপতি গৰাকীয়ে কোনো মন্তব্য দিয়া নাই। তেওঁ নীৰসভাৱে সমুখলৈ চাই আছে। তেওঁৰ মনত ভাব হৈছে যে তেওঁ ঘৈণীয়েকৰ পৰা কোনো সুখ পোৱাৰ আশা নাই। এক কথাত তেওঁৰ জীৱন বিফলেই গৈছে।

ৰিপৰ্ট পাঠ কৰা চলি আছে। "১৮৮—চনৰ ১৫ ফেব্ৰুৱাৰী তাৰিখে মই নিম্ন স্বাক্ষৰকাৰীয়ে, মেডিকেল ডিপাৰ্টমেণ্টৰ নিৰ্দ্দেশানুযায়ী আৰু সহকাৰী মেডিকেল ইঞ্চপেক্টৰৰ সাক্ষাতত ৬৩৮ নং শৱদেহৰ ভিতৰৰ অঙ্গ বিলাকৰ পৰীক্ষা কৰিলোঁ আৰু ফলাফল তলত লিপিবদ্ধ কৰা হ'ল। চেক্ৰেটৰীজনে ৰিপৰ্টখন ক্ৰমে জোৰেৰে পঢ়িছে যদিও, শ্ৰোতা কোনো নাই, আটাইৰে টোপনি। পেটৰ ভিতৰৰ হাওঁ ফাওঁ, নাৰী, ভুক, যকৃৎ, মূত্ৰাশয়, আদি বিভিন্ন অঙ্গবোৰ একোটা আইনাৰ কলহত ভৰাই থোৱা হৈছিল আৰু এইবোৰ মকৰ্দ্দমাত প্ৰদৰ্শন কৰা হ'ল।

মুখ্য-বিচাৰপতিয়ে তেওঁৰ কাষতে বহি থকা বিচাৰক গৰাকীক কাণে কাণে কিবা এটা কোৱা দেখা গ'ল। তাৰপিছত আন ফালে হাউলি, ইজন বিচাৰককো কিবা এটা ক'লে। দুয়োজনেই মুখ্য বিচাৰপতিক সন্মতি জনালে। তেতিয়া মুখ্য বিচাৰপতিয়ে দৃঢ়ভাৱে ক'লে, "এই ৰিপ'ৰ্ট পাঠ কৰি থকাৰ কোনো প্ৰয়োজন নাই বুলি আদালতে বিবেচনা কৰিছে।" চেক্ৰেটৰীয়ে ততালিকে ৰিপ'ৰ্ট পাঠ কৰা বন্ধ কৰিলে। চৰকাৰী উকীল অগ্নিশৰ্ম্মা হৈ কাগজ এখনত কিবাকিবি লিখিবলৈ লাগিল।

মুখ্য-বিচাৰপতিয়ে জুৰৰ সকলৰ ফালে চাই ক'লে, "জুৰৰ মহোদয় সকল, আদালতত সাক্ষ্য হিচাবে উপস্থিত কৰা বস্তুবিলাক আপোনালোকে পৰীক্ষা কৰি চাব পাৰে।

মুখ্য জুৰৰ আৰু কেইবাজনেও থিয় হৈ টেবুলৰ কাষলৈ গ'ল। কিন্তু তেওঁলোকে চাইয়েইনো কি কৰিব? গতিকে কিংকৰ্ত্তব্যবিমূঢ়। তেওঁলোকে

আঙঠিটো, আইনাৰ পাত্ৰবোৰ, আৰু 'টেষ্টটিউব' বোৰলৈ চকু দিলে। সদাগৰ জুৰিজনে আঙঠিটো পিন্ধিও চালে।

তেওঁ পুনৰ আসন গ্ৰহণ কৰি মন্তব্য কৰিলে যে আঙুলিটো যোধ হয় এটা কোমোৰাৰ সমান। মৃত সদাগৰজন যে এজন বৃহদাকাৰৰ লোক আছিল সেই কথা ভাবি যেন তেওঁ বেচ্ আমোদ পাইছে।

## একৈশ

গোচৰত সাক্ষী হিচাবে প্ৰদৰ্শন কৰা বস্তুবিলাকৰ পৰীক্ষা হৈ গ'ল। মুখ্য-বিচাৰপতিয়ে ঘোষণা কৰিলে যে বৰ্ত্তমান তদন্তৰ সম্পৰ্কে অনুসন্ধান আৰু সাক্ষ্য গ্ৰহণ সমাপ্ত। তেওঁ চৰকাৰী উকীলক পুনৰ বক্তব্য আৰম্ভ কৰিবলৈ নিৰ্দ্দেশ দিলে। লগতে এই কথাও যোগ দিলে যে মানুহ হিচাবে তেওঁৰো ভোক পিয়াহ আছে, ধূমপান কৰাৰ প্ৰয়োজন আছে। গতিকেই তেওঁ যেন আনৰ প্ৰতিও অলপ দৰদ দেখুৱায়। কিন্তু চৰকাৰী উকীলে কাৰো প্ৰতি দৰদ নেদেখুৱালে। নিজৰ প্ৰতিও নেদেখুৱালে। ব্যৱহাৰত মানুহজন অত্যন্ত কঠুৱা। ইয়াৰ বাহিৰেও দুৰ্ভাগ্যৰ কথা হ'ল, মানুহজনে স্কুলত পঢ়োঁতে এটা সোণৰ পদক লাভ কৰিছিল আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ হৈ থাকোঁতে ৰোমান-বিধান সম্পৰ্কে অধ্যয়ন কৰিছিল। দাসত্ব সম্পৰ্কে এখন ৰচনা লিখি বঁটাও পাইছিল। ফলত মানুহজনৰ আত্মম্ভৰিতা আৰু আত্মতুষ্টি বাঢ়ি গৈছিল, স্বভাৱ চৰিত্ৰত চূড়ান্তভাৱে 'মূৰ্খামি' প্ৰকাশ পাইছিল।

চৰকাৰী উকীলে ধীৰেৰে আৰু গহিনাই থিয় হ'ল। গাত থকা বনকৰা চোলাটো জিলিকি উঠিল। টেবুলত দুয়োখন হাত থৈ কোঠাটোৰ চাৰিওকালে এবাৰ চকু ফুৰাই চালে। তেওঁ অভিযুক্ত বন্দী বিলাকলৈ কটাক্ষ নকৰি মূৰটো অলপ তললৈ জীয়াকৈ ইতিমধ্যে তৈয়াৰী কৰি থোৱা বক্তব্য আৰম্ভ কৰিলে।

"জুৰিৰ মহোদয় সকল! মই ক'বলৈ গ'লে, আপোনালোকৰ সমুখত যি গোচৰটো বিচাৰৰ কাৰণে উত্থাপন কৰা হৈছে, কে'বাকালৰ পৰা এই গোচৰ বৈশিষ্ট্যপূৰ্ণ।"

চৰকাৰী উকীলৰ মতে তেওঁৰ বক্তব্যৰ এটা ৰাজহুৱা গুৰুত্ব থাকিব লাগে। বিখ্যাত উকীল সকলৰ বক্তব্যৰ দৰে, চৰকাৰী উকীলৰ বক্তব্যও হোৱা উচিত।

যদিও দৰ্শক সকলৰ ভিতৰত মুঠেই উপস্থিত আছিল তিনি গৰাকী নাৰী, এজনী কাপোৰ চিলাই কৰা তিৰোতা মানুহ, এজন বান্ধনি, চাইমনৰ ভনীয়েক এজনী আৰু এজন গাৰোৱান, সেই কথালৈ চৰকাৰী উকীলে ভ্ৰুক্ষেপ কৰা নাই। তেওঁৰ ধাৰণা যে বিখ্যাত লোক সকলে এনেদৰেই আৰম্ভ কৰে। দৰ্শক কম বেছি হোৱা কথালৈ তেওঁলোকে পৰোৱাই নকৰে। ফৰীয়াদী পক্ষৰ উকীলৰ এটা কৰ্ত্তব্য হ'ল, সংঘতিত হোৱা ঘটনাটোৰ আচল মতলব উদ্ঘাতন কৰা। আৰু এনে ধৰণৰ ঘটনাই সমাজৰ যি ক্ষতি কৰে তাক জল্‌জল্ পটপটকৈ ডাঙি ধৰা।

"জুৰৰ মহোদয় সকল আপোনালোকৰ সমুখত যি গোচৰটো উত্থাপন কৰা হৈছে, এই গোচৰ হ'ল বৰ্ত্তমান চলতি শতাব্দীৰ শেষ অংশৰ বৈশিষ্ট্য। এই দুৰ্ভাগীয়া ঘটনাই চকু খুলি দিছে যে বৰ্ত্তমান সমাজৰ একশ্ৰেণী মানুহে কিমান অধঃপতন আৰু দুৰ্নীতিলৈ নামিব পাৰে।"

চৰকাৰী উকীলে এঘণ্টাতকৈও অধিক কাল ধাৰাসাৰে তেওঁৰ বক্তব্য কৈ গৈছে। তেওঁ বছা বছা শব্দ প্ৰয়োগ কৰি, সৰ্ব্বশক্তি দি, তেওঁৰ যুক্তিতৰ্ক ডাঙি ধৰিলে।

তেওঁৰ মতে সদাগৰ স্মেলকভ আছিল ৰুচদেশৰ এজন শক্তিশালী লোক, তেওঁৰ স্বভাৱ চৰিত্ৰও তেনে দোষণীয় নাছিল, তেওঁ এজন উদাৰ প্ৰকৃতিৰ লোক আৰু কাকো অবিশ্বাস নকৰিছিল। কিন্তু সমাজৰ নিকৃষ্টতম আৰু অধঃপতিত লোকৰ হাতত পৰি তেওঁ ধ্বংস হ'ল। চাইমন কাৰ্ত্তিঙ্কিন হ'ল দাস সমাজৰ আদি পুৰুষ সকলৰ প্ৰতীক। সি হ'ল এটা জ্ঞানহীন, নীতিহীন মূৰ্খ। তাৰ কোনো ধৰ্মীয় বিশ্বাস নাই। তাৰ শিক্ষয়িত্ৰী হ'ল ইফিমিয়া আৰু এই নাৰীয়ে উত্তৰাধিকাৰী সূত্ৰেই চৰিত্ৰ দোষখিনি লাভ কৰিছিল। অধঃপতনৰ চূড়ান্ত পৰ্য্যায়ত পতিত হোৱা পতিতা মাচ্‌লভা হ'ল সমস্ত চক্ৰান্তৰ গুৰি।

মাচ্‌লভালৈ চাই তেওঁ ক'লে "আপোনালোকে আজি এই আদালতত তাইৰ গৰাকিনীৰ মুখৰ পৰা শুনিলে যে তাই কিছু শিক্ষা লাভো কৰিছিল। অকল লিখা পঢ়াই নহয় তাই ফৰাচী ভাষাও জানে। সৰুতে তাই আছিল মাউৰা। কিন্তু অপৰাধ-লিপ্সাৰ বীজাণু জন্মতেই লাভ কৰিছিল। এটা শিক্ষিত আৰু ভদ্ৰ পৰিয়ালৰ ঘৰত ডাঙৰ দীঘল হৈ শিক্ষা লাভ কৰিছিল। নিশ্চয় তাই সাধু উপায়েৰে জীৱন অতিবাহিত কৰিব পাৰিলেহেঁতেন। কিন্তু সেই উপকাৰী পৰিয়ালটো তাই ত্যাগ কৰি গুচি যায়। তাইৰ কামলিপ্সা চৰিতাৰ্থৰ কাৰণে আশ্ৰয় ল'লে বেশ্যালয়ত। আপোনালোকে এইমাত্ৰ শুনিবলৈ পালে যে লগৰীয়া

বিলাকৰ ভিতৰত একমাত্ৰ তাৰেই আছিল অলপ লিখাপঢ়া জনা। তাইক আছিল সন্মোহনী বাণ মাৰিব পৰা শক্তি। আগন্তুক বিলাকৰ ওপৰত তাই এই অলৌকিক শক্তি খটাব পাৰিছিল। আধুনিক বিজ্ঞানে, বিশেষকৈ চাৰ্কত ফুলে অনুসন্ধান কৰি, এই শক্তিৰেই নাম দিছে সন্মোহনীবাণ (hypnotic influence)। ইয়াৰ সহায়তেই তাই দয়ালু ঐশ্বৰ্য্যশালী সদাগৰ জনক ফান্দত পেলালে। সদাগৰে তাইৰ ওপৰত যি বিশ্বাস স্থাপন কৰিছিল, প্ৰথমতে সেই বিশ্বাস আৰু আস্থাক আলম লৈ তেওঁক লুট কৰিলে আৰু শেষত ইয়াতো ক্ষান্ত নেথাকি তেওঁক নিষ্ঠুৰ ভাৱে হত্যা কৰা হ'ল।

গহীন হৈ বহি থকা বিচাৰপতিজনৰ ফালে অলপ হাঁউলি, মুখ্য-বিচাৰপতিয়ে মন্তব্য কৰিলে, "এওঁ অভিযোগৰ মেৰ পাক বঢ়াইহে নিছে নহয় নে?"

"এটা মূৰ্খ পণ্ডিত" আনজনা বিচৰকে ক'লে।

ইতিমধ্যে চৰকাৰী উকীলে বক্তৃতা দিয়েই আছে। তেওঁ গাটো অলপ লৰাই ক'লে. "জুৰি মহোদয় সকল! অকল এই আচামী কিজনৰেই যে ভাগ্য আপোনালোকৰ ওপৰত নিৰ্ভৰ কৰিছে এনে নহয়, কিছুদূৰ আমাৰ গোটেই সমাজৰ ভাগ্যও অপোনালোকৰ ৰায়ৰ ওপৰত নিৰ্ভৰ কৰিছে। আপোনালোকৰ সিদ্ধান্ত হ'ব সুদূৰ প্ৰসাৰী। গতিকেই এই অপৰাধৰ গূঢ়তত্ব আপোনালোকে অনুধাৱন কৰক! আপোনালোকৰ অনুমতি সাপেক্ষে মই ক'ব খোজোঁ যে মাচলভাৰ নিচিনা ব্যাধিগ্ৰস্তা নাৰীয়েই আমাৰ সমাজক বিপদসঙ্কুল কৰি তুলিছে। গতিকেই আমাৰ সমাজৰ নিৰপৰাধী লোক সকল তথা গোটেই সমাজ যাতে এনেকুৱা নাৰীৰ সংস্ৰৱত কলুষিত হৈ ধ্বংস হ'ব নোৱাৰে, তাৰ কাৰণে আমি হুঁচিয়াৰ থকা প্ৰয়োজন।"

এই বিচাৰৰ গুৰুত্ব সম্পৰ্কে নিজেই যেন খুব উপলব্ধি কৰিছে, এনেকুৱা ভাৱত চৰকাৰী উকীলে বক্তব্য শেষ কৰি বহি পৰিল, তেওঁ নিজৰ বক্তৃতাৰ সম্পৰ্কে নিজেই যেন বেচ্ খুছি আৰু আনন্দিত।

ভাষাৰ অলঙ্কাৰবোৰ বাদ দিলে তেওঁৰ বক্তৃতাৰ সাৰাংশ হ'ল এই—মাচলভাই সদাগৰৰ আস্থা ভাজন হৈ, সেই সুবিধাতে তেওঁক সন্মোহন বাণ মাৰিলে। তাৰপিছত তাই তেওঁৰ চুটকেচৰ চাবি লৈ সদাগৰ থকা কোঠালৈ গ'ল, উদ্দেশ্য আছিল তেওঁৰ গোটেই টকাখিনি কুক্ষিগত কৰা, কিন্তু টকা আনিবলৈ যাওঁতে চাইমন আৰু ইকিমিৱাই ধৰা পেলায়। ফলত চুৰি কৰা টকাৰ অংশ তেওঁলোককে দিব লগা হ'ল। ইয়াৰ পিছত এই চুৰিৰ চিনচাব মাৰি পেলোৱাৰ কাৰণে

মাচ্‌লভাই পুনৰ সদাগৰক লৈ হোটেলৰ কোঠালৈ ঘূৰি আহে আৰু তাতেই তেওঁৰ বিহ খুৱাই হত্যা কৰে।

চৰকাৰী উকীলৰ বক্তব্য শেষ হোৱাৰ পিছত এড্‌ভোকেট বেঞ্চৰ পৰা এজন আদবয়সী লোক থিয় হৈ কাৰ্ত্তিক্কিন আৰু বচ্‌কভাৰ পক্ষ সমৰ্থন কৰি তৰ্ক কৰিলে। তিনিশ ৰুবল ফিজ্‌ দি, এই দুজন আচামীয়ে তেওঁক উকীল নিযুক্ত কৰিছিল। তেওঁ যুক্তি তৰ্ক প্ৰদৰ্শন কৰি দেখুৱাবলৈ চেষ্টা কৰিছিল যে তেওঁৰ মক্কেল দুজন সম্পূৰ্ণ নিৰ্দোষী। সমস্ত দোষৰ ভাগী হ'ল একমাত্ৰ মাচ্‌লভা। তায়েই হ'ল যেত কূটৰ ঘাই।

মাচ্‌লভাৰ জবানবন্দীত আছিল যে তাই হোটেলৰ কোঠাৰ পৰা টকা আনোতে বচ্‌কভা আৰু কাৰ্ত্তিক্কিন উপস্থিত আছিল। এডভোকেটে জনে জোৰ দি ক'লে যে মাচ্‌লভাৰ এই কথা সাক্ষ্য হিচাবে গ্ৰহণীয় নহয়, যেহেতু তাইক বিষ প্ৰয়োগ কৰা অভিযোগত অভিযুক্ত কৰা হৈছে। এই দুজন সৎ আৰু পৰিশ্ৰমী লোক দৈনিক হোটেলত কাম কৰি প্ৰতিজন হোটেল বাসীৰ পৰা বক্‌চিচ্‌ হিচাবেও তিনি ৰুবলৰ পৰা পাঁচ ৰুবললৈ আৰ্জ্জিব পাৰে। গতিকেই ওঁঠৰশ ৰুবল তেওঁলোকে সঞ্চয় কৰিব পৰাটো একো আচৰিত ঘটনা নহয়। সদাগৰৰ টকাখিনি একমাত্ৰ মাচ্‌লভাই চুৰ কৰিছে; নাইবা চুৰ কৰি কাৰবাক দিছে। নাইবা তাইৰ মনৰ অস্বাভাবিক অৱস্থালৈ চাই তাই টকা হেৰুৱাবও পাৰে। আচল কথা হ'ল একমাত্ৰ মাচ্‌লভাই সদাগৰক বিহ খুৱালে।

এডভোকেটে জুৰৰ সকলক অনুৰোধ কৰিলে যে বচ্‌কভা আৰু কাৰ্ত্তিক্কিনক চুৰিৰ অভিযোগৰ পৰা মুক্তি দিব লাগে। যদি চুৰিৰ অপৰাধৰ পৰা মুক্তি দিব নোখোজে তেন্তে অন্ততঃ এই কথা গ্ৰহণ কৰক যে তেওঁলোকে বিষ প্ৰয়োগ কামত অংশ গ্ৰহণ কৰা নাই।

চৰকাৰী উকীলক এটা খোঁচ দিবৰ উদ্দেশ্যে এডভোকেটে শেষ মন্তব্য কৰিলে যে তেওঁৰ বন্ধু চৰকাৰী উকীলে বংশ পৰম্পৰা সম্পৰ্কে যি চমক লগা বৈজ্ঞানিক তত্বৰ কথা ভাঙি ধৰিছে সেই তত্ব এই ক্ষেত্ৰত সম্পূৰ্ণ অচল, যিহেতু বচ্‌কভাৰ গোৰাগোষ্ঠীৰ কথা অজ্ঞাত।

চৰকাৰী উকীলে ঘৃণা আৰু উপলুঙাৰ ভাৱ ভঙ্গি দেখুৱাই গাটো জিকাৰ মাৰি কাগজ এটুকুৰাত খৰমুৰা হৈ কিবাকিবি লিখিবলৈ লাগিল।

ইয়াৰ পিছত মাচ্‌লভাৰ পক্ষ সমৰ্থন কৰা উকীলৰ পাল। তেওঁ ধীৰে ধীৰে মাচ্‌লভাৰ পক্ষে যুক্তি প্ৰদৰ্শন আৰম্ভ কৰিলে। তেওঁ টকা চুৰকৰা কথা অস্বীকাৰ

নকবি মাখোন ক'লে, দোষ দি ক'লে যে মাচ্‌লভাৰ সদাগৰ মেনকভক হ্নি খুঁজিবাৰ কোনো উদ্দেশ্য থাকিব নোৱাৰে। তাই কেৱল টোপনি আহিবৰ কাৰণে পাউদাৰ মিহলাই দিছিল। এডভোকেটজনে নিজৰ বাক্‌পটুতা দেখুৱাবৰ কাৰণে পুনৰ ক'লে যে যিজন মানুহে মাচ্‌লভাক এই অধঃপতনৰ পথলৈ লৈ গ'ল, যাৰ কাৰণে তাই আজি এই পতিতাত পৰিণত হ'ল সেইজন মানুহৰ এতিয়াও কোনো শাস্তি হোৱা নাই ; কিন্তু এই সমস্ত অধঃপতনৰ ফল ভোগ কৰিছে এই ছোৱালীজনীয়ে।

কিন্তু এই মনস্তাত্ত্বিক তত্ত্বই কাকো সন্তোষ দিব নোৱাৰিলে। এই কথাত উপস্থিত সকলোৱে বেয়াহে পালে। তাৰ পিছত এড্‌ভোকেটে পুৰুষৰ নিষ্ঠুৰতা আৰু নাৰীৰ অসহায়তাৰ কথা উল্লেখ কৰোতে মুখ্য-বিচাৰপতিয়ে তেওঁলৈ লক্ষ্য কৰি ক'লে যে এডভোকেটে ঘটনাৰ লগত বৰ্জিতা খোৱা কথাহে কোৱা ভাল।

তেওঁৰ শেষ হোৱাৰ লগে লগে চৰকাৰী উকীলে প্ৰত্যুত্তৰ দিবৰ কাৰণে থিয় হ'ল। তেওঁ বচ্‌কভাৰ পক্ষ সমৰ্থন কৰা এড্‌ভোকেটৰ যুক্তি খণ্ডন কৰি ক'লে যে বংশগত দোষগুণ পুৰুষানুক্ৰমিক আৰু উত্তৰাধিকাৰীসূত্ৰে পাই বুলি বৈজ্ঞানিক সকলে যি সত্য আবিষ্কাৰ কৰিছে, সেই কথা মিছা হ'ব নোৱাৰে। এই বৈজ্ঞানিক তত্ত্বৰ মূল কথা হ'ল, যে মাক বাপেকৰ চৰিত্ৰৰ পৰা যেনেকৈ সন্তানৰ অপৰাধ কৰাৰ প্ৰবৃত্তিৰ কথা জানিব পাৰি, তেনেকৈ অপৰাধী মানুহৰ চৰিত্ৰৰ পৰাও তেওঁৰ বংশৰ কথা জানিব পাৰি। বংশানুক্ৰমিক স্বভাৱৰ এয়ে হৈছে আইন। মাচ্‌লভাৰ পক্ষে যি যি যুক্তি প্ৰদৰ্শন কৰা হৈছে, তাৰ উত্তৰত তেওঁ কয় যে যিজন কাল্পনিক মানুহে তাইৰ সতীত্ব নষ্ট কৰিলে বুলি কোৱা হৈছে, আচলতে তাইহে সেই লোকজনক প্ৰলোভন দিছিল। এইদৰে হয়তো বহু মানুহেই তাইৰ প্ৰলোভনত পৰি কামাগ্নিৰ আহুতি হ'ল। এইখিনি কথা কৈ বণ জিকাৰ ভাৱত তেওঁ বহি পৰিল।

ইয়াৰ পিছত অভিযুক্ত বন্দী সকলক, তেওঁলোকৰ আত্মপক্ষ সমৰ্থন কৰি কিবা ক'ব খুজিলে ক'ব পাৰে বুলি বিচাৰকমণ্ডলীয়ে হুকুম দিলে।

ইফিমিয়া বচ্‌কভাই, মাচ্‌লভাৰ গাত সম্পূৰ্ণ দোষ দি ক'লে যে তেওঁ এই ঘটনা সম্পৰ্কে একো নেজানে। ঘটনাৰ তেওঁ কোনো অংশীদাৰ নহয়। কাৰ্তিকিনে কলে, "দোষী নিৰ্দোষী বিচাৰ কৰাৰ ভাৰ আপোনালোকৰ ওপৰত ; কিন্তু মই সম্পূৰ্ণ নিৰ্দোষী।"

মাচ্‌লতাই একো কথাকে নক'লে। মুখ্য-বিচাৰপতিয়ে যেতিয়া বুজাই দিলে যে তাইৰ কিবা ক'বলগীয়া থাকিলে ক'ব পাৰে, তেতিয়া তাই মাথোন চকু মেলি কোঠাটোৰ চাৰিওফালে নিৰীক্ষণ কৰিলে। তাই যেন চিকাৰীৰ কবলত পৰা এটা প্ৰাণী। তাই তলমূৰ কৰি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

নেক্‌লিউদভৰ মুখৰ পৰা এটা অদ্ভুত শব্দ বাহিৰ হ'ল। ওচৰত থকা সদাগৰজনে এই শব্দ শুনি ততালিকে সুধিলে, "আপোনাৰ হ'ল কি?" ই হ'ল তেওঁৰ অন্তৰত লুকাই থকা উচুপনিৰ প্ৰকাশ।

নেক্‌লিউদভে তেওঁৰ বৰ্তমান অৱস্থাৰ কথা সম্যক উপলব্ধি কৰা নাছিল। তেওঁৰ উচুপনি আৰু চকুপানী ওলোৱাৰ মূল কাৰণ, তেওঁ স্নায়বিক দুৰ্ব্বলতা বুলি ধৰি লৈছিল, তেওঁ চকুলোখিনি ঢাকিবৰ কাৰণে বিতচকুজোৰ লগাই ল'লে। তাৰপিছত কমালখন উলিয়াই নাকটো মচিবলৈ ধৰিলে।

তেওঁৰ পেটে পেটে ভয় হল জানোচা তেওঁৰ চৰিত্ৰৰ কথা প্ৰকাশ হৈ পৰে, জানোচা আদালতৰ সকলোৱেই সেই কথা গম পায়। তেতিয়া তেওঁৰ যি লাজ'চৰম হ'ব, সেই ভাৱনাই তেওঁৰ অন্তৰ ঠকাসৰকা কৰিবলৈ ধৰিলে।

## বাইশ

আচামী সকলৰ বক্তব্য শুনা শেষ হ'লত, জুৰৰ সকলৰ আগত প্ৰশ্ন বিলাক কেনেদৰে ডাঙি ধৰা হ'ব, সেই সম্পৰ্কে আলোচনা হ'ল। এই বিষয়টোৱে অলপ সময়ো ল'লে। অৱশেষত প্ৰশ্ন বিলাক তৈয়াৰ কৰা হ'ল আৰু মুখ্য-বিচাৰপতিয়ে সংক্ষেপে বক্তব্য ডাঙি ধৰিলে।

জুৰৰ সকলৰ আগত মকৰ্দ্দমাৰ সবিশেষ ডাঙি ধৰাৰ পূৰ্ব্বে, মুখ্য-বিচাৰপতিয়ে কিছুমান সূত্ৰৰ সম্পৰ্কে ধকৰা আৰু সৰলভাৱে ব্যাখ্যা কৰিলে।

বিচাৰপতিয়ে আইনমতে সিন্ধিকটা চুৰি আৰু সাধাৰণ চুৰি কাক বোলে সেই কথা বুজাই দি, তেওঁ কেইবাবাৰো নেক্‌লিউদভৰ ফালে দৃষ্টিপাত কৰিলে। বিচাৰকৰ ধাৰণা যে নেক্‌লিউদভে এই বিলাক সূত্ৰৰ তাৎপৰ্য্য ভালকৈ উপলব্ধি কৰিব পাৰিব আৰু তাৰ ফলত তেওঁ অন্যান্য জুৰৰ সকলক পৰিষ্কাৰকৈ বুজাই দিব পাৰিব। জুৰৰ সকলে এই কথা বিলাক বুজি পোৱা যেন অনুমান কৰি মুখ্য-বিচাৰপতিয়ে তেতিয়া হত্যা কাক বোলে ব্যাখ্যা কৰিলে। তেওঁ ক'লে যে 'হত্যা' মানে অৰ্থ এয়ে যে বিবিলাক কামে এজন মানুহৰ মৃত্যু ঘটায় তাকেই হত্যা

খোজে। গতিকেই বিষ-প্ৰয়োগ কৰাটোও আপোনালোকে হত্যা বুলি ধৰিব পাৰে; যিহেতু এই বিষ-প্ৰয়োগে এজন মানুহৰ মৃত্যু ঘটালে। এই তাৎপৰ্য্যও জুৰৰ সকলেই উপলব্ধি কৰিছে বুলি অনুমান কৰি; মুখ্য-বিচাৰপতিয়ে ক'লে যে 'চুৰি' আৰু 'হত্যা' যদি একেলগে ঘটে তেন্তে সেই অপৰাধক 'হত্যা সহ চুৰি' বুলি আখ্যা দিয়া হয়।

মুখ্য-বিচাৰপতিৰ ইচ্ছা যে গোচৰটোৰ শুনানী সোনকালে শেষ হ'ক। তেওঁৰ মনলৈ আহি আছিল সেই ৰূপহী চুইচ গাভৰুজনীয়ে তেওঁৰ কাৰণে অপেক্ষা কৰি থকাৰ কথা। কিন্তু বিচাৰ সম্পৰ্কীয় বিষয়ত তেওঁ এনেকুৱা অভ্যস্ত হৈ পৰিছিল যে এবাৰ কথা আৰম্ভ কৰি দিয়াৰ লগে লগে তেওঁৰ ৰ'বলৈ অৱকাশ নাছিল। তেওঁ জুৰৰ সকলক জোৰ দি ক'লে যে তেওঁলোকে যদি আচামী বিলাকক দোষী সাব্যস্ত কৰে তেন্তে 'দোষী' বুলি ৰায় দিয়াৰ অধিকাৰ তেওঁলোকৰ আছে। যদি দোষী বুলি নেভাবে, তেন্তে 'নিৰ্দ্দোষী' বুলি ৰায় দিব পাৰে। এটা অভিযোগত দোষী পালে, আনটো অভিযোগত নিৰ্দ্দোষী বুলিও ক'ব পাৰে। যদিও জুৰৰ সকলৰ এই বিলাক অধিকাৰ আছে, তথাপি তেওঁ আশা কৰে যে এই অধিকাৰ বিলাক তেওঁলোকে সুবিবেচনা কৰি প্ৰয়োগ কৰিব। তাৰপিছত তেওঁ জুৰৰ সকলক আৰু বুজনি দিলে যে কোনো প্ৰশ্ন তেওঁলোকক সুধিলে, তেওঁলোকে যদি হয় বুলি উত্তৰ দিয়ে, তেন্তে প্ৰশ্নৰ সকলো কথাই তেওঁলোকে সমৰ্থন কৰা বুজাব। গতিকে প্ৰশ্নৰ কোনো অংশৰ কথা তেওঁলোকে সমৰ্থন নকৰিলে, সেইকথা বেলেগে সমৰ্থন নকৰে বুলি উল্লেখ থাকিব লাগে। ঘড়ী চাই মুখ্য বিচাৰপতিয়ে লক্ষ্য কৰিলে যে সময় আগবাঢ়ি তিনি বাজিবলৈ পাঁচ মিনিট বাকী। তেওঁ লৰা-লৰিকৈ গোচৰটোৰ সাৰমৰ্ম্ম জুৰৰ সকলৰ আগত ভাঙি ধৰিবলৈ আগ বাঢ়িল।

"এই গোচৰৰ আচল সাৰমৰ্ম্ম হ'ল এনেকুৱা।" মুখ্য-বিচাৰপতিয়ে ক'লে। তেওঁ ভেতিয়া সাক্ষী বিলাকে কোৱা কথা, এড্‌ভোকেট সকলৰ যুক্তি, আৰু চৰকাৰী উকীলৰ তৰ্ক সম্পৰ্কে দোহাৰি কলে।

মুখ্য-বিচাৰপতিৰ বক্তব্যখিনি আন দুজন বিচাৰপতিয়ে কাণ দি শুনি গৈছে। লগে লগে তেওঁলোকে বাৰে বাৰে ঘড়ী চাই আছে। মুখ্য-বিচাৰপতিৰ বক্তব্যখিনি যদিও সাৰগৰ্ভ তথাপি ই বৰ দীঘলীয়া হৈছিল। প্ৰকৃততে বক্তব্যখিনি যি ধৰণৰ হোৱা উচিত তেনেকুৱাই হৈছিল। চৰকাৰী উকীল, আচামী পক্ষৰ উকীল আৰু উপস্থিত সকলোৱে মতো লেৱে।"

অনুমান হয়, মুখ্য-বিচাৰপতিৰ মূল বক্তব্য গোটেইখিনি কোৱা হ'ল, কিন্তু

তথাপি তেওঁ বক্তব্য পেচ কৰাৰ অধিকাৰ ত্যাগ কৰিবলৈ ইচ্ছা কৰা নাই। তেওঁৰ বক্তৃতাও বেচ শ্ৰুতিমধুৰ হৈছিল। শেষত তেওঁ জুৰৰ সকলৰ ক্ষমতাৰ সম্পৰ্কে একেষাৰ ক'বলৈ মন মেলিলে। তেওঁ ক'লে যে জুৰৰ সকলে খুব সাৱধানেৰে এই ক্ষমতা প্ৰয়োগ কৰা দৰকাৰ, আৰু কোনো ক্ষেত্ৰতেই তেওঁলোকে শপত গ্ৰহণ কৰি এই ক্ষমতা অপপ্ৰয়োগ কৰিব নেলাগে। সমাজত ন্যায় বিচাৰৰ মানদণ্ড ৰক্ষা কৰাৰ ভাৰ তেওঁলোকৰ ওপৰত। তদুপৰি আলোচনী কোঠাত তেওঁলোকে যি তৰ্ক বিতৰ্ক কৰে, সেই বিলাকো গুপুত ভাৱে ৰখাটো পৱিত্ৰ কৰ্ত্তব্য বুলি বিবেচনা কৰা দৰকাৰ, ইত্যাদি।

বিচাৰপতিৰ বক্তৃতা আৰম্ভ কৰাৰ পৰা মাচ্‌লভাই একাগ্ৰচিত্তীয়া হৈ তেওঁৰ প্ৰতিটো কথা শুনি গৈছে। বিচাৰপতিৰ মুখৰ পৰা তাই চকু লৰচৰ কৰা নাই। সেই কাৰণেই নেক্‌লিউদভেও তাইৰ চকুলৈ চাবলৈ ভয় কৰা নাই আৰু একে ঠৰে চাই আছে। বহুদিনৰ মূৰত কোনো মানুহ দেখিলে প্ৰথমেই মনলৈ আহে এই নেদেখা কালছোৱাত তেওঁৰ চেহেৰাৰ পৰিবৰ্ত্তন, তাৰ পিছত ক্ৰমে সময়ৰ সোঁতত ঘটা পৰিবৰ্ত্তনবোৰ লুপ্ত হৈ পূৰ্ব্ব অৱস্থালৈ ঘূৰি যায়। মানুহজনৰ পূৰ্ব্বৰ চেহেৰা প্ৰতিভাত হৈ পৰে। কাটুৎচাৰ চেহেৰা লক্ষ্য কৰি নেক্‌লিউদভৰ মনৰ ভাবো এনেকুৱাই হৈ পৰিছে। ক্ৰমে তাইৰ পূৰ্ব্বৰ চেহেৰা তেওঁৰ চকুৰ আগত ভাহি উঠিল আৰু তেওঁৰ অন্তৰ্দৃষ্টিত ভাহি উঠিল কেৱল এক অনন্যসাধাৰণ অপূৰ্ব্ব আধ্যাত্মিক ব্যক্তি-সত্তা।

নেক্‌লিউদভে দেখিবলৈ পালে মাচ্‌লভাৰ গাত জেলত পিন্ধা এটা হলৌ চোলা। তাইৰ বুকুখন ওফন্দি পৰিছে। আগতকৈ গাটো মেদ-যুক্ত হৈছে। কপালত কেইটামান ৰেখা জিলিকিছে। চকু দুটা অলপ উখহা নিচিনা। কিন্তু এইবিলাক পৰিবৰ্ত্তনৰ সত্বেও তাই সেই কাটুৎচাই হৈ আছে। সেই কাটুৎচাৰ ইষ্টাৰৰ দিনা সৰল আৰু মধুৰ চাৱনিটোৰ কথা তেওঁৰ মনত পৰিল। সেইদিনা তাইক তেওঁ নিস্বাৰ্থভাৱেই ভাল পাইছিল। চকুত বিৰিঙি আছিল জীৱন যৌৱনৰ আনন্দ উচ্ছ্বাস।

ঘটনাৰ কি আচৰিত মিলন! কত বছৰ তাইক তেওঁ দেখা নাই। ইমান বছৰৰ মূৰত তাইক দেখিবলৈ পালে কাঠ-গঁড়ালত। তাই আজি আচামী—হত্যাৰ মকৰ্দ্দমাৰ আচামী, আৰু এই মকৰ্দ্দমাৰ জুৰৰ হিচাবে বিচাৰৰ ভাৰ পৰিল তেওঁৰ ওপৰত। মকৰ্দ্দমাৰ বা শেষ পৰিণতি কি হয়! যি হ'ক বিচাৰটো সোনকালে শেষ হোৱা হেঁতেন!

যদিও নেক্লিউডভৰ মনত অনুতাপৰ ভাব উপস্থিত, তথাপি তেওঁ অনুতপ্ত হোৱা নাই। তেওঁ পেটে পেটে ই এটা আকস্মিক ঘটনা বুলি উৰুৱাই দিব খোজে। তেওঁৰ ভাব হ'ল যে এই ঘটনাই তেওঁৰ জীৱনৰ ধাৰাক কোনো আঘাত দিব নোৱাৰে।

নিজৰ কৃত-কাৰ্য্যৰ কাৰণে নেক্লিউদভে অত্যন্ত বিৰক্তি অনুভৱ কৰিলে। তেওঁৰ ভাব হ'ল ই কি বিধাতাৰ অভিপ্ৰেত? কিন্তু তেওঁ নিজ কৰ্মফলৰ পৰিণাম এতিয়াও উপলব্ধি কৰিব পৰা নাই। এই ঘটনা পৰম্পৰাত বিধাতাৰ হাত আছে বুলি স্বীকাৰ কৰিবলৈ তেওঁ ৰাজি নহয়। আজি চকুৰ আগত তেওঁ যি দেখিছে, এই ঘটনা তেওঁৰ কাৰ্য্যৰ ফলত হৈছে বুলি তেওঁ বিশ্বাস নকৰে। কিন্তু বিধাতাৰ নিষ্ঠুৰ হাতৰ পৰা তেওঁৰ ৰক্ষা ক'ত? তেওঁ অনুভৱ কৰিলে যে তেওঁ সাৰি যোৱা উচিত নহয়। তেওঁ এতিয়াও সাহসেৰে, ধীৰ আৰু স্থিৰেৰে প্ৰথম খাৰীৰ চকী এখনত ঠেঙৰ ওপৰত ঠেঙ তুলি বহি, বিতচকুজোৰ হাতত লৈ খেলি আছে। কিন্তু সৰ্ব্বক্ষণ তেওঁৰ হৃদয়ৰ নিভৃততম কোণত অনুভৱ কৰিছে যে প্ৰকৃততেই তেওঁ এজন নীচ কাপুৰুষ আৰু হৃদয়হীন মানুহ। অকল কাটুৎচাৰ কথাটোৱেই নহয়। যোৱা দহবছৰ তেওঁ অত্যন্ত ব্যভিচাৰী, নিষ্ঠুৰ, কলুষিত আৰু ভ্ৰষ্ট জীৱন যাপন কৰিছে। দহ বছৰ ধৰি কাটুৎচাক কৰা অন্যায়ৰ পাপ, এটা ভয়ঙ্কৰ অজ্ঞাত আৱৰণেৰে ঢাকি ৰাখিছিল। এই আৱৰণৰ অন্তৰালত কি আছে তাৰ বেঙনি তেওঁ দেখিবলৈ পালে। তেওঁৰ এই দহ বছৰৰ জীৱনৰ ধাৰাৰ কঁপনি উঠিল আৰু জীৱনৰ নতুন ধাৰাৰেই সম্ভাৱনা আহি দেখা দিলে।

## তেইশ

অৱশেষত সভাপতিৰ বক্তৃতাৰ ওৰ পৰিল। তেওঁ প্ৰশ্নাৱলীখন ভাজি, মুখ্য জুৰৰজনৰ ফালে আগবঢ়াই দিলে। জুৰৰজনে আগবাঢ়ি আহি হাত পাতি গ্ৰহণ কৰিলে। আদালতৰ পৰা উঠি যাবলৈ পাই জুৰৰ সকলেও ৰং পালে। ইজন সিজনকৈ আসন এৰি আলোচনাৰ কোঠালৈ যাত্ৰা কৰিলে। তেওঁলোক সোমাই যোৱাৰ লগে লগে আলোচনা কোঠাৰ দৰজা বন্ধ হ'ল আৰু এজন সশস্ত্ৰ চিপাহীয়ে কান্ধত খোলা তৰোৱাল লৈ দৰজাৰ মুখত পহৰা দি থাকিল। বিচাৰক মণ্ডলীয়েও আসন ত্যাগ কৰি উঠি গ'ল। আচামী কেইজনকো আদালতৰ পৰা লৈ যোৱা হ'ল।

আলোচনা কোঠাত সোমায়েই জুৰৰ সকলৰ প্ৰথম কাম হ'ল অলপ ধূমপান

কৰি লোৱা। জুৰৰ সকলক যদিও বিচাৰত সাহায্য কৰিবৰ কাৰণে নিযুক্ত কৰা হয়, আচলতে তেওঁলোকৰ বিশেষ একো কাম নাই। বিচাৰকৰ ভাও ধৰি অস্বাভাৱিকৰূপে আদালতত বহি থকাই তেওঁলোকৰ কাম। এই অৱস্থাৰ কথা কম বেছি প্ৰতিজন জুৰৰে অনুভৱ কৰিছিল। আলোচনা কোঠাত সোমাই চেলুৰে হোঁপাৰ লগে লগে, তেওঁলোকে যেন অলপ সকাহ পালে, আৰু ততালিকে প্ৰফুল্লচিত্তে কথোপকথন আৰম্ভ কৰিলে।

স্নেহশীল সদাগৰজনে ক'লে, "ছোৱালীজনীৰ গাত কোনো দোষ নাই। তাই নিশ্চয়ে সানপোতক খালে। আমি তাইক ক্ষমা কৰিব়লৈ কোৱা ভাল।"

মুখ্য জুৰৰজনে ক'লে, "সেইটো কথাকে আমি বিবেচনা কৰিব লাগিব। ব্যক্তিগত ধাৰণাত উটিবুৰি গ'লে ন'হব।"

"মুখ্য-বিচাৰপতিয়ে থুলমূলকৈ কথাখিনি ভালেই কৈছে।" কৰ্ণেলজনে মন্তব্য কৰিলে।

"আপুনি ভাল বুলি কৈছে কিয়? শুনি শুনি মোৰতো আমনি লাগি টোপনিও আহিছিল।"

য়িহুদী কেৰেণীজনে ক'লে, "আচল কথা হৈছে মাচ্লভাৰ যোগ নেথাকিলে, চাকৰজনে টকাৰ কথা কেতিয়াও জানিব নোৱাৰিলেহেঁতেন।'

"আপুনি ক'ব খোজেনে কি যে টকাখিনি তায়েই চুৰ কৰিছে?" এজন জুৰৰে প্ৰশ্ন কৰিলে।

"এই কথা মই কেতিয়াও বিশ্বাস নকৰোঁ।" স্নেহশীল সদাগৰজনে ক'লে।

"এই কাম হৈছে সেই বঙাচকুৱা পিশাচী বুঢ়ীজনীৰ।"

"আটাইকিজন বেচ্ মিলিছিল।" কৰ্ণেলজনে মন্তব্য কৰিলে।

"কিন্তু বুঢ়ীয়ে কয় যে তেওঁ কোঠাত সোমোৱাই নাই।"

"বুঢ়ীক কি বিশ্বাস কৰা যায়?"

"গোটেই জগতে ক'লেও এই লেৰেলীক মই কেতিয়াও বিশ্বাস নকৰোঁ"

"আপোনাৰ বিশ্বাস অবিশ্বাসে মূল প্ৰশ্নৰ কোনো সমাধান নিদিয়ে।" য়িহুদী কেৰেণীজনে উত্তৰ দিলে।

"চাবি আছিল ছোৱালীজনীৰ হাতত।" কৰ্ণেলে ক'লে।

"চাবি থাকিলেই বা? তাত হ'ল কি?" সদাগৰে প্ৰত্যুত্তৰ দিলে।

"আৰু আঙঠিটো?"

"আঙঠিটো কেনেকৈ পালে সেই বিষয়তো তাই কৈছে।" সদাগৰে পুনৰ ক'লে।

"তাৰোপৰি মানুহজন বোধহয় বাগিয়াল আছিল। সুবাৰ নিচাও চৰি গৈছিল। ইয়াতকৈ আৰু কি হ'ব পাৰে? তাৰপিছত তেওঁ দুঃখ প্ৰকাশ কৰিছিল। অৱশ্যে সেইটোৱেই স্বাভাৱিক! তেতিয়া তেওঁ 'এইটো লোৱা লোৱা' বুলি আঙঠিটো গুজি দিছিল। মই কোৱা শুনিছোঁ বোলে মানুহটো ৬ ফুট ৫ ইঞ্চি দীঘল আছিল। বোধহয় তেওঁৰ ওজনো ২০০ পাউণ্ডৰ কম নহ'ব।"

"সেইটো আচল কথা নহয়।" পিয়তৰ গেৰাচিমভে ক'লে। "প্ৰশ্ন হৈছে আচলতে ছোৱালীজনী ষড়যন্ত্ৰৰ মূল নে চাকৰটো?"

"চাকৰটোৱে অকলে এই কাম কৰিব নোৱাৰে; কিয়নো চাবিটো ছোৱালী-জনীৰ হাততেই আছিল।"

এনেকুৱা প্ৰশ্ন কটাকটি কৰি কিছু সময় পাৰ হৈ গল।

শেষত মুখ্য জুৰৰজনে কলে, "ভদ্ৰ মহোদয় সকল! আপোনালোকে মোক ক্ষমা কৰিব। আমি সকলোৱেই টেবুলৰ ওচৰত বহি আলচ কৰা ভাল। আপোনালোক ওচৰচাপি আহক!" মুখ্য জুৰৰজনে সভাপতিৰ আসন গ্ৰহণ কৰিলে।

"কিন্তু এই বেশ্যা নাৰী বিলাকে কৰিব নোৱাৰা একো নাই।" কেৰেণী জুৰৰে ক'লে। মাচ্‌লভাই যে আচল অপৰাধিনী এই কথাৰ সত্যতা প্ৰমাণৰ কাৰণে তেওঁ উদাহৰণ দি কলে যে তেওঁৰ বন্ধু এজন ৰাস্তাইদি যাওঁতে তেওঁৰ হাতঘড়ীটো বেশ্যা এজনীয়ে চুৰ কৰি নিছিল।

চুঙা চাই সোপাদি কৰ্ণেলে কলে যে তেওঁ তাতকৈ ডাঙৰ চুৰি এটাৰ কথা জানে সেইটো হ'ল এটা 'চামভাৰ'* চুৰিৰ কথা।

পেনচিলেৰে টেবুলত টকৰিয়াই মুখ্য জুৰৰজনে কলে, "ভদ্ৰ মহোদয় সকল, আপোনালোকে মূল প্ৰশ্ন বিলাক শুনক।"

সকলো জুৰৰ নীৰৱ হ'ল।

আপোনালোকে উত্তৰ দিব লগা প্ৰশ্নবোৰ হ'ল এই—

(১) ক্ৰাপিভেনেস্কি জিলাৰ বৰ্কি গাৱঁৰ ৩০ বছৰ বয়সীয়া কৃষক চাইমন্ পেট্ৰভিচ্ কাৰ্তিঙ্কিনৰ ওপৰত অভিযোগ হৈছে এই। অন্যান্য আচামী কেইজনৰে

---

*পানী গৰম কৰা পাত্ৰ

লৈতে সহযোগ হৈ তেওঁ টকা চুৰ কৰিবৰ উদ্দেশ্যে, ১৮৮—চনৰ, ১৭ জানুৱাৰী দিনা—নগৰত ব্ৰাহ্মীৰ লগত বিহ মিহলাই সদাগৰ স্মেলকভক হত্যা কৰিছে আৰু তেওঁৰ ২৫০০ ৰুবল আৰু এটা হীৰাৰ আঙঠি চুৰ কৰিছে। এই বাবে তেওঁ দোষী হয়নে নহয় ?

(২) ওপৰত বৰ্ণনা কৰা অপৰাধৰ কাৰণে ৪৩ বছৰীয়া ইফিমিয় আইভান্ভা বচ্কভা দোষী হয়নে নহয় ?

(৩) প্ৰথম প্ৰশ্নত বৰ্ণনা কৰা অপৰাধৰ কাৰণে ২৭ বছৰীয়া কেটেৰীনা মিখেইলৱনা মাচ্লভা দোষী হয়নে নহয় ?

(৪) যদি আচামী ইফিমিয়া বচ্কভা প্ৰথম প্ৰশ্নত বৰ্ণনা কৰা অপৰাধৰ কাৰণে দোষী নহয়, তেন্তে ১৮৮—চনৰ ১৭ জানুৱাৰী তাৰিখে—নগৰত তেওঁ মাৰটানিয়া হোটেলত পৰিচাৰিকাৰ কাম কৰি থাকোতে সেই হোটেলত বাস কৰা সদাগৰ স্মেলকভৰ কোঠাৰ পৰা চাবি মাৰি থোৱা তেওঁৰ চামৰাৰ পেটেৰাৰ পৰা তলা-খুলি ২৫০০ ৰুবল চুৰি কৰাৰ বাবে দোষী হয়নে নহয় ?

মুখ্য জুৰবে প্ৰশ্ন পাঠ সমাপ্ত কৰি কলে, "ভদ্ৰমহোদয় সকল! প্ৰথম প্ৰশ্নৰ উত্তৰত আপোনালোকে কি কয় ?"

ততালিকে এই প্ৰশ্নৰ উত্তৰ আহিল। কাৰ্ত্তিঙ্কিন চুৰি আৰু হত্যা দুয়োটা কামতে যোগ আছে বুলি বিশ্বাস কৰি সকলো জুৰবে 'দোষী' বুলি মত প্ৰকাশ কৰিলে। একমাত্ৰ এখন শ্ৰমিক সমবায়ৰ বৃদ্ধ সভ্য এজনে ইয়াৰ বিৰোধিতা কৰি 'খালাচ' দিয়াৰ পক্ষে মত দিলে। বৃদ্ধই আচল কথাটো ভালকৈ বুজি পোৱা নাই বুলি ভাবি মুখ্য জুৰজনে ক'লে যে সকলোফালৰ পৰাই কাৰ্ত্তিঙ্কিনৰ অপৰাধ প্ৰমাণ হৈছে। বৃদ্ধই উত্তৰ দিলে যে তেওঁ সকলো কথাই বুজিছে ; "কিন্তু আমি তেওঁক ক্ষমা কৰাই শ্ৰেয়ঃ। আমি জানো কোনো সাধু-সন্ন্যাসী নহয়।" এই বুলি কৈ তেওঁ নিজৰ মততেই আকোৰগজালি মাৰি থাকিল।

বহু বাক-বিতণ্ডা আৰু কথা কটাকটিৰ পিছত দ্বিতীয় প্ৰশ্নৰ উত্তৰ স্বৰূপে জুৰব সকলে 'নিৰ্দ্দোষী' বুলি ৰায় দিলে ; কিয়নো বচ্কভাই বিহ দিছিল বুলি কোনো পৰিষ্কাৰ প্ৰমাণ নাই। তেওঁৰ এড্ভোকেটেও এই কথাতেই বিশেষ জোৰ দিছিল।

সদাগৰ জুৰবজনে মাচ্লভাক মুক্তি দিয়াৰ উদ্দেশ্যে এই হত্যাকাণ্ডৰ কাৰণে সকলো দোষ বচ্কভাৰ ওপৰতেই জাপি দিব খোজে। ভালেইকেজন জুৰৱে এই মতকে সমৰ্থন কৰে। কিন্তু মুখ্য জুৰবজন আইনৰ দোহাই দি ঘোষণা কৰিলে

যে ৱিহদিয়া কামত বচ্‌কভা সহযোগী বুলি ধৰিবলৈ কোনো প্ৰমাণ নাই। কিছু তৰ্ক বিৰ্তকৰ পিচত মুখ্য জুৰবৰ অভিমতেই গ্ৰাহ্য হ'ল।

বচ্‌কভাৰ সম্পৰ্কীয় চতুৰ্থ প্ৰশ্নৰ উত্তৰত সকলোৱেই বচ্‌কভাক দোষী সাব্যস্ত কৰিলে; কিন্তু শ্ৰমিক সমবায়ৰ বৃদ্ধ সভ্যজনৰ আবেদনত সকলোৱেই 'ক্ষমা' কৰিব লাগে বুলি পৰামৰ্শ আগবঢ়ালে।

মাচ্‌লভাৰ সম্পৰ্কীয় তৃতীয় প্ৰশ্ন লৈ জুৰৰ সকলৰ মাজত তীব্ৰ মতভেদ দেখা দিলে। মুখ্য জুৰবৰ মতে তাই 'হত্যা' আৰু 'চুৰি' দুয়োটা অভিযোগতে দোষী। সদাগৰে এই কথাৰ চুই নাম নলয়। তেওঁ মুখ্য জুৰবৰ মতৰ বিৰুদ্ধে থিয় দিলে। কৰ্ণেল, য়িহুদী কেৰেণীজন আৰু সমবায়ৰ বৃদ্ধ সভ্যজনেও সদাগৰকেই সমৰ্থন দিলে। বাকী বিলাক জুৰবৰ দোধোৰ মোধোৰ ভাৱ। ক্ৰমে মুখ্য জুৰবৰ অভিমতে গুৰুত্ব লাভ কৰিলে। ইয়াৰ মূল কাৰণ হ'ল জুৰৰ সকলৰ বাকবিতণ্ডা কৰি আৰু গোচৰৰ শুনানী শুনি আমনি লাগিছিল। তেওঁলোকৰ ইচ্ছা যাতে সোনকালে কিবা এটা সিদ্ধান্তত আহি, এই আহুকালৰ পৰা হাত সাৰি যোৱা।

মাচ্‌লভাৰ সম্পৰ্কে যিবিলাক তৰ্ক বিতৰ্ক হ'ল আৰু নেকৃলিউদভে আগৰে পৰা তাইৰ সম্পৰ্কে যি জানে তাৰ পৰা তেওঁ থাতাং যে তাই দুয়োটা অপৰাধৰ বাবেই দোষী নহয়। তেওঁ এই বিষয়ে নিশ্চিত আছিল যে সকলো জুৰবে এই সিদ্ধান্ততে উপনীত হ'ব। মাচ্‌লভাৰ পক্ষে সদাগৰে তোলা যুক্তিবিলাক দুৰ্ব্বল আছিল। (তাৰোপৰি মাচ্‌লভাৰ সৌন্দৰ্য্যত তেওঁ মুগ্ধ। সেইকথা খোলা-খুলিকৈয়ে তেওঁ প্ৰকাশ কৰিছিল।) নেকৃলিউদভে সদাগৰৰ দুৰ্ব্বলতা লক্ষ্য কৰিলে। জুৰৰ সকলৰ ক্লান্ত বোধ আৰু মুখ্য জুৰবে যিদৰে জিদ ধৰিলে, তাৰ ফলত মাচ্‌লভা দোষী সাব্যস্ত হোৱাৰ সম্ভাৱনাই দেখা দিলে। এনে অৱস্থাত তেওঁ নিজৰ মত ব্যক্ত কৰিবলৈ অত্যন্ত ইচ্ছুক হ'ল। কিন্তু তেওঁৰ ভয় হ'ল জানোচা মাচ্‌লভাৰ লগত তেওঁৰ সম্পৰ্কৰ কথা ধৰা পৰি যায়। তথাপি তেওঁ মনত বল বান্ধিলে যে তাইক দোষী কৰিবলৈ তেওঁ এৰি দিব নোৱাৰে। তেওঁ এবাৰ ৰঙা পৰিছে, এবাৰ ক'লা পৰিছে। শেষত তেওঁ যেতিয়া মত প্ৰকাশ কৰিবলৈ মুখ মেলিলে, তেতিয়া মুখ্য জুৰবৰ কৰ্ত্তৃত্বশীল মনোভাৱত খং থাই পিয়লৰ গেৰাচিমভিচে কৈ পেলালে, "আপোনালোকে ক্ষন্তেক এবাৰ মোক ক'বলৈ দিয়ক।" তেওঁ ক'লে, "আপোনালোকে ধৰি লৈছে যে তাইৰ হাতত ছাবি কাঠি থকাৰ কাৰণেই তাই চুৰি কৰাৰ অপৰাধত দোষী। কিন্তু চাকৰটোৰ পক্ষে আটাইতকৈ সহজ হ'ল,

মাচ্‌লভা থোৱাৰ পিছত এটা নকল চাবি আনি চামৰাৰ পেটেৰাটো খুলি পেলোৱা।”

“ঠিক! ঠিক্!” সদাগৰে ক'লে।

“তাইৰ এই টকা চুৰ কৰিবৰ আৱশ্যকেই বা কি? তাই যি অৱস্থাত আছে, তাৰ পৰাই ধৰিব পাৰি তাইৰ এই টকাৰ কোনো আৱশ্যক নাই। ইমানখিনি টকা তাই কিহৰ কাৰণে চুৰ কৰিব!”

“মইও সেই কথাই কব খোজোঁ।” সদাগৰে মন্তব্য কৰিলে।

পিয়তৰ গেৰাচিমভিচে কথা বিলাক খুব খঙেৰেই কৈছিল। তাকে দেখি মুখ্য জুৰীজনৰো উঠিল খং। তেওঁ আকোৰ-গজালি মাৰি পিয়তৰৰ মতৰ বিৰুদ্ধে থিয় হ'ল। কিন্তু পিয়তৰে তেওঁৰ বক্তব্য এনে যুক্তি সহকাৰে ডাঙি ধৰিছিল যে অধিকাংশ জুৰীৰে তেওঁৰ মতত হয় দিলে। মাচ্‌লভা চুৰি কৰাৰ কাৰণে দোষী নহয়। হীৰাৰ আঙঠিটো মৃত সদাগৰে বকৃচিশ্‌ হিঁচাবে দিয়াই সঁচা।

সদাগৰ জুৰীজনে দৃঢ়ভাবে মাচ্‌লভাক ৰক্ষা কৰিবলৈ যত্ন কৰিছিল। মাচ্‌লভাই যেতিয়া বিষ-প্ৰয়োগৰ কথা উঠিল, তেতিয়া সদাগৰে ঘপৰাই ক'লে যে তাই নিশ্চয় মুক্তি পোৱা উচিত কিয়নো তাই কোনো উদ্দেশ্য প্ৰণোদিত হৈ বিহ দিয়া নাছিল। মুখ্য জুৰীৰে ইয়াৰ প্ৰতিবাদ কৰি ক'লে যে তাইক মুক্তি দিয়া অসম্ভৱ। তাই নিজেই পাউদাৰ মিহলাই দিয়া কথা স্বীকাৰোক্তি কৰিছে।

“হ'ব পাৰে, কিন্তু তাই কানি বুলিহে মিহলাই দিছিল।” সদাগৰে ক'লে।

“কানি খায়ো মানুহ মৰিব পাৰে।” কৰ্ণেলে ক'লে। এই কৰ্ণেলজনৰ অভ্যাস হ'ল তেওঁ ইটো কথাৰ পৰা সিটো কথালৈ জঁপিয়াই যায়। তেওঁ কথাৰ লাচতে উল্লেখ কৰিলে যে তেওঁৰ জেঠেৰীয়েকৰ ঘৈণীয়েকে এইদৰে বেছি মাত্ৰাত কানি খাই, মৰো মৰো হৈছিল। ভাগ্যে ততালিকে ডাক্তৰৰ সহায় পাই বাচিল। কৰ্ণেলে এই গল্পটো এনেকুৱা গহীনাই আৰু আত্ম-বিশ্বাসৰ সুৰত কৈছিল যে তেওঁ কৈ থাকোতে কোনেও মাত মাতিবলৈ সাহস কৰা নাছিল। কেৱল কেৰেণীজনে এই ঘটনাৰ কথা শুনি তেওঁকো এনে ঘটনা এটাৰ কথা ক'বলৈ মন মেলিলে। তেওঁ ক'লে যে কিছুমান মানুহে ৪০ টোপাল পৰ্য্যন্ত কানি খাব পাৰে। মোৰ এজন সম্বন্ধীয় মানুহে—।” কিন্তু কৰ্ণেলে তেওঁৰ কথালৈ কাণ নিদি কানি খোৱাৰ ফলত তেওঁৰ জেঠেৰীয়েকৰ ঘৈণীয়েকৰ যেনেকুৱা প্ৰতিক্ৰিয়া হৈছিল তাৰ বৰ্ণনা দিবলৈ ধৰিলে।

এজন জুৰবে মাত লগালে, "ভদ্ৰমহোদয় সকল। মন কৰিছে নে এতিয়া সময় আগবাঢ়ি পাঁচ বাজিবৰ হল।"

"তেন্তে মহোদয় সকল! আমি এতিয়া কি মত দিয়া উচিত?" মুখ্য জুৰবে সুধিলে, "আমি যদি কওঁ তাই 'দোষী' কিন্তু টকা চুৰ কৰাৰ উদ্দেশ্য নাছিল, হ'বনে?"

পিয়তৰ গেৰাচিমভিচে তেওঁৰ মতৰ জয়লাভত বেচ সন্তোষ পালে আৰু মুখ্য জুৰবৰ সিদ্ধান্তত সম্মতি জ্ঞাপন কৰিলে।

"কিন্তু তাইক ক্ষমা কৰিব লাগে বুলি আমি পৰামৰ্শ দিওঁ।" সদাগৰে ক'লে। এই কথাত সকলোৱেই সন্মতি দিলে, কিন্তু শ্ৰমিক সমবায়ৰ বৃদ্ধ সভ্য-জনেহে একমাত্ৰ ক'লে যে ছোৱালীজনীক নিৰ্দ্দোষী বুলি ৰায় দিব লাগে।

"ক্ষমা কৰিবলৈ কোৱা আৰু নিৰ্দ্দোষী বুলি কোৱা প্ৰায় একেই।" মুখ্য জুৰবে ক'লে। "চুৰ কৰাৰ কোনো মতলব নাছিল, কোনো বস্তু চুৰ কৰাও নাছিল, গতিকেই দোষী নহয় সেইটো ওলাই থকা কথা।"

আনন্দত আপ্লুত হৈ সদাগৰ ক'লে, "ঠিকেই সেয়ে হ'ব। আমি তাইক ক্ষমা কৰিবলৈ পৰামৰ্শ আগবঢ়াওঁ।"

জুৰিমণ্ডলী প্ৰায় ভাগৰত ক্লান্ত হৈ পৰিছিল। আমনিও লাগিছিল, বাক-বিতণ্ডাবোৰে মনত খেলি মেলি লগাইছিল; গতিকেই বিচাৰকমণ্ডলীলৈ পৰামৰ্শ আগবঢ়াওঁতে 'তাই পাউদাৰ দিয়াৰ কাৰণে দোষী হয়' কিন্তু "তাই মৃত্যু ঘটাবৰ কাৰণে বা উদ্দেশ্যে বিহ দিয়া নাছিল।" জুৰৰ সকলে এই শেষৰ কথা ফাকি যোগ দিবলৈ পাহৰি গ'ল।

উত্তেজনাৰ ফলত সেই কথাষাৰ বাদ পৰি যোৱাৰ কথা নেকৃলিউদভৰ চকুতো নপৰিল। গতিকেই প্ৰশ্নৰ জবাবটো, সৰ্ব্বসম্মতিক্ৰমে যিদৰে লিখা হ'ল, সেইদৰেই আদালতলৈ লৈ যোৱা হ'ল।

বেবিলাইয়ে এজন উকীলৰ কথা কৈছিল। উকীলজনে গোচৰ এটা পৰিচালনা কৰোঁতে আইনৰ বহু কথাই উল্লেখ কৰিলে। লেটিন ভাষাত লিখা সাৰশূন্য আইনৰ কিতাপৰ পৰা বিশ পৃষ্ঠা পাঠ কৰিলে। শেষত তেওঁ জজৰ ওচৰত প্ৰস্তাব কৰিলে যে পাশতি মৰা হওক। যদি সমান সংখ্যা ওলায় তেন্তে বাদীৰ দাবী সঁচা হ'ব আৰু যদি অসমান সংখ্যা ওলায় তেন্তে প্ৰতিবাদীৰ কথা সত্য হ'ব।

এই মকৰ্দ্দমাৰ কথাও তেনেকুৱাই হ'ল। সিদ্ধান্তটো যে সৰ্ব্বসম্মত হোৱাৰ

কাৰণে লোৱা হৈছিল এনে নহয়। আচল কথা হ'ল বিচাৰপতিয়ে গোচৰৰ সাৰাংশ ভাঙি ধৰোতে সদাই দোহাৰি থকা এযাৰ কথা যোগ দিবলৈ পাহৰি গ'ল। বিচাৰপতিয়ে কোৱা প্ৰয়োজন আছিল যে "দোষী হ'ব পাৰে; কিন্তু হত্যা কৰাৰ উদ্দেশ্য নাছিল," এইদৰে জুৰৰ সকলে প্ৰশ্নোত্তৰ দিব পাৰে। আন হাতে জুৰৰ সকলে শেষ সিদ্ধান্ত লোৱাৰ সময়ত কৰ্ণেলে উলিয়ালে তেওঁৰ জেঠৈবীয়েক স্ত্ৰীৰ লেটেৰি নিচিগা গল্প। উদ্বেগ আৰু উত্তেজনাত নেকৃলিউদভ হ'ল জৰ্জৰিত। ফলত তেওঁ "হত্যা কৰাৰ কোনো উদ্দেশ্য নাছিল।" এই নিবন্ধ বাদপৰি যোৱাৰ কথা তং কৰিবই নোৱাৰিলে। তেওঁ ভাবিলে যে জুৰৰ সকলে মাচ্‌লভাৰ চুৰি কৰাৰ উদ্দেশ্য নাছিল বুলি যেতিয়া মত প্ৰকাশ কৰিছে, তেতিয়া তাই হত্যাকাণ্ডত লিপ্ত থকা কথাও খণ্ডন কৰিছে। প্ৰশ্নৰ উত্তৰ বিলাক যেতিয়া জুৰৰ সকলৰ আগত পাঠ কৰা হয়, সেই সময়ত গেৰাচিম-ভিচৰ আমনি লাগি বাহিৰলৈ ওলাই গ'ল। দিনভৰ আদালতত বহি বহি জুৰৰ সকল হ'ল ভাগৰত ক্লান্ত। যি সিদ্ধান্ত কৰিলে তেওঁলোক সোনকালে আজৰি হব পাৰে, তেওঁলোকৰ মনো সেই ফালেই ঢাল খাইছিল। ফলত মাচ্‌লভাৰ যে 'হত্যাৰ উদ্দেশ্য নাছিল' এই কথাফাকি প্ৰশ্নৰ উত্তৰত যোগ দিয়া নহ'ল, আৰু জুৰৰ সকলৰ কাৰো চকুত নপৰিল।

ইতিমধ্যে জুৰৰ সকলৰ পুনৰাগমনৰ কাৰণে ঘণ্টা বজোৱা হ'ল। প্ৰহৰী চিপাহীজনে খোলা তৰোৱালখন থাপত ভৰাই একতিয়া হৈ বাট এৰি দিলে। বিচাৰপতি সকলেও আসন গ্ৰহণ কৰিলে। জুৰৰ সকল এজন এজনকৈ সোমাই আহিল।

গাম্ভীৰ্য্য সহকাৰে মুখ্য জুৰৰজনে প্ৰশ্নোত্তৰ লিখা কাগজখন মুখ্য-বিচাৰপতিৰ হাতলৈ আগবঢ়াই দিলে। কাকতখন বিচাৰপতিয়ে পঢ়ি আচৰিত হ'ল। তেওঁ আন দুজন বিচাৰকৰ লগত আলোচনাত ব্যস্ত হ'ল। মুখ্য-বিচাৰপতিয়ে লক্ষ্য কৰিলে যে জুৰৰ সকলে মাচ্‌লভাৰ চুৰি কৰাৰ উদ্দেশ্য নাছিল বুলি লিখিছে, অথচ তাইৰ যে হত্যা ঘটোৱাৰ উদ্দেশ্য নাছিল, সেই কথা যোগ দিয়া নাই। জুৰৰ সকলৰ ৰায়ৰ পৰিণাম এয়ে হ'ল যে মাচ্‌লভাই চুৰি কৰা নাছিল, অথচ কি উদ্দেশ্যত তাই সদাগৰক বিহ দিলে, তাৰ কোনো কাৰণ প্ৰদৰ্শন কৰা নহ'ল।

"চাওক। কি অদ্ভুত সিদ্ধান্তত তেওঁলোক উপনীত হ'ল।" বাওঁফালে বহি থকা বিচাৰপতিক মুখ্য-বিচাৰপতিয়ে কলে, "ইয়াৰ অৰ্থই হ'ল তাইক চাইবেৰীয়ালৈ নিৰ্ব্বাসন, অথচ তাই নিৰ্দ্দোষী।"

"আপুনি কি নিশ্চিতভাবে ক'ব খোজে ভাই নির্দোষী।" আনজন বিচাৰকে ক'লে।

"হয়! নিশ্চয় তাই নির্দোষী। মোৰ বোধেৰে এই ক্ষেত্রত আমি ৮১৭ বিধান প্রয়োগ কৰা উচিত।" (৮১৭ বিধান মতে জুৰৰ সকলৰ ৰায় অন্যায় হ'লে বিচাৰক মণ্ডলী তাক নাকচ কৰিব পাৰে।)

ইজন বিচাৰপতিলৈ চাই মুখ্য-বিচাৰপতিয়ে সুধিলে, "আপুনি কি কয়?"

স্নেহশীল বিচাৰপতিজনে ততালিকে উত্তৰ নিদিলে। তেওঁ কাগজ এখনত থকা সংখ্যা এটালৈ লক্ষ্য কৰিলে। সেই সংখ্যাটোৰ লগত আৰু কিছু সংখ্যা যোগ দি, যোগফলটো তিনিৰে হৰণ কৰিলে, কিন্তু মিলি নগ'ল। তেওঁ মনে মনে ভাবিছিল যে যদি অঙ্কটো তিনিৰে বিভাজ্য হয়, তেন্তে তেওঁ মুখ্য-বিচাৰপতিৰ কথাকে সমর্থন কৰিব। কিন্তু যোগফলটো তিনিৰে বিভাজ্য নোহোৱা সত্ত্বেও দয়াপৰবশ হৈ তেওঁ মুখ্য-বিচাৰপতিৰ কথাতে সন্মতি দিলে।

"মইও ভাবোঁ, আমি ৮১৭ বিধান প্রয়োগ কৰা দৰকাৰ।" তেওঁ উত্তৰ দিলে।

তাৰপিছত মুখ্য বিচাৰপতিয়ে গহীন হৈ বহি থকা আনজন বিচাৰপতিক সুধিলে, "আপুনি কি কয়?"

"মোৰ মতেৰে তাইক কেতিয়াও খালাচ দিব নোৱাৰি।" তেওঁ ক'লে। "বাতৰি কাকতবিলাকেও জুৰৰ বিলাকে গোচৰবিলাকত অন্যায় ভাৱে খালাচ দিয়ে বুলি অভিযোগ তোলে আৰু এতিয়া আমি বিচাৰক সকলেই খালাচ দিলে তেওঁলোকে কি ক'ব। মই কেতিয়াও আপোনালোকৰ মতত মত দিব নোৱাৰোঁ।"

মুখ্য-বিচাৰপতিয়ে ঘৰীৰ ফালে চালে। "দুঃখৰ কথা নিশ্চয়! তেন্তে কৰা যায় কি?" তেওঁ প্রশ্ন আৰু উত্তৰবিলাক পাঠ কৰিবৰ কাৰণে মুখ্য জুৰৰৰ ফালে কাকতখন আগবঢ়াই দিলে।

সকলোৱেই থিয় হ'ল। মুখ্য জুৰৰে কাহ এটা মাৰি, প্রশ্নোত্তৰ পাঠ কৰিবলৈ আৰম্ভ কৰিলে। আদালত, পেচকাৰ, এড্‌ভোকেট আৰু আনকি চৰকাৰী উকীল সকলোৱেই স্তম্ভিত হ'ল।

আচামীকেইজন নীৰৱে বহি আছে। তেওঁলোকে প্রশ্নোত্তৰ বিলাকৰ তাৎপর্য্য একো বুজিব পৰা নাই। সকলোৱে পুনৰ আসন গ্রহণ কৰিলে। আচামী-বিলাকক কি দণ্ড দিয়া উচিত বুলি মুখ্য-বিচাৰপতিয়ে চৰকাৰী উকীলক সুধিলে।

মাচ্‌লতা দণ্ডিত হোৱাৰ সম্ভাৱনা দেখি চৰকাৰী উকীল আনন্দিত হ'ল।

তেওঁৰ যেন বাক-পটুতাৰ ফলতেই এই কৃতকাৰ্য্যতা, এনে ভাৱত তেওঁ নিজকে নিজে ধন্যবাদ দিলে। তেওঁ আইনৰ বিধি বিধান চাই কলে,

"১৪৫২ আৰু ১৪৫৩ বিধানৰ ৪ ছেদ মতে চাইমন কাৰ্ত্তিৰিনে, ১৬৫৯ বিধান মতে ইফিমিয়া বচ্‌কভাই আৰু ১৪৫৪ বিধানমতে কেটেৰীনা মাচ্‌লভাই শাস্তি পাব লাগে। সকলো আচামীয়েই গুৰু শাস্তি পাবৰ যোগ্য।

মুখ্য-বিচাৰপতিয়ে আসনৰ পৰা উঠি ঘোষণা কৰিলে যে দণ্ড বিহা সম্পৰ্কে আলচ কৰিবৰ কাৰণে, আদালত কিছুসময় মুলতবী থাকিব।

তাৰপিছত সকলোৱেই আদালতৰ পৰা আসন এৰি ওলাই আহিল। এটা জটিল কাম সুসম্পন্ন কৰা হ'ল বুলি ভাবি সকলোৱেই মনে মনে বেচ আনন্দিত।

"চাৰ! গম পাইছেনে? আমাৰ গোটেইখিনি কামৰ কাৰণে যে এটা লজ্জাজনক পৰিণতি ঘটিল?" পিয়তৰ গেৰাচিমভিচে নেকৃলিউদভৰ ওচৰ চাপি ক'লে। "আমি মাচ্‌লভাক চাইবেৰীয়ালৈ নিৰ্বাসন দিয়াৰেই বন্দবস্ত কৰি দিলোঁ।"

নেকৃলিউদভে আচৰিত হৈ ক'লে, "আঃ! আপুনি কি কয়?"

"কিয়! 'দোষী কিন্তু হত্যাৰ কোনো উদ্দেশ্য নাছিল' এই নিবন্ধটো প্ৰশ্নোত্তৰত ভৰাই দিলোঁ। চেক্ৰেটৰীয়ে এইমাত্ৰ মোক ক'লে যে চৰকাৰী উকীলে তাইক ১৫ বছৰ চাইবেৰীয়ালৈ নিৰ্ব্বাসন দিবৰ কাৰণে দাবী কৰিছে।"

"কিয়? আমিতো সেইদৰেই ৰায় দিছিলোঁ।" মুখ্য জুৰৰে ক'লে। পিয়তৰ গেৰাচিমভিচে তাৰ প্ৰতিবাদ কৰি ক'লে যে তাই যেতিয়া টকাখিনি চুৰ কৰা নাই বুলি আমি ৰায় দিলো, তেতিয়া তাৰ পৰাই প্ৰতীয়মান হয় যে তাই হত্যা ঘটোৱাৰ কোনো উদ্দেশ্য নাছিল।

"কিন্তু জুৰৰ সকল উঠি যোৱাৰ পূৰ্ব্বেই মই প্ৰশ্নোত্তৰ পাঠ কৰি শুনাইছোঁ। তেতিয়াতো কোনেও আপত্তি কৰা নাই।"

"মই তেতিয়া বাহিৰলৈ গৈছিলোঁ।" পিয়তৰে ক'লে। নেকৃলিউদভৰ ফালে চালে, চাই তেওঁ ক'লে "আপুনি তেতিয়া কিবা কল্পনাত উটি আছিল; নহলে এনে নহ'ল হেঁতেন।"

"মই এনে হ'ব বুলি ভবাই নাছিলোঁ।"

"কিয় নেভাবিছিল?"

"তেন্তে আমি এতিয়া শুধৰাই দিলে হ'ল।" নেকৃলিউদভে ক'লে।

"সেইটো আৰু সম্ভৱ নহয়। সকলো শেষ।"

নেকৃলিউদভে আচামী কিজনলৈ লক্ষ্য কৰিলে, তেওঁলোকৰ ভাগ্য নিৰ্ণয় হ'ব

ধৰিছে। কাঠ-গঁড়ালৰ ভিতৰত তেওঁলোকে নীৰৱে বহি আছে। সন্মুখত সশস্ত্র চিপাহী। মাচ্‌লভাৰ মুখত হাঁহি। নেক্‌লিউডভৰ মনত এটা দুশ্চিন্তাই ঠাই পালে। বৰ্ত্তমানলৈকে তেওঁ আশা কৰি আছিল যে মাচ্‌লভাই মুক্তি পাব আৰু এই নগৰতে কৰবাত থাকিব। তাৰপিছত তাইৰ লগত তেওঁৰ কি সম্পৰ্ক হ'ব, সেই বিষয়ত তেওঁ একো খাতাং কৰা নাই। যেই কোনো সম্পৰ্ক ৰখাই কঠিন হ'ব। কিন্তু চাইবেৰীয়ালৈ তাইৰ নিৰ্ব্বাসনৰ সম্ভাৱনাই সকলো সম্পৰ্কৰ ওপৰত কুঠাৰাঘাত কৰিলে। অৱশ্যে নিৰ্ব্বাসনৰ পিছত তেওঁৰ মনৰ পৰা তাইৰ অস্তিত্বও লুপ্ত হ'ব।

## চৌবিশ

পিয়তৰ গেৰাচিমভিচে যি অনুমান কৰিছিল, সেয়ে সত্য হ'ল।

মুখ্য-বিচাৰপতিয়ে আলোচনাৰ পৰা ঘূৰি আহি ঘোষণা কৰিলে যে কাৰ্ত্তিঙ্কিনক ৮ বছৰ, আৰু মাচ্‌লভাক ৪ বছৰলৈকে চাইবেৰীয়ালৈ নিৰ্ব্বাসন দণ্ড দিয়া হৈছে। এই দণ্ডৰ লগত তেওঁলোকৰ সম্পত্তিৰ অধিকাৰৰ স্বত্বও খৰ্ব্ব কৰা হৈছে। বচ্‌কভাক ৩ বছৰ জেল দিয়া হৈছে। সকলো ব্যক্তিগত স্বত্বৰ পৰা তেওঁক বঞ্চিত কৰা হৈছে। প্ৰতিজন আচামীয়ে সমান অংশত এই গোচৰৰ খৰছা বহন কৰিব। তেওঁলোকৰ যথেষ্ট সা-সম্পত্তি নেথাকিলে গোচৰৰ খৰছা চৰকাৰে ভৰিব। আঙঠিটো ঘূৰাই দিব লাগিব। সাক্ষী হিচাবে উপস্থিত কৰা বস্তুবিলাক বিক্ৰী কৰিবলৈ হুকুম দিয়া হ'ল আৰু আইনাৰ পাত্ৰবিলাক নষ্ট কৰি পেলাব।

চাইমন কাৰ্ত্তিঙ্কিন্ হাত সাবতি থিয় হৈ আছে। তাৰ ওঁঠত কঁপনি। বচ্‌কভা নীৰৱ। মাচ্‌লভা দণ্ডৰ কথা শুনি ক'লা পৰিল। তাই 'মই নিৰ্দ্দোষী, মই নিৰ্দ্দোষী' বুলি চিঞৰি উঠিল। তাইৰ কান্দোনে আদালতত থলক লগালে। "ই মহাপাপ! মই দোষী নহয়! মই অপৰাধ কৰা নাই আৰু ইচ্ছাও কৰা নাছিলোঁ। মই সচাঁকৈয়ে কৈছোঁ মই হত্যা কৰা নাই!" তাই বেঞ্চত বহি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

বচ্‌কভা আৰু কাৰ্ত্তিঙ্কিনক উলিয়াই নিয়াৰ পিছতো, মাচ্‌লভা বহি বহি কান্দিয়েই আছিল। চিপাহী এজনে তাইৰ চোলাত টান মাৰিহে উঠাই লৈ গ'ল।

নেকৃলিউদভে নিজৰ দুশ্চিন্তাবোৰ পাহৰি নিজে নিজে ভাবিলে, "অসম্ভৱ! এই ঘটনা ইয়ানতে এৰিব নোৱাৰি।" তেওঁ মাচ্‌লভাৰ পিছে পিছে বাৰাণ্ডালৈ ওলাই যাবলৈ আগবাঢ়িল। তাইক তেওঁৰ এবাৰ চাবৰ মন গ'ল। কিন্তু তেওঁ নিজেই ক'ব নোৱাৰে। দৰজাৰ মুখত বহুত মানুহে জুম পাতি আছিল। জুৰৰ আৰু উকীল সকলো ওলাই গ'ল। কাম এটা শেষ হ'ল বুলি তেওঁলোকৰ ভালেই লাগিল। মানুহৰ হেঁচাত নেকৃলিউদভে কেইমিনিটমান ৰ'ব লগা হৈছিল। তাৰ পিছত তেওঁ বাৰাণ্ডা পালেগৈ। কিন্তু ইতিমধ্যে মাচ্‌লভা ভালেখিনি আগবাঢ়িছিল। তেওঁ বেগাবেগিকৈ গৈ মাচ্‌লভাক পিছ পেলাই আগবাঢ়িল আৰু থন্তেক ৰ'ল। তাইৰ কান্দোন বন্ধ হৈছিল যদিও উচুপনি আহিয়েই আছিল। ৰুমালেৰে তাইৰ গালত বাগৰি যোৱা চকুলোখিনি মচি ল'লে। নেকৃলিউদভলৈ কোনো কটাক্ষ নকৰি তাই আগবাঢ়িল। ততাতৈয়াকৈ নেকৃলিউদভে মুখ্য-বিচাৰপতিক লগ ধৰিবলৈ ঘূৰি আহিল। কিন্তু বিচাৰপতিয়ে ইতিমধ্যেই আদালত ত্যাগ কৰি, জিৰণি কোঠালৈ গুছি গৈছিল। নেকৃলিউদভে অ'ভাৰকোটটো গাতদি হাতত ৰূপখটোৱা লাঠিদাল লৈ মুখ্য-বিচাৰপতিৰ ওচৰ পালে।

"মহাশয়! এতিয়া হৈ যোৱা গোচৰটোৰ সম্পৰ্কে মই কথা এষাৰ সুধিব পাৰোনে? মইও গোচৰৰ জুৰৰ আছিলোঁ।" নেকৃলিউদভে ক'লে।

"অ' নিশ্চয়! কুমাৰ নেকৃলিউদভ! মই বেচ্‌ ৰং পাইছোঁ। আগতে মই আপোনাক লগ পাইছোঁ নহয়নে?" নেকৃলিউদভক কৰমৰ্দ্দন কৰি বিচাৰপতিয়ে ক'লে। লগতে তেওঁলোকে উভয়ে প্ৰথম সাক্ষাতৰ দিনা কেনেকৈ আনন্দ উচ্ছ্বাসেৰে সন্ধিয়া কটাইছিল আৰু বহু যুৱকতকৈ যে তেওঁ সেইদিনা ভাল নৃত্য কৰিছিল, সেই কথাও উল্লেখ কৰিলে। "বাৰু কওকছোন! মই আপোনাৰ হ'কে কি কৰিব পাৰোঁ।"

"মাচ্‌লভাৰ সম্পৰ্কে প্ৰশ্নৰ উত্তৰ দিওঁতে এটা ভুল হৈ গ'ল। তাই যে হত্যা কৰাৰ কোনো উদ্দেশ্য নাছিল, উত্তৰত সেই কথা যোগ দিয়া নহ'ল আৰু তাই দোষী নাছিল; অথচ তাইৰ নিৰ্ব্বাসন দণ্ড দিয়া হ'ল।" নেকৃলিউদভে ক'লে।

"আপোনালোকে প্ৰশ্নোত্তৰ যিদৰে দিছিল, আদালতে সেই অনুসাৰেই দণ্ড বিহিছে। অৱশ্যে প্ৰশ্নৰ উত্তৰ সঁজত হোৱা নাছিল।" সমুখৰ দৰজাৰ কালে খোজ আগবঢ়াই মুখ্যবিচাৰপতিয়ে ক'লে। তেতিয়া বিচাৰপতিৰ মনত পৰিল যে জুৰৰ সকলক বুজনি দিওঁতে তেওঁ মকৰ্দ্দমাটো সোনকালে শেষ কৰিবৰ উদ্দেশ্যে

কাবালদি কৰোতে এবাৰ কথা ক'বলৈ পাহৰি গ'ল। সেই কথাটো হ'ল যে প্ৰশ্নৰ উত্তৰ দিওঁতে অকল 'দোষী' বুলি লিখিলে তাৰ অৰ্থ হ'ব ইচ্ছাকৃত ভাৱে হত্যা কৰা, 'দোষী কিন্তু হত্যা ঘটোৱাৰ উদ্দেশ্য নাছিল' এই দৰে উত্তৰ দিলেহে হত্যাৰ বাবে নিৰ্দ্দোষী বুলি ধৰা হ'ব।

"বুজিলোঁ, কিন্তু এতিয়া ইয়াক শুধৰাবৰ কোনো উপায় নাইনে ?"

"এতিয়া আপীল কৰাৰ বাহিৰে অন্য উপায় নাই। আপুনি এজন এড্‌ভোকেটৰ লগত আলোচনা কৰি লওক।" হাতত হেটটো লৈ দৰজাৰ ফালে আৰু অলপ আগবাঢ়ি বিচাৰপতিয়ে ক'লে।

"কিন্তু ই এটা ভয়ানক কথা।"

মুখ্যবিচাৰপতিয়ে অত্যন্ত বিনয় সহকাৰে আৰু নেক্‌লিউদভে যাতে কোনো প্ৰকাৰৰ বেয়া নেপায়, তেনে সুৰত ক'লে,

"বাৰু, মই আপোনাক কওঁ, মাচ্‌লভাৰ কাৰণে দুটাই পথ খোলা আছিল।" বিচাৰপতিয়ে গোঁফকোঁচাত আঙুলি বুলাই নেক্‌লিউদভৰ বাউসীত হাতখন থৈ দৰজাৰ ফালে আৰু দুখোজমান আগ বাঢ়িল।

"আপুনি জানো নেযায়।"

বিচাৰপতি আৰু নেক্‌লিউদভ্ দুয়ো মুকলি ওলাল। বাহিৰত তেতিয়া ধুনীয়া ৰ'দ। ৰাস্তাৰ যান-বাহনৰ ঘৰঘৰনিৰ আৱাজ। তেওঁলোকে উভয়ে অলপ উচ্চৈঃস্বৰে কথা পাতিব লগা হল।

"আপুনি চক! এটা অদ্ভুত অৱস্থাৰ সৃষ্টি হ'ল।" বিচাৰপতিয়ে কলে, "মাচ্‌লভাৰ কাৰণে দুটা পথ আছিল। হয় তাইক অলপ কাৰাদণ্ড দি এৰি দিয়া সৰকাৰ বা হাজোতত থকা সময়খিনিৰ কথা বিবেচনা কৰি একেবাৰে খালাচ দিয়া, নহয় চাইবেৰীয়ালৈ নিৰ্ব্বাসন দিয়া। ইয়াৰ বাহিৰে মাজেমুখে কোনো ৰাস্তা নাছিল। কিন্তু আপোনালোকে 'হত্যাৰ উদ্দেশ্য নাছিল' বুলি নিবন্ধটি লগাই দিয়া হ'লে, নিশ্চয় তাই খালাচ পালেহেঁতেন।"

"হয়! এই নিবন্ধটি বাদ পৰি যোৱাৰ কাৰণে মোৰ কোনো মাৰ্জ্জনা নাই।" নেক্‌লিউদভে ক'লে।

হাঁহিমাৰি ঘড়ীটোলৈ চাই বিচাৰপতিয়ে কলে, "কথাৰ আচল গুৰি সেইটোৱেই।"

ক্লাৰাৰ লগত তেওঁৰ সাক্ষাতৰ সময়লৈ আৰু ৪৫ মিনিট বাকী।

"আপুনি ইচ্ছা কৰিলে এজন এড্‌ভোকেটৰ লগত আলচ কৰি চাব পাৰে;

আপীল কৰিবলৈ হলে এটা বিশেষ কাৰণ থাকিব লাগে। সেই সেই কাৰণ এটা উলিয়াই অনায়াসে আপীল কৰা যায়।" ঘোঁড়াগাড়ী থনলৈ চাই, বিচাৰপতিয়ে ক'লে, "মোক দিভৰীয়ানাস্থীলৈ নিব লাগে, কিমান ল'বা? ও কোপেক ক'ব। তাতকৈ মই বেছি নিদিওঁ।"

"ভাল হুজুৰ! মই নিব পাৰিম।"

"গুড্ আফটাৰনুন, মোক যদি কিবা দৰকাৰ হয়, আপুনি দিভৰীয়ানাস্থীৰ দিভৰানভ বাংলাত বিচাৰিলে পাব। মনত থাকিব নহয়?" মুখ্য বিচাৰপতিয়ে এই বুলি সমিধান দি গাঁড়ীত উঠি বিদায় লৈ প্ৰস্থান কৰিলে।

## পঁচিশ

মুকলিলৈ ওলাই আহি গাত বা-বতাহ লগাত নেক্লিউদভৰ ভাল লাগিল, মুখ্য বিচাৰপতিৰ লগত আলোচনা কৰাৰ পিছত তেওঁৰ মনটোও কিছু শান্ত হ'ল, তেওঁৰ ভাব হ'ল যে পুৱাৰ পৰা গোটেই দিনটো আদালতৰ কোঠাত সোমাই থকা আৰু তাৰ পৰিবেশেই তেওঁৰ মনৰ উত্তেজনা বৃদ্ধি কৰিছিল।

ঘটনাৰ আচৰিত মিলন। সাধ্যানুসৰি তাইৰ কষ্ট লাঘৱৰ কাৰণেই মই নিশ্চয় চেষ্টা কৰা উচিত। হয়, পলম নকৰাকৈ অতি শীঘ্ৰেই এই কাম হাতত লোৱা দৰকাৰ। এতিয়াই মিঃ ফেনাৰীণ নাইবা মিকিচিনক কেছাৰীতে লগ ধৰোঁ। এই দুয়োজন নামকৰা উকীল। নেক্লিউদভে তেওঁলোকক বিচাৰি গ'ল।

আদালতলৈ ঘূৰি আহি তেওঁ অ'ভাৰ কোটটো সোলোকাই থৈ উকীলৰ ওচৰলৈ গল। প্ৰথম কৰিদৰতে তেওঁ ফেনাৰীণক লগ পাই কলে যে এটা মকৰ্দ্দমা সংক্ৰান্তত তেওঁক লগ পাব খোজে।

ফেনাৰীণে নেক্লিউদভক আগে পিচে দেখিছেও আৰু নামটোও শুনিছিল, তেওঁ ততালিকে উত্তৰ দিলে যে নেক্লিউদভৰ কাৰণে তেওঁ কিবা কৰিব পাৰিলে বৰং আনন্দিতই হব।

"মোৰ অলপ ভাগৰ লাগিছে, তথাপি আপোনাৰ কথা দীঘলীয়া নহ'লে ইয়াতেই ক'ব পাৰে। সোমাই আহক!" ফেনাৰীণে তেওঁৰ চেম্বাৰলৈ নেক্লিউদভক মাতি লৈ গল আৰু টেবুল এখনৰ কাষত দুয়ো বহিল।

"প্ৰথমতে মোৰ অনুৰোধ মই যি বিষয়ে আপোনাৰ পৰা উপদেশ ল'ব খুজিছোঁ সেই বিষয়টো যেন গুপুত হৈ থাকে। ইয়াত মোৰ যোগ আছে বুলি যেন কোনেও নেজানে।"

সেইটো হ'ব। নিশ্চয় গুপুতে থাকিব। আপুনি ভাবিবই নেলাগে।"

কথাটো হৈছে এই, আজি মই গোচৰ এটাৰ জুৰী আছিলোঁ। এজনী নির্দ্দোষী ছোৱালীক আমি দোষী সাব্যস্ত কৰি আহিলোঁ। তাইৰ চাৰি বছৰৰ কাৰণে নিৰ্ব্বাসন দণ্ড হ'ল, এই কথাটোৱে মোৰ মনত বৰ আঘাত দিছে।"

নেক্লিউদভে গোচৰটোৰ পাতনি মেলোতে নিজেই সেমেনা-সেমেনি কৰিছিল, তেওঁ এবাৰ ৰঙা এবাৰ ক'লা পৰিছে। ফেনাৰীণে তেওঁৰ ফালে চাই ক'লে, "বাক আপুনি কৈ থাকক।"

"আমি নিৰপৰাধী আৰু নির্দ্দোষী ছোৱালীজনীক শাস্তি দিলোঁ। এতিয়া মই ওপৰ আদালতলৈ আপীল কৰিব খোজোঁ।"

"চিনেটৰ ওচৰত—নহয় ?" সংশোধন কৰি ফেনাৰীনে ক'লে।

"হয়। আপীলটো মই আপোনাক ল'বলৈ অনুৰোধ কৰোঁ। তাৰ কাৰণে যি খা-খৰছ লাগে মযেই ভৰিম।"

নেকলিউদভৰ যে মামলা-মোকৰ্দ্দমা কৰাৰ কোনো অভিজ্ঞতা নাই, সেই কথাটো এডভোকেটে গম পালে। তেওঁ হাঁহি মাৰি ক'লে, "বাক, সেইটো আমি বন্দ'বস্ত কৰি ল'ম। এতিয়া গোচৰটোৰ কথা কওঁকছোন।"

নেক্লিউদভে সকলো বিবৰি ক'লে।

"বাক, মই সকলো ঠিক কৰিম। কালিলৈ নথিপত্র পঢ়ি চাম। আপুনি তাৰ পিছদিনা আহিব, নহয় বৃহস্পতিবাৰে। ছটা বজাৰ পিছত আহিব। মই তেতিয়া কি কৰিব পাৰোঁ আপোনাক ক'ম, বাক, এতিয়া আমি উঠোঁ। মই আৰু দুই-এটা খা-খবৰ ল'ব লগা আছে।"

নেক্লিউদভে ফেনাৰীনৰ পৰা বিদায় লৈ ঘৰমুৱা হ'ল।

এড্‌ভোকেটৰ লগত কথা-বতৰা হৈ, আৰু তেওঁ যে মাচলভাৰ মুক্তিৰ কাৰণে যত্ন লৈছে, তাৰ ফলত নেক্লিউদভৰ মনটো আৰু অলপ শান্ত হ'ল। তেওঁ ৰাস্তালৈ ওলাল। বতৰ আছিল বেছ মনোৰম, বসন্ত কালৰ মৃদু মলয়া সেৱন কৰিবলৈ পাই তেওঁৰ যথেষ্ট ভাল লাগিল। ঘোঁৰাগাড়ীৰ বহু চালকে তেওঁক গাড়ীত উঠিবলৈ ধৰিছিল, কিন্তু তেওঁ মান্তি নহ'ল আৰু খোজ কাঢ়িয়েই গৈ আছে। বাটত যাওঁতে কাট্যুচাৰ নানান প্রতিচ্ছবি তেওঁৰ মনত ভাঁহি উঠিল। অতীতত তাইৰ লগত কৰা ৰং-ধেমালি, তাইৰ লগৰ সম্পর্ক আৰু তাইৰ প্রতি তেওঁৰ ব্যৱহাৰ, ইত্যাদি ভাৱনাই তেওঁৰ মনটো পুনৰ গধুৰ কৰি পেলালে।

"নহয়, এইবিলাক কথা মই পিছত ভবাই ভাল। বৰ্ত্তমান এইবোৰ চিন্তা

কৰি মনটো বেয়া কৰাৰ কোনো প্ৰয়োজন নাই।” এইদৰে তেওঁ নিজে নিজে ভাবিলে।

ইতিমধ্যে কৰ্চাগিন পৰিবাৰে তেওঁক নিমন্ত্ৰণ কৰাৰ কথা মনত পৰিল। ঘড়ীটো চাই দেখিলে যে নিমন্ত্ৰণ ৰক্ষা কৰাৰ এতিয়াও সময় আছে। এনেতে তেওঁ ট্ৰামগাড়ী এখন অহা দেখি থামিবলৈ ইঙ্গিত দিলে আৰু জাপ মাৰি গাড়ীত উঠিল। পুনৰ বজাৰৰ ওচৰত গাড়ীৰ পৰা নামি, আকৌ ঘোঁৰাগাড়ী এখনত উঠিলে। দহ মিনিটমানৰ পিছতেই কৰ্চাগিনৰ অমৰাবতী যেন বাংলাৰ সমুখ পালেগৈ।

## ছাব্বিশ

কৰ্চাগিন্ প্ৰাসাদৰ সমুখত দুৱৰী এটাই অপেক্ষা কৰি আছিল। নেকৃলিউদভক দেখি সি সবিনয়ে ক'লে, “মাননীয় মহোদয়, আপোনাৰ আগমনৰ অপেক্ষা কৰি আছোঁ। তেখেতসকলে দুপৰৰ ভোজনৰ কাৰণে বহিছে আৰু আপুনি আহিলেই ভিতৰলৈ নিবলৈ মোক হুকুম দি গৈছে।”

দুৱৰীটোৱে খটখটিৰ ওপৰেদি গৈ টিলিঙা বজাই দিলে।

গাৰ পৰা কোটটো সোলোকাই নেকৃলিউদভে সুধিলে, “কোনোবা অচিনাকী মানুহ আছে নেকি ?”

“ঘৰৰ পৰিয়ালৰ বাহিৰে, এম্ কল্চভ্ আৰু মিখেইল চাৰ্জ্জিভিক আছে।”

গাত এটা দীঘল কোট আৰু হাতত গ্লব্ পিন্ধি এজন ধুনীয়া লগুৱা ওলাই আহি ক'লে, “মহোদয়! আহক। আপোনাৰ কাৰণে সকলোৱে অপেক্ষা কৰি আছে।”

আহল-বহল বল ৰুমটোৰ মাজেদি নেকৃলিউদভ সোমাই গ'ল। এই কোঠাটো তেওঁৰ আগৰে পৰা পৰিচিত। তেওঁ ভোজনালয়ত সোমাই দেখিলে যে কৰ্চাগিন পৰিয়ালৰ সকলোৱেই উপস্থিত আছে। একমাত্ৰ মিচেচ চফিয়া ভাৰ্জিলিয়ানা অনুপস্থিত। তেওঁ সাধাৰণতে নিজৰ আচুতীয়া কোঠাটো এৰি নাহে। ডাইনিং টেবুলৰ মূৰত বৃদ্ধ কৰ্চাগিনে আসন লৈছে আৰু তেওঁৰ বাওঁহাতে ডাক্তৰ, আৰু সোঁহাতে আইভান আইভানভিচ কল্চভ। কল্চভ বৰ্ত্তমান এজন বেঙ্ক ব্যৱসায়ী আৰু কৰ্চাগিনৰ বন্ধু। তাৰপিছত বাওঁহাতে মিচ্ মিছিৰ ভনীয়েকৰ শিক্ষয়িত্ৰী মিচ্ ৰেদাৰ, আৰু মিছিৰ চাৰি বছৰীয়া সৰু ভনীয়েক। এওঁলোকৰ

সমুখত মিছিৰ ভায়েক পিতিয়া—কৰ্চাগিনৰ একমাত্ৰ পুত্ৰ, বৰ্ত্তমান জিমনাছিয়াম্ স্কুলৰ ষষ্ঠ-মানৰ ছাত্ৰ। এই ল'ৰাটোৰ পৰীক্ষাৰ কাৰণেই গোটেই কৰ্চাগিন পৰিবাৰ নগৰত আছেহি। পিতিয়াৰ ওচৰতে এজন বিশ্ববিদ্যালয়ৰ ছাত্ৰ, সি পঢ়া-শুনাত পিতিয়াক সহায় কৰে। মিছিৰ মোমায়েকৰ পুতেক মিখেইল চাৰ্জ্জিভিক ছাত্ৰজনৰ ওচৰতে আসন লৈছে। সাধাৰণতে এওঁক মিছা বুলি মতা হয়। তাৰ পিছত এগৰাকী চুকুৰি বছৰীয়া মহিলা কুমাৰী কেটেৰীনা এলেক্‌চিয়িৱনা আৰু টেবুলৰ আনটো মূৰত মিছি নিজে আৰু তেওঁৰ ওচৰতে এখন আসন খালি আছে।

"আ' বেচ্ বং পালোঁ। তুমি আহিলা বেচ্ বেচ্, বহা। আমি এতিয়া মাছৰ আঞ্জাতহে ধৰিছোঁ।" বৃদ্ধ কৰ্চাগিনে নেক্‌লিউদভক সম্বোধন কৰি ক'লে। বৃদ্ধই এজন ডেন্টিষ্টে তৈয়াৰ কৰি দিয়া দাঁতজোৰ লগাই মাছ চোবাই আছিল। পোতখাই থকা চকুকিটাৰ সীমাজত একোটা লাল চিহ্ন জিলিকি আছে।

মুখত এমোকোৰা মাছ লৈ তেওঁ 'ষ্টিফান' নামৰ পৰিচাৰক জনক খালি থকা চকীখন আগবঢ়াই দিবলৈ চকুৰে ইঙ্গিত দিলে।

কৰ্চাগিনৰ লগত নেক্‌লিউদভ পূৰ্ব্বৰে পৰা পৰিচিত আছিল। কেইবা-বাৰো ডিনাৰ'ত লগো পাইছে। কিন্তু তেওঁৰ চেহেৰাত এটা বেলেগ লক্ষণ চকুত পৰে। মানুহজনৰ লোলুপতাপূৰ্ণ ওঁঠ দুটাৰে সৈতে ডিঙিটো যেন ওফন্দি নেপকিন্‌খনৰ ওপৰেদি ৱেইষ্ট্‌কোটৰ কলাৰত পৰি আছে। এসময়ত কৰ্চাগিন্ সামৰিক বাহিনীৰ কৰ্ম্মচাৰী থকা কথা নেক্‌লিউদভৰ মনত পৰিল। সৈন্যবিভাগৰ কমাণ্ডাৰ থাকোতে মানুহৰ প্ৰতি তেওঁৰ ব্যৱহাৰ আছিল অতি নিষ্ঠুৰ আৰু হকে-বিহকে যাকে-তাকে মাৰপিট কৰিছিল। আনকি কেতিয়াবা নিৰ্দ্দোষী মানুহক বিনা কাৰণত ফাঁচি পৰ্য্যন্ত দিছিল। ইয়াৰ একমাত্ৰ কাৰণ আছিল যে তেওঁ এজন ঐশ্চৰ্য্যশালী লোক আৰু কাৰো অনুগ্ৰহ প্ৰাৰ্থী হ'বৰ প্ৰয়োজন নাছিল।

ষ্টিফানে "হয় হজুৰ" বুলি চাইড্‌বৰ্ডৰ পৰা এখন ডাঙৰ কাঁহি উলিয়ালে। কাঁহিখন কেইবাটাও ৰূপৰ পাত্ৰৰে সুশোভিত। সি আন মূৰত থকা লগুৱাটোক কাঁটা, চামোচ্ ইত্যাদি সাজু কৰিবলৈ ইঙ্গিত দিলে।

নেক্‌লিউদভে সকলোৰে লগত কৰমৰ্দ্দন কৰিলে। তেওঁ প্ৰতিজনৰ ওচৰ চাপোতে সকলোৱে থিয় হৈ কৰমৰ্দ্দন কৰিছিল। কেৱল মহিলাসকল আৰু বৃদ্ধ কৰ্চাগিনেহে থিয় হোৱা নাছিল। এইদৰে টেবুলৰ চাৰিওকাষে ঘূৰিপকি কৰমৰ্দ্দন কৰাটো তেওঁৰ বৰ ভাল লগাও নাছিল। কিছুমানৰ লগত তেওঁ এবাৰ কথাও পতা নাছিল। নেক্‌লিউদভে তেওঁৰ পলম হোৱাৰ বাবদ সকলোৰে

মার্জৰিয়া বিচাৰি মিছিৰ কাষৰ চকী খনতে আসন গ্ৰহণ কৰিলে। কৰ্চাগিনে তেওঁক টানি অনুৰোধ কৰিলে যে যদি তেওঁ ভড্‌কা পান নকৰে, তেন্তে অন্ততঃ ওচৰৰ টেবুল খনত থকা মিহামাছ, দৈ, মাছৰ কণি আদি বস্তুবে কিবা এটা খাব লাগে নেক্‌লিউদভে খোৱাৰ পূৰ্ব্বে তেওঁৰ ভোক আছে নে নাই একো ক'ব পৰা নাছিল। তেওঁ কটি মাখন আৰু কিছু লঘু বস্তু খোৱাত ব্যস্ত হ'ল।

"সমাজৰ লাইখুটা উৰলাত কৃতকাৰ্য্য হ'লনে বাৰু"? প্ৰতিক্ৰিয়াশীল বাতৰি কাকতবোবে জুৰীৰ দ্বাৰা বিচাৰ পদ্ধতিক এইদৰে উপলুঙা কৰি আক্ৰমণ কৰে। কলছভেও তেনে সুৰতে প্ৰশ্ন কৰিলে আৰু ক'লে, "দোষীকখালাচ দি, নিৰ্দ্দোষীক জেল দিলেনে?"

কৰ্চাগিনে 'সমাজৰ লাইখুটা উৰলা', 'সমাজৰ লাইখুটা উৰলা' বুলি হাঁহিবলৈ ধৰিলে। তেওঁৰ বন্ধু কলছভৰ বিদ্যা-বুদ্ধি আৰু উদাৰনীতিৰ সম্পৰ্কে তেওঁৰ উচ্চ ধাৰণা আছিল।

যদিও কথাৰ প্ৰত্যুত্তৰ নিদিয়াতো অভদ্ৰতাৰ পৰিচায়ক হয়, তথাপি নেক্‌লিউদভে প্ৰশ্নৰ উত্তৰ নিদি গৰম 'চপ' খোৱাত লাগি আছে।

"তেখেতক খাই শেষ কৰিবলৈ দিয়ক," বুলি মিছিয়ে হাঁহি মাৰিলে। কথাৰ সুৰ এনেকুৱা যেন নেক্‌লিউদভৰ লগত মিছিৰ আগৰে পৰা ঘনিষ্ঠতা আছে।

কলছভে আলোচনীৰ পাতত থকা জুৰী বিচাৰৰ বিৰুদ্ধে লিখা প্ৰবন্ধ এটাৰ কথা উলিয়ালে, তেওঁ জোৰ দি ক'লে যে তেওঁৰ সেই প্ৰবন্ধটো পঢ়ি সঁচাই জুৰী পদ্ধতিৰ ওপৰত খুবেই খং উঠিছিল। মিছিৰ সম্পৰ্কীয় ভায়েক মিখেইল চাৰ্জিভিকেও সেই কথা সমৰ্থন কৰি আৰু এটা প্ৰবন্ধৰ কথা উলিয়ালে।

আন কালৰ দৰে মিছিক দেখাত বেছ ধুনীয়া, গম্ভীৰ আৰু সুন্দৰ সাজপাৰেৰে সুশোভিতা আছিল।

নোক্‌লিউদভে মুখত থকা 'চপ'খিনি চোবাই হ'লত, মিছিয়ে ক'লে, "আপুনি বোধহয় ভোক আৰু পিয়াহত ক্লান্ত হৈ আহিছিল।"

"ঠিক তেনে নহয়। বাৰু, তোমাৰ একা। ছবি-টবি কিবা চাইছানে"?

"ওঁহো, ছবি চাবলৈ বোৱা নাই। আমি চালামতভৰ তাত টেনিচ্‌ খেলিছোঁ। মিঃ ক্ৰুকে যে অতি ধুনীয়া খেলে বাস্তবিকতে সত্য।"

নেক্‌লিউদভে কৰ্চাগিন প্ৰাসাদলৈ আহিছিল তেওঁৰ মনটো পাতলাবৰ কাৰণে। এই ঘৰখনৰ মাৰ্জ্জিত বিলাসিতা, আৰু তেওঁক মৰমেৰে সোধ-পোচ কৰা ছুৱোৰীটোই তেওঁ ভাল পায়। কিন্তু কি আচৰিত! আজি তেওঁৰ সমূলি ভাল

লগা নাই। ছুৰ্বীটোকে আৰম্ভ কৰি, আহল-বহল থটথটিটোত সজাই থোৱা ফুলবোৰ, ধুনীয়া লগুৱাটো, টেবুলৰ সাজ-সজ্জা, আনকি মিছি পৰ্য্যন্ত একোকে ভাল লগা নাই। মিছিৰ সৌন্দৰ্য্য, লয়লাস একোবেই তেওঁক আকৰ্ষণ কৰিব পৰা নাই। কলছভৰ আত্মম্ভৰিতা, আৰু তথাকথিত উদাৰতাও তেওঁৰ ভাল লগা নাই। বৃদ্ধ কৰ্চাগিন্, কৰাচী শিক্ষয়িত্ৰী, বিশ্ববিদ্যালয়ৰ ছাত্ৰজন কাৰো কাটিহা তেওঁ সহিব নোখোজে। আটাইতকৈ মিছিয়ে যে 'তেখেতক' বুলি সৰ্ব্বনাম প্ৰয়োগ কৰি কথা কোৱাটোত তেওঁ অতিশয় বেয়া পাইছে। বহুদিনৰ পৰা মিছিৰ প্ৰতি নেকৃলিউদভৰ দুটা দৃষ্টি। এই উভয় দৃষ্টিৰ মাজত তেওঁ সদায় দুলিব লাগিছে। কেতিয়াবা তেওঁৰ ভাব হয় যেন পূৰ্ণিমাৰ জোনাকতহে মিছিক দেখিবলৈ পাইছে। তেতিয়া তেওঁৰ মানত তাই হয় এক সৌন্দৰ্য্যৰ প্ৰতিমূৰ্ত্তি, আকৌ কেতিয়াবা সূৰ্য্যৰ পোহৰে যেন তাইৰ দেহৰ খুঁটবোৰ জিলিকাই তোলে আৰু এই খুঁটবোৰ যেন তেওঁৰ দৃষ্টিত ধৰা দিয়ে। আজিৰ দিনটোও নেকৃলিউদভৰ কাৰণে এনেকুৱাই আছিল। আজি তেওঁ দেখিবলৈ পালে মিছিৰ এটা কদৰ্য্য ৰূপ।

"টেনিচ্ হ'ল এটা নীৰস খেলা" কলচভে ক'লে, "সৰু কালত আমি 'লপ্তা' বুলি এটা খেল খেলিছিলোঁ। সেই খেল্ আছিল বেচ্ আমোদদায়ক"।

"অ, নহয়—নহয়। আপুনি বোধহয় টেনিচ খেলাই নাই। এই খেলো বেচ্ আনন্দদায়ক।" মিছিয়ে ক'লে।

ইয়াৰ পিছত খেলাৰ সম্পৰ্কে আলোচনা আৰু গাঢ় হ'ল। মিখেই চাৰ্জিভিক কেটেৰীনা এলেকচিয়ানা সকলোৱেই আলোচনাত অংশ গ্ৰহণ কৰিছে। কৰা নাই একমাত্ৰ শিক্ষয়িত্ৰী গৰাকী, ছাত্ৰ আৰু সৰু সৰু ল'ৰা-ছোৱালীকেইটাই। নীৰৱে কথাবোৰ শুনি তেওঁলোকৰ আমনিহে লাগিছিল।

"আহ! তৰ্কৰ দেখোঁ ওৰ নপৰাই হ'ল।" বৃদ্ধ কৰ্চাগিন ক'লে। তেওঁ ৱেইষ্ট-কোটৰ পৰা নেপকিনখন টানি বহা-চকীখন পিচলৈ ঠেলা মাৰি দিলে। লগুৱাটোৱে চকীখন ততালিকে খাপ মাৰি ধৰিলে। তাৰপিচত কৰ্চাগিন টেবুলৰ পৰা উঠি গ'ল। ক্ৰমে ইজন সিজনকৈ সকলোৱেই উঠিল। ওচৰতে আন এখন টেবুলত সুগন্ধি জল সজাই থোৱা আছিল। সেই জলেৰে মুখ ধুই, সকলোৱে পুনৰ কথোপকথন আৰম্ভ কৰিলে। কিন্তু কথাবোৰত কোনেও ৰস পোৱা নাই।

সকলোতকৈ খেল-ধেমালিয়ে যে মানুহৰ চৰিত্ৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে, সেই কথাৰ সমৰ্থন বিচাৰি মিছিয়ে নেকৃলিউদভক প্ৰশ্ন কৰিলে। "আপুনি

এই সম্পৰ্কে কি কয়?" নেক্‌লিউদভৰ ভাৱভঙ্গিৰ পৰা তাই অনুভৱ কৰিলে যে তেওঁৰ মনত কিবা এটা অসন্তুষ্টিৰ ভাব। মিছিৰ ইচ্ছা হ'ল তাৰ আচল কাৰণটো বুজি উঠা।

"মঁচাই মই এই সম্পৰ্কে একো নেজানোঁ, আৰু কোনো দিনে ভবাও নাই।" তেওঁ উত্তৰ দিলে।

"আপুনি 'মা'ৰ ওচৰলৈ নেযায় জানোঁ।" মিছিয়ে সুধিলে।

"অঁ—অঁ" বুলি নেক্‌লিউদভে চিগেৰেট এডাল হুঁপি এনেকুৱা ভঙ্গিত উত্তৰ দিলে যে প্ৰকৃততে তেওঁৰ যাবৰ অলপো মন নাই।

মিছিয়ে কৌতূহলেৰে তেওঁৰ ফালে চাই আছে। নেক্‌লিউদভে পুনৰ নিজে নিজে ভাবিলে যে মানুহ এঘৰলৈ আহি তেওঁলোকৰ অনুৰোধ দলিয়াই পোলোৱা উচিত নহয়। তেওঁ তেতিয়া সৰলভাৱে উত্তৰ দিলে, "ৰাজকুমাৰীয়ে যদি মই যোৱাটো বিচাৰে, তেন্তে নিশ্চয় অতি আনন্দেৰে মই তেখেতক লগ পাই যাম।"

"অ' আপুনি গ'লে মাই খুব ৰং পাব। আইভান আইভানভিচ্ তাতেই আছে। আপুনি তাত চিগেৰেটো খাব পাৰিব।"

"কৰ্চাগিন পৰিবাৰত ৰাজকুমাৰী ভাছিলৱনা হ'ল এগৰাকী এনেহুৱা মহিলা। আজি আঠ বছৰ ধৰি, ঘৰৰ পৰা ওলাই ক'তো ভ্ৰমণৰ কাৰণে যোৱা নাই। কিন্তু কোনো লোকে তেওঁক দেখা কৰিবলৈ আহিলে, তেওঁ সোণ-ৰূপ খচিত ফুলাম সাজ পাৰেৰে ভূষিতা হৈ থাকে। যাক তেওঁ সাধাৰণ মানুহতকৈ উচ্চ স্তৰৰ লোক আৰু বন্ধু বুলি বিবেচনা কৰে, তেনে মানুহকহে তেওঁ দৰ্শন দিয়ে।

নেক্‌লিউদভ এনেকুৱা উচ্চ-বংশজাত লোকৰ শাৰিতেই পৰে। তদুপৰি তেওঁ এজন বুদ্ধিমান মানুহ আৰু সেই গতিকেই তেওঁ বিবেচনাৰ পাত্ৰ। ইয়াৰ বাহিৰেও নেক্‌লিউদভৰ মাকৰ লগত কৰ্চাগিন পৰিবাৰৰ বেচ্ সদ্ভাব আছিল। লগতে তেওঁলোকৰ ইচ্ছা নেক্‌লিউদভেই মিছিৰ পাণি গ্ৰহণ কৰক।

সৰু আৰু ডাঙৰ দুয়োটা ড্ৰইং ৰুমৰ অলপ আঁতৰতেই চফিয়া ভাছিলিৱনাৰ কোঠা। মিছিয়ে নেক্‌লিউদভৰ আগে আগে গৈ আছিল। ডাঙৰ ড্ৰইং ৰুমটোত চকী এখনত ধৰি মিছিয়ে তেওঁৰে সৈতে মুখামুখিভাৱে থিয় হৈ ৰ'ল।

মিছিৰ একান্ত ইচ্ছা হ'ল, নেক্‌লিউদভক বিয়া কৰোৱা, কিয়নো তেওঁ এজন উপযুক্ত লোক আৰু তাই তেওঁক ভালো পায়। পেটে পেটে তাইৰ ভাব যে, নেক্‌লিউদভক তাই পাবই লাগিব। মিছিয়ে দৃঢ়ভাৱে এই উদ্দেশ্য সফল কৰিবৰ

কাৰণে চেষ্টা চলাই আছে। কোনো কোনো সময়ত এই অভিপ্ৰায়ৰ ইংগিত ফুটি উঠে।

মিছিয়ে নেক্লিউদভৰ মন বুজিবৰ কাৰণে কথাৰ জোৰণি মেলি সুধিলে,

"আপোনাৰ কিবা এটা হৈছে। কি হৈছে মোক কওকচোন?" তেওঁৰ আদালতৰ কথা মনত পৰি থকো উঠিল আৰু লাজত বঙা পৰিল।

"হয়, ঘটনা এটা হৈছে। এটা গুৰুত্বপূৰ্ণ অসাধাৰণ ঘটনা।" তেওঁ কথা মুলুকুৰাই আচল কথাটোকে ক'লে।

'কিনো ঘটনা। আপুনি মোক কওকচোন বাৰু।"

"তুমি মোক এতিয়াই ক'বলৈ নধৰিবা। মই বিষয়টো ভালকৈ বিবেচনা কৰি চোৱা নাই।" লাজত তেওঁৰ মুখখন আৰু বঙা হৈ পৰিল।

"তেনেহ'লে আপুনি মোক নকয় নহয়?" মিছিৰ মুখৰ মাংসপেশী দুটা কঁপি উঠিল। তাই ধৰি থকা চকীখন ঠেলা মাৰি দিলে।

"নহয়, এতিয়া মই ক'ব নোৱাৰিম।" তেওঁ উত্তৰ দিলে। আচলতে তেওঁৰ নিজৰে এই কথাৰ কোনো উত্তৰ নাছিল। গতিকেই ঘটনা যে শকত এই কথাই তাৰ স্বীকৃতি দিয়ে।

"বাৰু, তেন্তে আহক।"

তাই মুৰটো জোকাৰি দিলে যেন মুৰত থকা অনাৱশ্যক ভাববিলাক ৰ লিয়াই পেলাব খুজিছে। তাই নেকলিউদভৰ আগে আগে আগতকৈ আৰু অলপ বেগাবেগিকৈ খোজ দিলে।

তেওঁ অনুমান কৰিলে যে ওলাব খোজা চকুলোখিনি বন্ধ কৰিবৰ কাৰণে তাই যেন মুখখন কোঁচাই ধৰিছে। মিছিৰ মনত আঘাত দিয়াৰ কাৰণে তেওঁ লজ্জিত। তেওঁ এই কথাও অনুভৱ কৰিছে যে অলপ দুৰ্ব্বলতা দেখুৱালেই হয়তো তাৰ ফল ভয়ঙ্কৰ হ'ব। মিছিৰ লগত তেওঁ সাঙুৰি পৰিব। এই সম্পৰ্কে আজি তেওঁৰ ভয় আৰু বাঢ়ি গ'ল। তেওঁ নীৰৱে ৰাজকুমাৰীৰ কোঠালৈ আগ বাঢ়িল।

# সাতাইশ

মিছিৰ শাক ৰাজকুমাৰী ভাছিলিৱনাৰ খোৱা-বোৱাত বেচ ইলাহী কাৰবাৰ। খাওঁতে তেওঁ সদায় অকলে বহি খায়, যাতে এই কবিতা-শূন্য কাৰবাৰটো কোনেও নেদেখে। তেওঁৰ শোৱা বিছনাৰ ওচৰতে সৰু টেবুল এখনত কফি সজাই থোৱা থাকে। তেওঁৰ ধূমপান কৰাৰো অভ্যাস আছে। মানুহ গৰাকী দেখাত লাহী, ওখ, চুলিবিলাক আৰু চকুজুৰি ক'লা, দাঁতবিলাক দীঘল, কিন্তু তেওঁ নিজক সদায় যুৱতীৰ দৰে প্ৰকাশ কৰে।

ডাক্তৰজনৰ লগত ভিতৰুৱা সম্পৰ্ক আছে বুলি জনৰবো আছে। নেকলিউদভও এই কথা শুনিছে, ৰাজকুমাৰীৰ বিছনাৰ ওচৰতে নেকলিউদভে ডাক্তৰক বহি থকা দেখি সেই গুজবৰ কথা মনত পৰিল আৰু তেওঁৰ মনটো বিতৃষ্ণাৰে ভৰি পৰিল।

চফিয়া ভাছিলিৱনাৰ ওচৰতে চাপৰ কোমল কুচন থকা হেলনীয়া চকী এখনত কলছভ বহি আছে। ওচৰত থকা টেবুলত এগিলাচ মদ, হাতত কফি এগিলাচ লৈ তেওঁ চামোচেৰে লৰাই আছে।

নেকলিউদভেৰে সৈতে মিছি সোমাই আহিল; কিন্তু তাই ততালিকে কোঠাৰ পৰা ওলাই গ'ল।

মিছিৰ যেন একোৱেই হোৱা নাই, এনেকুৱা সুৰত তাই নেকলিউদভ আৰু কলছভক ক'লে, "মাৰ যেতিয়া কথাপাতি আমনি লাগিব আৰু আপোনালোকক বিদায় দিব, তেতিয়া মোৰ ভালৈ আহিব।" তাৰপিছত তাই হাঁহি মাৰি কাৰ্পেটৰ ওপৰদি খোজ চলাই অন্তৰ্দ্ধান হ'ল।

"কোন? তোমাৰ ভালনে, বঁহা বঁহা,—কোৱা।" ৰাজকুমাৰী চফিয়াই ক'লে আৰু এটা আবেগহীন, অস্বাভাৱিক ভঙ্গীত তেওঁৰ দীঘল দাঁতকিটা উলিয়াই হাঁহি মাৰিলে।

"কোৱা শুনিলোঁ। বোলে তুমি ক্লান্ত হৈ আদালতৰ পৰা আহি পাইছাহে। নিশ্চয় মকৰ্দ্দমা বোধহয় জটিল আছিল, আৰু গভীৰভাৱে ভাবিব লগা হৈছিল," ৰাজকুমাৰীয়ে কৰাছি তাৰাত এই কথাখিনি যোগ দিলে।

"হয় গোচৰটো বৰ জটিল আছিল," নেকলিউদভে ক'লে।

"মামলা-মকৰ্দ্দমাৰ কথাবিলাকেই জটিল।"

ৰাজকুমাৰীৰ লগত কথা পাতে তেওঁৰ কথাত হয় নি, তোমালোকৰ সুৰতেই কথাবোৰ কয়।

"বাৰু, তোমাৰ ছবিবিলাকৰ খবৰ কি? ছবিবিলাক চাই মোৰ খুব ভাল লাগে। গা ভালে থকা হ'লে, কাহানিবাই গৈ ছবিবিলাক চাই আহিলোঁহেঁতেন।" ৰাজকুমাৰী চকিয়াই ক'লে।

"মই ছবি আঁকা কাম এৰিয়েই দিছোঁ।" নীৰস ভাৱত নেক্লিউদভে উত্তৰ দিলে। তেওঁ নিজৰ বয়সক যেনেকৈ ফাঁকি দিবৰ চেষ্টা কৰে, ঠিক তেনেকৈ এইবোৰ সাৰশূন্য কথাৰ তেওঁ পাতনি মেলিলে। এইবোৰ যে তোমালোক নেক্লিউদভৰ বুজিবলৈ বাকী নেথাকিল। তেওঁৰ ধৈৰ্য্যৰ সীমা পাৰ হৈ গৈছে।

কলছভৰ ফালে ঘূৰি ৰাজকুমাৰীয়ে ক'লে, "শুনি মই বেয়াহে পাইছোঁ।.........

...."যেপিনে নিজ মুখেৰেই মই কোৱা শুনিছোঁ, চিত্ৰ-অঙ্কনত এওঁৰ যথেষ্ট ব্যুৎপত্তি আছে।

"মিছা কথা। ক'বলৈ আলপো লাজ পোৱা নাই।" নেক্লিউদভ নিজে নিজে ভাবিলে। তেওঁৰ মুখখন গোঙোৰা হৈ পৰিল।

ৰাজকুমাৰী ভাছিলিয়নাই দেখিলে যে নেক্লিউদভৰ আজি মনটো বেয়া আৰু কোনো ৰকম এটা প্ৰীতিকৰ আলোচনালৈ টানি আনিব নোৱাৰি। তেতিয়া তেওঁ কলছভৰ ফালে মুখ ঘূৰাই এখন নতুন অভিনয়ৰ কথা উলিয়ালে। তেওঁ এনেকুৱা ভাৱত কলছভৰ মতামত বিচাৰিলে যেন তেওঁৰ মতামত সকলোৰে সন্দেহৰ উৰ্দ্ধত। কলছভৰ মতামত যেন চিৰন্তন সত্যত প্ৰতিষ্ঠিত হ'ব। কলছভে মত প্ৰকাশ কৰিলে যে নাটক আৰু নাট্যকাৰ দুয়োটাই ঠিক নহয়। লগতে তেওঁ কলা সম্পৰ্কেও অভিমত প্ৰকাশ কৰিলে। ৰাজকুমাৰী চকিয়া ভাছিলিয়নাই যদিও নাটকৰ পক্ষে মত দিছিল, কিন্তু তেওঁ কলছভৰ যুক্তিবোৰত মোহিত নহৈ নোৱাৰিলে। নেক্লিউদভে যদিও তেওঁলোকলৈ নিৰীক্ষণ কৰি কথা-বতৰা শুনি আছিল, তথাপি কোনো কথা তেওঁৰ কাণত নোসোমাল।

তেওঁলোকৰ কথোপকথনবিলাক শুনি নেক্লিউদভৰ ধাৰণা হ'ল যে, আচলতে নাটকত তেওঁলোকৰ কোনো ৰস নাই। তেওঁলোকে পেট ভৰাই খাই-বই ডিঙি আৰু জিভাৰ শাৰীৰিক কুস্তিহে কৰিছে। সুৰাপান কৰি কলছভ হৈ পৰিল উত্তেজিত; অৱশ্যে এই উত্তেজনা কোনো গ্ৰাম্য-লোকে মদ খাই মাতলামি কৰাৰ দৰে নহয়। তেওঁৰ ব্যৱহাৰ হ'ল চিৰাচৰিত মদ্যপানত অভ্যস্ত লোকৰ দৰে। এই কথা-বতৰা চলি থাকোতে চকিয়া ভাছিলিয়নাই খিৰিকীৰ

পৰ্দাখনলৈ চকু দি আছে। কাৰণ খিৰিকীয়েদি ব'দ এচেৰেঙা আহি ভুমুকি মাৰিব খোজে। ব'দত কোঠাটো পোহৰ হ'লে হয়তো বাৰ্দ্ধক্যৰ ফলত উদ্ভৱ হোৱা মুখৰ ৰেখাবিলাক জিলিকি উঠিব পাৰে।

বিছনাৰ ওচৰত থকা ইলেক্‌ট্ৰিক কলিং বেলটোত টান এটা দি কলছভে কোৱা কথা এবাৰ সমৰ্থন কৰি ক'লে 'খুব সঁচা, খুব সঁচা, আপুনি ঠিকেই কৈছে।"

ডাক্তৰ যাবলৈ থিয় হ'ল। তেওঁ কোনো কথাৰ জোৰণি নেমেলি ওলাই গ'ল। ডাক্তৰ ওলাই যাওঁতে ৰাজকুমাৰীয়ে সেইফালে দৃষ্টিপাত কৰি, লগতে ধুনীয়া লগুৱাটোক খিৰিকীৰ পৰ্দাখন টান মাৰি পেলাই দিবলৈ ক'লে।

"নহয়, আপুনি যিয়েই নকওঁক, তেওঁৰ স্বভাৱত এটা ৰহস্যবাদ আছে। ৰহস্যবাদ নেথাকিলে অৱশ্যে কবিতা সৃষ্টি কৰা অসম্ভৱ।" চকু এটা বডা কৰি পৰ্দা টনা লগুৱাটোৰ ফালে চাই ক'লে।

"কবিতা নেথাকিলে ৰহস্যবাদ অন্ধ বিশ্বাসত পৰিণত হয়। কবিতাত আকৌ ৰহস্যবাদ নেথাকিলে ই হৈ পৰে গদ্য।" লগুৱাটোলৈ একেৰাহে চাই চাই ৰাজকুমাৰীয়ে ক'লে।

"ফিলিপ! সেইখন পৰ্দা নহয়। ডাঙৰ খিৰিকীখনৰ পৰ্দাও টনি দিয়া।" অলপ ডাঙৰকৈ তেওঁ ক'লে। এই কথাকিটাৰ খৰছ কৰিব লগা হোৱাত তেওঁৰ যেন ভাগৰহে লাগি গ'ল।

হৃষ্টপুষ্ট ধুনীয়া লগুৱা ফিলিপে মাৰ্জ্জনা বিচাৰি মস্তক অৱনত কৰিলে। তাৰপিছত সি খিৰিকীখনৰ ওচৰলৈ গৈ টান মাৰি পৰ্দাখন পেলাই পোহৰ আহিব নোৱাৰা কৰি দিলে; কিন্তু ৰাজকুমাৰী তেতিয়াও সন্তুষ্ট হোৱা নাই। তেওঁ ক্ষন্তেকলৈ ৰহস্যবাদৰ কথা বাদ দি ফিলিপক ভালকৈ পৰ্দাখন পেলাই দিবলৈ ইঙ্গিত দিলে। অঁকৰা ফিলিপক এইদৰে শুধৰাই দিব লগা হোৱাত তেওঁ যেন বহু কষ্ট পাইছে। ক্ষন্তেকৰ কাৰণে ফিলিপৰ চকুত যেন বিজুলিৰ সঞ্চাৰ হ'ল।

"জহন্নামে যোৱা, লাগে কি?" ৰাজকুমাৰীৰ প্ৰতি ফিলিপৰ এনেকুৱা ভাব হৈছে বুলি, নেক্‌লিউদভে নিজে নিজে ভাবিলে। নেক্‌লিউদভ হ'ল এই গোটেই দৃশ্যৰ দৰ্শক। কিন্তু ফিলিপৰ ধৈৰ্য্যৰ সীমা পাৰ হৈ গৈছিল। কিন্তু তথাপি সি টানি মানি মনৰ প্ৰতিক্ৰিয়া ঢাকি ৰাখিলে আৰু এই ক্ষীণকায়া দুৰ্ব্বলা, কৃত্ৰিমতাৰ মুখা পিন্ধা, চফিয়া ভাছিলিয়েনাৰ আদেশ পালন কৰাত ব্যস্ত হ'ল।

"অৱশ্যে ডাৰুইনৰ মতবাদৰ যথেষ্ট সত্যতা আছে।" কলছুভে ক'লে। তেওঁ চাপৰ চকীখনত আউজি, চকুকিটা মুদি, লগতে আৰু যোগ দিলে, "কিন্তু তেওঁ সীমা চৰি গ'ল, হয়, সীমা চৰি গল"।

নেক্‌লিউদভৰ নীৰৱতা ভঙ্গ কৰিবৰ উদ্দেশ্যে, চফিয়া ভাছিলিৱনাই তেওঁৰ ফালে ঘূৰি ক'লে, "বাৰু, বংশগতভাৱে পোৱা গুণাগুণৰ কথাত তোমাৰ বিশ্বাস আছেনে ?"

"বংশ পৰম্পৰাৰ কথা? নহয় মোৰ বিশ্বাস নাই।" এই মুহূৰ্ত্তত নেক্‌লিউদভৰ মনত এটা আচৰিত ধৰণৰ প্ৰতিচ্ছবিৰ বিজনি ভাঁহি উঠিল। এহাতে তেওঁ দেখিবলৈ পালে এই লগুৱাটোৰ সুন্দৰ চেহাৰা। তাৰ চকু, মুখ, গোটেই শৰীৰটোত এনেকুৱা সৌন্দৰ্য্য বিৰাজমান সি যেন বিশ্বকৰ্ম্মাৰ নিজহাতৰ তৈয়াৰী! শিল্পীৰ যেন অপূৰ্ব্ব সৃষ্টি। আনহাতে তেওঁৰ মনত ভাঁহি উঠিল সেই পেটুৱা, গেৰেলা কলছুভৰ উলঙ্গ মূৰ্ত্তি আৰু চিন্কৰ ভুষণেৰে আবৃত হৈ থকা এই হাড়লী, ক্ষীণকায়া চফিয়া ভাছিলিৱনাৰ দেহৰ বাস্তৱ ৰূপ।

এনেতে ৰাজকুমাৰীয়ে নেক্‌লিউদভৰ ফালে ঘূৰি চাই ক'লে, "অ' বোধহয় মিছিয়ে তোমাৰ কাৰণে অপেক্ষা কৰি আছে। তুমি তাইক লগ ধৰি যোৱা। তাই তোমাৰ কাৰণে 'চুমান'ৰ এটা নতুন সুৰ তৰঙ্গ বজাবলৈ সাজু হৈ আছে। বাস্তৱিকতে এই নতুন সুৰাৱলী অতি প্ৰীতিকৰ।"

আঙুলিত আঙঠিৰে ভৰাই থোৱা হাঁড় ওলোৱা ৰাজকুমাৰীৰ হাতখনত, কৰমৰ্দ্দন কৰি নেক্‌লিউদভ্ যাবলৈ থিয় হ'ল। তেওঁ মনতে ভাবিলে, 'একেবাৰে মিছা। মিছিয়ে মোৰ কাৰণে কোনো সুৰ বজাবলৈ বৈ থকা নাই। এই মানুহ গৰাকীয়ে কিবা মতলবত এই মিছাৰ আশ্ৰয় লৈছে।"

কেটেৰীনা এলেক্‌চিৱনাই নেক্‌লিউদভক ড্ৰইং ৰুমতে লগ ধৰিলে, তেওঁ ততালিকে ফৰাছি ভাষাত ক'লে, "জুৰৰ কৰ্ত্তব্য কৰোঁতে বোধহয় আপুনি ভাগৰি পৰিল।"

"হয়! ক্ষমা কৰিব। মোৰ আজি গা-মন ভাল লগা নাই। গতিকেই মোৰ সঙ্গ দি আনবো মন বেয়া লগোৱা মোৰ উচিত নহয়" নক্‌লিউদভে ক'লে।

"কিয়! ইমান মন বেয়া লগাৰ কাৰণ কি?"

"মাফ কৰিব। সেই বিষয় মোক আজি নুসুধিব।" তেওঁ যাবলৈ সাজু হৈ হেটটো হাতত তুলি ল'লে।

"আপুনি দেখোন সদাই আমাক কয় যে আমি সকলো সময়তে সঁচা কথা

ক'ব লাগে। এই নিষ্ঠুৰ সত্যৰ কথা আমাক কৈয়েই থাকে। আজিনো আমাক আচল কথাটো কিয় নকয়?.........অ' আপুনি মিছিৰ কথা পাহৰিলেই হ'বলা?" ইতিমধ্যেই মিছি আহি ড্ৰইং-ৰুমত উপস্থিত হৈছিল।

নেকলিউদভে গহীনাই ক'লে, "তেতিয়া আমি খেল-ধেমালিত ব্যস্ত আছিলোঁ। খেলত সকলোৱেই সঁচা কথা কোৱা ভাল। কিন্তু আচলতে আমি মানুহবোৰ ইমান বেয়া যে..........অৰ্থাৎ মোৰ মনটো ইমান বেয়া যে অন্ততঃ আজি মই কোনো সত্য কথা ক'ব নোৱাৰোঁ।"

"অ' নহয়। আপুনি কথা নঘূৰাব। কওকচোন আমি মানুহবোৰ কিয় ইমান বেয়া।" কেটেৰীনা এলেক্‌চিৱানাই কথাৰ চেলু পাই ক'লে।

"মনত স্ফূৰ্ত্তি নাই বুলি কোৱা খুবেই বেয়া।" মিছিয়ে ক'লে, "সেইহে মই কেতিয়াও উৎসাহহীন বুলি আনক নকওঁ। সদায় মই স্ফূৰ্ত্তিতে থাকোঁ। বাৰু, আহকচোন আমি আপোনাৰ মনৰ বিষাদ দূৰ কৰিবলৈ চেষ্টা কৰোঁ।"

নেকলিউদভে অনুভৱ কৰিলে যে মানুহে মৰম কৰি ঘোঁৰাক যেনেকৈ মুখত লেগাম পিন্ধাই দিয়ে, তেওঁৰো যেন দশা তেনেই। তেওঁ মিছিৰ কথাত ভোল নগৈ ঘৰলৈ যাবলৈ সাজু হ'ল।

তেওঁ মিছিক ক'লে, "নহয়। মই এতিয়া যাবলৈ অক্ষম, ঘৰত মোৰ বিশেষ কাম আছে।" এই বুলি কৈ তেওঁ মিছিক কৰমৰ্দ্দন কৰিলে। মিছিয়ে হাতখন একেবাৰে নিওঁতে যথেষ্ট পলম কৰিছিল।

"মনত ৰাখিব আপোনাৰ কাৰণে যিটো আৱশ্যকীয়, আপোনাৰ বন্ধুৰ কাৰণেও সেইটো প্ৰয়োজনীয়।" মিছিয়ে ক'লে, "আপুনি কালিলৈ আহিবনে?"

"বোধহয় আহিব নোৱাৰিম"– তেওঁ উত্তৰ দিলে। মিছিৰ প্ৰশ্ন শুনি তেওঁৰ ভাব হ'ল যে তেওঁ মিছিৰ কাৰণে আহিব লাগেনে তেওঁ নিজৰ কাৰণে আহিব। কথাটো ভাবি পেটে পেটে তেওঁ লজ্জিত হ'ল। তাৰপিছত তেওঁ ঘৰমুৱা হ'ল।

নেকলিউদভৰ আচৰণত কেটেৰিনা এলেক্‌চিৱানা আৰু মিছি উভয়ে কিছু আচৰিত নহৈ নোৱাৰিলে। কেটেৰীনাই ইয়াৰ আচল তত্ব বাহিৰ কৰিম বুলি ইচ্ছা প্ৰকাশ কৰিলে।

ইমানবিলাক ঘটনাৰ পিছত বিশেষকৈ নেকলিউদভৰ আজিৰ ব্যৱহাৰৰ পিছত মিছিৰ মনৰ কামনা পূৰ হ'বনে? কেটেৰীনাৰ মনত সন্দেহ জাগি উঠিল, তেওঁৰ ভাব হ'ল যে, তাইক তেওঁ ঠগিব নেকি? যদি ঠগেই তেন্তে ই যথেষ্ট অন্যায় হ'ব।

নেক্‌লিউদভে মিছিক বিয়া কৰিব বুলি কোনো মৌখিক প্ৰতিশ্ৰুতি দিয়া নাছিল। কিন্তু তেওঁলোকৰ উভয়ৰে ভিতৰত ঘনিষ্ঠতা, হাঁহি, ধেমালি, কথা-বতৰাৰ ভিতৰতে মিছিয়ে যি ইংগিত পাইছিল, তাকেই তাই প্ৰতিশ্ৰুতি বুলি গণ্য কৰিছিল।

মিছিয়ে এতিয়াও নেক্‌লিউদভ তাইৰেই হ'ব বুলি বিশ্বাস কৰে। তাইৰ হাতৰ পৰা তেওঁ এৰাই যোৱাৰ কথা তাই ভাবিবই নোৱাৰে। এই কথা তাইৰ অতি কষ্টদায়ক।

## আঠাইশ

নেক্‌লিউদভ ঘৰমুৱা হ'ল। বাটত তেওঁ নিজ নিজকে ক'লে, "লাজ লগা আৰু ভয় লগা, ভয় লগা আৰু লাজ লগা," মিছিৰ লগত কথা বতৰা পাতোঁতে তেওঁ যি বিৰক্তিবোধ কৰিছিল, মনৰ পৰা সেই ভাব এতিয়াও দূৰ হোৱা নাই। তেওঁ গমিপিতি চালে যে মিছিক বিবাহ কৰা সম্পৰ্কে তেওঁৰ কোনো বাধ্যবাধকতা নাই। কিয়নো কোন দিনে মুখেৰে তেওঁ সেই কথা প্ৰকাশ কৰা নাই। আৰু তাইৰ পাণি-প্ৰাৰ্থী হোৱাও নাই। অথচ এই কথাও সত্য যে, মিছিৰ লগত তেওঁ নিজে সাঙোৰ খাই পৰিছে। তাইৰ লগত ঘনিষ্ঠতা কৰি, তাইৰ মনত আকাঙ্ক্ষা জগাই তোলাৰ কাৰণে নিশ্চয় তেওঁ দায়ী। কিন্তু আজি তেওঁ সৰ্ব্বান্তঃকৰণে অনুভৱ কৰিছে যে, তাইক তেওঁ বিয়া কৰিবলৈ অপাৰগ। "লাজলগা আৰু ভয়লগা, ভয়লগা আৰু লাজলগা"। এই কথাকে তেওঁ বাৰে বাৰে ক'বলৈ ধৰিলে। অকল মিছিৰ লগত সম্পৰ্কই নহয়, সকলো কথাই 'লাজ-লগা আৰু ভয়লগা।' এইদৰে ভাবি ভাবি তেওঁ ঘৰৰ পৰ্টিক'ত ভৰি দিলে।

ঘৰ পায়েই তেওঁ ভোজনালয়লৈ পোনে পোনে সোমাই গ'ল। পিছে পিছে তেওঁৰ ঘৰুৱা চাকৰ কৰ্ণিয়া। তেওঁ কৰ্ণিয়াক ক'লে যে তেওঁ আজি ভাত-পানী একো নাখায়, সি যাব পাৰে। সি 'ভাল হুজুৰ' বুলি কৈ টেবুলত সজাই থোৱা খাদ্যবস্তুবিলাক আঁতৰাবলৈ লাগিল। নেক্‌লিউদভৰ ইচ্ছা আছিল, সি আঁতৰি য'ক আৰু তেওঁ অকলসৰে থাকিব। সি আঁতৰি নোযোৱা দেখি তেওঁৰ খং উঠিল। তেওঁৰ ভাব হ'ল, আজি কোনেও তেওঁৰ পিছ এৰিব নোখোজে আৰু সকলোৱেই যেন তেওঁক ঘৃণাৰ পাত্ৰ কৰিছে এৰিব খোজে।

সান্ধ্য ভোজনৰ কাৰণে গোটেইবা খাদ্যসম্ভাৰ আঁতৰাই কঢ়িয়া যেতিয়া গুচি গ'ল, তেতিয়া নেকুলিউদভে অলপ চাহ কৰিবৰ কাৰণে চাম'ভাৰৰ তলত জুই দিব খুজিছিল; কিন্তু আগ্ৰাফেনা পেট্ৰৱনা অহাৰ গম পাই, তেওঁ লৰালৰিকৈ দুৱাৰ বন্ধ কৰি ড্ৰইং-ৰুমলৈ গুচি গ'ল, যাতে তেওঁক দেখা নেপায়। আজি তিনি মাহৰ আগতে এই কোঠাতেই তেওঁৰ মাতৃয়ে ইহলীলা সম্বৰণ কৰিছিল। কোঠাটোৰ ভিতৰত দুঠাইত দুটা লেম্প জ্বলি আছিল। এটাই তেওঁৰ মাতৃৰ প্ৰতিচ্ছবি আৰু আনটোৱে তেওঁৰ পিতৃৰ ছবিখন পোহৰাই ৰাখিছিল। তেওঁৰ মনত পৰিল মাতৃৰ লগত থকা শেষ সম্পৰ্কৰ কথা মাকৰ প্ৰতি তেওঁ যি মনোভাব লৈছিল, সিও আছিল অস্বাভাৱিক আৰু ঘৃণনীয়। সিও হ'ল, 'লাজ লগা আৰু ভয় লগা।' মাকে বেমাৰ পৰি থকা শেষ অৱস্থাত তেওঁ মাকৰ মৃত্যুৱেই কামনা কৰিছিল। তেওঁ নিজকে নিজে বুজাব খোজে যে মাকে দুঃখ-কষ্টৰ পৰা মুক্তি পাব বুলিয়েই তেনেদৰে ভাবিছিল। কিন্তু দৰাচলতে তেওঁ নিজে সেই দুঃখ-বেদনা চাই থকাৰ পৰা হাত সাৰিবৰ কাৰণেহে সেইদৰে ইচ্ছা কৰিছিল।

মাকৰ মধুৰ স্মৃতি সুঁৱৰিবৰ কাৰণে তেওঁ মাকৰ ছবিখন চাবলৈ আগবাঢ়িল। এই ছবিখন পাঁচ হেজাৰ ৰুবল দি তেওঁ এজন বিখ্যাত শিল্পীৰ দ্বাৰাই অঙ্কন কৰাইছিল। ছবিখনৰ পৰা দেখা যায়, তেওঁৰ মাকে ভেল্‌ভেটৰ সাজপাৰ পিন্ধি ভূষিতা হৈ আছে আৰু কান্ধ, গ্ৰীৱা আৰু বুকুৰ ওপৰভাগ উদং হৈ আছে। শিল্পীজনে যথেষ্ট পৰিশ্ৰম কৰি স্তনযুগলৰ লাইনবিলাক প্ৰকাশ কৰিছে আৰু বুকুৰ মাজ-অংশ জিলিকি আছে। কান্ধ দুখন আৰু ডিঙিটো অতি ধুনিয়াকৈ চিত্ৰিত কৰিছে। এনেকুৱা অৰ্দ্ধ উলঙ্গ কৰি তেওঁৰ মাতৃৰ সৌন্দৰ্য্য প্ৰকাশ কৰাটো তেওঁৰ অসহ্য হৈ উঠিল। কিয়নো, আজি তিনিমাহৰ পূৰ্ব্বে এই নাৰী গৰাকীয়ে খিনাই শুকাই হাঁৰলী হৈ, এক কোঠাতেই শয্যাগত হৈ আছিল। তেওঁৰ শৰীৰৰ দুৰ্গন্ধত থাকিব নোৱাৰা হৈছিল। সেই গোন্ধ যেন আজিও তেওঁৰ নাকত লাগিয়েই আছে। মৃত্যুৰ কেইদিমানৰ পূৰ্ব্বে, মাকে সেই খিনোৱা, হাঁড় ওলাই থকা হাত আৰু আঙুলিবিলাকেৰে তেওঁৰ হাতত খামোচ্ মাৰি কৈছিল, "মিতিয়া, মোৰ কৰ্ত্তব্যত যদি কিবা ক্ৰটি হৈছিল তাৰ বাবে মোক ক্ষমা কৰিবি।" এই কথা কওঁতে তেওঁৰ দুধাৰি চকুলো বৈ গৈছিল। অসহ্য দুঃখ আৰু যন্ত্ৰণা ভুগিছিল তেওঁ। চিত্ৰখনত দেখুৱা আছে তেওঁৰ মাকৰ মুখত হাঁহি যেন লাগিয়েই আছে। তেওঁ এই অৰ্দ্ধ উলঙ্গ চিত্ৰখনলৈ চাই চাই নিজে নিজে ক'লে, "উস! কি ভয়ঙ্কৰ!" তেওঁৰ মাতৃৰ এই ছবিখন দেখি, আন এগৰাকী

নাৰীয়ে এইদৰে কেইদিনমানৰ আগতে বুকুখন উদঙ কৰি উলিয়াই ৰখা কথা মনত পৰিল। এও হ'ল মিছি। তাই তেওঁক ছলনা কৰি তাইৰ কোঠালৈ মাতি নিছিল। উদ্দেশ্য হ'ল তাই বল-নৃত্যৰ কাৰণে পিন্ধি লোৱা সাজটো যাতে নেকলিউদভৰ চকুত পাৰে। তাইৰ উদং হৈ থকা গ্ৰীবা, কান্ধ আৰু ডিঙিৰ কথা মনত পৰিলে এতিয়াও তেওঁৰ ঘৃণাত নাক কোঁচ খায়। আৰু তাইৰ পিতৃৰ কথা! তেওঁৰ অতীত আছিল সন্দেহজনক। অত্যন্ত নিষ্ঠুৰ আৰু পশুতুল্য এই মানুহজন। মাকৰ কথা! তেওঁ ও সেই একে চৰিত্ৰদোষতে দোষী। এই সকলো কথাই তেওঁৰ মন গধুৰ কৰি পেলালে। তেওঁৰ মন বিতৃষ্ণা আৰু বিৰক্তিৰে ভৰি পৰিল। তেওঁ আকৌ নিজে নিজে ক'লে, 'লাজ লগা আৰু ভয় লগা, ভয় লগা আৰু লাজ লগা!'

'নহয়! হ'ব নোৱাৰে।' তেওঁ নিজে নিজে ভাবিলে। 'মোৰ স্বতন্ত্ৰতা অটুট ৰাখিব লাগিব। চফিয়া ভাছিলিয়েভনা আৰু কৰ্চাগিন্ পৰিবাৰৰ লগত থকা এই কৃত্ৰিম সম্পৰ্ক ত্যাগ কৰি তেওঁৰ স্বাধীনতা ৰক্ষা কৰিব লাগিব। তেওঁৰ উত্তৰাধিকাৰী স্বত্ব আৰু আন সকলো বাধ্য-বাধকতাৰ পৰা তেওঁ মুক্ত থাকিব। মুক্ত বায়ু সেৱন কৰিবলৈ হ'লে তেওঁ বিদেশ বা ৰোমলৈ গৈ চিত্ৰ-শিল্প চৰ্চাত নিজক ব্যস্ত ৰাখিব।' অৱশ্যে চিত্ৰ-শিল্পত তেওঁৰ নিজৰ ব্যুৎপত্তি সম্পৰ্কে নিজৰেই সন্দেহ হয়। এইবোৰ কথা তেওঁৰ মনলৈ আহিল। তথাপি তেওঁ ক'লে, 'যি হ'ক! কেৱল মুক্ত বায়ু সেৱনৰ কাৰণেই প্ৰথম কনষ্টান্টিনেপোল আৰু পিছত ৰোমলৈ যাম। কেৱল এই জুৰৰ হোৱাৰ ফলত যিখিনি কাম ওলাল, সেইখিনি শেষ হ'লেই হয়। প্ৰথমে এড্‌ভোকেটৰ লগত এটা সু-বন্দ'বস্ত কৰি লওঁ।"

অকস্মাতে মাচল্‌ভাৰ প্ৰতিচ্ছবি তেওঁৰ মনত ভাঁহি উঠিল। ভাঁহি উঠিল তাইৰ অকণমান কেঁৰা আৰু ক'লা চকুজুৰি। আচামীবিলাকৰ শেষ জবানবন্দী লওঁতে, তাই কেনেকৈ উচুপি উচুপি কান্দিছিল। সেই কৰুণ দৃশ্যও তেওঁৰ মনত পৰিল। তেওঁ ততালিকে চিগেৰেটডাল মুখৰ পৰা এচ্‌ট্ৰেত পেলাই দি পুনৰ আৰু এডাল জ্বলাই হুপিবলৈ ধৰিলে। আৰু কোঠাৰ ভিতৰতে খোজ চলাই ইফাল-সিফাল কৰি আছে। ইটো সিটোকৈ তেওঁ মাচল্‌ভাৰ প্ৰতি কৰা ব্যৱহাৰবিলাক মনত জিলিকি উঠিল। তেওঁ পাশৱিক প্ৰবৃত্তি চৰিতাৰ্থ কৰাৰ কথা, আৰু কামনা পূৰ হোৱাৰ পিছত তেওঁৰ মনৰ প্ৰতিক্ৰিয়া আৰু হতাশা, ইটোৰ প্ৰাৰ্থনাত যোগ দিওঁতে তাই নীলা ফিটা মাৰি বগলিৰ পাখী যেন বগা সাজপাৰে সৈতে সেই কাট্যুচাৰ কথা স্মৰণ হ'ল।

'কিয় ? সেইদিনা বাতি সঁচাকৈয়ে তাইক মই ভাল পাইছিলোঁ। তাইৰ প্ৰতি মৰম, প্ৰীতি, ভালপোৱা আছিল অকৃত্ৰিম, নিৰ্ম্মল আৰু অতি পবিত্ৰ। মাইাদেউইতৰ ঘৰত, মই বচনা লিখোঁতেও তাইক দেখিছিলোঁ আৰু ভাল পাইছিলোঁ।" তেতিয়া তেওঁ কেনে ধৰণৰ সবল আৰু সুস্থ মনৰ যুৱক আছিল। সেই কথা সুঁৱৰি তেওঁৰ মন-প্ৰাণ বিষাদেৰে ভৰি পৰিল।

তেতিয়া তেওঁ কি আছিল আৰু এতিয়া কি হ'ল ! ইয়াৰ ভিতৰত আকাশ পাতাল প্ৰভেদ। ঠিক সেইদৰে কাট্যুচাৰ জীৱনবো অদ্ভূত পৰিবৰ্ত্তন ! সেই দিনা বাতি গিৰ্জ্জাত প্ৰাৰ্থনাৰত কাট্যুচা আৰু সদাগৰৰ কামলিপ্সা চৰিতাৰ্থ কৰা বেশ্যা মাচলুতাৰ ঘোৰ প্ৰভেদ ! সেই কাট্যুচাকেই আজি আমি দণ্ড দিলোঁ। ইয়াৰ ভিতৰত যি মহৎ পাৰ্থক্য, তাতকৈ ডাঙৰ নহ'লেও, নেকুলিউদভৰ পূৰ্ব্বৰ আৰু বৰ্ত্তমানৰ লগত পাৰ্থক্য সৰু নহয়। এনেকুৱা নানা চিন্তাই তেওঁৰ মন আগুৰি ধৰিলে। তেওঁৰ সমুখত নানা সম্ভাৱনাই দেখা দিলে। তেওঁৰ ভাব হ'ল যে তেওঁ জীৱনত অঠাই সাগৰত ডুব দি ককবকাব লাগিছে আৰু ইচ্ছা কৰিলেও এই পৰিস্থিতিৰ পৰা তেওঁৰ উদ্ধাৰ নাই ! জীৱন যেন এটা সাৰশূন্য মূল্যহীন শূন্যত পৰিণত হ'ল। তেওঁৰ মনত পৰিল, এসময়ত কেনেকুৱা পোনপতীয়া সবল যুৱক আছিল, তেওঁ কেনেকৈ সত্যক জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিছিল আৰু বাস্তৱতে তেওঁ সত্য-প্ৰিয়ও আছিল। কিন্তু আজি তেওঁ সেই সত্য-পথৰ পৰা পিচলি একেবাৰে গৰখাৱৈত পৰিল। তেওঁ আজি একেবাৰে অতি জঘন্য নীচ, অসত্যতাত ডুব গ'ল। কিন্তু আজি তেওঁ যিবিলাক বন্ধু-বান্ধৱেৰে পৰিবেষ্টিত, সেই মানুহবোৰে এই অসত্য আৰু নীচতাক সত্য বুলি বিবেচনা কৰে। কিন্তু আজি তেওঁ এই পৰিস্থিতি সম্পৰ্কে যিমানেই চিন্তা-ভাৱনা কৰিছে, সিমানেই তেওঁৰ ধাৰণা হৈছে যে এই পাপ, পঙ্কিল পথৰ পৰা তেওঁৰ উদ্ধাৰৰ পথ নাই। এইবিলাক ভাবি তেওঁ তন্ময় হৈ পৰিল।

মেৰীয়া ভাছিলিৱনা আৰু তেওঁৰ স্বামীৰ লগত তেওঁৰ যি সম্পৰ্ক, সতি-সন্ততি আৰু তেওঁৰ স্বামীৰ আগত মান-ইজ্জত ৰক্ষা কৰি সেই সম্পৰ্ক কি উপায়েৰে ছেদ কৰিব ? মিছিৰ হাতৰ পৰাই বা তেওঁ কি উপায়েৰে এৰাই আছে ? মাটিৰ মহাজন বা জমিদাৰ হোৱা অন্যায় বুলি জানি শুনি তেওঁ নিজেই বা কেনেকৈ মাকৰ জমিদাৰীৰ উত্তৰাধীকাৰী হয় ? তেওঁৰ চিন্তা আৰু বাস্তৱ কাৰ্য্যৰ অসামঞ্জস্যতাৰ পৰা কেনেকৈ ৰক্ষা পায় ? কাট্যুচাক কৰা অন্যায়ৰ পৰা তেওঁ কেনেকৈ উদ্ধাৰ হয়। এই শেষৰ কথাটো তেওঁ কিবা এটা নকৰাকৈ কেতিয়াও এৰি দিব

নোৱাৰে। তাইৰ চাইৰেৰীয়ালৈ নিৰ্ব্বাসনৰ আৰু সশ্ৰম কাৰাদণ্ডৰ পৰা ৰক্ষা কৰিবলৈ কেৱল এড্‌ভোকেট এজনক পইচা দিলেই তেওঁৰ কৰ্ত্তব্য শেষ নহয়। তাই সশ্ৰম কাৰাদণ্ড পোৱা উচিতো নাছিল। অৰ্থক্ষয় কৰিয়েই পাপৰ পৰা মুক্তি! তাইৰ লগত কামনা পূৰ কৰি আৰু তাৰ বাবদ কেইটামান টকা দি দোষৰ পৰা মুক্ত হ'ল বুলি তেতিয়া তেওঁ জানো ভবা নাছিল?

তেওঁৰ খুব ভালকৈ মনত পৰিছে যে মাজ বাটত তাইক বধাই, কঁকালৰ মেখনিত এশ ৰবল গুজি দি, বেগাবেগিকৈ তেওঁ আঁতৰ হৈছিল। নিজে নিজে অত্যন্ত অনুতপ্ত হৈ তেওঁ কৈ পেলালে, 'অ-হ-হ! সেই টকা! হে প্ৰিয়! হে প্ৰিয়! কি ঘৃণনীয়!' বুলি তেওঁ চিঞৰি উঠিল। 'অতি বদমাইচ্‌ আৰু প্ৰবঞ্চকেহে এনেকুৱা কাম কৰিব পাৰে। আৰু মই—মই, মই সেই বদমাইচ আৰু ঠগ।' তেওঁ নীৰবে ঠৰ হৈ ৰ'ল আৰু পুনৰ নিজকে প্ৰশ্ন কৰিলে, "মই কি সঁচাই এজন বদমাইচত পৰিণত হলোঁ?" "হয়, মোৰ বাহিৰে আৰু আন কোন হ'ব?" তেওঁ নিজেই উত্তৰ দিলে। পুনৰ তেওঁ নিজকে দোষাৰোপ কৰি ক'লে, 'ইয়াৰ পিছত? ইয়েই কি একমাত্ৰ মোৰ অপৰাধ? নহয় আৰু আছে? মেৰীয়া ভাছিলিয়না আৰু তেওঁৰ স্বামীক মই যি ব্যবহাৰ কৰিছোঁ, সি জানো ঘৃণনীয় আৰু লজ্জাজনক নহয়! আৰু টকাৰ প্ৰতি মোৰ যি মনোভাব? মাৰ পৰা টকা নি খৰছ কৰাটো মই অন্যায় বুলি ভাবোঁ অথচ মই কৰিছোঁ কি! এটা অলসতাপূৰ্ণ আৰু ঘৃণনীয় জীৱন যাপন কৰি কাল কটাইছোঁ। এই আটাইবিলাকৰ ভিতৰত মোৰ কুখ্যাতিৰ শিৰৰ মুকুট হ'ল, কাট্যুচাৰ প্ৰতি মোৰ ব্যৱহাৰ। মই এটা ঠগ, প্ৰবঞ্চক আৰু বদমাইচ্‌। আনে মোক যিদৰে ভাবে ভাবক। যিদৰে চাই চক। কিন্তু মই নিজক ঠগিব নোৱাৰোঁ।।"

অকস্মাতে নেক্‌লিউডভে অনুভব কৰিলে, আজি যে চকিয়া ভাছিলিয়না, তেওঁৰ স্বামী, কৰ্ণিয়াই, মিছি এই সকলোৰে প্ৰতি তেওঁৰ বিৰাগ হৈছে, তাৰ কাৰণ কি? তাৰ কাৰণ হ'ল, আজি তেওঁ নিজৰ ওপৰতে বিৰক্ত হৈছে, ঘৃণা হৈছে আৰু খং উঠিছে। এই নীচতা, ভীৰুতা, হীনতা আৰু বিতৃষ্ণাই যে নেক্‌লিউডভক অত্যন্ত কষ্ট দিছে, সেই কথা খাতাং। কিন্তু আচৰিত ইয়েই যে ইহাঁৰ মাজত আশা আৰু আনন্দৰ এটি বেঙশিও আছে।

নেক্‌লিউডভে জীৱনত একাধিকবাৰ এটা বিশেষ ব্যৱস্থা লৈছিল। এই ব্যৱহাৰ নাম দিছিল, আত্ম-শুদ্ধি (cleansing of the soul)। এই আত্ম-শুদ্ধিৰ অৰ্থ হ'ল, ই এটা আভ্যন্তৰীণ মানসিক অৱস্থা। বহুদিন ধৰি এটা লোপা-

চিন্তা অবস্থা চলাৰ পিছত, জীৱনত এটা সম্পূর্ণ নিষ্ক্রিয় মানসিক অৱস্থাৰ উদ্ভৱ হয়। তেতিয়া তেওঁ মনৰ এই সমস্ত স্তূপীকৃত আবৰ্জনা দূৰ কৰি পেলায়।

এনেকুৱা জাগৰণৰ পিছত তেওঁ সদাই জীৱন পৰিচালনাৰ কাৰণে কিছুমান নীতি নির্দ্ধাৰণ কৰে, দৈনিক তেওঁ ডায়েৰী লিখে। আৰু জীৱনক এনেভাৱে গঢ় দিয়ে, যাতে এই গতিৰ কোনো লৰচৰ নহয়। তেওঁ ইয়াক নতুন পাতনি বুলি আখ্যা দিয়ে। কিন্তু প্ৰতিবাৰেই সংসাৰৰ পাৰিপার্শ্বিক অৱস্থাই তেওঁক আকৌ প্রলোভনৰ নাগ-পাশেৰে সাঙুৰি পেলায়। তেওঁৰ অজ্ঞাতসাৰেই এনে অৱস্থা প্রাপ্ত হয়। কেতিয়াবা পূৰ্ব্বতকৈও নিম্নস্তৰৰ হৈ পৰে।

তেওঁৰ জীৱনত কেইবাবাৰো এনে অৱস্থা সৃষ্টি হৈছে। প্ৰতিবাৰেই তেওঁ আত্ম-শুদ্ধিৰ পথ গ্রহণ কৰিছিল। প্ৰথমবাৰ তেওঁ আত্মশুদ্ধি কৰিছিল যেতিয়া তেওঁ বৰ্ষাকালত মাহীয়েকহঁতৰ ঘৰত থাকি পঢ়াশুনা কৰিছিল। এই আত্ম-শুদ্ধিৰ ফলত তেওঁ যথেষ্ট জ্ঞান লাভো কৰিছিল। বহুদিন ধৰি চলিছিল ইয়াৰ প্রতিক্রিয়া। আন এবাৰ তেওঁ এইদৰে আত্ম-শুদ্ধি কৰিছিল, যেতিয়া তেওঁ অসামৰিক চাকৰী ত্যাগ কৰি যুদ্ধৰত সামৰিক বাহিনীত যোগ দিছিল আৰু জীৱন বিসর্জ্জন দিবৰ কাৰণে আগবাঢ়িছিল। কিন্তু এইবাৰ অতি শীঘ্রেই তেওঁৰ নির্দ্ধাৰিত জীৱনৰ গতি-পথৰ বিপর্য্যয় ঘটিছিল। তেওঁৰ শেষবাৰ আত্ম-জাগৰণ হৈছিল, যেতিয়া তেওঁ সামৰিক পদ ত্যাগ কৰি, বিদেশ পর্য্যটনৰ কাৰণে ওলাই শিল্পচর্চ্চাত মনোনিবেশ কৰিছিল।

তেতিয়াৰ পৰা বহুদিন ধৰি তেওঁ এই আত্ম-শোধনৰ অভ্যাস কৰা নাছিল। গতিকেই তেওঁৰ বিবেকৰ দাবী আৰু বাস্তৱ জীৱনৰ কাৰ্য্যাবলীৰ মাজত ব্যৱধানৰ মাত্রা বাঢ়ি গৈছিল। যেতিয়া তেওঁ এই বাঢ়ি যোৱা ব্যৱধানৰ কথা সম্যক উপলব্ধি কৰিলে, তেতিয়া তেওঁ ভয়ত উচপ খাই উঠিল।

তেওঁৰ অন্তৰত অপবিত্রতাৰ মাত্রা ইমান বাঢ়িছিল যে, তেওঁ আত্ম-শুদ্ধি কৰিয়ে এই ভ্ৰষ্টতা দূৰ কৰিব পাৰিব, সেই সম্পর্কে তেওঁ নিৰাশ হৈ পৰিল। তেওঁৰ অন্তৰৰ পৰা চৈতানে যেন কাণে কাণে বাণী দিলে, "তুমি জানো আগতে এইদৰে সৎ আৰু পবিত্র হ'বলৈ যত্ন কৰা নাছিলা। পিছে ফল হ'ল কি? এই দুনিয়াত অকল তুমিয়েই কি মানুহ! অকল তুমিয়েই নহয়। বহুত আছে আৰু সকলো দোষ-গুণ থকা একেই মানুহ। কিন্তু নেকুলিউডভৰ অন্তৰত ইতিমধ্যেই জাগি উঠিছিল, সত্য-শুদ্ধ সৰ্ব্বশক্তিমান সনাতন সত্তা আৰু এই জাগৰণ তেওঁ অবিশ্বাস কৰিবৰ সাধ্য নাই। অন্তৰে তেওঁৰ ঈপ্সিত লক্ষ্য আৰু

তেওঁৰ বাস্তৱ জীৱনৰ অৱস্থিতিৰ মাজত আকাশ-পাতাল প্ৰভেদ সৃষ্টি হোৱাটো সত্য। কিন্তু তেওঁৰ নৱ জাগ্ৰত আধ্যাত্মিক সত্বাৰ পক্ষে এই বাধা দূৰ কৰা অলপো অলঙ্ঘনীয় নহয়।

"যেই সেই প্ৰকাৰেই মই এই অসত্যৰ আৱৰণ ভাঙি চুৰমাৰ কৰি দিম। প্ৰত্যেক লোকৰ আগত আচল সত্য প্ৰকাশ ক'ৰি দিম।" তেওঁ দুঃখভাৱে ক'লে। "মই মিছিক প্ৰকৃত সত্য কথা কৈ দিম। মই কৈ দিম যে মই এক লম্পট। মই তাইক বিয়া কৰিবৰ যোগ্য নহয়। অনাহকতে তাইক মই মনত আঘাত দিলোঁ। মই মেৰীয়া ভাচিলিৱানাকো কম........অ' তাইকতো ক'বলগীয়া একো নাই। মই তাইৰ স্বামীৰ আগত কৈ দিম যে মই এটা বদমাইচ আৰু তেওঁক প্ৰতাৰণা কৰি আছোঁ। মই নিজে বিশ্বাস কৰা সত্য ৰক্ষাৰ্থে উত্তৰাধিকাৰী সূত্ৰে পোৱা মোৰ সম্পত্তি মই ত্যাগ কৰিম আৰু আনক দি দিম। মই এটা দাগাবাজ বুলি কাটুচাক কৈ দিম আৰু কম যে তাইৰ প্ৰতি মই ঘোৰ অন্যায় কৰিছোঁ। সেই ভ্ৰষ্টাচাৰ কৰি মই হৈছোঁ পাপী। তাইৰ দুঃখ-বেদনা লাঘৱ কৰিবলৈ মই আপ্ৰাণ চেষ্টা কৰিম, হয়! মই তাইক দেখা কৰি তাইৰ ওচৰত ক্ষমা প্ৰাৰ্থী হ'ম...........। হয়! কোমলমতীয়া শিশুবদৰে মই ক্ষমা প্ৰাৰ্থনা বিচাৰিম।" তেওঁ অলপ বৈ কলে, "যদি দৰকাৰ হয় মই তাইকেই বিয়া কৰিম।"

তেওঁ ক্ষন্তেক নীৰৱ হ'ল। তেওঁ বুকুৰ আগত অঞ্জলি ধৰি, কোনোবা এজনক আহ্বান কৰি ক'লে, "হে প্ৰভো! মোক সহায় কৰা। মোক জ্ঞান দিয়া। মোৰ অন্তৰত স্থিতি লোৱা। মোৰ অন্তৰৰ সকলো আৱৰ্জনা দূৰ কৰা। মোৰ অন্তৰ পবিত্ৰ কৰা—প্ৰভো পবিত্ৰ কৰা।" তেওঁ ভগবানৰ ওচৰত প্ৰাৰ্থনা জনালে, তেওঁৰ অন্তৰত থিতি লৈ সহায় কৰিবৰ কাৰণে, তেওঁৰ অন্তৰাত্মা শুদ্ধ কৰিবৰ কাৰণে। তেওঁ যিহৰ কাৰণে প্ৰাৰ্থনা জনাইছিল, সেই সম্পৰ্কে তেওঁ ইতিমধ্যেই অন্তৰৰ বাণী লাভ কৰিলে। চৈতন্যই তেওঁৰ চেতনা জগাই তুলিলে। এই পৰমাত্মাৰ লগত তেওঁৰ যেন মহামিলন ঘটিল। গতিকেই, তেওঁ যে অকল নিজকে মুক্ত, স্বাধীন বুলিয়েই যে অনুভৱ কৰিলে এনে নহয়, তেওঁ উপলব্ধি কৰিলে জীৱনৰ মহানন্দ আৰু মহান সত্য। মানুহৰ জীৱনত আটাইতকৈ যি মহান কৰ্ত্তব্য সেই কৰ্ত্তব্য কৰিবলৈ তেওঁ সম্পূৰ্ণ সমৰ্থ বুলি নিজকে বিবেচনা কৰিলে।

নিজকে নিজে তেওঁ এই কথাবোৰ কৈ থাকোঁতে তেওঁৰ নিজৰেই চকুলো

বখলৈ ধৰিলে, এই চকুলো হৰ্ষ আৰু বিষাদ দুয়োটাৰেই। তেওঁৰ অন্তৰত যেন সুষুপ্ত আত্মাৰ পুনৰ বিকাশ ঘটিল, তেওঁৰ যেন আধ্যাত্মিক আত্মাই নতুন চেতনা পালে। এই কাৰণেই এই চকুলো হ'ল যেন আনন্দৰ। আনহাতে এই চকুলো হ'ল বিষাদৰ, কিয়নো তেওঁৰ নিজৰ প্ৰতি যি দৰদ আৰু স্নেহ'ই তাৰেই পৰিচায়ক।

তেওঁ অলপ গৰম অনুভৱ কৰি, খিৰিকীখনেদি খুলি দিলে। খিৰিকীখনেদি চালে তেওঁৰ ফুলনিখন চকুত পৰে। ইতিমধ্যে ৰাতিও হৈছিল। ধুনীয়া জোনাক, চাৰিওফালে নীৰৱ নিস্তব্ধ। কিবা এটা ঘৰঘৰণি শব্দ কৰি গ'ল। তাৰপিছত আকৌ নিজম নিতাল। খিৰিকীৰ বিপৰীত ফালে এজোপা পপলাৰ গছৰ ছাঁ দীঘল লৈ পৰিছে। নেকৃলিউদভে খিৰিকীয়েদি জোনৰ পোহৰ, গছৰ ছাঁ, দূৰৈৰ ঘৰ-দুৱাৰ চাই চাই সুশীতল নিৰ্ম্মল বায়ু সেৱন কৰিবলৈ ধৰিলে। অন্তৰৰ পৰা যি নতুন বাণী পাইছিল, সেই কথা সুঁৱৰি তেওঁ নিজে নিজে কৈ উঠিল, "কিমান মধুৰ! কিমান সুন্দৰ! হে প্ৰভো, কিমান আনন্দদায়ক!"

## ঊনত্ৰিশ

মাচ্লভাই সন্ধ্যা ৬টা মান বজাত জেলখানা পালেগৈ। তাই ১০ মাইল শিলনি ৰাস্তাইদি খোজ কাঢ়ি যাব লগা হৈছিল। আগে পিছে ইমানদূৰ খোজ কঢ়া তাইৰ অভ্যাস নাছিল। ফলত তাই ভাগৰত ক্লান্ত হৈ পৰিল আৰু ভৰিত বিষ উঠিল। অপ্ৰত্যাশিত কঠিন দণ্ড আৰু ভোক-পিয়াহে তাইক একেবাৰে জৰ্জ্জৰিত কৰি পেলাইছিল।

আদালতত গোচৰ চলি থাকোতে যেতিয়া প্ৰথম বাৰ চাহ খাবৰ কাৰণে কিছু সময় বিচাৰ স্থগিত ৰাখিছিল, তেতিয়া চিপাহী কিজনে তাইৰ ওচৰতে কটি আৰু নিজোৰা কণী খাইছিল। অৱশ্যে তাইৰো ভোক লাগছিল, কিন্তু খুজি খাবলৈ তাইৰ আত্ম-সম্মানে বাধা দিলে। তিনি ঘণ্টাৰ পিছত তাইৰ ভোক-পিয়াহ নাইকিয়া হ'ল, কিন্তু গা দুৰ্ব্বল হৈ পৰিল। এনে সময়তে আদালতে তাইৰ দণ্ডাদেশ ঘোষণা কৰিলে। প্ৰথমতে তাইৰ ধাৰণা হৈছিল, যেন তাই ভুলকৈ বুজিছে। চাইবেৰীয়াত কয়দি হৈ থকা তাই ভাবিব নোৱাৰা কথা, তাই যেন আদালতৰ ৰায় ভুলকৈহে শুনিলে। তাই নিজৰ কাণকে অবিশ্বাস কৰিছিল। কিন্তু জজ আৰু জুৰৰ সকলৰ গতি-গোত্ৰ দেখি তাইৰ বুজিবলৈ

থাকী নেথাকিল। তেওঁলোকে, এই শাস্তি স্বাভাবিক আৰু সাধাৰণ বুলিয়েই গ্ৰহণ কৰিলে। তেওঁলোকৰ মুখৰ চেহেৰাৰ পৰা অনুমান কৰিব পাৰি যেন তেওঁলোকে যি আশা কৰিছিল সেয়ে ঘটিছে। মাচ্‌লভাই খঙত চিঞৰি উঠিল আৰু আদালতলৈ চাই তাই ক'লে, "মই দোষী নহয়! মই দোষী নহয়!" সচৰাচৰ আদালতত দণ্ডাদেশ শুনি আচামীৰ যি প্ৰতিক্ৰিয়া হয়, মাচ্‌লভাৰ কান্দোন আৰু বিননি তেনেকুৱাই বুলি কোনেও তালৈ ভ্ৰূক্ষেপেই নকৰিলে। তাই বুজি উঠিল যে এই দণ্ডাদেশ পৰিবৰ্ত্তনৰ কোনো আশা নাই। হতাশত তাইৰ চকুলো বৈ গ'ল। তাই বুজি উঠিল যে এই নিষ্ঠুৰ আৰু অন্যায় শাস্তি ভোগ কৰাৰ বাহিৰে তাইৰ গত্যন্তৰ নাই। তাই আৰু বেছি আচৰিত হৈছিল এই বুলি যে, যি সকল যুৱকে ( যাক এতিয়াও বৃদ্ধ বুলি ক'ব নোৱাৰি ) আৰু যি সকল লোকে তাইৰ পক্ষ সমৰ্থক বুলি আকাৰে ইঙ্গিতে প্ৰকাশ কৰিছিল, সেই সকল লোকেই তাইক শাস্তি দিলে। গোচৰ চলি থাকোতে তাই যেতিয়া আচামীৰ কাঠ গঁড়ালত বহি আছিল, তেতিয়া এই বিলাক মানুহেই কিবা কামত ব্যস্ত থকাৰ ভাও ধৰি খোলা দৰজাইদি ওলাই-সোমাই তাইলৈ নিৰীক্ষণ কৰিছিল; তেওঁলোকৰ চাৱনিত প্ৰকাশ পাইছিল যেন তেওঁলোক সকলোৱেই তাইৰ মুক্তিৰ কাৰণেহে চেষ্টা চলাইছে, কিন্তু কোনো অজ্ঞাত কাৰণত এই বিলাক মানুহেই তাইক গুৰু দণ্ড দিলে, যদিও তাই সম্পূৰ্ণ নিৰ্দোষী। প্ৰথমতে তাই কান্দিলে, দুবাওবাৰে কান্দিলে, কিন্তু তাৰপিছত বন্দী থকা কোঠাটোত তাই নীৰৱে বহি পৰিল, আৰু পুনৰ জেললৈ ঘূৰি যাবলৈ অপেক্ষা কৰি ৰ'ল। এতিয়া তাইৰ মনলৈ ভাব আহিল যেন অলপ ধূমপান কৰিব পাৰিলেই ৰক্ষা। মাচ্‌লভা এনে অৱস্থাত থাকোতেই বচ্‌কভা আৰু কাৰ্ত্তিঙ্কিনকো আদালতৰ পৰা এই বন্দী থকা কোঠালৈ অনা হ'ল। ইতিমধ্যে আদালতত সিঁহতৰো দণ্ডাদেশ ঘোষণা কৰা হৈছিল। বচ্‌কভাই মাচ্‌লভাক বকনি দি ক'লে, "ভাল হ'ল, এতিয়া জেল-ভাত খাই মৰিবি। গম পালি লেতেৰী ? নিজক নিৰ্দোষী বুজাবলৈ গৈ কি পালি ? যেন কুকুৰ তেন টাঙোন। এতিয়া চাইবেৰীয়ালৈ গৈ ধুন্‌পেচ মাৰিবি। ভয় নাই।"

চোলাৰ হাতৰ ভিতৰত হাত দুখন সুমুৱাই মাচ্‌লভাই একেঠৰে তলমুৰ কৰি বহি আছিল। তাই কেৱল ক'লে, "মই তোমাক একো কোৱা নাই। কোনেও আমনিও দিয়া নাই, এইবোৰ কৰৰ কোনো প্ৰয়োজন নাই।" এই বুলি তাই নীৰৱ হ'ল। এনেতে বচ্‌কভা আৰু কাৰ্ত্তিঙ্কিনক চিপাহীয়ে বন্দী কোঠাৰ পৰা

উলিয়াই লৈ গ'ল। এজন চাপ্ৰাচীয়ে তিনি কম্বল আনি মাচ্লভাৰ হাতত দিয়াত তাইৰ মনটো অলপ মুকলি হৈ পৰিল।

"মাচ্লভা কোন? তুমি?" চাপ্ৰাচীয় সুধিলে। "এয়া লোৱা। এগৰাকী মহিলাই তোমালৈ এই টকা কিটা দি পঠাইছে।"

"কোন মহিলাই দিছে?"

"তুমি টকা লোৱা। তোমাৰ লগত মই কথা পাতিবলৈ অহা নাই।"

এই টকা কিটা বেশ্যালয়ৰ গৰাকিনী মেডাম কিটেইভাই পঠাইছিল। কাছাৰী ভগাৰ পিছত অৰ্ডালি এজনক তেওঁ সুধিছিল যে, মাচ্লভাক তেওঁ টকা কেইটামান দি যাব পাৰেনে কি? অৰ্ডালিয়ে পাৰিব বুলি কোৱাত তেওঁ স্কাৰ্টৰ মেৰতলিৰ পৰা বেগ এটা উলিয়াই অৰ্ডালিৰ হাতত মাচ্লভাক দিবৰ কাৰণে তিনি কম্বল দিছিল। অৰ্ডালিজনে কিটেইভাৰ সাক্ষাতে চাপ্ৰাচী এজনক টকা কেটা দিবলৈ পঠাইছিল।

"আটাই কিটা টকা দিবা দেই" বুলি কিটেইভাই চাপ্ৰাচীক ক'লে। মেডামৰ তাৰ ওপৰত সন্দেহৰ ভাব প্ৰকাশ হোৱাত তাৰ পেটে পেটে খং উঠিছিল আৰু কঠুৱা সুৰত মাচ্লভাক কথা কোৱাৰ কাৰণ সেয়ে।

মাচ্লভাই টকা কিটা পাই বং পালে, কিয়নো ইয়াৰে তাইৰ প্ৰয়োজনীয় দুই-এটা বস্তু কিনিব পাৰিব।

"চিগেৰেট এডাল পোৱা হ'লেই হোঁপা এটা মাৰিলোহেঁতেন।" তাই নিজে নিজে ভাবিলে। তাইৰ এতিয়া একমাত্ৰ ইচ্ছা হ'ল কেনেকৈ চিগেৰেট এহোঁপা মাৰিব পাৰে। চিগেৰেট হোঁপা ইচ্ছা ইমান প্ৰবল হৈছিল যে, কৰিদ'ৰৰ দৰজা খোলোতে চিগেৰেটৰ ধোঁৱা কিছু ওলাই অহাত, সেই ধোঁৱাকে তাই মুখলৈ টানি লৈছিল। কিন্তু তাই বন্দী কোঠাতেই ভালেমান পৰ ৰ'ব লগা হ'ল। কাৰণ হ'ল, চেক্ৰেটৰীয়ে নিষিদ্ধ কৰা প্ৰবন্ধ এটা লৈ এড্ভোকেটৰ লগত তৰ্ক কৰি থাকোঁতে, আচামীবিলাকক জেললৈ ঘূৰাই নিবলৈ আদেশ দিবলৈ তেওঁ পাহৰি গৈছিল। তেওঁৰ আদেশ পালেহে আচামীবিলাকক জেললৈ ঘূৰাই নিব পাৰে।

মকৰ্দ্দমা শেষ হ'লত ল'ৰা-বুঢ়া নিৰ্ব্বিশেষে তাইক চাবৰ কাৰণে ভালেমান মানুহে জুম পাতি বৈ আছিল। কুচ্কুচাই তাইৰ সম্পৰ্কে কিছু মন্তব্যও কৰিছিল। মাচ্লভাই সেইবোৰ কথালৈ কাণসাৰ নিদিলে।

অৱশেষত ৫টা বজাত তাইক নিবৰ কাৰণে আদেশ আহিল। এজন চন্তৰীয়ে পিছ দুৱাৰেদি তাইক উলিয়াই নিলে। এই চন্তৰীজন নিজনিনভোগৰদৰ

সুভাষ জাতীয় লোক আছিল। আদালতৰ পৰা ওলাই আহি বাস্তাতেই এই চক্ৰবৰ্তীজনক ছুটা সক কটি আৰু কেইভালমান চিগেৰেট আনিবৰ কাৰণে তাই পইচা দিলে। সুভাষ চক্ৰবৰ্তীজনে হাঁহি মাৰি ক'লে, "বাক মই অনাই দিম।" স'চাই তেওঁ বস্তুবিটা কিনি আনি, বাকী পইচাখিনি তাইৰ হাতত ঘুৰাই দিলে।

কিন্তু বাটত আচামীয়ে চিগাৰট হোঁপা মানা আছিল। গতিকেই তাই চিগেৰেট হুঁপিব নোৱাৰিলে। হেঁপাহ অপূৰণীয় হৈ ৰ'ল। তেনেকৈয়ে তাই গৈ জেলখানা পালেগৈ। এনে সময়তে জেলগেটত আৰু এশ মান কয়দি হাজিৰ। সিহঁতক এই জেলত বন্দী কৰিবৰ কাৰণে বেলেগি অনা হৈছে, আৰু এজন এজনকৈ জেলৰ ভিতৰলৈ গৈ আছে।

কয়দি বিলাকৰ মাজত সৰ্ব্বশ্ৰেণীৰ আৰু সৰ্ব্বপ্ৰকাৰৰ মানুহ আছিল; দাবি থকা, দাবি নথকা, বুঢ়া-ডেকা, ৰাশিয়ান, অনা-ৰাশিয়ান, কিছুমানৰ চুলি খুৰুৱা, কিছুমানৰ ভৰিত শিকলি লগোৱা ইত্যাদি। জেলখানাৰ সমুখৰ কোঠাটোত হাই-উৰুমি, ধূলি-বালি, দুৰ্গন্ধ ইত্যাদিৰে ভৰি পৰিল। মাচ্‌লভা জেলৰ ভিতৰলৈ সোমাই যাওঁতে বহুতেই চকু- তেলেকা কৰি দৃষ্টি নিক্ষেপ কৰিলে। কিছুমানে ওচৰলৈ আহি তাই সোমাই যাওঁতে গাত গা লগাই দিছিল।

"আহ্! এইজনী বেছ ধুনীয়া নটী।" এজনে ক'লে।

এজনে চকু টীপ মাৰি ক'লে, "মোৰ শ্ৰদ্ধা ল'বা গাভৰু।"

দাৰি-গোঁফেৰে ভোবোকাৰ এটা নোদোকা ক'লা মানুহৰ ভৰিত জিঞ্জিৰি লগোৱা আছিল। সে সেই জিঞ্জিৰি লগোৱা ভৰিৰেই জঁপিয়াই আহি মাচ্‌লভাক সাৰট মাৰি ধৰিলে। মাচ্‌লভাই মানুহটোক ঠেলা মাৰি দিলে। সি দাঁত নিকটাই হাঁহি মাৰি ক'লে, "কি? তুমি তোমাৰ বন্ধুক চিনি পোৱা নাই? খং নেখাবা। আহা।"

"হেই! বদমাইচ্‌ কৰিছ কি?" সিফালৰ পৰা সহকাৰী ইন্‌স্পেক্টৰজনে মাত দিলে।

কয়দিটোৱে পুনৰ জঁপিয়াই আঁতৰ হ'ল। সহকাৰী ইন্‌স্পেক্টৰজনে মাচ্‌লভাৰ ফালে চাই ক'লে, "তোমাৰ ইয়াত কাম কি?"

মাচ্‌লভাই উত্তৰ দিব খুজিছিল, কিন্তু তাই ভাগৰত ইমান ক্লান্ত যে মাত মাতিবৰ মন নগ'ল।

"এওঁক কাছাৰীৰ পৰা অনা হৈছে চাৰ!" এজন প্ৰহৰীয়ে ক'লে।

বাক মুখ্য বার্ডাবজনক গতাই দিয়া। এইবোৰ বস্তু মোৰ ইয়াত দৰকাৰ নাই।”

“ভাল চাৰ!”

“চক'লভ্। তাইক লৈ যোৱা।” ইন্সপেক্টৰজনে চিঞৰি ক'লে।

মুখ্য বার্ডাবজন আহি, খঙেৰে তাইক ঠেলা এটা মাৰি, তেওঁৰ পিছে পিছে যাবলৈ মুখেৰে ইঙ্গিত দিলে। কৰিদ'ৰেদি নাৰী কয়দি থকা মার্ডলৈ তাইক লৈ যোৱা হ'ল। পুনৰ তাইৰ গা কোৰোক কৰা হ'ল, কিন্তু আপত্তিজনক একো পোৱা নগ'ল। (ৰুটি এটাৰ ভিতৰত তাইৰ চিগেৰেটখনি লুকাই পেলাইছিল)। আগেয়ে তাই থকা কোঠাতেই তাইক সুমাই থৈ তলাবদ্ধ কৰা হ'ল।

## ত্রিশ

মাচ্‌লুত্তা থকা কোঠাটো বেচ্ আহল-বহল। দীঘে ২১ ফুট আৰু পথালিয়ে ১৬ ফুট। খিৰিকী আছিল দুখন। মাজত এটা ভগ্নপ্রায় চৌকা। কোঠাটোৰ দুই তৃতীয়াংশত তক্তাৰ খাট আছিল। তক্তাবোৰ বেকাবেকি আৰু টোটোৰা পৰা। দৰজাৰ বিপৰীত ফালে ক'লা ৰঙৰ এখন 'ইকণ' আঁৰি থোৱা আছিল। তাত লাগি আছিল এডাল মমবাতি আৰু এথোপা ফুল। বাওঁহাতে দৰজাৰ পিছফালে মলিয়ন মজিয়াত আছিল এটা দুর্গন্ধময় চৰীয়া। আচামীবিলাকৰ গণনা লোৱাৰ পিচত বাতিটোৰ কাৰণে 'লক আপ্' কৰা হ'ল।

তিনিটা কেঁচুৱা সহ পোন্ধৰজনী মানুহ এই কোঠাত থাকে।

এতিয়াও সন্ধ্যা হোৱা নাই। সম্পূর্ণ পোহৰ হৈয়েই আছে। কেৱল দুজনী মানুহে বিছনাত দীঘল দি পৰি আছে। তাৰে এজনী ক্ষয়-ৰোগত ভুগী থকা মানুহ। চুৰিৰ অপৰাধত ফাটেক হৈছে। আনজনী পাছপৰ্ট নোহোৱাকৈ ঘূৰি ফুৰাৰ অপৰাধত গ্রেপ্তাৰ হৈ জেলত বন্দী হৈ আছে। তাই সকলো সময়তে শুইয়েই থাকে। ক্ষয়ৰোগগ্রস্তা মানুহজনী শুই আছে, যদিও টোপনি অহা নাই। তাই টলটলকৈ চকু মেলি আছে। গাৰ চোলাটো সোলোকাই শিতান কৰিছে। তাইৰ প্ৰায় কাহ আহি থাকে আৰু কাহৰ পৰা ৰক্ষা পৰিবৰ কাৰণে তাই শুই থাকে। বাকী তিৰোতা মানুহবোৰে খিৰিকীয়েদি চোতালত থকা কয়দিবোৰলৈ চাই আছে। এই বন্দিনীবোৰৰ গাত খহতা চেমিজ এটাৰ বাহিৰে অন্য কাপোৰ নাই। তিনিজনী মানুহে বহি বহি চিলাই কৰি আছে।

এই শেষৰ তিনিজনী মানুহৰ ভিতৰত এজনী হ'ল কাবাল্লিৱতা। মানুহজনী বেছ শকত-আৱত, ওথ আৰু মুখৰ চেহেৰা কঠোৰ। চুলি ছুভাল-এভাল পকিছে। পুৱাবেলা এওঁৰেই মাচ্‌লভাক আদালতলৈ নিয়াৰ সময়ত বিদায় দিছিল। দুটা-এটা বুদ্ধি পৰামৰ্শও দিছিল। তাইৰ স্বামীয়ে জীয়েকৰ লগত হাত-বাত কৰাৰ কাৰণে গিৰিয়েকক কুঠাৰেৰে ঘাপ মাৰি হত্যা কৰে। সেই অপৰাধত তাইৰ চাইবেৰীয়াত নিৰ্ব্বাসন ভোগ কৰাৰ দণ্ডাদেশ হৈছে। এই মাইকী মানুহ সোপাৰ মাজত তায়েই মুখিয়াল আৰু জেলত মদবিক্ৰীৰ ব্যৱসায় চলায়। তাইৰ ওচৰত বহি থকা আনজনী মানুহে খেলাৰ মোনা এটা চিলাই আছে। এওঁ হ'ল ৰেল-চকীদাৰ এজনৰ ঘৈণীয়েক। চলন্ত ৰেল এখনক তাই নিচান দেখুৱাবলৈ ওলাই অহা নাছিল। তাৰ ফলত ৰেলখন এটা দুৰ্ঘটনাত পৰে। এই অপৰাধত তাইৰ তিনিমাহ জেল হৈছে। মানুহজনী বাউনী, নাক চুটি, আৰু চেপেটা, চকুকিটা ক'লা; কিন্তু স্নেহশীলা আৰু কথাচহকী। তৃতীয় মানুহজনী হ'ল ফিড'ছিয়া। বয়সত একেবাৰে কোমল গাভৰু। দেখিবলৈ বেছ ধুনীয়া, শুভ্ৰবৰ্ণ আৰু গাল কিথন গোলাপী। চকুজুৰি সৰু ল'ৰা-ছোৱালীৰ দৰে উজ্জ্বল। চুলি তাৰ দীঘল—বেণীগুঠি মূৰত মেৰীয়াই থয়। গিৰিয়েকক বিহ খুৱাব খুজিছিল বুলি তাইৰ কাৰাদণ্ড হৈছে। বিয়া দিয়াৰ পিছতেই এই ঘটনা হয়। ( যোল বছৰ বয়সত তাইৰ কোনো সন্মতি নোলোৱাকৈ বিয়া দিছিল )। কিন্তু গোচৰ চলি থাকোঁতে আঁঠমাহ তাই জামিনত আছিল আৰু এই সময়ৰ ভিতৰতে তাইৰ স্বামীৰ লগত পুনৰ যথেষ্ট সদ্ভাৱ হয়। স্বামীক তাই ভাল পাবলৈ ধৰিলে। যেতিয়া মকৰ্দ্দমাৰ শুনানী হয়, তেতিয়া পৰস্পৰৰ মাজত অতি মধুৰ সম্পৰ্ক স্থাপিত হৈছিল। আটাইতকৈ বেছি ভাল পাইছিল, তাইৰ শাহুৱেকে। তাইৰ স্বামী, শহুৰেক, শাহুৱেক সকলোৱে তাইৰ মুক্তিৰ কাৰণে অশেষ চেষ্টা কৰিও কৃতকাৰ্য্য হ'ব নোৱাৰিলে। চাইবেৰীয়াত নিৰ্ব্বাসিত হৈ সশ্ৰম কাৰাদণ্ড ভোগ কৰাৰ হুকুম হ'ল। এই বাংঢালী, স্নেহশীলা মুখত সদায় হাঁহি লাগি থকা ফিড'ছিয়াৰ বিছনাখন মাচ্‌লভাৰ কাষতে আছিল। তাই মাচ্‌লভাক অত্যন্ত ভাল পাইছিল আৰু লাগ বুলিলেই মাচ্‌লভাৰ কাৰণে সকলো কাম কৰি দিছিল। তেওঁলোকৰ বাহিৰে আন দুজনী মানুহে অলসভাৱে বিছনাৰ ওপৰত বহি আছিল। তাৰে এজনীৰ বয়স অন্ততঃ ছকুৰি হ'ব। মানুহজনী নিস্তেজ আৰু মুখখন ফিগোৱা। হয়তো এসময়ত তাইও এজনী সুন্দৰী গাভৰু আছিল। এটা কেঁচুৱা তাই বুকুত সাবটি আছে। তাইৰ অপৰাধ আছিল এই, চৰকাৰে সামৰিক কাৰ্য্যৰ

কাৰণে তালিকাভুক্ত কৰা মানুহ এজন এদিন গাৱঁৰ পৰা পুলিচে ধৰি নিছিল। গাৱঁলীয়া মানুহবোৰে পুলিচ বিষয়াজনক আগচি ধৰি সেই মানুহজনক মুকলি কৰি দিয়ে। যিটো ঘোঁৰাত উঠাই এই তালিকাভুক্ত ডেকাজনক (মানুহজনীৰ ভতিজাক হয়) লৈ গৈছিল, তেতিয়া তাই লেগামত ধৰি ঘোঁৰাটো ৰখাইছিল। এই বাবেই তাইৰ কাৰাবাস।

আনজনী মানুহ হ'ল এগৰাকী বৃদ্ধা নাৰী। চুলিবিলাক পকা আৰু কঁকাল বেঁকা। মানুহ গৰাকী মৰমিয়াল। তেওঁ চাৰি বছৰীয়া সৰু ল'ৰা এটাৰ লগত ধেমালি কৰি আছে।

এই বুঢ়ীগৰাকী আৰু তেওঁৰ পুতেকৰ ওপৰত ঘৰত অগ্নি সংযোগ কৰাৰ অভিযোগ আছিল। তাৰ বাবেই কাৰাদণ্ড আৰু তেওঁ বংমনেৰেই কাৰাজীৱন কটাই গৈছে। কিন্তু তেওঁৰ বৃদ্ধ স্বামী আৰু পুতেকক লৈয়েই একমাত্ৰ চিন্তা। ঘৰত বৃদ্ধক সহায় কৰিবলৈ অন্য মানুহ কোনো নাছিল।

এই সাতজনী মানুহৰ বাদে বাকী চাৰিজনীয়ে খিৰিকীৰ ৰেইলিঙত ধৰি বাহিৰৰ কয়দিবিলাকক চাই আছিল। মাচ্‌লভাই এই কয়দিহঁতক গেটৰ সমুখত পাই আহিছিল। মানুহ কিজনীয়ে ঠাবে চিঞঁৰে কয়দিহঁতকে বাক্যবাণ মাৰিছিল। ইয়াৰে এজনী মানুহ ধাদহী শকত। গাত যেন মঙহৰেই ভাৰ। চুলিবিলাক ৰঙা, মুখখন শেঁতা আৰু চোম পৰা। তাই কিছু অশ্লীল কথা কৈ নিজে নিজে হো-হো কৰি হাঁহিছে। চুৰিৰ অপৰাধত তাইৰ কাৰাদণ্ড। এই মানুহজনীৰ ওচৰতে চুটি চাপৰ, দেখাত ক'লি মানুহ এজনী থিয় হৈ আছে। তায়ো দাঁত উলিয়াই হাঁহিৰ খিল্-খিলনি তুলিছে। চুৰি আৰু ঘৰত জুই দিয়াৰ অভিযোগত তাইৰ জেল হৈছে। জেলত থকা নাৰী কয়দিবিলাকে তাইক উপলুঙা নাম দিছে 'খৰ'চভ্‌কা'। কাৰণ হ'ল তাই ধুনপেচ মাৰি খুব ভাল পায়। থিয় হৈ থকা তৃতীয় মানুহজনী হ'ল একেবাৰে ক্ষিপ্ৰকায়া অথচ গৰ্ভৱতী। গাত এটা লেতেৰা চেমিজ। চুৰিমাল গুপ্ত কৰি ৰখাৰ অপৰাধত তাই বিচাৰাধীন আচামী হিঁচাবে জেলত আছে। তাই মুখেৰে মাত মতা নাই যদিও বাহিৰৰ কয়দিবিলাক দেখি যেন বেচ্ আমোদ পাইছে। থিয় হৈ থকা বাকী মানুহজনী হ'ল এজন খেতিয়কৰ স্ত্ৰী। মানুহজনী বাউনী, চকুকিটা ওলোৰা, কিন্তু মুখখন লাহৰী। সেই বৃদ্ধা গৰাকীয়ে ধেমালি কৰি থকা ল'ৰাটো আৰু সাতবছৰীয়া ছোৱালী এজনী তাইৰ লগতেই আছে। ঘৰত এই ল'ৰা-ছোৱালীহাল চম্ভালিবলৈ কোনো মানুহ নথকাত, সিহঁতো জেলতেই আছে। চুৰাই মদ বিক্ৰী কৰাৰ

অপৰাধত তাইৰ এই শাস্তি। খিৰিকীৰ পৰা অলপ আঁতৰতে তাই যোজা এপাট গুঁঠি আছিল। আন কিজনী মানুহৰ কথা-বতৰাবিলাক শুনি তাই ভাল পোৱা নাছিল। তাই খণ্ডত ভোৰ-ভোৰাই চকু মুদি আছে। কিন্তু তাইৰ সাত বছৰীয়া ছোৱালীজনীয়ে অকণমানি চেমিজটো পিন্ধি বঙা চুলিৰ মানুহজনীৰ স্কাৰ্টত ধৰি থিয় হৈ আছে। এই কয়দিবিলাকে আৰু থিয় হৈ থকা মানুহ কিজনীয়ে প্ৰয়োগ কৰা অশ্লীল বাক্যবোৰ তাই শুনি শুনি পুনৰাবৃত্তি কৰি আছে, যেন পাঠহে আওৰাইছে। বাদশ মানুহজনী হ'ল এজন পাহৰীৰ জীয়েক। তাই বেছ ওখ আৰু দেহ হৃষ্ট-পুষ্ট। তাই নিজৰ জাৰজ সন্তান এটা কুৰাঁত পেলাই দিছিল। গাত তাই মলিয়ন চেমিজ এটা পিন্ধি, আউলি-বাউলি হৈ, কোঠাৰ ভিতৰতে খোজ চলাই আছে।

## একত্ৰিশ

কয়দি বাৰ্ডৰ দৰজা খুলি দিয়াত মাচ্‌লভা ভিতৰলৈ সোমাই গ'ল। তাইক দেখি কোঠাৰ আটাইবিলাকৰ চকু তাইৰ ওপৰত পৰিল। পাহৰীৰ জীয়েকেও ক্ষন্তেক বৈ তাইৰ ফালে দৃষ্টিপাত কৰিলে। কিন্তু কথা-বতৰা একো নক'লে। তাই পুনৰ খোজ চলাবলৈ লাগিল।

কাবাৱিভয়াই মোজাপাতত বেজিটো খোঁচ মাৰি, চশমাৰ তলেদি, কিবা কথা কোৱাৰ ভাৱত মাচ্‌লভালৈ নিৰীক্ষণ কৰিলে।

"হায়! ভগবান্! তুমি আকৌ আহিলা! তুমি খালাচ পাবা বুলি মই একেবাৰে খাতাং আছিলোঁ। তোমাৰ ভাগ্যত কি জেলভাত খোৱাই সাৰ হ'ল।" কাবাৱিৰভাই ক'লে। তাই চশমাজোৰ সোলাকাই গুঁঠি থকা মোজাপাত খাটিয়াৰ ওপৰতে থ'লে।

"বুঢ়ী খুৰী আৰু মই কোৱাকুই কৰিছিলোঁ যে, সিহঁতে তোমাক বেকচুৰ খালাচ দিব। এনেকৈ বহু মানুহে খালাচ পায়। ভাগ্য ভাল থাকিলে কোনো মানুহে টকা পইচাও পায়।" বেলচকীদাৰৰ ঘৈণীয়েকে মন্তব্য দিলে।

"আৰু এতিয়া চোৱা। কি হ'ল? আমি যি অনুমান কৰিছিলোঁ, সেই সকলো মিছা হ'ল। ঈশ্বৰৰ ইচ্ছা অন্য প্ৰকাৰৰ।"

"কি সিহঁতে তোমাক খালাচ নিদিলে?" ফিড'ছিয়াই কৰুণ ভাৱত

মাচ্‌লভাৰৈ চাই প্ৰশ্ন কৰিলে। কথা সোধোতে তাইৰ শিশুসুলভ ক'লা চকুযুৰি চল্‌ চলীয়া হৈ পৰিল।

মাচ্‌লভাই কোনো উত্তৰ নিদি, তাইৰ বিছনাখনৰ কাষলৈ গ'ল। মুৰৰ খাটখন এৰি দ্বিতীয়খনেই তাইৰ বিছনা। কাবাব্লিৱভাৰ ওচৰতে তাই বহি পৰিল।

মাচ্‌লভাৰ ওচৰলৈ আহি ফিড'ছিয়াই সুধিলে, "কিবা-কিবি খালানে ?"

মাচ্‌লভাই উত্তৰ নিদি, তাই কিনি অনা সক কটি দুটা বিছনাৰ ওপৰতে থ'লে। ধূলি-বালিৰে লেতেৰা হোৱা দীঘল চোলাটো আৰু মূৰৰ কমালখন সোলোকাই পেলালে।

সক ল'ৰাটোৰ লগত খেলি থকা বুঢ়ী গৰাকীয়ে মাচ্‌লভাৰ ওচৰলৈ আহি বহুত দুঃখ প্ৰকাশ কৰিলে।

বুঢ়ীৰ ওচৰতে সক ল'ৰাটো থিয় হৈ আছিল। ল'ৰাটোৱে ভেলেকাকৈ মাচ্‌লভাই অনা কটি দুটা চাবলৈ ধৰিলে। আজি গোটেই দিনটো যেন মাচ্‌লভাৰ মুৰৰ ওপৰেদি এটা ধুমুহাহে পাৰ হৈ গ'ল। তাৰ পিছত এই মানুহ-বিলাকৰ সমবেদনা দেখি, তাইৰ বুকুত শোকে খুন্দা মাৰি ধৰিলে। চকুলো ওলাওঁ-ওলাওঁ। কিন্তু মন টানি ধৰি কথমপিহে তাই কান্দোন সামৰিব পাৰিলে। কিন্তু বুঢ়ী গৰাকী আহি যেতিয়া দুঃখ প্ৰকাশ কৰিলে আৰু অকণমানি ল'ৰাটিয়ে যেতিয়া কটি দুটা চাবলৈ এৰি, তাইৰ মুখলৈ চাবলৈ ধৰিলে, তেতিয়া তাই আৰু কান্দোন সামৰিব নোৱাৰি, উচুপি উচুপি কান্দিবলৈ ধৰিলে।

"এজন ভাল এড্‌ভোকেট্‌ তোমাৰ পক্ষে দিব-লাগে বুলি টানি ধৰিবলৈ মই নকৈছিলোঁ ?" কাবাব্লিৱভাই ক'লে, "এতিয়া কি শাস্তি দিলে ? নিৰ্ব্বাসন ?"

মাচ্‌লভাই তেতিয়াও কোনো কথা ক'ব পৰা নাই। তাই কটিৰ মাজত লুকুৱাই অনা চিগাৰেট পেকেট উলিয়ালে। পেকেটটোৰ ওপৰত এজনী চুলি চুটিকৈ কটা আৰু বুকুখন অৰ্দ্ধ উলঙ্গ শুভ্ৰবৰ্ণৰ নাৰীৰ চিত্ৰ আঁকা আছিল। কাবাব্লিৱভাই চিগাৰেট বাকচ্‌ দেখি ভাল পোৱা নাই। মাচ্‌লভাই এইদৰে চিগেৰেটত পইচা খৰচ কৰা তাই সমৰ্থন কৰিব নোৱাৰে। তথাপি তাই চিগেৰেট এডাল উলিয়াই, লেম্পৰ জুইৰে জলাই, নিজে টান এটা মাৰি মাচ্‌লভাৰ ফালে আগবঢ়াই দিলে। মাচ্‌লভাৰ তেতিয়াও কান্দোন বন্ধ হোৱা নাছিল, তাই আগ্ৰহেৰে চিগাৰেটডাল মুখত ভৰাই টান দিলে।

উচুপি উচুপি চিগেৰেট হুঁপি তাই ক'লে, "সশ্ৰম নিৰ্ব্বাসন।"

"সিহঁতৰ কি ভগবানলৈ অলপো ভয় নাই? এইদৰে বিনা অপৰাধত ছোৱালী এজনী ধ্বংস কৰাৰ কাৰণ কি?" ভোৰ্ ভোৰাই কাবাল্লিৰভাই ক'লে।

এনে সময়তে খিৰিকীৰ ওচৰত থিয় হৈ থকা মানুহকিজনীৰ হাঁহিৰ ঢেক্‌ঢেকনি উঠিল। অকণমান ছোৱালীজনীয়েও খিল্‌খিল্‌কৈ হাঁহি সিহঁতৰ লগতে যোগ দিলে। তেওঁলোকৰ হাঁহিৰ বোল উঠাৰ কাৰণ হ'ল বাহিৰত থকা কয়দি এটাৰ ক্ৰিয়াকাণ্ড।

"চোঁৱা, মূৰ টকলা কুকুৰটোৱে কৰিছে কি?" বঙা চুলিৰ তিৰোতা মানুহজনীয়ে ক'লে। হাঁহিত তাইৰ ডেবেহা গাটো যেন নাচিহে উঠিছে। তাইও চিঞৰি চিঞৰি কিছুমান অশ্লীলবাক্য প্ৰয়োগ কৰি আছে।

"উস্! এই ধামনীজনীয়ে ইমানকৈ হঁহাৰ কাৰণ কি?" কাবাল্লিৰভাই ক'লে। মাচ্‌লভাৰ ফালে ঘূৰি তাই আকৌ সুধিলে—

"কেই বছৰ দিলে?"

"চাৰি বছৰ।" মাচ্‌লভাই উত্তৰ দিলে। ধাৰাসাৰে বৈ থকা চকুলোবোৰ চিগেৰেটডালত পৰি তিয়াই পেলালে। তাই চিগেৰেটডাল খণ্ডত মূচৰি পেলাই দি অন্য এডাল জ্বলাই ললে।

ৰেল-চকিদাৰৰ ঘৈণীয়েকে যদিও ধূমপান নকৰে, তথাপি চিগেৰেটডাল বুটলি পোনাবলৈ লাগিল আৰু লেঠাৰি নিচিগাকৈ নানা কথা কৈ গ'ল।

"যি হ'ব বুলি ভাবিছিলো বাছা। সিয়েই হ'ল।" তাই ক'লে।

"সত্য ৰক্ষাৰ কাৰণে কাৰো চেষ্টা নাই। সিহঁতে যি খুছি তাকেই কৰে। আমি ইয়াত অনুমান কৰিছিলোঁ যে তুমি খালাচ পাবা। কাবাল্লিৰভায়ো সেই একে কথাকে কৈছিল। কিন্তু মোৰ অলপ সন্দেহ আছিল। মোৰ মনটোৱে ৰবকৈ কৈছিল যে, সিহঁতে শাস্তিও দিব পাৰে। শেষত মোৰ সন্দেহেই সত্য হ'ল।" এইদৰে অনৰ্গল তাই কৈয়েই গৈছে, যেনিবা তাই নিজৰ কথাতে নিজেই আমোদহে পাইছে।

খিৰিকীৰ কাষত বহি থকা মানুহকিজনীয়েও এতিয়া মাচ্‌লভাৰ কাষ চাপিল। সিহঁতে বস পোৱা সেই কয়দিটোও ইতিমধ্যে আঁতৰ হৈছিল। প্ৰথমে আহিল চুলাই মদ বিক্ৰীৰ অপৰাধত ফাটেকখোৱা মানুহজনী আৰু লগত তাইৰ সৰু ছোৱালীজনী। মাচ্‌লভাৰ কাষত বহি, মোজাপাত গুঁঠি গুঁঠি ক'লে, "ইমান কঠোৰ শাস্তি হোৱাৰ কাৰণ কি?"

"কঠোৰ হোৱাৰ কাৰণ হ'ল টকা নাই। আৰু কি? টকা থকা হ'লে চুঙা

চাই সোপা দিব পৰা এজন চোকা উকীল নিশ্চয় ধৰিব পৰা গ'লহেঁতেন! তেতিয়া কোনো ভয় নাছিল। সিহঁতে থাতাং খালাচ দিলেহেঁতেন।" কাবাব্লিয়ভাই ক'লে। "জোপোহা চুলি থকা আৰু নাক দীঘল উকীলজনক ধৰিব পৰা হেঁতেন নিশ্চয় খালাচ কৰিব পাৰিলেহেঁতেন!"

এওঁলোকৰ ওচৰতে খৰচভকা বহি আছিল। তাই নাক কোঁচাই ক'লে, "তেওঁ—তেওঁক উকীল ধৰা হেঁতেন! হেজাৰ ৰুবল নিদিলে তেওঁ তোমাৰফালে ঘূৰিকে নেচায়।"

"কি কৰিবা! সম্ভব তুমি কোনোবা কুক্ষণত জন্ম হৈছিলা, আহ্!" ঘৰজালি মোকৰ্দ্দমাত কাৰাদণ্ড হোৱা বুঢ়ী গৰাকীয়ে ক'লে। "ডেকা এজনৰ ধৈণীয়েকক কুচুলুবাৰ কাৰণেই মানুহটোক ওকণিৰ কামোৰ খাবলৈ জেললৈ পঠাইছে আৰু এই বুঢ়া কালত মোৰো কৰিছে সেই একে দশাই।" বুঢ়ীৰ নিজৰ কথা কৈ অন্ত নাই। পুনৰ আকৌ নিজৰ কথাকে আৰম্ভ কৰিলে, "হয় ভিক্ষাৰীৰ দলত যোগ দিয়া, নহয় জেলত আলহী হোৱা।" হয়, ভিক্ষাৰীৰ দললৈ, নাইবা জেললৈ কোনেও আমন্ত্ৰণ কৰিব নেলাগে। দুয়োফালে ৰাস্তা খোলা আছে।

"অঁ' হয়। সকলোৰে ভাগ্য এনেকুৱাই হৈছে।" চুলাই মদ বিক্ৰী কৰা মানুহজনীয়ে ক'লে। তাই গুঁঠি থকা মোজাপাত থৈ অকণমানি ছোৱালীজনীক টান মাৰি আনি আঁঠুৰ মাজত লৈ মুখটো চাবলৈ লাগিল। "মানুহে মোক সোধে, মই মদ বেচো কিয়? মদ নেবেচি মই কৰিম কি? মোৰ কেঁচুৱাকিটাক খুৱাওঁ কি?"

কথা শুনি শুনি মাচ্‌লভাৰ অলপ সুৰা পান কৰিবলৈ ইচ্ছা গ'ল। চোলাৰ হাতেৰে চকুলোবোৰ মচি আৰু উচুপনিবোৰ কমাই কাবাব্লিয়ভাক তাই ক'লে, "মই অলপমান *ভদকা খাওঁ।"

"কোনো কথা নাই। পইচা দিয়া?" কাবাব্লিয়ভাই ক'লে।

## বত্ৰিশ

কটি এটাৰ মাজত মাচ্‌লভাই পইচা লুকাই ৰাখিছিল। তাৰ পৰা কুপন এখন উলিয়াই কাবাব্লিয়ভাক দিলে। কাৰাই টকা-পইচাৰ হিচাব সিমান নেজানিছিল। গতিকেই তাই কুপনখন খৰাচ্‌ভকাৰ হাতত দিলে। তাই পইচাৰ হিচাব জানে। কুপনখন লৈ তাই ক'লে যে, এইখন দুই ৰুবল আৰু

* ৰুচ দেশৰ মানুহে খোৱা এবিধ মদ বিশেষ।

পঞ্চাচ্ কোপেকৰ ন'ট। ভেন্টিলেটৰৰ ওপৰত লুকাই থোৱা ভদকাৰ ফ্লাস্ক এটা নমাই আনিবলৈ তাই বেৰত বগাবলৈ ধৰিলে। এইবিলাক দেখি-শুনি আঁতৰত বিছনা থকা বিলাকে নিজ নিজ বিছনালৈ গুছি গ'ল। ইতিমধ্যে মাচ্লভাই তাইৰ দীঘল চোলাটো আৰু মূৰৰ কমালখনৰ ধূলি-মাকতিবোৰ গুচাই পেলালে আৰু বিছনাত বহি কটি এটা খাবলৈ লাগিল।

"তোমালৈ মই চাহ একাপো থৈছোঁ।" ফিড'ছিয়াই ক'লে। তাই চেল্ফৰ পৰা মগ এটা আৰু কাপোৰ এটুকুৰাবে মেৰাই থোৱা টিনৰ টীপত এটা নমাই আনিলে।

"কিন্তু মোৰ বিশ্বাস চাহ ঠাণ্ডা হ'ল।"

সঁচাই, চাহ ঠাণ্ডাই হৈছিল। চাহতকৈ টিনৰ গোন্ধহে বেছি আছিল। তথাপি মাচ্লভাই চাহখিনি মগত ভৰাই কটিৰ লগত খাবলৈ ধৰিলে।

"অ' ফিনাস্কা তুমিও আছা। হোঁৱা।" এই বুলি তাই কটি এটুকুৰা তাইৰ মুখলৈ চাই থকা ল'ৰাটোক দিলে। ইতিমধ্যেই কাৰাব্লিৱভাই ভদকাৰ ফ্লাস্কটো আৰু মগ এটা আনি তাইৰ আগত হাজিৰ কৰিলে। মাচ্লভাই ভদকাখিনি বাকি তাৰে অলপ কাৰাব্লিৱভাক আৰু অলপ খৰাচ্ভকাক দিলে। নাৰী কয়দিবিলাকৰ মাজত তেওঁলোকে আভিজাত্য আখ্যা পাইছিল। কিয়নো এওঁলোকৰ হাতত কিছু পইচাপাতি থাকে আৰু কিবা পালে পৰস্পৰে ভাগ কৰি খায়।

কেইমিনিটমানৰ ভিতৰতে মাচ্লভাৰ মন মুকলি হৈ পৰিল। তাই চৰকাৰী উকীলৰ ভাব-ভঙ্গিবিলাক নকল কৰি দেখুৱাই, আদালতৰ ক্ৰিয়াকাণ্ডবিলাক বৰ্ণনা কৰিলে। কাছাৰীত এটা কথা ৰবকৈ তাইৰ মনত লাগিছিল। সেইটো হ'ল দলে দলে মানুহ আহি তাইক জুমি জুমি চাইছিল। কিবা এটা অজুহাত উলিয়াই মানুহবোৰে কোর্টলৈ সোমাই কেৱল তাইলৈ চকু দিছিল।

"চন্তৰী এজনে এবাৰ কৈয়েই পেলাইছিল, 'মানুহবোৰে কেৱল তোমাক চাবলৈকে আহি আছে।' একোটাই আহি কাগজ এখনৰে খবৰ লয়, অমুক কাগজখন ক'ত আছে? কিন্তু মই মন কৰিলোঁ। সিঁহতে কাগজ বিচাৰি অহাৰ কথা মিছা। সিঁহতে কেৱল মোক চাবলৈহে আহিছিল।" তাই মূৰটো জোকাৰি ক'লে, "ইহঁত যেন একেবাৰে আচল শিল্পী!"

ৰেল-চকীদাৰৰ ঘৈণীয়েকে ক'লে, "হয়! সিঁহত তেনেকুৱাই? চেনিত যেন মৌ-মাখি। সিঁহতে নেখায়ো থাকিব পাৰে, কিন্তু এনেকুৱা দেখিলে সিঁহতে

ৰবই নোৱাৰে। সিহঁতে খাবলৈকো পাহৰে।” তাইৰ মাতত যেন বাজনাহে বাজিছে।

মাচ্‌লভাই বাধা দি ক'লে, “হয় তেনেকুৱাই। কাছাৰীৰ পৰা আমি অলপ দূৰহে আহিছোঁ, এনেতে আহিল এদল ৰেল-শ্ৰমিক। সিহঁতে মোক জোকাবলৈ ধৰিলে। সিহঁতক মই কি কৰোঁ, কি নকৰোঁ লাগিল। লগত অহা সহকাৰী ৰিবয়াজনে ধমক দিয়াতহে ৰক্ষা। এটাই ইমান আহুকাল কৰিছিল যে মই কথমপিহে সাৰিছোঁ।”

“সেই মানুহটো কেনেকুৱা ?” খৰাচ্‌ভকাই সুধিলে।

“ক'লা আৰু গোঁফদাৰি থকা।”

“সেই মানুহটোৱেই হ'ব।”

“কোন ?”

“কিয়! চেগ্‌লভ্‌। অলপতে সি জেলৰ পৰা খালাচ পাইছে।”

“এই চেগ্‌লভটো বা কোন ?”

“কি ? তুমি চেগ্‌লভ্‌ক চিনি নোপোৱা! সি দুবাৰ চাইবেৰীয়াৰ পৰা পলাই আহিছে। তাক হয়তো সিহঁতে ধৰিব, কিন্তু সি আকৌ পলাব। জেলৰ ৱাৰ্ডাৰবিলাকেও তালৈ ভয় কৰে।” খৰাচ্‌ভকাই ক'লে।

পুৰুষ কয়দিবিলাকৰ লগত চিঠিৰ আদান-প্ৰদান থকাৰ কাৰণে খৰাচভ্‌কাৰ এইবিলাক কথা জনা আছিল, “সি আকৌ পলাব।”

“বাৰু সেইবোৰ কথা থক। সি যদি পলায়ো তথাপি আমাক লগত লৈ যোৱাৰ ভয় নাই।” কাৰাব্লিৱভাই ক'লে। তাৰ পিছত তাই মাচ্‌লভাৰ ফালে ঘূৰি ক'লে “বাৰু, তুমি কোৱাছোন! পুনৰ দৰ্খাস্ত দিয়াৰ কথা এড্‌ভোকেটে কি ক'লে ? দৰ্খাস্ত সোনকালেই দিব লাগিব।”

মাচ্‌লভাই উত্তৰ দিলে যে এই সম্পৰ্কে তাই একো নেজানে।

সেই সময়ত বগা চুলিৰ মানুহজনী এই তিনি গৰাকী আভিজাত্যৰ ওচৰ চাপিল। তাই চুলি মেলি মূৰটো খজুৱাই আছিছে।

“মই কওঁ শুনা কেটেৰীনা!” তাই ক'লে, “তোমাৰ প্ৰথম কাম হ'ল তুমি বিচাৰত সন্তুষ্ট হোৱা নাই বুলি দৰ্খাস্ত লিখা দৰকাৰ। দ্বিতীয়তে তুমি সেই বেশ্যালয়ৰ মালিকক খবৰ দিয়া ?”

“তোমাক ইয়ালৈ মাতিছে কোনে ? কি লাগে ?” খঙেৰে কাৰাব্লিৱভাই ক'লে।

"অসকাৰ গোন্ধ ল'বলৈ আহিছা? তোমাৰ উপদেশৰ কোনো প্ৰয়োজন নাই।" কি কৰিব লাগে নেলাগে আমি জানোঁ।"

"তোমাকনো মাতিছে কোনে?"

"তোমাক ভদকা লাগে নহয়? সেই কাৰণেই আহি বকলা মেলিছা।"

"তেন্তে অলপ তেওঁক দিয়া।" মাচ্‌লভাই ক'লে। তাই বি পাই তাকেই আনৰ লগত ভাগ কৰি খোৱাৰ অভ্যাস আগৰে পৰাই আছিল।

"তাইক মই আন এটা বস্তুহে দিম।"

ৰঙাচুলিৰ মানুহজনীয়ে প্ৰত্যাহ্বান দি কাৰাব্লিৰভালৈ খেদামাৰি ক'লে, "আহ তেন্তে দেখা হ'ক। তোলৈ মই ভয় কৰা নাই।"

"কয়দি হ'লে ভয় খাবই লাগিব।"

"তেনেকুৱা ভয় তোৰহে আছে।"

"লেন্তেৰী!"

"মই—মই লেন্তেৰী! তেন্তে তই হলি খুনী—হত্যাকাৰিণী।" ৰঙাচুলিৰ মানুহজনীয়ে চিঞঁৰি চিঞঁৰি ক'লে।

"ভালে ভালে আঁতৰি যা!" কাৰাব্লিৰভাই দাবি দি ক'লে। কিন্তু ৰঙাচুলিৰ মানুহজনীয়ে আৰু ওচৰ চাপিহে গ'ল। কাৰাব্লিৰভাই তাইৰ বুকুত ঠেলামাৰি দিলে। ৰঙাচুলিৰ মানুহজনীয়ে যেন ইয়ালৈহে বাট চাই আছিল। তাই তৎক্ষণাৎ এহাতে কাৰাব্লিৰভাৰ চুলিত ধৰি, আনহাতে মুখত চৰিয়াবলৈ হাত দাঙিলে। কাৰাই খাপ মাৰি হাত দুখনত ধৰিলে। মাচ্‌লভা আৰু খৰাচভ্‌কাই ৰঙাচুলিৰ মানুহজনীক দুই বাউসীত ধৰি টানিবলৈ ধৰিলে। কিন্তু তাই ক্ষন্তেক চুলিকোচা এৰি, পুনৰ ভালকৈ খামোচ মাৰি ধৰিলে। কাৰাব্লিৰভাৰ মূৰটো একালে দোঁখাই গ'ল আৰু এহাতে তাইক মৰিয়াই, দাঁতেৰে তাইৰ আন হাতটো কামুৰিবলৈ চেষ্টা কৰিলে। যুদ্ধৰত এই দুই নাৰীৰ কাজিয়া এৰুৱাবলৈ, গোটেইসোপা নাৰী কয়দিৰ চিঞঁৰ-বাখৰে হুলস্থুল লগালে। বহু চেষ্টা কৰিও সিহঁতৰ কাজিয়া এৰুৱাব পৰা নাই। চিঞঁৰ শুনি নাৰী-ৱাৰ্ডাৰ আৰু জেইলৰ উভয়ে দৌৰি আহি যেতিয়া কাজিয়াখন বন্ধ কৰিলে, কাৰাব্লিৰভাই মূৰৰ চিগা চুলি হাতত লৈ আৰু 'ৰঙাচুলিৰ মানুহজনীয়ে ফাতিছিতি যোৱা জেমিজটো খুলুৰ ওপৰত টানি ধৰি দুয়োজনীয়ে খোঁপাই-জোপাই' জেলাৰক সোচৰ দিলে।

"মই বুজিছোঁ। এই গোলমালৰ গুৰি হল ভদকা। যাক ভইঁও আৰু।

মই কান্দিলে ইন্সপেক্টৰক ৰিপ'ৰ্ট দিওঁ। তেতিয়াহে তহঁতে মজা পাবি। বাক গোৱ আছেনে নাই মই চাওঁ। ভালে ভালে এই বিলাক দূৰলৈ পেলাই দে। নহ'লে চাবি তহঁতৰ দশা কি হয়?" বাৰ্বিণীয়ে ক'লে।

"আমি তহঁতৰ জগৰ মাৰিবলৈ অহা নাই। নিজৰ নিজৰ জেগাতে গৈ মনে মনে থাক।"

কিন্তু তেতিয়াও গোলমাল বন্ধ নহ'ল। ভালেমান পৰলৈকে প্ৰত্যেকেই নিজৰ গাত যে দোষ নাই, সেই কথা বুজাবলৈ লাগিল। অৱশেষত জেলাৰ আৰু বাৰ্বিণী উভতি গ'ল। লাহে লাহে গোলমাল শাম কাটি আহিল। বুঢ়ী পৰাকীয়ে ইকনৰ ওচৰলৈ গৈ প্ৰাৰ্থনা কৰিবলৈ ধৰিলে।

কোঠাটোৰ আনটো মূৰত থকা বিছনাত বহি বঙাচুলিৰ মানুহজনীয়ে ক'লে, "বাক ছুজনী জেলৰ শালিকাৰ যুঁজ হৈ গ'ল।" এই বুলি তাই আৰু কিছুমান অকথ্য গালি দিলে।

"খবৰদাৰ! আকৌ জোকাই নল'বি।" ডুবাৰ এবাৰ গালি দি কাৰ্বাল্লিৰভাই ক'লে। কিছু পৰ আকৌ ছুয়োজনীয়ে তলকা মাৰিলে।

"মোক নধৰাহেঁতেন তোৰ চকুকিটা বাহিৰ কৰি দিলোঁহেতেন।" বঙাচুলিৰ মানুহজনীয়ে ক'লে। এইদৰে ছুয়োজনীয়ে বিছনাত বহি, বহু পৰলৈকে কথা কটা কটি কৰি আছিল। ক্ৰমে গালি-শপনি সেৰেঙা হৈ, ছুয়োজনী নীৰৱ হ'ল। ইতিমধ্যে ভালেমানৰ টোপনি আহিল। বুঢ়ীয়ে তেতিয়াও ইকনৰ ওচৰত সেৱা কৰিয়েই আছে। বাৰ্বাৰ যোৱাৰ পিছত পাহৰীৰ জীয়েকে খোজ চলাই আছে।

বাস্তি ভালেমান পৰলৈকে মাচ্‌লভাৰ মনত এটা কথাই খুন্দিয়াই আছিল। তাই এতিয়া সশ্ৰম কাৰাদণ্ড পোৱা কয়দি হ'ল। এবাৰ বচ্‌কতা আৰু এবাৰ সেই বঙাচুলিৰ মানুহজনীয়ে সেই কথাকে সোঁৱৰাই দিছে। তাই যে কয়দি হ'ল এই কথা মানি লবলৈ তাই খুব টান পাইছে। মনে মনা নাই। মাচ্‌লভাৰ বিছনাৰ কাষতেই কাৰাল্লিৰভাৰ বিছনা। তাই বিছনাত ইকাটি সিকাটি কৰি আছে।

মাচ্‌লভাই ফুচ্‌ফুচাই ক'লে, "চোৱাহেঁান কি হ'ল। এনেকুৱা হ'ব বুলি কোনেনো ভাবিছিল। চোৱা, মানুহ কিছুমানে এনেকুৱা কাম কৰে যত-বিহঁতৰ একোৱেই লাভ নাই।"

"ভয় নকৰিবা মোৰ সোণ। মানুহে চাইবেৰীয়াত থকাৰেলাৰ সুবিধা কৰি ল'ব পাৰে, তুমিও পাৰিবা।" কাবাব্লিৰভাই তাইক সান্ত্বনা দি ক'লে।

"মই বুজিছোঁ। কোনোৰকম জিয়াই থাকিব পৰা হ'ব। তথাপি ই বৰ কঠিন। মই এনে জীৱন কামনা কৰা নাছিলোঁ। জীৱনত এনে দুখৰ সমুখীন মই কোনো দিনেই হোৱা নাছিলোঁ।

"ঈশ্বৰৰ যি ইচ্ছা তাৰ বিৰুদ্ধে যাব পৰা ক্ষমতা কাৰো নাই সোণ। কাৰো নাই!" হুমুনিয়াহ পেলাই কাবাব্লিৰভাই ক'লে।

"বুজিছোঁ, আইতা! ই বৰ কঠিন।"

ক্ষন্তেক উভয়ে নীৰৱ হ'ল।

কোঠাটোৰ আনটো মূৰৰ পৰা কিছুমান অদ্ভুত ধৰণৰ শব্দ আহি আছিল। তাকে শুনি কাবাব্লিৰভাই ক'লে, "সেই খাদহীজনীৰ কি হৈছে অলপ কাণ দি শুনাছোঁন।"

ৰঙাচুলিৰ মানুহজনীয়ে তেতিয়াও উচুপি উচুপি কান্দি আছিল। কান্দোনৰ কাৰণ হ'ল তাই এটোপাও ভদকা খাবলৈ নেপালে। তাৰ ঠাইত তাই পালে গালি-শপনি। লগতে তাইৰ মনত পৰিল অতীতৰ জীৱনৰ কাহিনী। ঠাট্টা, বিদ্রূপ, তিৰস্কাৰ, মাৰকিল খোৱা—এইবিলাক হ'ল তাইৰ জীৱনৰ দৈনন্দিন ঘটনা। বহুতদিনৰ আগতে ফেড্‌কা মল'দেৰুভ্‌ নামে ফেক্টৰীত কাম কৰা ডেকা এজনক তাই ভাল পাইছিল। এয়ে আছিল তাইৰ প্ৰথম প্ৰণয়। সেই কথা সুৰঁৰি তাই নিজকে সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল; কিন্তু সেই প্ৰেমৰ পৰিণামৰ কথাও তাইৰ মনত পৰিল। মল'দেৰুভে এদিন মদ খাই মতলীয়া হৈ তাইৰ দেহৰ সুকোমল অঙ্গত এচিদ খঁহি দিছিল। এচিদৰ পোৰণিত তাই যেতিয়া চিঞঁৰি উঠিল, সি তেতিয়া সবান্ধৱে হাঁহিৰ ৰোল তুলিছিল। এইবিলাক কথা সুৰঁৰি তাইৰ শোকে খুন্দামাৰি ধৰিলে। তাইৰ নিজৰ প্ৰতি নিজৰেই পুতৌ হ'ল। তপত চকুলো বৈ গৈ তাইৰ মুখত পৰিবলৈ ধৰিলে। দুঃখ আৰু বেজাৰত কোমল শিশুৰদৰে তাইৰ কান্দোন উঠিল।

"তাইৰ কাৰণে মোৰ সঁচাই দুঃখ লাগিছে।" মাচ্‌লভাই ক'লে।

"অৱশ্যে কাৰোবাৰ দুঃখ লাগিব পাৰে। কিন্তু তাই মমতা সবাহত বাধ দিয়াৰ কোনো প্ৰয়োজন নাছিল।" কাবাব্লিৰভাই ক'লে।

## তেত্রিশ

পিছদিনা পুৱা সাৰ পোৱাৰ লগে লগে নেক্লিউদভে এটা বিষয়ে সচেতন হ'ল। তেওঁৰ যেন কিবা ঘটনা এটা হৈ গ'ল। কিন্তু ঘটনাৰ আঁতিগুৰি বুজি উঠাৰ পূৰ্ব্বেই, তেওঁ ধৰি ল'লে যে ঘটনা শকত আৰু শুভ।

"কাটুৎচা—মৰ্কদ্দমাৰ শুনানী।" হয় তেওঁ অসত্যৰ আশ্ৰয় নলৈ প্ৰকৃত সত্য কথা কৈ দিয়া উচিত।

ঘটনাৰ আৰু এটা আচৰিত মিলন ঘটিল। বহু প্ৰত্যাশিত তেওঁৰ চিঠি এখন সেইদিনা আহি পৰিল। এই পত্ৰখন তেওঁৰ অতীব প্ৰয়োজনীয় আৰু আহিছিল মেৰীয়া ভাছিলিয়েনাৰ পৰা। প্ৰস্তাৱিত বিবাহৰ কাৰণে মেৰীয়াই তেওঁক সম্পূৰ্ণ স্বাধীনতা দিছে আৰু ভৱিষ্যতেও সুখী হ'বৰ কাৰণে মঙ্গল কামনা কৰিছে।

"হাঃ হাঃ! বিবাহ!" কঠুৱা সুৰত নেক্লিউদভে নিজকে নিজে ক'লে। "বিবাহলৈ এতিয়াও বহুদূৰ—বহুদূৰ!" আগদিনা তেওঁ ঠিক কৰিছিল যে মেৰীয়া ভাছিলিয়েনাৰ স্বামীক তেওঁ সকলো কথা খুলি কৈ দিব, তদুপৰি তেওঁক সন্তুষ্ট কৰিবৰ কাৰণে যি কৰিব লাগে, তাকেই কৰিব। কিন্তু আগদিনা তেওঁ এই কাম কৰা যেনে সহজ বুলি বিবেচনা কৰিছিল, আজি তেওঁ অনুভৱ কৰিলে যে কামটো তেনে সহজ নহয়। ইয়াৰ বাহিৰেও যিবোৰ কথা তেওঁ নেজানে সেইবোৰ কথা তেওঁক কৈ অশান্তি বঢ়োৱা উচিত নহয়। হয়; যদি তেওঁ নিজেই আহি এইবোৰ কথা সোধেহি, তেতিয়া তেওঁ খোলাখুলিভাৱে এইবোৰ কথা ক'ব, কিন্তু ইচ্ছাকৃতভাৱে এইবোৰ কথা ক'বলৈ যোৱাৰ কোনো সকাম নাই।

পুৱা তেওঁ আৰু এটা কথা অনুভৱ কৰিলে যে মিছিকো পোনপটীয়াকৈ প্ৰকৃত সত্য কথা কোৱা কঠিন হ'ব। তাইৰ মনত আঘাত নিদিয়াকৈ এই কথা কোৱা আৰু কঠিন। সাংসাৰিক জীৱনত মানুহে অনেক কথা খুলি কোৱা সম্ভৱ নহয়, কিছু কথা অপ্ৰকাশিত থাকিবই। শেষত তেওঁ কৰ্চাগিন পৰিয়ালৰ ঘৰলৈ নোযোৱাটোকে সিদ্ধান্ত কৰিলে। যদি কেতিয়াবা সোধে আচল কথাটোকে কৈ দিব।

কিন্তু কাটুৎচাৰ আগত তেওঁ কোনো কথা গোপন নকৰে। সকলো পৰিষ্কাৰকৈ কৈ দিব।

"মই জেললৈ গৈ সকলো কথা তাইক ভাঙি ক'ম। ক্ষমা প্ৰাৰ্থনা খুজিম, আৰু

যদি দৰকাৰ হয়……হয়, দৰকাৰ হ'লে মই তাইকেই বিয়া কৰিম।" তেওঁ নিজে নিজে ভাবিলে।

নৈতিকতাৰ ফালৰ পৰা সকলো ত্যাগ কৰি, তাইক যে তেওঁক পাণিগ্ৰহণ কৰিবলৈ ওলাইছে, এই ভাবনা অহাৰ ফলত, তেওঁ তাইৰ অতি দৰদী হৈ পৰিল।

ইতিমধ্যে বেলি বহুত উঠিল। তেওঁ পুনৰ পৰাই বেচ্ উৎসাহেৰে দিনটোৰ সমুখীন হৈছে। যেতিয়া আগ্ৰাফেনা পেট্ৰৱনা তেওঁৰ ওচৰলৈ আহিল, তেতিয়া নিঃসঙ্কোচে কৈ পেলালে যে তেওঁৰ আৰু কোনো পৰিচৰ্য্যাকাৰিণীৰ প্ৰয়োজন নাই। আনকি তেওঁৰ নিজ ঘৰটোৰো দৰকাৰ নাই। ইমান টকা খা-খৰছ ভৰি আৰু ইমানবোৰ চাকৰ-চাকৰণী ৰখাৰ একমাত্ৰ কাৰণ আছিল যে তেওঁ বিয়া কৰালে এইবোৰ প্ৰয়োজন হ'ব। নিজৰ ঘৰটোও ত্যাগ কৰিব খোজা দেখি, পেট্ৰৱনাই চক খাই উঠিল।

"তুমি মোক যিদৰে পৰিচৰ্য্যা কৰিছা, মোৰ ভালৰ কাৰণে যিমানবোৰ সা-সাহায্য কৰিছা, এই সকলোবোৰৰ কাৰণে নথৈ ধন্যবাদ। বৰ্ত্তমান এনেকুৱা এখন ডাঙৰ ঘৰ আৰু ইমানবোৰ চাকৰ-চাকৰণীৰ মোৰ কোনো প্ৰয়োজন নাই। তুমি মোক যদি আৰু কিবা সাহায্য কৰিব খোজা তেন্তে মোৰ বয়-বস্তুবোৰলৈ চকু দিয়া। 'মা'ৰ অসুখৰ সময়ত বস্তুবোৰ যেনেকৈ ৰখা হৈছিল তেনেকৈ সজাই থোৱা। নাটাছা আহিলে এইবোৰৰ এটা সু-ব্যৱস্থা কৰিব।" নাটচা নেকুলিউডভৰ ভনীয়েক হয়।

আগ্ৰাফেনা পেট্ৰৱনাই মূৰ জোকাৰি ক'লে, "কিয়! বস্তুবোৰতো আকৌ লাগিব।"

"আগ্ৰাফেনা পেট্ৰৱনা! নহয়-নেলাগে, মই খাতাংকৈ কৈছোঁ, সেইবোৰৰ আৰু প্ৰয়োজন নহ'ব।" আগ্ৰাফেনাৰ প্ৰশ্নোত্তৰত নেকুলিউডভে ক'লে।

"তুমি কনিয়াকো খবৰ দিয়া যে তাৰো মোৰ দৰকাৰ নাই। তাক মই দুমাহৰ দৰমহা হাতে হাতে দি দিম। কিন্তু তাৰ আৰু চাকৰি নেথাকে।"

"ডিমিত্ৰী ইভানভিচ, তুমি এইবোৰ কি কৈছা? কিয়? তুমি যদি বিদেশত ফুৰিবলৈ যোৱা, তেন্তে ঘূৰি আহিলেতো ঘৰ এখন লাগিব।" পেট্ৰৱনাই ক'লে।

"তোমাৰ ভুল হৈছে আগ্ৰাফেনা পেট্ৰৱনা! মই বিদেশলৈ ভ্ৰমণৰ কাৰণে যাবলৈ ওলোৱা নাই। মই ইয়াৰ ওলোটা দিশেহে গতি কৰিব খুজিছোঁ।" হঠাৎ তেওঁৰ মুখখন ৰঙা হৈ পৰিল।

"হুঁ এওঁক মই গোটেই কথাখিনি ভাঙি কোৱাহে ভাল। লুক-ঢাক কৰা নিপ্ৰয়োজন।

"কালি মই এটা আচৰিত ঘটনাৰ সমুখীন হলোঁ। মোৰ পেহী মেৰীয়া ইভাঁনৰ্ভাঁৰ ঘৰত থকা 'কাটুংচাৰ' কথা তোমাৰ মনত আছেনে ?"

"হঁ, নিশ্চয় আছে। তাইক মই চিলাইৰ কাম শিকাইছিলোঁ।"

"হয়, কালি এই কাটুংচাৰ ওপৰতেই এটা গোচৰ হৈছিল আৰু সেই গোচৰত মই এজন জুৰী আছিলোঁ।"

"হে প্ৰভো! কি আচৰিত!" আগ্ৰাফেনা পেট্ৰভনাই ক'লে, "তাই কি অপৰাধ লগালে ?"

"হত্যা—আৰু ইয়াৰ গুৰিত হলোঁ মই।"

"উস্! অদ্ভুত! তুমি ইয়াৰ কাৰণে কেনেকৈ দায়ী হ'বা ?" চকুকিটা মেল খুৱাই বৃদ্ধা আগ্ৰাফেনা পেট্ৰভনাই ক'লে। আগ্ৰাফেনাই কাটুংচাৰ লগত হোৱা সম্পৰ্কৰ কথা জানে।

"হয় ইয়াৰ গুৰিত ময়েই আৰু ইয়াৰ কাৰণেই আজি মোৰ জীৱনৰ সকলো ওলট পালট ঘটিছে।"

হাঁহি মাৰি আগ্ৰাফেনা পেট্ৰভনাই ক'লে, "জীৱন ওলট পালট হ'ব লগা একো ডাঙৰ ঘটনা হোৱা নাই, এইটো একো ডাঙৰ কথা নহয়।"

"তাই যে জেইল যাত্ৰী হ'ল তাৰবাবে ময়েই দায়ী। গতিকেই আজি মই তাইক সৰ্ব্ব প্ৰকাৰ আৰু সাধ্যমতে সাহায্য কৰিবই লাগিব।"

"তোমাৰ ইচ্ছা গ'লে তাইক তুমি সাহায্য কৰাত কি বাধা হ'ব পাৰে। তাইৰ লগত তোমাৰ যি হৈছিল সেইটোনো কি নোহোৱা নোপজা কথা। বহুতৰেই এনেকুৱা হয়। যাৰে এনেকুৱা হয়, সি যদি কথাটো বৰ গুৰুত্ব নিদিয়ে, তেন্তে সময়ৰ সোঁতত সকলো চিন্‌চাৰ নাইকিয়া হয় আৰু মানুহে পাহৰি যায়।" গহীনাই আৰু গুৰুত্ব দি পেট্ৰভনাই ক'লে।

"তোমাৰ গাতেই দোষ বুলি ধৰি লোৱাৰ কাৰণেই বা কি ? মোৰ বোধেৰে একো কাৰণ নাই। তাই বেয়াপথে চাল ল'লে বুলি বহুদিনৰ আগতে মই শুনিছিলো। সেইবাবে আনৰ গাত দোষ কি ?"

"সেইদোষ মোৰেই। সেই কাৰণেই মই ইয়াৰ প্ৰতিকাৰ কৰিব খোজোঁ।"

"ইয়াৰ প্ৰতিকাৰ অতিশয় কঠিন।"

"সহজ হ'ক বা কঠিন হ'ক, সেইটো মোৰ কাম। তুমি যদি নিজৰ কথা

কিবা ভাবিছা, তেন্তে মই ক'ব খোজো যে মোৰ স্বৰ্গীয় মাতৃয়ে বিদৰে ইচ্ছা কৰিছিল—।"

"মই মোৰ কথা ভবা নাই। তোমাৰ মাতৃয়ে বিদৰে উদাৰ হস্তে মোক বহু-বস্তু দি গৈছে, তাতকৈ মোক আৰু একো বেছি নেলাগে। পিজাকাই (তেওঁৰ বিবাহিতা ভগিনী) মোক মাতিয়ে আছে। ইয়াত যেতিয়াই মোৰ প্ৰয়োজন শেষ হ'ব, তেতিয়াই মই তাইৰ ঘৰলৈ গুচি যাম। কিন্তু মোৰ দুঃখ ইয়েই যে তুমি অতি সক কথা এটাকো হাঁতীটো কৰি তুলিছা। কিন্তু এনেকুৱা ঘটনা সকলো মানুহৰ জীৱনতেই ঘটে।"

"আগ্ৰাফেনা! মই সেইদৰে নেভাবোঁ। মোৰ এই ঘৰটো ভাবা দিয়াত আৰু আচবাব থিনি আঁতৰাই থোৱাত তুমি অলপ সহায় কৰি দিবা। তাৰ কাৰণে তোমাক খাটিলোঁ। তুমি মোৰ কাৰণে যিখিনি কৰিলা, তাৰবাবে মই অতিশয় ঋণী। ভৱিষ্যতে মোৰ ওপৰত কোনো ক্ৰোধ নাৰাখিবা। তাৰবাবেও মই তোমাক অনুৰোধ কৰিছোঁ।"

আচৰিত কথা হ'ল এয়ে যে যি মুহূৰ্তে নেকৃলিউদভে অনুভৱ কৰিলে যে তেওঁ নিজে এজন যেনেকুৱা বেয়া মানুহ বুলি ধাৰণা কৰে, আৰু নিজৰ ওপৰত যিদৰে তেওঁ বিতুষ্ট, কিন্তু ঠিক সেইদৰে আনৰ ওপৰত তেওঁ বিতুষ্ট নহয়, নিজক বেয়া পোৱাৰ দৰে আনক তেওঁ বেয়া নাপায়। আগ্ৰাফেনা পেট্ৰৱনা আৰু কৰ্নিয়াক তেওঁ যথেষ্ট ভাল পায় আৰু তেওঁলোকৰ প্ৰতি তেওঁৰ অন্তৰত অসীম স্নেহ আৰু শ্ৰদ্ধা আছে।

তেওঁ কৰ্নিয়াৰ ওচৰলৈ গৈয়ো তেওঁৰ মনৰ কথা খুলি ক'বলৈ ইচ্ছা গৈছিল। কিন্তু কৰ্নিয়াৰ তেওঁৰ প্ৰতি ইমান স্নেহ আৰু শ্ৰদ্ধা যে তাৰ ওচৰলৈ গৈ এনে-ধৰণৰ কথা কবলৈ তেওঁৰ সাহসে নুকুলালে।

তেওঁ কাছাবিলৈ যাত্ৰা কৰিলে। আগদিনা যি বাস্তাইদি আৰু যিখন ঘোঁৰা গাড়ীত উঠি তেওঁ গৈছিল, আজিও সেই বাস্তাইদি আৰু সেই গাড়ীতেই গৈছে, কিন্তু বাটত তেওঁ নিজে নিজে আচৰিত হ'ল যে আজি তেওঁ এজন সম্পূৰ্ণ বেলেগ মানুহ।

আজি দুদিনৰ আগলৈকে মিছিৰ লগত তেওঁ বিবাহসূত্ৰে আবদ্ধ হোৱা খুবেই সম্ভাৱনা আছিল; কিন্তু আজি আৰু সেই সম্ভাৱনাৰ লেশমাত্ৰ নাই। তাইৰ লগত বিয়া হোৱা অসম্ভৱ। পৰহিলৈকে তেওঁৰ লগত বৈবাহিক সূত্ৰে আবদ্ধ হ'লে হয়তো মিছি আনন্দিত হ'লহেতেন আৰু তেতিয়া বিবাহ কৰা

মকৰাৰ কথা নিৰ্ভৰ কৰিছিল একমাত্ৰ তেওঁৰ ওপৰত। কিন্তু আজি তেওঁ উপলব্ধি কৰিলে যে তাইক বিয়া কৰোৱাৰ আৰু প্ৰশ্নই নাই। আনকি তাইৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখিবৰ কাৰণেও তেওঁ উপযুক্ত নহয়। মোৰ আচল স্বৰূপ যদি মিছিয়ে জানিব পাৰে, তেন্তে মোৰ প্ৰতি তাইৰ সেই শ্ৰদ্ধা কিবা থাকিব পাৰেনে? সিদিনা সেই মানুহটোৰ লগত হুলিগলি কৰাত মই তাইৰ দোষ ধৰিছিলোঁ। কিন্তু এতিয়া? তাই যদি মোৰ স্ত্ৰী হ'বলৈ মান্তিও হয়, তেতিয়াও মোৰ সুখ-শান্তি হোৱাৰ কোনো আশা নাই। কিয়নো মই জানোঁ যে এজনী নিৰপৰাধী ছোৱালীক মই ধ্বংস কৰি থৈছোঁ। এতিয়া তাই আছে জেলত আৰু অনতিপলমে চাইবেৰীয়ালৈ নিৰ্ব্বাসিত হ'ব। মই ধ্বংস কৰা সেই ছোৱালীজনীয়ে চাইবেৰীয়াত নিৰ্ব্বাসন দণ্ড ভোগ কৰিব আৰু মই নৱবধূক লৈ আনন্দ উপভোগ কৰিম, মোক শুভ কামনা কৰিবলৈ অহা লোকক বং-বহস্তেৰে অভ্যৰ্থনা জনাম, আৰু মোৰ নৱ পৰিণীতাক লৈ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ যাম! নাইবা মাৰ্ছেলদা নবিলিচৰে সৈতে (যাক চাই নিৰ্ম্মমভাৱে ঠগিছোঁ) স্থানীয় স্কুল পৰিদৰ্শনৰ কথা লৈ হোৱা পক্ষ আৰু বিপক্ষৰ ভোট গণনা কৰিম? আৰু সেই সুবিধাতে আৰু মাৰ্ছেলৰ পত্নীক দেখা কৰিম। (ঘৃণনীয় ভাব!) নাইবা ছবি অঁকা কামতেই পুনৰ লিপ্ত হ'ম নেকি? কিন্তু সময়ৰ অভাৱত ছবি অঁকাও মোৰ শেষ নহ'ব। বৰ্ত্তমান মই এইবোৰ একোকেই কৰিবলৈ অসমৰ্থ। এইদৰে নিজৰ কথা নিজে নিজে ভাবিলে আৰু অন্তৰৰ পৰিবৰ্ত্তন বিলাক লক্ষ্য কৰি নিজৰ মনতেই বং লাগিল।

মোৰ প্ৰথম কাম হ'ল এড্‌ভোকেটজনক লগ ধৰা আৰু তেওঁনো কি মতামত দিয়ে তাক জানিলোৱা। তাৰপিছত……তাৰপিছত জেললৈ গৈ সত্ত দণ্ডিতা কাটুংচাক লগ ধৰা আৰু গোটেইখিনি কথা সবিশেষ ভাঙি কোৱা।

ইয়াৰ পিছত তেওঁৰ কল্পনাত ভাহি উঠিল জেললৈ গৈ মাচ্‌লভাক দেখা কৰাৰ কথা আৰু তাৰ প্ৰতি কৰা অন্যায় আৰু অবিচাৰ স্বীকাৰ কৰাৰ কথা; লগতে এই অন্যায়ৰ প্ৰতিকাৰ কৰিবৰ কাৰণে তেওঁ যে সৰ্ব্ব শক্তি দি যত্ন কৰিব সেই কথাও তাইক খোলাখুলিভাবে ক'ব আৰু পিছত তাইৰ তেওঁ পাণি গ্ৰহণো কৰিব। এই ভাবনাই তেওঁৰ মন আনন্দত উদ্ভাৱল কৰি তুলিলে আৰু তেওঁৰ চকুৰ পৰা দুধাৰি আনন্দাশ্ৰু বৈ গ'ল।

## চৌত্রিশ

কাছাৰীৰ কবিদ'ৰতে নেকলিউদভে অৰ্ডালিজনক লগ পালে। আগদিনাও এইজন অৰ্ডালিয়েই আছিল। নেক্লিউদভে যোৱাকালি দণ্ডপ্ৰাপ্ত আচামী কিজনক কোন জেলত ৰখা হৈছে তেওঁক সুধিলে আৰু সাক্ষাৎ পাবলৈ হ'লে, কাৰ পৰা অনুমতি ল'ব লাগিব তাৰো খবৰ ল'লে। অৰ্ডালিজনে ক'লে যে তেওঁ-লোকক বেলেগ বেলেগ ঠাইত ৰখা হৈছে আৰু যেতিয়ালৈকে তেওঁলোকৰ দণ্ডাদেশ 'ফাইনেল ফৰ্ম্মত' লিখা নহ'ব, তেতিয়ালৈকে দেখা সাক্ষাৎ কৰা সম্পৰ্কে বহুদূৰ নিৰ্ভৰ কৰিব চৰকাৰী উকীলৰ ওপৰত।

"আদালতৰ প্ৰথম অধিবেশন শেষ হোৱাৰ লগে লগে মই আহি আপোনাক চৰকাৰী উকীলৰ ওচৰলৈ লৈ যাম, এতিয়া তেওঁ ইয়াত নাই। এতিয়া আদালতলৈ আহক। গোচৰ আৰম্ভ হ'বৰ হ'ল।"

নেক্লিউদভে অৰ্ডালিজনক ধন্যবাদ দি, জুৰৰ সকলৰ জিৰণিৰ কোঠাৰ ফালে আগবাঢ়িল।

তেওঁ কোঁঠাটোৰ ওচৰ পাওঁতেই জুৰৰ সকল আদালতত উপস্থিত হ'বলৈ ওলাই গ'ল। সদাগৰজন আজিও জুৰৰ মনোনীত আছিল। তেওঁ নেক্লিউদভক চিনাকি বন্ধুবৰদৰে সম্ভাষণ জ্ঞাপন কৰিলে।

চলতি আদৱ কায়দাৰে আজিও জজ্ আৰু জুৰি সকলো আহি নিজ নিজ আসন গ্ৰহণ কৰিলে।

আজিৰ আচামী হ'ল এজন ডেকা। তেওঁ লগৰীয়া এজনৰে সৈতে তিনি ৰুবল মূল্যৰ কেইখনমান ঢাৰি চুৰি কৰিছিল। সেই অভিযোগত তেওঁ বিচাৰৰ সমুখীন হৈছে। তেওঁৰ লগৰীয়াজনৰ জেলত বন্দী অৱস্থায় থাকোঁতেই মৃত্যু হ'ল।

চৰকাৰী উকীলৰ মতে এই ডেকাজন বৰ সাংঘাতিক। এনেকুৱা মানুহেই সমাজ কলুষিত কৰে। গতিকেই তেওঁ কঠোৰ দণ্ড পাবৰ যোগ্য।

আগদিনাৰ দৰে আজিও বিচাৰৰ অভিনয় চলিল, সাক্ষ্য গ্ৰহণ কৰা হ'ল চৰকাৰী উকীল আৰু আচামী পক্ষৰ উকীলৰ তৰ্ক-বিতৰ্ক হ'ল ইত্যাদি।

ঘটনাৰ বিৱৰণৰপৰা জনা যায় যে ডেকাজনক বাপেকে এটা হঁপাতৰ ফেক্টৰীত শিক্ষানবীশ হিচাবে ভৰ্ত্তি কৰি দিছিল। পাঁচ বছৰ ডেকাজনে সেই ফেক্টৰীতে কাম কৰিলে। চলতি বছৰত এটা ধৰ্ম্মঘট হোৱাৰ ফলত ডেকাজনৰ চাকৰি

যায়। সি নিবন্ধুৱা হৈ, নগৰৰ বাটে ঘাটে ঘূৰি ফুৰিবলৈ ধৰিলে, আৰু মদ ভাং খাওঁতে হাতত থকা পইচাপাতিও শেষ হয়। এদিন সি হোটেল এটাত তাক বিচিনা নিবন্ধুৱা আৰু মদপী ডেকা এজনৰ লগ পালে। সি আগতে তলাচাবিৰ মিস্ত্ৰি আছিল।

এদিনাখন দুয়োজন ডেকাই মদ খাই মত্তলীয়া হৈ, ঘৰ এটাৰ তলাভাঙি, চাবি কেইখন মান পাই, তাকে চুৰ কৰি লৈ আহোঁতে পুলিচৰ হাতত ধৰা পৰে আৰু পিছত চুৰ কৰা কথা স্বীকাৰ কৰে। ফলত সিহঁতে জেল হাজোত থাকিব লগা হয়। কিন্তু বিচাৰ আৰম্ভ হোৱাৰ পূৰ্ব্বেই তলাচাবিৰ মিস্ত্ৰিজনৰ মৃত্যু হয়। বৰ্ত্তমান এনেকুৱা সাংঘাতিক চোৰৰ পৰা সমাজ ৰক্ষাৰ কাৰণেই এই গোচৰৰ সূত্ৰপাত।

গোচৰৰ শুনানী দেখি নেক্‌লিউদভে নিজে মন্তব্য কৰিলে, "কালিৰ আচামী-কিজনৰদৰেই যেন সাংঘাতিক এই ডেকাজন। এই আচামীবিলাক হ'ল সাংঘাতিক আৰু আমি বিচাৰক সকল হলো একেবাৰে নিৰপৰাধী সাধু। ই কি সঁচা। মোৰ কথাই যদি ধৰা হয়, তেন্তে মই কি? এজন ব্যভিচাৰী, ঠগ আৰু প্ৰৱঞ্চক। অথচ যি মোৰ বা আমাৰ আচল স্বৰূপ নেজানে, তেওঁলোকে আমাক ঘৃণাৰ ঠাইত আগবঢ়ায় মান, সম্ভ্ৰম আৰু অসীম শ্ৰদ্ধা। যিথন সমাজ ৰক্ষাৰ কাৰণে এই ডেকাজনক কাঠ গঁড়ালত থিয় কৰা হৈছে, সেই সমাজখন কাৰ? এই আদালতত উপস্থিত থকা আমাৰ সকলোৰেই সেই সমাজ। তেন্তে যেতিয়া এই ডেকাজন ধৰা পৰিল, তেতিয়া সমাজৰ কৰ্ত্তব্য কি?

'এইটো ওলাই থকা কথা যে এওঁ এজন সাধাৰণ ডেকাল'ৰা। সমাজত এওঁৰেই কুকাৰ্য্য কৰা সাংঘাতিক লোক আৰু বাকী বিলাক সকলোৱেই সাধু সত্যবান, এনে কথাও নহয়। কেৱল এটা বিশেষ অৱস্থাত পৰি ল'ৰাটোৰ এনে স্বভাৱ হ'ল। গতিকে আচল প্ৰতিকাৰ হ'ল এয়ে যে যি অৱস্থাই ল'ৰাটোৰ এনে দুৰ্ভগীয়া পৰিণতি ঘটাইছে, আমি বা সমাজে সেই অৱস্থা দূৰ কৰিবলৈ চোৱাহে উচিত।

'কিন্তু তাৰ পৰিবৰ্ত্তে আমি কৰিছোঁ কি? আমি এই ল'ৰাটোৰ ওপৰত উবুৰি খাই পৰিছোঁ, যিহেতু সি আমাৰ হাতত ধৰা পৰিল। আনহাতে আমি এই কথাও জানোঁ যে এনেকুৱা শত সহস্ৰ ল'ৰা আছে, যি ধৰা পৰা নাই বা আমি ধৰিব পৰা নাই। এই ল'ৰাটো ধৰা পৰাৰ কাৰণেই আমি জেলত ভৰাই দিছোঁ, তাক এলেহুৱা কৰি বহুৱাই-ৰাখিছোঁ। তাৰপিছত বিচাৰৰ অভিনয় কৰি চহকাৰী ধৰহুঁত মহোৰ পৰা ইৰ্‌কুটুক অঞ্চললৈ স্থানান্তৰ কৰি নিৰ্ব্বাসন দিছোঁ। অকল

এয়ে নহয়। সেই অঞ্চলৰ বহু দুৰ্নীতিপৰায়ণ লোকৰ লগত বসতি কৰিবলৈ বাধ্য কৰিছোঁ।।

'যি অৱস্থাই এই ডেকাল'ৰাবোৰক এনেদৰে অধঃপতিত কৰিছে, সেই অৱস্থা নিবাৰণ কৰিবৰ কাৰণে আমিতো একো চেষ্টাই কৰা নাই, বৰং এনে অৱস্থা সৃষ্টি কৰা অনুষ্ঠানবোৰক আমি সাহায্যহে কৰিছোঁ।। এইবোৰ অনুষ্ঠানৰ কথা কোনে নেজানে? কাৰখানা, দোকান, ফেক্টৰী, হোটেল, ৰেস্তোৰাঁ হ'ল এনেকুৱা চোৰ ডকাইত সৃষ্টিকৰা কঠিয়াতলি। এই অনুষ্ঠানবোৰক যে আমি সকলো সহাই কৰিছোঁ এনে নহয়, এইবিলাকক অতি প্ৰয়োজনীয় বুলি আইন-কানুন কৰি পৰিচালনা কৰিছোঁ আৰু ইয়াৰ শ্ৰীবৃদ্ধিৰ কাৰণে আমি সহায়ো কৰিছোঁ।।

"এইদৰে আমি এজন দুজন ডেকাকেই জন্ম দিয়া নাই, এনেকুৱা হেজাৰ হেজাৰ ডেকাৰ সৃষ্টি কৰাত আমি সহায় কৰিছোঁ।। তাৰপিছত এজনক ধৰি মহৎ কাম কৰিলোঁ বুলি আত্ম-তুষ্টি লভিছোঁ।। আমি ধৰি লৈছোঁ যে আমি দেহ আত্ম-ৰক্ষা কৰিছোঁ।। এইদৰে এবাৰ এটাক ধৰি মস্কোৰ পৰা ইৰ্কুটস্কলৈ চালান দিব পাৰিলে, তাতেই আমাৰ কৰ্ত্তব্য শেষ। ইয়াতকৈ আৰু কিবা বেছি কৰ্ত্তব্য আছে বুলি আমাৰ ওপৰত কোনো দাবী নাই।" এড্‌ভোকেট, চৰকাৰী জজ সকলোৰে কাম কাজ লক্ষ্য কৰি নেক্‌লিউডভে নিজে নিজে ভাবিলে। তেওঁ আদালতত কৰ্ণেলজনৰ ওচৰত বহি আছে।

"কিন্তু এই বিচাৰৰ প্ৰসহন পাতোতে কত পৰিশ্ৰম, কত টকা-পইচাৰ শৰাধ, তাৰ প্ৰতি কাৰো ভ্ৰূক্ষেপ নাই।" বিৰাট কোঠাটো, দেৱালত আঁৰিথোৱা ছবি বিলাক, লেম্প, চকি, সাজপাৰ ইত্যাদিলৈ চকু ফুৰাই নেক্‌লিউডভে মন্তব্য কৰিলে। সামৰিক কৰ্ম্মচাৰী, কেৰেণী, প্ৰহৰী, বাৰ্ত্তাবাহক যে সকল এই আদালততেই আছে এনে নহয়, সমস্ত ৰাশিয়া ব্যাপী এনে অনুষ্ঠান চলি আছে। এই প্ৰসহন চলাই সকলোৰেই মোটা দৰমহা খাই আছে। কিন্তু এই প্ৰসহনে কাৰোবাৰ কিবা উপকাৰ কৰিছেনে? লেশমাত্ৰও কৰা নাই। এনেদৰে বিচাৰৰ ভেকো ভাওনা চলাওঁতে যি পৰিশ্ৰম আৰু টকা-পইচা নষ্ট কৰা হৈছে, তাৰ বদলি যদি ইয়াৰ এশ ভাগৰ এভাগো এই অধঃপতিত লোক সকলৰ উন্নতি আৰু সাহায্যৰ কাৰণে খৰছ কৰা হ'লহেঁতেন, তেতিয়া হয়তো বহুতো সুফল পোৱা গ'লহেঁতেন।

'কোনোবাই যদি অকস্মাতে এই ল'ৰাটোৰ প্ৰতি সদয় হৈ, সি দুঃখত পৰি নগৰলৈ অহাৰ পূৰ্ব্বেই অলপ সহায় দিয়া হ'লে, আজি তাৰ এই দুৰ্দশা নহয়।" খীণোৱা, জকুৰা, আতঙ্কগ্ৰস্ত ল'ৰাটোৰ মুখখনিলৈ চাই নেক্‌লিউডভে ভাবিলে।

"নতুবা ইয়াৰ পিছতো কেইবাৰ যাৰ ফটা কাম কৰি, তাৰ নগৰীয়া বিলাকে বেশ্যালয়লৈ লৈ যাওঁতে, কোনোবা এজনে যদি বাধা দি তাক ক'লেহেঁতেন, 'খালিয়া। বেশ্যালয়লৈ নেযাবা, যোৱা উচিত নহয়,' তেতিয়া সি নিশ্চয় নগ'লহেঁতেন আৰু সি কু-অভ্যাসবোৰো নললেহেঁতেন আৰু কু-কৰ্ম্মও নকৰিলেহেঁতেন।"

"কিন্তু মিছা। কোনেও তাৰ প্ৰতি এনে দৰদ দেখুৱা নাই। সি নগৰলৈ আহি পশুৰদৰে জীৱন যাপন কৰি, বছৰৰ পিছত বছৰ কটাই দিছে। মূৰত গুৰুণিয়ে ধৰে বুলি চুলি চুটিকৈ কাটিছে। আনহাতে সি পুৰণা মজদুৰ আৰু নগৰীয়াবোৰৰ পৰা শিকিছে কি? বা দেখিছে কি? নগৰলৈ আহি এই মানুহবোৰৰ মাজত সি দেখিবলৈ পাইছে—ঠগ, প্ৰবঞ্চক, সুৰা-পান, পৰস্পৰৰ মাজত হিংসা, কুৰ্চ্চট, কপটতা ইত্যাদি আৰু যিয়েই এনেদৰে বদমাইছি কৰিছে সিয়েই সিহঁতৰ মাজত ভালমানুহ বুলি গণ্য হৈছে। কিছুমান অপকাৰী কাম কৰি তাৰ স্বাস্থ্য ভাগি গৈছে। মদ, ভাং আৰু ব্যভিচাৰ হৈছে তাৰ জীৱন-সঙ্গী। লক্ষ্যহীন হৈ নগৰৰ বাজ-আলিত তহল দি ফুৰোঁতে, হয়তো মদৰ নিচাত সি চুৰ কৰিলে কোনো মানুহৰ কামত নহা, কেইটামান ভগাছিগা চাৰি। অথচ আমাৰ নিচিনা যি সকল লোক নিজক জ্ঞানী-গুণী বুলি দাবী কৰোঁ, সেই সকলোয়ে এই ল'ৰাটোক তাৰ অৱনতিৰ কাৰণ উদঘাটন কৰি সজ পথলৈ নিবলৈ কোনো চেষ্টাই কৰা নাই। কেৱল তাক ধৰি শাস্তি দিব পাৰিলেই আমাৰ কৰ্ত্তব্য শেষ। আচল বিপদ এইখিনিতেই। এনেকুৱা কামবোৰৰ ভিতৰত নিষ্ঠুৰতাই বেছি নে মূৰ্খামিয়েই বেছি কোনেও তাক বুজিব পৰা নাই। প্ৰতিটো কামৰেই যেন শেষ সীমা পাৰহৈ গৈছে।"

নেকৃলিউদদভে এইদৰে ভাবি ভাবি আপোন পাহৰা হ'ল। চকুৰ আগত কি ঘটিছে তেওঁ যেন দেখাও নাই আৰু শুনাও নাই। তেওঁৰ মনত যি সত্যাই ভুমুকি মাৰিলে, তাৰ কথা ভাবি তেওঁ উচপ খাই উঠিল। এই কথাটো তেওঁ কিয় আগতে বুজি পোৱা নাছিল বা আনেও বুজি পোৱা নাই, তেওঁ নিজেই তাৰ একো আভিওৰি উলিয়াব নোৱাৰিলে।

## পঁয়ত্রিশ

এবাৰ গোচৰৰ শুনানী স্থগিত হওঁতেই নেক্‌লিউদভে আদালতৰ পৰা কৰিদ'বলৈ ওলাই গ'ল। পুনৰ ঘূৰি অহাৰ তেওঁৰ উদ্দেশ্যও নাই। তেওঁক যি কৰে কৰক, কিন্তু এই কুৎসিত ভেকো-ভাওনাত তেওঁ অংশ ল'ব নোৱাৰে।

তেওঁ চৰকাৰী উকীলৰ অফিচৰ অনুসন্ধান লৈ তেওঁক লগ ধৰিবলৈ বেগাবেগিকৈ গ'ল, কিন্তু অফিচৰ চাপ্ৰাচী এজনে তেওঁক বাধা দি ক'লে যে চৰকাৰী উকীল কামত ব্যস্ত আছে আৰু এতিয়া কাকো দেখা নকৰে। তথাপি নেক্‌লিউদভে চাপ্ৰাচীৰ বাধা অগ্ৰাহ্য কৰি অফিচৰ দৰজাৰ সমুখ পালেগৈ। এনেতে তেওঁ এজন অফিচাৰক লগ পাই ক'লে যে তেওঁ এজন জুৰৰ আৰু চৰকাৰী উকীলৰ লগত এটা বিশেষ কাম আছিল। চৰকাৰী উকীলৰ সাক্ষাতৰ কাৰণে অনুমতি এটা আনি দিবলৈ তেওঁক অনুৰোধ জনালে।

নেক্‌লিউদভৰ উপাধি, সাজপাৰ আৰু চালচলন দেখি অফিচাৰজনে অনুৰোধ এবাৰ নোৱাৰিলে আৰু ততালিকে চৰকাৰী উকীলৰ অনুমতি আনি দিলে। নেক্‌লিউদভেও অফিচৰ ভিতৰলৈ সোমাই গ'ল। চৰকাৰী উকীলৰ এইদৰে নেবানেপেৰাকৈ সাক্ষাৎ বিচাৰ ভাল পোৱা নাছিল। তেওঁ থিয়ৈ থিয়ৈ নেক্‌লিউদভক 'কি লাগে' বুলি কঠুৱা সুৰত প্ৰশ্ন কৰিলে।

"মই এজন জুৰৰ। মোৰ নাম নেক্‌লিউদভ্। দণ্ডপ্ৰাপ্ত বন্দিনী মাচ্‌লভাক দেখা কৰাৰ একান্ত প্ৰয়োজন।" নিক্‌লিউদভে দৃঢ়ভাৱে কথাষাৰ কৈ পেলালে; কিন্তু কথা কোৱাৰ লগে লগে তেওঁৰ মুখখন ৰঙা হৈ পৰিল। তেওঁ যে সিদ্ধান্ত লৈছে, ই তেওঁৰ জীৱনত সুদূৰ প্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিব।

চৰকাৰী উকীল মানুহজন চুটি চাপৰ। বৰণ ক'লা। চকুযুৰি উজ্জ্বল। চুলিবিলাক চুটিকৈ কটা। তেওঁৰ দীঘল ঠুতৰিটোৰ দাড়ি বিলাকো শুৰিতে কটা।

"মাচ্‌লভা! হঁ মোৰ মনত পৰিছে। বিষ প্ৰয়োগ কৰা মকৰ্দমাৰ আচামী।" ধীৰে ধীৰে উকীলে ক'লে, "কিন্তু আপুনি তাইৰ লগত কিয় সাক্ষাৎ কৰিব খোঁজে?" ভাবপিছত উকীলে প্ৰশ্নবোৰৰ সুৰ কোমলাই ক'লে, "কোনো বিশেষ কাৰণ নেথাকিলে, মই সাক্ষাতৰ অনুমতি দিব নোৱাৰোঁ।"

"সাক্ষাতৰ মোৰ এটা বিশেষ কাৰণ আছে।" কথাষাৰ কৈ তেওঁ আকৌ বঙা পৰিল। উকীলে নেক্‌লিউদভৰ কথাষাৰ কাণ দি শুনিলে আৰু মুৰটো ডাঙি তেওঁৰ ফালে চাই ক'লে, "বাৰু তাইৰ মকৰ্দমাৰ শুনানী শেষ হ'লনে নাই?

"বিচাৰ কালিয়েই শেষ হ'ল। অন্যায়ভাৱে তাইক চাৰি বছৰ সশ্ৰম নিৰ্ব্বাসন দণ্ড দিয়া হ'ল। তাই নিৰ্দ্দোষী আছিল।"

চৰকাৰী উকীলে নেক্‌লিউদভে মাচ্‌লভা নিৰ্দ্দোষী বুলি কোৱা উক্তিলৈ কোনো ভ্ৰূক্ষেপ নকৰি ক'লে, "অঁ বুজিলো। যদি তাইৰ দণ্ড কালিহে হৈছে, তেন্তে দণ্ডাদেশ 'ফাইনেল ফৰ্ম্ম'ত' নিলিখা পৰ্য্যন্ত প্ৰাথমিক বন্দী শিবিৰত তাই থাকিব লাগিব। এই শিবিৰত নিৰ্দ্দিষ্ট দিনতহে দেখাসাক্ষাৎ কৰিবলৈ দিয়া হয়। আপুনি সেই জেলত অনুসন্ধান লওক।"

"কিন্তু মই অতি শীঘ্ৰে তাইক দেখা কৰিব লাগে।" নেক্‌লিউদভে ক'লে। কথাষাৰ কৈ তেওঁ অনুভৱ কৰিলে যে তেওঁ এটা গুৰুত্বপূৰ্ণ মুহূৰ্ত্তৰ সমুখীন হৈছে, তেওঁৰ ওঁঠত কঁপনি উঠিল।

অলপ অধৈৰ্য্যভাৱে চেলাউৰি খিয় কৰি উকীলে ক'লে, "ইমান জৰুৰী প্ৰয়োজনৰ কাৰণেইবা কি?"

"কাৰণ হ'ল তাই নিৰ্দ্দোষী আছিল, অথচ তাই চাৰি বছৰৰ কাৰণে কঠোৰ নিৰ্ব্বাসন দণ্ড পালে আৰু এই দণ্ড পোৱাৰ কাৰণে দোষী হলোঁ মই।" নেক্‌লিউদভৰ মাতত কঁপনি উঠিল। তেওঁৰ ভাৱ হ'ল যে তেওঁ নকৰলগীয়া কথা কৈ পেলালে।

"কেনেকৈ আপুনি দোষী হ'ল?" চৰকাৰী উকীলে প্ৰশ্ন কৰিলে।

"কেনেকৈ মই দোষী হ'লোঁ? তাৰ কাৰণ। মই তাইৰ লগত অবৈধ সহবাস কৰিছিলোঁ। তাৰ ফলতেই তাইৰ এই দুৰ্দ্দশা ঘটিছে। মই এই ঘটনা নকৰা হ'লে, হয়তো তাইৰ এই অৱস্থা নহ'লহেঁতেন।"

"কিন্তু সেইবিলাক কথাৰ লগত আপুনি দেখাসাক্ষাৎ কৰাৰ সম্পৰ্ক মই একো দেখা নাই।"

"সম্পৰ্ক! মই তাইৰ অনুগামী হ'ব খোজোঁ আৰু......বিয়া কৰিব খোজোঁ।" ঠোকাঠুকি মাতেৰে নেক্‌লিউদভে ক'লে। তেওঁৰ নিজৰ অৱস্থা দেখি চকুৰ পচা দুধাৰি চকুলো বৈ গ'ল।

"সঁচা?" উকীলে ক'লে, "ই এটা অদ্ভুত কাণ্ড! মই জনাত আপুনি 'ক্ৰাচাৰ'

পার্ক' বাজপবিয়ালব নহয় জানো ?" এই অদ্ভুত কথা প্ৰকাশ কৰাৰ পূৰ্ব্বে পৰাই যেন তেওঁ নেকৃলিউডভ পৰিবাবক চিনি পাই এনে সুৰত উকীলে ক'লে।

"মোক ক্ষমা কৰিব। মই যি অনুৰোধ কৰিছোঁ, তাৰ লগত মোৰ পৰিয়ালৰ কোনো সম্পৰ্ক নাই।" অলপ খং মুৰা হৈ নেকৃলিউডভে ক'লে।

"নিশ্চয় সম্পৰ্ক নাই।" হাঁহিমাৰি উকিলে ক'লে। "কিন্তু আপুনি যি অভিপ্ৰায় প্ৰকাশ কৰিছে, ই অসাধাৰণ।"

"বাৰু যি হ'ক। মোক আপুনি অনুমতি দিব পাৰেনে নোৱাৰে ?"

"নিশ্চয় দিম। এতিয়াই মই সাক্ষাতৰ অনুমতি লিখি দিছোঁ। ক্ষন্তেক অপেক্ষা কৰক, বহক।"

উকীলে মেজখনৰ কাষলৈ গৈ আসন গ্ৰহণ কৰি লিখিবলৈ লাগিল, "আপুনি বহক।"

নেকৃলিউডভে তেতিয়াও থিয় হৈয়েই ৰ'ল।

অনুমতিৰ হুকুম লিখি চৰকাৰী উকীলে নেকৃলিউডভৰ হাতত দিলে আৰু আচৰিত হৈ তেওঁৰ ফালে চাই আছে।

"কিন্তু মই আৰু এবাৰ কব খোজোঁ যে আজিৰ গোচৰৰ শুনানীত মই পুনৰ যোগ দিব নোৱাৰিম।"

"আপুনি আদালতৰ আগত যুক্তিযুক্ত কাৰণ দৰ্শাব লাগিব। সেই কথা আপুনি নিজেই জানে।"

"মোৰ যুক্তি হৈছে যে যেনে ধৰণৰ বিচাৰ চলিছে, ই সম্পূৰ্ণ অনাৱশ্যক আৰু নীতিহীন।"

চৰকাৰী উকীলে ওঁঠৰ ভিতৰতে এটা হাঁহি'মাৰি 'হয়' বুলি ক'লে। তেওঁ যেন এনে মন্তব্য আগৰ পৰাই অৱগত আছে আৰু এনেকুৱা কথাই তেওঁক যেন আমোদহে দিয়ে।

"আপুনি কোৱা কথা সঁচা হ'ব পাৰে ; কিন্তু চৰকাৰী উকীল হিচাবে এনেকথা মই সমৰ্থন কৰিবলৈ অপৰাগ। সেই কথা আপুনি নিশ্চয় বুজি পায়। গতিকেই আপোনাক মই আদালতৰ ওচৰত দৰ্খাস্ত দিবলৈ কওঁ। আদালতে আপোনাৰ মন্তব্য বিচাৰ কৰিব, কিন্তু আপোনাৰ যুক্তি গ্ৰহণ নকৰিলে আপোনাৰ জৰিমনাও হ'ব পাৰে ; হয়। আপুনি আদালতলৈ দৰ্খাস্ত কৰক।"

"মই মোৰ মতামত ব্যক্ত কৰিছো। মই কোনো আদালতত দৰ্খাস্ত কৰিবলৈ নেযাওঁ," অলপ খংমুৱা হৈ নেকৃলিউডভে ক'লে।

"ভাল, তেন্তে নমস্কাৰ।" মুৰ দোঁৱাই উকীলে ক'লে। এনে অদ্ভুত ধৰণৰ আগন্তুকৰ সঙ্গ এবাৰ পৰিলেই ৰক্ষা! তেনেকুৱাই উকীলৰ ভাব।

নেক্‌লিউদভে প্ৰস্থান কৰিলে। এনেতে আদালতৰ সভ্য এজন উকীলৰ অফিচলৈ সোমাই আহিল। "এই মাত্ৰ ওলাই যোৱা মানুহজন কোন?" তেওঁ সুধিলে।

"নেক্‌লিউদভ্‌! 'ক্ৰাচান'স্পাৰ্ক' গাৰ্ঁৰ সভাথনত যে আচৰিত ধৰণৰ মন্তব্য কৰিছিল সেই নেক্‌লিউদভ। ভাবি চাওকচোঁন, তেওঁ জুৰিৰ এজন সভ্য। আচামী বিলাকৰ ভিতৰত কিবা বোলেনে এজনী ছোৱালী নে তিৰোতা আছিল। তাইৰ নিৰ্ব্বাসন দণ্ড হ'ল। সেই মানুহজনীৰ লগত বোলে তেওঁৰ অবৈধ সহবাস হৈছিল, আৰু এতিয়া তাইক বিবাহ কৰিবলৈ ইচ্ছুক।"

"আপুনিতো বোধ হয় সেই কথা কোৱা নাই।"

"তেওঁ নিজেই মোক কৈছে আৰু লগত এটা বিৰাট উত্তেজনা।"

"আজিকালি ডেকাবিলাকৰ গাত কিবা এটাই লম্ভিছে।"

"কিন্তু তেওঁতো ইমান কোমল বয়সীয়া নহয়।"

"নহয় হয়! কিন্তু ইভাচেঙ্ক'ই কেনেকৈ হায়ৰান কৰিছিল মনত আছে! সি কথা কৈ কৈ মানুহক ভাগৰ লগাই ৰণ জিতিছিল।"

"এনেকুৱা মানুহবোৰক বাধা নিদিলে শেষত বিপদ হোৱাৰ হে আশঙ্কা।"

## ছত্ৰিশ

চৰকাৰী উকীলৰ পৰা বিদায় লৈ, নেক্‌লিউদভে পোনে পোনেই প্ৰাথমিক বন্দী শিবিৰত উপস্থিত হ'ল। কিন্তু মাচ্‌লভা এই শিবিৰত নাই। ইন্সপেক্টৰজনে তেওঁক বুজাই ক'লে যে হয়তো পুৰণি, অস্থায়ী জেলত তাই থাকিব পাৰে। গতিকেই নেক্‌লিউদভে সেই জেললৈ যাত্ৰা কৰিলে। এই জেলখন ভালেমান দূৰ। তেওঁ প্ৰায় সন্ধিয়াহে সেই জেল পালেগৈ। এটা পুৰণি ডাঙৰ পকী ঘৰ। ঘৰটোৰ দৰজাৰ সন্মুখ পাওঁতেই প্ৰহৰী এজন তেওঁক ৰখলৈ ইঙ্গিত দি ঘণ্টা এটা বজাই দিয়াত জেলাৰজন ওলাই আহিল। নেক্‌লিউদভে লগত অনা অনুমতি পত্ৰখন দেখুৱালে; কিন্তু তেওঁ ইন্সপেক্টৰৰ বিনা হুকুমে সাক্ষাৎ কৰিবলৈ

দিব নোৱাৰো বুলি সমিধান দিলে। নেকৃলিউদভে পুনৰ ইন্সপেক্টৰক লগ ধৰিবলৈ গ'ল। ইন্সপেক্টৰৰ বঙলাৰ খটখটিত ভৰি দিওঁতেই, তেওঁ ভিতৰৰ পৰা অহা পিয়ান'ৰ সুৰ শুনিবলৈ পালে। তেনেতে চকুত বেণ্ডেইজ বন্ধা ছোৱালী এজনী ওলাই আহিল। নেকৃলিউদভে ইন্সপেক্টৰৰ খবৰ সোধাত ছোৱালীজনীয়ে 'নাই' বুলি সমাধান দিলে।

"কেওঁ এতিয়া ঘূৰি আহিবনে ?"

পিয়ানৰ সুৰ আকৌ বাজি উঠিল। জটিল ভঙা ভঙা সুৰ। সুৰৰ লহৰ যেন ক্ৰমাৎ বৃদ্ধি হৈছে।

"মই বাক সুধি আহোঁ," এই বুলি ছোৱালীজনী ভিতৰলৈ সোমাই গ'ল।

সুৰৰ মাত্ৰা যেন পঞ্চমতহে উঠিল আৰু পুনৰ বন্ধ হ'ল। তাৰ ঠাইত শুনা গ'ল এক নাৰীৰ কণ্ঠস্বৰ।

"কৈ দে, ঘৰত নাই বুলি। আজি ঘূৰি নাহে। মফছিললৈ গৈছে। এনে-দৰে মানুহবোৰে আহি কিয় দিগদাৰ দিয়ে।" ভিতৰৰ পৰা এগৰাকী নাৰীয়ে এইদৰে ক'লে। তাৰপিছত আকৌ অসংলগ্ন সুৰ,—পুনৰ সুৰ বাজে। চকী এখন পিছলৈ ঠেলা মাৰি দিয়া আৱাজ শুনা গ'ল। বুজিবলৈ বাকী নেথাকিল যে গানৰ সুৰ অভ্যাস কৰা নাৰী গৰাকীয়ে অসময়ত অহা ক্লান্ত আগন্তুকৰ প্ৰতি খঙত জ্বলি পকি উঠিছে।

"পাপা ঘৰত নাই।" এজনী ক্ষীণকায়া নিছলী ছোৱালীয়ে ওলাই আহি ক'লে। লগে লগে তাই বাহিৰৰ কোঠালৈ ওলাই আহিল।

ধুনীয়া সাজপাৰেৰে ডেকা এজনক দেখি তাই অলপ থমক খাই ৰ'ল আৰু ক'লে, "সোমাই আহক !........আপুনি কি বিচাৰিছে ?"

"মই এই জেলত থকা কয়দী ছোৱালী এজনীক দেখা কৰিব খোজোঁ।"

"কোনো ৰাজনৈতিক বন্দী ?"

"ৰাজনৈতিক বন্দী নহয়। চৰকাৰী উকীলে মোক অনুমতি দিয়া আছে।"

"মই এইবোৰ একো ক'ব নোৱাৰোঁ। পাপা ঘৰত নাই। বাৰু আহক ! বহক !" ছোৱালীজনীয়ে পুনৰ ক'লে।

"নতু আপুনি এছিষ্টেণ্টজনক কওক। তেখেত অফিচতে আছে। আপুনি তেখেতৰ ওচৰতে দৰ্খাষ্ট দিয়ক। আপোনাৰ নাম জানিব পাৰোনে ?"

ছোৱালীজনীৰ প্ৰশ্নৰ উত্তৰ নিদি নেকৃলিউদভে "ধন্যবাদ" বুলি কৈ ওলাই আহিল। কম্পাউণ্ডৰ ভিতৰতে নেকৃলিউদভে গোঁফাল মানুহ এজনক লগ পাই এছিষ্টেণ্ট ইন্‌সপেক্টৰৰ কথা সুধিলে। আচলতে সেই মানুহজনেই এছিষ্টেণ্ট

ইন্‌সপেক্টৰ। তেওঁ অনুমতি পত্ৰখন খুব মনোযোগেৰে চালে। কিন্তু শেষত ক'লে যে কেৱল পাছ এখন দেখুৱালেই এই প্ৰাথমিক বন্দী শিবিৰত সাক্ষাত পাব নোৱাৰে। তাৰোপৰি আজি অত্যন্ত দেৰি হৈ গৈছে।

"অনুগ্ৰহ কৰি আপুনি কালিলৈ আহক। কালিলৈ দহ বজাত আহক। সেই সময়ত সকলোৱে দেখা-সাক্ষাৎ কৰে। তেতিয়া ইন্‌সপেক্টৰ নিজেও উপস্থিত থাকিব। তেতিয়া হয়তো কমনকমত, আৰু যদি ইন্‌সপেক্টৰ মঞ্জুৰ কৰে, অফিচত সাক্ষাৎ কৰিব পাৰিব।"

সেইদিনা আৰু সাক্ষাতৰ সুবিধা নেক্লিউদভে কোনো ৰকম কৰিব নোৱাৰিলে। তেওঁ ঘৰলৈ ঘূৰি গ'ল, মাচ্‌লভাৰ লগত দেখা কৰা কথাই, তেওঁৰ মনত যথেষ্ট উত্তেজনা সৃষ্টি কৰিছিল। বাটে বাটে গৈ থাকোঁতে কাছাৰীৰ কথা তেওঁ পাহৰি পেলালে। একমাত্ৰ মনত খুন্দিয়াই আছিল, চৰকাৰী উকিল আৰু এছিষ্টেণ্ট্‌ ইন্‌সপেক্টৰ জনৰ লগত হোৱা তেওঁৰ কথা বতৰাবোৰ।

আজিৰ দিনটোৰ ঘটনাবোৰে তেওঁৰ মনত যথেষ্ট উত্তেজনা সৃষ্টি কৰিছিল। ঘৰলৈ অহাৰ পিছতো এই উত্তেজনা শাম কটা নাছিল। আহিয়েই তেওঁ ডায়েৰীখন খুলি ল'লে। বহুদিন তেওঁ ডায়েৰী লেখা নাছিল। ডায়েৰীখনৰ কেই ফাঁকিমান কথা পঢ়ি, তাৰপিছত তেওঁ এইথিনি কথা ডায়েৰীত লিখি থ'লে :

"দুবছৰ কাল মই ডায়েৰীত কোনো কথা লিখা নাই। ভাবিছিলো এনেকুৱা বাল্য সুলভ কাম আৰু একো নকৰোঁ। কিন্তু আচলতে ই ল'ৰাধেমালি নহয়। ই হ'ল মোৰ আত্মা আৰু মানুহৰ প্ৰত্যেকৰে অন্তৰত থকা স্বৰ্গীয় আত্মাৰ লগত যোগসূত্ৰৰ প্ৰতিষ্ঠা। দুবছৰ কাল মোৰ আত্মা আছিল সুপ্ত আৰু মই আছিলোঁ নিঃসঙ্গ। এপ্ৰিলমাহৰ ২৮ তাৰিখে মই কাছাৰীত জুৰৰ থাকোঁতে এটা আচৰিত ঘটনাই মোক জগাই তুলিলে। কাটুৎচাক মই আচামীৰ কাঠ গঁড়ালত দেখিবলৈ পালোঁ। এই ছোৱালীজনীৰ লগত এদিন মই অবৈধ সহবাস কৰিছিলোঁ। আনহাতে মোৰ দোষতেই এটা অদ্ভুত ভুলৰ কাৰণে তাইৰ কঠোৰ নিৰ্ব্বাসন দণ্ড হ'ল। মই চৰকাৰী উকীল আৰু জেলৰ পৰা ঘূৰি আহিছোঁ। আজি জেলত সাক্ষাৎ কৰিব নোৱাৰিলোঁ। মই প্ৰতিজ্ঞা কৰিছোঁ যে জেলত তাইক সাক্ষাৎ কৰিবৰ কাৰণে সৰ্ব্বপ্ৰকাৰ চেষ্টা কৰিম। তাইৰ ওচৰত সকলো দোষ স্বীকাৰ কৰিম। এই পাপৰ পৰা মুক্তিৰ কাৰণে যদি দৰকাৰ হয় মই তাইক পত্নী হিচাপে গ্ৰহণ কৰিম। হে প্ৰভো। তুমি মোৰ সহায় হোৱা। মোৰ আত্মাই শান্তি পাওক আৰু আনন্দেৰে অন্তৰ ভৰি পৰক।"

## সাতত্ৰিশ

সেইদিনা বাতি জ্বালেমান পৰলৈকে মাচ্‌লভাৰ টোপনি অহা নাছিল। তাই চকুকিটা মেলি দৰজাৰ ফালে চাই আছিল। পাহৰীৰ জীয়েকে দৰজাৰ ওচৰতে খোজ চলাই আছিল। বহু চিন্তাই সেইদিনা তাইৰ মনলৈ আহিল।

তাইৰ ভাব হ'ল যে চাখালিনত কোনো কয়দিৰ লগত তাই বিয়া নোসোমায়, কোনো ছল চাতুৰীয়ে তাইক এই কাম কৰাব নোৱাৰে, জেলৰ কোনো বিষয়া, কেৰেণী, বাৰ্ডাৰ বা বাৰ্ডাৰৰ কোনো সহকাৰীৰ লগত কিবা এটা সা-সুবিধা কৰি ল'ব, "তেওঁলোক নিশ্চয় এই পথৰেই পথিক। একমাত্ৰ কথা হ'ল মই শুকাই ক্ষীণাই যোৱা উচিত নহয়, সেয়ে হলেই মোৰ সৰ্ব্বনাশ।"

তাইৰ মনত পৰিল তাইৰ উকীলজনে কেনেকৈ তাইলৈ দৃষ্টি দিছিল, আৰু সেইদৰে বিচাৰক মণ্ডলীৰ সভাপতি, তাই ল'গপোৱা মানুহবোৰ, আৰু কাছাৰীলৈ অহা প্ৰায় মানুহেই তাইলৈ চকু দিছিল। তাইৰ বন্ধু বাৰ্থাই জেলত তাইক দেখা কৰি যিজন ছাত্ৰৰ কথা কৈছিল সেই ছাত্ৰজনৰ কথাও তাইৰ মনত পৰিল। মেডাম্‌ কিটেইভাৰ বেশ্যা প্ৰতিষ্ঠানত থাকোঁতে এই ছাত্ৰজনক তাই বৰ ভাল পাইছিল। ছাত্ৰজনেও তাইৰ দুৰ্ভাগ্যৰ কথা শুনি অতিশয় দুঃখ প্ৰকাশ কৰিছিল। ৰঙা চুলিৰ মানুহ জনীৰ লগত হোৱা যুঁজখনৰ কথাও তাইৰ মনত পৰিল, তাইৰ প্ৰতি মাচ্‌লভাৰ পুতৌ হয়। কটিৱালাটোৰ কথাও মনলৈ আহিল। সি তাইক কটি এটা বেছিকৈ দিছিল। এইদৰে বহু কথাই তাইৰ মনত পৰিল। কিন্তু নেক্‌লিউদভৰ কথা ঘূণাক্ষৰেও মনত পৰা নাই। তাই নিজৰ বাল্যকালৰ আৰু যৌৱনৰ কথাবোৰ পাহৰি পেলাইছিল। সেই অতীতৰ ঘটনা তাইৰ কাৰণে অতি বেদনাদায়ক। তাইৰ মনৰ কোনোবা নিভৃত কোণত সেই স্মৃতি এতিয়াও সুপ্তপ্ৰায়। নেক্‌লিউদভৰ সমস্ত স্মৃতি তাইৰ মনৰ পৰা লুপ্ত হৈছে; আনকি সপোনতো সেই স্মৃতিয়ে কোনোদিন ঠাই পোৱা নাই। আজি আদালতত এই নেক্‌লিউদভক তাই চিনি পোৱা নাছিল। তাই যেতিয়া শেষবাৰ নেক্‌লিউদভক দেখিছিল, তেতিয়া তেওঁ আছিল চেঙেলীয়া ডেকা। দাঢ়ি গোঁফ ঠুটিয়াইছিল মাথোন। চুলিবিলাক ডাঠ, চুটি, ক'লা আৰু শুৱলা আছিল। কিন্তু বৰ্ত্তমান তেওঁৰ চেহেৰাৰ সম্পূৰ্ণ পৰিবৰ্ত্তন হৈছে। তেওঁৰ

বয়স বৃদ্ধি হৈছে। দাঁৰি গোঁফ ভোৰোকাৰ। কিন্তু চেহেৰাত এই পৰিবৰ্ত্তনৰ কাৰণে তাই তেওঁক চিনি নোপোৱা নহয়। আচলতে তাই তেওঁৰ স্মৃতি মনৰ পৰা মচি পেলাইছিল। সেই অন্ধকাৰ ৰাতিতেই তাইৰ মনৰ পৰা নেক্‌লিউদভৰ চিন্‌চাব নাইকিয়া হৈছিল, যিদিনা তেওঁ সামৰিক বাহিনীৰ পৰা ঘূৰি আহি মাহীয়েকহঁতৰ ঘৰত নানামি, পোনে পোনে ৰেলেদি ঘৰলৈ গুছি গৈছিল।

সেই সময়ত কাটুৎচাই ভালকৈ জানিছিল যে তাই গৰ্ভৱতী। তাই পেটে পেটে আশা ৰাখিছিল যে নেক্‌লিউদভ আকৌ এদিন ঘূৰি আহিব। গতিকেই তাইৰ গৰ্ভত থকা শিশু যে ভবিষ্যতৰ অন্তৰায় এই ভাব তাইৰ কোনোদিনেই অহা নাছিল। কেতিয়াবা তাই নিজৰ পেট স্পৰ্শ কৰি এই গৰ্ভস্থ শিশুৰ অঙ্গ চালনা অনুভৱ কৰিছিল, তেতিয়া তাই নিজে নিজে আচৰিত হয়। কিন্তু সেইদিনা ৰাতি তাইৰ সমস্ত কল্পনা ধূলিসাৎ হৈ গ'ল, তাইৰ আকাশ ভাগি মূৰত পৰিল। সেইদিনা তাইৰ গৰ্ভস্থ শিশু তাইৰ ভবিষ্যতৰ কণ্টক হৈ উঠিল।

নেক্‌লিউদভৰ মাহীয়েকহঁতেও তেওঁ আহিব বুলিয়েই আশা কৰি আছিল। তেওঁলোকে ভাগিনীয়েকক নিমন্ত্ৰণো দিছিল, কিন্তু তেওঁ তাঁৰবাৰ্ত্তা দি আহিব নোৱাৰে বুলি জনাই দিলে; কাৰণ পিটাৰ্চবুৰ্গত কেনোবা এজনক তেওঁ দেখা কৰিবৰ কাৰণে সময় বন্ধা আছিল। কাটুৎচাই এইকথা গম পাই ৰাতি দুই বজাৰ ট্ৰেইনখনতে তেওঁক লগ ধৰিবলৈ মনে মনে ভাবিলে। তাই বৃদ্ধা নাৰী দুগৰাকীক শয্যা গ্ৰহণ কৰিবলৈ সাহায্য কৰি, ৰাতি ষ্টেচনলৈ যাবলৈ ওলাল, লগত ল'লে ৰান্ধনি এজনৰ সৰু জীয়েক মাফকাক।

অন্ধকাৰ ৰাতি। পিন্‌পিনীয়া বৰষুণ। ঠাণ্ডা বতাহ। মাজে মাজে হুৰহুৰকৈ জাকে জাকে বৰষুণ আহে, আকৌ বন্ধ হয়। এই ঘোৰ অন্ধকাৰ ৰাতি বাট-পথ চিনিপোৱা টান হৈ পৰিল। তাই ৰেল ষ্টেচনলৈ যোৱা ৰাস্তা চিনি পাইছিল যদিও এটুকুৰা হাবি পাৰ হওঁতে বাট হেৰুৱাই পেলালে। সেই সৰু ৰেল ষ্টেচনটোত গাড়ী তিনি মিনিট মানহে থামে। সময়ৰ আগতেই তাই ষ্টেচন পামগৈ বুলি আশা কৰিছিল; কিন্তু বাট-পথ হেৰুৱাই, শেষত দ্বিতীয় ৰেল দিওঁতহে ষ্টেচন পালেগৈ। দৌৰাদৌৰিকৈ গৈ প্ৰথম শ্ৰেণীৰ গাড়ী এখনৰ খিৰিকীৰ কাষত তাই নেক্‌লিউদভক দেখা পালে। গাড়ীখনৰ ভিতৰত বিজুলিৰ পোহৰ জ্বলি আছিল। ভেলভেট্‌ কভাৰ লগোৱা কুচনৰ আসনত তেওঁৰ বিপৰীত কালে দুজন অফিচাৰে মুখামুখিকৈ বহি তাঁচ খেলাত

ব্যস্ত। নেকৃলিউদভৰ গাত বগা কামিজ আৰু গাত লাগি থকা পেণ্ট্. এটা পিন্ধি বেঞ্চৰ হেণ্ডেলত বহি কিবা এটা কথাত হাঁহি আছিল। তেওঁক চিনি পোৱাৰ লগে লগে কাটুংচাই গাড়ীখনৰ খিৰিকীত, ঠাণ্ডাত ঠেৰেঙা লগা হাতেৰেই টোকা দিলে। কিন্তু ইফালে বেল এবাৰ শেষ ঘণ্টা পৰিল। বেলখন পিছলৈ হেঁাহোকা মাৰি পুনৰ ডবাবোৰ এটা এটাকৈ আগবাঢ়িবলৈ ধৰিলে। হাতত তাঁচপাত লৈ, অফিচাৰ এজনে বাহিৰলৈ লক্ষ্য কৰিলে। তাই পুনৰ খিৰিকীখন হাতেৰে খুন্দা দিলে হয়, কিন্তু গাড়ীখন ক্ৰমে তীব্ৰ গতিত আগবাঢ়িল আৰু তায়ো গাড়ীখনৰ ভিতৰলৈ চাই চাই, গাড়ীৰ লগে লগে গৈ আছে। অফিচাৰ জনে খিৰিকীখন তললৈ নমাবলৈ যত্ন কৰি আছে কিন্তু নমাব পৰা নাই। নেকৃলিউদভে তেওঁক ঠেলামাৰি নিজেই খিৰিকীখন নমাবলৈ ধৰিলে। গাড়ীখনৰ বেগ ক্ৰমে বাঢ়ি আহিল আৰু কাটুংচাইও গাড়ীৰ লগে লগে বেগ দিবলৈ ধৰিলে। তাৰপিছত গাড়ীৰ বেগ তীব্ৰ হৈ পৰিল আৰু খিৰিকীখনো তললৈ নামি পৰিল। এনেতে গাৰ্ড আহি তাইক ঠেলা মাৰি আঁতৰাই দি, তেওঁ নিজে জাপ মাৰি গাড়ীত উঠি পৰিল। কাটুংচাই নিয়ৰত সেমেকা প্লেটফৰ্ম্ম'ৰ ওপৰেদি দৌৰ দিলে। প্লেটফৰ্ম্ম'ৰ মূৰ পাওঁতে কথমপিহে হামখুৰি খাই নপৰাকৈ থাকিল, কিয়নো খটখটিৰ ওপৰেদি তাই কোবেৰে নামি গৈছিল। ইতিমধ্যেই প্ৰথম শ্ৰেণীৰ গাড়ীবোৰ পাৰহৈ গ'ল। তথাপি বেলখনৰ কাষে কাষে তাই দৌৰি আছে। তাৰপিছত দ্বিতীয় শ্ৰেণীৰ আৰু তৃতীয় শ্ৰেণীৰ গাঁড়ীবোৰ তীব্ৰ বেগে পাৰহৈ গ'ল। অন্তত পিছফালে লেম্প এটা জলাই থোৱা গাড়ীখনো পাৰ হ'ল। ইতিমধ্যে তাই ইঞ্জিনে পানী লোৱা পুখুৰীটোৰ ওচৰ পাইছিল। খোলা ঠাই, বতাহে কোঁকোঁৱাই আছিল। তাতে অতিমাত্ৰাই ঠাণ্ডা। কাটুংচাৰ গাৰ শালখন বতাহে উৰুৱাই নিলে আৰু পিন্ধি থকা স্কাৰ্টটো নিয়ৰত তিতি ভৰিত লাগি লাগি ধৰিলে। তথাপি তাই দৌৰি আছে, শালখন মূৰৰ ওপৰত উৰি গৈছে।

"কেটেৰীনা মিখেলিৱনা! তোমাৰ শালখন উৰি গ'ল।" তাইৰ লগত অহা আৰু পিছে পিছে দৌৰি যোৱা সৰু ছোৱালীটিয়ে ক'লে।

কাটুংচাই ঘূৰি চাই দুই হাতেৰে শালখন ধৰি কেঁকুৰিবলৈ ধৰিলে আৰু চিঞঁৰ মাৰি কলে, "নাই—গ'-ল।"

"তেওঁ বহি গৈছে হঁাহি তামাচা কৰি আৰামী চকীত আৰু মদখাই আমোদ কৰিছে বিজুলিৰ চাকিৰে আলোকিত বেলৰ কুঠৰীত। আৰু মই—এই ঘোৰ

অন্ধকাৰত ৰতাহ ৰৰষুণত, বোকাই পানীয়ে তিতি বুৰি মৰিছেঁা, হিয়াধুনি কান্দিছো।" তাই নিজে নিজে ভাবিলে। তাই মাটিত লেপেত মাৰি বহি, এনেদৰে কেকুৰি কেকুৰি কান্দিবলৈ ধৰিলে যে লগৰ সহচৰী সক ছোৱালীজনীয়ে ভয় খাই উঠিল। ছোৱালীজনীয়ে কাটুংচাৰ তিতা গাটো ছুই হাতেৰে সাৱতি ধৰি ক'লে, "ব'লা, বলা, ঘৰলৈ ঘুৰি যাওঁ ব'লা।"

ছোৱালীজনীৰ কথালৈ কাণ নিদি কাটুংচাই মনে মনে ভাবিলে, "চলন্ত ৰেল গাড়ীৰ চকাৰ তলত পৰি দিলেই সকলো শেষ হ'ব।"

তাই তাকে কৰাটো থাতাং কৰিলে। একোটা তীব্ৰ উত্তেজনাত মানুহৰ চিন্তা এনেকুৱাই হয়। এনেতে তাইৰ গৰ্ভত থকা নেকৃলিউদভৰ প্ৰতিনিধি সন্তানটিয়ে যেন কঁপি উঠিল। সি যেন খুব আলফুলকৈ তাইৰ পেটত খুন্দিয়াইছে। সি যেন পেটৰ ভিতৰতে ঘুৰিব খোঁজে। নেকৃলিউদভৰ ওপৰত ক্ৰোধ আৰু বিতৃষ্ণাত তাই জীৱন শেষ কৰি দিম বুলি যিদৰে ভাবিছিল, ক্ৰমে সেই খং শাম কাটি আহিল। আত্মহত্যা কৰি, তেওঁৰ ওপৰত প্ৰতিশোধ লোৱাৰ ভাবো কমি আহিল। তাই কিছুপৰ নীৰৱে থাকি, শালথন মূৰত লৈ ঘৰমুৱা হ'ল।

তিতিবুৰি, জাৰত সেন্সেটা লাগি কঁপি কঁপি ক্লান্তহৈ তাই ঘৰলৈ ঘুৰিল। সেইদিনৰ পৰাই কাটুংচাৰ মনত এটা সম্পূৰ্ণ পৰিবৰ্ত্তন ঘটিল। তাইৰ অন্তৰাত্মা যেন বিপৰীতমুখী হৈ পৰিল। সেই ভয়াবহ ৰজনীৰ পৰা, মানুহৰ সততাৰ ওপৰত তাই বিশ্বাস হেৰুৱাই পেলালে। সততাৰ ওপৰত তাইৰ নিজৰ বিশ্বাস আছিল, আৰু ভাবিছিল যে আনেও তাইৰ দৰে সততা আৰু সুবিচাৰত বিশ্বাস কৰে, কিন্তু সেই ৰাতিৰ পৰা তাইৰ দৃঢ় বিশ্বাস জন্মিল যে সততা, সাধুতা সুবিচাৰ বা ন্যায়, এইবিলাক কথাত কাৰো আস্থা নাই। ভগবান, তেওঁৰ আইন ইত্যাদি যিবিলাক কথা কোৱা হয়, এই সকলো বিলাক প্ৰৱঞ্চনাৰ বাহিৰে একো নহয়, আৰু ই সম্পূৰ্ণ মিছা প্ৰতাৰণা। তেওঁক তাই ভাল পাইছিল। তেওঁক তাইক প্ৰেম নিবেদন কৰিছিল। হয়, সেইকথা তাই ভালকৈ জানিছিল। কিন্তু তেওঁ সেই কামলিপ্সা চৰিতাৰ্থ কৰাৰ পিছত তাইক পথৰ ভিক্ষাৰিণী কৰি দলিয়াই পেলাইছে। তাইৰ প্ৰেমত পদাঘাত কৰিছে। কিন্তু তাই যিমানদূৰ জানিছিল, বুজিছিল, মানুহৰ ভিতৰত তেওঁক সৎ লোক বুলিয়েই তাই ধাৰণা কৰিছিল। বাকী মানুহবোৰ তেওঁতকৈ অনেক গুণে মাময়াচ। ইয়াৰ পিছত তাইৰ জীৱনত পদে পদে যি ঘটিছে, সেই ঘটনাই তাই জৰা কথাকে প্ৰমাণ কৰিছে যে মানুহৰ ভিতৰত সততা নাই। মানুহ

বাহিৰত এটা আৰু ভিতৰত এটা। তেওঁৰ মাহী মুগবাকী বাৰু তাই সাধ্বী বুলি ভাবিছিল তেওঁলোকে তাইক ঘৰৰ পৰা বাহিৰ কৰি দিছে। তাৰ কাৰণ কি ? আগতে তেওঁলোকক তাই যি দৰে সেৱা সৎকাৰ কৰিছিল, পিছত তাই সেইদৰে কৰিব নোৱাৰা হৈছিল। এয়েতো, তাই যিবিলাক তিৰোতা মানুহ লগ পাইছে, সিহঁতে তাইক দি ধন ঘটিব খোজে আৰু যিবিলাক পুৰুষ লগ পাইছে, সিহঁতে বৃদ্ধ পুলিচ বিষয়াকে আৰম্ভ কৰি জেল ৱাৰ্ডাৰ পৰ্যন্ত, সকলোৱেই তাইক ভোগৰ সামগ্ৰী বুলিয়েই ভাৱে আৰু বিবেচনা কৰে ; কোনেও তাইক মানুহ জ্ঞান নকৰে। কোনেও তাইক স্নেহৰ চকুৰে নেচায়। তাইৰ এই বিশ্বাসত সহায় কৰিছিল সেই বৃদ্ধ কবিজনে। তাই স্বাধীনভাৱে জীৱন যাপন কৰা দ্বিতীয় বৃহৰত লগ পাইছিল এই কবিজনক। কবিয়ে খোলা খুলিকৈ কৈছিল যে এনেকুৱা জীৱনেই প্ৰকৃত সুখ আনে আৰু এনে জীৱন কবিতাময় আৰু সৌন্দৰ্য্যময় বুলি তেওঁ বৰ্ণনা কৰিছিল।

প্ৰত্যেক মানুহেই নিজৰ চিন্তাত মগ্ন, আৰু নিজৰ সুখ বিলাসত মতলীয়া। ঈশ্বৰ, ভগবান, সততা এইবিলাক প্ৰতাৰণা। তাইৰ মনত আকৌ সন্দেহ হয়। তাই নিজে নিজে আচৰিত হয়। সংসাৰখন কিয় এনেদৰে সৃষ্টি হৈছে ! কিয় মানুহে পৰস্পৰক আঘাত কৰে, আৰু অন্তত সকলোৱেই দুঃখ পায় ! তাই আকৌ ভাবে এইবোৰ কথা চিন্তা নকৰাই ভাল। তাইৰ যদি মন বেয়া লাগে, হয় চিগাৰেট খাব, নহয় সুৰাপান কৰিব। তাতকৈ যদি আৰু কিবা প্ৰয়োজন হয়, কোনো পুৰুষৰ লগত আকৌ প্ৰেমৰ লীলা খেলা কৰিব। এইদৰে—এইদৰেই জীৱন গৈ থাকিব।

## আঁঠত্ৰিশ

ৰবিবাৰ পুৱা পাঁচটা বজা। মহিলা বন্দী শিবিৰৰ কৰিদ'ৰত ছইচেল বাজি উঠিল, কাৰাব্লিবভাই ইতিমধ্যেই সাৰ পাইছিল। তাই মাচ্লভাক জগাই দিলে।

ৱাৰ্ডটোৰ ভিতৰত পুৱাবেলা অত্যন্ত দুৰ্গন্ধ উঠে। এই দুষিত বায়ু আহি মাচ্লভাৰ নাকত লাগিল, উশাহ এটা টানি নিজে নিজে ভাবিলে, হায় ! মই এতিয়াহে কয়দি হ'লো। পাহৰণিত ডুব গৈ থাকিবৰ কাৰণে তাই আকৌ শুব খুজিছিল। কিন্তু শুব নোৱাৰিলে। ভয়ত তাইৰ টোপনি নাহিল। তাই ভবি-

কিটা কোঁচাই উঠি বহিল আৰু চকু মেলি ইফালে সিফালে চালে। আটাইবিলাক নাৰী বন্দিনীয়েই সাৰ পাই উঠিছে, কেৱল কেইটামান ল'ৰা-ছোৱালী তেতিয়াও নিদ্ৰাগত। চুলাই মদ বিক্ৰীৰ অপৰাধত কাৰাদণ্ড পোৱা মানুহজনীয়ে ল'ৰা-ছোৱালী হালৰ গাত কাপোৰ এখন জাপি দিছে যাতে সিহঁতে সাৰ নেপায়। নতুনকৈ সংগ্ৰহ কৰা চিপাহী জনক মুক্ত কৰি দিয়াৰ অভিযোগত অভিযুক্ত মানুহজনীয়ে কেচুৱাক মেৰাইদিয়া ফটাকাণিবোৰ বদত দিছে আৰু তাইৰ কেচুৱাটোৱে নীলনয়না ফিড'ছিয়াৰ কোলাত কান্দোনৰ আৰাও তুলিছে। ফিড়'ছিয়াই পাৰ্য্যমানে কোমল মাতেৰে কেচুৱাটোক নিচুকনি দিছে হয়, কিন্তু তাৰ কান্দোন বন্ধ হোৱা নাই। ক্ষয়ৰোগত ভুগী থকা মানুহজনী কাহত জৰ্জ্জৰিত। তাই বুকুত হাতখন দি হেঁচামাৰি ধৰিছে ; কিন্তু কাহ বন্ধ হোৱা নাই। কাহৰ মাজতে সকাহ পালেই তাই অ-হ-হ বুলি চিঞৰ একোটা মাৰে। তেজ উভটি তাইৰ মুখখন ৰঙা হৈ পৰিছে। ঢোল যেন শকত ৰঙাচুলিৰ মানুহজনীয়ে বিছনাত আঁঠুকিটা জপাই সপোনত দেখা গল্পৰ পোহাৰ মেলিছে। অগ্নিসংযোগৰ অপৰাধিনী মানুহজনীয়ে ইকনৰ ওচৰত প্ৰাৰ্থনা ৰত। পাদুৰীৰ জীয়েকে টোপনিৰ পৰা উঠি বিছনাতে বহি ঠৰ লাগি সমুখৰ ফালে চাই আছে। খৰাচভ্‌কাই চুলি কোচা মেলি আঙুলীৰে জঁট ভঙাত ব্যস্ত।

এনেতে কৰিদ'ৰত খোজৰ শব্দ শুনা গ'ল। গাত জেকেট আৰু আঁঠুৰ ওপৰলৈ ঠেঙা পিন্ধা দুজন কয়দি দৰজা খুলি ৱাৰ্ডৰ ভিতৰলৈ সোমাই আহিল। সিহঁতে নাক কোঁচাই দুৰ্গন্ধ ওলোৱা চৰিয়াটো বাহিৰলৈ লৈ আহিল। নাৰী কয়দিবিলাকে হাত মুখ ধুবলৈ কৰিদ'ৰত থকা পানী কললৈ ওলাই গ'ল। ৰঙাচুলিৰ মানুহজনীৰ অন্য এটা কোঠাত থকা মানুহ এজনীৰ লগত কাজিয়া লাগিল। তাৰপিছত পৰস্পৰৰ দোষাৰোপ, অভিযোগ আৰু চিঞৰ বাখৰ।

ৰঙাচুলিৰ মানুহজনীৰ খালি পিঠিত চকা এটা মাৰি বৃদ্ধ জেলাৰজনে ক'লে, "তোক নিৰ্জ্জন কোঠাত ভৰাই থ'ব লাগে নহয়? চুপ থাক্।"

পিঠিত চকা মাৰি তাইক যেন মৰম হে কৰিছে, এনে ভাবত মানুহজনীয়ে ক'লে "বুঢ়াটোৰ কি যে খেমালি!"

"বাৰু প্ৰাৰ্থনাৰ সময় হল। খৰ কৰা।"

মাচ্‌লভাই সাজপাৰ পিন্ধি, তাইৰ চুলিকোচা সজাওঁতেই, ইন্‌সপেক্টৰ আৰু তেওঁৰ সহকাৰীজন আহি উপস্থিত হল।

"পৰিদৰ্শনৰ কাৰণে সকলো ওলাই আহাঁ।" জেলাৰে হুকুম দিলে।

আটাইবিলাক কয়দি ৱাৰ্ডৰ পৰা ওলাই আহি বাৰাণ্ডাত সাৰি পাতিলে। পিছৰজনীয়ে আগৰজনীৰ কান্ধত হাত থৈ থিয় হৈ লাইন পাতিছে। আটাই-বিলাক নাৰী বন্দিনীৰ পংক্তি হৈ গ'ল।

পৰিদৰ্শনৰ পিছত ৱাৰ্ডাৰনীয়ে আটাইবিলাক নাৰী কয়দিক প্ৰাৰ্থনাৰ কাৰণে গিৰ্জালৈ লৈ গ'ল। জেলৰ বেলেগ বেলেগ ৱাৰ্ডৰ পৰা অহা ১০৯ জনী নাৰী কয়দিয়ে লাইন পাতি গিৰ্জালৈ যাত্ৰা কৰিলে। মাচ্‌লভা আৰু ফিড'ছিয়া লাইনৰ মাজত। আটাইবিলাকৰ সাজপাৰ হ'ল ধবল স্কাৰ্ট, জেকেট আৰু মূৰত বগা কমাল। কেৱল কেইজনীমান মানুহৰ গাতহে অন্য ৰঙৰ সাজপাৰ আছিল। এই কিজনী মানুহ হ'ল চাইবেৰিয়ালৈ নিৰ্ব্বাসিত হোৱা কয়দিৰ স্ত্ৰী; স্বামীৰ লগত সিহঁতো ল'ৰা-ছোৱালী লৈ চাইবেৰিয়ালৈ যাবলৈ ওলাই আহিছে। সমদল হৈ যোৱা বন্দিনী বিলাকৰ আগত, মাচ্‌লভাই তাইৰ শক্ত বচ্‌কভাক দেখা পাই, ফিড'ছিয়াক তাইৰ খঙাল মুখখন আঙুলিয়াই দেখুৱালে। খটখটিৰ পৰা নাৰী কয়দি বিলাক নামি গ'ল। সিহঁতে কথাবতৰা বন্ধ কৰি, গিৰ্জাৰ ভিতৰলৈ সোমাই গৈ সোঁও ফালে থিয় হৈ ৰল।

তিৰোতা বিলাকৰ পিছত আহিল পুৰুষ কয়দি বিলাক। সিহঁতৰ ভিতৰত বহুতেই নিৰ্ব্বাসন প্ৰাপ্ত বন্দী। কিছুমানে দ্বীপান্তৰৰ হুকুম পাইছে। কিছুমানে এই জেলতেই কাৰাদণ্ড ভোগ কৰিছে। কিছুমানক সিহঁতৰ সমাজে বহিষ্কাৰ কৰি নিৰ্ব্বাসনলৈ পঠাইছে। সিহঁতে গিৰ্জাৰ হলটোৰ বাওঁফালে দণ্ডায়মান। চাইবেৰিয়ালৈ নিৰ্ব্বাসিত কিছুমান বন্দী ইতিমধ্যেই গিৰ্জাৰ ভিতৰত উপস্থিত হৈছিল। সিহঁতৰ মূৰৰ চুলি বিলাক এফাল খুৰোৱা আৰু ভৰিত জিঞ্জিৰী লগোৱা। ইহঁতে গেলেৰীৰ একাষে থিয় হৈ আছে আৰু বিপৰীত ফালে আন এদল সদ্য-দণ্ডপ্ৰাপ্ত বন্দী।

জেলৰ ভিতৰত এই গিৰ্জাটো এজন সদাগৰে বহু হাজাৰ টকা খৰচ কৰি পুনৰ্নিৰ্ম্মাণ কৰি দিছিল। বহু কাৰুকাৰ্য খচিত সোণৰঙৰে জেউতি চৰা এই গিৰ্জা।

কিছুপৰ গিৰ্জাৰ ভিতৰত সকলোৱেই নিতালমাৰি আছিল। কেৱল মাজে মাজে একোটা কাহ, নাকৰ আৱাজ, কেচুৱাৰ কান্দোনৰ বাহিৰে কোনো সাৰশুৰ নাই; কিন্তু বন্দীবিলাকৰ জিঞ্জিৰীৰ আৱাজ কেতিয়াবা শুনা যায়। শেষত মাজত থিয় হৈ থকা কয়দি বিলাকে, এটা সৰু বাট উলিয়াই দিলে, সেই বাটেদিয়েই জেল ইন্‌চপেক্টৰ একেবাৰে সমুখত থিয় হ'বৰ কাৰণে—বীৰবেশে আগবাঢ়ি গ'ল।

## ঊনচল্লিশ

প্ৰাৰ্থনা আৰম্ভ হ'ল। প্ৰাৰ্থনাৰ কামখিনি এনেদৰে সমাধা হৈছিল। পাদুৰীজনে স্বৰ্ণখচিত এটা হলো চোলা পিন্ধি লৈছিল। পোষাকটো অদ্ভুত আৰু কিম্ভূতকিমাকাৰ। তেওঁ কাঁহি এখনত কটি এটা কাটি টুকুৰাটুকুৰ কৰি লৈছিল। তাৰপিছত সুৰাপূৰ্ণ কাপ এটাত কটিৰ টুকুৰা বিলাক ভৰাই দিলে। লগে লগে কিছুমান মন্ত্ৰও পাঠ কৰিলে। ইতিমধ্যে সহকাৰী পাদুৰীজনে শ্লাভ ভাষাত কিছুমান স্তোত্ৰ পাঠ কৰিলে। স্তোত্ৰবিলাকৰ কোনো অৰ্থ বোধগম্য নহয়। তাতে তেওঁ খুব খৰকৈ পাঠ কৰাত, একেবাৰে বুজিব নোৱাৰা হৈছিল। তাৰ-পিছত বন্দী বিলাকেৰে সৈতে ঐক্যতানত গাই শুনাইছিল। প্ৰাৰ্থনাৰ মূল উদ্দেশ্য হ'ল সম্ৰাট, সম্ৰাজ্ঞী আৰু ৰাজপৰিয়ালৰ মঙ্গল কামনা কৰা। মানুহ-বিলাকে আঁঠুকাঢ়ি আছিল। পাদুৰীজনে দোহাৰি দোহাৰি প্ৰাৰ্থনা জনাই আছিল। ইয়াৰ বাহিৰেও 'যীশু খ্ৰীষ্টৰ পাছনি সকলৰ কাম' বোলা পুথিৰ পৰা সহকাৰী পাদুৰীজনে আৰু কিছুমান স্তোত্ৰ পাঠ কৰিলে। তেওঁ এনে এটা অদ্ভুত সুৰ দি পাঠ কৰিছিল যে শ্ৰোতা সকলে একোৱেই বুজি নেপালে। পাদুৰীজনে পুনৰ সন্ত 'মাৰ্কৰ উপদেশ'ৰ পৰা কিছু সূত্ৰ পাঠ কৰি শুনালে। এই পাঠ কৰা সূত্ৰ বিলাকত কোৱা হৈছিল কেনেকৈ যীশু খ্ৰীষ্টই স্বৰ্গলৈ যোৱাৰ পূৰ্ব্বে, মৃতদেহ বিলাকৰ মাজৰ পৰা উঠি, তেওঁৰ পিতৃৰ সোঁ-হাতে বহি, মেৰী মেগ্‌ডালিনৰ গাৰ পৰা ৭টা আৰু তেওঁৰ মুখ্য শিষ্যবিলাকৰ গাৰ পৰা ১০ টা চয়তানক খেদাই পঠাইছিল। যীশুৱে তেওঁৰ শিষ্য বিলাকক তেওঁৰ উপদেশ গোটেই বিশ্বত প্ৰচাৰ কৰিবলৈ আদেশ দিলে। তেওঁ হুকুম-জাৰি কৰিলে যে, যি সকলে এই উপদেশ বিলাক বিশ্বাস নকৰে, সিহঁত ধ্বংস হওক আৰু যি বিশ্বাস কৰে আৰু বেপ্তাইজ গ্ৰহণ কৰে, তেওঁলোকে মুক্তি পাওক। তেওঁলোকে দুনীয়াৰ পৰা চৈতানক খেদাই পঠাওক, মানুহৰ গাত হাত বুলাই ৰোগীক মুক্ত কৰক। তেওঁলোকে সৰ্প পৰ্য্যন্ত পৰিচালনা কৰক আৰু যদি বিষ পান কৰে, তেতিয়াও তেওঁলোকৰ মৃত্যু নহয়। তেওঁলোকে সুস্থ শৰীৰেই বাস কৰিব পাৰিব।

প্ৰাৰ্থনাৰ মূল সাৰমৰ্ম্ম এয়ে যে বিশেষ পদ্ধতিৰে প্ৰাৰ্থনা জনোৱাৰ ফলত, কাপটোৰ ভিতৰত থকা মদ আৰু কটিৰ টুকুৰা বিলাক ঈশ্বৰৰ তেজ মাংসত ৰূপান্তৰিত হ'ব।

এই বিশেষ পদ্ধতি হ'ল পাদুৰীয়ে সোণখটোৱা থৈলা যেন হলৌ চোলাটো পিন্ধি, বাৰে বাৰে হাত দুখন ওপৰলৈ ডঙা আৰু নমোৱা। তাৰপিছত আঁঠু-কাঢ়ি বহি টেবুলখনত চুমা খোৱা। লগত পাদুৰীৰ হলৌ চোলাটো দুজন আল-ধৰাই সোঁও আৰু বাওঁফালে, চোলাৰ ওলমি থকা অংশটো ধৰি ৰূপৰ থালখন আৰু সোণৰ কাপটোৰ ওপৰত ছন্দগতিত বিছনি মৰাদি বিচি দিয়া। চোলাৰ বা লগাৰ লগে লগে সেই কটিৰ টুকুৰা আৰু মদ ৰক্ত মাংসত পৰিণত হ'ব বুলি তেওঁলোকে ধৰি লৈছিল। গতিকেই এই শেহৰ কামখিনি অতি গাম্ভীৰ্য্যপূৰ্ণভাৱে সমাধা কৰিছিল।

গিৰ্জ্জাৰ ভিতৰত থকা সোণ বৰণীয়া মাজৰেৰখনৰ পিছৰ পৰা মুখ্য পাদুৰী-জনে ক'লে, "হে ভগৱতী যীশুৰ মাতৃ! তুমি সকলোতকৈ নিৰ্ম্মলা, নিষ্কলঙ্কা, তুমি সকলোতকৈ পবিত্ৰ। আমাৰ স্তুতিত তুমি সদয় হোৱা।" যীশুৰ মাতৃ কুমাৰী মেৰীৰ যশস্যা বথানি, গহীন গম্ভীৰ ভাৱে গায়কদলে গীত গাবলৈ ধৰিলে। কুমাৰী মেৰীয়ে খ্ৰীষ্টক জন্ম দিয়া সত্বেও তেওঁৰ সতীত্ব হানি হোৱা নাছিল। সকলো পৰী আৰু স্বৰ্গীয় দূত সকলৰ ভিতৰত তেওঁৱেই সকলোতকৈ শ্ৰেষ্ঠ, সন্মানৰ পাত্ৰী। ইয়াৰ পিছতেই কটি আৰু মদ মাংসত ৰূপান্তৰ হোৱা সম্পূৰ্ণ হ'ল। পাদুৰীজনে থালত থকা কটি এটাৰ ঢাকনিখন গুচাই, কটিটোৰ মাজ অংশটো চাৰি টুকুৰা কৰি কাটি, মদ থকা কাপটোত জুবুৰিয়াই থাই পেলালে। তেওঁ ঈশ্বৰৰ মাংস আৰু তেজ থালে বুলি ধৰি লোৱা হ'ল। তাৰপিছত পাদুৰীয়ে মাজৰ বেৰখনৰ মাজত থকা দৰজাখন খুলি, পৰ্দাখন ভাঙি, সোণৰ কাপটো হাতত তুলি আনিলে। এই কাপটোতেই ঈশ্বৰৰ ৰক্তমাংস আছে। তেওঁ এই ৰক্তমাংস আনকো ভক্ষণ কৰিবৰ কাৰণে আহ্বান জনালে।

কেইটামান ল'ৰা-ছোৱালীয়ে এই ৰক্ত মাংস খাবলৈ ইচ্ছা প্ৰকাশ কৰিলে।

পাদুৰীয়ে ল'ৰা-ছোৱালী কিটাৰ নাম কিটা লৈ, চামোচেৰে কটিৰ টুকুৰা সুৰাত জুবুৰিয়াই, এটা লবাৰ মুখত ভৰাই দিলে। এইদৰে আটাইকিটা ল'ৰা-ছোৱালীক তেওঁ ৰক্ত মাংস খুৱালে। সহকাৰী পাদুৰীজনে কমালেৰে সক ল'ৰা ছোৱালী বিলাকৰ মুখ মচি দিলে। আৰু লগতে তেওঁ ভগবানৰ ৰক্ত মাংস খাইছে বুলি আনন্দত গদগদহৈ গীত গাই আছিল। শেষত মুখ্য পাদুৰীজনে বাকী থকা ৰক্তমাংস ভক্ষণ কৰি, গোঁফ দাবি মোহাৰি, পৰ্দাখন ভাঙি, মাজবেৰৰ মাজত থকা দুৱাৰেদি গহীন গহীনকৈ ওলাই আহিল।

খ্ৰীষ্টিয়ান প্ৰথাৰ মূল প্ৰাৰ্থনাৰ অংশ, এইদৰে শেষ হ'ল। ইয়াৰ পিছত

ছুৰ্ভগীয়া বন্দী বিলাকৰ হকেও পাদুৰীয়ে সাধাৰণ ভাৱে এটি প্ৰাৰ্থনা জনালে। তেওঁ যীশুৰ গুণ-কীৰ্ত্তন কৰি, ক'লে,"হে প্ৰভো। যি মুক্তিৰ কাৰণে আপোনাক প্ৰাৰ্থনা কৰে, তেওঁৰ প্ৰতি সদয় হোৱা। হে চিৰ সুন্দৰ যীশু! সকলোৰে ৰক্ষক যীশু! তুমি ৰক্ষা কৰা। মনুষ্যপ্ৰিয় যীশু! তুমি তোমাৰ শিষ্য-সন্ত সকলক স্বৰ্গীয় আনন্দ বিলাই দিয়া।" তাৰপিছত তেওঁ ক্ষন্তেক ৰৈ, উশাহ এটা সলাই ক্ৰুশ চিহ্ন ঘূৰাই, তললৈ মূৰ দোৱাঁলে। তাকে দেখি ইন্সপেক্টৰ, ৱাৰ্ডাৰ, ৱাৰ্ডাৰনী, বন্দী বিলাকেও মস্তক অৱনত কৰিলে। শিকলৰে বন্ধা কয়দি বিলাকৰ শিকলি বিলাকে ঝন্‌ঝনাই উঠিল।

পাদুৰীয়ে পুনৰ ক'লে, "হে অপেচৰা সৃষ্টিকাৰক যীশু! হে শক্তিৰ অধিষ্ঠাতা, যীশু! তুমি অতীব আচৰিত। তুমি অপেশ্বৰী বিলাকৰ আচৰিত। তুমি সৰ্ব্ব-শক্তিময়! তুমি আমাৰ উপৰি পুৰুষ সকলৰ মুক্তিদাতা। তুমি সৌন্দৰ্য্য শ্ৰেষ্ঠ আৰু ৰজা মহাৰাজাৰ প্ৰশংসাৰ পাত্ৰ। হে প্ৰভো যীশু! তুমি যশস্যা শালী। তুমি ৰজা সকলৰ ক্ষমতাৰ উৎস। তুমি ভালৰ ভিতৰত সকলোতকৈ ভাল।" এইদৰে পাদুৰীয়ে বহু প্ৰশংসাবাণী উচ্চাৰণ কৰি যীশুৰ গুণকীৰ্ত্তন কৰিলে।

পাদুৰীজনে 'যেচু' বুলি উচ্চাৰণ কৰোঁতে প্ৰতিবাৰেই তেওঁৰ মাজত কঁপনি উঠিবলৈ ধৰিলে। ক্ৰমে মাতটো সৰু হৈ আহে। অৱশেষত তেওঁ নিস্তব্ধ হ'ল। তেওঁ ক'লা চোলাটোৰ কপলি লাইনিংত ধৰি মাটিত আঁঠুকাঢ়ি পৰিল। গায়কদলে তেতিয়া গীতৰ টান ধৰিলে, "যেচু ভগবানৰ পুত্ৰ! আমাৰ প্ৰতি সদায় হোৱা।" কয়দি বিলাকেও আঁঠুকাঢ়ি সেৱা ল'লে আৰু কপালত পৰা চুলিবোৰ ওভোটাই মাৰি পুনৰ থিয় হ'ল। ভৰিত শিকলি বন্ধা কয়দি বিলাকে সেৱা লওঁতে, শিকলি বিলাকে সৰু গাঁঠিৰ মাথি চাল চিঙি পেলালে। সিহঁত থিয় হওঁতে পুনৰ শিকলিবিলাক ঝন্‌ঝনাই উঠিল।

এইদৰে ভালেমান সেৱা চলিল। অন্তত স্বৰ্গীয় জেউতিৰ কথা স্মৰণ কৰি "প্ৰভো মোক ক্ষমা কৰা' বুলি শেষ কৰিলে। তাৰপিছত ভগবানক প্ৰশংসা কৰি স্তুতি কৰা হ'ল। কয়দি বিলাকেও স্তুতিৰ লগে লগে ক্ৰুশ ঘূৰালে। শেষত পাদুৰীয়ে কিতাপখন জপাই ভিতৰলৈ সোমাই গ'ল।

পাদুৰীৰ শেষ কৰ্ম্ম হ'ল, তেওঁ গিল্টি কৰা ক্ৰুশ এটা আনি প্ৰাৰ্থনাৰত জনতাৰ মাজলৈ সোমাই আহিল। প্ৰথমতে ইন্সপেক্টৰ আহি ক্ৰুশত চুমা প্ৰদান কৰিলে। তাৰপিছত সহকাৰী ইন্সপেক্টৰ, ৱাৰ্ডাৰ, আৰু চুমা খাৱৰ কাৰণে

কৰ্মদি বিলাকৰ মাজত ঠেলাঠেলি লাগিল। পাছুৰীজনে ইন্সপেক্টৰৰ লগত কথা পাতি আছে আৰু কৰ্মদি বিলাকে প্ৰথমে ক্ৰুশত আৰু তাৰপিছত পাছুৰীৰ হাতত চুমা খাই আছে। এইদৰে অধঃপতিত খ্ৰীষ্টিয়ান ভাই সকলৰ মুক্তি আৰু মঙ্গলৰ কাৰণে কৰা প্ৰাৰ্থনাৰ অন্ত পৰিল।

## চল্লিশ

আজি এই প্ৰাৰ্থনা সভাত পাছুৰীজনে বহুবাৰ যীশুৰ নাম ল'লে। নানান অদ্ভুত বাণী উচ্চাৰণ কৰি যীশুক ভূৰি ভূৰি প্ৰশংসা কৰিলে। তাৰ বাহিৰেও প্ৰাৰ্থনা সভাত বহুত ক্ৰিয়াকাণ্ডও কৰিলে। অথচ যীশুৱে নিজে এইবিলাক ক্ৰিয়াকাণ্ড কৰিবলৈ মানা কৰি গৈছিল। কিন্তু সেইকথা ইন্সপেক্টৰ মহোদয় নেজানে, মাচ্‌লভাইও নেজানে আৰু উপস্থিত কোনেও ক'ব নোৱাৰে। ৰুটি আৰু সুৰা লৈ এইদৰে ভগবানৰ নামত অত্যন্ত অৰ্থশূন্য ক্ৰিয়াকাণ্ড কৰা যীশুৱে নিজেই বন্ধ কৰি গৈছিল। তাৰোপৰি মানুহে মানুহৰ গৰাকী হোৱা বা প্ৰভুত্ব কৰা বা মঠ-মন্দিৰত এনেদৰে প্ৰাৰ্থনা কৰাও যীশুৱে মানা কৰিছিল। তাৰ ঠাইত প্ৰত্যেক মানুহকে যীশুৱে নিৰ্জ্জন ঠাইত প্ৰাৰ্থনা কৰিবলৈ নিৰ্দ্দেশ দিছিল। তেওঁ মঠ-মন্দিৰ তৈয়াৰী কৰাৰ বিৰোধী আছিল। তেওঁ কৈছিল যে মই এইবিলাক ভাঙি পেলাবৰ কাৰণেহে আবিৰ্ভাব হৈছোঁ। মানুহে আৰাধনা কৰিবলৈ মঠ-মন্দিৰৰ প্ৰয়োজন নাই। তাৰ ঠাইত সত্যত বিশ্বাস কৰি মনে প্ৰাণে আৰাধনা কৰিলেই হয়। এই বিলাকৰ বাদেও যীশুৱে বিচাৰক হোৱা, কাটেক দিয়া অত্যাচাৰ কৰা মানুহক কাঁচী কাঠত তোলা অৰ্থাৎ যিবিলাক কাম এই জেলত হৈ আছে. এই সকলোবোৰ কাম নিষেধ কৰিছিল। তেওঁ মানুহৰ মাজত থকা সৰ্ব্ব প্ৰকাৰ হিংসা, কপটতা, অত্যাচাৰ, পীড়নক নিন্দা কৰিছিল। তেওঁ কৈছিল যে মই বন্দীবিলাকক মুক্তি দিবলৈহে জন্ম গ্ৰহণ কৰিছোঁ।

উপস্থিত কাৰো চৈতন্য নাই যে যীশু খ্ৰীষ্টৰ নামত, অত্যন্ত নিন্দনীয় আৰু ঘৃণনীয় ক্ৰিয়াকলাপ তেওঁলোকৰ সমুখতেই চলিব লাগিছে। যীশুৰ নামত এইবিলাক কৰি যীশুকেই উপলুঙা কৰা হৈছে। কোনেও উপলব্ধি কৰা নাই যে যি ভাল পিৰ্‌পিট কৰা আৰু মুৰ কিটা মিনাৰ ফুল বছা ক্ৰুশ চুমা খাবৰ কাৰণে পাছুৰীয়ে আগবঢ়াই দিছে, সেই ক্ৰুশ ডাল হল যীশুক কাঁচী দিয়া কাঠখালৰ

প্ৰতীক চিহ্ন। যীশুৱে আজিৰ নিচিনা প্ৰাৰ্থনা সভাত হোৱা ক্ৰিয়াকাণ্ডবোৰৰ প্ৰতিবাদ কৰা কাৰণেই সেই কাঠশালত যীশুক গজাল মাৰি হত্যা কৰা হৈছিল। যি বিলাক পাদুৰীয়ে এইদৰে ৰুটি আৰু সুৰা পান কৰি যীশুৰ ৰক্ত মাংস খাইছোঁ বুলি ভাবি লয় বাস্তবিকতে তেওঁলোকে যীশুৰ ৰক্ত মাংস খোৱাৰ কাৰণে সচাঁই দোষী আৰু অপৰাধী।

অকল নিজে ৰুটি সুৰা পান কৰা কাৰণেই যে দোষী এনে নহয়, তেওঁলোকে এই কণ কণ শিশুবিলাককো এই ৰুটি আৰু মদ খুৱাই ভণ্ডামি কৰিছে। যি শিশুৰ লগত যীশুৱে নিজক বিলাই দিছিল, সেই শিশু বিলাকক যীশুৰ আশিষ বাণীৰ পৰা বঞ্চিত কৰি, জেলত নিৰ্য্যাতন ভোগ কৰিবলৈ বাধ্য কৰিছে। মানুহৰ কাৰণে তেওঁ সুখ আৰু শান্তিৰ বাতৰি আনিছিল, তাক লুপ্ত কৰি, যীশুৰ নামত এই প্ৰহসন সৃষ্টি কৰিছে। প্ৰাৰ্থনা সভাত সমাগত হোৱা কাৰো এই কথাৰ খিয়াল হোৱা নাই।

প্যাদুৰীজনে ধীৰে সুস্থিৰেই এই কামবিলাক কৰি গৈছে। কিয়নো সক কালৰ পৰাই এই ক্ৰিয়াকাণ্ডবিলাকত বিশ্বাস স্থাপন কৰি প্ৰকৃত সত্য ধৰ্ম্মৰ কাম কৰিছোঁ বুলি ভাবি আহিছে। পুৰা কালৰ পৰা সাধুসন্ত সকলে এইবোৰ কামকেই কৰি আহিছে। তেতিয়াও পাদুৰী সম্প্ৰদায় আৰু চৰকাৰে এই নীতি নিয়মক চলাই আছে। তেওঁ নিজেও বিশ্বাস কৰা নাই যে ৰুটিৰ টুকুৰাবোৰ মাংসত পৰিণত হয়, বা আত্মাৰ মঙ্গলৰ কাৰণে ইমানবোৰ স্তুতি বাক্যৰ প্ৰয়োজন বা, প্ৰকৃততেই তেওঁ ঈশ্বৰৰ মাংস একণ ভক্ষণ কৰিছে। এনেবোৰ নীতি-নিয়মত কাৰো আস্থা নাই। কিন্তু তেওঁৰ এইকণ মাত্ৰ বিশ্বাস আছে যে আনে এইবোৰ কথা বিশ্বাস কৰা উচিত। এই কামবোৰ কৰি যাবলৈ তেওঁ এইবুলি মনত বল পাইছে যে ইয়াৰ ফলতেই তেওঁৰ আৰ্জ্জনৰ বাট মুকলি হৈ আছে। তেওঁ নিজে পোহপাল গৈছে, পৰিয়ালকো পুহিছে, তেওঁৰ পুতেকক জিমনাচিয়াম স্কুলত আৰু জীয়েকক পাদুৰীৰ কন্যা বিলাকে শিক্ষা লোৱা শিক্ষালয়ত পঢ়ুৱাবলৈ সমৰ্থ হৈছে। সহকাৰী পাদুৰিজনৰ এই ক্ৰিয়াকলাপত বিশ্বাস আৰু একোৰ চৰা। তেওঁ খ্ৰীষ্টিয়ান ধৰ্ম্মৰ মূল তত্ব বিলাকৰ কথা কেতিয়াবাই পাহৰিলে। তেওঁ মাত্ৰ জানে যে তেওঁলোকে কৰা এই ক্ৰিয়াকাণ্ডবোৰৰ এটা মূল্য আছে। সকলো খ্ৰীষ্টিয়ানেই ইয়াৰ বাবে মূল্য দিবলৈ সাজু আৰু দিও আছে। সেই কাৰণেই তেওঁ শাস্ত্ৰ পাঠ কৰোঁতে খুব আনন্দেৰে কয়, "প্ৰভো সদয় হোৱা, প্ৰভো ক্ষমা কৰা।" জেল ৱাৰ্ডাৰ আৰু

ইন্সপেক্টৰেও এই তত্ত্ববোৰৰ ভু-ভতং নেপাই, কিন্তু তেওঁলাকে গির্জালৈ যায় আৰু বিশ্বাস কৰে এই বুলি বিহেতু চৰকাৰ আৰু মহামান্য জাৰে এইবোৰ বিশ্বাস কৰে, গতিকেই তেওঁলোকেও বিশ্বাস কৰিবলৈ বাধ্য। তাবোপৰি অতি ক্ষীণ ভাৱে হ'লেও তেওঁলোকে অনুভৱ কৰে যে ( যদিও ভালকৈ বুজাই দিবলৈ অসমৰ্থ ) এই ধৰ্ম্ম বিশ্বাস হ'ল, তেওঁলোকে লিপ্ত থকা এই নিষ্ঠুৰ কামকাজবোৰৰ সহায়কাৰী। ইয়াৰ বিপৰীতে সৰ্ব্বশক্তি প্ৰয়োগ কৰি, মানুহৰ ওপৰত তেওঁ-লোকে যি অত্যাচাৰ, পীড়ন চলাই আহিছে, আৰু চলাই আছে, সুস্থ বিবেকেৰে সেই কাম চলাই যোৱা অতি কঠিন হ'লহেঁতেন। ধৰ্ম্মীয় নীতিৰ ফালৰ পৰা সমৰ্থন নোপোৱা হ'লে, ইন্সপেক্টৰ জনৰ নিচিনা এজন দয়ালু মানুহে এই নিষ্ঠুৰ কামবিলাক কেতিয়াও কৰিব নোৱাৰিলেহেঁতেন। এইদৰে জীৱন যাপন কৰা তেওঁৰ পক্ষে অসম্ভৱ হ'লহেঁতেন। গতিকেই তেওঁ প্ৰাৰ্থনা সভাত নিৰ্ব্বিকাৰ হৈ থিয় হৈ আছে, আঁঠুলৈ সেৱা জনাইছে, বাৰে বাৰে ক্ৰুশ ঘূৰাইছে। শিশু বিলাকৰ কাৰণে গীত গাওঁতে তেওঁ অভিভূত হৈ পৰিছে আৰু যেতিয়া শিশু বিলাকে প্ৰসাদ গ্ৰহণ কৰিলে, তেতিয়া শিশু এটি কোলাত তুলিলৈ তেওঁ পাদুৰীৰ সমুখত দণ্ডায়মান হ'ল।

উপস্থিত অধিকাংশ কয়দিয়েই বিশ্বাস কৰিছিল যে এই গিৰ্ল্ট কৰা প্ৰতীক আৰু মূৰ্ত্তি, সাজপাৰ, মমবাতি, কাপ, ক্ৰুশ, আৰু বাৰে বাৰে দোহোৰাই গোৱা, "হে সুন্দৰ যীশু," "হে প্ৰভো সদয় হোৱা" ইত্যাদি বাক্য আৰু আড়ম্বৰবোৰত যেন কিবা এটা অলৌকিক শক্তি নিহিত আছে। এই অলৌকিক শক্তিৰ পৰা তেওঁলোকে এই জীৱনত আৰু ভবিষ্যতত বিশেষ উপকাৰ পাব। অতি কম সংখ্যক কয়দিয়েহে এই ধৰ্ম্মবিশ্বাসী সকলৰ প্ৰতাৰণাৰ কথা বুজি পাইছিল আৰু পেটে পেটে হাঁহিছিল। বহুতেই এনে ধৰণৰ স্তুতি-প্ৰাৰ্থনা কৰি আৰু মম বাতি জ্বলাই, ব্যক্তিগত উপকাৰ লাভৰ কাৰণে যত্ন কৰি ব্যৰ্থ হৈছিল যদিও তেওঁলোকৰ অকৃতকাৰ্য্যতাৰ কাৰণ আকস্মিক বুলি ভাবি লৈছিল। তেওঁলোকে আৰু ভাবিছিল যে, সমস্ত শিক্ষিত সম্প্ৰদায় আৰু আৰ্কবিশপে সমৰ্থন কৰা এই ব্যৱস্থা পালন কৰাৰ নিশ্চয় প্ৰয়োজনীয়তা আছে। অন্ততঃ ইহ জীৱনত নহলেও পৰকালৰ কাৰণে আৱশ্যকতা আছে।

মাচ্‌লভায়ো এনেদৰেই বিশ্বাস কৰিছিল। তাইৰ আমনিও লাগিছিল আৰু অন্তৰত অলপ ভক্তি ভাবো উপজিছিল। প্ৰথমতে জনতাৰ পিছফালে বেইলিং এডালৰ কাষত তাই থিয় হৈ আছিল যাতে তাই নগৰীয়া বিলাকৰ বাদে

কাকো দেখা নাপায়, কিন্তু যেতিয়া আটাইবিলাক মানুহে প্ৰসাদ গ্ৰহণ কৰিবলৈ আগবাঢ়ি গ'ল, তেতিয়া ফিড'ছিয়া আৰু তায়ো আগশাৰী পালেগৈ। ইন্সপেক্টৰৰ পিছফালে থিয় দি থকা ৱাৰ্ডাৰ বিলাকৰ মাজত এজন চুটি চাপৰ, অলপ গোঁফ-দাড়ি থকা আৰু ধুনীয়া চুলিৰে সৈতে কৃষক এজনক দেখা পালে। এয়েঁই ফিড'ছিয়াৰ স্বামী আৰু তেওঁ স্থিৰ দৃষ্টিৰে ফিড'ছিয়াক লক্ষ্য কৰিছে। মাচ্‌লভাই তেওঁক চিনি পাই, তাইৰ কাণে কাণে কিবা এটা ক'লে। সকলোৱে যেতিয়া সেৱা জনাই ক্ৰুশ ঘূৰালে, তেওঁলোকক দেখি তায়ো ক্ৰুশ ঘূৰাই সেৱা জনালে।

## একচল্লিশ

খুব পুৱাই নেক্‌লিউদভ্‌ ঘৰৰ পৰা বাজ ওলাল। এজন দুধৱালাই "গাখীৰ! গাখীৰ" বুলি ওচৰৰ ৰাস্তাইদি চিঞৰি গৈছে।

আগদিনা অলপ বৰষুণ হৈছিল আৰু এয়ে আছিল বসন্তৰ আগজাননি। শীত বিদায় দি, আকাশ আৰু বতাহ যেন অলপ গৰম হৈ উঠিল। শিল বা ইটা দি পকা নকৰা ঠাই বিলাকত সেউজীয়া ঘাঁহ-বন গজি উঠিছে, গছ-গছনি বিলাকে কুঁহিপাত মেলি, ধুনীয়া সাজপাৰ পিন্ধি, বসন্তক যেন ওলগ জনাইছে; ঘৰ-দুৱাৰ, দোকান-পোহাৰৰ দুতৰপীয়া খিৰিকী বিলাকৰ এতৰপ গুচাই দি চাফ-চিকুন কৰাত, দেখিবলৈ পৰিষ্কাৰ হৈ পৰিছে।

নেক্‌লিউদভ্‌ যি ৰাস্তাইদি গৈছে, সেই ৰাস্তাৰ কাষতে এখন বজাৰ পায়। বজাৰৰ দোকান-পোহাৰ বিলাকৰ সমুখত, বহু মানুহ জুম জুম হৈ আছে। ফটা-ছিটা কাপোৰ পিন্ধা কিছুমান মানুহে জোতা আৰু মেৰামতি কৰা পেণ্ট, ৱেইষ্টকোট ইত্যাদি কান্ধত পেলাই বিক্ৰীৰ কাৰণে ঘূৰি ফুৰা দেখা যায়।

সেইদিনা ৰবিবাৰ আছিল। কল-কাৰখানাত কাম কৰা মানুহ বিলাকে পৰিষ্কাৰ পৰিচ্ছন্ন হৈ, সাজপাৰ পিন্ধি হোটেল বিলাকৰ ফালে বাট লৈছে, আৰু তিৰোতা মানুহ কিছুমানেও ধুনপেচ মাৰি, হোটেললৈকে খোজ দিছে। হাই কাঁজিয়া, গোলমাল বন্ধ কৰিবৰ কাৰণে, দলে দলে পুলিচে টহল দি আছে। বুলেভাৰ্ডৰ ৰাস্তাত আৰু নতুনকৈ গজি উঠা ঘাঁহনিত কণ কণ ল'ৰা-ছোৱালী বিলাকে খেল-ধেমালিত ৰত আৰু নাৰ্চ বিলাকে বেঞ্চত বহি গল্পগুজৱত ব্যস্ত।

ৰাস্তাৰ ওপৰত, সকবৰ গাড়ীবোৰে ঘৰঘৰাই আৰু ট্ৰাম গাড়ীবোৰে গোঁ-গোঁৱাই গৈ আছে। আগতে উল্লেখ কৰা প্ৰাৰ্থনা সভালৈ আহ্বান জনাই, গিৰ্জ্জা বিলাকত ঘটং ঘটংকৈ ঘণ্টা বাজি আছে। ৰবিবাৰৰ নতুন সাজপাৰ পিন্ধি বিভিন্ন গাৱঁৰ গিৰ্জ্জা বিলাকলৈ মানুহৰ সোঁত বব লাগিছে। পোনে পোনে নেক্‌লিউদভ্ যোৱা ঘোঁৰাগাড়ীখন জেল গেটলৈ নগৈ, অলপ দূৰতে ৰ'ল।

হাতত টালি-টোপোলা লৈ, ভালেমান মানুহ সেই ঠাইতে বৈ আছিল। এই ঠাইৰ পৰা জেলখানালৈ প্ৰায় ৫০ গজমান হব। সোঁও হাতে কাঠৰ তৈয়াৰী কিছুমান বিল্ডিং। ঘৰ বিলাক বেছি ওখ নহয়। বাওঁফালে এটা দুমহলীয়া বিল্ডিং আৰু সমুখত 'চাইনবৰ্ড' আঁৰা আছে। এই ঘৰটোৰ সমুখতে এটা বিৰাটাকাৰ বিল্ডিং আৰু ইয়েই হ'ল জেলখানা। জেলগেটৰ ওচৰলৈ মানুহ যোৱা মানা। প্ৰহৰী এটাই অহৰহ পহৰা দি থাকে আৰু কোনোৱা ওচৰ পালেই সি দবিয়াই দিয়ে।

সোঁওফালে থকা কাঠৰ বিল্ডিংটোৰ সমুখত ৱাৰ্ডাৰ এজন বেঞ্চ এখনত বহি আছিল। তেওঁৰ গাত সোণোৱালী ফিটা লগোৱা উনিফৰ্ম্ম আৰু হাতত এখন ন'ট বুক। দৰ্শন কৰিবলৈ অহা মানুহ বিলাকে যি কয়দীক দেখা কৰিব খোজে, সেই কয়দি বিলাকৰ নাম ৱাৰ্ডাৰজনে ন'ট বুকত লেখি লৈছে। নেক্‌লি-উদভেও তেওঁৰ ওচৰলৈ গৈ নামটো দিলে। ৱাৰ্ডাৰে কেটেৰীনা মাচ্‌লভাৰ নামটো লিখি ললে।

তেতিয়া বেলি ভালেমান উঠিছিল, কিন্তু কয়দি সকলৰ লগত দেখা সাক্ষাৎ তেতিয়াও আৰম্ভ হোৱা নাছিল। নেক্‌লিউদভে ৱাৰ্ডাৰজনক তাৰ কাৰণ সোধাত, তেওঁ উত্তৰ দিলে যে তেতিয়াও জেলৰ ভিতৰত প্ৰাৰ্থনা সভা চলি আছে আৰু প্ৰাৰ্থনা শেষ হলেই, তেওঁলোকে ইচ্ছা কৰা কয়দিক দেখা কৰিব পাৰিব।

সাক্ষাতৰ কাৰণে অপেক্ষা কৰা জনতাৰ ফালে নেক্‌লিউদভে ঘূৰি চালে। ফটাছিটা কাপোৰ পিন্ধা আৰু মূৰত উৰ্ব্বলি যোৱা টুপীৰে সৈতে এজন মানুহ দেখা পালে। তেওঁৰ মুখত কিছুমান ৰঙা দাগ। মানুহজনে জুমৰ পৰা আঁতৰি জেলগেটৰ ফালে আগবাঢ়িল।

ৰাইফেলধাৰী প্ৰহৰীজনে মাত দিলে, "হেই! যাব ক'ত?"

ৱাৰ্ডাৰৰ কথালৈ ভ্ৰূক্ষেপ নকৰি তেওঁ কলে, "মুখ বন্ধ কৰা।" বৈ থকা মানুহ বিলাকলৈ ঘূৰি চাই পুনৰ তেওঁ কলে, "যদি দেখা কৰাৰ সময় হোৱা নাই, মই

কষ্টেক অপেক্ষা কৰিব পাৰোঁ। কিন্তু ইমান চিঞৰ মৰাৰ প্ৰয়োজন কি? এণ্ড বেনিবা জেনেবেল হে?”

উপস্থিত জনতাৰ মাজত হাঁহিৰ ৰোল উঠিল। দেখা সাক্ষাৎ কৰিবলৈ অহা অধিকাংশ মানুহৰ সাজপাৰ আছিল অতি নিকৃষ্ট ধৰণৰ। বহুতৰে গাত এটা কাপোৰ, কটা চোলা। অৱশ্যে কিছুমানক দেখিলে ভদ্ৰলোক বা ভদ্ৰমহিলা যেন অনুমান হয়, নেকৃলিউদভৰ ওচৰতে দাঁবি গোঁফ খুৰোৱা নোদোকা মানুহ এজন থিয় হৈ আছিল। তেওঁৰ গাল কিথন ৰঙা। হাতত কিছুমান পিন্ধনৰ কাৰণে কাপোৰকানি। তেওঁ জেলত এয়েই প্ৰথম দেখা কৰিবলৈ আহিছেনে কি বুলি, নেকৃলিউদভে প্ৰশ্ন কৰাত তেওঁ উত্তৰ দিলে যে প্ৰতি ৰবিবাৰেই তেওঁ আহে। মানুহজনে লগতে আৰু কলে যে তেওঁ বেঙ্ক এটাত দুৱৰী কাম কৰে। তেওঁৰ ভায়েক এজন বেঙ্কৰ কাকত পত্ৰ জাল কৰাৰ অভিযোগত অভিযুক্ত হৈ জেলত আছে আৰু ভায়েকক সাক্ষাৎ কৰিবৰ কাৰণে তেওঁ প্ৰতি ৰবিবাৰে আহে। এই সৰল মানুহজনে নেকৃলিউদভক তেওঁৰ জীৱনৰ গোটেই ইতিবৃত্ত বিবৰি কলে। নেকৃলিউদভৰ সম্পৰ্কেও তেওঁ প্ৰশ্নৰ পাতনি মেলিব খুজিছিল; কিন্তু এনেতে ঘোঁৰা গাঁড়ী এখনত এজন ছাত্ৰ আৰু ওৰণি লোৱা এগৰাকী মহিলাৰ উপস্থিতিয়ে তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰিলে, ছাত্ৰজনে লগত এটা ডাঙৰ টোপালা লৈ আহিছিল। তেওঁ অনা কটিৰ টোপোলাটো জেলৰ কয়দি বিলাকক কেনেকৈ দিব পাৰি, সেই বিষয়ে নেকৃলিউদভৰ পৰামৰ্শ বিচাৰিলে, তেওঁৰ বাগদত্তা ভবিষ্যৎ পত্নীয়ে (লগত অহা মহিলা গৰাকী) এই কটিখিনি, তেওঁৰ পিতৃ-মাতৃৰ উপদেশক্ৰমে জেলৰ কয়দিক দিবলৈ ইচ্ছা কৰিছে।

“মই প্ৰথম এইবাৰেই জেলত সাক্ষাত কৰিবলৈ আহিছো। ইয়াৰ নীতি নিয়ম মই সিমান নেজানো। আপুনি সেই মানুহজনক সোধক।” নেকৃলি-উদভে বেঞ্চত বহি থকা ৱাৰ্ডাৰ জনলৈ আঙুলিয়াই দেখুৱালে।

এইদৰে কথোপকথন কৰি থাকোঁতেই জেলৰ দৈত্যাকাৰ দৰজাখন মুকলি হ'ল। এজন ইউনিফৰ্ম্ম পিন্ধা অফিচাৰ ওলাই আহিল। এওঁৱেই জেলাৰ। তেওঁৰ পিচত এজন ৱাৰ্ডাৰ। তেওঁ হাতত ন'ট বুক্ এটা লৈ, ঘোষণা কৰিলে যে এতিয়া দেখা সাক্ষাত আৰম্ভ হব। গেটৰ প্ৰহৰীজন আঁতৰি দিয়াত, মানুহবোৰে হিঁচ্খাই গেটৰ মুখত থিয় হল। গেটৰ মুখত দণ্ডায়মান হৈ থকা ৱাৰ্ডাৰ জনে, এক, দুই, তিনি বুলি দৰ্শন কৰিবলৈ অহা মানুহবোৰৰ,চিঞৰি চিঞৰি গন্তি কলে। জেলৰ ভিতৰ ফালে দ্বিতীয় দৰজাখন পাৰ হওঁতে আন এজন ৱাৰ্ডাৰে মানুহবোৰৰ

গাত ধৰি, ধৰি এক, দুই, তিনি। ইত্যাদি বুলি গণনা লগে, যাতে তেওঁলোক দুৰি আহোঁতে কোনো কয়দী ওলাই যাব নোৱাৰে। ভিতৰলৈ কেনে ধৰণৰ মানুহ সোমাই গৈছে বাৰ্ডাৰে তালৈ অলপো কেৰেপ কৰা নাই। তেওঁ সকলো মানুহৰ পিঠিত চকা মৰাৰ দৰে নেকৃলিউদভৰ পিঠিতো লাহেকৈ চকা এটা মাৰিলে, চকা খাই নেকৃলিউদভে পিঠিত অলপ দুঃখ পাইছিল যদিও, তেওঁৰ নিজৰ লক্ষ্যৰ কথা ভাবি কোনো আপত্তি নুতুলিলে।

ভিতৰৰ দৰজাখন পাৰ হলেই এটা ডাঙৰ কোঠা পায়,এই কোঠাটোৰ সৰু সৰু খিড়িকী বিলাকত লোহাৰ বদ লগোৱা আৰু ওপৰৰ চিলিঙিখন অৰ্দ্ধবৃত্তাকাৰ। এই কোঠাটোতেই কয়দি বিলাকৰ দৰ্শন হয়। কোঠাৰ ভিতৰত ক্ৰুশবিদ্ধ যীশুৰ এখন ডাঙৰ ছবি দেখি তেওঁ আচৰিত হ'ল। যীশুৰ সম্পৰ্ক আছিল মানুহৰ মুক্তিৰ লগত। কিন্তু বন্দীশালৰ লগত যীশুৰ সম্পৰ্ক কি? নেকৃলিউদভৰ মনত এই কথাটোৱে বাৰে বাৰে খুন্দিয়ালে।

তেওঁ লাহে লাহে আগবাঢ়ি গ'ল। বেছি বেগাবেগি কৰিব খোজা সকলক তেওঁ বাট এৰি দিলে। দুষ্কৰ্ম কৰি এই বন্দীশালত বন্দী হৈ থকা বিলাকৰ প্ৰতি বিতৃষ্ণা আৰু কাটুৎচা আৰু আগদিনা বিচাৰৰ আচামী ল'ৰাটোৰ নিচিনা নিৰ্দ্দোষী ল'ৰাটোৰ প্ৰতি তেওঁৰ থুবেই দৰদ উপজিল,তেওঁৰ আগন্তুক দৰ্শনৰ কথা মনলৈ অহাত পেটে পেটে লাজো লাগিল। তেওঁলোক সোমাই যাওঁতে কোঠাৰ সিমূৰৰ পৰা জেলাৰজনে কিবা এটা কৈছিল। কিন্তু নেকৃলিউদভে নিজৰ ভাব চিন্তাত বিভোৰ হৈ যাওঁতে, কোনো কথা তেওঁৰ কাণত নোসোমাল। তেওঁ দৰ্শন কৰিবলৈ অহা মানুহবিলাকৰ লগে লগে উজাই গৈ নাৰী কয়দিক দৰ্শন দিয়া ঠাই পাৰ হৈ, পুৰুষ কয়দি বিলাকৰ ওচৰ পালেগৈ।

বহুতকেই বাট এৰি দি, শেষত নেকৃলিউদভে দৰ্শন কৰাৰ কোঠাত সোমাল। দৰজা পাৰ হৈ ভিতৰ সোমোৱাৰ লগে লগে, অসংখ্য মানুহৰ চিঞঁৰ-বাখৰে তেওঁৰ কাণ তাল মাৰি ধৰিলে। প্ৰথমতে ইমান চিঞৰ-বাখৰৰ কাৰণ তেওঁ একো বুজি পোৱা নাছিল, কিন্তু তেওঁ ওচৰচাপি দেখিলে যে কোঠাটোৰ সোঁও মাজতে এটা ৭ ফুট বহলৰ বাটৰ নিচিনা ঠাই ৰাখি' বাটটোৰ দুয়োকাষে দুখন লোৰ জাল চিলিঙৰ লগত সংযুক্ত কৰি দিয়া আছে। লোহাৰ জালেৰে আবৃত কোঠাটোৰ অৰ্দ্ধাংশত কয়দি বিলাক আৰু ইয়াৰ বিপৰীত অৰ্দ্ধাংশত দৰ্শন কৰিবলৈ অহা লোক সকল থিয় হৈ আছে। মাখিয়ে চেনিত হিঁচ মাৰি ধৰাৰ দৰে, মানুহবোৰে লোহাৰ জালখনত মুখ দি, পৰস্পৰৰ লগত কথাবতৰা পতাৰ চেষ্টা

চলাইছে। লোহাৰ জাল দুখনৰ মাজৰ বাটটোত ৱাৰ্ডাৰ বিলাকে চলাচল কৰি সতৰ্ক দৃষ্টি ৰাখিছে। কোনো লোকে বন্দীবিলাকৰ লগত গুপুত চিঠিপত্ৰ বা বস্তুবস্তু হস্তান্তৰ কৰে বুলি, এই দুখন লোহাৰ জাল দি ব্যৱধান সৃষ্টি কৰা হৈছে। ফলত দৰ্শন কৰিবলৈ অহা মানুহবিলাকৰ পৰস্পৰে কথা পতাৰ যথেষ্ট আহুকাল সৃষ্টি হৈছে আৰু জোৰেৰে চিঞঁৰি কথা নকলে কাৰো মাত কোনেও নুশুনে। দৃষ্টিশক্তিহীন লোকে দুখন লোহাৰ জালৰ সিপাৰে থকা কয়দিক চিনি পোৱাই টান।

দুয়োফালৰ পৰা পিতৃ-মাতৃ, স্বামী-স্ত্ৰী, ল'ৰা-ছোৱালীবিলাকে নিজৰ নিজৰ আপোনজনৰ মুখ দেখিবৰ কাৰণে ব্যগ্ৰ হৈ পৰিছে আৰু যেই সেই প্ৰকাৰে প্ৰয়োজনীয় কথা-বতৰা পতাৰ চেষ্টা চলাইছে। নেকৃলিউদভে সোমাই আহি এনে ধৰণৰ কথা পতাৰ চিঞৰ-বাখৰকে শুনিবলৈ পাইছিল। চিঞৰৰ-ফলত কথা-বতৰা বুজি উঠা কঠিন হোৱাত মানুহবোৰে অঙ্গি-ভঙ্গিৰে পৰস্পৰৰ লগত কথা হৈছে। এইদৰে বিভিন্নজনে নিজৰ আপোনজনৰ লগত কথোপকথন কৰাত ব্যস্ত।

নেকৃলিউদভে যেতিয়া বুজিলে যে তেওঁ এনেদৰেই কথা বতৰা হব লাগিব তেতিয়া তেওঁৰ এনে নিয়ম কৰাৰ কাৰণে কৰ্তৃপক্ষৰ ওপৰত খুবেই খং উঠিল। কিন্তু তেওঁ দেখি আচৰিত হ'ল যে মানুহৰ প্ৰতি মানুহে কৰা এনে দুৰ্ব্যৱহাৰৰ কাৰণে কোনেও অসন্তুষ্টি প্ৰকাশ কৰা নাই। প্ৰতিবাদ কৰাও নাই। ইন্‌স্পেক্টৰ, ৱাৰ্ডাৰ চিপাহী কয়দি সকলোৱেই এই ব্যৱস্থা অত্যাৱশ্যকীয় বুলিয়েই ধৰি লৈছে।

এই কোঠাত নেকৃলিউদভ প্ৰায় পাঁচ মিনিট মান আছিল। এই নীতি নিয়মবোৰৰ প্ৰতি তেওঁৰ এটা অসহ্য ভাব বোধ হ'ল। তেওঁৰ নিজৰ অসহায়তা দেখি আৰু অনুভৱ কৰি নিজৰেই খুব বেয়া লাগিল। তেওঁৰ মনটো নিৰুৎসাহ হৈ পৰিল। সমুদ্ৰ ভ্ৰমণত মূৰ ঘূৰ্ণ্যাৰদৰে তেওঁৰ নীতি বোধেও ভালকৈয়ে আঘাত পালে।

## বিয়াল্লিশ

তেওঁ নিজৰ বুকুত সাহস বান্ধি নিজে নিজে কলে, "মই যি কামত আহিছোঁ, তাক যেনে তেনে কৰিবই লাগিব, তেন্তে কৰোঁ কেনেকৈ ?"

তেওঁ অফিচাৰ এজনক সুধি চাবলৈ ইচ্ছা কৰিলে। এনেতে 'ইউনিফৰ্ম' পিন্ধা চুটি চাপৰ, খিণোৰা বিষয়া এজন দেখা পালে। তেওঁ মানুহ বিলাকৰ পিচফালে খোজ চলাই আছিল।

নেক্‌লিউদভে সবিনয়ে বিষয়া জনক সুধিলে. "ডাঙৰীয়া, অনুগ্ৰহ কৰি কবনে নাৰী কয়দী বিলাকৰ সাক্ষাৎ কেনি আৰু কোন ঠাইত হয় ?"

"আপুনি কি নাৰী কয়দীক দেখা কৰিবলৈ আহিছে ?"

"হয়। এগৰাকী বন্দিনীক দেখা কৰিব খোঁজো ?" অত্যন্ত বিনয় সহকাৰে নেক্‌লিউদভে কলে।

"আপুনি হলত সোমাওঁতেই কাক দেখা কৰিব খোজে কব লাগিছিল।"

"মই কেটেৰীনা মাচ্‌লভাক দেখা কৰিব খোঁজো।"

"ৰাজনৈতিক বন্দিনী ?"

"নহয়। তাই কেৱল.........।"

"অঁ বুজিলো। তাইৰ দণ্ড হৈ গৈছে নহয় ?"

"হয়, পৰহি তাই বিচাৰত দণ্ডিত হৈছে।"

নেক্‌লিউদভৰ প্ৰতি বিষয়াজনৰ সদয় ভাব হোৱা দেখি, যাতে তাৰ কোনো ব্যাঘাত নহয়, সেইবাবে তেওঁ খুব বিনীত ভাবে উত্তৰ দিলে।

বিষয়াজনে নেক্‌লিউদভৰ সাজপাৰ আৰু চেহেৰাৰ পৰা এজন সম্ভ্ৰান্ত ব্যক্তি বুলি অনুমান কৰি কলে, "আপুনি নাৰী কয়দীক সাক্ষাৎ পাবলৈ হলে, সেই ফালে যাব লাগিব।" তেওঁ চিপাহী এজনলৈ চাই কলে, "চিড'ৰভ। এই ভদ্ৰ-লোকক নাৰী কয়দীৰ বাসস্থানলৈ লৈ যোৱা।" চিড'ৰভ এজন কৰপৰেল আৰু বুকুত মেডেল আঁৰা আছিল।

"ভাল চাৰ।"

এনে সময়তে লোহাৰ জালৰ ওচৰত, কোনোবা এজনে অত্যন্ত কৰুণভাবে উচুপি কন্দা তেওঁ শুনিবলৈ পালে।

এই কাৰাগাৰৰ ভিতৰত প্ৰতিটো ঘটনাই তেওঁৰ আচৰিত যেন লাগিল। কিন্তু ইয়াৰ ভিতৰত আটাইতকৈ আচৰিত এয়ে যে এই কাৰাগাৰাৰ ভিতৰত অতিশয় কঠিন আৰু নিষ্ঠুৰ কামবিলাক কৰি যোৱা ইন্স্পেক্টৰ আৰু মুখ্য ৱাৰ্ডাৰক তেওঁ ধন্যবাদ নিদি নোৱাৰে।

কৰণৱেলজনে বাট দেখুৱাই নেক্লিউদভক নাৰী কয়দী সকলৰ সাক্ষাতৰ কোঠালৈ লৈ গ'ল।

পুৰুষ কয়দী বিলাকৰ সাক্ষাতৰ কোঠাটোৰ দৰে ইয়াতো দুভাগ কৰা। মাজত এটা বাট আৰু দুয়োকাষে দুখন লোহাৰ জাল। একমাত্ৰ প্ৰভেদ এই কোঠাটো অলপ সৰু। নাৰী কয়দী আৰু সাক্ষাৎ কৰিবলৈ অহা মানুহৰ সংখ্যাও কম, কিন্তু চিঞৰ-বাখৰ হাই-উৰুমি একেই। ইয়াতো মাজ বাটটোত তহল দিয়া এগৰাকী ৱাৰ্ডাৰনী আছে। ইউনিফৰ্মটো হ'ল এটা নীলা জেকেট আৰু চোলাৰ হাত দুটাও সোণোৱালী জৰি বন্ধা, আৰু বেল্টদাল নীলা। ইয়াতো সাক্ষাৎ কৰিবলৈ অহা মানুহ বিলাকে লোহাৰ জালত মুখদি দুখন জালৰ সিপাৰে থকা কয়দী বিলাকৰ লগত কথা বতৰা হৈছে। লোহাৰ জালখনৰ কাষে কাষে, কোনোৱে ভৰিৰ আঙুলিৰ ওপৰত থিয় হৈ আৰু কোনোৱে মজিয়াতে বহি কথোপকথন কৰিছে।

নাৰী কয়দী বিলাকৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য কয়দী হ'ল এগৰাকী অঘৰী ডিবোতা। মানুহ জনীৰ চুলি বিলাক আউল বাউল। চেহেৰা বিকৃতাকাৰ আৰু থীণোৱা। মাতটো কঠুৱা। শুকলা চুলিবোৰৰ পৰা তাইৰ কমালখন খহি পৰিল। কয়দীবিলাকৰ লাইনৰ সোঁমাজৰ খুটা এটাৰ ওচৰত বহি, তাই অদ্ভুত অঙ্গি-ভঙ্গি কৰি, বিপৰীত ফালে থকা অঘৰী এজনৰ লগত কথা পাতিবলৈ চেষ্টা কৰিছে। এই অঘৰীজনৰ ওচৰতে মাটিত লেপেতা মাৰি বহি, আন এগৰাকীয়ে কয়দীৰ লগত কথা পতাত ব্যস্ত। সৈনিকজনৰ ওচৰতে আছে ধুনীয়া গোঁফ-দাঁড়িৰে এজন কৃষক। তেওঁৰ কান্দোন ওলাওঁ ওলাওঁ আৰু বহু কষ্টেৰেহে কান্দোন বন্ধ কৰি আছে। নীলনয়নী দেখিবলৈ ধুনীয়া এগৰাকী কয়দীৰ লগত তেওঁ কথা পাতিছে। এওঁৱেই হ'ল ফিড'ছিয়া আৰু ইজন হ'ল তাইৰ স্বামী। এইদৰে বহুজনে আপোনজনৰ লগত কথা-বতৰা হৈছে। কিন্তু এই কয়দীবিলাকৰ লগত মাচ্লভা নাই, কয়দী লাইনৰ পিচফালে থকা খিড়িকীৰ কাষত এগৰাকী নাৰী কয়দী থিয় হৈ আছিল। নেক্লিউদভে তায়েই মাচ্লভা বুলি অনুমান কৰিলে। তেওঁৰ বুকু টিপ টিপাই উঠিল।

উৎসাহ যেন বন্ধ হব এনেকুৱাই ভাব। তেওঁৰ কাৰণে সন্দিক্ষণ উপস্থিত হল। লোহাৰ জালৰ ওচৰ চাপি, নেকৃলিউদভে তাইক সম্পূর্ণ চিনি পালে। তাই নীলনয়না ফিড'ছিয়াৰ পিছত বহি তেওঁলোকৰ কথা-বতৰা শুনি হাঁহি আছিল। তেতিয়াও তাইৰ গাত কয়দীৰ সাজপাৰ নাই। তাই পিন্ধি আছিল শুকলা বৰ্ণৰ এটা সাজপাৰ। কঁকালত বেল্ট বন্ধা, বুকুখন ওফন্দি আছে। মূৰৰ কমালৰ তলেদি, কেঁকোৰা কেকুৰী এচেকুৰা চুলি, কেছাবীত ওলমি থকাদি ওলমি আছে।

"ক্ষন্তেকতে সকলো সিদ্ধান্ত হৈ যাব।" তেওঁ মনে মনে ভাবিলে। "মই তাইক কি বুলি সম্বোধন কৰোঁ। তাই নিজে নিজে মাতিবনে কি?" নেকৃলি-উদভে ভাবিলে।

মাচ্‌লভাই ক্লাৰা আহিব বুলি ভাবি আছিল, কিন্তু ক্লাৰাৰ ঠাইত নেকৃলি-উদভ্ আহিব বুলি তাইৰ চিন্তাৰ অগোচৰ আছিল।

মাজবাটত তহল দি থকা ৱাৰ্ডাৰনী গবাকীয়ে নেকৃলিউদভৰ ওচৰ পাই প্ৰশ্ন কৰিলে, "আপুনি কাক বিচাৰিছে?"

"কেটেৰীনা। মাচ্‌লভা!" চুছুকচামাককৈ নেকৃলিউদভে কলে।

"মাচ্‌লভা! তোমাক বিচাৰিছে।" ৱাৰ্ডাৰনী গবাকীয়ে চিঞৰি কলে.

## তেচল্লিশ

মাচ্‌লভাই চাৰিওফালে ঘূৰি চালে। তাই মূৰটো থিয় কৰি, বুকুখন ওফোন্দাই, প্ৰস্তুতিৰ ভঙ্গিত লোহাৰ জালখনৰ ওচৰত থিয় হ'ল। এনেদৰে প্ৰস্তুত হোৱা স্বভাৱ তাইৰ আগৰে পৰা আছিল আৰু নেকৃলিউদভেও সেই কথা জানে। তুজনী নাৰী কয়দীৰ মাজত সোমাই আচৰিত আৰু অনুসন্ধিৎসু দৃষ্টিৰে তাই চাৰলৈ ধৰিলে।

মূল্যবান আৰু ধুনীয়া সাজ পাৰেৰে ভূষিত হৈ অহা নেকৃলিউদভক দেখি, তাই কোনো সম্ভ্রান্ত ধনী লোক বুলি ধৰি ললে আৰু তেওঁলৈ চাই হাঁহি এটা মাৰিলে।

লোহাৰ জালখনৰ কাষলৈ মুখখন চপাই চকু এটা অলপ কেৰা কৰি, তাই হাঁহি মাৰি সুধিলে, "আপুনি কি মোক লগ পাৰলৈ বিচাৰিছে?"

"ম-ম-মই তোমাক লগ পাবলৈ আহিছোঁ।"। নেক্‌লিউদভে তেওঁৰ মাতত কোনো জোৰ নিদি সাধাৰণ ভাবেই কথাষাৰ কলে।

ওচৰত থকা দুজনমান লোকে উচ্চৈঃস্বৰে কথা হৈ থকাত, নেক্‌লিউদভে কোৱা কথাৰ মাচ্‌লভাই একো অৰ্থ বুজিব নোৱাৰিলে। কিন্তু নেক্‌লিউদভৰ মুখৰ ভাব-ভঙ্গীয়ে, তাই পাহৰি থকা আৰু স্মৰণ কৰিবলৈ ইচ্ছা নকৰা কিবা এটা ঘটনা তাইৰ মনৰ অন্তৰালত ভাহি উঠিব খোজে। ক্ষন্তেকতে তাইৰ মুখৰ হাঁহি লোপ পালে আৰু চেহেৰাত প্ৰতিবিম্বিত হ'ল এটা সুগভীৰ দুঃখ আৰু বেদনাৰ ভাব।

"আপুনি কি কৈছে মই একো শুনা নাই।" মাচ্‌লভাই কলে, লগে লগে তাইৰ চকু মুখ খোপা হৈ পৰিল।

"মই আহিছোঁ........।"

"হয়, মই মোৰ কৰ্ত্তব্য কৰিছোঁ। মোৰ দোষৰ স্বীকাৰোক্তি কৰিছোঁ।"। তেওঁ নিজে নিজে মনতে ভাবিলে। এই কথা ভবাৰ লগে লগে, তেওঁৰ চকু চল্‌চলীয়া হৈ, টোপাটোপে চকুলো বৈ পৰিল। এটা শোক আৰু অনুতাপৰ ভাবে তেওঁৰ ডিঙিত খুন্দা মাৰি ধৰিলে। লোহাৰ জালখনত দুয়ো হাতে ধৰি, তেওঁ চকুলো বন্ধ কৰাৰ চেষ্টা কৰিলে।

নেক্‌লিউদভৰ কাষতে থকা দৰ্শক এজনে কলে, "যি কামত তোমাৰ কোনো স্বাৰ্থ নাই, তাত তোমাৰ মুৰ ঘমোৱাৰ প্ৰয়োজন কি?"

সি ফালৰ পৰা এজনী কয়দীয়ে মাত লগালে, "ঈশ্বৰ মোৰ সাক্ষী। মই সেই বিষয়ে একো নেজানো।"

তেওঁৰ উত্তেজনাৰ অৱস্থা মাচ্‌লভাৰ চকুত পৰিল আৰু তাই তেওঁক চিনি পালে।

"আপোনাৰ নিচিনা·······অ' নহয়, মোৰ মনত পৰা নাই।" নেক্‌লিউদভৰ ফালে নেচাই, মুখখন কাতি কৰি তাই উত্তৰ দিলে। তাইৰ মুখখন যেন ক্ৰমে আৰু ঘোপ মৰা হৈ পৰিল।

"মই তোমাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিবৰ কাৰণে আহিছোঁ।" কিতাপৰ লেছন মুখস্থ গোৱাৰ দৰে, অলপ জোৰেৰে তেওঁ কলে।

কথাষাৰ কৈ তেওঁৰ মনত যেন এটা খেলি মেলিৰ ভাব সৃষ্টি হল। তেওঁ ইফালে সিফালে চালে। ভভালিকে তেওঁৰ মনলৈ ভাব আহিল যে তেওঁ লাজ পাবলগীয়া হৈছে যদিও ই ভালেই হৈছে। কিয়নো তেওঁ লাজ পোৱাই উচিত।

এই অৱস্থা তেওঁ সহ্য কৰিবলৈ বাধ্য। তেওঁ পুনৰ উচ্চৈঃস্বৰে কলে, "মই বোৰ অন্যায় কৰিছোঁ। তুমি মোক ক্ষমা কৰা।"

কেৰাহিকৈ একেঠৰে তাই তেওঁৰ ফালে চাই আছে।

নেক্লিউদভে আৰু বেছি কথা পাতিব নোৱাৰিলে। লোহাৰ জালখনৰ কাষৰ পৰা অলপ আঁতৰি তেওঁৰ অন্তৰত খুন্দামাৰি ধৰা বেজাৰ পাতলাবৰ চেষ্টা কৰিলে।

. .

এনেতে যিজন ইন্‌স্পেক্টৰে নেক্লিউদভক নাৰী কয়দী থকা ৱাৰ্ডৰ ফালে পথ নির্দ্দেশ কৰি দিছিল, তেওঁ আহি উপস্থিত হল। ইতিমধ্যেই তেওঁ নেক্লিউদভৰ প্ৰতি অলপ আকৃষ্টও হৈছিল। তেওঁ লোহাৰ জালৰ কাষতে থকা কয়দী গৰাকীৰ লগত, নেক্লিউদভে কথা নপতাৰ কাৰণ সম্পৰ্কে প্ৰশ্ন কৰিলে।

নেক্লিউদভে নাকৰ এটা শোঁত টানি কলে যে মাজত দুখন লোহাৰ জাল লৈ কথাপতাৰ বৰ অসুবিধা হৈছে আৰু একো শুনাও নেযায়।

ক্ষন্তেক ভাবি ইন্‌স্পেক্টৰে কলে, "বৰ, অলপ পৰৰ কাৰণে তাইক লোহাৰ জালৰ ভিতৰৰ পৰা বাহিৰলৈকো আনিব পাৰি……।" ৱাৰ্ডাৰনীৰ ফালে চাই তেওঁ কলে, 'মেৰিয়া কার্বনা। মাচ্‌লভাক বাহিৰলৈ আনা।"

নিমেষতে মাচ্‌লভাক বাহিৰলৈ অনা হল। তাই মৃদু পদক্ষেপে আহি তেওঁৰ কাষতে থিয় হৈ ঠৰ লাগি তেওঁৰ ফালে চাবলৈ ধৰিলে।

দুদিনৰ আগতে কপালৰ দুয়োকাষে তাইৰ চুলি দুকোচা যিদৰে পৰি আছিল, আজিও সেইদৰেই আছে। তাইৰ মুখৰ চেহেৰা এতিয়াও আকৰ্ষণীয় যদিও দেখাত ৰোগক্লিষ্ট, ওফোন্দা আৰু শান্ত। চকুজুৰি এতিয়াও বেচ উজ্জ্বল। তাই যেন আচৰিত ধৰণেৰে উথহি থকা চকুৰ পাহি দুটাৰ তলেদি নেক্লিউদভক দৃষ্টিপাত কৰিছে।

"আপোনালোকে ইয়াতেই কথা পাতিব পাৰে" বুলি কৈ ইন্‌স্পেক্টৰে আঁতৰি গ'ল।

নেক্লিউদভে বেৰৰ কাষত থকা বেঞ্চ এখনত আহি বহিল, মাচ্‌লভাই কিবা এটা প্ৰশ্ন কৰাৰ ভাবত ইন্‌স্পেক্টৰলৈ ৰ' লাগি চাই আছে। হাৰপিচত তাই কিবা এটা ভাবি আচৰিত হোৱাৰ দৰে গাটোত এটা জিকাৰ মাৰি, নেক্লিউদভৰ ওচৰলৈ আহি, স্কাৰ্টটো কোঁচাই, তেওঁৰ কাষতে বহি পৰিল।

"মই জানো তোমাৰ পক্ষে মোক ক্ষমা কৰা অতিশয় কঠিন।" নেক্লি-

উদতে এই কথাবাৰ কৈ থমকি বল, তেওঁৰ চকুলো বৈ গল আৰু এটা তীব্ৰ বেদনাই অন্তৰত খুন্দামাৰি ধৰিলে।

"যদিও অতীতত সি হৈ গল, তাক মই নোহোৱা কৰিব নোৱাৰো, তথাপি মোৰ শক্তিয়ে আঁতে মানে মই যি পাৰো কৰিম। কোঁৱা—।"

তেওঁৰ ফালে স্থিৰ দৃষ্টিৰে তাই চাই আছে। তাইৰ চকুৰ দৃষ্টি তেওঁৰ পৰা আঁতৰ হোৱা নাই। তেওঁৰ প্ৰশ্নোত্তৰৰ প্ৰত্যুত্তৰ নিদি তাই কলে, "আপুনি মোক কেনেকৈ বিচাৰি পালেহি ?"

মাচ্‌লভাৰ আগৰ সেই মনোমোহা মধুৰ চাৱনি নাই। মুখৰ চেহেৰাও নাই। তাইৰ এই পৰিবৰ্ত্তন নেক্‌লিউডভৰ চকুত পৰিল। তেওঁ নিজে নিজে ভাবিলে, "হে প্ৰভো! মোক কৰ্ত্তব্যৰ নিৰ্দ্দেশ দিয়া। মোক সহায় কৰা।"

"পৰহি মই মকৰ্দ্দমাৰ জুৰৰ আছিলো। তেতিয়া তুমি মোৰ চিন ধৰিব পৰা নছিলা নহয় ?"

"মই চিনিব পৰা নাছিলোঁ। মানুহ চিনিবৰ কাৰণে মোৰ সময়ও নাছিল, মই সিমান মনদি চোৱাও নাছিলোঁ।"

"এটা সন্তান হৈছিল নহয় ?" প্ৰশ্নটো সুধি লাজত নেক্‌লিউদভে ৰঙা পৰিল।

"ঈশ্বৰৰ ইচ্ছাত সি উপজিয়েই সিপুৰিলৈ গল।" মুখ কাতি কৰি খঙেৰে তাই উত্তৰ দিলে।

"তুমি কোৱা কি ? এনেকুৱা কিয় হল ?"

"মোৰ নিজৰেই কথমপিহে প্ৰাণ বাচিছে।" তললৈ মুখ কৰি তাই ক'লে।

"মোৰ মাহীহঁতৰ ওচৰৰ পৰা তুমি গুচি গলা কিয় ?"

"লৰাহোৱালী থকা চাকৰনী ৰাখে কোনে ? মোৰ গাত লেঠা দেখিয়েই, তেওঁলোকে মোক খেদাই দিলে। কিন্তু এইবোৰ কথাৰ পাতনি মেলাৰ প্ৰয়োজন কি ? এতিয়া এইবিলাক কথা মোৰ একো মনত নাই। সেই আধ্যাৰ শেষ।"

"নহয়। শেষ হোৱা নাই। মই এই পাপৰ পৰা উদ্ধাৰ হব খোজোঁ।"

"পাপৰ পৰা উদ্ধাৰ হবলৈ আছে কি ? গল কথা গুছিল।"

মাচ্‌লভাৰ পৰা নেক্‌লিউদভে এনে উত্তৰ আশা কৰা নাছিল। ভাবশিহুত তাই তেওঁৰ ফালে চাই এটা হাঁহি মাৰিলে। যদিও এই হাঁহিত এটা অসন্তুষ্টি

তাৰ নিহিত আছিল। তথাপি তাৰ মাজতো আছিল এটা প্ৰলোভন আৰু ৰুকণ সুৰ।"

মাচ্‌লভাই নেক্‌লিউদভক পুনৰ লগ পোৱাৰ কোনো আশাই ৰখা নাছিল। বিশেষকৈ এই কাৰাগাৰত আৰু এই মুহূৰ্ত্তত। গতিকেই তেওঁক চিনি পোৱাৰ লগে লগে, যিবিলাক স্মৃতি তাই মনৰ পৰা দূৰ কৰি পঠাইছিল, সেই স্মৃতিৰ পুনৰাবৃত্তি তাই বন্ধ কৰি ৰাখিব নোৱাৰিলে।

প্ৰথমতে তাইৰ সোঁৱৰণত খেলি মেলি লাগিল। তত্ৰাচ তাইৰ মনলৈ আহিল এজন ধুনীয়া যুৱকৰ কথা। তেওঁ তাইক ভাল পাইছিল আৰু প্ৰেম নিবেদন কৰিছিল। তায়ো তেওঁক অন্তৰৰ পৰাই ভাল পাইছিল। এই ভালপোৱাই তাইৰ মনত আৰু অনুভূতিত দ্বাৰোদ্‌ঘাটন কৰি দিছিল এখন নতুন জগতৰ। কিন্তু তাইৰ এই অপাৰ আনন্দ ছয়ঁাময়া ভাৱে লুপ্ত হৈ গল। লুপ্ত হৈ গ'ল তাইৰ কল্পনাৰ সৌধ আৰু ইয়াৰ পিচত আহিল বাৰিষাৰ বানৰ দৰে দুঃখ, বেদনা আৰু অপমানৰ জোৱাৰ। এইবোৰ কথা মনত পৰি তাইৰ বুকুত শোকে খুন্দামাৰি ধৰিলে। তথাপি তাই এইবোৰৰ কাৰণ বুজিব পৰা নাই। তাই নুবুজে। গতিকেই তাই সদাই যিদৰে চলি আহিছে, এতিয়াও তাই তাকেই কৰিলে, অধঃপতিত জীৱনৰ চূড়ান্ত পৰ্য্যায়ত পৰি তাই এইবোৰ কথা পাহৰি পেলাইছে। প্ৰথম মুহূৰ্ত্তত তাইৰ কাষত বহি থকা এই মানুহজনক তাই ভাল-পোৱা যুৱকজন বুলিয়েই ভাবিছিল; কিন্তু এই স্মৃতি তাইৰ কাৰণে অতিশয় বেদনাদায়ক। গতিকেই তাই পুনৰ 'তেওঁ নহয়' বুলি ধৰি ললে। সুন্দৰ সাজপাৰেৰে ভূষিত, সকৰে পৰা অতি সাৱধানেৰে লালিত পালিত, আৰু দাঢ়ি গেঁাফত সুগন্ধি তেল ঘঁহা এই যুৱকজন তাই ভাল পোৱা নেক্‌লিউদভ নহয়। যিবিলাক যুৱকে বা মানুহে তাইৰ নিচিনা গাভৰুক ভোগবিলাসৰ সামগ্ৰী হিচাবে প্ৰয়োজন মতে ব্যৱহাৰ কৰে, তেওঁও তাৰে এজন। সেই কাৰণে তাইৰ নিচিনা মানুহেও যাতে তেওঁৰ পৰা সুবিধা আদায় কৰি লব পাৰে সেইদৰেই তেওঁৰ প্ৰতি ব্যৱহাৰ কৰা উচিত। তাইৰ হাঁহিত যে এটি লোলুপতা পূৰ্ণ দৃষ্টি আছিল তাৰ কাৰণ এয়ে। তাই নিমাত হল আৰু মনে মনে ভাবিবলৈ ধৰিলে, তেওঁৰ পৰা তাই কি সুবিধা লব।

"অতীতৰ সকলো কথাই এতিয়া মাৰ গল।" তাই কলে, "এতিয়া মই কঠিন নিৰ্ব্বাসন দণ্ডেৰে দণ্ডিত।" এই কথাখিনি কওঁতে তাইৰ ওঠত কঁপনি উঠিল।

"মই খাতাংকৈ জানো, হয় মই জানো তুমি নির্দোষী।" নেক্‌লিউদভে উত্তৰ দিলে।

"অৱশ্যে মই দোষী নহয়, হয়। কিন্তু তেওঁলোকৰ মানত মই এজনী ডাঁকিনী আৰু চুৰুণী। ইয়াত সকলোৱে কয় বোলে এড্‌ভোকেটৰ ওপৰতহে সকলো নির্ভৰ কৰে।" তাই কলে, "এই হুকুমৰ বিৰুদ্ধে আপীল কৰা দৰকাৰ। কিন্তু খৰছ বহুত লাগে বুলি শুনিছোঁ।"

"হয় সচাঁ।" নেক্‌লিউদভে কলে। "মই এজন এড্‌ভোকেটৰ লগত এই সম্পৰ্কে কথাবতৰা হৈছোঁ।"

"ভাল এড্‌ভোকেট নহলে পইচা পাতি খৰছ কৰিও লাভ নাই।" তাই কলে।

"প্ৰয়োজন মতে মই সকলো কৰিম।"

দুয়োজন নিমাত। তাৰপিচত তাই আকৌ এটা হাঁহি মাৰিলে।

"মই আপোনাক এটা কথা কব খোঁজো।........যদি পাৰে অলপ পইচা.......বেছি নহয়.......দহ ৰূবল।" তাই কলে। কোঠাৰ ভিতৰত খোজ চলাই থকা ইন্‌স্পেক্টৰ জনলৈ তাই চকু দিলে।

"সৌ তেওঁ দেখাকৈ নিদিব। তেওঁ দেখিলে কাঢ়ি লৈ যাব।"

ইন্‌স্পেক্টৰজনে তেওঁলোকলৈ পিঠি দিওঁতেই নেক্‌লিউদভে তেওঁৰ জেপৰ পৰা দহ ৰূবলৰ ন'ট এখন উলিয়ালে। কিন্তু তাইৰ হাতত গুজি দিবলৈ নৌপাওঁতেই ইন্‌স্পেক্টৰে পুনৰ তেওঁলোকৰ ফালে মুখকৰি খোজ দিয়াত তেওঁ ন'টখন হাতৰ মুঠিতে লুকুৱাই ললে।

"এই নাৰীৰ মৃত্যু হল।" নেক্‌লিউদভে নিজে নিজে ভাবিলে। তেওঁ দেখিবলৈ পালে তাইৰ অতীতৰ সেই মোহিনী চেহেৰা আৰু নাই। তাইৰ এতিয়া মুখখন ভেবেহা আৰু ভ্ৰষ্টা। কেৰা চকু জুৰিৰ চাৱনীত কু-দৃষ্টি। তাইৰ বৰ্ত্তমান কেৱল এই ন'টখনৰ ওপৰত হে চকু। ইন্‌স্পেক্টৰৰ গতিগোত্ৰ দেখি তেওঁৰ অলপ সঙ্কোচ লাগিল।

সেইৰাতি যি তেওঁক প্ৰলুব্ধ কৰিছিল, সি যেন তেওঁৰ কাণে কাণে কিবা কয়, তেওঁক যেন কৰ্ত্তব্যৰ পৰা আঁতৰাই নিব খোজে, তেওঁক যেন ফলাফলৰ পৰা বঞ্চিত কৰিব খোজে আৰু যিটো বাস্তৱ কৰ্ত্তব্য, তাক কৰিবলৈ তেওঁক যেন বাধা দিয়ে।

সেই কণ্ঠস্বৰে তেওঁক যেন কয়, "এই নাৰীক লগত লৈ তুমি একো কৰিব নোৱাৰা। তুমি ডিঙিত শিল এটা বান্ধি পানীত ডুব দিবা। ফলত সকলো সামাজিক কামতেই তুমি মিছা হবা, তোমাৰ সমস্ত ধন দৌলত দি তাইৰ লগত সমস্ত সম্পৰ্ক চিঙি চিৰ বিদায় পালে তোমাৰ বেয়া হয়নে?" তেওঁৰ কাণত এই বাণী প্ৰতিধ্বনিত হল।

তেওঁ অনুভৱ কৰিলে যে এই মুহূৰ্ত্ততে তেওঁৰ অন্তৰ্জগতত কিবা এটা যেন অতি গুৰুতৰ ঘটনা ঘটিব ধৰিছে। তেওঁৰ দুই নাৱত দুই ভৰিৰ অৱস্থা। সামান্য চিন্তাই তেওঁক যেই সেই এফালে লৈ যাব পাৰে। আগদিনা ৰাতি তেওঁ অন্তৰত ভগবানৰ উপস্থিতি অনুভৱ কৰিছিল, তেওঁ সেই ভগবানৰ সহায় প্ৰাৰ্থনা কৰিলে, তত্তালিকে তেওঁ সহায় পালেও। তেওঁ সকলো কথা তাইক ভাঙি পাতি কবলৈ স্থিৰ কৰি পেলালে।

"কাটুৎচা! মই তোমাৰ ওচৰলৈ আহিছোঁ। ক্ষমা বিচাৰি। কিন্তু তুমি তাৰ কোনো উত্তৰ দিয়া নাই। তুমি মোক ক্ষমা কৰিছানে? কোঁৱা তুমি মোক ক্ষমা কৰিবা?" তেওঁ তাইক সুধিলে।

কিন্তু তাই তেওঁৰ কথালৈ কান নিদি কেৱল তেওঁৰ হাতখনলৈ আৰু ইন্‌স্পেক্টৰৰ মতিগতি চাই আছে। ইন্‌স্পেক্টৰে বিপৰীত ফালে মুখ ঘূৰাওঁতেই, তাই ন'টখন থাপ মাৰি আনি বেল্টৰ ভিতৰত লুকাই ললে।

তাই এটা বিতৃষ্ণাৰ হাঁহি মাৰি কলে, "আপোনাৰ পক্ষে তেনেদৰে কোৱা উচিত হোৱা নাই।"

নেকলিউদভে অনুভৱ কৰিলে যে তাইৰ অন্তৰ আত্মাত কিবা এটাই স্থিতি লৈছে, যি তেওঁৰ বিৰোধী আৰু সিয়েই বৰ্ত্তমান অৱস্থাত তাইৰ ভৰসা হৈ পৰিছে আৰু সেই কাৰণেই তেওঁ তাইৰ অন্তৰত সোমাব পৰা নাই।

কিন্তু আচৰিত এয়ে যে এনে অৱস্থাতো তাইক তেওঁ ত্যাগ কৰিবলৈ বাজি নহয়; বৰং এটা অদ্ভুত শক্তিৰ বলত তাইৰ লগত তেওঁৰ সম্পৰ্ক গাঢ় কৰিহে তুলিলে। তেওঁৰ ইচ্ছা যে তাইৰ অন্তৰ আত্মাক পুনৰ সঞ্জীবিত কৰি তুলিব, যদিও এই কাম অত্যন্ত কঠিন। কিন্তু এই কাঠিন্যই তেওঁৰ আকৰ্ষণ বঢ়াইহে তুলিলে। আজি তাইৰ প্ৰতি তেওঁৰ যেনেকুৱা স্নেহ উপজিল, তেনে স্নেহ তেওঁৰ কোনো দিনেই কাৰো প্ৰতি হোৱা নাই। আনকি তাইৰ প্ৰতিও হোৱা নাছিল। কিন্তু এই দৰদত তেওঁৰ নিজৰ কোনো স্বাৰ্থ নাছিল। তাইৰ পৰাও তেওঁ একো আশা কৰা নাছিল। তেওঁৰ একমাত্ৰ কামনা হল তাই আজি যি অধঃপতিত

অৱস্থাত আছে ইয়াৰ পৰা তাই যেন মুক্তি পায়। তাই যেন পূৰ্ব্বে যিদৰে মানুহ আছিল তেনে মানুহ হৈ পৰে। তাই যেন পুনৰ জাগি উঠি পুনৰ্জীৱিত হয়, আৰু নৱজীৱন লাভ কৰে।

"কাটুংচা! তুমি এইদৰে কিয় কোৱা? মই তোমাক জানো আৰু তোমাক মই পাহৰা নাই, পানৌৰ পুৰণা দিন বিলাকো পাহৰা নাই।"

"অতীত মৰিল আৰু গল। তাক পুনৰ স্মৰণ কৰি লাভ কি?" নীৰস ভাৱে তাই উত্তৰ দিলে।

"মই এই কথা উলিয়াইছোঁ। যাতে ইয়াৰ এটা সুব্যৱস্থা কৰিব পাৰোঁ। যাতে মই কৰা অন্যায়ৰ পৰা উদ্ধাৰ হব পাৰোঁ। বুজিছোঁ।" তেওঁ এই কথাও প্ৰকাশ কৰিব খুজিছিল যে তেওঁ তাইৰ পাণিগ্ৰহণ কৰিবলৈ ইচ্ছা কৰিছে, কিন্তু তেওঁ তাইৰ চকুৰ চাৱনিত দেখিবলৈ পালে তাই যেন এটা ভয়ঙ্কৰ, সাংঘাতিক, অশিষ্ট আৰু আকৰ্ষণহীন ৰূপ ধাৰণ কৰিছে। তেওঁৰ আৰু কোনো কথা প্ৰকাশ কৰিবলৈ সাহস নহল।

দৰ্শন কৰিবলৈ অহা মানুহবিলাকৰ প্ৰত্যাগমন কৰিবৰ সময় হল। এজন দুজনকৈ উলটিবলৈ ধৰিলে। এনেতে ইন্‌স্পেক্টৰ আহি নেক্‌লিউদভক সোধৰাই দিলে যে সময় শেষ হল।

মাচ্‌লভাও চুচুক চামাককৈ থিয় হল; ঘূৰি যোৱাৰ হুকুমৰ অপেক্ষাত।

"বিদায়! মোৰ আৰু বহু কথাই তোমাক কবলৈ আছিল। কিন্তু বৰ্ত্তমান সেইবোৰ কথা কোৱা অসম্ভৱ।" তাইৰ হাতত ধৰি তেওঁ কলে, "মই আকৌ আহিম।"

"মোৰ ভাব হয় আপুনি সকলো কথাই কলে।"

তাই কোনো লৰচৰ নকৰাকৈয়ে হাতখন ঘূৰাই আনিলে।

"নহয়, মোৰ কবলৈ আছে। মই পুনৰ এনেকুৱা ঠাইত দেখা কৰিম যাতে মোৰ মনৰ কথা অন্তৰ খুলি কব পাৰোঁ। ইয়াতকৈও গুৰুতৰ কথা মোৰ কবলৈ আছে।"

"যদি কবলৈ আছে নিশ্চয় আহিব।" হাঁহি মাৰি তাই কলে। তাই হাঁহি মাৰিলে কেৱল তেওঁক সন্তুষ্ট কৰিবৰ উদ্দেশ্যে।

"তুমি মোৰ ভনীতকৈও মৰমৰ।" নেক্‌লিউদভে কলে।

তাই মুৰত জিকাৰ মাৰি কলে, "তেনেদৰে কোৱা আপোনাৰ উচিত হোৱা নাই।" এই বুলি উত্তৰ দি, তাই লোহাৰ জালৰ সিপাৰলৈ সোমাই গল।

# চৌয়াল্লিশ

এই সাক্ষাতৰ পূৰ্ব্বে নেকৃলিউদভৰ এটা বেলেগ ধাৰণা আছিল যে তেওঁক অনুতপ্ত দেখি আৰু তেওঁ যে তাইক সহায় কৰিবলৈ আগবাঢ়িছে, এই কথা বুজি, তাই খুব আনন্দিত হ'ব। তেওঁক দেখি তাই অভিভূত হৈ পূৰ্ব্বৰ কাটুংচা হৈ পৰিব কিন্তু তেওঁ দেখি অবাক। আগৰ সেই কাটুংচা আৰু নাই। তাৰ ঠাইত তেওঁ দেখিবলৈ পালে মাচ্‌লভাক। এই কথাই তেওঁক আচৰিত কৰি পেলালে।

আটাইতকৈ তেওঁ দেখি আচৰিত হ'ল এই বুলি যে তাইৰ বৰ্ত্তমান অৱস্থাৰ কাৰণে নিজে অলপো লজ্জিত নহয়। অৱশ্যে কয়দী হোৱাৰ কাৰণে তাই দুঃখিত আৰু লজ্জিত। কিন্তু পতিতা হোৱাৰ কাৰণে তাইৰ কোনো অসন্তোষ বা আক্ষেপ নাই। বৰং সেইবাবে তাই গৌৰৱহে অনুভৱ কৰে। তথাপি ইয়াৰ বাহিৰে গত্যন্তৰেই বা কি? সক্ৰিয় হৈ থাকিবলৈ হলে, প্ৰত্যেকেই নিজৰ যি পেচা, তাৰ ওপৰত গুৰুত্ব দি ভাল বুলি ভবাই প্ৰয়োজন। সেইবাবে মানুহে যি অৱস্থাতেই পৰক লাগে, তাতেই খাপ খোৱাকৈ সাধাৰণতঃ জীৱনৰ প্ৰতি দৃষ্টি গঢ়ি উঠে আৰু নিজৰ জীৱিকাৰ পথকে সৎ বুলি ধৰি লয়।

সাধাৰণতে ভবা হয় যে চোৰ, খুনী, চোৰাংচোৱা আৰু বেশ্যাবৃত্তি অৱলম্বন কৰা সকলে তেওঁলোকৰ নিজৰ পেচাক হীন বুলি বিবেচনা কৰে, আৰু তেওঁলোকে নিজে নিজে সেইবাবে লাজ পায়; কিন্তু এই কথা সঁচা নহয়, বৰং ওলোটা। এওঁলোকে জীৱন সম্পৰ্কে নিজৰ মতাদৰ্শ জীয়াই ৰাখিবৰ কাৰণে, স্বভাৱতেই তেওঁলোকৰ লগত মতমিলা মানুহেৰে সৈতে মিলা প্ৰীতি কৰে, আৰু নিজৰ নিজৰ বৃত্তিত আবদ্ধ থাকে। আমি হয়তো আচৰিত হওঁ, চোৰে বেভিয়া তাৰ বুদ্ধি কৌশল সম্পৰ্কে, বেশ্যাই তাইৰ কু-প্ৰবৃত্তিৰ আৰু হত্যাকাৰীবিলাকে সিহঁতৰ নিষ্ঠুৰতাৰ সম্পৰ্কে বাহাদুৰি কৰে। ইয়াৰ কাৰণ হল এই মানুহবোৰৰ কাম-কাজ অতি কম সংখ্যক লোকৰ মাজত সীমাবদ্ধ আৰু বিশেষকৈ আমি এই সীমাৰ বাহিৰত থাকোঁ। কিন্তু লক্ষ্য কৰা দৰকাৰ যে ধনীয়ে বেভিয়া তাৰ ঐশ্বৰ্য্য লৈ গৰ্ব্ব কৰে, সিনো কি? ডকাইতি কৰি গোটোৱা সম্পত্তি লৈ ডাকোপ মৰা নহয় জানো। যুদ্ধ জিকি অহা সেনাপতিয়ে তাৰ বিজয়ৰ গৰ্ব্ব কৰে, সিনো কি? ই জানো অসংখ্য লোকক হত্যা কৰা নহয়? সেই দৰে সম্মানৰ উচ্চ গাদীত বহি

যি সকলে ক্ষমতাৰ ভেম দেখুৱাই আৰু ফিতাহি মাৰে ইনো কি? ইও জানো এক প্ৰকাৰ হিংসা নহয়? এই মানুহ বিলাকৰ জীৱন সম্পৰ্কে এনেকুৱা অসত্য দৃষ্টি ভঙ্গীক আমি নিন্দা নকৰোঁ, বা আমাৰ চকুত নপৰে কিয়? তাৰ কাৰণ হল এওঁলোকে মিলামিচা কৰা লোকৰ বা কাম-কাজৰ পৰিসৰ অত্যন্ত ব্যাপক। আচল কথা আমি নিজেই তেওঁলোকৰ দলভুক্ত।

মাচ্‌লভাৰো এনেকুৱা অৱস্থাৰ মাজত আৰু এইদৰেই জীৱন সম্পৰ্কে মতাদৰ্শ গঢ়ি উঠিছে। তাই এজনী বেশ্যা আৰু নিৰ্ব্বাসন দণ্ডেৰে দণ্ডিতা। তথাপি তাইৰো জীৱন সম্পৰ্কে মতাদৰ্শ আছে আৰু সেই কাৰণে তাই তাতেই সন্তুষ্ট থকাৰ সম্ভৱ হৈছে। ইয়াকে লৈয়েই তাই গৰ্ব্বিতা।

ইহঁতৰ মতেৰে লৰা-বুঢ়া, ছাত্ৰ-যুৱক, সৈন্য বা সেনাধ্যক্ষ, শিক্ষিত, সকলো পুৰুষৰ কাৰণে জীৱনৰ শ্ৰেষ্ঠ কামনা হল, সুন্দৰী নাৰীৰ লগত যৌন সম্ভোগ লাভকৰা। গতিকেই যিবিলাক লোকে অন্য ব্যৱসায়ত লিপ্ত আছে বুলি জাহিৰ কৰে, আচলতে তেওঁলোকৰো কাম্য ইয়েই। তাই নিজে এজনী মোহিনী আৰু সৌন্দৰ্য্যশালী নাৰী। পুৰুষৰ এনে কামনা পূৰ কৰাৰ বা নকৰাৰ ক্ষমতা তাইৰ আছে। সেই কাৰণেই সমাজৰ বাবে তাই এজনী প্ৰয়োজনীয় নাৰী। তাইৰ পূৰ্ব্ববৰ্ত্তী আৰু পৰবৰ্ত্তী জীৱনে এই কথাৰেই সত্যতা প্ৰমাণ কৰে।

গত দহ বছৰে তাই যলৈকে গৈছে, তাতেই তাই দেখিবলৈ পাইছে যে, নেক্‌লিউদভৰ পৰা আৰম্ভ কৰি, বৃদ্ধ পুলিচ বিষয়াৰ পৰা জেলাৰ পৰ্য্যন্ত সকলোকে তাইক লাগে, যিবিলাক মানুহৰ সংসৰ্গত তাই অহা নাই বা যিবিলাকে তাইক নিবিচাৰে সেই বিলাক মানুহৰ কথা তাই নেজানে। তাইৰ ধাৰণা যে পৃথিবীৰ সকলো পুৰুষেই কামনা-লালসাত মতলীয়া। তাইক পাবৰ কাৰণে তেওঁলোকে চলাইছে সৰ্ব্ব প্ৰকাৰ প্ৰচেষ্টা—ঠগ, প্ৰৱঞ্চনা, হিংসা, অৰ্থলোভ, বুদ্ধি, কৌশল, ইত্যাদি।

মাচ্‌লভাই জীৱনক এই দৰেই বুজিছে। জীৱনৰ প্ৰতি দৃষ্টি-ভঙ্গী যদি এনেকুৱাই হয়, তেন্তে তাই নিশ্চয় নিকৃষ্ট জীৱ নহয়। তাই এজনী অতি প্ৰয়োজনীয় নাৰী। সকলো কথা বাদ দি, জীৱনৰ প্ৰতি এনে দৃষ্টি-ভঙ্গীকেই তাই গুৰুত্ব সহকাৰে গ্ৰহণ কৰিছে। ইয়াৰ বাহিৰে তাইৰ সমুখত কোনো পথ নাই। তাই যদি এই মত ত্যাগ কৰে, তেন্তে সমাজত তাইৰ মূল্যই বা কিমান? জীৱনক হেৰুৱাই পেলোৱাৰ ভয়ত তাই এনে মত গ্ৰহণ কৰিবলৈ বাধ্য হৈছে আৰু যি সকল একে পথৰে পথিক, সেই সকলৰ লগতে তাই সাঙোৰ খাই পৰিছে।

তাই বুজিছিল যে নেকলিউদভে তাইক এথন বেলেগ জগতলৈ লৈ যাব খোজে। তাই এই কথাও বুজিছিল যে সেই বাস্তাত গ'লে, বৰ্ত্তমান তাইৰ যিখিনি আত্মসবল আৰু আত্মমৰ্য্যাদা আছে, নিশ্চয় সেইখিনিও নষ্ট হব। গতিকেই নেকলিউদভে তাইক যি পথে নিব খোজে, তাৰ তাই বিৰোধী। এই কাৰণেই তাই নেকলিউদভৰ লগত প্ৰথম যৌৱনত যি প্ৰণয় ঘটিছিল, সেই স্মৃতি তাই মনৰ পৰা মচি পেলাইছে। বৰ্ত্তমান তাই গ্ৰহণ কৰা জীৱনৰ দৃষ্টি-ভঙ্গীৰ লগত, সেই স্মৃতি খাপ নেখায়। সেই স্মৃতি হয়তো তাইৰ অন্তৰৰ নিভৃততম কোণত লুপ্ত হৈ গৈছে, নাইবা তাক তাই অতি যতনেৰে তাইৰ অৱচেতন মনৰ কোনো এটা কোণত ঢাকি ৰাখিছে, যাতে সেই স্মৃতিয়ে কেতিয়াও ভুমুকি মাৰিব নোৱাৰে। আজি যিজন নেকলিউদভ আহি তাইৰ সমুখত থিয় দিছে, সেইজন নেকলিউদভ নহয়, যাক তাই প্ৰথম যৌৱনত তাইৰ অকৃত্ৰিম ভালপোৱা বিলাই দিছিল। এই জন নেকলিউদভ হ'ল এজন ধনী ভদ্ৰলোক, যাৰ পৰা তাই নিজৰ স্বাৰ্থ আদায় কৰি লব পাৰে। অন্যান্য মানুহৰ লগত তাই যেনে ব্যৱহাৰ কৰি আহিছে, এও তেনে ব্যৱহাৰৰেই পাত্ৰ।

"নহয়, মই আচল কথাটো তাইক কব নোৱাৰিলোঁ।" সাক্ষাত কৰিবলৈ যোৱা লোক সকলৰ লগত ওলাই আহোঁতে নেকলিউদভে ভাবিলে।

"মই তাইৰ পাণিপ্ৰাৰ্থী বুলি নকলো। বাৰু মই নকলো হয়, কিন্তু তাইক মই কবই লাগিব। হয় নিশ্চয় কম।" তেওঁ পুনৰ ভাবিলে।

বাটত বৈ থকা ৱাৰ্দাৰ দুজনে পুনৰ সাক্ষাৎ কৰিবলৈ অহা মানুহবোৰৰ পিঠিত ঢকিয়াই, গম্ভি লৈ, ওলাই যাবলৈ দিলে। তেওঁলোকে এনে ভাবে গম্ভি লৈছে যাতে জেলত আবদ্ধ থকা কোনো লোক ওলাই যাব নোৱাৰে আৰু থাকিও যাব নোৱাৰে। পিঠিত হাত দিয়াৰ বাবে এইবাৰ নেকলিউদভৰ খং উঠিল; তালৈ তেওঁৰ ভ্ৰূক্ষেপেই নহ'ল।

## পঁয়চল্লিশ

নেকলিউদভে তেওঁৰ বাহ্যিক জীৱন নতুন ভাৱে গঢ়ি লোৱাৰ কল্পনা কৰিলে, তেওঁৰ চাকৰ বিলাকক বিদায় দিয়া, ডাঙৰ ঘৰটো ভাৰাত দিয়া, আৰু নিজে কোনোবা বহা এটাত ঠাই লোৱা। কিন্তু আগ্ৰাফেনা পেট্ৰবনাই তেওঁক সোঁৱৰাই দিলে যে শীতকালৰ পূৰ্ব্বে এইবোৰ সালসলনি কৰা নিপ্ৰয়োজন।

এই বাবিবা নগবৰ ঘৰ কোনেও ভাবা নলয়। যেই সেই প্ৰকাবে তেওঁ চলিবই লাগিব আৰু বস্তবোৰ কবৰাত গুজি থব লাগিব। গতিকেই তেওঁৰ জীৱন-ধাৰণৰ আৰু চলনফুৰণৰ পৰিকল্পনাবোৰ (তেওঁ ছাত্ৰবিলাকৰ দৰে সৰল ভাৱে থাকিব খোজে) কোনো কামত নাহিল। ঘৰৰ সকলো ব্যৱস্থা পূৰ্ব্বৰদৰেই যে বাহাল থাকিল এনে নহয়, ঘৰখন কৰ্ম্মমুখৰ হৈ পৰিল। ঘৰত থকা উলৰ আৰু অন্তৰ নোমেৰে তৈয়াৰী বস্তবোৰ ৰ'দত শুকুৱাই আৰু কোবাই কোচাই ঠিক কৰিবৰ কাৰণে বাহিৰলৈ উলিওৱা হল। গেটত থকা দুৱৰী, তেওঁৰ চাপ্ৰাচী, বান্ধনিজন আৰু কৰ্নিয়াই আটাইবোৰেই এই কামত লাগি গ'ল। কোনেও কোনো দিনে ব্যৱহাৰ নকৰা অদ্ভুত ধৰণৰ নোমৰ তৈয়াৰী বস্তবোৰ, নানা ধৰণৰ 'ইউনিফৰ্ম্ম' বাহিৰলৈ উলিয়াই লাইন কৰি থঁবা হৈছে। অন্য সাজ-সৰঞ্জাম আৰু কাৰ্পেট বোৰো আটাই কিজনে মৰিয়াই খতিয়াই ৰ'দত শুকুৱাইছে। চাপ্ৰাচী লৰাটোৱে আৰু গেটৰ দুৱৰীজনে ধুমধাম মাৰিয়েই আছে। কোঠা-বিলাকৰ ভিতৰত নেপথেলিনৰ গোন্ধেৰে মলমলাই উঠিল।

ষিৰিকীয়েদি মুখ উলিয়াই আৰু চোতাললৈ আহি, তেওঁ এই বস্তবোৰ চকু ফুৰাই চাই দেখিলে যে ইয়াৰ ভিতৰত বহু বস্তৱেই অনাৱশ্যক। এইবোৰ দেখি তেওঁ আচৰিত হয়। তেওঁ মনে মনে ভাবিলে যে, এই অনাৱশ্যক বস্তবোৰে কেৱল আগ্ৰাফেনা পেট্ৰবনা, চাপ্ৰাচী লৰাটো, দুৱৰী আৰু কৰ্নিয়াক কামৰ যোগান দিছে আৰু তেওঁলোকে এইবোৰ মৰিয়াই খতিয়াই ব্যায়াম কৰাৰ দৰে অঙ্গচালনাহে কৰিছে।

তেওঁ নিজে নিজে ভাবিলে, "বৰ্ত্তমান তেওঁ চালচলনৰ সালসলনি নকৰাই ভাল। মাচ্‌লভাৰ গোচৰটোৰ এতিয়াও কোনো শেষ সিদ্ধান্ত হোৱা নাই। তদুপৰি এই কামটোও সহজ নহয়। তাই মুক্তি পালে, নাইবা তাই যদি নিৰ্ব্বাসনলৈ যায়, আৰু মই অনুগামী হওঁ, তেতিয়া আপোনা আপুনিয়েই কিছু সালসলনি হৈ যাব।"

নিৰ্দ্ধাৰিত দিনা নেক্‌লিউদভ এড্‌ভোকেট ফেনাৰীনক লগ ধৰিবলৈ যাত্ৰা কৰিলে। এটা ধুনীয়া অট্টালিকাত এড্‌ভোকেট বাস কৰে। ঘৰৰ আশে পাশে থকা কিছুমান ভাল গছ আৰু অন্য গছ-গছনিয়ে অট্টালিকাটোৰ সৌন্দৰ্য্য আৰু শ্ৰী বৃদ্ধি কৰিছে। বিবাটাকাৰ আৰু দেখিবলৈ ধুনীয়া কিছুমান জাঁৰ কাপোৰ থঁবা আছে। বিলাসৰ নানা সামগ্ৰী আৰু আচবাবেৰে ঘৰটো সুসজ্জিত। ঘৰটো দেখিলেই কব পাৰি যে গিৰিহঁতজন বহু ধনৰ মালিক, (অযত্নে বিনা

পৰিস্ৰমেৰে অৰ্জা ধন ) আৰু তেওঁ প্ৰদৰ্শন কৰা আচবাব পত্ৰবিলাকৰ পৰাই বুজিব পাৰি যে তেওঁ এজন নতুন ধনী।

ডাক্তৰৰ ঘৰবদৰে তেওঁৰ ঘৰৰ সমুখত থীপোৱা গুকুৱা ভালেমান মানুহে অপেক্ষা কৰি আছে। মানুহবোৰে চাই-চিভি আমোদ পাবৰ কাৰণে কিছুমান সচিত্ৰ কাকতপত্ৰ টেবুলত পেলাই থোৱা আছে। তেওঁলোকে এড্‌ভোকেটক পাল পালকৈ লগ ধৰি আছে। ওখ টেবুল এখনৰ কাষতে বহি থকা এড্‌ভোকেটৰ সহকাৰী জনে নেকৃলিউদভক দেখি ক'লে যে তেওঁৰ আগমনৰ কথা তত্তালিকে ফেনাৰীনক জনাই দিব। কিন্তু তেওঁ আগবাঢ়ি যাওঁতেই দুৱাৰ মুকলি হ'ল আৰু সদাগৰ এজনৰে সৈতে কথোপকথন কৰি ফেনাৰীন ওলাই আহিল। উভয় পক্ষই যেন কিবা এটা লাভজনক চুক্তি কৰি আনন্দিত।

ফেনাৰীনে হাঁহিমাৰি সদাগৰক ক'লে, "আপোনাৰ নিজৰো অলপ দোষ আছে।"

"নিশ্চয় আছে। নিষ্পাপী অপেশ্বৰী হোৱাহেতেন আমাৰ স্বৰ্গতেই বাস হ'লহেতেন।"

"অঁ অঁ বুজিছোঁ।" দুয়োজনে আকৌ ঢেক ঢেককৈ হাঁহি মাৰিলে।

ফেনাৰীনে অকস্মাতে নেকৃলিউদভক দেখি ক'লে, "অঁ কুমাৰ নেকলিউদভ্‌! আহক! আহক!" তেওঁ মুখ দোৱাই সদাগৰক বিদায় দি কুমাৰ নেকৃলিউদভক আলোচনা কোঠালৈ মাতি নিলে।

এড্‌ভোকেটে নেকৃলিউদভৰ মুখামুখিকৈ বহি হাঁহি মাৰি ক'লে, "চিগেৰেট এটা হোঁপক।"

"ধন্যবাদ! মই ধূমপান নকৰোঁ। মই মাচ্‌লভাৰ মকৰ্দমাৰ কথা লৈ আপোনাৰ ওচৰলৈ আহিছোঁ।"

"অঁ অঁ হয়। মনত পৰিছে। চাওকচোঁন এই ধনী সদাগৰবোৰ প্ৰত্যেকেই একোটা ডকাইত।" এড্‌ভোকেটে ক'লে। "আপুনি এই মাত্ৰ যোৱা পেতাল মানুহজনক দেখিলে। তেওঁ এজন কোটিপতি, অথচ তেওঁ কং টকা নাই। পাৰিলে তেওঁ আপোনাৰ জেপ সুৰকিও টকা চেৰেক নিব" —এড্‌ভোকেটে ক'লে।

এড্‌ভোকেটৰ কথাবিলাক শুনি নেকৃলিউদভে ভাল পোৱা নাছিল। কিয়নো তেওঁ কথাবোৰ এনে সুৰত কৈছিল যেন নেকৃলিউদভ আৰু ফেনাৰীন একেশ্ৰেণীৰে মানুহ আৰু সদাগৰজন হ'ল বেলেগ শ্ৰেণীৰ।

"যি হ'ক পাৰণ্ডটোৰ হাতৰ পৰা ৰক্ষা পৰিলে।। মানুহজনে ইমান আমনি দিয়ে কি কব! এতিয়া অলপ সকাহ পাইছোঁ।।" এডভোকেট জনে ক'লে।

নেকলিউডভে যি কামত আহিছে, সেই কামৰ লগত বজিতা নোখোৱা এই কথাবোৰ শুনি তেওঁৰ আমনি লাগিছিল। তেওঁৰ ধাৰণা হ'ল যেন এড্ভোকেটে দায় এৰাবৰ কাৰণেহে এই কথাবোৰৰ পাতনি মেলিছে।

"বাৰু, এতিয়া আপোনাৰ মকৰ্দমাৰ কথা পতা হ'ক। মই নথিপত্ৰবোৰ মনোযোগেৰে পঢ়িছোঁ।। কিন্তু তুৰ্গেনেভে কোৱাৰদৰে 'তাৰ ভিতৰৰ বিষয় বস্তুখিনি মই সমৰ্থন কৰিব পৰা নাই।' মোৰ কথা হৈছে যে অনভিজ্ঞ এড্ভোকেটে যিদৰে গোচৰটো পৰিচালনা কৰিলে, তাৰ ফলত এতিয়া আপীল কৰাৰ হেতুকে বিচাৰি পোৱা নাই।"

"তেন্তে উপায় কি?"

"অলপ ৰব। তেওঁক কোৱা," সহকাৰী জনে কিবা এটা সুধিবলৈ অহা দেখি এড্ভোকেটে ক'লে, "মই যি কৈছোঁ। সেয়ে। তেওঁ যদি পাৰে ভালেই আৰু যদি নোৱাৰে তেন্তে তাতো মোৰ কোনো আপত্তি নাই।"

"কিন্তু তেওঁ তাত ৰাজী নাই।"

"তেনেহ'লে কোনো কথা নাই।" তেওঁৰ মুখখন খঙত গোঙৰা হৈ পৰিল।

"এতিয়া চাওক! মানুহে ভাবে যে আমি এড্ভোকেট বিলাকে বিনা পৰিশ্ৰমেই পইচা পাওঁ।" এড্ভোকেটে মন্তব্য কৰিলে। তেওঁ ক্ষন্তেক দম লৈ পূৰ্বৰ প্ৰফুল্লতা ঘুৰাই আনি ক'লে, "মিছা অভিযোগত অভিযুক্ত দেউলীয়া ধৰুৱা এজন খালাচ কৰা দেখি, দলে দলে মানুহ আহি মোৰ ওচৰত ভিৰ কৰিছে। কিন্তু মানুহে সুবুজে প্ৰতি কামতে উকীলৰ বহু পৰিশ্ৰম লাগে। এজন লিখকে কৈছিল বোলে, 'মৈলামত তেওঁৰ কিছুমান মাংসৰ টুকুৰা থাকি গৈছে।' আমাৰ উকীলৰো সেয়ে।

"বাৰু আপোনাৰ মকৰ্দমাটো অৰ্থাৎ যি গোচৰটোৰ কাৰণে আপুনি চেষ্টা কৰিছে, সেই সম্পৰ্কে কব খোঁজো যে আপোনাৰ পক্ষৰ উকীলে তাক সৰ্ব্বনাশ কৰি থৈছে, যিহ'ক আচামীৰ দণ্ড যাতে মকুব হয়, তাৰ কাৰণে চেষ্টা কৰা হ'ক।"

জিলা কাকত কিছুমান হাতভলৈ তেওঁ থৰকৈ পঢ়িবলৈ ধৰিলে। আইন

আদালতত প্ৰচলিত কিছুমান বিশেষ শব্দ মাজে মাজে বপচুৱাকৈ এৰি দি, কেবল কিছুমান বাক্যত বিশেষ জোৰ দি তেওঁ পাঠ কৰি গৈছে।

"আপীল আদালত সমীপেষু, ফৌজদাৰী বিভাগ.........। সিদ্ধান্ত মতে ......,আদালতৰ ৰায়.......সদাগৰ.......মেলকভক্ বিহ দি হত্যা কৰাৰ অভিযোগত মাচ্‌লভা দণ্ডিত, আৰু দণ্ডবিধি আইনৰ ১৪৫৪ ধাৰামতে নিৰ্ব্বাসন দণ্ড বিহা হৈছে.........।

তাৰপিচত তেওঁ অলপ ৰ'ল। ফেনাৰ্বীনে যদিও এনে দৰ্খাষ্ট অনেক লিখিছে, তথাপি নিজে লিখা এই দৰ্খাষ্টখন পঢ়ি যেন যথেষ্ট আনন্দ পাইছে।

তেওঁ জুৰি বিচাৰত জজ্ আৰু আচামী পক্ষৰ উকীলৰ বহু ত্ৰুটি উলিয়াই দেখুৱালে। মাচ্‌লভাৰ আপীলৰ দৰ্খাষ্টৰ কাৰণে কি পইণ্ট্ দিব, সেই পইণ্ট্ বিলাক নেকলিউদভক বিবৰি কলে। শেষত তেওঁ বিচাৰকমণ্ডলীৰ সভাপতি অৰ্থাৎ মুখ্য বিচাৰপতিয়ে জুৰৰ সকলক বুজনি দিওঁতে কি কি ত্ৰুটি হ'ল, সেই সম্পৰ্কে ক'লে। আইন মতে অপৰাধ কাক বোলে, সেই কথাৰ ব্যাখ্যা দিওঁতে মুখ্য বিচাৰপতিৰ মূল পইণ্টবিলাক বাদ পৰি গৈছে। মাচ্‌লভাই যে মেলকভক্ বিহ মিহলাই দিছিল, সেই কথা স্বীকৃত; কিন্তু তাই যে ইচ্ছাকৃত ভাবে, তেওঁক হত্যা কৰিবৰ উদ্দেশ্যে বিহ দিছিল, তাঁৰ প্ৰমাণ নাই। গতিকে জুৰৰ সকলে তাইক হত্যাৰ অভিযোগত অভিযুক্ত নকৰিও পাৰিলে-হেঁতেন। তেওঁলোকৰ সেই অধিকাৰ আছিল। অৱশ্যে তাইক অসাৱধানতাৰ কাৰণে দোষী কৰিব পাৰিলেহেঁতেন, কিন্তু হত্যাৰ কাৰণে নহয়। তাইৰ হত্যা কৰাৰ কোনো উদ্দেশ্য নাছিল। এইটোৱেই হল প্ৰধান পইণ্ট্।

"হয়, এইকথা আমিও জনা উচিত আছিল, কিন্তু আমাৰ ভুল হ'ল।"

ফেনাৰ্বীনে কি কি পইণ্ট দি আপীল দাখিল কৰিব, দৰ্খাষ্টখন কেনেকৈ লিখিছে, আইনৰ ম্যানৰ পৰা বিচাৰক মণ্ডলী আৰু মুখ্য বিচাৰপতিয়ে কি কি ভুল কৰিছে, সেইবোৰ কথা বিতংকৈ নেকলিউদভক বুজাই দিলে। লগতে তেওঁ আশা প্ৰকাশ কৰিলে যে আপীল আদালতে এইবিলাকৰ প্ৰতিবিধান কৰিব। যদি উচ্চ আদালতত কৃতকাৰ্য্য নহয়, তেন্তে সম্ৰাটৰ ওচৰত আপীল কৰাৰ পথ মুকলি আছে। অৱশ্যে বাহিৰে কিছু চেষ্টা চলাব লাগিব। তাতো তেওঁ যি পাৰে সহায় কৰিব।

"ধন্যবাদ! আপোনাৰ ফিজ কিমান হব?"

"মোৰ সহকাৰীজনে সৰ্থাউথেম তৈয়াৰ কৰি দিব আৰু কিজব কথা তেওঁৱেই কব।"

"আৰু এটা কথা আপোনাক সুধিব খোজোঁ। চৰকাৰী উকীলৰ পৰা এই বন্দিনীক দেখা কৰিবৰ কাৰণে মই হুকুম এটা আনিছিলোঁ। এবাৰ দেখাও কৰিলোঁ। কিন্তু তেওঁলোকে মোক কৈছিল যে দ্বিতীয় বাৰ, সৰ্ব্বদাই কয়দিৰ সাক্ষাৎ কৰা উমৈহতিয়া কোঠাতহে সাক্ষাৎ কৰিব লাগিব। অন্য কোনো বিশেষ কোঠাত সাক্ষাৎ কৰি কথাবতৰা হবলৈ হ'লে গবৰ্ণৰৰ হুকুমৰ প্ৰয়োজন। এনেকুৱা হুকুম কিয় লাগে?"

"হয়, হুকুম লাগে। মই সেই বুলিয়েই জানো। কিন্তু গবৰ্ণৰ বৰ্ত্তমান নাই। তেওঁৰ ঠাইত এজন উপ-গবৰ্ণৰহে আছে, এই মহামূৰ্খৰ পৰা যে আপুনি কিবা সুবিধা কৰিব পাৰিব তাৰ আশা বৰ কম।"

"তেওঁনো কোন? মাচ্‌লেনিকভ্‌ নহয় নে?"

"হয়।"

"তেওঁৰ লগত মোৰ পৰিচয় আছে," নেক্‌লিউদভে এই বুলি কৈ যাবৰ কাৰণে থিয় হল।

এনে সময়তে কুৎচিত, জলহু, খীণোৱা, ভোটোকা নাকেৰে হালধীয়া বৰণৰ মহিলা এগৰাকী কোঠাত আহি উপস্থিত হ'ল। এওঁ হ'ল এড্‌ভোকেটৰ সহধৰ্ম্মিণী। এই কুৎসিত চেহেৰাৰ প্ৰতি তেওঁৰ যেন অলপো ভ্ৰূক্ষেপ নাই। তেওঁ পিন্ধা সাজপাৰবোৰ হ'ল পুৰণা ধৰণৰ আৰু আধুনিকতাৰ কোনো চিনচাব নাই। পোছাকৰ কিছু অংশ ভেলভেটৰ আৰু কিছু অংশ চিক্বৰ। হালধীয়া আৰু সেউজীয়া উভয় ৰং আছে। তেওঁৰ পাতল চুলিবিলাকৰ আগবোৰ পাক খাই থকা। প্ৰফুল্ল মনেৰে গহীনাই আহি তেওঁ কোঠাত উপস্থিত হ'ল। পিছে পিছে আহিল মুখত হাঁহি লাগি থকা এজন ওখ দীঘল মানুহ। এওঁ এজন কবি। নেক্‌লিউদভে তেওঁক আগৰে পৰা চিনি পাই।

আন এটা কোঠাৰ দৰজা খুলি মহিলা গৰাকীয়ে মাত দিলে, "আনাতোল! এয়া চাইমন ইভাঁনভিচ্‌। তেওঁ নিজৰ কবিতা পাঠ কৰি শুনাবলৈ ৰাজী হৈছে। তুমিও আমাৰ লগত কন্তেক যোগ দিবলৈ আঁহা। তুমি গাৰ্চিনৰ সম্পৰ্কে আমাক অলপ কব লাগিব।"

নেক্‌লিউদভে যাবলৈ পদক্ষেপ কৰোতেই মহিলা গৰাকীয়ে কাণে কাণে ফুচফুচাই তেওঁৰ স্বামীক কিবা এটা ক'লে। ফেনাৰীনে ভতালিকে নেক্‌লিউদভৰ

কালে মুখ ঘুৰাই ক'লে, "ক্ষমা কৰিব কুমাৰ! বোধ হয় আমি পৰিচিত আৰু পৰিচয়ৰ পাতনিৰ নিপ্ৰয়োজন। আপুনিও আমাৰ এই সাহিত্যৰ আখৰাত যোগ দিলে নথৈ বঙ পাম। আনাভোলেও কবিতাৰ সুন্দৰ আবৃত্তি কৰে। অলপ শুনক। আবৃত্তি বেচ ৰসদায়ক হব।"

ফেনাৰীনে হঁাহি মাৰি তেওঁৰ স্ত্ৰীৰ কাণে আঙুলিয়াই, নেকলিউদভৰ কালে হাতখন আগবঢাই কলে, "চ'কৰ্চোন, মোৰ কিমান কাম। কিমান জঞ্জাত।" তেওঁৰ যেন এনেহেন সহধৰ্মিণীৰ কথাত বাধা দিয়াৰ কোনো শক্তিয়েই নাই।

নেকলিউদভে অতি বিনয় সহকাৰে এডভোকেটৰ স্ত্ৰীক জনালে যে তেওঁ আবৃত্তিত যোগ দিবলৈ অক্ষম। এইবুলি বিদায় লৈ তেওঁ কোঠাৰ পৰা ওলাই গ'ল।

"কেনে মৰম লগা মানুহ।" এডভোকেটৰ স্ত্ৰীয়ে নেকলিউদভ যোৱাৰ পিচত মন্তব্য কৰিলে।

'ৱেইটিং কমত' এডভোকেটৰ সহকাৰীজনে দৰ্খাস্তখন নেকলিউদভৰ হাতত দি ক'লে যে ইয়াৰ বাবদ তেওঁ এহেজাৰ ৰুবল ফিজ দিব লাগিব। লগতে তেওঁ নেকলিউদভক বুজাই ক'লে যে ফেনাৰীনে সাধাৰণতে এনেবোৰ কাম নকৰে। কেৱল তেওঁৰ খাতিৰতহে এই কাম হাতত লৈছে।

"এই দৰ্খাষ্টখনত কোনে চহী দিব লাগিব।"

বন্দিনীয়ে নিচে চহী দিব পাৰে, নাইবা অসুবিধা হ'লে, ওকালতনামাত চহী আনিলে ফেনাৰীনে নিজেও চহী দিব পাৰিব।

"বাৰু নেলাগে, মই দৰ্খাষ্টখন তাইৰ হতুৱাই চহী কৰাই আনিম।"

পুনৰ এবাৰ মাচলভাৰ লগত সাক্ষাৎ কৰাৰ সুবিধা ওলোৱাত নেকলিউদভে পেটে পেটে বং পালে।

## ছয়চল্লিশ

নিৰ্দিষ্ট সময়ত পুৰা কাৰাগাৰৰ কৰিদৰত ৱাৰ্ডাৰৰ হুইছেল বাজিল। চেল-বিলাকৰ লোহাৰ দৰজাৰ ঘৰঘৰণি উঠিল। ঠাইসবা আৰু পাইখানা চাফা-কৰা কয়দি বিলাকৰ দৌৰাদৌৰি। কঢ়িয়াই নিয়া মলৰ দুৰ্গন্ধেৰে কৰিদৰ ভৰি পৰিল। বন্দী বিলাকে হাত মুখ ধুই, সাজপাৰ পিন্ধি পৰিদৰ্শনৰ কাৰণে

বাহিৰলৈ ওলাই আহিল। তাৰ পিছত চাহৰ কাৰণে গৰম পানী লৈ ৱাৰ্ডাৰ আৰু চেলৰ ভিতৰলৈ সোমাই গ'ল।

পুৱা চাহ খাওঁতে ৱাৰ্ডৰ চেল বিলাকত হোৱা কথোপকথনবোৰ বেচ সজীৱ হয়। সেইদিনা দুজন কয়দিক বেত্ৰাঘাত দিয়াৰ দিন। কয়দি বিলাকৰ মাজত মুখে মুখে সিহঁতৰেই কথা। সিহঁত দুজনৰ ভিতৰত এজন হল ভাচিলিয়েভ। ডেকা মানুহ, বিদ্যাবুদ্ধিও অলপ আছিল। ব্যৱসায়ত কেৰেণী। ধৈণীয়েকৰ ওপৰত চোভা পাই, খঙৰ কোবত তেওঁ তাইক হত্যা কৰিছিল। ডেকাজন ৰঙিয়াল আৰু উদাৰ। লগৰ কয়দি বিলাকেও খুব ভাল পায়। জেল কৰ্তৃপক্ষৰ লগত তেওঁ বেচ কাৰা। জেলৰ নীতি-নিয়ম আৰু আইন-কানুন বিলাক তেওঁ বেচ ভালকৈ জানে। নিয়মৰ কোনো ব্যতিক্ৰম হ'লে, কৰ্তৃপক্ষৰ লগত যুঁজ চলায়। ফলত জেল কৰ্তৃপক্ষই তেওঁক চকুপাৰি দেখিব নোৱাৰিছিল।

তিনি সপ্তাহৰ পূৰ্ব্বে পাইখানা চাফাকৰা কয়দি এজনক ৱাৰ্ডাৰ এজনে মাৰপিত কৰিছিল। কাৰণ আছিল, কয়দীজনৰ দোষত ৱাৰ্ডাৰৰ নতুন 'ইউনিফৰ্ম্মত' অকণমান মাংসৰ জোল পৰিছিল। ভাছিলেয়েভে সেই কয়দিজনৰ পক্ষ লৈ প্ৰতিবাদ কৰিছিল যে এনেদৰে কয়দিক মাৰপিত কৰা জেল আইনৰ বিৰোধী।

"তোক মই আইন ভালকৈ শিকাই দিম"। বুলি ৱাৰ্ডাৰে ভাছিলিয়েভক ওলোটাই গালিহে দিলে। ভাছিলিয়েভেও সেইদৰে প্ৰত্যুত্তৰ দিছিল। এনেতে ৱাৰ্ডাৰজনে অগ্নি শৰ্ম্মা হৈ, হাত ডাঙি তেওঁক মাৰিবলৈ খেদি গ'ল। ভাছিলিয়েভে ততালিকে খাপ মাৰি হাতত ধৰি ৱাৰ্ডাৰক গতিয়াই কোঠাৰ পৰা বাহিৰ কৰি দিলে। ৱাৰ্ডাৰে ইন্সপেক্টৰৰ ওচৰত গোচৰ দিয়াত তেওঁক নিৰ্জ্জন চেলত বন্দী কৰি থোৱাৰ হুকুম হ'ল।

এই নিৰ্জ্জন চেলবিলাক হ'ল একোটা গহ্বৰৰ নিচিনা সৰু সৰু অন্ধকাৰ কোঠা। বাহিৰৰ পৰা তলা লগাই বন্ধ কৰি থোৱা হয়। ভিতৰত শুবলৈ কঠ বা বহিবলৈ আসন বা টেবুল একো নাই। ফলত চেলত বন্দী হৈ থকা কয়দি বিলাকে ধুলি-মাকতিৰ মাটিতেই লেতিপেতি লৈ পৰি থাকিব লাগে। মানুহৰ গাৰ ওপৰেদিয়েই নিগনিবিলাকে অহা যোৱা কৰি থাকে। কেতিয়াবা সিহঁতে দেখাদেখিকৈয়ে বন্দী বিলাকৰ কটি টানি লৈ যায়। লৰচৰ নকৰাকৈ থাকিলে সিহঁতে আক্ৰমণো কৰে।

ভাছিলিয়েভে চেললৈ নেযাওঁ বুলি জেৰ মাৰিলে, যিহেতু তেওঁ কোনো

অপৰাধ কৰা নাই। ৱাৰ্ডাৰ বিলাকে তেতিয়া তেওঁক জোৰেৰে টানি নিবলৈ চেষ্টা কৰে, কিন্তু ভাছিলিয়েভেও সিহঁতৰ বিৰুদ্ধে যুঁজ দিয়ে। দুজন কয়দিয়ে ৱাৰ্ডাৰহঁতৰ হাতৰ পৰা এৰাই আহিবলৈ তেওঁক সহায়ো কৰে। তেতিয়া কাৰাগাৰৰ আটাইবিলাক ৱাৰ্ডাৰ আহি যোগ দিলে। তাৰ ভিতৰত এজন ৱাৰ্ডাৰ আছিল পেট্ৰভ আৰু তেওঁ বৰ বলী বুলি খ্যাতি আছিল। এই গোটেই সোপা ৱাৰ্ডাৰে কয়দি তিনিজনক ঠেলি হেঁচি চেলত ভৰাই দিয়ে। জেলৰ ভিতৰত বিদ্ৰোহৰ সূত্ৰপাত হৈছে বুলি গভৰ্ণৰকো বাতৰি দিয়া হল। গভৰ্ণৰে ভাছিলিয়েভ আৰু নেপমনিয়াচাক যত কুটৰ খাই বুলি সিহঁতক বেত্ৰাঘাতৰ দণ্ড দিবলৈ হুকুম দিয়ে। প্ৰত্যেকেই বাৰ্চ কাঠৰ লাঠিৰ ত্ৰিশ কোৰ বেত লব লাগিব। নাৰী কয়দী বিলাকক সাক্ষাৎ কৰোৱা কোঠাতেই এই কয়দি দুজনক কোবোৱা হব।

আবেলিৰ পৰাই সকলো কয়দিৰ মাজত এই কথা ৰাষ্ট্ৰ হৈছিল। এই লৈ সমস্ত কয়দিৰ মাজত এটা উত্তেজনাৰ সৃষ্টি হ'ল।

কাৰাব্লিৱভা, খৰচভ্‌কা, ফিড'ছিয়া আৰু মাচ্‌লভাই সিহঁতৰ কোঠাৰ চুক এটাত বহি চাহ পান কৰিছিল আৰু চাহৰ লগতে ভদকা পান কৰি চাৰিওজনী বেচ উল্লসিত আৰু সিহঁতৰ মুখবোৰ ৰঙা হৈ পৰিছিল। মাচ্‌লভাৰ এতিয়া ভদকাৰ অভাৱ নাই আৰু বিনা পইচাতে বান্ধৱী সকলক আপ্যায়িত কৰিছিল।

ভাছিলিয়েভৰ প্ৰসঙ্গ তুলি কাৰাব্লিৱভাই ক'লে, "তেওঁতো কোনো কাঁজিয়া কৰা নাই। কয়দী এজনক বিনাদোষে মাৰপিত কৰাৰ কাৰণে প্ৰতিবাদ কৰি, লোকৰ লগত সাঙোৰ খাই পৰিছে। এয়েতো আৰু কি?"

তক্তাৰ বিছনাখনৰ বিপৰীত ফালে কাঠ এটুকুৰাত বহি ফিড'ছিয়াই মন্তব্য কৰিলে, "মই কোৱা শুনিছোঁ মানুহজন বোলে বেচ ভাল।"

এনেতে চকীদাৰৰ ঘৈণীয়েকে ক'লে, "বাৰু এটা কথা। তেওঁ (নেক্‌লিউডভ্‌) যদি আহে, কথাটো তেওঁক কৰা।"

"নিশ্চয় কম। মই ক'লে তেওঁ সকলো কৰি দিব।" মূৰ জোকাৰি, এমোকোৱা হাঁহি লৈ মাচ্‌লভাই ক'লে।

"বাৰু বুজিলোঁ। পিচে তেওঁ আহিব কেতিয়া। সিহঁতেতো মানুহ দুজনক আনিবলৈ গ'লেই।" হমুনিয়াহ পেলাই তাই ক'লে। "উস্ এই বেত দিয়া দৃশ্য কি ভয়ানক।"

"পাৰ্বত মই এবাৰ এজন খেতিয়কক বেত দিয়া দেখিছিলোঁ। মোৰ শহুৰে

পাৰঁৰ গাওঁবুঢ়াৰ ওচৰলৈ মোক পঠাওঁতে....তেতিয়া।" চকীদাৰৰ ঘৈণীয়েকে এই দীঘল গল্পৰ পাতনি মেলোঁতেই, ওপৰৰ কৱিদৰ'ত মানুহৰ শব্দ আৰু আৱাজ শুনিবলৈ পালে।

আটাইকিজনীয়ে নীৰৱ হৈ শুনি আছে।

"সেইয়া, চয়তানে মৰিয়াবলৈ ধৰিছে।" খৰাচভ্‌কাই ক'লে। সিহঁতে মৰিয়াই মৰিয়াই একেবাৰে মাৰিয়েই পেলাব। হয়! মাৰি পেলাব। ৱাৰ্দাক বিলাকৰ তেওঁৰ ওপৰত যিহে খেপ।

ওপৰ মহলত পুনৰ আৱাজ বন্ধ হ'ল। চকীদাৰৰ ঘৈণীয়েকেও খেতিয়ক জনক বেত দিয়াৰ দৃশ্য দেখি ভয়'খোৱাৰ গল্পবো ওৰ পৰিল। খৰাচভ্‌কাই চেগ্‌লভে কেনেকৈ এবাৰো মাত নমতাকৈ নীৰবে বেত খাইছিল, তাৰ গল্প ক'লে। ইয়াৰ পিচত ফিড'ছিয়াই চাহ খোৱা সাজ সৰঞ্জামবোৰ একাষত গোটাই থলে। কাৰাব্রিৰভা আৰু চকীদাৰৰ ঘৈণীয়েকে চিলাইৰ কামত মন দিলে। মাচ্‌লভাই হাত দুখনেৰে আঁঠু দুটা মেৰাই, বিছনাত বহি পৰিল। তাইৰ মুখত হতাশ আৰু বেজাৰৰ ভাব। তাই বিছনাত দীঘল দি পৰিব খোজোতেই ৱাৰ্দাৰনীয়ে আহি খবৰ দিলে যে অফিচত তাইক দেখা কৰিবলৈ এজন মানুহে অপেক্ষা কৰি আছে আৰু তাই যাব লাগে।

মাচ্‌লভাই মূৰত ৰুমালখন বান্ধি অকণমানি আইনা এখনত মুখখন চাই ল'লে। এনেতে বুঢ়ী (মেন্‌ছভা) গৰাকীয়ে ক'লে, "চোৱা, তেওঁক আমাৰ কথা কবলৈ নেপাহৰিবা। আৰু কবা যে সেই ঘৰটোত আমি অগ্নি সংযোগ কৰা নাছিলোঁ। সি নিজেই জুই লগাই আমাক বিনাদোষত আচামী কৰিছে। সি এটা ৰাক্ষস। সি জুই লগাই দিয়া তাৰ বন্ধুবোৰেই দেখিছিল। সি যাতে এই কথা অস্বীকাৰ কৰি পাপত নুবুৰে। তুমি কবা তেওঁ যেন এবাৰ মিত্রীক দেখা কৰে। মিত্রীয়ে সকলো বিবৰি কব। ভাবিচোৱা এই মিছা অভিযোগত জেলত পচিব লাগিছোঁ আৰু সেই পাষণ্ডই পৰস্ত্রীৰ লগত প্রেমত মত্ত।"

"আইন মতেতো তেওঁ তেনে কৰিব নেলাগিছিল।" কাৰাব্রিৰভাই ক'লে।

"মই নিশ্চয় তেওঁক কম আৰু তেওঁক খাতিম।" মাচ্‌লভাই ক'লে।

কাৰাব্রিৰভালৈ চাই মাচ্‌লভাই চকু টীপ মাৰি পুনৰ ক'লে, "গাটো গৰম কৰি লবলৈ আৰু একণ খালে কেনে হয়?"

কাৰাই আৰু আধাগিলাচ ভদকা বাকী দিলে। মাচ্‌লভাই ভদকাখিনি পি মুখখন মচি আকৌ ক'লে, "হয়, গাটো গৰম কৰি লোৱাই ভাল। তেহে

মনতো বল পোৱা যাব।" ভাবশিচত ভাই খুব জোকাবি হাঁহি যাবি উজানেৰে যাৰ্দাৰনীৰ পিছে পিছে অফিচৰ ফালে ওলাই গ'ল।

## সাতচল্লিশ

মুকলি হলটোত নেক্‌লিউদভে ভালেপৰ অপেক্ষা কৰি আছিল। জেলগেট পাৰেই তেওঁ তাত থকা যাৰ্দাবিজনক চৰকাৰী উকিলৰ অনুমতি পত্ৰখন দেখুৱালে।

"আপুনি কাক দেখা কৰিব খোজে?"

"কয়দী মাচ্‌লভাক।"

"ইন্সপেক্টৰ বৰ্ত্তমান কামত ব্যস্ত আছে। তেওঁ আহিলেই হ'ব।"

"তেওঁ অফিচত আছেনে?" নেক্‌লিউদভে সুধিলে।

"নহয়, তেওঁ দৰ্শনী কোঠাত আছে।" যাৰ্দাৰ জনে কওঁ নকওঁ ভাবত ক'লে।

"কিয়? আজি তো কয়দি সাক্ষাৎ দিন নহয়।"

"এটা বিশেষ কামৰ কাৰণে তাত আছে।"

"মই কি উপায়েৰে তেওঁক লগ পাব পাৰো কবনে?" নেক্‌লিউদভে সুধিলে।

"ইন্সপেক্টৰ আহিলেই আপুনি কব। অলপ অপেক্ষা কৰক।"

এনে সময়তে চাৰ্জ্জেণ্ট মেজৰ এজন চিগেৰেট হুঁপি হুঁপি একাষৰ দৰজাইদি ওলাই আহিল। তেওঁৰ 'ইউনিফৰ্ম্মত' লগাই থোৱা সোণোৱালী জৰি বিলাক জকমকাই আছে। তেওঁ কঠুৱা মাতেৰে যাৰ্দাৰ জনক ক'লে, "এই সময়ত বাহিৰা মানুহ কিয়? অফিচততো......।"

চাৰ্জ্জেণ্ট মেজৰৰ গোজৰণি দেখি নেক্‌লিউদভ অবাক। তেওঁ উত্তৰ দিলে যে ইন্সপেক্টৰক বিচাৰিহে এই ফালে আহিছে।

এনেতে ভিতৰৰ দৰজাইদি যামি জামি পেট্ৰভ ওলাই আহিল।

চাৰ্জ্জেণ্ট মেজৰৰ ফালে চাই ঠোকাঠুকি মাতেৰে ক'লে, "আপোনাৰ কথা তেওঁৰ মনত থাকিব। চাৰ্জ্জেণ্ট মেজৰে চকুৰে নেক্‌লিউদভক এটা ইঙ্গিত দিলে। পেট্ৰভে চকু থোপা কৰি পাচৰ দৰজাইদি ওলাই গ'ল।

"কোনে এই কথা মনত ৰাখিব। এওঁলোকৰ আটাইবোৰৰে দোখোৰ-মোখোৰ ভাব কিয়? চাৰ্জ্জেণ্ট মেজৰে তেওঁক কিহৰ ইঙ্গিত দিলে।" নেক্‌লিউদভে নিজে নিজে ভাবিলে।

চাৰ্জেণ্ট মেজৰে পুনৰ নেকলিউদভক ক'লে, "আপুনি ইয়াত কাকো লগ পাব নোৱাৰে। অফিচলৈ ৰ'ক।"

নেক্লিউদভে তেওঁৰ হুকুম পালন কৰিবলৈ ধৰোঁতেই, পিছ দুৱাৰেদি ইন্সপেক্টৰ সোমাই আহিল। দেখাত তেওঁ যেন তলতীয়া কৰ্ম্মচাৰী বোৰতকৈও পেঁপুৱা লাগি আছিছে, মনত যেন এটা উস্ আস্ ভাব। নেক্লিউদভক দেখি তেওঁ ৱাৰ্ডাৰৰ ফালে চাই ক'লে, "ফিড'টভ। ৫নং চেলত থকা মাচ্লভাক অফিচলৈ নিয়া হলনে?"

তেওঁ আকৌ নেক্লিউদভৰ ফালে চাই ক'লে, "আপুনি অনুগ্ৰহ কৰি এই ফালে আহক।" তেওঁলোকে থিয় খটখটিয়েদি উঠি গৈ এখন মাত্ৰ খিৰিকী থকা সৰু কোঠা এটাত সোমাল। ইন্সপেক্টৰে চকীত বহি কবলৈ ধৰিলে, "খালি কেৱল কাম আৰু কাম। কাম কৰি কৰিয়েই মই মৰিলোঁ।" তেওঁ চিগেৰেট এদাল উলিয়াই আকৌ ক'লে, "মোৰ নিচিনা হিচ মাৰি ধৰা কাম কাৰো নাই। কামৰ হেঁচাত মূৰ ভাঙিবই নোৱাৰো।

"দেখাত আপুনি একেবাৰে ভাগৰি পৰিছে।" নেক্লিউদভে ক'লে।

"চাকৰিত সোমোৱাৰ পৰা জীৱনভৰ এই কামৰ বোজাতেই হাঁৰ ভাগিছে। আপুনি যিমানেই বোজা পাতলাবলৈ চাব, সিমানেই আপোনাক জুমুৰি দি ধৰিব। মই এতিয়া দিনে ৰাতিয়ে ভাবি আছোঁ, কেনেকৈ ইয়াৰ পৰা আঁতৰি যাওঁ।"

ইন্সপেক্টৰ জনৰনো বিশেষ দায়িত্ব কি সেই সম্পৰ্কে নেক্লিউদভে একো নেজানে। কিন্তু তেওঁ লক্ষ্য কৰিলে যে মানুহজন যেন আজি পানীত ডুবি হাবুডুবু খোৱা মানুহৰ দৰে হৈ পৰিছে। তেওঁৰ প্ৰতি পুতৌ হয়।

"হয়, মই ভাবোঁতে আপোনাৰ কাম কাজৰ হেঁচা বৰ গধুৰ। পিছে আপুনি এই কামত ভৰ্ত্তি হল কিয়?" নেক্লিউদভে প্ৰশ্ন কৰিলে।

"কাৰণ হল পৰিয়াল পোহাৰ দায়িত্ব। মোৰ অন্য কোনো উপায় নাই।"

"কিন্তু এনে ধৰণৰ কঠিন কাম হ'লে........।"

"তথাপি ইয়াকে কৰি নেথাকিলেনো কি কৰিম। মই যিমান পাৰো, কামবোৰ সিমান সহজ কৰিবলৈকেই চেষ্টা কৰো। মোৰ ঠাইত আন এজন হোৱাহেঁতেন এনেদৰে কৰিবৰ সাধ্যই নাই। চাওক এই জিলাত দুহেজাৰ মানুহ আছে। আকৌ কেনে ধৰণৰ মানুহ। এই মানুহ সোপাক ঠাণ্ডা কৰি ৰখা কম কথা!

আনহাতে চাষ লাগিব সিইঁতো মানুহ। আৰু সিইঁতেও মানুহৰ ব্যৱহাৰ পাবৰ যোগ্য। কিন্তু সিইঁতক হাতৰ মুঠিত বাখি চলিবও লাগিব।"

তাৰপিচত ইন্সপেক্টৰে অলপ আগতে কয়দি বিলাকৰ ভিতৰত হোৱা কাঁজিয়াৰ কথা ক'লে। এই কাঁজিয়াৰ ফলত এজন কয়দিৰ মৃত্যুও হ'ল।

এইবোৰ গল্প চলি থাকোতেই বাৰ্বিনীৰ লগত মাচ্‌লভা আহি উপস্থিত হল।

মাচ্‌লভাই ইন্সপেক্টৰক দেখাৰ পূৰ্ব্বেই নেক্‌লিউদভে দৰজাইদি তাইক দেখা পাইছিল। তাই হাঁহি হাঁহি মূৰজোকাৰি বাৰ্বিনীৰ পিচে পিচে আহি আছিল। মুখখন বঙা। তাই আহিয়েই ইন্সপেক্টৰক দেখি থমকি ব'ল। মুখৰ চেহেৰা বদলি হৈ পৰিল। তাই যেন ভয় খাই উঠিল আৰু স্থিৰ দৃষ্টিৰে তেওঁৰ ফালে চাই আছে। কিন্তু ততালিকে তাই নিজক চম্ভালি, নেক্‌লিউদভক সম্বোধন কৰি ক'লে,

"কেনে? আপোনাৰ ভালেনে?" ঠেও ধৰি কথাবাৰ কৈ আৰু হাঁহি মাৰি নেক্‌লিউদভৰ হাতত ধৰি জোৰেৰে জোকাৰিবলৈ ধৰিলে। আগৰবাৰ তাই এইদৰে হাত জোকৰা নাছিল।

"তোমাৰ চহী লবৰ কাৰণে মই দৰ্খাষ্ট এখন আনিছো।" নেক্‌লিউদভে ক'লে। তাই আজি এনে সাহসেৰে অভিবাদন জনোৱা দেখি তেওঁ আচৰিত হ'ল।

"এড্‌ভোকেটে দৰ্খাষ্ট এখন তৈয়াৰ কৰি দিছে। ইয়াত তুমি চহী কৰি দিব লাগে। পিটাৰ্চবুৰ্গলৈ এই দৰ্খাষ্টখন পঠাই দিয়া হব।"

"আপুনি যি ভালদেখে কৰিব পাৰে। মোৰ তাত কোনো আপত্তি নাই।" তাই চকু টিপিয়াই হাঁহি মাৰি ক'লে।

নেক্‌লিউদভে মেৰিয়াই থোৱা কাকত এখন উলিয়াই টেবুল এখনৰ ওচৰলৈ আগবাঢ়ি গ'ল।

"তেওঁৰ চহীটো ইয়াতেই লব পাৰিমনে?" নেক্‌লিউদভে সুধিলে।

"হয়, পাৰিব। বহি ল'ক। এইয়া কলম, এওঁ লিখিব পাৰেনে?" ইন্সপেক্টৰে ক'লে।

"এসময়ত পাৰিছিলোঁ।" তাই ক'লে। স্কাৰ্টটো আৰু চোলাৰ হাত বিলাক ঠিকঠাক কৰি তাই টেবুলৰ কাষতে বহিল।

তাইৰ সৰু হাত খনেৰে কলমডাল তুলি লৈ, নেক্‌লিউদভৰ কালে চাই পুনৰ হাঁহি মাৰিলে।

নেকলিউদভে যত চহী দিব লাগে ঠাইটুকুৰা দেখুৱাই দিয়াত, মাচ্‌লভাই নামটো লিখি দিলে।

নেক্‌লিউদভ আৰু ইন্সপেক্টৰলৈ লক্ষ্য কৰি তাই ক'লে, "এয়ে নহনে ?"

"মোৰ তোমাৰ লগত আৰু কথা দুটা মান আছে।" নেক্‌লিউদভে তাইক ক'লে।

"কোনো কথা নাই। কি কৰ খুজিছে কৰক।" কথাষাৰ কৈ তাইৰ মুখখন গধুৰ হৈ পৰিল।

ইন্সপেক্টৰে নেক্‌লিউদভ আৰু মাচলভাক তাতে এৰি কোনোবা ফালে উঠি গ'ল।

## আঠচল্লিশ

মাচ্‌লভাক লৈ অহা মাৰ্দাবনী গৰাকীয়ে তেওঁলোকৰ পৰা অলপ দূৰতে খিৰিকীৰ গড়িলাত বহি আছিল।

নেক্‌লিউদভৰ পক্ষে গুৰুতৰ মুহূৰ্ত্ত উপস্থিত হ'ল। প্ৰথমবাৰ সক্ষাতত তেওঁ মূল কথাটো কব নোৱাৰাত নিজকে নিজে দোষী কৰিছিল। এইবাৰ তেওঁ দৃঢ়প্ৰতিজ্ঞ হ'ল যে তেওঁ তাইৰ পাণিগ্ৰহণ কৰিব বুলি জনাবই। টেবুলখন মাজত লৈ তেওঁলোক দুয়ো মুখামুখি হৈ বহি আছিল। কোঠাটোৰ ভিতৰখন বেচ পোহৰ। নেক্‌লিউদভে এই প্ৰথম ওচৰৰ পৰা তাইৰ মুখখন দেখিলে। তাইৰ চকুবোৰৰ চোপাশে এটা ক'লা দাগ দেখা যায়। মুখখনতো কিছুমান ৰেখা। চকুৰ পাহি বিলাক যেন উখহি পৰিছে। তাইৰ প্ৰতি তেওঁৰ স্নেহ আৰু বহুগুণে বাঢ়ি গ'ল।

মাৰ্দাবনী গৰাকীয়ে যাতে তেওঁৰ কথা বিলাক নুশুনে, এনে ভাবে টেবুলখনত হাউলি নেক্‌লিউদভে ক'লে, "এই দৰ্খাস্তত যদি কোনো ফল নধৰে, তেন্তে আমি সম্ৰাটৰ ওচৰত আবেদন কৰিম। যিমানদূৰ সম্ভৱ আমি সম্ৰাটৰ ওচৰত কৃতকাৰ্য্য হয়।"

"আচল কথা প্ৰথমৰ পৰাই যদি ভাল এড্‌ভোকেট এজন আমি পালোঁ-হেঁতেন, তেন্তে ফল অনেক ভাল হোৱাৰ আশা আছিল। আমাৰ এড্‌ভোকেট

-জন ডেৰেই মিছা। মোক প্ৰশংসা কৰাৰ বাহিৰে তেওঁ একোকেই কৰিব নোৱাৰিলে।” তাই কথাখিনি কৈ হাঁহি মাৰি, আকৌ আৰম্ভ কৰিলে, “আপোনাৰ লগত পৰিচিত বুলি তেওঁলোকে জনা হ'লে, তেঁতিয়াও হয়তো কিবা এটা হলহেঁতেন। কিয়নো তেওঁলোকৰ ধাৰণা যে মানুহ সকলোৱেই চোৰ।”

“বৰ্ত্তমান তাই কেনে আচৰিত ধৰণৰ হৈ পৰিল।” নেক্‌লিউদভে মনে মনে ভাবিলে। তেওঁ ভাবি থোৱা কথা এটা কৰলৈ ধৰোতেই তাই পুনৰ ক'লে, “মই আপোনাক কথা এষাৰ কব লগা আছে। আমাৰ লগতে এগৰাকী বুঢ়ী আছে। মানুহ গৰাকী বেচ সাদৰী। আপোনাক কওঁ যে মানুহ গৰাকীক দেখি আমি আচৰিত হওঁ। তেওঁ আৰু তেওঁৰ পুতেকে বিনা দোষতেই ফাটেক খাটিছে। সকলোৱেই জানে তেওঁলোকৰ গাত একণো দোষ নাই। তেওঁলোকে ঘৰত অগ্নি সংযোগ কৰিলে বুলি অভিযুক্ত হৈছে। আপোনাৰ লগত মোৰ পৰিচয় আছে বুলি জানি, তেওঁ মোক কৈ পঠাইছে যাতে আপুনি তেওঁৰ লৰাটোক সাক্ষাত কৰি, ঘটনাৰ সবিশেষ জানি লয়।” কথাবোৰ কৈ থাকোতে তাই মূৰটো ইকাতি সিকাতি কৰি নেক্‌লিউদভৰ ফালে চাই আছিল। “তেওঁলোকৰ নাম হল মেনচভ্। বাৰু কওকচোন আপুনি এই বুঢ়ী গৰাকীৰ হকে কিবা কৰিবনে? আপুনি তেওঁক দেখিলে নিজেই কব মানুহ গৰাকী নিৰ্দ্দোষী। অলপ সহানুভূতিৰে আপুনি কামটো কৰিবনে?” তেওঁৰ ফালে স্থিৰ দৃষ্টিৰে চাই, পুনৰ তাই অনুৰোধ কৰিলে।

“বাৰু কোনো কথা নাই। মই তেওঁলোকৰ খা-খবৰ লম।” নেক্‌লিউদভে ক'লে।

তাই নিঃসঙ্কোচে আৰু খোলা মনেৰে এই কথাবোৰ কোৱা দেখি তেওঁ আৰু আচৰিত হ'ল।

“কিন্তু মই মোৰ সম্পৰ্কে তোমাক এষাৰ কথা কব খোঁজো। যোৱাবাৰ মই কোৱা কথাবোৰ মনত আছেনে?”

“আপুনিতো বহু কথাই কৈছিল। তাৰ ভিতৰৰ কোনটো কথা আপুনি কব খোজে?” মূৰটো ইকাতি সিকাতি কৰি হাঁহি হাঁহি তাই ক'লে।

“মই কৈছিলোঁ যে মই তোমাৰ ওচৰত ক্ষমা বিচাৰি আহিছোঁ।” তেওঁ আৰম্ভ কৰিলে।

“সেইবোৰৰনো প্ৰয়োজন কি? ক্ষমা—ক্ষমা, ভাবনা হব কি? তাৰ ঠাইত ভাল হয় যদি........”

"মই মোৰ পাপৰ প্ৰায়শ্চিত্ত কৰিব খোঁজো। অকল কথাৰে নহয়, কামেৰেও মই তোমাক বিয়া কৰিবলৈ ইচ্ছা কৰিছোঁ।"

মাচ্‌লভাই যেন হঠাৎ ভয়ত চক খাই উঠিল। তাইৰ কেঁৰা চকু যুৰি মেলি তেওঁৰ ফালে চাই আছে। তাই পিচত খংমুৱা হৈ ক'লে, "তাৰ পৰা হব কি?"

"মই ভাবোঁ যে ঈশ্বৰৰ ওচৰত ই মোৰ কৰ্ত্তব্য।"

"কোনজন ঈশ্বৰক এতিয়া আপুনি বিচাৰি পালে? আপোনাৰ কথা অৰ্থহীন। ঈশ্বৰ! ঈশ্বৰ! তেতিয়া আপোনাৰ ঈশ্বৰলৈ মনত নপৰিল?" কথাবোৰ কৈ তাই তেওঁৰ ফালে চাই মুখমেলি ৰ'ল।

এতিয়াহে নেক্‌লিউদভে জানিব পাৰিলে যে তাই সুৰাপান কৰি আহিছে আৰু মুখৰ পৰা গোন্ধ উলাইছে। তাইৰ উত্তেজনাৰ সেয়ে কাৰণ বুলি তেওঁ ভাবি ল'লে।

"অলপ ক্ষান্ত হবলৈ চেষ্টা কৰা।"

"কিয় মই ক্ষান্ত হম। আপুনি ভাবিছে মই সুৰাপান কৰি আহিছোঁ। হয় মই খাইছোঁ, কিন্তু মই যি কৈছোঁ তাক মই বুজিবাজিয়েই কৈছোঁ।"

মাচ্‌লভা মানুহজনী বাওলী হৈ পৰিল। তাই আকৌ ক'লে, "মই এতিয়া এজনী কয়দী, আৰু আপুনি এজন ভদ্ৰলোক আৰু ৰাজকুমাৰ। মোক চাই আপুনি নিজক কলুষিত কৰাৰ কোনো প্ৰয়োজন নাই। আপোনাৰ কাৰণে বহু ৰাজকুমাৰী আছে আৰু মোৰ দাম হ'ল এখন দহ ৰুবলৰ ন'ট।"

"মোৰ প্ৰতি তুমি যেনে নিষ্ঠুৰ ব্যৱহাৰ কৰিব পাৰা কৰা। কিন্তু মোৰ মনত কি হৈছে, তাক তুমি সুবুজিবা।"

নেক্‌লিউদভৰ গাত কঁপনি উঠিল, তেওঁ পুনৰ ক'লে, "মই তোমাক যি অন্যায় কৰিলোঁ, সেই কথা মই আজি হাঁৰে হাঁৰে বুজিছোঁ, অনুভব কৰিছোঁ। কিন্তু মোৰ অন্তৰত হোৱা এই দুৰ্ব্বাদল দুঃখানুভূতি তুমি সুবুজা আৰু বুজা সম্ভৱো নহয়।"

চকু যোপা কৰি তাই চিঞৰি ক'লে, "আপুনি এতিয়া অপৰাধী বুলি ভাবিব পাৰে; কিন্তু সেই সময়ত এক বিন্দুও নেভাবিলে আৰু এশ ৰুবলক ন'ট এখন দলিয়াই দি গুচি গ'লে। আপুনি মোৰ ভালপোৱাৰ মূল্য দিলে এশ ৰুবল দি।"

"মই জানো। সকলো জানো। সকলো মোৰ মনত আছে, কিন্তু এতিয়া উপায় কি?" নেক্‌লিউডভে ক'লে। "মই এতিয়া খাতাং সিদ্ধান্ত কৰিছোঁ, দৃঢ় প্ৰতিজ্ঞাবদ্ধ হৈছোঁ, মই কেতিয়াও ভবিষ্যতে ত্যাগ নকৰোঁ। মই যি কৈছোঁ সেইদৰেই কাম কৰি যাম।"

"আৰু মই কওঁ, আপুনি সেইদৰে কেতিয়াও নকৰে।" মাচ্‌লভাই এই বুলি কৈ খিল খিলাই হাঁহি দিলে।

তাইৰ হাতত থাপ্‌ মাৰি ধৰি নেক্‌লিউডভে চিঞৰ মাৰি কলে, "কাটুংচা!"

"আপুনি গুচি যাওক। মই এজনী কয়দী আৰু আপুনি ৰাজকুমাৰ। আপোনাৰ ইয়াত কোনো প্ৰয়োজন নাই।" হাতখন তেওঁৰ হাতৰ পৰা একৰাই খণ্ডত জ্বলি পৰি তাই ক'লে।

"এতিয়া আপুনি মোৰ গইনা লৈ নিজক ৰক্ষা কৰিব খোঁজে।" গোটেই অতীতৰ তিক্ততা আৰু তীব্ৰ বেদনা তাইৰ অন্তৰত জাহি উঠিল। নেক্‌লিউডভৰ প্ৰতি ক্ৰোধত অস্থিৰ হৈ তাই ক'লে, "এই জীৱনত মোৰ পৰা যিখিনি সুখ-সম্ভোগ কৰিব লাগে, সেইখিনি কৰিলে, আৰু এতিয়া মোৰ সহায় লৈ মোৰ জৰিয়তে ভবিষ্যতৰ খিনি সঞ্চয় কৰিব খোজে এয়ে নহয় জানো? আপোনাক দেখি মোৰ ঘিণহে লাগিছে। যাওক, মোৰ ওচৰৰ পৰা, গুচি যাওক। আপোনাৰ মুখ চাবলৈ মই ইচ্ছা নকৰোঁ।" এই বুলি তাই মাটিত ভৰিৰে দপ্‌দপাই চিঞৰ বাখৰ লগাই দিলে।

ৱাৰ্ডাৰণী গৰাকীয়ে দৌৰি আহিল—"ইমান চিঞৰ-বাখৰ কিয়?"

"অলপ তেওঁক স্থিৰেৰে থাকিবলৈ দিয়ক। অলপ অনুগ্ৰহ কৰক!" নেক্‌লিউডভে ক'লে।

"কিন্তু তাই নিজক পাহৰি যোৱা উচিত নহয়।" ৱাৰ্ডাৰণীয়ে ক'লে।

"ক্ষন্তেক অপেক্ষা কৰক।" নেক্‌লিউডভে ক'লে। ৱাৰ্ডাৰণী আকৌ আঁতৰি গল।

মাচ্‌লভাই চকু তললৈ কৰি বহি পৰিল। হাতদুখন একেলগে মুঠি মাৰি আছে। নেক্‌লিউডভ কিং কৰ্তব্য বিমোৰ। তেওঁ তাইৰ ওচৰতে টেবুলত হাউলি আছে।

"তেন্তে তুমি মোক বিশ্বাস কৰা নাই?"

"মোক বিবাহ কৰাৰ কথা? সেইটো কেতিয়াও নহয়—নহয়। তাতকৈ মই কাঁচ লগাই মৰিম। তেতিয়াই মৰিম।" তাই ক'লে।

"তথাপি মই যি পাৰোঁ তোমাৰ হকে কাম কৰি যাম।"

"সেইটো আপোনাৰ ইচ্ছা। কৰিবও পাৰে, নকৰিবও পাৰে। কিন্তু মই আপোনাৰ পৰা একো বিচৰা নাই। এইটোৱেই হৈছে খাতাং কথা।" তাই উত্তৰ দি হবাও বাৰে কান্দি পেলালে আৰু ক'লে, "উস্! মই তেতিয়াই নমৰিলো কিয়?"

নেক্‌লিউদভে আৰু কোনো কথা কব নোৱাৰিলে। তেওঁৰো চকু চল্‌চলীয়া হ'ল।

তাই চকু তাণ্ডি আচৰিত হোৱাৰদৰে তেওঁৰ ফালে চাবলৈ ধৰিলে। কমাল এখন লৈ, তাইৰ চকুলোবোৰ মচিবলৈ ধৰিলে।

ৱাৰ্ডাৰণীয়ে আহি জনাই দিলে, তেওঁলোকৰ সাক্ষাতৰ সময় উকলিল। মাচলভাও যাবৰ কাৰণে থিয় হ'ল।

"বাৰু তুমি উত্তেজনাত অধীৰ হৈছা! সম্ভৱ হলে মই পুনৰ কালিলৈ আহিম। তুমি সকলো গমিপিতি চাবা।" নেক্‌লিউদভে কলে।

তাই কোনো জবাব নিদিলে। তেওঁৰ ফালে ঘূৰিও নেচালে। ৱাৰ্ডাৰণীৰ লগে লগে কোঠাৰ পৰা ওলাই গ'ল।

মাচ্‌লভা ঘূৰি গৈ নিজৰ কোঠাত সোমাল। তাইক দেখি কাবাল্লিবভাই মন্তব্য কৰিলে, "মোৰ সোণ! নিশ্চয় তোমাৰ দিন ভাললৈ আহিছে। অনুমান হয়, তেওঁ তোমাৰ প্ৰতি অতিশয় সদয়। তেওঁ যেতিয়া তোমাৰ পিছ লৈছে, তাৰ সদ্ব্যৱহাৰ কৰা। যি পাবা তেওঁৰ পৰা আদায় কৰা। নিশ্চয় তেওঁ তোমাক সহায় কৰিব। ধনী মানুহে কৰিব নোৱাৰা একো নাই।"

ৰেল চকিদাৰৰ ঘৈণীয়েকে তাতে যোগ দিলে, "হয়, তুমি যি কৈছা সকলো সঁচা। গৰীব মানুহে যেতিয়া বিয়া কৰিব খোজে, তেতিয়া পদে পদে আসোঁৱাহ ওলায়। ধনী মানুহে মন কৰিলেই চন। ততালিকে তাক কৰিয়েই পেলায়। তেনেকুৱা বহু কথা জানো বাছা! তুমি ভাবিছা কি? তেওঁ কি কৰিলে?"

বুঢ়ী গৰাকীয়ে প্ৰশ্ন কৰিলে, "আই! তুমি মোৰ কথা কলানে?"

এই লগৰীয়া সকলক মাচ্‌লভাই কোনো জবাব নিদিলে। তাই বিছনাখনত পৰি কোঠাৰ চুক এটালৈ স্থিৰ দৃষ্টিৰে চাই আছে। গধূলি পৰলৈকে তাই সেইদৰেই পৰি থাকিল।

তাইৰ অন্তৰত বেদনাৰ তীব্ৰ ঘাত-প্ৰতিঘাত চলিল। নেক্‌লিউদভৰ কথা-

বিলাকে তাইৰ অতীত জগতৰ সমস্ত স্মৃতি জগাই তুলিলে। অতীতৰ দুঃখ বেদনাৰ তীব্ৰ জ্বালাই তাইৰ মন ঠৰকা সৰকা কৰিলে। সেই দুঃখকষ্টৰ প্ৰকৃত কাৰণ তাই বুজিবও পৰা নাছিল। তাই যেন অচেতন অৱস্থাৰ পৰা সাৰ পাই উঠিল। কিন্তু এই অতীতৰ সমস্ত দুঃখবেদনাৰ স্মৃতি লৈ জিয়াই থকা অতিশয় কষ্টসাধ্য আৰু অসম্ভৱ। এই বেদনা সহিবৰ কাৰণে তাইৰ শক্তিয়েইবা ক'ত। গতিকেই সন্ধ্যা হোৱাৰ লগে লগে তাই কিছু জলকা কিনি আনিলে আৰু লগৰীয়া সকলবে সৈতে পান কৰাত লাগি গ'ল।

### উপসংহাৰ

কাৰাগাৰৰ পৰা ওলোৱাৰ লগে লগে নেক্‌লিউদভে ভাবিলে, "এতিয়া অৱস্থা এনে হ'ল। হয় এনেই ........।"

তেওঁ এতিয়াহে বুজি পালে কৃত পাপৰ গভীৰতা কিমান? তেওঁ নিজৰ দোষ স্বীকাৰ কৰিবলৈ আগ নবঢ়া হ'লে, এই অপৰাধৰ ব্যাপকতা কেতিয়াও উপলব্ধি কৰিব নোৱাৰিলেহেঁতেন। অকল এনে নহয়, তাইৰ প্ৰতি কিমান অন্যায় কৰা হ'ল, সেই কথাও তেওঁ পুৰাপুৰি বুজি নেপালেহেঁতেন। এতিয়াহে ইয়াৰ আচল স্বৰূপ, সৰ্ব্বপ্ৰক'ৰ বিভৎসতাৰে প্ৰকাশ পাইছে। এই নাৰীৰ অন্তৰ আত্মাত তেওঁ কেনেদৰে আঘাত হানিলে, এতিয়াহে পৰিকাৰকৈ দেখিবলৈ পালে। এতিয়ালৈকে নেকলিউদভে এনেকুৱা এটা ভাব লৈ ফুৰিছিল যে তেওঁ নিজে অনুতপ্ত হৈ ভাল কামেই কৰিছে, সেই বাবে তেওঁ যেন নিজেই প্ৰশংসা পাবৰহে যোগ্য। কিন্তু বৰ্ত্তমান তেওঁৰ কৃত পাপ আৰু অন্যায়ৰ বিভৎসতা, চকুৰ আগত প্ৰকট হৈ পৰিল আৰু মনত এটা ভয়ঙ্কৰ ভীতিৰ সঞ্চাৰ হ'ল।

যদিও তেওঁ উপলব্ধি কৰিছিল যে মাচ্‌লভাক এই অৱস্থাত তেওঁ ত্যাগ কৰিব নোৱাৰে, কিন্তু ভবিষ্যতে তেওঁলোকৰ উভয়ৰ সম্পৰ্কৰ ফলাফল কি হব, সি অনিশ্চিত হৈ পৰিল।

এইবিলাক চিন্তা লৈ জেলৰ সমুখেদি পদক্ষেপ কৰোতেই, বিকৃত চেহেৰাৰ এজন ৱাৰ্ডাৰ আহি তেওঁক লগ ধৰিলে। ৱাৰ্ডাৰ জনৰ মুকুত এডাল ক্ৰুশ আৰু কেইটামান মেডেল ওঁৰা আছিল। তেওঁ নেক্‌লিউডভৰ কালে চিঠি এখন

আগবঢ়াই দি ক'লে, "মহোদয়, এগৰাকী মহিলাই এই পত্ৰখন আপোনালৈ পঠাইছে।"

"সেই গৰাকী কোন মানুহ ?"

"চিঠি পঢ়িলেই আপুনি বুজি পাব। এগৰাকী ৰাজনৈতিক বন্দিনীৰ পৰা আহিছে। মই সেই ৱাৰ্ডতে কাম কৰোঁ। কাৰাগাৰৰ নিয়মমতে এনেদৰে পত্ৰ বিনিময় নিষিদ্ধ, তথাপি মানুহ হিচাবে তেওঁৰ অনুৰোধ পেলাব নোৱাৰি মই লৈ আহিছোঁ।" এটা অস্বাভাৱিক সুৰত ৱাৰ্ডাৰজনে ক'লে।

সকলোৰে সাক্ষাতত জেলৰ ৱাৰ্ডাৰজনে এনেদৰে পত্ৰবাহক হৈ অহাত, নেক্‌লিউদভ আচৰিত হ'ল। তেওঁ তেতিয়াও জনা নাই যে তেওঁ এজন ৱাৰ্ডাৰ আৰু চোৰাংচোৱাৰ কামো কৰে। যিহক নেক্‌লিউদভে পত্ৰখন লৈ বাটে বাটে পঢ়ি গল।

চিঠিখনৰ আখৰবোৰ ডাঙৰ ডাঙৰ। তাত এনেদৰে লিখিছে, "আপুনি জেললৈ অহা গম পালোঁ। নানা অভিযোগত অভিযুক্ত কৰি, জেলত বন্দী কৰি থোৱা মানুহবোৰৰ হকে আপুনি চিন্তা কৰিছে বুলি জানি আপোনাক লগ পাবলৈ বৰ ইচ্ছুক হৈছোঁ। মোক দেখা কৰিবৰ কাৰণে আপুনি হুকুম এটা লবনে ? আপুনি আহিলে আপোনাৰ দলৰ আৰু আপোনাৰ আশ্ৰিত লোক-সকলৰ সম্পৰ্কে ভালেখিনি কথা মই কব পাৰিম। ইতি বিনয় সহকাৰে,— 'ভেৰা দুখভা'।"

ভেৰা দুখভাই নভগৰদ অঞ্চলৰ আওহতীয়া গাৱঁলীয়া স্কুল এটাত শিক্ষয়িত্ৰীৰ কাম কৰিছিল। এবাৰ সবাদ্ধৰে নেক্‌লিউদভে তালৈ ভালুক চিকাৰ কৰিবলৈ গৈছিল। শিক্ষয়িত্ৰী গৰাকীয়ে এটা বিশেষ বিষয়ত অধ্যয়ন কৰিবলৈ অৰ্থৰ অনাটন হোৱাত তেওঁ নেক্‌লিউদভৰ ওচৰ চাপে। নেক্‌লিউদভেও প্ৰয়োজনীয় পইচাখিনি দান দিছিল; কিন্তু পিছত তেওঁৰ কথা একেবাৰেই পাহৰিছিল। এতিয়া এই ছোৱালীজনীয়েই ৰাজনৈতিক অপৰাধত দণ্ডিত আৰু কাৰাৰুদ্ধ। জেলত বোধহয় তেওঁৰ কথা শুনি তেওঁৰ কামত সহায় হবলৈ আগবাঢ়িছে।

সেই সময়ৰ অৱস্থা আৰু আজিৰ অৱস্থাৰ লগত আকাশ-পাতাল প্ৰভেদ।

স্পষ্টভাৱে নেক্‌লিউদভৰ দুখভাৰ লগত পৰিচয় হোৱাৰ কথাবোৰ মনত পৰিল। ৰেল লাইনৰ পৰা ৪০ মাইল দূৰৰ লেণ্ট বুলি ঠাই এডোখৰত এই শিক্ষয়িত্ৰী গৰাকীৰ লগত তেওঁৰ চিনাকি হৈছিল। তেওঁলোকৰ সেইবাৰৰ

চিকাৰ সফল হৈছিল আৰু দুটা ভালুক মাৰিব পাৰিছিল। তেওঁলোকে আশ্ৰয় লৈছিল মানুহ এজনৰ ভুপুৰী ঘৰত। ঘৰমুৱা হোৱাৰ পূৰ্ব্বে—তেওঁলোকে দুপৰৰ ভোজনত ব্যস্ত থাকোতে ঘৰৰ গিৰিহঁতজনে আহি জনাইছিল যে সহকাৰী পাদুৰীজনৰ জীয়েকে নেকৃলিউদভক সাক্ষাৎ কৰিব খোজে।

"ছোৱালীজনী ধুনীয়ানে?" কোনোবা এজনে প্ৰশ্ন কৰিলে।

"মোৰ অনুৰোধ, তেনে কথা নকব।" নেকৃলিউদভে গহীনাই উত্তৰ দিলে। খোৱাৰ পৰা উঠি হাত মুখ ধুই, মুখখন গামোছাৰে মচি লৈ নেকৃলিউদভে ভুপুৰিৰ গিৰিহঁত থকা ঘৰলৈ যাত্ৰা কৰিলে। কিন্তু পাদুৰীৰ জীয়েকে কি উদ্দেশ্য লৈ তেওঁক লগ ধৰিব খুজিছে তাৰ উৱাদিহ তেওঁ একেবাৰেই ধৰিব পৰা নাই।

নেকৃলিউদভে এগৰাকী গাভৰুক লগ পালে। মূৰত তাইৰ এটা ফেল্ট্ হেট, গাত এটা দীঘল গৰম চোলা, হাতৰ বাহুবোৰ বেচ শকত আৰু চেহেৰা কুৰূপ, কিন্তু ধেনুভিৰিয়া পাহি দুটিৰে সৈতে চকুযুৰি ধুনীয়া।

বৃদ্ধা গৃহস্থিনী গৰাকীয়ে ছোৱালীজনীক সম্বোধন কৰি ক'লে, "এইয়া, তেখেত আহিল। তোমাৰ কি কব লগা আছে কোঁৱা। এখেতেই ৰাজকুমাৰ। মোৰ কাম আছে। মই যাওঁ।"

"মই তোমাক কি সাহায্য কৰিব পাৰোঁ।" নেকলিউদেভ ক'লে।

"মই জানিব পাৰিছোঁ যে আপুনি এগৰাকী ঐশ্বৰ্য্যশালী লোক আৰু এই নিচিনা নিৰৰ্থক চিকাৰত ধন উৰুৱাই দিছে।" ছোৱালীজনীয়ে ক'বলৈ আৰম্ভ কৰিলে। "কিন্তু মই জানো......কেৱল এটা কথা জানো যে মই ৰাইজৰ সেৱা কৰিব লাগে। কিন্তু সেৱা কৰিবলৈ মোৰ জ্ঞান আৰু বিদ্যাই নুকুলায়।"

ছোৱালীজনীৰ চকুত ফিৰিঙ্গি উঠিল এটা সত্য আৰু স্নিগ্ধ দৃষ্টি। কোৱা কথা খিনিকত প্ৰকাশ পাইছে এটা দৃঢ়তা, অথচ নাৰীসুলভ কমনীয়তাৰ অভাৱ হোৱা নাই। নেকৃলিউদভে তাইৰ অৱস্থাৰ কথা সম্পূৰ্ণ হৃদয়ঙ্গম কৰিলে। আৰু অন্তৰ তাইৰ প্ৰতি সহানুভূতিৰে ভৰি পৰিল।

"তোমাৰ হকে মই কি কৰিব পাৰোঁ।"

"মই এজনী শিক্ষয়িত্ৰী। বিশ্ববিদ্যালয়ত ভৰ্ত্তি হব খোজোঁ, কিন্তু পৰা নাই। পৰা নাই মানে এনে অৰ্থ নহয় যে ভৰ্ত্তি হবলৈ তেওঁলোকে মোক অনুমতি দিয়া নাই। কাৰণ হৈছে, মোৰ উপায় নাই—অৰ্থৰ অভাৱ। আপুনি যদি এইকণ সহায় কৰে, তেন্তে পিছত মই সেই টকা ঘূৰাই দিম। মই

তাবোতে ধনীলোক সকলে এইদৰে ভালুক চিকাৰ কৰি বিক্রয় কৰা আৰু খেতিয়ক বিলাকক মদ খাবলৈ বিলাই দিয়াৰ কোনো সার্থকতা নাই। মোৰ বিশ্বাস এটা ভাল কামৰ কাৰণে তেওঁলোকো নিশ্চয় আগবাঢ়ি আহিব। মোক মাত্র ৮০ ৰুবল লাগে; যদি নিদিয়ে তাতো কোনো আপত্তি নাই।" পোনপটীয়াকৈ তাইৰ বক্তব্যখিনি ভাঙি ধৰিলে।

"তোমাৰ কথা শুনি মই বেছ সন্তোষ পাইছোঁ। এনেকুৱা এটা কাম কৰিবলৈ সুবিধা দিয়াত মই নথৈ কৃতজ্ঞ। মই এতিয়াই ৮০ ৰুবল আনি দিছোঁ।" নেকৃলিউদভে কলে।

তেওঁ কোঠাৰ পৰা ওলাই আহিল। তেওঁলোকৰ কথোপকথন শুনি থকা লগৰীয়া এজনক তেওঁ বাটত লগ পালে। তেওঁলৈ কোনো ভ্রূক্ষেপ নকৰি, তেওঁ চিধাচিধি মনিবেগৰ পৰা টকাখিনি উলিয়াই আনি গাভৰু গৰাকীক দি দিলে।

"তুমি ইয়াৰ বাবে কোনো ধন্যবাদ জ্ঞাপন কৰিব নেলাগে। বৰং মইহে তোমাক ধন্যবাদ দিয়া উচিত।" তেওঁ ক'লে।

এইবিলাক কথা মনত পৰি তেওঁৰ মনটো ভাল লাগিল। সেই সময়ত এজন অফিচাৰে ধেমালিৰ সুৰত কিবা কিবি আপত্তিজনক মন্তব্য দিয়াত তেওঁৰ লগত কাঁজিয়াৰ সূত্রপাত হওঁ হওঁ হৈছিল। সেইকথা মনত পৰিও তেওঁৰ ৰং লাগিল। এজন লগৰীয়াই নেকৃলিউদভৰ পক্ষে সমর্থন দিয়াত, সেই বন্ধুজনৰ লগত তেওঁৰ বন্ধুত্ব আৰু গাঢ় হৈছিল। সফলভাৱে চিকাৰ কৰি, বাতি ষ্টেচনলৈ ঘূৰি আহোঁতে তেওঁৰ মনত যি স্ফুর্তি লাগিছিল, সেইবোৰ কথাও তেওঁৰ মনত ভাহি উঠিল।

হাবি জঙ্গলত স্লেজ গাড়ীত উঠি ভালুক চিকাৰ কৰি কেনেকুৱা আমোদ পাইছিল, সেই সকলোবোৰ ঘটনা তেওঁৰ মনত পৰিল। তাবোপৰি সেই সময়ত তেওঁ কেনে স্ফুর্তিৰে আৰু ৰং মনেৰে হাঁহি মাতি মুকলি মনেৰে ঘূৰি ফুৰিছিল, তেওঁৰ কেনেকুৱা সুন্দৰ স্বাস্থ্য আছিল, গাত বল আছিল, দুঃখ-কষ্টলৈ শঙ্কা নাছিল, এইবোৰ স্মৃতি ইটোৰ পিচত সিটোকৈ তেওঁৰ মনত জাগি উঠিল। বৰফ বৃষ্টিৰ মাজত, হাবিয়ে বননিয়ে ভ্রমণ কৰিছিল, ভয়-শঙ্কা কাক বোলে বুজি নেপাইছিল, সেইদিনবোৰ কেনে সুন্দৰ, কেনে ধুনীয়া আছিল। কিন্তু আজি! হায় ভগবান! কি বিপদ! কি আহকাল।

আচলতে তেখা দুখতা বিপ্লবী মন্ত্রত দীক্ষিতা এগৰাকী গাভৰু। সেই

কাৰণেই তাই কাৰাগাৰত কাৰাৰুদ্ধ। তেওঁ তাইক দেখা কৰিব। হাত মাচ্‌লভাৰ সম্পৰ্কেও উপদেশ দিবলৈ পাত লৈছে।

## পঞ্চাশ

নেক্‌লিউদভ পিছদিনা পুনৰ ভ্ৰমণত ওলাল। তেওঁ ঘূৰি ফুৰোতে আগদিনাৰ সকলো কথা আকৌ মনত পৰিল। পেটে পেটে তেওঁৰ ভয়ও লাগিল।

কিন্তু এই ভয়ৰ সত্বেও, তেওঁ যি কাম হাতত লৈছে সেই কাম কৰি যাবলৈ তেওঁ আৰু দৃঢ় প্ৰতিজ্ঞ হ'ল।

তেওঁৰ দায়িত্ব সম্পৰ্কে সচেতন হৈ, তেওঁ মাচ্‌লেনিক'ভক লগ্ পাবৰ কাৰণে ঘৰৰ পৰা যাত্ৰা কৰিলে। উদ্দেশ্য হল মাচ্‌লভা আৰু মেন্‌চভ মাতৃ আৰু পুত্ৰক জেলত সাক্ষাৎ কৰিবৰ কাৰণে অনুমতি লোৱা। এই মেনচভকৰ কথাই মাচ্‌লভাই কৈ পঠাইছিল। ইয়াৰ উপৰিও তেওঁ চুখভাক লগ পাবলৈ ইচ্ছা কৰে। হয়তো তাইও মাচ্‌লভাৰ কিবা উপকাৰত আহিব পাৰে।

বহুদিনৰ আগৰ পৰাই মাচ্‌লেনিকভ্ নেক্‌লিউদভৰ পৰিচিত আছিল। কাম কৰোতে দুয়ো একেলগে আছিল। সেই সময়ত মাচ্‌লেনিকভ্ ৰেজিমেণ্টৰ দৰমহা বিলাই দিয়া বিষয়া আছিল। মানুহজন দয়ালু আৰু নিজৰ কৰ্ত্তব্যৰ সম্পৰ্কে সদাই সচেতন। তেওঁ ৰেজিমেণ্ট আৰু ৰাজপৰিয়াৰৰ বাদে অন্য কোনো চিন্তাই নকৰিছিল। বৰ্ত্তমান তেওঁ ৰেজিমেণ্টৰ পৰা অৱসৰ লৈ প্ৰশাসনিক কামত মকৰল হৈছে। এগৰাকী ঐশ্বৰ্য্যশালী আৰু উদ্যোগী মহিলাৰ তেওঁ পাণিগ্ৰহণ কৰিছে। এওঁৱেই সামৰিক বিভাগৰ পৰিবৰ্ত্তে, শাসন বিভাগত বিষয় এটা লবলৈ জোৰ কৰিছিল।

মাচ্‌লেনিকভ্ পত্নীয়ে তেওঁৰ স্বামীৰ এনে সাৱধান লয় আৰু তেওঁৰ লগত এনেদৰে ৰং-ধেমালি কৰে, যেন মাচ্‌লেনিকভ্ তেওঁৰ এটি আদৰৰ জন্তহে। এবাৰ শীতকালত নেক্‌লিউদভে তেওঁলোকক লগ ধৰিবলৈ গৈ, স্বামী-স্ত্ৰী উভয়ৰ ব্যৱহাৰতেই বিৰক্ত হৈছিল। তাৰপিচত আৰু তেওঁলোকক লগ পাবলৈ তেওঁ যোৱা নাই।

নেক্‌লিউদভক দেখিয়েই মাচ্‌লেনিকভৰ মুখত হাঁহি বিৰিঙি উঠিল। বঙা মুখ আৰু ভেৰেহা গাটোৰে সৈতে মানুহজনৰ চেহেৰা আগৰ দৰেই আছে। সামৰিক বাহিনীত থাকোতে যেনেদৰে পৰিপাটি সাজপাৰ পৰিধান কৰিছিল,

এভিয়াও তেনেকুৱাই। সেই সময়ত তেওঁ অতি আধুনিক ফেচনৰ আৰু গাত টাইটকৈ খোৱা, ব্ৰাচ্ৰাৰি পৰিকাৰ কৰা 'ইউনিফৰ্মহে' পিন্ধিছিল। বৰ্ত্তমান যদিও তেওঁ সামৰিক 'ইউনিফৰ্ম' পিন্ধা নাই, তথাপি সাজপাৰত সেই আধুনিক ফেচন সম্পূৰ্ণ বিৰাজমান। যদিও তেওঁ চুকুৰি বছৰত ভৰি দিলে, তথাপি তেওঁক যেন বয়সে অলপো বিন্ধিব পৰা নাই। তেনেকুৱাই হল তেওঁৰ চেহেৰা।

"আহা! নেকৃলিউদভ্ দেখোন! কি মন কৰি ইমান দিনৰ মূৰত আহিলা। বেচ, বেচ! বৰ বং পালো, আহাঁ আহাঁ, মোৰ গৃহিণীৰ লগত চিনাকি কৰি দিওঁ। সময় একেবাৰে নাই। দহমিনিটৰ পিছতেই মিটিং এখন আছে। জামাই গভৰ্ণৰ বৰ্ত্তমান অনুপস্থিত, গতিকে সমস্ত কামৰ ভাৰ মোৰ ওপৰত।"

মানুহজন যে বেচ্ স্ফূৰ্ত্তিতে আছে, তেওঁৰ কথাৰ পৰাই বুজা যায়।

"তোমাৰ লগত মোৰ এটা কাম আছে।"

"কি-কাম?" মাচ্লেনিকভে অলপ গহীন হৈ প্ৰশ্ন কৰিলে।

"মই বন্দিনী এগৰাকীক জেলত দেখা কৰিব খোঁজো। তেওঁৰ লগত মোৰ অলপ স্বাৰ্থ জড়িত।" জেলৰ কথা কোৱাৰ লগে লগে মাচ্লেনিকভৰ মুখখন কঠোৰ হৈ পৰিল।

"মই সেই বন্দিনী গৰাকীক সাধাৰণ দৰ্শনী কোঠাৰ পৰিবৰ্ত্তে, অফিচত দেখা কৰিব খোঁজো আৰু সাক্ষাতৰ কাৰণে নিৰ্দ্ধাৰিত সময়ৰ বাদে। মই জানিব পাৰিলোঁ এই সম্পৰ্কে তোমাৰ ওপৰতেই নিৰ্ভৰ কৰে।"

"নিশ্চয়! নিশ্চয়! তোমাৰ হকে নিশ্চয় মই যি পাৰো কৰি দিম।"

তেওঁৰ দুয়োহাত নেকৃলিউদভৰ আঁঠুত থৈ ক'লে, যেন তেওঁৰ পদমৰ্য্যাদাৰ অলপো ভেম নাই।

"কিন্তু মই সোঁধৰাই দিব খোঁজো যে এঘণ্টাৰ কাৰণেহে মই ৰজা।"

"তেন্তে মোক সাক্ষাতৰ অনুমতি পত্ৰ এখন দিয়া।"

"কাক দেখা কৰিব খোঁজা। কোনো মাইকী মানুহ?"

"হয়।"

"কিহৰ কাৰণে জেল খাটিছে?"

"বিষ প্ৰয়োগ কৰি হত্যা ঘটোৱাৰ অপৰাধত। কিন্তু তাইৰ গাত দোষ নাছিল। অন্যায়ভাৱে দণ্ড দিয়া হ'ল।"

"তুমি ব্যৱহাৰ কৰাত এনে হৈছে। মই জানো তুমি মোৰ কথা সমৰ্থন নকৰা। নকৰিলেও মোৰ কথাই সত্য।" এখন প্ৰতিক্ৰিয়াশীল বাতৰি কাকতৰ উল্লেখ কৰি তেওঁ ক'লে।

"তুমিতো উদাৰনীতিত বিশ্বাস কৰা নহয়?"

"মই কি নীতিত বিশ্বাস কৰো মোৰ নিজৰে কোনো ধাৰণা নাই।" হাঁহিমাৰি নেকলিউদভে ক'লে। তেওঁ এনেবোৰ কথা শুনি আচৰিত হয়। অকল এওঁৱেই নহয়; বহুতে ৰাজনৈতিক মতাদৰ্শত তেওঁক উদাৰনৈতিক দলৰ লোক বুলি ভাবে। অৱশ্যে এই কথা সঁচা যে নেকলিউদভৰ মতে কোনো মানুহৰ বিচাৰ হোৱাৰ পূৰ্ব্বেই তেওঁনো কি কয়, তাক জানি লোৱা দৰকাৰ। কোনো মানুহ দণ্ডিত হোৱাৰ আগতে, আইনৰ চকুত সকলো মানুহকে সমান বুলি গ্ৰহণ কৰা উচিত। কোনো মানুহকে মানুহে দুৰ্ব্যৱহাৰ কৰা বা মাৰ ধৰ কৰা অনুচিত; বিশেষকৈ বিচাৰত দোষী সাব্যস্ত হোৱাৰ পূৰ্ব্বেই।

"মতামতত মই উদাৰ হওঁ নহঁও, কিন্তু মোৰ দৃঢ় ধাৰণা যে অতীতৰ ব্যৱস্থাতকৈ বৰ্ত্তমান নীতি নিয়ম আৰু আইন কানুন যথেষ্ট উন্নত।"

"তুমি কোন এড্‌ভোকেটৰ লগত কথা-বতৰা হৈছা?"

"মিঃ ফেনাৰীন্।"

"কি! ফেনাৰীন্!" মুখ বিকটাই মাচ্‌লেনিকভে কলে। প্ৰায় এবছৰ হ'ল এবাৰ তেওঁ মকৰ্দ্দমা এটাত সাক্ষী দিওঁতে, মিঃ ফেনাৰীনে তেওঁক প্ৰায় আধ ঘণ্টা সময় জেৰা কৰি হাইৰাণ কৰিছিল। অত্যন্ত বিনয় সহকাৰে প্ৰশ্নবাণ মাৰি তেওঁক তুচ্ছংপছ বনাইছিল।

"কিন্তু মই তোমাক কওঁ তেওঁক উকীল ধৰা বৰ ভাল হোৱা নাই। মানুহজন একবেলাই।" মাচ্‌লেনিকভে ক'লে।

নেকলিউদভে তেওঁৰ কথাৰ কোনো প্ৰত্যুত্তৰ নিদি কলে, "তোমাৰ ওচৰত মোৰ আৰু এটা অনুৰোধ আছে। সেই জেলত আৰু এগৰাকী যুৱতী আছে। বহুদিনৰ আগতে তাইৰ লগত মোৰ পৰিচয় ঘটিছিল। এটা স্কুলত শিক্ষয়িত্ৰীৰ কাম কৰিছিল। মানুহজনী নম্ৰ আৰু তাইও এতিয়া জেলত মোক লগ পাবলৈ বিচাৰিছে। তাইকো দেখা কৰিবলৈ হুকুম এটা দিব নোৱাৰানে?"

মাচ্‌লিনিকভে মূৰটো একাষলৈ বেঁকা কৰি অলপ ভাবি ক'লে, "তাই বোধহয় ৰাজনৈতিক বন্দী।"

"হয়, মই সেই বুলিয়েই শুনিছোঁ।"

"গুনা, মই কওঁ। ৰাজনৈতিক বন্দী বিলাকক তেওঁলোকৰ আপোন মানুহেহে দেখা কৰিব পাৰে। তথাপি মই তোমাক অনুমতিপত্র দিম। তাইৰ নাম কি? ছুখভা নহয়?"

"হয় ছুখভা।"

মাচ্‌লিনিকভে যদিও পেটে পেটে অনুমতি দিবলৈ সিমান ইচ্ছা নাছিল, তথাপি টেবুলৰ কাষলৈ গৈ, কাগজ এখনত লিখিলে, "পত্রবাহক কুমাৰ দিমিত্রী ইভ'নিভিচক বন্দিনী মাচ্‌লভাক আৰু মেডিকেল এচিষ্টেণ্ট্‌ ছুখভাক জেল অফিচত সাক্ষাত কৰিবলৈ অনুমতি দিয়া হ'ল।"

শেষত তেওঁ কিছুমান আড়ম্বৰপূর্ণ কথাৰে অনুমতিপত্রখন লিখা শেষ কৰি ক'লে, "তুমি গলেই দেখিবলৈ পাবা কেনে শৃঙ্খলাৰে সৈতে আমি জেলৰ কয়দী বিলাকক ৰাখিছোঁ। জেলখানাত মানুহেৰে থাহ খাই আছে। বিশেষকৈ নির্ব্বাসন দণ্ডপোৱা কয়দী থাকিলে, নীতি নিয়ম আৰু শৃঙ্খলা ৰক্ষা কৰা কঠিন হয়। কিন্তু আমি চোকা দৃষ্টি ৰাখোঁ। আমি কামবোৰ কৰি ভালো পাওঁ। তুমি দেখিবা সিহঁত বেচ সুখে সন্তোষেৰেই আছে। কিন্তু জেলকর্ম্মচাৰী হলে, এই কয়দী বিলাকৰ লগত, কেনেদৰে ব্যৱহাৰ কৰিব লাগে, তাক ভালকৈ জনা দৰকাৰ। আজি কেইদিন মানৰ আগতে এটা গোলমাল হৈছিল আৰু হুকুম অমান্য কৰিছিল। আন মানুহ হোৱা হ'লে এইটো বিদ্রোহ বুলিয়েই ধৰি ললেহেঁতেন, আৰু মাৰ ধৰ কৰি বহুতকেই জখমো কৰিলেহেঁতেন। কিন্তু আমি কৌশলেৰে গোলমাল বন্ধ কৰিলোঁ। আমি সদাই এফালে সেন চকুৱা হৈ থাকিব লাগে আৰু আনফালে দৰকাৰ হ'লে কোঢ়ামুঠিৰে শক্তিও প্রয়োগ কৰিব লাগে।

"ক'তা? মইতো ছুবাৰ জেললৈ গৈ তেনে সা-সুবিধা একো দেখা নাই। অৱশ্যে মই সিমান নেজানিবও পাৰোঁ।" নেকলিউদভে ক'লে। "অ' তুমি কাউণ্টেছ পাচেকৰ ওচৰলৈ যোৱা নাই। তেওঁক লগ পালে বুজিলাহেঁতেন, তেওঁ কেনে ভাল কাম কৰিছে। তেওঁ আশাসুধিয়াকৈ এইবোৰ কামতহে লাগি আছে। তেওঁৰ কাম দেখি ধন্যবাদ নিদি নোৱাৰি। মই কোনো অহঙ্কাৰ কৰা নাই। সকলো পৰিবর্ত্তন হৈছে। আগৰ দিন নাই। কাৰাগাৰ আৰু সেই কৌটিকলীয়া পোুতাশাল নহয়। সঁচাই এতিয়া সিহঁতে জেলত বেচ সুখেৰেই আছে। হেৰা, আৰু এটা কথা। কেনাবীনৰ লগত ব্যক্তিগতভাৱে মোৰ চিনাজনা নাই। তদুপৰি এতিয়া মই যি পদত আছোঁ, সেই কাৰণে পৰা

তেওঁৰ লগত ঘনিষ্ঠতা কৰা সম্ভৱ নহয়। তেওঁ কাহাৰীত এনেকুৱা কথাবোৰ লোৱে। চিঃ উকীলে জেৰাকৰাৰ চলতে এনেবোৰ প্ৰশ্ন কৰা উচিত নহয়।

নেক্লিউদভে অনুমতিপত্ৰখন হাতত লৈ ক'লে, "ধন্যবাদ! মই আহোঁহে।" তেওঁৰ কথালৈ আৰু বিশেষ কাণ নিদি, মাচ্লেনিকভৰ পৰা বিদায় ললে।

"অ মোৰ পৰিবাৰক অলপমান লগপাই নোযোৱা জানো?"

"ক্ষমা কৰা বন্ধু! মোৰ আজি অকণো সময় নাই।"

"তেওঁ মোকতো সুদাই নেৰে।" পুৰণা বন্ধু নেক্লিউদভৰ লগত খোজ দি আগবাঢ়ি ক'লে।

তেওঁ বৰলোক নহ'লে সাধৰণতে এই দৰে আগবঢ়াই থবলৈ আগবাঢ়ি নাহে। কিন্তু নেক্লিউদভক একেবাৰে প্ৰথম শ্ৰেণীৰ বুলি নধৰিলেও অন্ততঃ মধ্যম শ্ৰেণীৰ বুলি গ্ৰাহ্য কৰে। তেওঁ পুনৰ নেক্লিউদভক ক'লে, "সময় আছে যদি আহাঁ অলপ, তেওঁক লগ পাই যোৱা।"

নেক্লিউদভে আকৌৰ গজালি মাৰিয়েই থাকিল। এনেতে চাপ্ৰাচীয়ে নেক্লিউদভৰ হলৌ কোটটো আৰু লাঠিডাল আনি হাতত দিলে। তেওঁ পুনৰ সময় নাই বুলি কৈ, তেওঁৰ পৰা বিদায় লৈ আগবাঢ়িল।

"বাৰু তেন্তে—বৃহস্পতিবাৰ—সেইদিনা তেওঁ আলহী নিমন্ত্ৰণ কৰিছে। আহিবা আৰু মই কৈ থম। খটখটিৰ ওপৰৰ পৰা মাচ্লেনিকভে ক'লে।

## একাৱন

মাচ্লেনিকভৰ ঘৰৰ পৰা নেক্লিউদভে পোনে পোনে জেলত গৈ উপস্থিত হ'ল। আগতেই তেওঁ জেল ইন্সপেক্টৰৰ ঘৰ চিনি পাইছিল। প্ৰথমেই তেওঁ ইন্সপেক্টৰৰ ঘৰলৈ গ'ল। এইবাৰো তালৈ গৈ তেওঁ পিয়ান' বজাই থকা শুনিবলৈ পালে, কিন্তু আগৰবাৰৰ দৰে ভঙা ভঙা সুৰ তেওঁ শুনা নাই। এইবাৰ তেওঁ ক্লিমিন্তৰ ৰচনা কৰা সুৰৰ লহৰ পৰিষ্কাৰ শুনিবলৈ পাইছে। চকু এটা বেণ্ডেইজ কৰা চাকৰ এটা আহি ইন্সপেক্টৰ আছে বুলি সম্বিধান দিলে, আৰু ওচৰতে থকা লক ড্ৰুইং ৰুম এটাও বহিবৰ কাৰণে তেওঁক দেখুৱাই দিলে। পিচত ইন্সপেক্টৰ কোঠালৈ সোমাই আহিল। মুখত তেওঁৰ বেজাৰ আৰু অৱসাদৰ চিন। তেওঁ ইউনিফৰ্মৰ মাজৰ বুটামটো লগাই নেক্লিউদভক সম্বোধন কৰি ক'লে, 'অ' আপুনি আহিছে। আহক, বহক। আপোনাৰ কাৰণে মই কি কৰিব পাৰো?"

"মই এই মাত্র সহকাৰী গৱৰ্ণৰৰ ওচৰৰ পৰা আহিছো। এয়া তেওঁ দিয়া অনুমতিপত্ৰ। মই মাচ্‌লভাক দেখা কৰিব খোজোঁ।"

পিয়ান'ৰ সুৰ সজাৰ চলি থকাত ইন্সপেক্টৰ নেক্‌লিউদভৰ কথাখিনি ভালকৈ শুনিলে। তেওঁ ক'লে, "কাক দেখা কৰিব খোজে? মাৰগতা?"

"নহয়, মাচ্‌লভা।"

"অ বুজিছোঁ।"

ইন্সপেক্টৰে আসনৰ পৰা উঠি ভিতৰলৈ সোমাই গৈ ক'লে, "মেৰীয়া, পিয়ান'টো অলপ বন্ধ কৰিব নোৱাৰানে?" তেওঁৰ কথাৰ সুৰৰ পৰা বুজিব পাৰি যে এই গান-বাজনা যেন তেওঁৰ জীৱনৰ এটা মহা জঞ্জাল। পিয়ান'ৰ বাজনাৰ কোবত কথা এটাও শুনিব নোৱাৰি।

পিয়ান' বন্ধ হ'ল। কিন্তু ভিতৰফালে খঙেৰে কোনোবাই খোজ দিয়া শুনিবলৈ পোৱা যায়। এবাৰ দৰজাইদি মুভুকিয়াইচোৱা দেখা গ'ল।

ইন্সপেক্টৰে যেন অলপ সকাহ পালে, তেওঁ চিগাৰেট এডাল জলাই, চিগাৰেট কেচটো নেক্‌লিউদভৰ ফালে আগবঢ়াই দিলে।

"ধন্যবাদ, মই চিগাৰেট নেখাওঁ।"

নেক্‌লিউদভে প্ৰত্যাখান কৰি ক'লে।

"মই মাচ্‌লভাক দেখা কৰিবৰ কাৰণে আহিছো।"

"মাচ্‌লভা। আজি তাইক দেখা কৰা মস্কিল।" ইন্সপেক্টৰে ক'লে।

"কিয়?"

"আচ্‌লতে আপোনাৰ পাতেই দোষ।" অলপ ক্ষুণ্ণ হাঁহি মাৰি ইন্সপেক্টৰে কলে, "কুমাৰ, তাইক আপুনি কোনো পইচাপাতি নিদিব। যদি ইচ্ছা কৰে মোৰ হাতত দিব। মই জমা ৰাখিম। পৰহি আপুনি তাইক অলপ পইচা দিগ'ল। তাৰে তাই মদ কিনি খাই আজি পাগলী হৈ আছে। মাজে মাজে ৰুদ্ৰমূৰ্ত্তিও ধৰে।"

"এনেকুৱাই হৈছেনে?"

"হয়, মদ খাই পাগলী। মই তাইৰ ওপৰত কঠোৰ ব্যৱস্থা লবলৈ বাধ্য হৈছোঁ। তাইক নিৰ্জ্জন কক্ষতো থোৱা হৈছিল। সৰ্ব্ব সাধাৰণতে তাই এজনী ভাল মানুহৰ দৰেই থাকে। কিন্তু তাইক আপুনি পইচা নিদিব। পইচা পালে এই মানুহবোৰ ... ...।"

সিদিনাৰ কথাবোৰ নেক্‌লিউদভৰ চেকেং চেকেংকৈ মনত পৰিল। তেওঁৰ অলপ ভয়ও লাগিল।

"ৰাজনৈতিক অপৰাধত বন্দিনী হৈ থকা তুখভাকো দেখা কৰিব পাৰিমনে ?"

"ইচ্ছা কৰিলে নিশ্চয় পাৰিব।" ইন্সপেক্টৰে ক'লে। এনেতে পাঁচ হৰহুৰীয়া সক ছোৱালী এটি কোঠালৈ সোমাই আহিল। ইন্সপেক্টৰৰ জীয়েক। তাই বাপেকৰ ওচৰলৈ দৌৰি আহি নেক্‌লিউদভৰ ফালে কেৰাহি কেৰাহিকৈ চাবলৈ ধৰিলে। দৌৰি আহাঁতে বগ এধনত উজুতি খোৱা দেখি ইন্সপেক্টৰে হাঁহি মাৰি মৰমৰ সুৰত ক'লে, "কিয়! কি লাগে ইয়াত। দৌৰি আহিলে লুটি খাই পৰিবা।"

"বাক, এতিয়া মই বিদায় লওঁ।"

"হয়। আপুনি যাব পাৰে।"

ইন্সপেক্টৰে থিয় হৈ ছোৱালীটীক সাৱতি মৰম কৰি, ভিতৰলৈ যাবলৈ ইঙ্গিত দিলে। তাই তেতিয়াও ব'লাগি নেক্‌লিউদভৰ ফালে চাই আছিল। তাৰ পিছত তেওঁ বাহিৰৰ কোঠালৈ ওলাই আহিল। চাকৰণী এজনীয়ে তেওঁৰ হলো চোলাটো আনি দিলে। তেওঁ কথমপি চোলাটো গাত দি, দৰজাৰ বাহিৰ ওলাইছেহে, এনেতে পিয়ানৰ সুৰ বাজি উঠিল।

ইন্সপেক্টৰে মেৰীয়াই গান শিকাৰ কথা উল্লেখ কৰি ক'লে যে গানত তাইৰ বেচ ব্যুৎপত্তি জন্মিছে। বৰ্ত্তমান তাই কনচাৰ্ট অভ্যাস কৰাত ব্যস্ত।

ইন্সপেক্টৰ আৰু নেক্‌লিউদভ দুয়োজন জেলত উপস্থিত হ'ল। তেওঁলোকক দেখিয়েই প্ৰহৰীয়ে ততালিকে লোহ কপাট খুলি দিলে। দাৰ্গাৰ বিলাকে হাতৰ আঙুলি দাঙি চেলাম দিলে আৰু সিহঁতৰ চকুৰ দৃষ্টিয়ে ইন্সপেক্টৰৰ পিছ ললে। এফাল একাল মূৰ খুৰুৱা চাবিটা কয়দিয়ে, কিবা কিবি ভৰোৱা তাঙৰ চৰীয়া এটা কঢ়িয়াই নিছিল। সিহঁতেও ইন্সপেক্টৰক দেখি সেও মেও হৈ মূৰ দোঁৱালে। এজনে থতত গোৰ গোৱাই বোজা মেকুৰীৰ দৰে তেলেকাকৈ চাইছিল।

"অৱশ্যে বুদ্ধি থাকিলে বিকাশৰ সুবিধা থকা দৰকাৰ। তাক ধমকে দবলৈ দিয়া ঠিক নহয়। কিন্তু এনেকুৱা সক কোঠা এটাত আখৰা চলি থাকিলে আমনি লগা হয়।" ইন্সপেক্টৰে কয়দীকিটাৰ কথালৈ কাণৰাৰ নিদি, নেক্‌লিউদভলৈ লক্ষ্য কৰি কথাবোৰ কৈ গ'ল। তেওঁ জেলৰ মুকলি কোঠাটোলৈ নেক্‌লিউদভে লৈতে ধীৰে ধীৰে পদক্ষেপ কৰি আগবাঢ়ি গ'ল।

"আপুনি কাক দেখা কৰিব খুজিছিল ?"

"দুখভা।"

"অ, তাই সেই ওথ ঘৰটোত আছে। আপুনি অলপ অপেক্ষা কৰক।"

তেন্তে ইতিমধ্যেই মই মৰজালি মোকৰ্দমাৰ আচামী মেন্‌চভ্‌—যাক আক পুত্তেকক দেখা কৰিব পাৰোনে ?'

"হয় হয়, পাৰিব, ২১নং কোঠাত তেওঁলোক থাকে। তেওঁলোকক মই অনাই দিছোঁ।"

"মই তাতেই দেখা কৰি আছোঁ।"

"কিন্তু দৰ্শনী কোঠাত আপুনি অলপ ভাল পাব।"

"নহয়—মই তাতেই দেখা কৰাটেকে বাঞ্ছা কৰোঁ, মোৰ তাতেই ভাল লাগিব।"

এনেতে কাষৰ দৰজাইদি ইন্সপেক্টৰৰ সহকাৰীজন সোমাই আহিল। মানুহ জন সাজপাৰুত বেচ পৰিপাটি।

"এইয়া কুমাৰ নেক্‌লিউদভ। ২১নং কোঠালৈ এখেতক লৈ যঁক।" ইন্সপেক্টৰে সহকাৰীজনক ক'লে। "তাৰপিছত এখেতক অফিচলৈ আনিব। মই এতিয়া সিজনী মানুহক লৈ আহিম। নামটো কি আছিল ?"

"ভেৰা দুখভা।"

সহকাৰী ইন্সপেক্টৰ মানুহজন দেখিবলৈ বেচ্‌ ধুনীয়া। তেওঁ গোঁফদাৰিত কৰাচী দেশৰ এচেঞ্চ ঘহে আৰু গোন্ধত মলমলাই থাকে। মৃদু হাঁহি মাৰি তেওঁ নেক্‌লিউদভলৈ চাই ক'লে, "এই ফালে আহক।"

"আমাৰ অনুষ্ঠানে আপোনাৰ মন বেছ আকৃষ্ট কৰিছে।"

"হয়, মই যথেষ্ট আকৃষ্ট হৈছো। ইয়াত বন্দী হৈ থকা নিৰ্দোষী মানুহক সহায় কৰাটো মোৰ কৰ্ত্তব্য বুলি মই ভাবো।"

সহকাৰীজনে মুখ জোকাৰি ক'লে, "হয় কেতিয়াবা হয়তো নিৰ্দোষী মানুহ আছে।" ইয়াৰ পিছত তেওঁ এটা দুৰ্গন্ধময় কৰিদবেদি নেক্‌লিউদভক লৈ গল আৰু পুনৰ ক'লে, "কিন্তু মনত ৰখা দৰকাৰ কেতিয়াবা এই মানুহবোৰে মিছা কথাও কয়।"

কয়দী থকা কক্ষবোৰৰ দৰজা মুকলি আছিল। কিছুমান কয়দীয়ে কৰিদবলৈ ওলাই আহিছিল। বাৰ্দাৰ বিলাকক দেখি সহকাৰীজন মুখ চুপিয়াই আগবাঢ়িল। কয়দী বিলাকক তেওঁ কেৰাকৈ চাই গৈছে। কিছুমান কয়দীয়ে তেওঁক দেখি বেৰৰ কাষত টিপাহীৰ দৰে হাত তললৈ লগাই থিয় হ'ল। কিছু মানে ভিতৰলৈ

সোমাই গ'ল। সিহঁতৰ আটাইবোৰৰ চকু এই সহকাৰী ইন্সপেক্টৰজনৰ ওপৰত। প্ৰথম কৰিডৰটো পাৰ হৈ, তেওঁলোকে আকৌ লোহাৰ দৰজা এখন পাৰ হৈ বাওঁহাতে দ্বিতীয় কৰিডৰত সোমাল।

এই কৰিডৰটো ঠেক আৰু এন্ধাৰ। প্ৰথম কৰিডৰটোতকৈ ইয়াত দুৰ্গন্ধ আৰু বেছি। কৰিডৰটোৰ দুয়ো কাষে কিছুমান দৰজাৰ মাজ অংশত একোটা সৰু বিন্ধা আছে। এই কৰিডৰত শেতা মুখেৰে গাল মুখ টোতোবা পৰা এজন বৃদ্ধ ৱাৰ্ডাৰ থাকে।

ইন্সপেক্টৰৰ সহকাৰীজনে তেওঁক সুধিলে, "যেন্‌চন্ত্‌ কত থাকে?"

"বাওঁ হাতৰ ৮নং কোঠাত।"

## বাৱন

"মই জুমি চাব পাৰোনে?" নেক্‌লিউদভে সুধিলে।

"নিশ্চয়।" হাঁহি মাৰি ইন্সপেক্টজনে ক'লে। লগে লগে তেওঁ ৱাৰ্ডাৰজনক কিছু প্ৰশ্নও কৰিলে। নেক্‌লিউদভে দৰজাৰ বিন্ধাইদি কক্ষ এটাৰ ভিতৰলৈ জুমি চালে। এজন যুৱকে কোঠাৰ ভিতৰতে এটা 'আন্দাৰৱেৰ পিন্ধি, ইফাল সিফাল কৰি খোজ চলাই আছে। যুৱকজন বেচ ওখ আৰু গোঁফদাড়িবোৰ মচামচকৈ ক'লা। জুমি চোৱা গম পাই তেওঁ চকু তেলেকা কৰি এবাৰ চালে আৰু তাৰ পিছত পুনৰ খোজ চলাবলৈ লাগিল।

নেক্‌লিউদভে আকৌ অন্য এটা বিন্ধাইদি আন এটা কক্ষৰ ভিতৰলৈ জুমি চালে। এইবাৰ তেওঁ লক্ষ্য কৰিলে যে ভিতৰৰ বন্দীজনে তেওঁক দেখি চক খাই উঠিল। তেওঁ ততালিকে তাৰ পৰা আঁতৰ হ'ল। তৃতীয় কোঠাটোতো তেওঁ দেখিবলৈ পালে এজন বাওনা মানুহ। মূৰে গাই কাপোৰ লৈ তেওঁ বিচনাত শুই আছে। চতুৰ্থ কোঠাত নেক্‌লিউদভে দেখিলে এজন মূৰে কপালে হাত দি বহি থকা মানুহ। মানুহৰ খোজৰ শব্দ শুনি তেওঁ কাণমূৰ জোকাৰি থিয় হ'ল আৰু তথা লাগি তেওঁৰ ফালে দৃষ্টিপাত কৰিলে। মুখৰ চেহেৰাৰ পৰা বুজা যায় যে মানুহজন অত্যন্ত হতাশগ্ৰস্ত হৈ পৰিছে। কি কাৰণত কোনে জুমি চাইছে, সেই সম্পৰ্কে তেওঁ কোনো মন-কাণ নিদিলে। কিয়নো যিয়েই আহক তাৰপৰা তেওঁৰ উপকাৰৰ কোনো আশা নাই। এইবোৰ দেখি নেক্‌লিউদভৰ ভয় লাগি উঠিল। তেওঁ আৰু কতো জুমাজুমি নকৰি ২১নং কক্ষৰ ফালে আগবাঢ়িল। ৱাৰ্ডাৰজনে তলা খুলি দৰজাখন মুকলি কৰি দিলে।

এই কোঠাৰ বন্দীজন হ'ল এজন যুৱক। বেচ হৃষ্টপুষ্ট। ভিতিটো অলপ দীঘল আৰু দাড়ি গোঁফ ঠুটিয়াইছে। চকুৰ চাৱনিৰ পৰাই ডেকাজন মৰমিয়াল বুলি অনুমান কৰিব পাৰি। তেওঁ খপজপাই চোলাটো পিন্ধি লৈ বিচনাৰ কাষতে থিয় হ'ল। নবাগতক দেখি তেওঁ যেন ভয়খাই উঠিল। নেক্লিউদভক বিশেষকৈ আকৰ্ষণ কৰিছিল, যুৱকজনৰ স্নেহপূৰ্ণ চকুযুৰিয়ে। তেওঁ আগ্ৰহেৰে নেক্লিউদভ, মাৰ্দাৰ আৰু ইন্সপেক্টৰক চাবলৈ ধৰিলে।

"এখেতে তোমালোকৰ সম্পৰ্কে খা-খবৰ লবলৈ আহিছে।" সহকাৰী ইন্সপেক্টৰে ক'লে।

"বহুত ধন্যবাদ।"

"হয় তোমালোক জড়িত হৈ পৰা মকৰ্দ্দমাৰ সম্পৰ্কে জানিবৰ কাৰণে মই আহিছোঁ। মোক ঘটনাৰ সকলো কথা ভাঙি পাতি কোঁৱা ?"

সেনচভে তেওঁলোকৰ ঘটনাৰ কথা বিৱৰি কবলৈ আৰম্ভ কৰিলে। প্ৰথমতে মাৰ্দাৰ আৰু সহকাৰী ইন্সপেক্টৰক দেখি তাৰ শঙ্কা লাগিছিল, কিন্তু ক্ৰমে সাহস বাঢ়ি গ'ল। সহকাৰী ইন্সপেক্টৰে যেতিয়া কিবা এটা হুকুম দিবলৈ কৰিদলৈ ওলাই গ'ল তেতিয়া তাৰ সাহস আৰু বাঢ়িল। এজন কৃষিজীৱী গ্ৰাম্য যুৱকৰ কথা-বতৰাত যেনে লক্ষণ প্ৰকাশ পায়, এওঁৰো কথা-বতৰাবোৰ তেনেকুৱাই। লেটেৰ পেটৰ কাপোৰপিন্ধি জেলত বন্দীহৈ থকা এই যুৱকৰ কথাবোৰ শুনি নেক্লিউদভ নিজে নিজে আচৰিত হয়। তথাপি তেওঁ কথাবোৰ শুনি গৈছে। আৰু কোঠাটোৰ অৱস্থালৈকো লক্ষ্য কৰিছে। এখন কাঠৰ খাতিয়া। যথেষ্ট চাপৰ। খাট খনৰ ওপৰত এটা কঁঠ পৰা আছে। খিৰিকী খিলাকত মোটা ৰেইলিং লগোৱা। দেৱালবোৰ অত্যন্ত লেটেৰা আৰু সেমেকা। এনেকুৱা এটা গঁড়াল যেন কুঠৰীত বন্দী হৈ আছে এই যুৱকজন। গাত আছে জেল-খানাৰ সাজপৰ। ভৰিত জেলাৰ জোতা। চকুত বিৰিঙিছে এটা অসহায় আৰু কৰুণ দৃষ্টি। নেক্লিউদভৰ মন গধুৰ হৈ পৰিল। অন্তৰত সৃষ্টি হ'ল তীব্ৰ বেদনাৰ ভাব। তেওঁৰ ভাব হয় এই সৰল গ্ৰাম্য যুৱকজনে তাৰ যি কৰুণ ইতিহাস বৰ্ণনা কৰিছে তাক তেওঁ বিশ্বাস নকৰাই ভাল। কিয়নো মানুহে যে মানুহৰ প্ৰতি এনেকুৱা ব্যৱহাৰ কৰিব পাৰে' এনেকৈ যে বিনাদোষত মানুহ এজনক ধৰাইদি জেলত আবদ্ধ কৰাব পাৰে, সেই কথা তেওঁৰ ভাবিলেও ভয় লাগে। মন বিদ্ৰোহী হৈ উঠে। এই ডেকাৰ দোষ আছিল কি ? তাৰ গাত এটা জখমৰ চিন আছিল। সেই চিনটো থকাৰ কাৰণেই তাক আনি এই গোতাশালত

বন্দী কৰিছে। তাতোকৈ সাংঘাতিক হল, এই ডেকাই অত্যন্ত সবল ভাবে তাৰ যি জীৱনেতিহাস বৰ্ণনা কৰিছে, সেই বৰ্ণনা মিছা বুলি উকলাই দি তাক এইদৰে শাস্তি দিয়া। ঘটনাৰ আভিগুৰি হ'ল এই: যুৱকজনে বিয়া কৰাৰ পিছতে গাৱঁৰ হোটেলৱালা জনে তাৰ ঘৈণীয়েকক ফুচুলাই লৈ যায়। সি বহু ঠাইত ইয়াৰ প্ৰতিকাৰ বিচাৰি ঘূৰিলে। সেই সকলো ঠাইতেই হোটেলৱালাই ভেঁাট খুৱাই সাৰি যায়। এবাৰ সি জোৰকৈ হোটেলৱালাৰ ঘৰৰ পৰা তাৰ ঘৈণীয়েকক ধৰি আনিলে। কিন্তু তাৰ পিছদিনাই তাই আকৌ-পলায়ন কৰিলে। সি পুনৰ হোটেলৱালাৰ ওচৰলৈ গৈ তাৰ ঘৈণীয়েকক উলিয়াই দিবলৈ দাবী কৰিলে। তাই যে তাত আছে সি নিজ চকুৰেই তাইক দেখা পাইছিল। কিন্তু হোটেলৱালাই তাই নাই বুলি কৈ, তাক তাৰ পৰা গুছি যাবলৈ হুকুম দিলে। কিন্তু মেন্‌চভে নেযাওঁ বুলি কোৱাত, হোটেলৱালা আৰু তাৰ চাকৰ দুয়োটাই ধৰি মেন্‌চভক ভালকৈয়ে এপিতন দি জখম কৰি পেলালে। পিছদিনা হোটেলৱালাৰ ঘৰটোত কিবা কাৰণত জুই লাগে। ফলত অভিযোগ হল যে মেন্‌চভ আৰু তাৰ মাকেই হোটেলত জুই দিলে। কিন্তু আচলতে সি সেইদিনা ঘৰতেই নাছিল। জুই দিয়াও নাছিল। সি বন্ধু এজনক লগ পাবলৈ আঁতৰলৈ গৈছিল।

"সত্যাই কি তুমি জুই লগোৱা নাছিলা ?"

"এই কথা মোৰ মনে প্ৰাণে অগোচৰ আছিল চাৰ। মোৰ কোনোবা শত্ৰুৱেই এই কাম কৰিলে। মই জনাত হোটেলৱালাই কেইদিন মানৰ আগতে ঘৰটোৰ 'বীমা' কৰিও ৰাখিছিল। সিহঁতে মই জুই লগাইছোঁ বুলি ৰটনা কৰে। মই তাৰ তালৈ এবাৰ যোৱা সত্য। কিন্তু মই জুই লগোৱা নাই। এইবোৰ কথা মোৰ প্ৰাণে নসহা হৈছে। সি নিজেই জুই লগাই আমাক সাঙুৰি দিছে। জুই লাগোতে মই গাৱঁতেই নাছিলোঁ। সি সাজি পাৰি আনি লগাইছো বুলি গল্প তৈয়াৰ কৰিছে।

"ই কি সঁচা ?"

"ভগবান্ সাক্ষী। মই কোৱা কথা সম্পূৰ্ণ সঁচা। চাৰ আপুনি যেন অনুগ্ৰহ কৰে……।"

বাধা দিয়াৰ সত্বেও যুৱকজনে ভৰিত ধৰি নেকলিউদভক সেৱা জনালে। "অলপ দয়া কৰক চাৰ। মই বিনাদোষতেই জেলত পচিব লাগিছেঁা।"

যুৱকজনৰ ওঁঠ কঁপি উঠিল, আৰু সেই চোলাৰ লেতেৰা হাতেৰে চকুপানী মচি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

"আপোনাৰ হ'লনে ?" সহকাৰী ইন্সপেক্টৰে নেক্‌লিউদভক সুধিলে।

"হয়। বাৰু তুমি মনত বল বান্ধি থকা। আমি তোমাৰ হকে যি পাৰো কৰিম।"

নেক্‌লিউদভে এই বুলি কৈ ওলাই আহিল। মেন্‌চভে দৰজাৰ কাষতেই থিয় হৈ ৰৈ আছিল। ৱাৰ্ডাৰে দৰজাখন বন্ধ কৰিবলৈ জোৰেৰে ঠেলামাৰি দিলে। ফলত দৰজাখনে মেন্‌চেভকো এথুন্দা মাৰিলে। সি ঠৰ লাগি বিন্ধাটোৰেদি বাহিৰলৈ চাই়ৰেই আছে।

## তেৰ

বহুল কৰিদৰটোৰেদি নেক্‌লিউদভ্ ঘূৰি আহিল। কৰিদৰটোত তেওঁ ভালেমান কয়দী অহা যোৱা কৰি থকা লগ পালে। সিহঁতে পিন্ধা সাজপাৰবোৰ কাবোবাৰ নীলা, কাৰোবাৰ চুটি জলহ পেণ্ট, আৰু ভৰিত কয়দীৰ জোটা। সিহঁতে কৌতুহলভাৱে তেওঁলৈ লক্ষ্য কৰিবলৈ ধৰিলে। (সেই সময়ত দুপৰীয়া ভোজনৰ সময় হৈছিল, জেলৰ কুঠৰীবোৰ খোলা আছিল।) নেক্‌লিউদভৰ এটা অদ্ভুত ধৰণৰ সহানুভূতি সিহঁতৰ প্ৰতি জাগি উঠিল। যিবিলাক মানুহে এই মানুহবোৰক এইদৰে জেলত আবদ্ধ কৰি ৰাখিছে, সিহঁতৰ প্ৰতিও তেওঁৰ জাগি উঠিল তীব্ৰ ঘৃণা আৰু বিতৃষ্ণা। এইবিলাকলৈ চকু দিয়াৰ কাৰণে তেওঁ নিজেই লজ্জিত হয়, যদিও তাৰ কাৰণ কি তেওঁ নিজেই কব নোৱাৰে।

এটা মানুহে দৌৰি আহি কুঠৰি এটাৰ দৰজাৰ মুখত তেওঁক লগ ধৰিলেহি। কোঠাটোৰ পৰাও, কেইবাটাও মানুহ ওলাই নমস্কাৰ জনাই নেক্‌লিউদভক বাটত আগভেটি ধৰিলেহি।

"ডাঙৰীয়া! আমাৰ প্ৰতি সদয় হ'ক। আপোনাক আমি কম কি আৰু কি বুলি সম্বোধন কৰিম একো নেজানো। আমাৰ কাৰণে অলপ চেষ্টা কৰি দিয়ক যাতে আমাৰ বিষয়টোৰ এটা নিষ্পত্তি হয়।"

- "মই কোনো বিষয়া নহয়। তোমালোকৰ সম্পৰ্কে মই কি জানো ?"

"আপুনি নিশ্চয় বাহিৰৰ পৰা আহিছে, মালিক সকলৰ ভিতৰৰ কোনোবা

এজনক আপুনি কক।" অলপ ক্ৰোধেৰে এজনে ক'লে, "বিনা দোষতেই আমি জেলখোৰা এতিয়া দুমাহ হয়েই লাগে।"

"তোমালোকৰ কথা মই একো বুজি পোৱা নাই। কিয়? বিনাদোষত তোমালোকক কিয় জেল দিছে? নেকলিউদভে ক'লে।

"হয়, তেওঁলোকে কোৱা কথা একেবাৰে মিছা নহয়। এটা আকস্মিক ঘটনাৰ ফলত এওঁলোকৰ এনে দশা হৈছে।" সহকাৰী ইন্সপেক্টৰজনে ক'লে।

"এই মানুহবোৰৰ কোনো পাৰপত্ৰ নাছিল, গতিকেই এওঁলোকক গ্ৰেপ্তাৰ কৰা হয়। আচলতে এওঁলোকক নিজৰ প্ৰদেশলৈ পঠাই দিব লাগিছিল, কিন্তু এওঁলোকৰ প্ৰদেশৰ জেলখন জুইয়ে পুৰিলে, গতিকে তাৰ কৰ্তৃপক্ষই এওঁলোকক ইয়াতে ৰাখিবৰ কাৰণে আমাক জনাইছে। বাকী পাৰপত্ৰ নোহোৱা সকলো মানুহকেই নিজ নিজ প্ৰদেশলৈ পঠাই দিয়া হ'ল। কিন্তু এওঁলোকক পঠাব পৰা নাই।

দৰজাখনৰ ওচৰতে থমকি ৰৈ নেকলিউদভে প্ৰশ্ন কৰিলে, "কি? এওঁলোকক ইয়াত ৰখাৰ কি এয়েই কাৰণ?"

এনেতে আৰু দুকুৰিমান জেলৰ সাজপাৰ পিন্ধা মানুহ আহি নেকলিউদভ আৰু ইন্সপেক্টৰক বেৰি ধৰি কিবা কবলৈ ধৰিলে। সহকাৰী ইন্সপেক্টৰজনে ধমক দি ক'লে, "কি কব লগা আছে এজনে কোৱা।"

জুমটোৰ পৰা ওখ মানুহ এজন ওলাই আহিল। তেওঁ ক'লে যে তেওঁলোকৰ গোটেইখিনি মানুহে ঘৰলৈ ঘূৰি যোৱাৰ হুকুম পাইছিল। কিন্তু এতিয়া পাৰপত্ৰ নাই বুলি গ্ৰেপ্তাৰ কৰি জেলত বন্ধ কৰিছে। অথচ তেওঁলোকৰ পাৰপত্ৰৰ মিয়াদ উকলি যোৱা ১৫ দিনহে হৈছে। আগতো সময়মতে পাৰপত্ৰৰ মিয়াদ নতুনকৈ বঢ়াই নোলোৱাত এনে অবস্থা হৈছে। কিন্তু কাকো গ্ৰেপ্তাৰ কৰা হোৱা নাছিল। তাৰবাবে কাৰো শাস্তিও হোৱা নাছিল। কিন্তু এইবোৰ আটাই-বোৰ মানুহকে গ্ৰেপ্তাৰ কৰি জেল দিছে, আৰু আজি দুমাহকাল চোৰ ডকাইতৰ দৰে জেলত বন্ধ কৰি ৰাখিছে, তথাপি ইয়াৰ প্ৰতিকাৰ নাই।

"আমি আটাইবোৰে শিলগঁথা ৰাজমিস্ত্ৰীৰ কামকৰোঁ। আমাৰ প্ৰদেশৰ আমি একে খেলৰে মানুহ। শুনিছোঁ যোলে আমাৰ প্ৰদেশৰ জেলখন জুইয়ে পুৰি চাই কৰিলে, সেইটো কি আমাৰ দোষ! অনুগ্ৰহ কৰি আমাক অলপ সহায় কৰক।"

নেকলিউদভে এই বৃদ্ধ মানুহজনৰ কথাবোৰ কাণেৰে শুনিছে হয়, কিন্তু

তেওঁ কথাটো অলপো মন দিব পৰা নাই, বৃদ্ধজনৰ মুখত বগাই থকা উৰহ এটাহে তেওঁ চাই আছে।

“এওঁলোককো গ্ৰেপ্তাৰ কৰাৰ কি ইমেই কাৰণ ?” সহকাৰী ইন্সপেক্টৰ ফালে মুখ ঘূৰাই নেক্‌লিউদভে ক'লে।

“অৱশ্যে এইটো হয়। ইহঁতক ঘৰলৈ ঘূৰাই পঠোৱা উচিত আছিল।” ধীৰভাবে সহকাৰী ইন্সপেক্টৰজনে উত্তৰ দিলে। “দেখা যায় আমাৰ ওপৰৱালা সকলে সত্তৰ পাহৰিলেই, নাইবা অন্য কিছু কাৰণ থাকিবও পাৰে।”

সহকাৰী ইন্সপেক্টৰৰ কথা শেষ নৌহওঁতেই জুমৰ পৰা বাওনা মানুহ এজন ওলাই আহি এটা অদ্ভুত মুখভঙ্গিৰে ক'লে যে বিনাদোষত তেওঁলোকক এইদৰে দুৰ্ব্যৱহাৰ কৰা হৈছে।

“কুকুৰতকৈও অধম।” তেওঁ ক'লে।

“বাক, বাক এইবোৰ এতিয়া বকিব নেলাগে, মুখবন্ধ কৰা, নহলে জানাই নহয়.........।”

“কি জানা ?” চিঞৰ মাৰি বাওনা মানুহজনে ক'লে, “আমাৰ গাত দোষ কি ?”

“চুপ থাক।” সহকাৰী ইন্সপেক্টৰে ক'লে। তেৰোঁ মনে মনে থাকিল।

“কিন্তু এইবিলাকৰ অৰ্থ কি ?” কৰিদৰেদি গৈ থাকোতে নেক্‌লিউডভে ভাবিলে। জেলৰ কুঠৰি বিলাকৰ দৰজা তেতিয়াও খোলা আছিল। আঠাইবোৰ কয়দীৰ দৃষ্টি পৰিল নেক্‌লিউদভৰ ওপৰত।

“নিৰ্দ্দোষী মানুহ বোৰক এইদৰে সঁচাই কি কাৰাৰুদ্ধ কৰা হৈছে ?” কৰিদৰ পাৰ হৈ আহি নেক্‌লিউদভে প্ৰশ্ন কৰিলে ?”

“আমিনো কৰিম কি ? ইহঁতে মিছা কথাও কয়। ইহঁতৰ কথা শুনিলে আপোনাৰ সকলো নিৰ্দ্দোষী বুলিয়েই ধাৰণা হব।” সহকাৰী ইন্সপেক্টৰ জনে ক'লে, “অৱশ্যে কিছুমানে যে মিছাতে জেল খাইছে সেই কথাও সত্য।”

“মোৰ বিশ্বাস এই খিনি মানুহৰ দোষ নাই।”

“হয়। সেইকথা আমি স্বীকাৰ কৰোঁ, তথাপি ইহঁতৰ ভিতৰত অতি দুৰ্দান্ত লোকো আছে। কিছুমান অতি সাংঘাতিক। ইহঁতক এইদৰে নেৰাখিলে কোনো উপায় নাই। যোৱাকালি এনেকুৱা দুটা দুৰ্দান্ত মানুহক শাস্তি দিব লগীয়া হৈছিল।”

“কি শাস্তি দিয়া হল ?”

"বচি গছৰ লাঠিৰে তিকৃতিকি দিয়া হয়।"

"এনেকৈ দৈহিক শাস্তি দিয়াতো উঠাই দিয়া হৈছে।"

"কিন্তু এনেকুৱা মানুহৰ হকে নহয়। ব্যক্তিস্বাধীনতাবহিত লোৱাবোৰৰ শাস্তি এনেকুৱাই হব।"

যোৱা কালি হলটোত বৈ থাকোতে তেওঁ যি দেখিছিল, সেইকথা মনত পৰিল। এতিয়া তেওঁ বুজি উঠিল যে সেই মানুহ দুটাক শাস্তি দিয়া হৈ গ'ল। এইবোৰ দেখি শুনি তেওঁৰ মনটো কেনেবা কেনেবা লাগিল। মনলৈ আহিল এটা হতাশাৰ ভাব। তেওঁ যেন বিবুদ্ধি। তেওঁৰ বিবেকে এটা তীব্ৰ আঘাত পালে। এই আঘাত পূৰ্ব্বতকৈও কঠিন।

তেওঁ আৰু সকলো কথা বাদদি অফিচৰ ফালে খোজ দিলে। ইন্সপেক্টৰ তেতিয়া অফিচতেই বহি আছিল। কামত ব্যস্ত, কিন্তু তেওঁ দুখভাক আনিবলৈ পাহৰি গ'ল। নেকৃলিউদভ অফিচত সোমালতহে মনত পৰিল।

"বহক বহক! মই এতিয়াই দুখভাক অনাই দিছোঁ।" তেওঁ ক'লে।

## চৌবন

অফিচৰ কোঠা দুটা। প্ৰথম কোঠাটোত এটা ডাঙৰ ষ্টোভ আছে। একেবাৰে জড়াৱস্থা। খিৰিকী আছে দুখন। লেতেৰা চুক এটাত কয়দি বিলাকৰ ওজন লোৱা এখন তৰ্জ্জু আছে। আন এটা চুকত যীশুখ্ৰীষ্টৰ প্ৰতিকৃতিৰ এখন ডাঙৰ ছবি আঁৰা আছে। মানুহক নানান যাতনা দুখোৱা এই যম নগৰীত যীশুৰ বাণী বিলাকক বিদ্ৰূপ কৰিবৰ কাৰণেই যেন এই চিত্ৰ ৰখা হৈছে। কেইবাজনো ৱাৰ্দাৰ আহি কোঠাৰ ভিতৰত থিয় হৈ আছে। আন কোঠাটোত স্ত্ৰী পুৰুষ নিৰ্ব্বিশেষে একুৰি মান মানুহ। তেওঁলোকে কেইবাটাও জুম হৈ, আৰু দুজন দুজনকৈ শাৰি পাতি ফুচ ফুচাই কথা পাতি আছে। খিৰিকীৰ কাষত লিখা পঢ়াৰ কাৰণে এখন টেবুল।

ইন্সপেক্টৰে টেবুলৰ কাষত বহি নেকৃলিউদভকো বহিবলৈ এখন চকী অনাই দিলে। তেখেঁতে আসন গ্ৰহণ কৰি, কথাপাতি থকা মানুহবিলাকৰ ফালে লক্ষ্য কৰিলে।

প্ৰথম তেওঁৰ চকুত পৰিল এজন ডেকা। মুখৰ চেহেৰা যেচ মধুৰ। গাত এটা জেকেট। কলা ভ্ৰূ যুগলৰে সৈতে, এগৰাকী কিশোৰী মহিলাৰ সমুখত

ডেকাজন থিয় হৈ আছে। হাতেৰে অঙ্গিভঙ্গী কৰি ডেকাজনে মহিলা গৰাকীক ব্যগ্ৰভাবে কিবা এটা বুজাইছে। এওঁলোকৰ পিছতে এজন বৃদ্ধলোকে কয়দি সাজপাৰ পৰিহিতা এগৰাকী গাভৰুৰ হাতত ধৰি বহিছে। বৃদ্ধৰ চকুত এযোৰ চশমা। গাভৰুগৰাকী বৃদ্ধৰ লগত কিবা এটা কথা লৈ কথোপকথনত ৰত। এজন স্কুলীয়া ছাত্ৰই বৃদ্ধৰ ফালে ৰ'লাগি চাই আছে। ল'ৰাটোৰ মুখৰ চেহেৰাৰ পৰা বুজা যায় সি যেন ভয়ত ভীত। আন এটা চুকত এহাল প্ৰেমাসক্ত যুৱক-যুৱতী। ছোৱালীজনীৰ বয়স কোমল। দেখিবলৈ সুন্দৰী। মনোমুগ্ধকৰ সাজপাৰেৰে ভূষিতা। চুলি বিলাক চুটিকৈ কটা আৰু ধুনীয়া। প্ৰকাশ ভঙ্গী ছট্‌ফটীয়া। শুৱলা চুলিৰে সৈতে ডেকাজনো দেখাত বেচ ধুনীয়া। সি এটা ৰবৰৰ জেকেট পিন্ধি আছে। দুয়ো যেন কথাত মগ্ন। একেবাৰে টেবুলৰ কাষত, বহি আছে পকা চুলিৰে সৈতে এগৰাকী বৃদ্ধা। ওচৰত বহি থকা আৰু খীনোৱা শুকুয়া এজন যুৱকৰ মাক। যুৱকৰ গাতো এটা জেকেট। বৃদ্ধাই পুতেকক কিবা এটা কব খোজে, কিন্তু শোকে বুকুত খুন্দা মাৰি ধৰে। কেইবাবাৰো চেষ্টা কৰিও বৃদ্ধাই কোনো কথা কব পৰা নাই। যুৱকজনে হাতত কাগজ এখন লৈ থংমুৱা হৈ মূচৰি সামৰি আছে। তেওঁলোকৰ ওচৰত আছে আন এগৰাকী উজ্জল মুখেৰে সৈতে লাৱণ্যময়ী যুৱতী। তাইৰ চকুকিটা অলপ তেলেকা। মূৰত এটা টুপী আৰু সাজপাৰ মটীয়া বৰণৰ। চকুলো টুকি থকা মাকৰ ওচৰতে বহি মাকক সাবতি কিবা এটা বুজাব খোজে। এই ছোৱালীজনী সৰ্বাঙ্গ সুন্দৰী। হাতদুখন শকত আৰত, নাক তিলফুলৰ দৰে, চুলি বিলাক শুৱলা, আৰু চুটিকৈ কটা, ওঁঠ দুটি তেজ বিৰিঙি থকা ৰঙা, আৰু তাইৰ আটাইতকৈ ধুনীয়া হল, চকুত বিৰিঙি থকা স্নিগ্ধ মধুৰ দৃষ্টি। নেকৃলিউদভ্ সোমাই আহোঁতে এবাৰ তাই কেৰাহিকৈ চাইছিল, কিন্তু ততালিকে মাকৰফালে মুখ ঘূৰাই কিবা এটা ক'লে। প্ৰেমত মগ্ন হৈ থকা ডেকা-ডেকেৰী হালৰ ওচৰতে আছে আৰু এজন কৃষ্ণকায় মানুহ। তাৰ চুলিবিলাক আউল বাউল। মুখখন গোমোঠা। সি থংমুৱা হৈ গোঁফদাঢ়ি শূন্য নপুংসকৰ নিচিনা মানুহ এটাৰ লগত কথা পাতিছে।

নেকৃলিউদভ ইন্সপেক্টৰৰ ওচৰতে বহি, আচৰিত হৈ, অতি কৌতুহলেৰে এই মানুহ বোৰলৈ চাই আছে। ইয়াৰ ভিতৰতে এটা অকণমান ল'ৰা আছিল। ল'ৰাটোৰ চুলিবিলাক ধুনীয়াকৈ আচুৰি থোৱা। সি কোমল মাতেৰে নেকৃলিউদভক প্ৰশ্ন কৰিলে।

"আপুনি কাক লগ পাবলৈ আহিছে ?"

লবাটোৰ এই অপ্ৰত্যাশিত প্ৰশ্নত নেক্‌লিউদভ্ অলপ আচৰিত হ'ল। তেওঁ গহীনাই উত্তৰ দিলে যে তেওঁ এগৰাকী মহিলাক লগ পাবলৈ আহিছে।

"আপোনাৰ কোনোবা বাইভনী ?" লবাটোৱে পুনৰ সুধিলে।

"নহয়। মোৰ বাইভনী একো নহয়।" নেক্‌লিউদভে ক'লে। তেওঁ লবাটোক ওলোটাই সুধিলে, "তুমি ইয়াত কাৰ লগত আছা ?"

"মই ! মই মাৰ লগত আছো। মোৰ মা ৰাজনৈতিক অপৰাধত জেলত বন্দী।" সি উত্তৰ দিলে।

"মেৰীয়া পাভ্‌লৱনা ? কালিয়াক আঁতৰাই নিয়া।" ইন্সপেক্টৰে হুকুম দিলে। লবাটোৱে এইদৰে কথাবতৰা পতা তেওঁ জেলৰ নীতি বিৰোধী বুলি ভাবিলে।

মোহিনী আৰু লাৱণ্যময়ী গাভৰু এই মেৰীয়া পাভ্‌লৱনা। মানুহজনী বেচ ওখ। তাই থিয় হোৱাৰ লগে লগে নেক্‌লিউদভৰ দৃষ্টি আকৰ্ষণ কৰিলে। গুৰু গম্ভীৰ ভাৱে খোজ দি তাই নেক্‌লিউদভ আৰু ল'ৰাটোৰ কাষ চাপিল।

"লবাটোৱেনো আপোনাক কি সুধিছিল ? আপুনি ক'ৰ পৰা আহিছে ?" হাঁহি মাৰি পাভ্‌লৱনাই সুধিলে। তাইৰ সৰল ভাৱভঙ্গী আৰু মুখৰ চাৱনিৰ পৰাই নিঃসন্দেহে বুজিব পাৰি যে তাইৰ আনৰ প্ৰতি ব্যৱহাৰ অতি মধুৰ আৰু আত্মীয়। ভনীয়েক বা বায়েকৰ যেনে ব্যৱহাৰ তাইৰো তেনেই।

"গোটেই সোপা কথাকে তই জানিব খুজিছিলি নহয় ?" ল'ৰাটোৰ ফালে চাই পাভ্‌লৱনাই মৰমৰ হাঁহি মাৰি ক'লে। পাভ্‌লৱনাৰ কথা শুনি ল'ৰাটো আৰু নেক্‌লিউদভেও নেহাঁহি নোৱাৰিলে।

"সি সুধিছিল মই কাক দেখা কৰিবলৈ আহিছোঁ।" নেক্‌লিউদভে উত্তৰ দিলে।

"মেৰীয়া পাভ্‌লৱনা ! অচিনাকি জনৰ লগত জেলৰ নিয়ম মতে কথা পাতিব নেপাই। সেই কথা জানো তুমি নেজানা ?" ইন্সপেক্টৰে ক'লে।

"ভাল ! ভাল ! নেজানো কিয় ?"

এই বুলি কৈ মেৰীয়াই ল'ৰাটোৰ হাতত ধৰি নিজৰ ঠাইলৈ ঘূৰি গল। ল'ৰাটোৱে মাকৰ মুখলৈ চাই তথা লাগি বল।

"এই অকণমানি ল'ৰাটো কৰ ?" নেক্‌লিউদভে ইন্সপেক্টৰক সুধিলে।

"তাৰ মাক হ'ল ৰাজনৈতিক বন্দী। ল'ৰাটো জেলতেই উপজিছিল।" এটা আত্ম সন্তুষ্টিৰ ভঙ্গীত ইন্সপেক্টৰে ক'লে। তেওঁৰ এই কাৰাগাৰ যেন এটা

অতীব সুন্দৰ অনুষ্ঠানহে ব'ত এইদৰে সন্তান জন্ম হোৱাও সম্ভৱ। কথাটো আঙুলিয়াই দিবলৈ পাই যেন বংহে পাইছে।

"ইও কি সম্ভৱ?"

"হয় সম্ভৱ। এতিয়া ল'ৰাটোৱে মাকৰ লগত চাইবৰীয়াৰ নিৰ্ব্বাসনলৈ যাব।"

"এইহেন গাভকছোৱালী জনীকো চাইবেৰীয়ালৈ পঠোৱা হব?"

"সেই কথাৰ জবাব দিবলৈ মই অসমৰ্থ।" গাত জিকাৰ এটা মাৰি ইন্সপেক্টৰে ক'লে, "অ' এইয়া দুখভা আহি পালেহি।"

## পঁচপন

কোঠাটোৰ পিছ দুৱাৰেদি চুচুক চামাককৈ ভেৰা দুখভা সোমাই আহিল। মানুহজনী লাহী, বৰণ হালধীয়া। চকুত চেনেহ বিৰিঙি থকা যেন দেখা যায়।

"আপুনি অহাৰ কাৰণে ধন্যবাদ!" নেক্লিউদভক হেণ্ডচেক্ কৰি ক'লে, "বোধ হয় মোক চিনি পাইছে।"

"এনে অৱস্থাত তোমাক দেখিবলৈ পাম বুলি মই কেতিয়াও আশা কৰা নাছিলো।"

"এই অৱস্থাৰ কাৰণে মোৰ অলপো দুঃখ নাই। মই ভালেই আছোঁ। ইয়াতকৈ বেছি সুখ মই আশাও কৰা নাছিলো।" নেক্লিউদভলৈ চাই ভেৰা দুখভাই ক'লে।

নেক্লিউদভে কি ঘটনাৰ ফলত তাই কাৰাৰুদ্ধ হব লগা হ'ল তাৰ কাৰণ সুধিলে।

দুখভাই বেচ প্ৰফুল্লভাবে ঘটনাৰ সকলো কথা বৰ্ণনা কৰিলে। তাই কথাৰ মাজতে কিছুমান শব্দ প্ৰয়োগ কৰিছিল, যেনে, প্ৰচাৰ, সংগঠন, গ্ৰুপ, শাখা, প্ৰশাখা, ইত্যাদি। তাই ধৰি লৈছিল যে এই শব্দবোৰৰ তাৎপৰ্য্য সকলোৰে বোধগম্য। কিন্তু আচলতে এই শব্দবোৰ কোনো দিনেই নেক্লিউদভৰ কৰ্ণগোচৰ হোৱা নাছিল।

নাৰ'ডভ্লইভ্* আন্দোলনৰ সকলো কথা নেক্লিউদভক ক'লে। তাই ধৰি লৈছিল যে কথাবোৰ শুনি হয়তো নেক্লিউদভে ভালেই পাইছে। ভেও

---

*উনৈশ শতাব্দীৰ শেষ ভাগত ৰাছিয়াত চলি থকা এটা বিপ্লবী আন্দোলন।

একেঠবে তাইৰ ধীপোৱা ভিঙিটো আৰু মুৰৰ আউল বাউল চুলি বিলাকলৈ চাই আছিল। তাই কিয় এইবোৰ কামত লিপ্ত আছিল আৰু কিয়নো তেওঁক এই কথাবোৰ শুনাইছে, সেই কথা ভাবি তেওঁ আচৰিত হয়। অৱশ্যে মেন্‌চেভৰ প্ৰতি তেওঁৰ যেনে ধৰণৰ দৰদ হৈছিল, দুখভাৰ কথা শুনি তেওঁৰ তেনে দৰদ হোৱা নাই। মেন্‌চেভৰ প্ৰতি সহানুভূতি হোৱাৰ কাৰণ হ'ল তেওঁলোকে বিনাদোষত জেল খাতিছে। দুখভাৰ প্ৰতিও তেওঁৰ পুত্ৰৌ হয় এই বুলি যে মানুহজনীৰ চিন্তা-ধাৰাত কিছুমান খেলি মেলি আছে। এই কথা খাতাং যে এই মানুহজনীয়ে তাইৰ আদৰ্শৰ কাৰণে প্ৰাণ বলি দিবলৈকো সাজু। তাই নিজক এগৰাকী বীৰাঙ্গনা বুলি বিবেচনা কৰে। অথচ আদৰ্শৰ সম্পৰ্কে তাইৰ কোনো পৰিষ্কাৰ ধাৰণা নাই আৰু কেনে ধৰণেৰে কৃতকাৰ্য্যত লাভ কৰিব পাৰিব সেই বিষয়েও ভালকৈ বুজাই দিবলৈ অসমৰ্থ।

নেক্‌লিউদভক তাই লগ পাবলৈ ইচ্ছা কৰাৰ কাৰণ হ'ল এই: পাঁচ মাহৰ আগতে তাইৰ বান্ধৱী এগৰাকী, নাম সুষ্টভাক, পুলিচে গ্ৰেপ্তাৰ কৰে। সুষ্টভাক তাইৰ শাখাৰ সভ্য নাছিল। বৰ্ত্তমান 'পিটাৰ আৰু পল' দুৰ্গত বন্দী হৈ আছে। গ্ৰেপ্তাৰৰ কাৰণ হ'ল তাইৰ হাতত কিছুমান বাজেয়াপ্ত কৰা কিতাপ আছিল আৰু পুলিচৰ হাতত সেই কিতাপবোৰ ধৰা পৰিছিল। এইবাবে কিছু পৰিমাণে ভেৰা দুখভাও দায়ী। চৰকাৰী বিষয়াসকলৰ ওপৰত নেক্‌লিউদভৰ প্ৰভাৱ আছে। সেই কাৰণে দুখভাই তেওঁৰ বান্ধৱী গৰাকীৰ মুক্তিৰ কাৰণে যত্ন কৰিবলৈ নেক্‌লিউদভক খাতিলে।

ইয়াৰ বাহিৰে 'পিটাৰ আৰু পল' দুৰ্গত বন্দী হৈ থকা তাইৰ আন এজন বন্ধু গুৰকিভিকৰ কথাও ক'লে। এই ল'ৰাজনৰ মাকক দেখা কৰি কিছু বিজ্ঞানৰ কিতাপ সংগ্ৰহ কৰিবৰ কাৰণেও তেওঁক অনুৰোধ কৰিলে। ল'ৰাজনৰ নিজৰ অধ্যাপনাৰ কাৰণে এই কিতাপখিনিৰ দৰকাৰ। যদি কিতাপখিনি পাই তেন্তে জেলকৰ্ত্তৃপক্ষক দেখা কৰি, জেলত জমা দিলেই হব।

পিটাৰ্চবুৰ্গলৈ গ'লে তেওঁ যি পাৰে কৰিব বুলি নেক্‌লিউদভে আশ্বাস দিলে।

ইয়াৰ পিছত দুখভাই আৰু কিছু নিজৰ কথা যোগ দিলে। তাই ধাত্ৰী-বিদ্যা শিক্ষা শেষ কৰাৰ পিছত নাৰ'ডভলষ্টভ দলৰ লগত যোগাযোগ ঘটে। প্ৰথমতে সকলো কাম কাজ সুকলমেই চলে। তেওঁলোকৰ কাম আছিল ঘোষণা পত্ৰ বিলি কৰা, কাৰখানা ইত্যাদিত প্ৰচাৰ কৰা, ইত্যাদি। ইয়াৰ পিছত

তেওঁলোকৰ এজন প্ৰধান সভ্যক পুলিচে গ্ৰেপ্তাৰ কৰাৰ ফলত বহু কাকত-প ত্ৰ ধৰা পৰে আৰু এই সম্পৰ্কত বহুলোক গ্ৰেপ্তাৰ হয়।

"মোকো তেওঁলোকে গ্ৰেপ্তাৰ কৰে। বৰ্ত্তমান নিৰ্ব্বাসন দণ্ডৰ হুকুম দিছে। কিন্তু ইয়াৰ বাবে মই অলপো অনুতপ্ত নহয়। অলপো ভয় কৰাও নাই। মই সম্পূৰ্ণ সুখী।" এটা কৰুণ হাঁহি মাৰি তাইৰ জীৱনৰ গল্পৰ সামৰণি মাৰিলে।

চকু ওথ গাভৰু গৰাকীৰ সম্পৰ্কে নেকৃলিউদভে প্ৰশ্ন কৰাত তাই ক'লে যে তাই এজন জেনেৰেলৰ জীয়েক। বহুদিন বিপ্লৱী পাৰ্টিত যোগ দি কাম কাজ কৰি আছে। চোৰাং চোৰা এজনক গুলি কৰাৰ অভিযোগত তাই কাৰাবৰণ কৰিব লগা হৈছে। বিপ্লৱী বিলাকৰ ছপাখানা থকা ঘৰ এটাত তাই বসতি কৰিছিল। এদিন পুলিচে এই ঘৰটোৰ তালাচ কৰিবলৈ আহিল, তেতিয়া বিপ্লৱী বিলাকে ভিতৰৰ চাকী নুমাই, আপত্তি-জনক কাকত পত্ৰবোৰ নষ্ট কৰিবলৈ ধৰিলে। এনেতে জোৰ কৰি পুলিচে ভিতৰলৈ সোমাই যোৱাত উভয় দলৰ মাজত সংঘৰ্ষ হয়। বিপ্লৱী এজনৰ গুলিত চোৰাংচোৱা এজনৰ গুৰুতৰ জখম হয়। এই সম্পৰ্কে মকৰ্দ্দমা হোৱাত এই গাভৰুৱেই গুলি মাৰিছোঁ বুলি গাত পাতি লয়। কিন্তু আচলতে তাই গুলি মৰা নাছিল। তাইৰ হাতত মাথিমৰা যন্ত্ৰ এটাও নাছিল, ৰিভলভাৰৰ কথাই নাই। তাই নিজৰ জবান-বন্দীতে আকোৰ গজালি মাৰি থকাত তাইৰো চাইবেৰীয়ালৈ নিৰ্ব্বাসন দণ্ড হৈছে। পৰোপকাৰী এটি অতীব সুন্দৰ চৰিত্ৰৰ নাৰী তাই। ভেৰা দুখভাই কলে।

দুখভাৰ নেকৃলিউদভৰ ওচৰত শেষ বক্তব্য হ'ল মাচ্‌লভাৰ বিষয়ে। জেলৰ ভিতৰত মাচ্‌লভাৰ জীৱন কথা আৰু নেকৃলিউদভৰ লগত সম্পৰ্কৰ কথা সকলোৰে মাজত জনাজাত। দুখভাই তেওঁক উপদেশ দিলে যে হয় তাইক ৰাজনৈতিক বন্দী থকা ৱাৰ্দলৈ বদলি কৰা, নাইবা আস্পতালত নাৰ্চ কামত নিযুক্ত কৰা ভাল। এই সময়ত বহু ৰোগী আস্পতালত আছে। আৰু সেৱা-সৎকাৰ কৰা মানুহৰ বিশেষ প্ৰয়োজন।

এই সদুপদেশৰ কাৰণে নেকৃলিউদভে তাইক ধন্যবাদ দিলে আৰু ক'লে যে সেইমতে কাম কৰিবলৈ চেষ্টা কৰিব।

এইদৰে কথোপকথন কৰি থাকোতেই ইন্সপেক্টৰে সময় উকলিল বুলি ঘোষণা কৰিলে। সাক্ষাৎ কৰিবলৈ অহা লোক সকলো ঘৰাঘৰি যাবলৈ সাজু হ'ল। নেক্‌লিউদভেও দুখভাৰ পৰা বিদায় ল'লে। তেওঁ থিয় হৈ মানুহবিলাকৰ বেহৰূপ চাই আছে।

"ভদ্রমহোদয় সকল, সময় হ'ল, সময় হ'ল।" ইন্সপেক্টৰে পুনৰ ক'লে। তেওঁ এবাৰ উঠিছে, এবাৰ বহিছে।

ইন্সপেক্টৰৰ হুকুম শুনি কয়দি আৰু সাক্ষাৎ কৰিবলৈ অহা মানুহ বিলাকৰ মাজত কথাৰ জোৰ আৰু বেছিকৈ চলিল, কোনেও উঠি যাবলৈ মন কৰা নাই। কিছুমান তেতিয়াও থিয় হৈ আৰু কিছুমানে বহিয়েই কথা পাতি আছে। কিছুমানে বিদায় লৈ চকুলো টুকিছে। সময় উকিল যোৱা দেখি, মাকে পুতেকৰ কান্ধত মুখ থৈ উচুপিবলৈ ধৰিলে। শোক আৰু বেজাৰে তেওঁৰ বুকুত খুন্দা মাৰি ধৰে। ডাঙৰ চকুৰে সৈতে চেনেহী যুৱতী গৰাকীয়ে কান্দিথকা এই মাতৃ গৰাকীৰ ওচৰতে থিয় হৈ এবাৰ দুষাৰ কথা কৈ সান্ত্বনা দিবৰ চেষ্টা কৰিছে। নেক্‌লিউদভৰ দৃষ্টি পুনৰ এই গাভৰু গৰাকীৰ ওপৰত পৰিল। তেওঁ মানুহজনীলৈ চাই আছে। নীলা চশমাধাৰী বৃদ্ধজনে তেওঁৰ জীয়েকৰ হাতত ধৰি, জীয়েকে কোৱা কথাবোৰ মূৰ জোকাৰি শলাগি আছে। প্ৰেমিক-প্ৰেমিকা হালে মুখামুখিকৈ থিয় হৈ পৰস্পৰৰ হাতত ধৰাধৰিকৈ ইজনে সিজনলৈ নীৰবে ঠৰ লাগি চাই আছে।

"ইয়াৰ ভিতৰত সিহঁত দুজনৰেই স্ফূৰ্তি।" চুটি কোট পিন্ধা এজন ডেকাই নেক্‌লিউদভৰ কাষত থিয় হৈ সিহঁতলৈ আঙুলিয়াই মন্তব্য কৰিলে। প্ৰেমিকা হালেও নেক্‌লিউদভ আৰু ডেকাজনে যে সিহঁতলৈ চাই আছে, সেইকথা সিহঁতৰ চকুত পৰিল। তাৰ উপৰি সিহঁত দুয়োজনে সাৰতা সাৰতি কৰি নাচিবলৈ ধৰিলে।

"আজি ইহঁত দুয়োজনৰ জেলতেই বিয়া হব আৰু ছোৱালীজনীয়ে প্ৰণয়বদ্ধ ডেকাৰ লগতে চাইবেৰীয়ালৈ পদানুসৰণ কৰিব।" বুলি নেক্‌লিউদভৰ কাষত থিয় হৈ থকা যুৱকজনে ক'লে।

"এই ডেকাজনে ইয়াত কৰে কি?"

"এজন কয়দি। চাইবেৰীয়ালৈ নিৰ্বাসিত হৈছে। সিহঁত দুয়োজনৰ

অকণমান সুখ হওক। নহ'লে জীৱন অতিশয় দুঃখজনক।" ডেকাজনে পুনৰ ক'লে।

"প্ৰিয় মহোদয় সকল! মই আপোনালোকক অনুৰোধ কৰিছোঁ আপোনা-লোকে যাওক। মোক কঠোৰ ব্যৱস্থালবলৈ বাধ্য নকৰিব।" একেষাৰ কথাকে দোহাৰি দোহাৰি ইন্সপেক্টৰে কৈ আছে।

"অনুগ্ৰহ কৰি আপোনালোকে যাওক। সময় কেতিয়াবাই পাৰ হ'ল।" ইন্সপেক্টৰে আকৌ ক'লে, "সময় কেতিয়াবাই পাৰ হ'ল। আপোনালোকে এইদৰে কি তামাচা কৰিছে, মই আপোনালোকক কৈছোঁ, আপোনালোকে যাওক। এয়ে মোৰ শেষ কথা। এই বিলাক অসম্ভৱ।" ক্লান্তক্লিষ্ট ভাবে ইন্সপেক্টৰে মুখত চিগাৰেট এটা জ্বলাই পুনৰ ক'লে।

এইটো ওলাইথকা কথা যে মানুহে মানুহৰ প্ৰতি দায়িত্ববোধ নকৰে। কৌতিকলীয়া কিছুমান কৌশল অৱলম্বন কৰি মানুহে মানুহৰ ওপৰত অত্যাচাৰ চলাইছে। এই কোঠাটোৰ মানুহ বিলাকৰ যি দুখ কষ্ট আৰু পীড়নত জৰ্জ্জৰিত, তাৰ বাবে ইন্সপেক্টৰো কম দায়ী নহয়। সেইকথা নেক্‌লিউদভে অনুভৱ কৰিলে। এই চেতনাই ইন্সপেক্টৰৰ মনতো উগুল থুগুল লগাইছে। সেই কথা দেখিলেই বুজিব পাৰি।

অৱশেষত কয়দি আৰু সাক্ষাৎ কৰিবলৈ অহা লোক সকল যাবলৈ সাজু হ'ল। পিছ দুৱাৰেদি কয়দি বিলাক সোমাই গ'ল। আগ দুৱাৰেদি আন মানুহ-বিলাক বাজ ওলাল। মেৰীয়া পাভ্‌লৱনাই জেলতেই জন্মহোৱা ল'ৰাটো লৈ সোমাই গ'ল।

নীলা চশমাধাৰী বৃদ্ধজনে নেক্‌লিউদভৰ পিছে পিছে ওলাই আহিল।

"হয়! এইবোৰ আচৰিত দৃশ্য। আচৰিত ঘটনা।" নেক্‌লিউদভৰ লগতে শাৰি পাতি চিৰিয়েদি নামি অহা যুৱকজনে ক'লে।

তথাপি ইন্সপেক্টৰজনৰ প্ৰতি আমি কৃতজ্ঞতা প্ৰকাশ কৰা উচিত। মানুহজন দয়ালু। তেওঁ আখৰে আখৰে জেলৰ নীতি নিয়ম ধৰি থকাও নাই। মানুহবোৰে যদি এবাৰ মনৰ কথা কবলৈ পাই, সিহঁতে অলপ নহয় অলপ অন্তৰত শান্তি লাভ কৰে।

এই যুৱকজনে নিজক মেদিনট্‌চেভ্‌ বুলি চিনাকি দিছিল। নেক্‌লিউদভে তেওঁৰে সৈতে কথা পাতি পাতি আহি হল ঘৰটোৰ ওচৰ পালে। এনেতে ইন্সপেক্টৰে ক্লান্ত পদক্ষেপে আহি তেওঁলোকৰ কাষ চাপিল।

"আপুনি মাচ্‌লভাক দেখা কৰিবলৈ হ'লে কালিলৈ আহক।" সবিনয়ে ইন্সপেক্টৰে ক'লে।

নেকৃলিউদভেও 'বাক' বুলি কৈ বেগাবেগিকৈ ওলাই আহিল।

বিনা দোষত মেন্‌চভে যি দুঃখ কষ্ট বৰণ কৰিব লগা হৈছে, বাস্তৱিকতে ই অতি সাংঘাতিক। কিন্তু শাৰীৰিক কষ্টতকৈও সাংঘাতিক কথা হ'ল মানুহে মানুহৰ ওপৰত বিনা দোষত কৰা এই অত্যাচাৰ আৰু পীড়নৰ ফলত, তেওঁৰ মানুহৰ সততা আৰু ঈশ্বৰৰ ওপৰত বিশ্বাস হেৰাই গৈছে। তেওঁৰ মনৰ অনুভূতি বিলাকেও তীব্ৰ আঘাত পাইছে।

কুৰিয়ে কুৰিয়ে নিৰ্দ্দোষী মানুহে এইদৰে জেল যাতনা ভুঞ্জা কি সহজ কথা। ইও নিশ্চয় এটা অদ্ভুত কাণ্ড। ইহঁতৰ অপৰাধ কি? অপৰাধ এয়ে যাথোন পাৰপত্ৰ নতুন কৰিবৰ কাৰণে কাগজত কথা এবাৰ লিখা নাছিল। তাৰ বাবেই জেল। তাৰ বাহিৰে জেলৰ এই ৱাৰ্দাৰবোৰ। ইহঁতৰ নিষ্ঠুৰতা জীৱনৰ ব্যৱসায়। মানুহৰ ওপৰত নিষ্ঠুৰতা আৰু অত্যাচাৰ চলোৱা ইহঁতৰ কৰ্ত্তব্যত পৰিণত হৈছে। সিহঁতৰ বিশ্বাস, সিহঁতে অত্যন্ত প্ৰয়োজনীয় কামেই চলাই আছে। তাতোকৈ সাংঘাতিক হ'ল্ সেই কগীযা, বয়োবৃদ্ধ, আৰু দয়ালু ইন্সপেক্টৰ জনৰ দায়িত্ব আৰু কৰ্ত্তব্য। তেওঁৰ কৰ্ত্তব্য হ'ল মাক-পুতেকৰ, বাপেকৰ জীয়েকৰ লগত বিচ্ছেদ ঘটোৱা। অথচ এই মানুহবোৰ তেওঁৰ নিচিনাই মানুহ। এই ল'ৰা-ছোৱালীবোৰ তেওঁৰ ল'ৰা-ছোৱালীৰ দৰেই মানুহ।"

"এই বিলাকৰ প্ৰয়োজনীয়তা কি?" নেকৃলিউদভে নিজে নিজে ভাবে। এই বিলাক দেখি শুনি তেওঁৰ নীতিবোধত তীব্ৰ আঘাত লাগে। শেষত ইয়েই শাৰীৰিক কষ্টত পৰিণত হয়। জেল দৰ্শন কৰিবলৈ গ'লেই তেওঁ এনেকুৱা মানসিক কষ্টত পৰি জৰ্জ্জৰিত হয়। কিন্তু এই বিলাক প্ৰশ্নৰ তেওঁ কোনো সমিধান নেপাই।

## সাতাৱন

পিছদিনা নেক্লিউদভে এড্ভোকেটৰ ওচৰলৈ গৈ মেন্চভৰ পক্ষে গোচৰত উকীল হবৰ কাৰণে অনুৰোধ কৰিলে। তেওঁ গোচৰৰ নথিপত্রবোৰ চাবলৈ গাত ল'লে আৰু ক'লে যে যদি নেক্লিউদভে কোৱা কথা সঁচা হয়, তেন্তে তেওঁ এই গোচৰ বিনা ফিজতে ওকালতি কৰিব। ইয়াৰ পিছত ভুল ক্ৰমে ১৩০ জন মানুহক জেলত আবদ্ধ কৰি ৰখাৰ কথাও তেওঁ এড্ভোকেটক ক'লে। "এনে অদ্ভুত কাণ্ডবোৰ কাৰ দোষত ঘটিছে?" বুলি নেক্লিউদভে তেওঁক প্ৰশ্ন কৰিলে।

এড্ভোকেটে কিছুপৰ নীৰৱে থাকি, এই প্ৰশ্নৰ উত্তৰৰ কথা ভাবি ক'লে, "কাৰ দোষ আপুনি সুধিছে! হয় দোষ কাৰো নাই।" খাতাংভাৱে এড্ভোকেটে কলে। "চৰকাৰী উকীলক আপুনি সোধক, তেওঁ কব গৱৰ্ণৰৰ দোষত আৰু গৱৰ্ণৰক সোধক তেওঁ কব চৰকাৰী উকীলৰ দোষত।"

"মই আজি উপগৱৰ্ণৰক দেখা কৰিম। মই তেওঁক এই কথা কম।"

হাঁহি মাৰি এড্ভোকেটে ক'লে, "তেওঁক এইবোৰ সুধি একো লাভ নাই। মানুহজন এনেকুৱা... .... ....। তেওঁ বোধ হয় আপোনাৰ বন্ধু বা মিতিৰ কুটুম একো নহয়? মই কবলৈ গ'লে সি এটা মহামূৰ্খ। কিন্তু লগে লগে তাৰ যথেষ্ট পেট-বুদ্ধিও আছে।"

নেক্লিউদভে এড্ভোকেটৰ কথাৰ ওপৰত কোনো মন্তব্য নিদি, তেওঁৰ পৰা বিদায় লৈ মাচ্লিনিকভক লগ পাবলৈ যাত্ৰা কৰিলে।

মাচ্লিনিকভৰ ওচৰত তেওঁৰ দুটা কাম। মাচ্লভাক জেল আস্পতাললৈ বদলি কৰা, আৰু পাৰপত্ৰ নোহোৱা বিনা দোষত জেল খোৱা ১৩০ জন মানুহৰ মুক্তিৰ ব্যৱস্থা কৰা। মাচ্লিনিকভৰ প্ৰতি তেওঁৰ কোনো শ্ৰদ্ধা নাই। এনে এজন শ্ৰদ্ধাহীন মানুহৰ পৰা অনুগ্ৰহ বিচৰা তেওঁৰ পক্ষে কঠিন যদিও, এয়ে তেওঁৰ উদ্দেশ্য সফল কৰাৰ একমাত্ৰ পথ।

মাচ্লিনিকভৰ ঘৰৰ ওচৰ পাই তেওঁ দেখিলে যে তেওঁৰ চোতালৰ ভিতৰত বহু মটৰ গাড়ী হাজিৰ। তেতিয়া তেওঁৰ মনত পৰিল যে সেইদিনা গৱৰ্ণৰৰ পত্নীয়ে বহু লোকক চাহ মেললৈ নিমন্ত্ৰণ কৰিছিল। তেওঁৰো নিমন্ত্ৰণৰ কথা মনত পৰিল। উপ-গৱৰ্ণৰৰ একেবাৰে দুৱাৰ মুখত এখন গাড়ী ৰৈ আছিল।

নেক্‌লিউদভে পোনে পোনে গৈ এই গাড়ীৰ ওচৰ পালে। এনেতে তেওঁ দেখিলে যে এজন চাপ্ৰাচীয়ে এগৰাকী ভদ্ৰমহিলাক চিৰিয়েদি উঠি যোৱাত সাহায্য কৰিছে। মহিলা গৰাকীয়ে স্কাৰ্টটো কোঁচাই লোৱাত, তেওঁৰ ধীণোম্বা সৰুগাঁঠি, কলা মোজাজোৰ, আৰু ভৰিত পিন্ধা ছুটিজোৰ ওলাই পৰিছে। জমা হৈ থকা গাড়ীবোৰৰ মাজত তেওঁ চাৰিচকাৰ এখন ডাঙৰ ঘেঁৰা গাড়ীও দেখিলে। এই গাড়ীখন আছিল কৰ্চাগিন পৰিয়াৰৰ। নেক্‌লিউদভে দেখিয়েই গাড়ীখন চিনি পালে। গাড়ীৰ বৃদ্ধ কচোৱান জনে নেক্‌লিউদভক দেখিয়েই মূৰ দোৱাঁলে। কাৰণ কচোৱানৰ লগত তেওঁ আগৰ পৰাই পৰিচিত। নেক্‌লিউদভে মাচ্‌লিনিকভৰ কথা সুধিব খোজোতেই এজন মাজবয়স আলহীৰে সৈতে কথাপাতি মাচ্‌লিনিকভে কাৰ্পেটেৰে আবৃত কৰি ৰখা চিৰিয়েদি নামি অহা তেওঁৰ চকুত পৰিল। এই আলহীজন হ'ল সামৰিক বাহিনীত কাম কৰা লোক। চহৰত শিশুসদন এটা প্ৰতিষ্ঠাৰ কাৰণে আৰু ধন সংগ্ৰহৰ উদ্দেশ্যে লটাৰী এখন আয়োজন কৰাৰ কথা পাতি আহিছিল। তেওঁলোকে কথোপকথন কৰিছিল ফৰাচী ভাষাত। এই আলহীজনৰ মতে মহিলা সকলে লটাৰীত বেচ আমোদ পায় আৰু অৰ্থোপাৰ্জ্জনো কৰিব পাৰে।

নেক্‌লিউদভক সম্ভাষণ জনাই মাচ্‌লিনিকভে কলে, "আহা নেক্‌লিউদভ্‌! তোমাৰ ভালনে? আজি কালি তোমাক দেখিবলৈকো নাই।" লগত মিলিটাৰী অভাৰকোটটো চাপ্ৰাচীৰ হাতত দি সামৰিক বিষয়াজনে ক'লে, "নেদাই বুক্‌চেভ্‌দেন্‌ আৰু কৰ্চাগিন পৰিবাৰো ইয়াতেই আছে। তেওঁ মাচ্‌লিনিকভৰ হাতত ধৰি কৰমৰ্দ্দন কৰি বিদায় ল'লে।

"আঁহা—আঁহা। তুমি অহাত মই বেচ ৰং পাইছোঁ।" খুব আনন্দেৰে নেক্‌লিউদ্‌ভৰ হাতত ধৰি মাচ্‌লিনিকভে ক'লে। তেওঁ ভেৰেহা গাটো লৈ বেগাবেগিকৈ চিৰিয়েদি ওপৰলৈ উঠি গ'ল।

সম্ভ্ৰান্ত অতিথি সকলক সৎকাৰ কৰিবলৈ পাই আৰু অতিথি সকলে তেওঁৰ প্ৰতি দেখুৱা সম্ভ্ৰমৰ ফলত মাচ্‌লিনিকভৰ মন উলহমালহ। তেওঁ নেক্‌লিউদভৰ মানসিক অৱস্থালৈ কাণসাৰ নিদি নেক্‌লিউদভক ড্ৰইং ৰুমলৈ টানি লৈ গ'ল। নেক্‌লিউদভেও তেওঁৰ পিছে পিছে যাবলৈ বাধ্য হ'ল।

"তোমাৰ কাম কাজ পিছত হব। যি লাগে কৰি দিম।" ডেনচিং হলটোৰ মাজেদি পাৰ হৈ যাওঁতে মাচ্‌লিনিকভে ক'লে, "এই চাপ্ৰাচী যা! নেক্‌লিউদভ্‌ আহিছে বুলি ভিতৰত খবৰ দে।"

চাপ্ৰাচীজনে বেগাবেগিকৈ গৱৰ্ণৰ পত্নীক খবৰ দিবলৈ দৌৰি গ'ল। "আহা! প্ৰথমতে আমাৰ গৃহিণী গৰাকীৰ লগত দেখা সাক্ষাত হ'ক। যোৱাবাৰ তুমি দেখা নকৰাকৈ গুছি যোৱাত মইহে বকছনি খাইছোঁ। আঁহা—আঁহা।"

তেওঁলোকে বৈঠকখান পাওঁ পাওঁ হওঁতেই, চাপ্ৰাচীয়ে গৱৰ্ণৰ পত্নীক খবৰ পৌছাই দিলে। গৱৰ্ণৰ পত্নী আনা ইগনাতিৱনা তেতিয়া অতিথি সকলৰ মাজতে বহি আছিল। নেকৃলিউদভক দেখি পিন্ধি থকা টুপীটোৰ তলেদিয়েই তেওঁৰ হাঁহি বিৰিঙি উঠিল। চাহ খোৱা মেজৰ চৌকাষে তেতিয়াও ভালে-কিগৰাকী মহিলা বহি আছিল। কেইজনমান সামৰিক বিষয়া আৰু কেইজনমান সম্ভ্ৰান্ত ব্যক্তি থিয় হৈ আছিল। স্ত্ৰী-পুৰুষ দুয়োদলে নানান গল্পগুজৱ কৰি আনন্দত আত্মহাৰা।

"আহক! আহক! আমাৰ ধাৰণা হৈছিল যে আপুনি আমাক পাহৰিয়েই গৈছিল। আমিনো কি জগৰ লগালোঁ।" এই বুলি গৱৰ্ণৰ পত্নীয়ে তেওঁক সম্ভাষণ জনাই ক'লে, তেওঁৰ কথাৰ ইঙ্গিতত প্ৰকাশ পাইছিল যেন উভয়ৰ মাজত বহুদিনৰ পৰিচয়, কিন্তু দৰাচলতে গৱৰ্ণৰ পত্নীৰ লগত নেকৃলিউদভৰ কোনো পৰিচয় নাছিল।

"এইয়া মেডাম্ বিলিভাস্কায়া আৰু এখেত মিঃ চাৰ্ণভ্। আপোনাৰ লগত পৰিচয় আছেনে? বহক! ওচৰচাপি বহক। এইয়া মিছি আৰু এওঁ........। মিছিৰ লগত গল্প কৰি থকা বিষয়া এজনলৈ লক্ষ্য কৰি আন্নাইগনাতিৱানাই ক'লে। তেওঁ এই বিষয়াজনৰ নাম পাহৰি গৈছিল। "কুমাৰ এইফালে আহক। চাহ একাপ খাওক।"

"মই কেতিয়াও বিশ্বাস কৰিব নোৱাৰোঁ। তাই কেতিয়াও প্ৰেমত পৰা নাই।" মহিলা এগৰাকীয়ে কৰা মন্তব্য নেকৃলিউদভৰ কাণত পৰিল।

"তেন্তে তাই টেঙা ভাল পায়। আহ! এইদৰে ধেমালি নকৰিব। আপোনাৰ আৰু ধেমালি নগ'ল।" সোণৰূপৰ নানা অলঙ্কাৰেৰে ভূষিতা এগৰাকী মহিলাই এমোকোৰা হাঁহি মাৰি ক'লে।

"আহা। এই সৰু সৰু বিস্কুট বিলাক বৰ ভাল। আৰু এটা খাই লোৱা হ'ক।"

"ৰুকচোন আপুনি সোনকালেই নগৰ এৰিবনে কি?"

"হয় আজিয়েই শেষ দিন আৰু আজি ইয়ালৈ অহাৰ কাৰণো সেয়ে।"

"হয় এতিয়া গাৱঁত থাকিবলৈ ভাল হৈছে। বসন্তৰ দিনবোৰ কি যে মানমোহা।"

মিছিৰ মূৰত এটা টুপী আৰু গাত পিন্ধিছিল আঁৰু থকা এটা ক'লা বৰণীয়া সাজ। এই সাজপাৰেৰে দেখিবলৈ তাই বেচ ধুনীয়া হৈ পৰিছিল। নেকলিউদভক দেখা পাই লাজত তাইৰ মুখখন ৰাঙলি হৈ পৰিল।

"অ' মই ভাবিছিলো, আপুনি নগৰৰ পৰা কেতিয়াবাই গ'ল।" তাই নেকলিউদভক দেখি ক'লে।

"মই প্ৰায় যাবলৈ সাজু। কিছুমান বিশেষ কামত লিপ্ত হৈছে নগৰ এৰিব পৰা নাই। ইয়ালৈকো এটা বিশেষ কাম লৈহে আহিছোঁ।

"মাক এবাৰ লগ পাই নেযায় জানো? আপোনাক লগ পালে মায়ে বেচ ৰং পাব।" মিছিয়ে ক'লে। আচলতে তেওঁক লগ পালে যে মাকে ৰং পাব সেইকথা সঁচা নহয়। নেকলিউদভেও এইটো জানে। মিছিয়ে নিজেই এই মিছা কথাটো সাজি লাজত আৰু ৰঙা হৈ পৰিল।

"সম্ভৱ তেখেতক দেখা কৰিবলৈ মোৰ অলপো সম্ভৱ নহব।" তেওঁ মিছিৰ মুখলৈ চাই গহীনাই ক'লে।

কথা শুনি মিছিৰ খুব খং উঠিল। তাই গাত জিকাৰ এটা মাৰি, ওচৰত ধুনীয়া সাজপাৰ পিন্ধি থকা বিষয়াজনৰ ফালে মুখ ঘূৰালে। বিষয়াজনে খপ্‌জপাই চকীৰ পৰা উঠি মিছিৰ হাতত থকা খালি কাপটো খাপ মাৰি ধৰিলে, তেওঁৰ তৰোৱালখনে চকীত খুন্দা খাই ঝন্‌ ঝনাই উঠিল আৰু তেওঁ বীৰবেশে কাপটো নি অইন এখন টেবুলত থ'লে।

"পিতৃমাতৃহীন শিশু-সদনৰ কাৰণে আপুনি অলপ সাহায্য দিবই লাগিব।"

"মই নিদিওঁ বুলি কোৱা নাই। মই লটাৰী হোৱালৈ বাট চাই আছোঁ। সময়ত ওপোচাই দিম। মানুহে দেখি অবাক হব।"

এটা ক্ষীণ হাঁহি মাৰি আন এজনে ক'লে, "বেচ আপুনি যেন পাহৰি নেযায়।"

চাহ-মেলৰ কৃতকাৰ্য্যতা দেখি আন্না ইগনাতিভ্‌নাৰ আনন্দত পাৰ নাই।

"মিকিৰ পৰা জানিব পাৰিছোঁ কোনো জেলখানাৰ কিছুমান কাম লৈ আপুনি বৰ ব্যস্ত। মই আপোনাৰ সকলো খা-খবৰ লৈ আছোঁ।" আন্নাই নেকলিউদভক কলে। মিকিৰ (তেওঁৰ স্বামী মাচ্‌লিনিকভ্‌) হয়তো দোষ থাকিব পাৰে, কিন্তু তেওঁ অতিশয় দয়ালু। সেই কথা আপুনি নিশ্চয় জানে।

এই প্ৰণীড়িত কয়দিবিলাকক নিজৰ সন্তানৰ দৰে ব্যৱহাৰ কৰে। সিইঁতক তেওঁ কোনো বেয়া দৃষ্টিৰে নেচাই।"

যি স্বামীৰ হুকুমত কয়দিবিলাকক ভিকৃতিকি দিয়া হয়, সেই স্বামীৰ সম্পৰ্কে মন্তব্য দিবলৈ আৰু অন্য ভাষা নেপাই থমকি ব'ল। এনেতে এগৰাকী বৃদ্ধা আহি তেওঁৰ সমুখত উপস্থিত হ'ল। আয়াই হাঁহি মাৰি ততালিকে বৃদ্ধাক চিনাকি কৰাই দিয়ে আৰু পৰিচয় জনালে।

নেক্‌লিউদভেও গৱৰ্ণৰ পত্নীৰ লগত ভদ্ৰোচিত কথা-বতৰা পাতি, তেওঁৰ পৰা বিদায়লৈ মাচ্‌লিনিকভক লগ ধৰিবলৈ উঠি গ'ল।

"মোৰ কাৰণে অকণমান সময় দিলে ভাল পাওঁ?"

"অ' নিশ্চয়! ব'লা সৌ কোঠালৈ যাওঁ।"

দুয়োজনে জাপানী ফেচনত তৈয়াৰ কৰা সৰু কোঠা এটাৰ খিৰিকীৰ কাষত বহি পৰিল।

"বাৰু চিগাৰেট এদাল জলোৱা। অ' ৰবা এই চাইবোৰ যতে ততে পেলালে সৰ্ব্বনাশ হব।" এই বুলি কৈ মাচ্‌লিনিকভে এছট্ৰে এখন বিচাৰি আনিলে। "বাৰু, এতিয়া কোৱা?"

"মই দুটা কথাৰ কাৰণে তোমাৰ ওচৰলৈ আহিছোঁ।"

"বাৰু, বাৰু কোৱা?"

মাচ্‌লিনিকভৰ মুখখন অলপ এন্ধাৰহৈ পৰিল। তেওঁৰ মনৰ উত্তেজনাও সম্পূৰ্ণ লোপ পালে। ড্ৰইং কমৰ পৰা কথাপতা আৰু হাঁহি তামাচাৰ শব্দবোৰ আহি আছে। মাচ্‌লিনিকভে নেক্‌লিউদভে কোৱা কথা আৰু ড্ৰইং কমৰ গল্প গুজৱ দুয়োফালে কাণ দি আছে।

"মই পুনৰ সেই মানুহজনীৰ কাৰণে আহিছোঁ।" নেক্‌লিউদভে ক'লে।

"অ' অ' বাৰু মোৰ মনত পৰিছে। সেই বিনা দোষত দণ্ডিত হোৱা মানুহজনী নহয়?"

"তাইক জেলৰ আস্পাতালত কাম এটা দিব নোৱাৰানে? মই জনাত এনেকুৱা কাম তুমি দিব পাৰা?"

মাচ্‌লিনিকভে ওঁঠ দুটা কামুৰি কথাটো ভাবিবলৈ লাগিল।

"সেইটো একেবাৰেই সম্ভৱ নহয়। তথাপি মই কি কৰিব পাৰো চাম। আৰু তাৰ যোগে কালিলৈ মই তোমাক জনাম।"

"মই শুনিছোঁ যে আস্পাতালত বহু বোগী আছে। সিহঁতৰ সেৱা-শুশ্ৰূষাৰ কাৰণেও মানুহৰ দৰকাৰ।"

"বাক মই কালিলৈ তোমাক জনাম।"

ভাল, অলপ চেষ্টা কৰিবলৈ তোমাক মই অনুৰোধ কৰিলো।"

মাচ্‌লিনিকাভে ড্ৰইং ৰুমত হাঁহিৰ বোল শুনিবলৈ পালে।

"সেইয়া নিশ্চয় ভিক্টৰ। মানুহজন বেচ ৰঙিয়াল। মন ভাল থাকিলে তেওঁৰ স্ফূৰ্ত্তি চাই কোনে?" মাচ্‌লিনিকভে ক'লে।

"মোৰ দ্বিতীয় কথাটো হ'ল, সেই পাৰপত্ৰৰ মিয়াদ উকলি যোৱাৰ ফলত জেলখোৱা ১৩০ জন মানুহৰ কথা। তেওঁলোকে এমাহৰ অধিক কাল জেলত বন্দী হৈ আছে, অথচ কোনো বিচাৰ নাই।" নেক্‌লিউদভে ক'লে। লগতে তেওঁলোকে জেল খোৱাৰ ইতিবৃত্তও বৰ্ণনা কৰিলে।

কথা শুনি মাচ্‌লিনিকভ্‌ অলপ বিব্ৰত হৈ পৰিল। তেওঁ প্ৰশ্ন কৰিলে, "তুমি এইবোৰ কথাৰ সম্ভেদ পালা কেনেকৈ?"

মই জেলত কয়দি একজন দেখা কৰিবলৈ যাওঁতে কৰিদৰত এই মানুহ সোপাই মোক বেৰি ধৰে আৰু জেলত মই কাক দেখা কৰিবলৈ আহিছোঁ, সেই সম্পৰ্কে প্ৰশ্ন কৰে। ইয়াৰ বাদেও বিনাদোষত একজন কৃষক বন্দীহৈ আছে। একজন উকীলৰ ওপৰত এই গোচৰৰ মই ভাৰ দিছোঁ। কিন্তু কথা হৈছে পাৰপত্ৰ উকলি গ'লেই কি জেলত মানুহক বন্দী কৰা উচিত? সিহঁতেতো অন্য একো অপৰাধ কৰা নাই।" নেক্‌লিউদভে ক'লে।

"সেইবোৰ হ'ল চৰকাৰী উকীলৰ কথা।" খংমুৱা হৈ মাচ্‌লিনিকভে ক'লে। "আচল কথা হ'ল, অনতিপলমে মানুহে এটা ন্যায় বিচাৰ পোৱা উচিত। চৰকাৰী উকীলে নিজে জেললৈ গৈ খা-খবৰ কৰা উচিত। তেওঁ চোৱা উচিত, মানুহ বিলাকক আইনমতে বন্দী কৰা হৈছেনে নাই। কিন্তু তেওঁলোকে কোনো কাণসাৰেই নিদিয়ে। তাৰ ঠাইত তেওঁলোকে তাঁচ খেলাতেই বলিয়া।"

'তুমি জানো ইয়াৰ এটা প্ৰতিকাৰ কৰিব নোৱাৰা?" অলপ হতাশ হৈ নেক্‌লিউদভে সুধিলে। লগে লগে তেওঁৰ মনত পৰিল জেল ইন্সপেক্টৰে কোৱা কথা।

"অঁ মই নিশ্চয় ব্যৱস্থা কৰিব পাৰোঁ, মই ইয়াৰ এটা ব্যৱস্থা কৰিম।"

"বাক এইবিলাক কথাৰ মই এটা সুব্যৱস্থা কৰিম।" মাচ্‌লিনিকভে আকৌ

ক'লে। তেওঁ চিগেৰেট এদাল জ্বলাই নেক্‌লিউদভক পুনৰ মহিলাৰ মেলত যোগ দিবৰ কাৰণে অনুৰোধ কৰিলে।

দৰজাৰ মুখত থিয় হৈ নেক্‌লিউদভে ক'লে," অঁ, আৰু এটা কথা। মই শুনিছোঁ বোলে যোৱা কালি জেলত কিছু মানুহক বেত্ৰাঘাত কৰা হৈছে। হয়নে ?"

মাচ্‌লিনিকভ্‌ ৰঙা পৰিল।

"সেইবিলাক কথা বাদ দিয়া, এইবোৰ কথাৰ সম্ভদ লোমাৰ তোমাৰ আৱশ্যকো নাই। দেখিছোঁ তোমাক গোটেই খা-খবৰ লাগে। অহাঁ, অহাঁ আন্নাই অপেক্ষা কৰি আছে।" এই বুলি তেওঁ নেক্‌লিউদভৰ বাউসীত ধৰি টান মাৰি লৈ গ'ল। মাচ্‌লিনিকভ্‌ পুনৰ উত্তেজিত হৈ পৰিল। কিন্তু তেওঁৰ এই উত্তেজনা আনন্দৰ নহয়, তেওঁৰ মনত কিবা এটা দুশ্চিন্তাই আগুৰি ধৰিলে।

- নেক্‌লিউদভেও টান মাৰি তেওঁৰ হাতখন একৰাই আনিলে। তেওঁ আৰু কোনো কথা-বতৰাও নকলে। বিদায়ও নহ'লে। ড্ৰইং কম পাৰহৈ একেবাৰে হতাশ মনেৰে বাহিৰ ওলাই ৰাস্তা পালেগৈ।

"তেখেতৰ হ'ল কি ? তোমাৰ লগত কিবা কাজিয়া হ'ল নেকি ?" আন্নাই স্বামীক প্ৰশ্ন কৰিলে।

"মানুহজনে একাচেকাই আৰু সদাই কিবা কিবি ভাবি থাকে।" কোনোবা এজনে মন্তব্য কৰিলে।

"হয় তেওঁ তেনেকুৱাই।"

ইয়াৰ পিছত সমাগত অতিথি সকলৰ মাজত নেক্‌লিউদভৰ কথা লৈয়েই বহু আলোচনা চলিল। চাহ-মেলত যেন নেক্‌লিউদভে কথোপকথনৰ সমলহে যোগাই দিলে।

পিছদিনা নেক্‌লিউদভে মাচ্‌লিনিকভৰ পৰা এখন চিঠি পালে। ধুনীয়া কাগজত লিখা চিঠি। আথৰবিলাকো ধুনীয়া, চিঠিখনৰ ওপৰত চিল-মোহৰ মৰা। মাচ্‌লিনিকভে এই চিঠিৰে নেক্‌লিউদভক জনালে যে তেওঁ ইতিমধ্যেই মাচ্‌লভাক আস্পাতাললৈ বদলি কৰিবৰ কাৰণে জেলৰ ডাক্তৰক জনাইছে। তেওঁ আশা কৰিছে যে নেক্‌লিউদভৰ আশা পূৰ্ণ হব। · চিঠিখন 'তোমাৰ প্ৰিয় জ্যেষ্ঠ কমৰেড্‌' বুলি শেষ কৰিছে। এইদৰে কমৰেড্‌ বুলি চিঠিৰ শেষত লিখা বাবে নেক্‌লিউদভে পেটে পেটে সিমান ভাল নেপালে। কিয়নো চিঠিখনৰ এনেহে

সুৰ যেন তেওঁ নিজগুণে তুষ্টহৈ নেক্‌লিউডভক এন্না অনুগ্ৰহহে কৰিলে। মাচ্‌লিনিকভে উপগৱৰ্ণৰ হিচাবে যি কাম-কাজ চলাইছে সি অত্যন্ত গৰ্হিত আৰু লজ্জাজনক। অথচ তেওঁ এই কামত বাহাল থাকি, নিজক এজন গুণমান্য বুলি বিবেচনা কৰে। আৰু লগতে নেক্‌লিউদভক 'কমৰেড্‌' বুলি সম্বোধন কৰি তেওঁৰ যে এনেকুৱা ডাঙৰ বিষয় থাইও কোনো গৰ্বানুভূতি নাই, তাৰ প্ৰকাশ কৰিবলৈ ইচ্ছা কৰে।

## উনষাঠি

সাধাৰণতে বহু মানুহৰ বিশ্বাস যে প্ৰতি মানুহৰ একোটা বিশেষ বিশেষ গুণ আছে। কিছুমান মানুহ দয়ালু আৰু কিছুমান মানুহ নিষ্ঠুৰ। কিছুমান জ্ঞানী আৰু কিছুমান মূৰ্খ। কিছুমান অত্যুৎসাহী আৰু কিছুমান মায়া-মমতাহীন। আচলতে মানুহবোৰক এইদৰে ভাগ কৰা উচিত নহয়। আমি কব পাৰো যে একোজন মানুহ হয়তো কেতিয়াবা নিৰ্দ্দয় হব পাৰে। কিন্তু বেছিৰ ভাগ সময়তে তেওঁৰ মৰম প্ৰীতিৰ ভাবৰ অভাব নহয়। সেইদৰে কোনো মানুহে কেতিয়াবা মূৰ্খামি কৰিলেও, অধিক সময়ত তেওঁ জ্ঞানী বুলি পৰিচয় দিয়ে। কোনো মানুহে হয়তো কেতিয়াবা বিৰাগ প্ৰকাশ কৰিলেও বহু সময়ত তেওঁ উৎসাহী বুলি চিনাকি দিয়ে, কিন্তু একেজন মানুহকে একমাত্ৰ দয়ালু আৰু জ্ঞানী আৰু আন এজনক মূৰ্খ আৰু বদ্‌মাইচ্‌ বুলি আখ্যা দিয়া উচিত নহয়। অথচ আমি মানুহৰ মাজত শ্ৰেণী বিচাৰ এনেদৰেই কৰো। ই সত্যৰ অপলাপ মাথোন। মানুহ হ'ল বোৱঁতি নৈৰ দৰে। নৈৰ পানীৰ ৰূপ সকলোতে একেই, কিন্তু নৈখন বৈ যাওঁতে কোনো ঠাইত ঠেক হয়, কোনো ঠাইত বহল হয়, কোনো ঠাইত খুব খৰস্ৰোতে বৈ যায় আৰু হয়তো কোনো ঠাইত আকৌ জলৰ গতি ধীৰ হয়। একেখন নৈৰে একে পানীয়েই কোনো ঠাইত তৰল হয়, কোনো ঠাইত গৰম হয়, আকৌ কোনো ঠাইত ঠাণ্ডাও হয়। মানুহৰ ক্ষেত্ৰতো সেই একে কথাই খাটে। সূক্ষ্মাতিসূক্ষ্ম হ'লেও প্ৰতি মানুহৰ গাত মানৱ-সুলভ গুণবোৰ থাকে। কিন্তু কেতিয়াবা কোনো এটা বিশেষ গুণৰ বিকাশ বেছি হয়, আৰু কেতিয়াবা আকৌ আন এটা গুণৰ প্ৰাধান্য বাঢ়ি যায়। মানুহটো সদাই একে মানুহ হৈ থকা সত্ত্বেও বহু সময়ত তাৰ স্বভাৱৰ স্ব-বিৰোধিতা ধৰা পৰে।

কিছুমান মানুহৰ এই পৰিবৰ্ত্তনবোৰ বৰ প্ৰকট হৈ পৰে। নেকৃলিউদভ্‌ হ'ল একেন এনেধৰণৰ মানুহ। তেওঁৰ এই পৰিবৰ্ত্তনবোৰ দৈহিক আৰু আধ্যাত্মিক উভয় ক্ষেত্ৰতেই আছে। বৰ্ত্তমান তেওঁৰ এনে পৰিবৰ্ত্তনবোৰৰ গতি তীব্ৰ হৈ পৰিছে।

মাচ্‌লভাৰ মৰ্কদমাৰ পিছত আৰু তাইৰ লগত প্ৰথম দেখা-সাক্ষাৎ কৰি আহি, তেওঁ যি এটা নৱজীৱনৰ নৱোল্লাস আৰু জয়োল্লাস অনুভৱ কৰিছিল, বৰ্ত্তমান সি সম্পূৰ্ণ লোপ পালে। এতিয়া সেই আনন্দৰ ঠাইত জন্ম হ'ল, - ভয়, ভীতি আৰু বিৰক্তি। অৱশ্যে তাইক কোনো ক্ষেত্ৰত ত্যাগ নকৰাৰ প্ৰতিজ্ঞা এতিয়াও তেওঁৰ আছে। এতিয়াও তাই তেওঁক বিয়া কৰিবলৈ ইচ্ছা কৰিলে, তেওঁ কেতিয়াও পিছ হোঁহকা নেমাৰে। কিন্তু ই হৈ উঠা অতিশয় কঠিন আৰু ফলত তেওঁৰ দুঃখ-বেদনা বাঢ়ি গৈছে।

মাচ্‌লিনিকভক্ দেখা কৰাৰ দিনাই তেওঁ পুনৰ মাচ্‌লভাক জেলত লগ পাবলৈ গ'ল।

সেইদিনা ইন্সপেক্টৰে অফিচ বা এড্‌ভোকেটৰ কোঠাত দেখা কৰিবলৈ নিদি, নাৰী কয়দিৰ দৰ্শনী কোঠাত কথা পাতিবলৈ দিলে।

যদিও ইন্সপেক্টৰজন দয়ালু মানুহ তথাপি তেওঁ আজি নেকৃলিউদভক আগৰদৰে ব্যৱহাৰ কৰা নাই। তেওঁ আজি গহীন গম্ভীৰ। মাচ্‌লিনিকভৰ লগত নেকৃলিউদভৰ যি কথা-বতৰা হৈছিল, সম্ভৱ তাৰ পিছত তেওঁ নিশ্চয় কিবা কাৰা হুকুম পাইছে।

"আপুনি তাইৰ লগত কথা-বতৰা পাতক।" ইন্সপেক্টৰে ক'লে। "কিন্তু টকা পইচা দিয়া সম্পৰ্কে মই কোৱা কথা মনত ৰাখিব। তাইক আস্পাতাললৈ নিয়া সম্পৰ্কে মহামান্য গৱৰ্ণৰে লিখিছে, সেই কাম হব। তাইক বদলি কৰা হব আৰু ডাক্তৰো সন্মত হব। কেৱল তাই নিজেহে তালৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰা নাই। তাই কৈছে, 'সেই ফপৰীয়া ভিক্ষুক বিলাকৰ লেতেৰা চৰীয়া কঢ়িয়াবলৈ তাইৰ মন নাই।' কুমাৰ! এই মানুহবোৰৰ চৰিত্ৰ আপুনি বুজি নেপাই।"

নেকৃলিউদভে কোনো প্ৰত্যুত্তৰ নিদি দেখা-সাক্ষাতৰ কাৰণে নিবেদন কৰিলে। ইন্সপেক্টৰে ৱাৰ্ডাৰ একেন মাতি দিলে আৰু নেকৃলিউদভেও ৱাৰ্ডাৰৰ পিছে পিছে দৰ্শনী কোঠালৈ খোজ দিলে। মাচ্‌লভাই অকলশৰে সেই কোঠাত বৈ আছিল। লোহাৰ জালৰ ভিতৰৰ পৰা চুচুক-চামাককৈ তাই

ওলাই আহিল। তাই তেওঁৰ চকুলৈ নেচাই, ওচৰ চাপি ক'লে, "ভিন্সিত্রী ইভঁানভিচ্, পৰহি দিনা মই নকবলগীয়া বহু কথাই ক'লো। সেইবাবে মোক ক্ষমা কৰিব।"

"মই ক্ষমা কৰিব লগীয়া একো নাই।" নেক্লিউদভে কবলৈ আৰম্ভ কৰিলে।

"যি কি নহ'ক আপুনি মোক ত্যাগ কৰক। মোৰ আশা এৰক।" তাই কেৰাহিকৈ একেঠৰে তেওঁৰ ফালে চাবলৈ ধৰিলে। নেক্লিউদভে লক্ষ্য কৰিলে যে তাই সেই প্ৰথমদিনাৰ দৰে যেন ক্ৰোধান্বিত হৈ পৰিছে।

"মই কিয় তোমাক ত্যাগ কৰিব লাগে?"

"হয়, আপুনি মোক ত্যাগ কৰিবই লাগিব।"

"তাৰ কাৰণ কি?"

তাই ক্ৰোধ দৃষ্টিৰে আকৌ এবাৰ তেওঁৰ ফালে মুখ ঘূৰালে।

"মই যি কৈছোঁ সেয়েই।" তাই ক'লে, "আপুনি মোৰ পিছ এৰক। মই যি কৈছোঁ সঁচাই কৈছোঁ। মই আপোনাৰ কথাত ৰাজী হব নোৱাৰোঁ। আপুনি এই কল্পনা ত্যাগ কৰক।" তাইৰ ওঁঠ কঁপি উঠিল আৰু নীৰৱ হৈ পৰিল। "মই সঁচাই কৈছোঁ নিজে নিজে ফাঁচ লগাই মৰিম।"

নেক্লিউদভে দেখিবলৈ পালে যে তাইৰ এই প্ৰত্যাখ্যানত নিহিত আছে এটা তীব্ৰ ঘৃণা আৰু ক্ৰোধ। কিন্তু ইয়াৰ মাজতো তেওঁ এটা শুভ লক্ষণৰ ইঙ্গিত দেখিবলৈ পালে। 'আগৰদৰে প্ৰত্যাখ্যানৰ কথা ক'লেও আজি তাইৰ কোনো উত্তেজনা নাই। ধীৰ আৰু স্থিৰভাৱেই মনৰ ভাব ব্যক্ত কৰিছে। নেক্লিউদভৰ মনত সৃষ্টি হোৱা বহু সন্দেহ ততালিকে মাৰ গ'ল। কাটুংচাৰ সম্পৰ্কত তেওঁৰ গুৰুত্বপূৰ্ণ জয়োল্লাস পুনৰ অন্তৰত জাগি উঠিল।

"কাটুংচা! মই যি প্ৰস্তাব দিছোঁ, সেই প্ৰস্তাব মই নেৰো।" নেক্লিউদভে দৃঢ়ভাৱে ক'লে। "মোৰ লগত বৈবাহিক সম্পৰ্ক স্থাপনৰ কাৰণে মই তোমাক কৈছোঁ। যেতিয়ালৈকে তুমি মোৰ প্ৰস্তাৱ গ্ৰহণ নকৰা, বা ইচ্ছা নকৰা, তেতিয়ালৈকে মই তোমাক অনুসৰণ কৰিম। তুমি যলৈকে যোৱা মইও তালৈকে যাম।"

"সেইটো আপোনাৰ ইচ্ছাৰ কথা। তাত মোৰ কবলগীয়া একো নাই।" কথাষাৰ কোৱাৰ লগে লগে তাইৰ ওঁঠ দুটি আকৌ কঁপি উঠিল।

নেক্লিউদভৰো কথা বন্ধ হ'ল। তেওঁ নীৰৱে বৈ আছে।

তেওঁ অলপ ক্ষান্ত হৈ ক'লে, "বৰ্ত্তমান মই গাঁৱৰ পৰা অলপ ঘূৰি আহিম আৰু

তাৰপিছত পিটাৰ্চবুৰ্গলৈ যাম। মই তোমাৰ কাৰাদণ্ড মুকব কৰিবৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিম। ঈশ্বৰৰ ইচ্ছাত, মই আশা কৰিছোঁ। তুমি মুক্তি পাবা।"

"যদি মই মুক্তি নেপাওঁ তাতো মোৰ কোনো আপত্তি নাই। এই মৰ্কদমাৰ কাৰণে নহ'লেও অন্য ফালৰ পৰা মোৰ এই শাস্তি হোৱা উচিত।" মাচ্‌লভাই ক'লে। তাইৰ চকুলো সামৰি ৰখা কঠিন হৈ পৰিল।

মনৰ উত্তেজনা সাম কটাবৰ উদ্দেশ্যে তাই পুনৰ প্ৰশ্ন কৰিলে, "বাৰু, মেনচভৰ লগত আপোনাৰ দেখা সাক্ষাৎ হ'লনে? নিশ্চয় তেওঁলোকৰ গাত দোষ নাই। নহয় নে?"

"মইও ভাবো তেওঁলোক নিৰ্দ্দোষী।"

"বুঢ়ীগৰাকী এনে সুন্দৰ মানুহ।" তাই ক'লে।

নেক্‌লিউদভে মেন্‌চভৰ লগত হোৱা কথা-বতৰাৰ বিৱৰণ দিলে আৰু তাইৰ কিবা জানিব লগীয়া আছে নেকি তাকো সুধিলে।

মাচ্‌লভাই আৰু বিশেষ একো নাই বুলি উত্তৰ দিলে।

তেওঁলোক দুয়ো আকৌ নীৰৱ হ'ল।

"আৰু এটা কথা আস্পাতাললৈ মই যোৱা সম্পৰ্কে।" অকস্মাৎ কেৰাহিকৈ তেওঁৰ ফালে চাই, তাই ক'লে। "আপুনি ইচ্ছা কৰিছে যেতিয়া আস্পাতাললৈ মই যাম। মোৰ কোনো আপত্তি নাই। মই যাম। মই আৰু ঠিক কৰিছোঁ মই সুৰাপান একেবাৰে এৰি দিম।"

নেক্‌লিউদভৰ চকু মাচ্‌লভাৰ চকুৰ ওপৰত পৰিল। উভয়ৰ চকুত হাঁহি বিৰিঙি উঠিল।

"মদ এৰি দিব পাৰিলে খুবেই ভাল।" তেওঁ ক'লে। ইয়াৰ পিছত তেওঁ তাইৰ পৰা বিদায় লৈ যাবৰ কাৰণে থিয় হ'ল।

নেক্‌লিউদভৰ মনত ভাব হ'ল, "হয়, তাই এজনী সম্পূৰ্ণ বেলেগ ধৰণৰ মানুহ।" লগত তেওঁৰ মনত যিবিলাক সন্দেহে খুপ পাতিছিল, সেই সন্দেহবোৰ বহু গুণে কমি আহিল। তেওঁ মনত এটা নতুন অনুভূতি লাভ কৰিলে, যিটো তেওঁ আগতে পোৱা নাছিল। তেওঁৰ ধাৰণা হ'ল যে প্ৰেম অপৰাজেয়।

এইদৰে সাক্ষাৎ কৰি মাচ্‌লভা জেল ৱাৰ্ডৰ নিজৰ কোঠালৈ ঘূৰি আহিল। তাই দীঘল কোটটো সোলোকাই হাত সাৰতি বিছনাত বহি পৰিল। তেতিয়া কোঠাৰ ভিতৰত আছিল ৱাদিমিৰৰ কেঁচুৱাটোৰে সৈতে যক্ষ্মাৰোগগ্ৰস্তা মানুহজনী, মেন্‌চেভৰ মাক, আৰু ৰেল-চকিদাৰণী। সহকাৰী পাদ্ৰীৰ জীয়েক-

জনীৰ মানসিক বিকাৰ হোৱাত, আগদিনাই তাইক আস্পাতাললৈ স্থানান্তৰ কৰা হৈছিল। বাকী তিবোতা মানুহবোৰ তেতিয়া কাপোৰ-কানি ধুবলৈ বাহিৰলৈ গৈছিল। বৃদ্ধা মানুহগৰাকীৰ তেতিয়াও টোপনি। কোঠাটোৰ দৰজা মুকলি আছিল। চকিদাৰণীৰ কেঁচুৱা দুটাই কৰিদৰত খেল ধেমালীত ব্যস্ত। ব্লাদিমিৰৰ মানুহজনীয়ে কোলাত কেচুৱা লৈ আৰু চকিদাৰণীয়ে গুঁটি থকা মুজাপাত লৈ মাচ্লভাৰ ওচৰলৈ আহি বহি পৰিল।

"কোঁৱাছোন কি কথা-বতৰা হ'ল ?" তেওঁলোকে তাইক প্ৰশ্ন কৰিলে।

কাঠৰ খাটখনৰ কাষত বহি, ভৰি দুখন জোকাৰি, মাচ্লভাই নীৰৱে বহি আছিল।

ৰেল-চকিদাৰৰ ঘৈণীয়েকে আঙুলি জোকাৰি মাচ্লভাক ক'লে, "কাটুংচা। কেঁচুৱাৰদৰে চকুপানী টোকা কি প্ৰয়োজন ? লাভেই বা কি ? কিয় মনমাৰি থাকা ?"

তাই জবাব নিদি মনে মনেই থাকিল।

আটাইবোৰেই কাপোৰ ধুবলৈ গ'ল। ব্লাদিমিৰৰ মানুহজনীয়ে ক'লে, "কোঁৱা শুনিছোঁ। বোলে আজি বহুত বস্তু বিলাই দিবৰ কাৰণে আনিছে।"

"ফিনিস্কা কেনি গ'ল।" বুলি মানুহজনীয়ে চিঞৰ মাৰিলে। "ই গ'ল কেনি ?"

মুজা গুঁঠি থকা বেজিটো উলৰ বলটোত খেঁাচ মাৰি তাইৰ ল'ৰাটো বিচাৰি কৰিদৰলৈ ওলাই গ'ল।

এনে সময়তে কাপোৰ ধুবলৈ যোৱা তিবোতা মানুহবোৰ কোঠালৈ সোমাই আহিল। তেওঁলোকৰ প্ৰত্যেকৰ হাতে হাতে একোটা কটি। কাৰো হাতত দুটাও আছে। ফিড'ছিয়াই মাচ্লভাৰ ওচৰলৈ দৌৰি আহিল।

"হ'ল কি ? কিবা দিগদাৰ হ'ল নেকি ?" মৰম-প্ৰীতিৰ সুৰত মাচ্লভাই সুধিলে।

"এয়া আমাৰ চাহৰ কাৰণে" বুলি তাই কটিটো চেল্‌ফত থ'লে।

"তেওঁ নিশ্চয় বিয়াৰ প্ৰস্তাৱ প্ৰত্যাখান কৰা নাই ? নহয় ?" কাৰাব্লিৱভাই তাইক প্ৰশ্ন কৰিলে।

"হয়, তেওঁ প্ৰত্যাখান কৰা নাই। কিন্তু মোৰ ইচ্ছা নাই।" মাচ্লভাই ক'লে। "আৰু মই সেই কথা খাভাংকৈ কৈ দিছোঁ।"

"তয়ো এজনী মূৰ্খ।" তোৰ তোৰাই কাবাল্লিবভাই ক'লে।

"একে লগে থকাৰ যদি সম্ভাৱনাই নাই, তেন্তে বিয়া কৰাৰ লাভ কি?" ফিড'ছিয়াই ক'লে।

"তোমাৰতো পিৰিহঁত আছে। তেওঁ জানো তোমাৰ লগত যাব?" চকিদাৰণীয়ে ক'লে।

"সেইটো কথা বেলেগ। আমাৰ বিয়া হল কেতিয়াবাই।" ফিড'ছিয়াই ক'লে। "তাইৰ লগত যদি থকা সম্ভৱেই নহয়, তেন্তে বান্ধোনত সোমোৱাৰ লাভ কি?"

"কিয়? এনেকুৱা মূৰ্খামি কৰাৰ দৰকাৰ কি? তুমিতো জানাই এওঁ যদি বিয়া কৰে, তেতিয়া এওঁৰ টকা পইচাৰ অভাৱেই বা কি থাকিব? সা-সম্পত্তিৰে এওঁৰ উপচি যাব" কাবাল্লিবভাই ক'লে।

"তেওঁ কৈছে যলৈকে মোক নিয়ে, তালৈকে তেওঁ যাব।" মাচ্‌লভাই ক'লে—"যদি তেওঁ যায় ভালেই। নগলেও মোৰ আপত্তি নাই। মই সেই অনুগ্ৰহ তেওঁৰ পৰা বিচৰা নাই। এতিয়া তেওঁ পিটাৰ্চবুৰ্গলৈ গৈ আপীলৰ সা-সুবিধা কৰিব বুলি কৈছে। তাত থকা বহুত মন্ত্ৰী তেওঁৰ আপোন মানুহ। এইবোৰ যি হ'ক তেওঁক মোক নেলাগে।"

"অৱশ্যে তেওঁৰ লগ তুমি নেলব পাৰা।" কিবা এটা ভাবি, মাচ্‌লভাৰ কথা সমৰ্থন কৰি, কাবাল্লিবভাই ক'লে। নিজৰ মোনাটোত হাত ভৰাই তাই ক'লে, "বাৰু সেইবোৰ যি হ'ক, আমি এতিয়া অকণ মান খাই ললে কেনে হয়।"

"তোমাৰ ইচ্ছা গ'লে খাব পাৰা" মাচ্‌লভাই উত্তৰ দিলে, "কিন্তু মোক নেলাগে।"

---

# দ্বিতীয় খণ্ড

## এক

পৰেকৰ ভিতৰতে 'চিনেটত' মাচ্‌লভাৰ আপীলৰ শুনানী হোৱা সম্ভৱ। সেই সময়ত নেক্‌লিউদভ্‌ পিটাৰ্চবুৰ্গত উপস্থিত থকা প্ৰয়োজন। (আপীলৰ দৰ্খাস্ত লিখি দিয়া এড্‌ভোকেটে তেওঁক এই উপদেশ দিছিল।) চিনেটৰ বিচাৰত যদি আপীল মঞ্জুৰ নহয়, তেন্তে সম্ৰাটৰ ওচৰত আবেদন দাখিল কৰা দৰকাৰ। তাৰ কাৰণে সাজু থাকিবলৈ এড্‌ভোকেটে আগতিয়াকৈ কৈ থৈছিল। কিয়নো আপীলত মাচ্‌লভাৰ পক্ষে দেখুৱা যুক্তিবিলাক বৰ দুৰ্ব্বল আছিল। আনহাতে জুন মাহৰ আগ ভাগত চাইবেৰীয়ালৈ পঠাবলৈ সিদ্ধান্ত কৰা দলটোৰ লগত মাচ্‌লভাৰ নামো ভুক্ত আছিল। গতিকেই নেক্‌লিউদভে মনস্থ কৰা মতে যদি তেওঁ মাচ্‌লভাক অনুসৰণ কৰি চাইবেৰীয়ালৈ যাবলৈ হয় তেতিয়া তেওঁ ইতিমধ্যেই জমিদাৰীলৈ গৈ কাম-কাজ বিলাকৰ এটা সুব্যৱস্থা কৰা অত্যন্ত জৰুৰী।

কুজ্‌মিনস্কী তেওঁৰ এখন ডাঙৰ জমিদাৰী। ঘৰৰ পৰা বৰ বেছি দূৰো নহয়। তেওঁৰ আয়ৰ অধিকাংশ টকা ইয়াৰ পৰাই আহে। প্ৰথমে তেওঁ এই জমিদাৰীলৈকে যাত্ৰা কৰিলে।

বাল্যকালত আৰু যৌৱনত নেক্‌লিউদভে এই জমিদাৰীলৈ কেইবাবাৰো গৈছিল। বৰ্ত্তমানেও তেওঁ দুবাৰ গৈ আহিছে। এবাৰ গৈছিল তেওঁ মাকৰ নিৰ্দ্দেশত আৰু হিচাব-পত্ৰ কৰিবৰ কাৰণে এজন জাৰ্ম্মান বিশেষজ্ঞ লগত নিছিল। জমিদাৰীখনৰ অৱস্থা আৰু মালিকৰ লগত কৃষক সকলৰ সম্পৰ্কৰ কথা তেওঁৰ বেচ জনা আছিল। এই জমিদাৰীৰ কৃষক সকল সম্পূৰ্ণ ভূমিদাস বুলি ক'লেও অত্যুক্তি নহয়। অৱশ্যে ১৮৬১ চনত উঠাই দিয়া ভূমিদাস প্ৰথাৰ নিচিনা নহয়। সেই প্ৰথামতে বহু মানুহ কোনো এক ব্যক্তি বিশেষৰ দাস স্বৰূপ আছিল। তেওঁ আছিল সেই মানুহবোৰৰ মালিক। কিন্তু বৰ্ত্তমান কুজ্‌মিনস্কী জমিদাৰীত খেতি কৰা সকলো কৃষকেই আছিল হয় ভূমিহীন, নহয় নামমাত্ৰ মাটি থকা কৃষক। এওঁলোকে কিছুমান ডাঙৰ ডাঙৰ ভূম্যধিকাৰীৰ তলতীয়া খেতিয়ক হিচাবে,

নাইবা এই সম্পত্তিবান মাটিৰ মালিকৰ মাজতে বাস কৰিছিল। নেক্‌লিউদভে এইবোৰ কথা জানে। অৱশ্যে তেওঁ নেজানি থাকিবৰো উপায় নাছিল। তেওঁৰ জমিদাৰী এনেধৰণেই চলিছিল। কৃষকবিলাক জমিদাৰী চলোৱা বিষয়াবোৰৰ দাস স্বৰূপ আছিল। তেওঁ নিজেও এনে পদ্ধতিৰে জমিদাৰী পৰিচালনা কৰাটোকেই সমৰ্থনো কৰিছিল। এনে নিষ্ঠুৰ পদ্ধতিৰে জমিদাৰী চলোৱা যে অন্যায় সেইকথা তেওঁ বিশ্ববিদ্যালয়ৰ ছাত্ৰ থাকোতেই বুজিছিল আৰু স্বীকাৰো কৰিছিল। তেওঁ হেন্‌ৰী জৰ্জৰ মৃতাদৰ্শত বিশ্বাসী আৰু সেই মতত বিশ্বাস কৰিয়েই তেওঁ পিতৃৰ উত্তৰাধিকাৰীসূত্ৰে পোৱা মাটিবাড়ী কৃষকক বিলাই দিছিল। এই কথা সত্য যে সামৰিক বাহিনীত কাম-কাজ কৰি ঘূৰি অহাৰ পিছত, তেওঁ বাৰ্ষিক কুৰি হেজাৰ ৰুবল খৰচ কৰিছিল। কিন্তু বৰ্ত্তমান তেওঁৰ সেই অভ্যাস নাই। তাক কেতিয়াবাই বৰ্জ্জন কৰিছে। এতিয়া সেইবোৰ কথা তেওঁৰ মনতেই নাই। মাকে বন্দ'বস্ত কৰি দিয়া মতে তেওঁ টকা পাই থাকে হয়, কিন্তু এই টকা ক'ৰ পৰা আহে তাৰ খা-খবৰ তেওঁ নেৰাখে। সেইবোৰ কথাৰ তেওঁৰ চিন্তা নাই। কিন্তু মাকৰ মৃত্যুৱে নতুন সমস্যাৰ সৃষ্টি কৰিলে। এতিয়া তেওঁ নিজেই জমিদাৰী পৰিচালনা কৰিবলৈ বাধ্য হ'ল। জমিদাৰীখন তেওঁৰ ব্যক্তিগত সম্পত্তি আৰু এই সম্পত্তিৰ লগত তেওঁৰ সম্পৰ্কটোৰ প্ৰশ্ন পুনৰ সমুখত উপস্থিত হ'ল। এমাহৰ আগতে হয়তো তেওঁৰ জবাব হলহেঁতেন যে তেওঁৰ এই ব্যৱস্থাৰ সাল-সলনি কৰিব পৰা কোনো ক্ষমতা নাই। কিয়নো জমিদাৰী পৰিচালনাৰ ভাৰ তেওঁৰ হাতত নাই। সেইদৰে জবাব দি বিবেক পৰিষ্কাৰ ৰাখিলেহেঁতেন। লোকে পঠাই দিয়া টকা পইচাৰে দিন কটাই জমিদাৰীৰ পৰা বহু দূৰত বসবাস কৰি তেওঁ চলি গল'হেঁতেন। কিন্তু এতিয়া তেওঁ এই সিদ্ধান্তত উপনীত হ'ল যে তেওঁ এতিয়া এইদৰে গা-এৰি দিব নোৱাৰে। তেওঁৰ আয় কমি ৰ'ক, তাত কোনো আপত্তি নাই। তথাপি এই জমিদাৰীৰ অন্যায় পৰিচালনাৰ এটা সুব্যৱস্থা কৰিবই লাগিব। আনহাতে তেওঁ জেলৰ কয়দি বিলাকৰ সমস্যা লৈও ব্যস্ত। তাতো তেওঁৰ টকাৰ আৱশ্যক। আত্মস্তক চাইবেৰীয়ালৈ গমন কৰিবলৈ হ'লেও তেওঁক টকা লাগিব। গতিকেই তেওঁ জমিদাৰীত নিজৰ খেতি-বাতি বন্ধ কৰি মাটিবিলাক কম খাজনাত, খেতিয়ক বিলাকক দি দিয়াই সমীচীন বিবেচনা কৰিলে। তেতিয়া কৃষক বিলাকে কোনো-ভূম্যধিকাৰীৰ ওপৰত নিৰ্ভৰ নকৰাকৈ নিজৰ নিজৰ খেতি চলাই যাব পাৰিব। একাধিকবাৰ নেক্‌লিউদভে জমিদাৰীৰ মালিক আৰু আগৰ ভূমিদাস

বিলাকৰ মালিকৰ লগত তুলনা কৰি চাইছিল। মজুৰি দি হালোৱা লগাই খেতি কৰোৱাৰ ঠাইত খাজনা লৈ মাটি লগাই দিয়া, আৰু ভূমিদাস বিলাকে মালিকক গা-খাটনিৰ পৰিবৰ্ত্তে টকা আদায় দিয়া, এই দুয়োটা তেওঁ বিচাৰি চালে। তেওঁ যি সংস্কাৰ কৰিব খুজিছে, ই অৱশ্যে সমস্যাৰ কোনো সমাধান নহয়। কিন্তু ই এটা সমাধানৰ পদক্ষেপ আৰু দাসত্ব লাঘৱ কৰিবৰ কাৰণে এটা অভিযান। নেক্লিউদভে এই পথকেই বাছি ল'লে।

তেওঁ কুজ্‌মিনস্কী পাওঁতে দুপৰ হ'ল। আজি কালি তেওঁ সৰলভাৱে চলন ফুৰণ কৰিবলৈ বিচাৰে; সেই কাৰণে তেওঁৰ আগমনৰ বাতৰি আগতে দিয়া হোৱা নাছিল। তেওঁ ৰেলষ্টেচনত নামিয়েই খেতিয়ক এজনৰ ঘোঁৰা গাৰী এখন ভাৰা লৈ ল'লে। গাৰোঁৱান জনৰ গাত আছিল চীনা কাপোৰৰ এটা কোট আৰু কঁকালত এদাল বেল্ট্। কৃষকজনে এজন ভদ্ৰলোকৰ লগত কথা পাতিবলৈ পাই ভালেই পালে। তাৰ ঘোঁৰা দুটা ভাগৰত ঘামি জামি ক্লান্ত আৰু এৰেপ এৰেপকৈ গৈ আছিল।

গাঁৰোৱানটোৱে নেক্লিউদভক কুজ্‌মিনস্কীৰ মালিক বুলি জানিব পৰা নাছিল। সি কুজ্‌মিনস্কীৰ জাৰ্ম্মান মেনেজাৰ জনৰ কথা উলিয়ালে। নেক্লিউদভেও ইচ্ছা কৰিয়েই তেওঁৰ প্ৰকৃত পৰিচয় দিয়া নাছিল।

গাৰোৱানটোৱে হাতত এচাবিদাল লৈ বাকচটোৰ ভিতৰত ইকাতি সিকাতি কৰি ক'লে, "কুজ্‌মিনস্কীৰ সেই জাৰ্ম্মান মেনেজাৰ জনৰ যিহে ভেম। কথাতো একেবাৰে ওফাইদাং মৰা। তেওঁৰ আড়ম্বৰ চাব কি? তিনিটা পৰলা ঘোৰাই টানি নিয়া বাগীত উঠি, তেওঁ যেতিয়া সভাৰ্য্যে ফুৰিবলৈ যায়, তেতিয়া তেওঁক পাই কোনে। ৰবদিনত তেওঁৰ ৰবৰঙলাত পাব 'খ্ৰীষ্টমাচ্ বৃক্ষ'। কেইবাবাৰো কেইবাজনো বাবুক মই তেওঁৰ তালৈ গাড়ীত নিছো। তেওঁৰ বঙলাত বিজুলি বাতিৰে ৰমক্ জমক্! আমাৰ প্ৰদেশত লাহ-বিলাসত তেওঁৰ লগত ফেৰ মাৰিব পৰা কোনো নাই যেন লাগে। আৰু ধন! ধনো তেওঁ পোলাপোলে ঘটিছে। নঘটিবই বা কিয়? তেওঁক বাধা দিবলৈতো আৰু কোনো নাই। শুনিছোঁ বোলে তেওঁ এখন ধুনীয়া জমিদাৰীও খৰিদ কৰিছে।"

নেক্লিউদভে অনুভৱ কৰিলে যে কথা সঁচাই। কিয়নো জাৰ্ম্মান মেনেজাৰজনে তেওঁৰ জমিদাৰীখন কেনেদৰে চলাইছে; তেওঁ নিজে তাৰ কোনো খা-খবৰ ৰখা নাই। মেনেজাৰনো কি সা-সুবিধা লৈছে তাৰো তেওঁ কোনো

ফু-তচ্ছং নেপাই। কঁকাল গধল এই গাবোঁৱাৰ জনৰ এই কথাবোৰ শুনি তেওঁ বিৰক্তি অনুভৱ কৰিলে।

সেইদিনা বতৰ বেচ ফৰকাল আছিল। মাজে মাজে একোচতা ডাঠ ডাঁৱৰে আহি সূৰ্য্যৰ ওপৰে পাৰ হৈ যায়। কেতিয়াবা বেলিটো নেদেখা হয়। ডাঁৱৰে ঢাকি ধৰে। পথাৰত খেতিয়ক বিলাকে যৱ ধানৰ গুৰিত কোৰকটাৰী মাৰি আছিল। ধুনীয়া ধুনীয়া ঘাঁহনি আৰু মুকলি ঠাইবোৰত লাৰ্ক চৰাইবোৰ উৰি ফুৰিছে। গছবোৰত কুঁহি পাতেৰে ভৰা। ঘাঁহনিবোৰত এলমুৰ কৰি গৰু ঘোঁৰাবোৰে ঘাঁহ খাই আছে। মাজে মাজে নেক্‌লিউদভৰ মনটো কেনেবা লাগে আৰু মনত এটা অসন্তুষ্টিৰ ভাৱ আহে। তাৰ কাৰণ হ'ল, সেই জাৰ্ম্মান মেনেজাৰৰ সম্পৰ্কে কোৱা কথাবোৰ।

কুজ্‌মিনস্কী পাই যেতিয়া তেওঁ কাম কাজত লাগি গ'ল, তেতিয়াহে তেওঁৰ মনটো পাতল লাগিল।

নেক্‌লিউদভে অফিচৰ কাকতপত্ৰবোৰ পৰীক্ষা কৰি চালে। জাৰ্ম্মান মেনেজাৰ জনে নেক্‌লিউদভক ক'লে যে কৃষক বিলাক ভূমিহীন হোৱাত আৰু জমিদাৰীৰ ভিতৰতে সিহঁতে বসতি কৰাত তেওঁৰ সুবিধাহে হৈছে। কিন্তু নেক্‌লিউদভে এই অৱস্থাৰ কথা জানি মাটিবোৰ কৃষকক বিলাই দিয়া সম্পৰ্কে আৰু দৃঢ় প্ৰতিজ্ঞ হ'ল। (তেওঁ সিদ্ধান্ত কৰিলে যে তেওঁৰ নিজৰ খেতি-বাতি উঠাই দিব।)

অফিচৰ খাতাপত্ৰ পৰীক্ষা কৰি তেওঁ জানিব পাৰিলে যে তেওঁৰ জমিদাৰীৰ লাখেৰা মাটিখিনিৰ দুই-তৃতীয়াংশত মজুৰি দি মানুহ লগাই খেতি কৰা হয় আৰু বাকী এক-তৃতীয়াংশত কৃষক বিলাকে নিজে খেতি কৰে। এই খেতি কৰা বাবদ কৃষক বিলাকে প্ৰতি বিঘাত পাঁচ ৰুবলকৈ পাইছিল। কিন্তু তেওঁলোকে হাল-কোৰ বাই, খেতি চপাই জমিদাৰৰ চোতালত শস্যখিনি দি গ'লেহে এই পাঁচ ৰুবল পাই। তেওঁলোকে বহু পৰিশ্ৰমৰ বিনিময়ত এই সামান্য অংশ মজুৰিহে পায়। ইয়াৰ বাহিৰেও ঘাঁহ, কাঠ, খৰি, খেৰ ইত্যাদিৰ বাবদ জমিদাৰীৰ অফিচত ধৰুৱা হৈয়েই থাকে।

এইবিলাক কথা নেক্‌লিউদভ পূৰ্ব্বেও জানে, কিন্তু বৰ্ত্তমান তেওঁ কথা-বিলাক নতুন দৃষ্টিৰে চাবলৈ ধৰিলে। এই অন্যায় আৰু অস্বাভাৱিকতা বিলাক তেওঁৰ বা অন্য জমিদাৰৰ কিয় চকুত পৰা নাছিল, সেই কথা ভাবি তেওঁ আচৰিত হয়। জাৰ্ম্মান মেনেজাৰ জনৰ যুক্তি হ'ল যে খেতিয়কক খাজনা লৈ মাটি লগালে,

কৃষিৰ যন্ত্ৰপাতি বিলাক অচল হব আৰু ফলত এক-চতুৰ্থাংশ আয় কমি যাব। আনহাতে কৃষক বিলাকে মাটিবোৰ নষ্ট কৰি পেলাব আৰু ফলত নেকৃলিউদভৰ অশেষ ক্ষতি হব। কিন্তু তেওঁৰ যুক্তি শুনি নেকৃলিউদভে তাৰ ওলোটা সিদ্ধান্তহে মনত স্থিৰ কৰি পেলালে। তেওঁৰ ক্ষতি হ'লেও মাটিবোৰ কৃষকক বিলাই দিয়া সম্পৰ্কে তেওঁ খাতাং হ'ল। তেওঁ নিজে জমিদাৰীত উপস্থিত থাকোঁতেই এই কাম কৰি পেলাবলৈ মনস্থ কৰিলে। খেতি চপোৱা, শস্য বিলাক বিক্ৰী কৰা, খেতিৰ সঁজুলি বিলাকৰ ব্যৱস্থা কৰা বা বিক্ৰী কৰা, জমিদাৰীত থকা তেওঁৰ অনাৱশ্যক ঘৰ-দুৱাৰবোৰ বিক্ৰী কৰা সম্পৰ্কে জাৰ্মান মেনেজাৰ জনৰ ওপৰত দায়িত্ব অৰ্পণ কৰিব আৰু সময়মতে তেওঁ এই কামখিনি কৰি পেলাব।

কুজ্মিনস্কী জমিদাৰীৰ মাজত বসতি কৰা তিনিখন গাওঁৰ খেতিয়ক বিলাকক এখন সভাত গোট খাবলৈ মাতিবৰ কাৰণে নেকৃলিউদভে মেনেজাৰক নিৰ্দ্দেশ দিলে। এই সভাতেই নিজৰ উদ্দেশ্যৰ কথা তেওঁ ব্যক্ত কৰিব। কৃষকৰ লগত খাজনা সম্পৰ্কেও এটা পকা বন্দবস্ত কৰিব।

মেনেজাৰে দেখুৱা যুক্তিবিলাকৰ বিৰুদ্ধেই তেওঁ খাবাংখাচ নিজৰ অভিপ্ৰায় প্ৰকাশ কৰিলে। তেওঁ খাতাংকৈ স্বাৰ্থ ত্যাগ কৰিবলৈ সাজু হ'ল। নেকৃলিউদভে মেনেজাৰক উক্ত নিৰ্দ্দেশ দি অফিচৰ পৰা ওলাই আহিল। আগুৱক কৰ্ত্তব্যৰ কথা ভাবি ভাবি তেওঁ বাংলাটোৰ চাৰিওফালে থকা অযত্নেলিত ফুলনিখনত ফুৰিবলৈ ধৰিলে। তাৰ পিছল ঘাঁহ-বনেৰে ভৰি থকা টেনিছ গ্ৰাউণ্ড'খন চাই, লাইম গছবোৰৰ তলত ফুৰিবলৈ গ'ল। সাধাৰণতে এই গছবোৰৰ তলতেই তেওঁ আগেয়ে চিগেৰেট খাইছিল আৰু তেওঁৰ মাকক লগ ধৰিবলৈ অহা কিৰিমভাৰ লগতে ৰঙ-ৰহস্যেৰে কথা-বতৰা হৈছিল। কৃষক বিলাকৰ আগত তেওঁ কি ভাষণ দিব, সেই সম্পৰ্কে গমিপিতি চাই, তেওঁ ঘূৰি আহি মেনেজাৰক লগ ধৰিলে আৰু কিছু কথা-বতৰাও হ'ল। চাহ পান কৰি আৰু মনৰ চিন্তা বিলাক সুশৃঙ্খল লগাই, বিশ্ৰাম লবৰ কাৰণে বাংলাটোৰ ডাঙৰ কোঠাটোলৈ সোমাই গ'ল।

কোঠাটো বেচ পৰিষ্কাৰ কৰি ৰখা হৈছে। দেৱালত তেনিচ চহৰৰ পৰা অনা দৃশ্যপট আঁৰা আছে। খিৰিকী দুখনৰ মাজত এখন ডাঙৰ আইনা। স্প্ৰিং লগোৱা বিছনাখন সুসজ্জিত কৰি থোৱা আছে। সৰু টেবুলখনত আছে এটা পানী থোৱা পাত্ৰ, এটা জুইশলা আৰু এটা সৰু অগ্নিনিবাৰক পাত্ৰ। ড্ৰেছিং

টেবুলত তেওঁৰ হাতনি বাকচটো খোলা আছে। ওচৰতে তেওঁৰ সাজপাৰ ভৰাই অনা বাকচটো আৰু কেইখনমান কিতাপ। 'ফৌজদাৰী আইনৰ অনুসন্ধান' বুলি ৰুছ ভাষাত লিখা কিতাপ এখন আৰু দুখনমান সেই একে বিষয়ৰে ইংৰাজী আৰু জাৰ্মান ভাষাত লিখা কিতাপ। গাওঁত ভ্ৰমণ কৰোঁতে পাঠ কৰিবৰ কাৰণে তেওঁ এইকিখন কিতাপ লৈ আহিছিল। কিন্তু আজি আৰু সেই কিতাপ পঢ়িবলৈ তেওঁৰ সময়ে নুকুলালে। তেওঁৰ সোনকালে শুই থাকিবলৈ ইচ্ছা গ'ল, যিহেতু কালিলৈ প্ৰত্যুষতে নিমন্ত্ৰিত কৃষক সকলৰ লগত আলোচনাৰ কাৰণে সাজু হব লাগিব।

কোঠাটোৰ চুক এটাত এখন মেহগিনী আৰামী চকী পৰি আছিল। মাকৰ শোৱনী কোঠাত এইদৰে চকীখনলৈ চাই থাকোতে নেক্‌লিউদভৰ অপ্ৰত্যাশিত ভাৱে অকস্মাতে এটা নতুন ধৰণৰ ভাব খেলালে। বৰ্ত্তমান যিটো ঘৰত তেওঁ আছে, সেই ঘৰটো ধ্বংস হব, যিখন ফুলনি আছে, সেইখন হাবি হব, যিখন হাবি আছে, সেইখন কাটি মুকলি কৰা হব, আৰু ইয়াৰ বাদেও তেওঁৰ খেতি চপোৱা চোতাল, ঘোঁৰাশাল, ঘৰ-দুৱাৰ, যন্ত্ৰপাতি, গৰু-ঘোঁৰা, বহু যত্নেৰে অৰ্জ্জন আৰু প্ৰতিপালিত কৰা সকলো বস্তু নাইকিয়া হব। এনেবোৰ ভাৱনাই তেওঁৰ মনটো বিষাদগ্ৰস্ত কৰি পেলালে, যদিও এই সম্পত্তি আৰ্জ্জোতে তেওঁৰ ঘাম এটোপাও পৰা নাই। আগতে এই সম্পত্তি যিদৰে অনায়াসে ত্যাগ কৰিব পাৰিব বুলি তেওঁ ধাৰণা কৰিছিল, কিন্তু এতিয়া এই সম্পত্তি ত্যাগৰ প্ৰশ্নই নাই, বৰং জমিদাৰীৰ মাটিবোৰ খাজানালৈ লগাই, আয়ৰ অৰ্দ্ধ অংশ ত্যাগ কৰিবলৈকো তেওঁৰ মনে নুকুলায়। তেওঁৰ মনত এটা নতুন যুক্তি আহি পৰিল যে এইদৰে খেতিয়ক বিলাকক মাটি লগাই দিয়া আৰু যি সম্পত্তিটোৰ ওপৰত তেওঁ প্ৰবৰ্ত্তি আছে, সেই সম্পত্তিটো এইদৰে ধ্বংসৰ পথলৈ এৰি দিয়া উচিত নহয়।

মই ভূ-সম্পত্তি ৰখা উচিত নহয়, কিন্তু এই সম্পত্তি নেৰাখিলে মোৰ বাংলা আৰু খেতি বাতি ৰখাও সম্ভৱ নহয়........। আনহাতে মইতো চাইবেৰীয়ালৈ যাবলৈ ওলাইছোঁ। তেতিয়া মোৰ বাংলাঘৰ আৰু জমিদাৰীৰ প্ৰয়োজনেই বা কি?" এইদৰে তেওঁ অন্তৰৰ পৰা এটা বাণী পালে। কিন্তু পুনৰ আৰু এটা বাণী তেওঁৰ অন্তৰত প্ৰতিধ্বনিত হ'ল। "এই বিলাক কথা সঁচা হ'লেও তুমিতো গোটেই জীৱন চাইবেৰীয়াত কটোৱা সম্ভৱ নহয়। পিছত কোনো যুৱতীৰ পাণিগ্ৰহণ কৰিলে তোমাৰ সন্তি-সন্ততি হব পাৰে আৰু এই সম্পত্তি তুমি যিদৰে পাইছিলা, সেইদৰে তোমাৰ সন্তি-সন্ততিকো দি থৈ যাব লাগিব। এই মাটিবাৰী

বোৰৰ সম্পৰ্কেও তোমাৰ কৰ্ত্তব্য আছে। এই সম্পত্তিবোৰ লোকক দিয়া বা ধ্বংস কৰি পেলোৱা সহজ, কিন্তু সম্পত্তি আৰ্জ্জা অতি কঠিন। তোমাৰ ভবিষ্যৎ জীৱনৰ কাৰণে বিবেচনা কৰা। ভবিষ্যতে তুমি কেনেকৈ দিন কটাবা তাক ভাবা। এইবিলাক ভাবি-চিন্তিহে তুমি সম্পত্তিত হাত দিব। লগতে তুমি এই বিলাক কাম তোমাৰ বিবেকৰ নিৰ্দ্দেশ মতে কৰিবলৈ গৈছানে, নে তুমি মানুহৰ আগত কিতাহি দেখুৱাব খুজিছা তাক ভাবি চোৱা।" নেক্‌লিউদভে নিজকে নিজে এইদৰে প্ৰশ্ন কৰিলে। তেওঁ নিজে নিজে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে অন্য মানুহে তেওঁৰ সম্পৰ্কে কি মতামত দিব, সেই কথাই তেওঁক প্ৰভাবান্বিত কৰিছে। যিমানেই এইবোৰ কথা তেওঁ ভাবিবলৈ ধৰিলে, সিমানেই সমস্যা সমাধান দূৰিভূত হ'ল।

এই ভাববোৰ যাতে মনৰ পৰা আঁতৰি যায়, আৰু পুৱা শুই উঠি যাতে তেওঁ সুস্থ মস্তিষ্কৰে সমস্যা সমাধানৰ এটা সু-পথ পাব পাৰে, এই ভাবি নেক্‌লিউদভে বিছনাত শুই পৰিল। কিন্তু তথাপি বহু পৰলৈ তেওঁৰ টোপনি নাহিল। নিৰ্ম্মল বতাহ আৰু সুন্দৰ জোনাক আহি তেওঁৰ কোঠাত সোমাল। বিছনাৰ পৰা ভেকুলিবোৰৰ টোৰটোৰণি তেওঁ শুনিবলৈ ধৰিলে। আৰু শুনিবলৈ ধৰিলে তেওঁৰ খিৰিকীৰ ওচৰতে সৰু সৰু চৰাই কিছুমানে গাই থকা গান। ভেকুলি আৰু এই চৰাইবোৰৰ সম্মিলিত সুৰ শুনি তেওঁৰ ইন্সপেক্টৰ আৰু ইন্সপেক্টৰৰ জীয়েকৰ গানৰ কথা স্মৰণ হ'ল। লগত তেওঁৰ মনত পৰিল মাচ্‌লভাৰ কথা আৰু ভেকুলীৰ শব্দৰ দৰে কেনেকৈ কথা কওঁতে তাইৰ ওঁঠ দুটি কঁপি উঠিছিল। তাই প্ৰতিবাদ কৰি কৈছিল, "আপোনাৰ ইচ্ছা সম্পূৰ্ণ ত্যাগ কৰক।" তাৰ পিছত মনলৈ আহিল জাৰ্ম্মান মেনেজাৰ জনৰ কথা। আকৌ ভেকুলীৰ কথা। পুনৰ তেওঁৰ মনলৈ আহিল, মাচ্‌লভাই তেওঁক বিদ্ৰূপ কৰি কোৱা কথা। "আপুনি ৰাজকুমাৰ আৰু মই দণ্ডিত কয়দি।" "নহয় এই বিলাক চিন্তাত মই গা ঢালি দিয়া উচিত নহয়।" নেক্‌লিউদভে ভাবে। তেওঁ পুনৰ নিজক সজাগ কৰি প্ৰশ্ন কৰিলে 'বাৰু মই শুদ্ধই কৰিছোঁনে অশুদ্ধই কৰিছোঁ? মই সেই কথা জনা নাই। বেচ তাৰ কাৰণে কোনো পৰোৱা নাই। জনা নজনা একেই। মই এতিয়া শুই থকাই ভাল।" ক্ৰমে তেওঁৰ চিন্তাৰ চৌবোৰ মাৰ গ'ল। তেওঁৰ মন পুনৰ সীমাবদ্ধ হ'ল জাৰ্ম্মান মেনেজাৰ আৰু মাচ লভাৰ ওপৰত।"

দুই

পিছদিনা পুৱা নটা বজাত নেক্লিউদভে সাৰ পালে। তেওঁৰ আলপৈচান ধৰা অফিচৰ কেৰাণীজনে তেওঁ শুই উঠা গম পাই তেওঁৰ ধুনীয়া চক্চকাই থকা বুটযোৰ আৰু অলপ নিজৰাৰ পানী আনি দিলে। কেৰাণীয়ে তেওঁক খবৰ দিলে যে ইতিমধ্যেই কৃষক সকল আহি সভাস্থলত উপস্থিত হৈছে। নেক্লিউদভে জাপ মাৰি বিছনাৰ পৰা নামি, তেওঁৰ মনৰ চিন্তাবোৰ আঁত লগাই ল'লে। যোৱা কালি তেওঁ সম্পত্তি ত্যাগ কৰিবলৈ ওলোৱা বাবে, যি সন্দেহ আৰু অনুশোচনা আহিছিল, তাৰ লেশমাত্রও চিনচাব নাই। তেওঁ নিজেই আচৰিত হয় কিয় তেওঁৰ এনেকুৱা অনুশোচনা আহিছিল। তেওঁ উপস্থিত কামখিনি আনন্দ সহকাৰে সমাধা কৰিবলৈ আগবাঢ়িল আৰু সেইবাবে তেওঁ নিজে গৌৰৱহে অনুভৱ কৰিলে।

খিৰিকীয়েদি চাই পঠালে তেওঁৰ পুৰণা বননি হৈ থকা টেনিচ খেলা পথাৰখন দেখা যায়। এই পথাৰতেই কৃষক সকল আহি সমাগত হৈছে। ভেকুলীবোৰৰ আগদিনা ৰাতিৰ টোৰটোৰণি অথলে যোৱা নাই। আজি বতৰটো যথেষ্ট গোমা। যদিও বিশেষ বতাহ নাই, তথাপি দুটোপ এটোপ বৰষুণ পৰি আছে। বৰষুণ পৰাৰ ফলত মাটিৰ পৰা ভাপ ওলাই, ভাপৰ গোন্ধবোৰ খিৰিকীয়েদি কোঠাত সোমাইছে। গছ-গছনি হাবি-বন-মাটি, আটাইবোৰে যেন বৰ্ষাৰ নতুন আগমনিলৈ বাট চাই আছে।

নেক্লিউদভে সাজপাৰ পৰিধান কৰিবলৈ লাগিল আৰু বাহিৰত জমা হোৱা কৃষক সকলৰ ফালেও, মাজে মাজে ভুমুকিয়াই চাইছে। এজন এজনকৈ কৃষক আহি উপস্থিত হৈছে। মূৰৰ হেট্ নমাই ইজনে সিজনক সম্ভাষণ জ্ঞাপন কৰিছে আৰু সকলোৱে চক্রাকাৰ হৈ বহিছে। কিছুমানে লাখুটিত ভৰদি থিয় হৈ কথোপকথন কৰি আছে। হৃষ্টপুষ্ট ডেকা জাৰ্ম্মান মেনেজাৰজনে সেউজীয়া বৰণৰ, থিয় কলাৰ আৰু বহু বুটাম লগোৱা জেকেট এটা পিন্ধি, নেক্লিউদভৰ ওচৰলৈ আহি কৃষক সকল জমা হোৱাৰ খবৰ দিলে। নেক্লিউদভে পুৱা আহাৰ গ্ৰহণ কৰালৈকে তেওঁলোকে অপেক্ষা কৰিব। চাহ আৰু কফি বিহকে ভাল পাই তাকে গ্ৰহণ কৰিবৰ কাৰণে মেনেজাৰে নেক্লিউদভক আমন্ত্ৰণ কৰিলে।

"নহয়, মই চাহ খোৱাৰ পূৰ্বেই তেওঁলোকৰ লগত কথা হওঁ।" নেক্লিউদভে

ক'লে। কৃষক সকলৰ লগত আলোচনাৰ কথা ভাবি নেক্লিউদভৰ মনত লাজকুৰীয়া ভাব এটাও আহি পৰিল।

অপ্ৰত্যাশিত ভাবে কৃষক সকলৰ মনৰ কামনা এটা পূৰ কৰিবৰ কাৰণে তেওঁ আগবাঢ়িছে, যদিও এনে আশা পূৰ হোৱাৰ কোনো সম্ভাৱনা কোনো দিনেই তেওঁলোকে দেখা নাছিল। নিম্নতম খাজনা লৈ কৃষক সকলক মাটি ভগাই দিয়া, এয়ে হ'ল তেওঁৰ উদ্দেশ্য। কিন্তু এনে এটা মহৎ উপকাৰ কৰিবলৈ গৈ পেটে পেটে তেওঁৰ লাজো লাগে। সমুখত কিছুমান ধুনীয়া, কিছুমান ভগা, কিছুমান কেঁকোৰা আৰু কিছুমান পকা চুলিৰ মানুহ দেখি তেওঁৰ মনত খেলিমেলি লাগি একো কথাকে ক'ব নোৱাৰা হ'ল।

জিপ জিপকৈ ধাৰাসাৰে বৰষুণ পৰিয়েই আছে। সমাগত মানুহবোৰৰ মূৰত, দাবি গোঁফত কোট-চোলাত পানী জমা হৈ তপ্ তপ্ কৈ পৰিছে। জমিদাৰীৰ মালিক নেক্লিউদভৰ ভাষণ শুনিবলৈ কৃষক সকলে আশা কৰি ৰ'ল। কিন্তু তেওঁ লাজত কুঁচিমুচি কোনো কথাকে কব নোৱাৰিলে। এনে এটা অচল অৱস্থা দেখি, এই ধীৰ আৰু স্থিৰ জাৰ্মান মেনেজাৰজনেই মাত মাতিলে। তেওঁ নিজকে কৃষকৰ লগত ব্যৱহাৰ কৰিব জনা লোক বুলি বিবেচনা কৰে। তেওঁ কচ ভাষাও সুন্দৰকৈ জানে। এফালে এই মোটোহা জাৰ্মান মেনেজাৰজন আৰু নেক্লিউদভ্ আৰু আনফালে সমুখত থকা এই খীণোৱা, শুকুৱা, বুকুৰ হাঁড় ছাল ওলোৱা কৃষক সকলৰ উপস্থিতিয়ে এটা চকুত লগা দৃশ্যৰ সৃষ্টি কৰিলে।

"এয়া ৰাজকুমাৰ আহি তোমালোকৰ আগত উপস্থিত হৈছে। তোমালোকৰ এটা বিশেষ উপকাৰ কৰিবৰ কাৰণে এখেত আহিছে। জমিদাৰীৰ মাটিবিলাক তেখেতে তোমালোকক খাজনা লৈ দি দিব খোঁজে; কিন্তু মোৰ বিশ্বাস এইদৰে মাটি ল'বৰ তোমালোকৰ যোগ্যতা নাই।" মেনেজাৰে ক'লে।

"ভাছিলি কলিভিক! আমাৰ যোগ্যতা নাই বুলি আপুনি কিয় কয়? আপোনালোকৰ কাৰণে আমি জানো খেতি কৰি থকা নাই? আপোনালোকৰ কাম-কাজবোৰতো আমিয়েই কৰি আছোঁ। স্বৰ্গগতা মহিলা গৰাকীৰ ব্যৱহাৰত আমি সকলোৱেই সন্তোষ পাইছিলোঁ। ভগৱানে তেওঁৰ আত্মাৰ মঙ্গল কৰক। আমাৰ বিশ্বাস যুৱক ৰাজকুমাৰেও যেন আমাক ত্যাগ নকৰে। তেখেতলৈ আমি অশেষ ধন্যবাদ আগবঢ়ালো।" ৰঙা চুলিৰ এজন কথাচহকী কৃষকে ক'লে।

"হয় সেই কাৰণেই তোমালোকক ইয়ালৈ মতা হৈছে। গোটেই মাটিখিনি খাজনালৈ লগাই দিয়াই মোৰ ইচ্ছা।" নেক্লিউদভে ক'লে।

কৃষক বিলাক নিমাত হৈ ৰ'ল। কোনো জবাবো দিয়া নাই। তেওঁলোকে হয় প্ৰস্তাৱটো বুজিব পৰা নাই, নহয় বিশ্বাস কৰিবলৈ টান পাইছে।

"হয় আমি ভাবি চিন্তি চাওঁ। মাটিখিনি কি আমাক খাজনালৈ দিব খুজিছে? কেনেদৰে কিমান খাজনাত দিব?" মাজ বয়সীয়া এজন কৃষকে প্ৰশ্ন কৰিলে।

"গোটেইখিনি মাটি তোমালোকে খেতি কৰি খাব পাৰিবা। চৰ্ত্ত হ'ল তোমালোকে মাটি খোৱাৰ বাবদ সামান্য খাজনা দিব লাগিব।"

"প্ৰস্তাৱটো বেচ সুন্দৰ হৈছে।" এজন বৃদ্ধ খেতিয়কে ক'লে।

"খাজনাৰ মাত্ৰাও যাতে বেছি নহয় আৰু যাতে আমি শোধাব পাৰো, তেনেকুৱা হ'লে ভাল হয়।" আন এজন কৃষকে ক'লে।

"আমি খাজনা পৰিশোধ নকৰাৰ কোনো কাৰণ নাই। আমি খাজনা দিমেই।"

"খেতি-বাতি কৰি খাই জীয়াই থকাবেই আমাৰ অভ্যাস।"

"তেনেদৰে খাজানালৈ মাটি লগাই দিলে, আপোনালোকৰো সুবিধা আৰু আপোনালোকৰ কোনো আহুকালেই নেথাকে। তেতিয়া খাজনা আদায় কৰা বা লোৱাৰ বাহিৰে আপোনালোকৰ আৰু কোনো কামেই নেথাকে। এতিয়া ভাবি চ'ক, অতীতত আপোনালোকে কৰা অন্যায় আৰু দুশ্চিন্তাৰ কথা।" একেলগে ভালেমান মানুহে চিঞৰি উঠিল।

"অন্যায় তোমালোকৰো আছে।" জাৰ্ম্মান মেনেজাৰে মন্তব্য কৰিলে। "তোমালোকে যদি নিয়মিত খেতি-বাতি কৰাহেঁতেন ......।"

"আমাৰ ক্ষেত্ৰত সেই কথা নেখাটে।" নাক খিয় এজন কৃষকে ক'লে।

"আপুনি কয়, 'ধাননিত কিয় ঘোঁৰা মেলি দিয়া?' মই কি ইচ্ছা কৰি ঘোঁৰা মেলি দিওঁ। গোটেই দিন ধান দাই আমি ভাগৰত ক্লান্ত হওঁ। দিন গুছি বছৰ যেন লাগে। ঘোঁৰা বখি থাকোঁতে ৰাতি কেতিয়াবা টোপনি আহে, আৰু তেতিয়া হয়তো ঘোঁৰা গৈ ধাননিত সোমাই আৰু তেতিয়া আপোনালোকৰ গালি খাব লাগে।"

"তথাপি তোমালোকে নিয়ম মানি চলিব লাগে।"

"নিয়মৰ কথা কোৱা সহজ। কিন্তু নিয়ম মানি চলিবলৈ আমাৰ শক্তিয়ে নুকুলায়।" এজন ওখ, শকত, কলাবৰণীয়া আদবয়সীয়া মানুহে উত্তৰ দিলে।

"জেওৰা এখন দিবৰ কাৰণে মই জানো তোমালোকক কোৱা নাছিলোঁ। ?"

"তেতিয়া হ'লে জেওবা দিবলৈ আমাক কাঠ-বাঁহ দিয়ক।" এজন বাওনা মানুহে ক'লে। "যোৱা বছৰ মই জেওবা দিবলৈ চেষ্টা কৰিছিলো। কিন্তু গছৰ পুলি এটা কাটোতেই, আপুনি মোক তিনিমাহ জেলত উৱহৰ কামোৰ খুৱালে। জেওবাৰ কামো সিমানতে শেষ।"

"এইবিলাক কিহৰ কথা কৈছে?" নেকলিউদভে মেনেজাৰক সুধিলে।

"প্ৰতি বছৰেই তেওঁ হাবিৰ পৰা কাঠ চুৰ কৰে আৰু ধৰাও পৰে।" তাৰ পিছত কৃষকজনৰ ফালে চাই মেনেজাৰে ক'লে, "লোকৰ সম্পত্তিত হস্তক্ষেপ কৰা উচিত নহয় বুলি তুমি জনা দৰকাৰ।"

"ক'কছোন? আমি জানো আপোনাৰ কথা মানি চলা নাই।" এজন বৃদ্ধলোকে ক'লে—"আমি আপোনাক সন্মান কৰিবলৈ বাধ্য। আমি তো আপোনাৰ হাতৰ পুতলা। বটীৰে বান্ধি আমাক সাঙুৰি পেলাব পাৰে।"

"থোৱা, থোৱা, তোমালোকৰ লগত মই নোৱাৰিম। তোমালোকৰ কথাই সাৰ।" জাৰ্ম্মান মেনেজাৰে ক'লে।

"আপুনি কোৱা কথা সঁচা নহয়। ঘোঁচা মাৰি আপুনি মোৰ মুখ ভাঙি দিছিল। তাৰ বাবে মই কিবা প্ৰতিকাৰ পালোনে? ধনীৰ বিৰুদ্ধে আইন আদালতত কোনো সুফল পোৱা নেযায়।"

"তুমি নিজেও আইন মানি চলা উচিত।"

এইদৰে তৰ্কৰ মহৰা চলিবলৈ ধৰিলে। কিন্তু দুয়ো পক্ষই এই তৰ্কৰ যুঁজ কিহৰ কাৰণে চলাইছে, কোনেও নেজানে। কৃষক সকলৰ মুখবোৰ গোমোঠা হৈ পৰিল আৰু তেওঁলোক ভীতিগ্ৰস্ত হ'ল। আন পক্ষৰ হ'ল ক্ষমতাত বহি থকাৰ বাহাদুৰি। তৰ্ক শুনি নেকলিউদভৰ আমনি লাগিল। তেওঁ মাটিৰ খাজনা সম্পৰ্কে এটা বন্দ'বস্ত কৰিবৰ কাৰণে ব্যগ্ৰ হৈ পৰিল।

"এইবিলাক বাদ দি এতিয়া মাটিৰ কথালৈ অহা হ'ক। গোটেই মাটিখিনি মই তোমালোকক দি দিলে, কি হাৰে তোমালোকে মোক খাজনা দিবা সেই কথাৰ মীমাংসা হ'ক।"

"এই জমিদাৰী হ'ল আপোনাৰ সম্পত্তি। কিমান খাজনা পালে আপুনি মাটি দিব পাৰে আপুনিয়েই কব।"

নেকলিউদভে খাজনাৰ হাৰৰ কথা প্ৰকাশ কৰিলে। কিন্তু, যদিও খাজনাৰ এই হাৰ ওচৰ-চুবুৰীয়া জমিদাৰীৰ হাৰতকৈ অনেক কম আছিল, তথাপি কৃষক সকলে খাজনাৰ হাৰ বেছি বুলি মত প্ৰকাশ কৰিলে। তেওঁলোকে আৰু কিছু

কয়াবলৈ টানি ধৰিলে। নেক্লিউডভৰ ধাৰণা আছিল যে তেওঁলোকে সানন্দে এই হাৰত মান্তি হ'ব, কিন্তু তেনে সম্ভাৱনাৰ কোনো লক্ষণেই দেখা নগ'ল।

কেৱল এটা কথাই প্ৰকাশ পালে যে তেওঁৰ প্ৰস্তাৱটো কৃষক সকলৰ কাৰণে সুবিধাজনক। কিন্তু প্ৰশ্ন উঠিল, এই খাজনা আদায় কৰি দিব কোনে? খাজনা আদায় দিয়াৰ দায়িত্ব সমূহীয়াকৈ গোটেই গাঁৱেই ল'ব নে তেওঁলোকৰ ভিতৰৰ কোনো প্ৰতিনিধিমূলক বিশেষ সংস্থাই গ্ৰহণ কৰিব? এই কথা লৈ কৃষক সকলৰ মাজত তীব্ৰ বাক্‌বিতণ্ডা হ'ল। এক অংশই, দুৰ্ব্বল আৰু নিয়মীয়াকৈ খাজনা দিব নোৱাৰা কৃষক সকলক বাদ দিব খোজে। শেষত জাৰ্ম্মান মেনেজাৰৰ চেষ্টাত খাজনাৰ হাৰ আৰু চুক্তি সম্পৰ্কে এটা বন্দ'বস্ত হৈ গ'ল। নানান তৰ্ক-বিতৰ্ক কৰি, চিঞৰ-বাখৰ লগাই, পাহাৰৰ কানে কানে কৃষক সকল ঘৰমুৱা হ'ল। নেক্লিউডভ্ আৰু জাৰ্ম্মান মেনেজাৰজনে চুক্তিপত্ৰ এখনৰ খচৰা কৰিবৰ কাৰণে অফিচলৈ ঘূৰি আহিল।

নেক্লিউডভে আশা কৰা মতেই সকলো কাম সমাধা হ'ল। গোটেই জিলাত খেতিয়ক সকলে যি হাৰত খাজনা দিয়ে, তাতকৈ ৩০ টকা কম। ইয়াৰ ফলত নেক্লিউডভৰ মুঠ আয়ৰ আধা কমি গ'ল। তথাপি বাকী অংশই তেওঁৰ কাৰণে যথেষ্ট। ইয়াৰ বাহিৰেও জংঘল মাটিখিনি, কৃষিৰ সঁা-সঁজুলি বিক্ৰী কৰিও তেওঁ কিছু টকা পাব। সকলো কথাৰ সুবন্দ'বস্ত হোৱা সত্ত্বেও তেওঁ যেন কিবা এটা বিষয়ে অপমানিত বোধ কৰে। যদিও কৃষক সকলে তেওঁক ধন্যবাদ দি গ'ল, তথাপি অনুমান হয়—এওঁলোক যেন অসন্তুষ্ট। হয়তো তেওঁলোকে আৰু আশা কৰে। ফল এয়ে হ'ল যে বহুতখিনি ত্যাগ কৰা সত্ত্বেও তেওঁ কৃষকসকলৰ আশা পূৰ্ণ কৰিব নোৱাৰিলে।

পিছদিনা কৃষকসকলে বাছি দিয়া প্ৰতিনিধি দলৰ লগত চুক্তিপত্ৰ স্বাক্ষৰিত হ'ল। কিন্তু নেক্লিউডভৰ মনটো বৰ ভাল নেলাগিল। তেওঁ অনুভৱ কৰিলে তেওঁৰ যেন কিছু কৰ্ত্তব্য বৈ গ'ল। তেওঁৰ কামখিনি সম্পূৰ্ণ নহ'ল। তেওঁ অফিচৰ পৰা ওলাই মেনেজাৰৰ ঘোঁৰা গাৰীত (যিখন গাৰীৰ কথা ষ্টেচনৰ পৰা আহোঁতে গাৰোৱানজনে কৈছিল) উঠি কৃষক সকলৰ পৰা বিদায় ল'লে। কৃষক সকলেও অসন্তুষ্টিৰ ভাৱত কৰমৰ্দ্দন কৰি মূৰ দুপিয়ালে। ষ্টেচনত ৰেল ধৰিবৰ কাৰণে তেওঁ গাৰী এৰি দিলে।

বাটত আহোঁতেও তেওঁ মনত বিৰক্তি অনুভৱ কৰে। কিবা এটা কাৰণে তেওঁ যেন নিজে নিজে লজ্জিত।

## তিনি

নেক্‌লিউদভে উত্তৰাধিকাৰীসূত্ৰে পেহীয়েক দুগৰাকীৰ পৰাও এখন জমিদাৰী পাইছিল। কুজ্‌মিনস্কীৰ পৰা আহি, তেওঁ এই জমিদাৰীত উপস্থিত হ'ল। এই জমিদাৰীৰ গৰাকিনী অৰ্থাৎ তেওঁৰ পেহীয়েক দুগৰাকীৰ ঘৰত থাকোঁতেই তেওঁ প্ৰথম কাটুৎচাৰ সংস্পৰ্শত আহিছিল। কুজ্‌মিনস্কীত তেওঁ মাটিবাৰীৰ বিদৰে বন্দ'বস্ত কৰিছিল এই জমিদাৰীতো তেওঁ তেনে এটা বন্দবস্ত কৰিব খোজে। ইয়াৰ উপৰিও কাটুৎচা আৰু তাইৰ গৰ্ভজাত সন্তানটোৰ বিষয়েও জানিবলৈ তেওঁৰ আগ্ৰহ আৰু সেই সম্পৰ্কে এটা অনুসন্ধান কৰাবো তেওঁৰ ইচ্ছা। তেওঁৰ জানিবলৈ আগ্ৰহ সেই সন্তানটোৰ মৃত্যু হোৱা কথা সঁচানে মিছা আৰু মৃত্যু হ'ল যদি কি হৈ মৰিল।

অতি দোকমোকালিতে তেওঁ আহি পানৌ পালেহি। গাড়ীৰ পৰা নামিয়েই তেওঁ দেখিবলৈ পালে ভাগি ছিগি উৰঁলি যাবলৈ উপক্ৰম কৰা ঘৰবোৰ। বিশেষকৈ মূল বাংলাটোৰ অৱস্থা অতি শোক লগা। ঘৰটোৰ ওপৰৰ সেউজীয়া টিনপাতবোৰৰ ওপৰত ভালেদিন কোনো পেইণ্ট দিয়া হোৱা নাই। মামৰ উঠি টিনপাতবোৰ ৰঙা হৈ পৰিছে। কেইখনমান টিন সম্ভৱ বতাহে উকৰাই বেঁকা কৰি ৰাখিছে। বেৰৰ তক্তাবোৰ বহু ঠাইত এৰাই গৈছে। কোনোলোকে ইচ্ছা কৰিলে মামৰে ধৰা গজালবোৰ একৰাই অনায়াসে তক্তাবোৰ চুৰ কৰি নিব পাৰে। দুয়োটা পৰ্টিক, বিশেষকৈ তেওঁৰ স্মৰণীয় কাষৰীয়া পৰ্টিক'টোৰ অৱস্থা একেবাৰে বেয়া, ভগ্নপ্ৰায়। মাৰলীবোৰ ওলাই আছে। খিৰিকী কিছুমান তক্তামাৰি বন্ধ কৰা আছে। মেনেজাৰ থকা বিল্ডিং, ৰান্ধনিঘৰ আৰু ঘোঁৰা-শালাটোৰো মুমূৰ্ষু অৱস্থা। কেৱল বাগানখন কিছু ভালে আছে। কিন্তু গছ-গছনিবোৰ ঘনহৈ পৰিছে আৰু গছবোৰত যথেষ্ট ফুল ফুলি আছে। চেৰি, আভলাচ্‌ আৰু বগৰি গছবোৰত লাগি আছে। বাৰ বছৰৰ আগতে লিলাক গছবোৰ যেনেদৰে জোপোহা আছিল, এতিয়াও তেনেদৰেই আছে। এই জোপোহা লিলাক বিলাকৰ মাজতেই নেক্‌লিউদভে ষোড়শী কাটুৎচাৰ লগত খেল-ধেমালি কৰিছিল। ওচৰত থকা সৰু নৈখনৰ কুলু কুলু শব্দ এতিয়াও শুনিবলৈ পোৱা যায়।

মেনেজাৰ মানুহজন চেমিনাৰীৰ ছাত্ৰ আছিল। তেওঁ চেমিনাৰীৰ পাঠ্য শেষ কৰিব নোৱাৰিলে। তাৰ পিছত আহি এই কামত মকৰল হয়। তেওঁ চোতাললৈ ওলাই আহি এটা মৃদু হাঁহি মাৰি, নেক্‌লিউদভক আগবঢ়াই নিলে। তেওঁৰ মুখত হাঁহি লাগিয়েই আছিল। নেক্‌লিউদভ্ আৰু মেনেজাৰ দুয়ো অফিচ পাৰ্টিচনৰ ভিতৰ ফালে সোমাই গ'ল। বাহিৰত ফুচ্‌ফুচাই কথা পতা তেওঁলোকে শুনিবলৈ পাইছিল। এনেতে নেক্‌লিউদভ অহা ঘোঁৰাগাড়ীখনে ভাৰা এটা পাই, টি-লি-লিং কৰি টিলিঙা বজাই গুছি গ'ল। তাৰ পিছত চাৰিও ফালে নীৰৱতা বিৰাজ মান। এনে সময়তে বাহিৰ ফালে খিৰিকীৰ কাষেদি গাঁৱলীয়া ফেচনৰ ব্লাউচ্ পিন্ধা আৰু খালি ভৰিৰে সৰু ছোৱালী এজনী দৌৰ মাৰিলে আৰু পিছে পিছে আন এজন মানুহে জোটাৰ খটপ্ খটপ্ আৱাজ কৰি খোজ কাঢ়ি যোৱা অনুমান হ'ল।

নেক্‌লিউদভে এই সৰু অফিচ কুঠৰীটোতে বহি বাগান খনলৈ চাই আছে। খিৰিকীয়েদি বসন্তৰ এছাটি মৃদু মলয়াৰ বা সোমাই আহিল, আৰু কঢ়িয়াই আনিলে খানি খোৱা নতুন মাটিৰ গোন্ধ। বতাহ ছাটিয়ে তেওঁৰ কপালৰ চুলি বিলাক জোকাৰি বাগৰি গ'ল।

ওচৰৰ নৈ খনত কিছুমান তিৰোতা মানুহে কাপোৰ ধুই আছিল। ছটপ্ ছটপ্‌কৈ হাঁতুৰিৰে মৰিয়াই কাপোৰ ধোৱা আৱাজ আহি তেওঁৰ কাণত পৰিল। মিলটোৰ পানী যোগান দিয়া পুখুৰীটোৰ ওপৰেদি শব্দৰ ঢৌবোৰ বিয়পি গৈছে। মিলৰ পানীবোৰ তালে তালে বাগৰি পৰা শব্দও আহি তেওঁৰ কাণত লাগিছেহি। ভয়ত ভীত মাখি এটাই গোঁ-গোঁৱাই তেওঁৰ কাণৰ কাষেদি উৰি গ'ল।

অকস্মাতে নেক্‌লিউদভৰ মনটো বহু অতীতলৈ উৰি গ'ল। তেওঁ যেতিয়া এজন সবলচিত্তীয়া যুৱক আছিল, তেতিয়াও তিৰোতা মানুহবোৰে কাপোৰ ধোৱাৰ আৱাজ মিলৰ পুখুৰীটোৰ ওপৰেদি বাগৰি আহিছিল। সেই শব্দবোৰে তেওঁৰ কাণত বাৰে বাৰে খুন্দিয়াই গৈছিল। তেতিয়া আজিৰ দৰেই বসন্তৰ মৃদু মলয়া বৈ গৈছিল আৰু খিৰিকীৰ কাঠত আঁৰি থোৱা চিৰিলি চিৰিলি কাকত-বোৰ বতাহত জোকাৰ খাই উঠিছিল। তেওঁ যে আজি এজন ওঠৰ বছৰীয়া যুৱক নহয় সেই কথা ঠিক, কিন্তু তেওঁৰ সেই যৌৱন অৱস্থাত এটা বলিষ্ঠ ভৱিষ্যতৰ যি সপোন দেখিছিল, মনৰ আশা-আকাঙ্ক্ষা, নিৰ্ম্মলতা আৰু পবিত্ৰতা যেনে আছিল, আজিও তেওঁৰ মনটো যেন তেনেকুৱাই লাগে। তেনে অনুভূতিবোৰেই যেন মনৰ ভিতৰত উথল মাথল লগাইছে। কিন্তু পিছ মুহূৰ্ত্ততে তেওঁৰ ভাব হয়

এইবিলাক সপোনৰ বাহিৰে একো নহয় আৰু এনে অৱস্থাত কোনো সম্ভাৱনাই নাই। এক বিষাদৰ ভাৱৰে যেন পুনৰ তেওঁৰ মনটো আগুৰি ধৰে।

"আপুনিতো অলপ খোৱা-বোৱা কৰিব লাগিছিল। কেতিয়া কৰিব?" হাঁহি মাৰি মেনেজাৰে সুধিলে।

"যেতিয়াই তোমাৰ ইচ্ছা, অৱশ্যে মোৰ অলপো ভোক লগা নাই। প্ৰথমতে মই গাঁৱৰ পৰা এপাক ফুৰি আহিম।"

"এবাৰ ঘৰৰ ভিতৰলৈ সোমাই চকু দিলে নথৈ বং পাম। ভিতৰৰ বয়-বস্তুবোৰ আগৰদৰেই সজোৱা আছে, যদিও বাহিৰ ফালে…………।"

"ধন্যবাদ! এতিয়া নহয়। পিছত মই চাম। এটা কথা মোক কোৱাচোন? ইয়াত মেত্ৰীয়না খাৰিনা বুলি কোনো তিৰোতা মানুহ আছেনে কি?" (তেওঁ কাটুংচাৰ মাহীয়েক।)

"হয়, এই গাঁৱতে আছে। তেওঁ গুপুত ভাবে মদ বিক্ৰী কৰে। এই কাম কৰা বাবে মই এবাৰ তাইক গালিও পাৰিছিলোঁ। মদ বিক্ৰী নকৰিও তাইৰ কোনো উপাই নাই। বুঢ়ী মানুহ, নাতি-নাতিনীও আছে।" গৰাকীক খুছি কৰাৰ ভাৱত মেনেজাৰে হাঁহি হাঁহি ক'লে। তেওঁৰ ধাৰণা যে এইবিলাক বিষয়ত তেওঁৰে সৈতে নেক্লিউদভৰ দৃষ্টিভঙ্গী একেই।

"কিমান দূৰত থাকে? মই গৈ এবাৰ লগ পাই আহিব খোঁজো।"

"গাঁৱৰ একেবাৰে সিমূৰত তাই থাকে। সিমূৰৰ তুঘৰ মানুহ বাদ দিলেই তাইৰ ঘৰ পাই। ঘৰটো পোৱাৰ আগতে ইটাৰ পকী ঘৰ এটা আছে। এই পকী ঘৰৰ পিছৰ ঘৰতেই তাই থাকে। মই নিজেই তাইৰ ঘৰটো দেখুৱাই দিম।" পুনৰ এটা গহীন হাঁহি মাৰি মেনেজাৰ ক'লে।

"ধন্যবাদ! তুমি নেলাগে। মই নিজেই ঘৰটো উলিয়াই ল'ম। ইতিমধ্যে তুমি এটা কাম কৰা। গাঁৱৰ কৃষক বিলাকক এখন মিটিঙলৈ মাতা, ক'বা যে মই মাটি-বাৰি সম্পৰ্কে কথা পাতিব খোঁজো।" নেক্লিউদভে মেনেজাৰক ক'লে। কুজ্‌মিনস্কীত তেওঁ যেনেদৰে বন্দ'বস্ত কৰি আহিছে, ইয়াতো তেনেকুৱা এটা বন্দ'বস্ত কৰাৰ তেওঁৰ ইচ্ছা। পাৰিলে আজি আবেলিয়েই তেওঁ এই কাম কৰিব খোজে।

## চাবি

গেটৰ বাহিৰ ফালে থকা ঘাঁহনিখনৰ মাজেদি আছিল মানুহ অহা যোৱা কৰা এটা সৰু বাট। দুয়োকাষে কিছুমান কল গছ আৰু কিবা কিবি গছৰ মূঢ়াবে ভৰি আছিল। ইয়েৰিং পিন্ধা সৰু ছোৱালীজনী পুনৰ এই বাটেদিয়েই ঘূৰি আহোঁতে গেটৰ মুখতে নেক্‌লিউদভে লগ পালে। বাওঁহাত থন জোকাৰি ছোৱালীজনীয়ে পুনৰ কোবেৰে আহি আছিল। ককালত আছিল ধুনীয়া ৰঙৰ এখন 'এপ্ৰণ'। ভৰিত জোতা নাই। কলাফুল দুটা শকত। সোঁ হাতে পেটত সাৰত মাৰি কুকুৰা এটা লৈ আহিছিল। ছোৱালীজনীয়ে তেওঁক দেখি লাহে লাহে খোজ দিলে আৰু ওচৰ পালত নেক্‌লিউদভক নমস্কাৰ জনাই পুনৰ বেগাবেগিকৈ খোজ দি গুছি গ'ল। অলপ দূৰ গৈ কুঁৱাটোৰ ওচৰত আৰু এগৰাকী বৃদ্ধা নাৰী তেওঁ লগ পালে। বুঢ়ীয়ে লাখুটী এদালত আঁৰি পিঠিত বোজাই দি কলহ দুটাত পানী কঢ়িয়াই নিছিল। গাত আছিল কপাহী সূতাৰ এটা লেতেৰা ব্লাউচ্। বুঢ়ীয়েও কলহ দুটা মাটিত সাৱধানেৰে থৈ মূৰ জোকাৰি নমস্কাৰ জনালে।

কুঁৱাটো পাৰ হৈয়েই নেক্‌লিউদভে গাৱঁত সোমাল। বতৰ আছিল ফৰকাল। ৰ'দ বৰ বেছি। সময় প্ৰায় দহ বাজিছিল। মাজে মাজে একোডোখৰ ডাৱৰ আহি বেলিটো ঢাকি ধৰিছিল। একেবাৰে দুৰ্গন্ধ নহ'লেও, বাটটোত গোবৰৰ গোন্ধ। মানুহবোৰ চোতালত জুম বান্ধি আছিল। গাড়ীবোৰত পাহাৰৰ কাষলৈ কঢ়িয়াই নিয়া গোবৰৰ পৰাই এই গোন্ধ আহিছিল। মানুহবোৰৰ ভৰিত কোনো জোতা নাছিল। গাৰ কামিজ আৰু পেণ্ট্‌বোৰ সাৰ, জাবৰ, গোবৰ লাগি লেতেৰা। তেওঁলোকে নেক্‌লিউদভৰ নিচিনা ওখ, হৃষ্টপুষ্ট আৰু ৰূপালী ৰিবন বন্ধা হেট পিন্ধা এজন মানুহ দেখি কৌতূহলেৰে চাবলৈ ধৰিলে। ধুনীয়া লাঠি এদাল হাতত লৈ নেক্‌লিউদভে খোজ কাঢ়ি গৈ আছিল। বহু কৃষকে পথাৰৰ পৰা কাম কৰি ঘূৰিছিল। তেওঁলোকে নেক্‌লিউদভক দেখি মূৰৰ টুপী নমাই সম্ভাষণ জনালে। তিৰোতা মানুহবোৰ ঘৰৰ বাহিৰ ওলাই তেওঁক চাবলৈ ধৰিলে। বহুতেই একেঠৰে তেওঁলৈ তধা লাগি চাই আছিল।

চতুৰ্থ গেটখন পাৰ হোৱাৰ পিছত নেক্‌লিউদভে গোবৰ অনা গাড়ী এখনৰ মুখামুখি হৈ, কিছু সময় তেওঁ ৰ'ব লগা হৈছিল। গাড়ীত উঠাৰ আশাৰে

ছবছবীয়া ল'ৰা এটাই গাড়ীৰ পিছে পিছে আহি আছিল। এইদৰে বহুত মানুহ, গাড়ী, ঘোৰা তেওঁ পাৰ হৈ গ'ল। তেওঁলোকৰ সকলোৰে চকু এই নতুন মানুহ জনৰ ওপৰত।

এনেতে এজন বৃদ্ধলোকে নেক্‌লিউদভক লগ পালে। বৃদ্ধই তেওঁক প্ৰশ্ন কৰিলে, "আপুনি আমাৰ জমিদাৰনী সকলৰ ভতিজা নহয় নে?"

"হয়, তেওঁলোক মোৰ পেহী হয়।"

"আপুনি যে আমাক দেখা দিবলৈ আহি এইৰূপ অনুগ্ৰহ কৰিলে, সেই বাবে আমি নথৈ ৰং পাইছোঁ।" কথা চহকী বৃদ্ধজনে ক'লে।

"হয়, মই তোমালোকক চাবলৈকে আহিছোঁ। পিছে খা-খবৰ কেনে?" দোধোৰ মোধোৰ ভাৱত নেক্‌লিউদভে সুধিলে।

"আমাৰ কথা ক'ম কি? আমাৰ অৱস্থা একেবাৰে হাঁহে চৰা পানীৰ দৰে।" কথাষাৰ কৈ বৃদ্ধই যেন অলপ সন্তোষহে পালে।

"অৱস্থা ইমান বেয়া হোৱাৰ কাৰণ কি?"

"আমাৰ দুঃখৰ কথা ক'ম কাক? আৰু শুনিব কোনে?"

চোতাল এখন পাৰ হৈ গৈ, নেক্‌লিউদভে চালি এখনৰ তলত থিয় হ'ল। বৃদ্ধ জনেও ক্ৰমে ওচৰ চাপি তেওঁৰ ওচৰতে থমকি ৰ'ল।

"এই ভগা পঁজাতে আমি বাৰটা প্ৰাণীয়ে বাস কৰোঁ।" দুজনী তিৰোতা মানুহলৈ আঙুলিয়াই বৃদ্ধই ক'লে। মানুহ দুজনীৰ হাতে হাতে একোখন ফৰ্ক আছিল। মূৰৰ ৰুমাল খহি পৰা। স্কাৰ্ট বিলাক দাঙি পিন্ধাত, লেটেৰপেটেৰ হৈ থকা ভৰিৰ কলাফুলবিলাক ওলাই আছিল। তেওঁলোকে গোবৰ আৰু জাবৰৰ দম এটাৰ ওচৰতে নেক্‌লিউদভলৈ তধা লাগি চাই থিয় হৈ ৰ'ল।

"প্ৰতি মাহে ছমোন, আঢ়ৈমোণ আটা-ময়দা কিনিব লাগে। পইচাৰ কাৰণে হাহাকাৰ।"

"তোমাৰ নিজৰ খেতিৰে খাবলৈ নোজোৰে জানো?" নেক্‌লিউদভে প্ৰশ্ন কৰিলে।

এটা ঘৃণাৰ হাঁহি মাৰি বৃদ্ধই ক'লে, "মোৰ নিজৰ খেতি! খেতি কৰিবলৈ মাটি ক'ত। যিকণ মাটিত খেতি হয়, তাৰে কেৱল তিনিজনৰ মাথোন খোৰাক হয়। যোৱা বছৰ ৰবদিনৰ আগতেই ভৰাল উদং হ'ল।"

"পিছে তুমি কেনেকৈ পৰিয়াল পোঁহা?

"পৰিয়াল পোহাৰ উপাই হ'ল, এটা ল'ৰাই হাজিৰা কাম কৰে। তাৰ পৰা

দু পইচা আয় হয়। কিছু পইচা আপোনাৰ মেনেজাৰৰ পৰা ঋণ লওঁ। বাৰ্ষিক *উপবাসৰ পূৰ্ব্বেই এই সকলোখিনি শেষ হয়। তাৰোপৰি টেক্স্ দিবলৈ থাকেই।"

"টেক্স্ দিব লাগে কিমান ?"

"প্ৰতি চাবি মাহত ১৭ কবলকৈ দিব লাগে হজুৰ! আমাৰ জীৱন এনেকুৱাই। কেনেকৈ জীয়াই আছোঁ তাক বিধতাই হে জানে।"

চোতালত সিঁচৰিত হৈ থকা গোবৰৰ ওপৰেদি খোজ দি, নেক্‌লিউদভে সুধিলে, "তোমাৰ ঘৰৰ ভিতৰলৈ যাব পাৰোনে ?"

"কিয় ? নিশ্চয় পাৰে। আহক! আহক!" স্তূপীকৃত গোবৰবোৰৰ ওপৰেদি, নেক্‌লিউদভক বৃদ্ধই আগবঢ়াই নি, তেওঁৰ পঁজাৰ দুৱাৰ খুলি ভিতৰলৈ লৈ গ'ল।

তিৰোতা মানুহ কিজনীয়ে মূৰৰ কমাল পৰিপাটি কৰি, ওপৰলৈ উজাই লোৱা স্কার্ট তললৈ নমাই ল'লে। নেক্‌লিউদভৰ নিচিনা সুন্দৰ ভূষণেৰে ভূষিত আৰু চোলাৰ স্লিভ্‌বিলাকত সোণোৱালী জৰী লগোৱা এজন ভদ্ৰলোকক দেখি, তিৰোতা মানুহ কিজনীয়ে আচৰিত হোৱাৰ দৰে তথা লাগি চাবলৈ ধৰিলে। কপাহী কাপোৰৰ চেমিজ্ পিন্ধা দুজনী ছোৱালী ঘৰৰ ভিতৰৰ পৰা ওলাই বাহিৰলৈ দৌৰ দিলে। হেটটো হাতত লৈ, অলপ কুঁজা হৈ নেক্‌লিউদভে ভিতৰলৈ সোমাই গ'ল। ঘৰৰ ভিতৰখন অপৰিষ্কাৰ আছিল। ভিতৰ সোমালত কিছুমান খাদ্য বস্তুৰ টেঙা গোন্ধ তেওঁৰ নাকত লাগিল। কোঠাটো একেবাৰে জাঁজ। তাতে আছিল আৰু দুখন তাঁতশাল। জুহালৰ ওচৰতে বুঢ়ী এগৰাকীয়ে চোলাৰ হাত কোঁচাই থিয় হৈ আছিল! হাত দুখন শোতোৰা পৰা আৰু খীণোৱা।

"এইয়া আমাৰ জমিদাৰীৰ মালিক। এখেতে আমাক চাবলৈ আহিছে।" বৃদ্ধই ক'লে।

"আহক! আহক! আপুনি অহাৰ বাবে আমি খুব বং পাইছোঁ।" বৃদ্ধাই ক'লে।

"তোমালোকেনো কিদৰে দিন কটাইছা, তাকে মই চাবলৈ আহিছোঁ।"

"আপুনি যি দেখিছে সেয়ে, ঘৰটো উবঁলি গৈছে। কাহানিবা ভাগি পৰি কাৰবাক যে নেমাৰিব ক'বই পৰা নাই। আমাৰ সৌ বুঢ়াই কয় যে 'এয়ে ভাল

---

* খ্ৰীষ্ট ধৰ্ম্মৰ এটা ৪০ দিনীয় ব্ৰত।

হৈছে। বজাৰ দৰেই আছোঁ।' মুখটো জোকাবি সশব্দিতে বৃদ্ধাই ক'লে। মই এতিয়া দুপৰৰ আহাৰ তৈয়াৰ কৰাত ব্যস্ত। তাৰোপৰি কাম কৰি থকা সকলক খুৱাইও আহিব লাগিব।"

"দুপৰীয়া আহাৰৰ কাৰণেনো কি বনাইছা ?"

"আমাৰ দুপৰৰ আহাৰ! আহাৰ ভালেই। প্ৰথম ভোজন হ'ল ৰুটি আৰু অলপ সুৰা। দ্বিতীয় ভোজন হ'ল অলপ সুৰা আৰু ৰুটি।" হাঁহি মাৰি বৃদ্ধাই ক'লে।

"সঁচাই মোক কোঁৱাচোন তোমালোকে কি খোৱা ?"

"আমি কি খাওঁ। সঁচাই জানিব খোজে ?" বৃদ্ধাই পুনৰ হাঁহি মাৰি সুধিলে।

"আমাৰ খোৱা বোৱানো চাব কি ? হেৰা বুঢ়ী। এখেতক দেখুৱাই দিয়া।" বুঢ়ীয়ে পুনৰ মুখ জোকাবিলে।

"আমাৰ গাঁৱলীয়া খেতিয়কৰ খোৱা-বোৱা চাব কি ? দেখিছোঁ আপোনাৰ জানিবলৈ বৰ আগ্ৰহ। মই আপোনাক কলোৱেই। অলপ সুৰা আৰু অলপ ৰুটি। লগতে অকণমান চপ্। মানুহ এজনীয়ে অলপ মাছ দিছিল। তাৰেই চপ্ তৈয়াৰী কৰিছোঁ। ইয়াৰ পিছত আৰু অলপ আলু। এয়ে আমাৰ দুপৰীয়া খাদ্য।"

"আৰু একো নাই ?"

"আৰু লাগে কি ? পাবই বা ক'ত ? কেতিয়াবা একণমান গাখীৰ থাকে।" দৰজাৰ ফালে আগবাঢ়ি হাঁহি মাৰি বুঢ়ীয়ে ক'লে।

বুঢ়ীয়ে দৰজাখন খুলি দিয়াৰ লগে লগে ভিতৰত দেখিবলৈ পোৱা গ'ল কিছুমান ল'ৰা-ছোৱালী আৰু কোঁচত কেঁচুৱা লোৱা তিৰোতা মানুহ। আটাই-বোৰে খেতিয়কৰ খাদ্য চাব খোজা এই অচিনাকি ভদ্ৰলোকক জুম খাই চাবলৈ ধৰিলে। এজন ভদ্ৰলোকৰ লগত এইদৰে কথা পাতিব পৰা বাবে বুঢ়ীয়ে নিজে নিজেই গৌৰৱ বোধ কৰিছে।

"আমাৰ নিচিনা দুখীয়া নিচলাৰ জীৱনৰ কথা আপোনাক কি ক'ম। আপুনি নিজে যি দেখিছে সেয়ে।" বৃদ্ধই ক'লে। তেওঁ জুম খাই তথা লাগি চাই থকা লৰা-ছোৱালী আৰু তিৰোতা মানুহবোৰক দাবি দি ক'লে, "তহঁতে ইয়াত কি দেখিছ ?"

নেকৃলিউদভৰ মনটো বিৰক্ত হৈ পৰিল। অৱশ্যে তাৰ কাৰণ কি তেওঁ নিজেও নেজানে। তেওঁ বিদায় লৈ তাৰ পৰা যাবলৈ ওলাল।

বৃদ্ধই নেকৃলিউদভে তেওঁৰ ঘৰত পদাৰ্পণ কৰাৰ বাবে ধন্যবাদ জ্ঞাপন কৰিলে। বুঢ়াৰ ঘৰৰ পৰা ওলাই নেকৃলিউদভে পুনৰ বাস্তাইদি আগবাঢ়িল। সুদা ভৰিৰে দুজন ল'ৰাই তেওঁৰ পিছ ধৰিলে। ল'ৰাদুজনৰ ভিতৰত ডাঙৰটোৰ গাত আছিল এটা মলিয়ন কামিজ, আনটোৰ গাত ফটাছিটা এটা বগা চোলা। নেকৃলিউদভে সিহঁতৰ ফালে ঘূৰি চালে।

বগা চোলা পিন্ধা লৰাটোৱে তেওঁক সুধিলে, "আপুনি এতিয়া কোনফালে যাব ?"

"মেত্ৰীয়না খাৰিনাৰ তালৈ। তোমালোকে তেওঁক চিনি পোৱানে কি ?" নেকৃলিউদভে প্ৰশ্ন কৰিলে।

কিবা এটা কথা মনত পৰাত, বগা চোলা পিন্ধা লৰাটোৰ হাঁহি উঠিল। কিন্তু আনটো লৰাই গহীনাই তেওঁক সুধিলে, "আপুনি কোন মেত্ৰীয়নাৰ ওচৰলৈ যাব ? বুঢ়ীজনীৰ তালৈ ?"

"হয়, বুঢ়ীৰ তালৈ।"

"অঁ বুজিলো। সৌ গাঁৱৰ সিমূৰে থকা মেত্ৰীয়না বুঢ়ীৰ তালৈ। বাৰু আমি আপোনাক ঘৰ দেখুৱাই দিম। কি কোৱা ফেদকা ?"

"বাৰু যাওঁ হয়, পিছে আমাৰ ঘোঁৰাবোৰ কোনে ৰাখিব ?"

"ভয় নাই, ঘোঁৰা কলৈকো নেযাই।"

ফেদকাও ৰাজি হ'ল। তেওঁলোকে তিনিও মেত্ৰীয়নাৰ ঘৰৰ ফালে খোজ দিলে।

## পাঁচ

বয়সিয়াল লোক সকলতকৈ ল'ৰা দুটাৰ লগত কথা-বতৰা পাতি নেকৃলিউদভৰ ভাল লাগিল। সিহঁতৰ লগত কথা পাতি পাতি তেওঁ গৈ আছে। বগাচোলা পিন্ধা লৰাটোৱেও হাঁহি সামৰি যুক্তিযুক্ত কথাকে পাতিবলৈ ধৰিলে।

"এই গাৱঁত আটাইতকৈ দুখীয়া মানুহ কোন মোক ক'ব পাৰানে ?" নেকৃলিউদভে সুধিলে।

"দুখীয়া ? হয়, মিথেইল, চাইমন, মাকাৰভ আৰু মাৰ্ফা একেবাৰে দুখীয়া। ইয়াৰ ভিতৰত মেৰীয়াৰ অৱস্থা অতি বেয়া।"

"অ' অনিছিয়াও দুখীয়া। তাইৰ গৰু এজনীও নাই। ভিক্ষা কৰি খায়।" ফেদকা বোলা ল'ৰাটোৱে ক'লে।

তাৰ কথাত আপত্তি তুলি আনটো ল'ৰাই ক'লে, "তাইৰ গৰু নাই হয়, কিন্তু ঘৰত খায়বীয়া কম। মুঠেই তিনিটা। কিন্তু মাৰ্কাৰ পাঁচটা পৰিয়াল, তদুপৰি তাইৰ গিৰিয়েকো নাই।"

"তাইৰ গিৰিয়েকনো থাকে ক'ত ?" নেক্‌লিউদভে সুধিলে।

"গিৰিয়েকৰ কথা সুধিছে। তেওঁ জেলত উৱহ পুঁহিছে।" জেলখোৱা মানুহৰ সম্পৰ্কে গাৱঁৰ মানুহে যি ভাষা প্ৰয়োগ কৰে ল'ৰাটোৱেও সেই ভাষাতেই ক'লে।

"এবছৰৰ আগতে তেওঁ জমিদাৰৰ হাবিৰ দুজোপা গছ কাটিছিল আৰু তাৰ কাৰণেই জেল ভাত। জেলত সোমোৱা এতিয়া ছমাহ হ'ল। ঘৈণীয়েকজনীয়ে ভিক্ষা কৰি খাই কোনোৰকম জীয়াই আছে। ল'ৰা-ছোৱালী তিনিটা আৰু সিহঁতৰ বেমাৰী বুঢ়ীমাক এজনীও আছে।" সৰু ল'ৰাটোৱে জেল খোৱাৰ কাৰণৰ বৰ্ণনা দি ক'লে।

"মাৰ্ফা থাকে ক'ত ?"

ওচৰৰ পঁজাঘৰ এটালৈ আঙুলিয়াই লৰাটোৱে ক'লে, "সেই ঘৰটোত থাকে।"

নেক্‌লিউদভে গাৱঁলীয়া সৰু বাটটোৱেদি গৈ আছে। সমুখত তেওঁ খীণোৱা, শুকুৱা কেঁচুৱা এটা ঠুনুক ঠানাককৈ খোজ কাঢ়ি অহা দেখা পালে। কেঁচুৱাটোৰ ভৰিকিটা বাঁহৰ এচাৰিৰ দৰে। সি কথমপিহে যেন গাৰ ভৰ সহি থিয় হ'ব পাৰিছে।

এনেতে লেতেৰা কপাহী ব্লাউচ্ পিন্ধা তিৰোতা মানুহ এজনীয়ে ঘৰৰ পৰা 'ভাস্কা! ভাস্কা!' বুলি চিঞৰি দৌৰি আহিল।

মানুহজনী যেন ভয়ত বিহ্বল। নেক্‌লিউদভ্ কেঁচুৱাটোৰ ওচৰ পোৱাৰ আগতে, মানুহজনীয়ে থাপ মাৰি ধৰি ভাস্কাক লৈ গ'ল। নেক্‌লিউদভে যেন ল'ৰাটোৰ কিবা ক্ষতিহে কৰিব, এনেকুৱাই তাইৰ ভাৱ।

এই মানুহজনীৰ গিৰিয়েকৰ নেক্‌লিউদভৰ বটগছ কটাৰ কাৰণে জেল হৈছে।

মেত্ৰীয়নাৰ ঘৰৰ ওচৰ পাই, তেওঁ ল'ৰাছুটাক পুনৰ সুধিলে, "বাৰু, এই বুঢ়ীৰ অৱস্থা কেনে ?"

"মৈত্ৰীৱনা বুঢ়ীৰ ? তাইৰ অৱস্থা ভাল। তাই চুলাই মদ বিক্ৰী কৰি যেচ পইচা পায়।" সৰু লৰাটোৱে ক'লে।

মৈত্ৰীৱনাৰ ঘৰৰ ওচৰ পালত নেক্‌লিউদভে ল'ৰা হাল বাহিৰত এৰি বুঢ়ীৰ ঘৰলৈ সোমাই গ'ল। চৌধ ফুট দীঘলৰ এটা পঁজা ঘৰ। ঘৰটোৰ ভিতৰৰ জুহালৰ ওচৰতে এখন খাট আছিল। দীঘল মানুহ হ'লে খাটখনত ভৰি মেলি শুব নোৱাৰে। সম্ভৱ এই বিছনাতেই কাটুংচাই সন্তান প্ৰসৱ কৰি বেমাৰত পৰিছিল। এখন তাঁতশালে ঘৰৰ ভিতৰৰ ভালেমান ঠাই আগুৰি আছিল।

নেক্‌লিউদভ্ সোমাই যাওঁতে বুঢ়ীয়ে নাতিনী এজনীৰে সৈতে তাঁতত লাগি আছিল। নেক্‌লিউদভক দেখি বুঢ়ীৰ দুই নাতিনীয়েক আহি দুৱাৰদলিত থিয় হ'ল।

"আপুনি কাক বিচাৰিছে ?" বুঢ়ীয়ে পোনপটিয়াকৈ প্ৰশ্ন কৰিলে।

তাঁতৰ জেওা মাৰিব নোৱাৰি মৈত্ৰীৱনাৰ খং উঠি আছিল। তাৰোপৰি তেওঁ চুলাই মদ বিক্ৰী কৰাৰ কাৰণেও মানুহ আহিলেই উচপ্ খাই উঠে।

"ওচৰত থকা জমিদাৰীখনৰ মালিক ময়েই। তোমাৰ লগত কথা একেবাৰ পাতিবৰ কাৰণে আহিছোঁ।"

বুঢ়ীৰ মাত হৰিল। তত্তালিকে তেওঁৰ চেহেৰা সলনি হৈ পৰিল। তেওঁ নেক্‌লিউদভক শ্ৰদ্ধা জনাই ক'লে, "আহক! আহক! মই কি যে মূৰ্খ! আপোনাক চিনিবই পৰা নাছিলোঁ। কোনো বাটকৰা মানুহ বুলিয়েই ভাবিছিলোঁ। মোক যেন ক্ষমা কৰে।"

দুৱাৰদলিৰ ওচৰত ল'ৰাছোৱালী কিছুমানে জুম বান্ধিলে আৰু সিহঁতৰ পিছতে, তেজ শেঁতা, খীণোৱা কেচুৱা এটাৰে মানুহ এজনী থিয় হৈ আছিল। এই মানুহবোৰ দেখি নেক্‌লিউদভে বুঢ়ীক ক'লে, "মই অকলশৰে তোমাৰ লগত অলপ কথা কব খোঁজো।"

বুঢ়ীয়ে তেতিয়া ল'ৰাছোৱালীবোৰক ধমক দি ক'লে, "চাইছ কি ? কি লাগে ? পিঠিত কোব লাগে ? দূৰ হ। দুৱাৰখন বন্ধ কৰ।"

ল'ৰাছোৱালীৰ দলটো আঁতৰ হ'ল। কোলাত কেচুৱা লোৱা মানুহজনীয়ে দৰজাখন বন্ধ কৰি দিলে।

"মই ভাবিছিলোঁ আহিছে কোন ? আমাৰ গৰাকীয়েই যে আহিছে মোৰ অলপো খিয়ালেই হোৱা নাছিল। মোৰ প্ৰভু! আহক! বহক! বহক!" বুঢ়ীয়ে তেওঁৰ এপ্ৰনখনেৰেই বহিবলৈ দিয়া আসনখন ছাফা কৰি দিলে।

নেকৃলিউৰডে আসন গ্ৰহণ কৰিলে। বুঢ়ীয়ে সোঁও হাতেৰে ঠুতৰিত ধৰি আৰু সেই হাতৰ কিলাকুটিটো বাওঁ হাতত ভৰ দি তেওঁৰ সন্মুখত থিয় হৈ ৰ'ল।

মেত্ৰীয়নাই সুকোমল মধুৰ মাতেৰে পুনৰ ক'লে, "মোৰ প্ৰভু! আপুনি এতিয়া বহুত বুঢ়া হ'ল। আগত মই যেতিয়া দেখোঁ, তেতিয়া কেনে সুন্দৰ দেৱতা যেন চেহেৰা আছিল। বাৰু আপুনি মোৰ ওচৰলৈ কি কথা লৈ আহিল?"

"মই তোমাৰ ওচৰলৈ অহাৰ কাৰণ হ'ল তুমি বোধ হয় কাটুৎচা মাচ্‌লভাক চিনি পোৱা।"

"কিয়? নিশ্চয় চিনি পাওঁ। তাই মোৰ ভতিজা হয়। তাইৰ কথা মই পাহৰিম কেনেকৈ? তাইৰ কথা ভাবিলে এতিয়াও মোৰ চকুলো ওলায়। হজুৰ! ঈশ্বৰৰ ওচৰত দোষ নকৰা মানুহনো কোন আছে? সম্রাট জাৰৰ ওচৰতে বা কোনে দোষ কৰা নাই? যৌৱন যেনেকুৱা আমি সকলোৱেই জানো। আমি চাহ পান আৰু সুৰাপান একেলগে কৰোঁ। কেতিয়াবা সুৰাৰ জাল বেছি হয় কৰিব কি? উপায় কি? তাইক যেনিবা আপুনি অলপ মৰম কৰিছিলেই বা তাইৰ প্ৰতি অলপ ভাল পোৱা হৈছিল, তাতেই বা দোষ কি? ভাল পোৱাৰ কাৰণে তাইক আপুনি পুৰস্কাৰো দিছিল। এশ,—এশ ৰুবল দিয়াতো ধেমালি কথা নহয়। তাই—তাই কৰিলে কি? তাইৰ কোনো সুবিবেচনা নাই। মোৰ কথা শুনাহেঁতেন ভালেই থাকিলেহেঁতেন। তাই মোৰ ভতিজা হলেও সঁচা কথা কবই লাগিব। ছোৱালীজনী আচলতে ভাল নহয়। তাইৰ স্বভাৱ বেয়া। মই তাইক ভাল ঠাইত থৈছিলোঁ। কিন্তু তাই থাকিব নেজানিলে। গৰাকীক গালি দি গুছি গ'ল। আমাৰ নিচিনা মানুহে জানো ভদ্রলোকক গালি দিয়া উচিত? গতিকেই তাই খেদা খালে। আকৌ সেই ফৰেষ্টাৰৰ ঘৰতো একে দশা। তাতো তাই থাকিব নোৱাৰিলে।

"মই তাইৰ কেচুৱাটোৰ সম্পৰ্কে জানিব খোজো। তোমাৰ ইয়াতে কেচুৱাটো জানো জন্ম হোৱা নাছিল? কেচুৱাটো এতিয়া আছে ক'ত?

"কেচুৱাটো? হয়, মই তাৰ সুব্যৱস্থা কৰিছিলোঁ। সেই সময়ত তাইৰ এনেকুৱা অসুখ হ'ল, তাইয়ে আকৌ মানুহ হব, মই ভাবিবই পৰা নাছিলোঁ। গতিকেই সকলো ধৰ্মীয় নীতি-নিয়ম পালন কৰি কেচুৱাটো শিশুসদনত থোৱাৰ দিহা কৰিছিলোঁ। মাক যদি মৰেই তেন্তে অনাথ শিশুটো জানো মৰিবলৈ এৰি দিয়া যুগুত হ'ব? অৱশ্যে কিছুমান মানুহ আছে, সিহঁতে আহাৰ আদি

দিছি মাতৃহীন শিশুক ৰখিবলৈ এৰি দিয়ে। কিন্তু মই তেনে বিধৰ মানুহ নহয়। মই বহুত কষ্ট কৰি শিশুসদনলৈ কেঁচুৱাটো পঠোৱাৰ ব্যৱস্থা কৰিছিলোঁ। তাৰ কাৰণে পা-পইচাও আছিল।"

"শিশুসদনৰ ৰেজিষ্ট্ৰী নম্বৰ আপুনি আনিছিলনে ?"

"হঁ, ৰেজিষ্ট্ৰী নম্বৰ এটা পাইছিলোঁ। কিন্তু সন্তানটোৰ সদনতেই মৃত্যু হ'ল। তাই যেতিয়া সদনলৈ নিছিল, তেতিয়াই মৃত্যু হ'ল।"

"'তাই' মানে তুমি কাৰ কথা কৈছা ?"

"স্বৰ'দনত থকা মানুহজনীৰ কথা কৈছোঁ। কেঁচুৱা প্ৰতিপাল কৰা তাইৰ এটা ব্যৱসায়। মানুহজনীৰ নাম হ'ল মালানীয়া। এতিয়া পিছে তাই নাই। মৃত্যু হৈছে। মানুহজনী বেচ ভাল আছিল। তাইৰ ব্যৱসায় আছিল এনে ধৰণৰ। কোনোবাই কেঁচুৱা আনিলেই তাই থুৱাই-বুৱাই ৰাখে। তিনিটা বা চাৰিটা গোটখালে একেলগে তাই শিশুসদনলৈ লৈ যায়। ল'ৰা-ছোৱালী আপদাল কৰিবও তাই বেচ জানে।"

"তাৰ পিছত ?"

"কেটেৰীনাৰ কেঁচুৱাটোও তাই সেইদৰেই সদনলৈ নিছিল। তাইৰ ঘৰত কেঁচুৱাটো ১৪ দিন মানহে আছিল। মোৰ ধাৰণা কেচুৱাটোৰ তাইৰ ঘৰতেই অসুখ হৈছিল।"

"কেঁচুৱাটো দেখিবলৈ ভাল আছিল নে ?"

"কেনে ধুনীয়া আপুনি সুধিছে ? খুব ধুনীয়া আছিল। তাতকৈ ধুনীয়া সন্তান পোৱাই টান। সাইলাথ আপোনাৰ দৰেই।" চকুটীপ মাৰি বুঢ়ীয়ে ক'লে।

"কেঁচুৱাটোৰ অসুখ হ'ল কিয়। খোৱা-বোৱাৰ ঠিক্ নাছিলনে কি ?"

"খোৱা-বোৱাৰ কথা ক ব কি ? কেৱল খাদ্যৰ নাম মাথোন। বিশেষকৈ যেতিয়া নিজৰ সন্তান নহয় ? কোনে খবৰ ৰাখে ? যাতে কেৱল জীয়টো থাকে তেনেকুৱা মাথোন আহাৰ। তাই কৈছিল যে কেঁচুৱাটো মস্কৌলৈ নিছিল আৰু তাতেই শেষ হ'ল। তাই এখন ছাৰ্টিফিকেটো আনিছিল। ছাৰ্টিফিকেটখন ঠিকেই আছিল। মানুহজনী বেচ জ্ঞানী।"

এইখিনি মাথোন নেখ্লিউদভে তেওঁৰ সন্তানৰ কথা জানিব পাৰিলে।

## ছয়

দুৱাৰ মুখত খুন্দাখুন্দলি খাই নেক্‌লিউদভ্‌ ৰাস্তালৈ ওলাই আহিল। তেওঁৰ লগত যোৱা ল'ৰাহাল তেওঁৰ কাৰণে বাটত অপেক্ষা কৰি আছিল। লগত থিয় হৈ আছিল আৰু কিছুমান নতুন মানুহ। কোলাত কেঁচুৱা লৈ কিছুমান তিৰোতা মানুহো আছিল। তাৰ ভিতৰতে তাপলি মৰা টুপী পিন্ধা ল'ৰাটোৰে সৈতে খীণকায়া মানুহজনীও আছিল। তেজ নাইকিয়া সেঁতা পৰা কেঁচুৱাটোৰ মুখত এটা অদ্ভুত হাঁহি। সি হাত দুখন একেবাৰে এছাৰি আছিল।

নেক্‌লিউদভে বুজিছিল যে কেঁচুৱাটোৰ হাঁহিৰ মাজত বিৰিঙি আছে তাৰ বহু দুঃখ-কষ্টৰ ইতিহাস। তেওঁ মানুহজনীৰ পৰিচয়ৰ সম্পৰ্কে প্ৰশ্ন কৰিলে।

"এওঁয়েই আমি কোৱা আনাছিয়া।" ডাঙৰ ল'ৰাটোৱে ক'লে।

নেক্‌লিউদভে আনাছিয়াৰ ফালে ঘূৰি চাই সুধিলে, "তোমাৰ অৱস্থা কেনে? খোৱা-বোৱাৰ কাৰণে কি ব্যৱসায় কৰা?"

"জিয়াই থকাৰ উপায় নাই বুলিলেও হয়। বৰ্ত্তমান মাগি খুজি খাওঁ।" এই বুলি কৈ মানুহজনীয়ে চকুলো টুকিবলৈ ধৰিলে।

তাইৰ কোলাৰ কেঁচুৱাটোৱে হাঁহি, হাঁহি শুকান ভৰিকিটা জোকাৰিবলৈ ধৰিলে।

নেক্‌লিউদভে জেপৰ পৰা মনিবেগটো উলিয়াই, মানুহজনীৰ হাতত দহ ৰুবলৰ এখন ন'ট গুজি দিলে। তেওঁ দুখোজমান আগবাঢ়োঁতেই আৰু এজনী মানুহ আহিল। তাৰ পিছত এগৰাকী বুঢ়ী আৰু এজনী গাভৰু। আটাই বিলাকে তেওঁলোকৰ দুঃখৰ কথা কৈ সহায় ভিক্ষা খুজিলে। নেক্‌লিউদভেও তেওঁৰ হাতত থকা তিনি কুৰি ৰুবল বিলাই দিলে। এই বিলাক দেখি শুনি তেওঁৰ অন্তৰ বিষাদেৰে ভৰি পৰিল, আৰু মেনেজাৰৰ ঘৰৰ ফালে বেগাবেগিকৈ খোজ দিলে।

মেনেজাৰে সহাস্যে ওলাই আহি তেওঁক আগবঢ়াই নিলে। তেওঁ লগতে জনাই থ'লে যে আবেলি কৃষক সকল তেওঁক লগ পাবলৈ আহিব। নেক্‌লিউদভে মেনেজাৰক ধন্যবাদ দি, বাগিচাত এপাক ঘূৰিবলৈ গ'ল। তেওঁৰ ইচ্ছা বাগিচাত ঘূৰি চাই, নীৰৱে চিন্তা কৰি কিছুমান কথা তেওঁ থাঁতমাৰি ফুকিয়াই ল'ব।

প্ৰথমতে কেনিও হাই উকমি নাছিল। এনেতে মেনেজাৰৰ ঘৰৰ পিছফালে দুজনী তিৰোতা মানুহে উপৰা উপৰি চিঞ‌ঁৰ-বাখৰ কৰা তেওঁ শুনিবলৈ পালে। মানুহ দুজনীয়ে খঙত অধীৰ হৈ কিবা কিবি কোৱা তেওঁ শুনিবলৈ পালে। মাজে মাজে মেনেজাৰে হাঁহি হাঁহি কোৱা কথাবোৰো আহি তেওঁৰ কাণত পৰিছিলহি।

"মোৰ শক্তিয়ে আৰু নুকুলাই। মোৰ দিঙিৰ ক্ৰছটো টানি আজুৰি আপুনি কি কৰিব খোজে।" খঙত এজনী মানুহে চিঞৰিছে।

"অকস্মাতে গাইজনী আহি সোমাল।" আনজনীয়ে কৈছে। "গাইজনী এৰি দিয়ক। তাইক এনেকৈ বান্ধি শাস্তি কৰিছে কিয়? ল'ৰাছোৱালীকিটাই গাখীৰ গাখীৰ বুলি ঘৰত চিঞ‌ঁৰি খলক লগাইছে।"

"হয় জৰিমনা দিয়া, নহয় কাম কৰি দিবলৈ ৰাজি হোৱা।" মেনেজাৰে ক'লে।

নৈকুলিউদতে বাগানৰ পৰা ঘূৰি আহি পৰ্টিক'ত ভৰি দিলে। ওচৰতে মাইকী মানুহ দুজনী থিয় হৈ আছিল। তাৰে এজনী সন্তান সম্ভৱা। প্ৰসৱলৈ বেছি দিন নাই। খট্‌খটিৰ ওপৰত হলো কোটটোৰ জেপত হাত দুটা ভৰাই মেনেজাৰজন থিয় হৈ আছিল। গৰাকীক দেখি মাইকীমানুহ দুজনীয়ে মুৰৰ কমাল কিখন পৰিপাটিকৈ ল'লে। মেনেজাৰে জেপৰ পৰা হাত দুখন উলিয়াই হাঁহি মাৰিলে।

গোলমালৰ কাৰণ হ'ল এই মেনেজাৰে কোৱামতে খেতিয়ক বিলাকে জমিদাৰীৰ ঘাঁহনিখনত গৰু-পোৱালীবোৰ সোমাবলৈ এৰি দিয়ে। কেতিয়াবা গাই গৰুও এৰে। সেই মানুহ দুজনীৰ দুজনী গাই আহি ঘাঁহনিত সোমাইছিল। মেনেজাৰে ধৰাই আনি চোতালত বান্ধি থৈছে। তেওঁ দাবি কৰিছে যে গৰু এৰি দিবলৈ হ'লে প্ৰত্যেকৰ কাৰণে ত্ৰিছ কোপেক্‌কৈ জৰিমনা দিব লাগিব, নাইবা দুদিনকৈ জমিদাৰীত কাম কৰি দিব লাগিব। মানুহ কিজনীৰ জবাব হ'ল যে ইচ্ছাকৃতভাৱে তেওঁলোকে গৰু এৰি দিয়া নাই। গৰুৱেহে চুৰকৈ আহি সোমাইছে, তেওঁলোকৰ হাতত কোনো পা-পইচা নাই। গৰু কিজনী ঘাঁহ পানী নিদিয়াকৈ মোকা বঁদত বান্ধি থোৱাৰ কাৰণে হেবেলিয়াই আছে। তেওঁলোকৰ দাবী হ'ল যে গৰু কিজনী বৰ্তমান খালাচ দিয়ক আৰু পিছে পৰে পইচা-পাতিৰ কাৰণে যি হয় কৰিব।

"মইতো সদাই কৈয়েই থাকো যে গধূলি ঘৰলৈ গৰু খুৰাই নিওঁতে গৰু

বিলাকলৈ চকু দিবা।" হাঁহি হাঁহি নেক্‌লিউদভৰ কালে চাই মেনেজাৰে ক'লে। তেওঁ যেন এইবোৰ কথাৰ কাৰণে নেক্‌লিউদভক সাক্ষীহে কৰিছে।

"কেঁচুবাটো ক্ষন্তেক ধৰিবলৈ যাওঁতেই গৰু জনী পলাই আহিল।"

"তেতিয়া হ'লে এইদৰে গৰু বাখি থাকোঁতেই গৰু এৰি যোৱা জানো তোমাৰ উচিত হ'ল ?"

"তেনে কেঁচুবাক খুৱাব কোনে ? আপুনি কেঁচুবাক পিয়াহ দিব নেকি ?"

"আজিকালি ঘাঁহ ভাঙিলেও সিমান ধৰিব লগীয়া কথা নহয়। দুদিনৰ পিছতেই ঘাঁহ আকৌ গজি আহিব।" আনজনী মানুহে ক'লে।

নেক্‌লিউদভৰ ফালে ঘূৰি মেনেজাৰে ক'লে, "প্ৰায় গোটেইখিনি ঘাঁহেই নষ্ট হৈছে। মই যদি ইয়াৰ বাবে জৰিমনা নলওঁ, মই ঘাঁহ পাম ক'ত ?"

"এইদৰে আপুনি অন্যায় কথা নক'ব। মোৰ গৰুৱে আগতে কেতিয়াও সোমোৱা নাই, আৰু ধৰা পৰাও নাই।" গৰ্ভৱতী মানুহজনীয়ে চিঞঁৰি ক'লে।

"কিন্তু এতিয়াতো এজনী ধৰা পৰিল। গতিকে, হয় জৰিমনা দিয়া, নহয় কাম কৰি দিয়া।"

"ভাল বাৰু। মই কামেই কৰি দিম। গৰুজনী এৰি দিয়ক। ভোকত তাই চিঞঁৰি আছে।" খঙেৰে মানুহজনীয়ে ক'লে।

"চ'কছোন। মোৰ কোনো শান্তি নাই। ৰাতি দিন শান্তি। শাহুগৰাকী বেমাৰী। আমাৰ গিৰিহঁতজন মদত মতলীয়া। গোটেই ঘৰৰ কামৰ বোজা মোৰ ওপৰত। গাৰ শক্তিও যেন শেষ হৈ আহিছে। আপোনালোকৰ এনেকুৱা কাম কৰিবলগীয়া হোৱা হ'লে উশাহেই ল'ব নোৱাৰিলেহেঁতেন।"

নেক্‌লিউদভে মেনেজাৰক গৰু দুজনী এৰি দিবলৈ কৈ, পুনৰ বাগানলৈ সোমাই গ'ল। তেওঁ পুনৰ নিজৰ সমস্যা বিলাকৰ কথা চিন্তা কৰি চালে। শেষত তেওঁ অনুভৱ কৰিলে যে আৰু বিশেষ তেওঁ ভাবিব লগীয়া একো নাই।

সমস্যা বিলাকৰ কাৰণে তেওঁৰ এটা পৰিষ্কাৰ ধাৰণা হ'ল। তেওঁ নিজেও আচৰিত হ'ল যে আনেও এইদৰে সমস্যাবিলাকৰ কিয় প্ৰকৃত স্বৰূপ বুজি পোৱা নাই আৰু তেওঁৰো এইদৰে জল্‌জল্ পট্‌পটকৈ ওলাই থকা কথাটো বুজিবলৈ ইমানদিন লাগিল।

মানুহবোৰ মৰিব লাগিছে। এনেকৈ মৃত্যুৰ মুখত পৰা তেওঁলোকৰ জীৱনৰ অভ্যাস হৈ পৰিছে। এয়ে হ'ল সিহঁতৰ জীৱন। শিশু বিলাকৰ ভিতৰতেই মৃত্যু আটাইতকৈ হাৰ বেছি। প্ৰসৱ ক্ষেত্ৰত মাইকী মানুহ বিলাকেই হাঁড়

ভগা খাটনি খাটে, আৰু বৃদ্ধলোক সকলে আধা পেটে খাকি খীণাই শুকাই যায়। এনে জীৱনতেই' আজীৱন অভ্যস্ত হৈ সিহঁতে এই জীৱনৰ বীভৎসতা অলপো বুজি নাপায়। লগতে সিহঁতৰ কপালৰ পৰা ইয়াৰ কোনো প্ৰতিবাদ নাই। ফলত আমি সিহঁতৰ এই দুঃখময় জীৱনকেই স্বাভাৱিক আৰু বাস্তৱ বুলি ধৰি লওঁ। সিহঁতৰ এই প্ৰপীড়িত জীৱনৰ দেখ্ দেখকৈ ওলাই থকা কাৰণ সম্পৰ্কে সিহঁতেও জানে। সিহঁতে কেতিয়াবা আঙুলিয়াই দেখুৱাই দিয়েও। কাৰণ হ'ল সিহঁতৰ হাতত মাটি নাই। এই মাটিয়েই হ'ল কৃষকৰ প্ৰাণ আৰু এই প্ৰাণ-দায়ক মাটিৰ পৰা সিহঁতক বঞ্চিত কৰিছে জমিদাৰ গোষ্ঠীয়ে।

বৃদ্ধ আৰু শিশুবিলাকৰ মৃত্যু নহ'ব কিয়? সিহঁতে মুখত দিবলৈ পোৱা নাই একণমানো গাখীৰ। গাখীৰ নোপোৱাৰ কাৰণ হ'ল গৰু পুহিবলৈ ঘাঁহ নাই। ঘাঁহনি কৰিবলৈ মাটি নাই আৰু গৰু চৰাবলৈ চৰণীয়া পথাৰ নাই। সকলো কৃষকৰ এই দুঃখ-দৈন্যৰ মুখ্য কাৰণ হ'ল এই মাটিৰ অভাৱ। মাটিৰ মালিকানা স্বত্বৰ পৰা বঞ্চিত হৈ, সিহঁতে জীৱনৰ এই নৰক-যন্ত্ৰণা ভুগিব লাগিছে। বধ্যমালা স্বৰূপ জমিদাৰ গোষ্ঠীয়ে সিহঁতৰ তেজ শুহি খাইছে। এনেকুৱা বহু-মূলীয়া মাটি যাৰ পৰা বঞ্চিত হ'লে, মানুহ বাচি থকা টান হয়, সেই মাটিত আকৌ খতি কৰে কোনে? খাবলৈ নোপোৱা খীণাই শুকাই যোৱা এই কৃষক বিলাকেই। সিহঁতে দুঃখ-কষ্ট কৰি যিখিনি ফচল আজি দিয়ে, সেই ফচল বিদেশত বিক্ৰী কৰি, মাটিৰ মালিকে কিনে বহুমূলীয়া আৰু ধুনীয়া হেট, লাঠি, গাড়ী আৰু সোণ-ৰূপৰ বাচন-বৰ্তন। বৰ্তমানে নেক্‌লিউদভে এই মানুহবোৰৰ দৰিদ্ৰতা আৰু প্ৰপীড়িত জীৱনৰ সমস্যাৰ কথা অতি পৰিষ্কাৰ ভাৱে বুজিব পাৰিলে।

ই এটা অতি সাংঘাতিক অৱস্থা। এনেদৰে চলিবলৈ কেতিয়াও দিব নোৱাৰি। এই অৱস্থাৰ পৰিবৰ্তন ঘটাবলৈ নিশ্চয় এটা উপায় উলিয়াবই লাগিব, নাইবা এই ব্যৱস্থাত অংশ লোৱা বন্ধ হ'ব লাগিব।

"মই নিশ্চয় এটা উপায় উলিয়াম।" বাৰ্চ গছবোৰৰ তলত ঘূৰি ঘূৰি তেওঁ এনেদৰে ভাবিলে। বিজ্ঞানী সকলে, চৰকাৰী বিষয়া সকলে, আৰু কাকতে-পত্ৰে দৰিদ্ৰতা সম্পৰ্কে অনেক কথা কোৱা হৈছে। দৰিদ্ৰতা নিবাৰণৰ কথা আলোচনা হৈছে। বহু কাৰণৰ কথা উল্লেখ কৰা হৈছে। কিন্তু খেতিয়কৰ ভাগ্য পৰিবৰ্তনৰ একমাত্ৰ উপায় হ'ল যে খেতিৰ মাটিখিনি তেওঁলোক দি দিয়া। তেওঁ-লোকক মাটিৰ প্ৰকৃত মালিক পতা। কিন্তু এই খাতাং আৰু নিশ্চিত উপায়টোৰ কথা কোনেও নকয়।

হেনৰি জৰ্জৰ মূল তত্ত্বোবৰ কথা নেকলিউদভৰ আকৌ মনত পৰিল। এসময়ত জৰ্জৰ মতাদৰ্শৰ তেওঁ খুবেই ভক্ত হৈ পৰিছিল, আজিও সেইকথা তেওঁ পাহৰা নাই। "পৃথিবীখন কাৰো ব্যক্তিগত সম্পত্তি হ'ব নোৱাৰে। বায়ু, পানী, আৰু ব'দৰ পোহৰ যেনেকৈ বিক্ৰী কৰা সম্ভৱ নহয়' তেনেকৈ এই পৃথিবীখনো কিনা-বেচা কৰা উচিত নহয়। পৃথিবীয়ে মানুহক যি সা-সুবিধা দিছে, সেই সুবিধা সকলো মানুহে সমানে পোৱা উচিত।" এতিয়া নেকলিউদভে আচল তত্ত্ব উপলব্ধি কৰিলে, কিন্তু কুজ্‌মিনস্কীত কৃষক সকলৰ লগত কৰা বন্দ'বস্তৰ কথা মনত পৰিলে তেওঁ নিজেই লজ্জা অনুভৱ কৰে। তেওঁ নিজক আত্ম প্ৰৱঞ্চনা কৰিছে। যি নিজে খেতি নকৰে, তেওঁ যে মাটিৰ স্বত্বা আকৌৰ গজালি মাৰি ধৰি থকা উচিত নহয়, সেইকথা তেওঁও জানে। অথচ জানি শুনি নিজৰ মালিকানা স্বত্ব ত্যাগ কৰিবলৈ তেওঁৰ ইচ্ছা যোৱা নাই। কৃষকক তেওঁ যি সামান্য এৰি দিছে, সেইকণ দিবৰনো তেওঁ কোন? কৃষক সকলৰ সি ন্যায্য প্ৰাপ্য। এই কথা তেওঁ সম্পূৰ্ণ হৃদয়ঙ্গম কৰে। তেওঁ থাতাং কৰিলে যে তেওঁ আৰু এনেকুৱা কাম নকৰে। কুজ্‌মিনস্কত হোৱা চুক্তিবো পুনৰ পৰিবৰ্ত্তন কৰিব। তেওঁ মনতে এই সিদ্ধান্ত কৰিলে যে খেতিয়ক সকলক তেওঁ মাটখিনি একেবাৰে দিয়েই দিব। কৃষক সকলে যি খাজনা দিয়ে তাৰে এটা পুঁজি গঠন কৰিব আৰু বাইজৰ হিতাৰ্থে আৰু চৰকাৰী টেক্সৰ কাৰণে এই পুঁজি খৰচ কৰা হ'ব। এই আদায়ীকৃত খাজনাৰ ওপৰত কৃষকৰ স্বত্ব স্বীকাৰ জোৰ কৰি পোৱা হ'ব। অৱশ্যে এই ব্যৱস্থাই পোনপটীয়া কোনো কৰ লগোৱা হ'ল বুলি সন্দেহ। তথাপি চলতি অৱস্থাত ইয়েই একমাত্ৰ উপায় বুলি গণ্য কৰিব পাৰি। নেকলিউদভৰ মূল বিবেচনা হ'ল এই আঁচনি চালু হ'লে, তেওঁ আৰু জমিৰ মালিক হিচাবে কোনো লাভ খাব নগীয়া নহ'ব।

ইয়াৰ পিছত নেকলিউদভে বাংলালৈ ঘূৰি আহিল। ইতিমধ্যেই মেনেজাৰৰ পত্নীয়ে তেওঁৰ দুপৰীয়া ভোজনৰ কাৰণে বৃহৎ আয়োজন কৰি সাজু আছিল। চপ্‌, আলু, মুৰ্গীৰ মাংস, দৈ, মাখন, ঘিঁউ, মিঠাই ইত্যাদি তৈয়াৰ কৰি ৰাখিছিল। নেকলিউদভৰ অলপ ভোকো লাগিছিল। তেওঁ খাবলৈ বহিল। খোৱাৰ লগে লগে তেওঁ কিছুমান দুশ্চিন্তা পাহৰিও পেলালে। গাঁৱৰ পৰা ঘূৰি আহোঁতে তেওঁৰ মনটো বিষাদেৰে ভৰি আছিছিল, এতিয়া খাই বৈ তেওঁৰ মনটো মুকলি লাগিল।

মেনেজাৰ পত্নীয়ে দৰজাৰ ওচৰতে থিয় হৈ ভোজন পৰিবেশন কৰা তাৰক

কৰি আছিল। কাষত কাষকুল পিন্ধা ছোৱালী এজনীয়ে ভয়ে ভয়ে খাদ্য যোগান দিছিল। ভোজনৰ পৰিপাটি আয়োজন আৰু সুনিপুণ পৰিবেশন দেখি, স্ত্ৰীৰ পাৰদৰ্শিতাত মেনেজাৰে মৃদু হাঁহি মাৰি গপত পেটে পেটে ওফন্দি পৰিছিল।

ভোজন শেষ কৰি নেকৃলিউদভে মেনেজাৰৰে সৈতে পুনৰ কিছু সমস্যা আলোচনাৰ্থে বহিল। তেওঁ জমিদাৰীৰ মাটিখিনি কৃষকক বন্দবস্ত দিবলৈ ইচ্ছা কৰিছে, সেই কথাগুলি মেনেজাৰক ক'লে, আৰু তেওঁৰ মতামত জানিবলৈ ইচ্ছা কৰিলে, মেনেজাৰে এটা মৃদু হাঁহি মাৰি এনে ভাব দেখুৱালে তেওঁ যেন এইবোৰ কথা ইতিপূৰ্বেই ভাবি-চিন্তি ঠিক কৰি থৈছে। নেকৃলিউদভৰ প্ৰস্তাব শুনি তেওঁ যেন আনন্দহে পালে, কিন্তু দৰাচলতে নেকৃলিউদভৰ প্ৰস্তাব তেওঁ একো বুজিয়েই পোৱা নাছিল। নেকৃলিউদভে যে তেওঁৰ প্ৰস্তাবটো কিবা থাকোজা ৰাখি প্ৰকাশ কৰিছিল এনে নহয়। মেনেজাৰে প্ৰস্তাবটো বুজি নোপোৱাৰ কাৰণ হ'ল, এই আঁচনি মতে, নেকৃলিউদভে তেওঁৰ জমিৰ সমস্ত আয় ৰাইজৰ সুবিধাৰ্থে ত্যাগ কৰাৰ প্ৰস্তাব দিছে। মানুহে যে লোকৰ স্বাৰ্থৰ কথা আওকাণ কৰি নিজৰ স্বাৰ্থলৈহে চায়, সেই কথাটো মেনেজাৰৰ মজ্জাগত আছিল। সেই কাৰণে নেকৃলিউদভে নিজৰ সমস্ত আয় ত্যাগ কৰি, সেই টকাৰে ৰাজহুৱা পুঁজি গঠন কৰাৰ প্ৰস্তাৱটো মেনেজাৰে বুজিবলৈ টান পাইছিল।

"অ, মই বুজিছোঁ। আপুনি সেই ৰাজহুৱা পুঁজিৰ অংশ এটা নিজৰ কাৰণে পাব নহয় জানো?" মেনেজাৰে ক'লে।

"নহয়, তুমি এটা কথা বুজা নাই। জমি কোনো এক ব্যক্তি বিশেষৰ সম্পত্তি হোৱা উচিত নহয়।"

"অঁ হয়! হয়।"

"গতিকেই জমিৰ পৰা যি বস্তু উৎপন্ন হয়, তাক সকলোৱেই ভোগ কৰিবলৈ পাব লাগে।"

"তেন্তে আপোনাৰ কাৰণে আৰু একোৱেই নেথাকে।" গহীনাই মেনেজাৰে সুধিলে।

"হয় মোৰ কাৰণে একো নেথাকে। মই সকলো ত্যাগ কৰিছোঁ।"

মেনেজাৰে এটা দীঘল হুমুনিয়া কাঢ়ি হাঁহি মাৰিলে। তেওঁ এতিয়াহে আচল কথাটো বুজি পালে। ওলাই থকা কথা যে নিকৃলিউদভ মানুহজন সৰ্ব্ব

সাধাৰণৰ নিচিনা নহয়। প্ৰথমতে নেক্‌লিউদভৰ আঁচনিৰ পৰা মেনেজাৰে নিজে কেনেকৈ লাভবান হ'ব, বা সা-সুবিধা পাব পাৰে, তাৰ চিন্তা কৰিছিল। কিন্তু যেতিয়া তেওঁ বুজিলে যে সেই আঁচনিত তেওঁৰ ব্যক্তিগত লাভৰ বা সুবিধাৰ কোনো সুকণ্ডাই নৰ'ল, তেতিয়া তেওঁ হতাশ হৈ পৰিল। এই নতুন আঁচনিত তেওঁ কোনো ৰস নোপোৱা হ'ল। কেৱল মালিকৰ সন্তোষাৰ্থেই তেওঁৰ মুখত হাঁহি বিৰিঙি আছে।

মেনেজাৰে নেক্‌লিউদভৰ আঁচনি বুজি নোপোৱা দেখি, তেওঁ মেনেজাৰক যাবলৈ কৈ নিজেই টেবুলত বহি আঁচনি প্ৰস্তুত কৰিবলৈ লাগি গ'ল।

চাওঁতে চাওঁতে গধূলি হ'ল। পশ্চিম আকাশত বেলি মাৰ গ'ল। মহ বোৰে বেৰি বেৰি নেক্‌লিউদভক কামুৰিবলৈ ধৰিলে। তেওঁৰ আঁচনি সম্পৰ্কে টোকা লিখা ইতিমধ্যেই শেষ হ'ল। গৰুবোৰে হেম্বেলিয়াই হেম্বেলিয়াই ঘৰলৈ ঘূৰিল। গৰুৰ হেম্বেলনী আৰু গৰু গোহালিৰ দৰজা খোলাৰ আৱাজ আহি তেওঁৰ কাণত স্পৰ্শ কৰিলে। সভাত যোগ দিবলৈ অহা কৃষক সকলৰ মাত শুনা গ'ল। নেক্‌লিউদভে খেতিয়ক সকলক অফিচলৈ মাতিবলৈ মান্তি কৰিছিল। তেওঁ নিজেই খেতিয়ক সকলে গোট খোৱা সভা স্থলত উপস্থিত হ'ব।

লৰালৰিকৈ চাহ একাপ খাই, নেক্‌লিউদভে গাওঁৰ ফালে খোজ ল'লে।

## সাত

গাওঁৰ মুখিয়াললোক সকলৰ ঘৰৰ সমুখতেই বাইজে গোট খাইছিল। নেক্‌লিউদভে দূৰৈৰ পৰা সমাগত বাইজৰ কথোপকথন শুনিবলৈ পালে। কিন্তু তেওঁ সভাস্থলীৰ ওচৰ পোৱাৰ লগে লগে কথা বন্ধ হ'ল। উপস্থিত জনতাৰ সকলোৱেই কুজ্‌মিনস্কীৰ দৰে মূৰৰ টুপী খহাই ল'লে। এই জমিদাৰত বসতি কৰা লোক সকলৰ অৱস্থা কুজ্‌মিনস্কীৰ বাইজতকৈও বেয়া। এওঁলোক আৰু বেছি দৰিদ্ৰ। মানুহ বিলাকৰ জুতা নাই, ভৰিত গছৰ বাকলিৰ এবিধ কান্দতি। গাত পিন্ধা চোলা কাপোৰবোৰ ঘৰত তৈয়াৰী কপাহী সূতাৰ। কিছুমানে খালি ভৰিৰে কামলৈ যোৱাৰ সাজেৰেই সভালৈ আহিছে।

নেক্‌লিউদভে এটা চুটি বক্তৃতা দি তেওঁৰ উদ্দেশ্য ব্যাখ্যা কৰিলে। তেওঁ যে জমিদাৰীৰ মাটিখিনি কৃষক সকলক একেবাৰেই দি দিব খুজিছে, সেই কথা

প্ৰকাশ কৰিলে। খেতিয়ক সকলে নীৰবে তেওঁৰ কথা শুনিলে। কিন্তু তেওঁলোকৰ মুখৰ চেহেৰাত কোনো পৰিবৰ্ত্তন লক্ষ্য কৰিব পৰা নগ'ল।

"মোৰ বিশ্বাস, যি নিজে হাল নেবাই, আৰু নিজে খেতি নকৰে, তেওঁ মাটিৰ অধিকাৰী হোৱা উচিত নহয়। মাটিৰ ব্যৱহাৰত সকলোৰে সমান স্বত্ব থকা উচিত। এয়ে হ'ল মোৰ বিশ্বাস আৰু এই কাৰণেই মোৰ জমিদাৰীৰ সমস্ত জমি তোমালোকক দি দিবলৈ ইচ্ছা কৰিছোঁ।" এই বুলি নেকলিউদভে ক'লে।

"হয় হয়। আপুনি ঠিকেই কৈছে। সেয়ে হোৱা উচিত।" জনতাৰ পৰা কেইবাজনেও চিঞঁৰি ক'লে।

নেকলিউদভে লগতে যোগ দি তেওঁলোকক আৰু জনাই দিলে যে সংগৃহীত জমিৰ খাজনাখিনিও সকলোৰে ভিতৰত ভাগ হ'ব লাগে আৰু প্ৰত্যেকে কিমানকৈ খাজনা ভৰিব, সেইটোও বাইজেই নিৰ্দ্ধাৰণ কৰিব লাগে। খাজনাৰ পৰা যি টকা পোৱা যায় সেই টকাৰে এটা ৰাজহুৱা পুঁজি গঢ়ি তুলিব লাগে। এই পুঁজিও ৰাজহৰ হিতাৰ্থে খৰছ হ'ব আৰু ৰাইজে ভৰিব লগিয়া টেক্সও এই পুঁজিৰ পৰাই দিব লাগে। ৰাইজৰ ভিতৰৰ কিছুমানে তেওঁৰ প্ৰস্তাৱ সমৰ্থন কৰিলে আৰু কিছুমানৰ মুখ গহীন হৈ পৰিল। তেওঁলোকৰ ধাৰণা যে নেকলিউদভে কিবা এটা ফন্দী পাতি তেওঁলোকক পাকত পেলাবহে খুজিছে। বহুতেই ভাবি চিন্তি তলমূৰ কৰিলে। কেৱল নেকলিউদভ্ লাজত পৰে বুলিহে যেন ফন্দীটোৰ ভেদ ভাঙি দিয়া নাই। তেওঁলোকে ফন্দিত ভৰি নিদিবলৈ পেটে পেটে খাডাং কৰিলে।

নেকলিউদভৰ প্ৰস্তাৱ পৰিষ্কাৰ আছিল। তেওঁ কোনো খুঁত ৰাখি কোনো কথা কোৱাও নাছিল। কৃষক সকলৰ মাজত বহুত বুজনলোকো আছিল। তথাপি তেওঁলোকে এই সৰল সহজ প্ৰস্তাৱটো বুজিবলৈ অসমৰ্থ হ'ল। তেওঁ-লোকে বুজিবলৈ ইচ্ছাও নকৰে। আচল কথা, যি কাৰণত মেনেজাৰজনে প্ৰস্তাৱটো বুজিব পৰা নাছিল, এই ৰাইজেও সেই একে কাৰণতেই তেওঁৰ প্ৰস্তাৱ নুবুজে।

তেওঁলোকৰো সম্পূৰ্ণ বিশ্বাস যে মানুহে প্ৰথম নিজৰ স্বাৰ্থৰ কথাই আগত ৰাখে। পুৰুষে পুৰুষে মাটিৰ মালিক জমিদাৰ গোষ্ঠীয়ে সদাই একেদৰেই ব্যৱহাৰ কৰি আহিছে। তেওঁলোকে কৃষকৰ স্বাৰ্থৰ কথা কোনো দিনেই বিবেচনা কৰা নাই। জমিদাৰে যদি এইদৰে মাটি আনি কৃষকৰ আগত নতুন

প্ৰস্তাৱ দিয়ে তেওঁলোকৰ বিশ্বাস এই নতুন প্ৰস্তাৱ এটা নতুন ষড়যন্ত্ৰ—কৃষকৰ চকুত ধূলিমাৰি ঠগিবৰ কাৰণে কৰা এটা নতুন ফন্দী।

"বাৰু তেন্তে তোমালোকে খাজনাৰ হাৰ কিমানকৈ বাঢ়িবা ?" নেক্লিউদভে প্ৰশ্ন কৰিলে।

"খাজনা কিমানকৈ দিব লাগিব আমি কেনেকৈ ক'ম। আপোনাৰ মাটি আপুনি মালিক। কিমান হাৰত খাজনা লাগে আপুনি নিজেই ক'ক।" জনতাৰ পৰা কিছুমানে উত্তৰ দিলে।

"নহয় নহয়। খাজনা যি আদায় হ'ব, সেই খাজনা তোমালোকেই ৰাজহুৱা কামত খৰছ কৰিব পাৰিবা।"

"আমি এইবোৰ কৰিব নোৱাৰোঁ। বাইজৰ কথা বেলেগ আৰু খাজনাৰ হাৰ বন্ধা কথাও বেলেগ।"

"তোমালোকে বুবুজা কিয় ?" হাঁহি মাৰি মেনেজাৰে ক'লে। (মেনেজাৰো সভালৈ আহিছিল)

"ৰাজকুমাৰে খাজনাৰ এটা ৰেট বান্ধি মাটিখিনি তোমালোকক দি দিব খুজিছে। লগতে খাজনাৰ বাবদ যি টকা ৰাজহুৱা কামত খৰছ কৰিবলৈ তোমালোকক ওলোটাই দিব। এই খাজনাৰ টকাৰেই এটা ৰাজহুৱা পুঁজি সংগঠিত হ'ব। এয়ে তেখেতৰ প্ৰস্তাৱ।"

"আমি বুবুজা নহয়। ভালকৈয়ে বুজিছোঁ।" এজন শোলা বুঢ়াই ক'লে "বেঙ্কৰ নিচিনা এটা অনুষ্ঠান গঢ়ি তোলা হ'ব। নিৰ্দিষ্ট সময়ত আমি এই বেঙ্কত খাজনা আদায় দিব লাগিব। আমাক এনেকুৱা বেঙ্ক নেলাগে। এই বিলাকৰ পৰা বিপদহে আছে। গোজেই বৰগছ হ'ব।"

"এই বিলাক আমাক নেলাগে—নেলাগে।" অসন্তুষ্টিৰ ভাৱত জনতাৰ পৰা বহুতেই চিঞৰি ক'লে। কিছুমানে আৰু কঠিনভাৱে মন্তব্য কৰিলে।

নেক্লিউদভে যেতিয়া ক'লে যে এখন চুক্তিপত্ৰ তৈয়াৰ কৰা হ'ব আৰু তাত তেওঁ আৰু কৃষক সকলে উভয়ে চহী কৰিব, তেতিয়া প্ৰস্তাৱৰ বিৰুদ্ধে প্ৰতিবাদ আৰু তীব্ৰ হ'ল।

"আমি ভাত চহী দিম কিয় ? আমি আগৰ নিয়মমতেই খেতি-বাতি কৰিম। এইবোৰ প্ৰস্তাৱৰ কোনো প্ৰয়োজন নাই। আমি মূৰ্খ মানুহ। এইবোৰ তত্ত্ব একো বুজি নাপাওঁ।"

"আমি আপোনাৰ প্ৰস্তাৱত সন্মতি দিব নোৱাৰোঁ। এইবোৰ কথা আমাক

কাণত একেবাৰে আচৰিত যেন লাগিছে। গতিকেই পূৰ্ব্বে যি দৰে চলিছে, এতিয়াও তেনেদৰেই চলক। আমাক অলপ কঠিয়া দিলেই হ'ল। আমাক কঠিয়াহে লাগে।"

বৰ্ত্তমান প্ৰস্তুত কৰা চুক্তিমতে কঠিয়াৰ যোগান খেতিয়কে নিজেই কৰিব লাগিব। আগৰ প্ৰথামতে কঠিয়াৰ যোগান ধৰিছিল জমিদাৰে নিজে। সেই কাৰণে খেতিয়ক বিলাকে আগৰ নিয়মানুসৰি জমিদাৰেই কঠিয়া যোগাব লাগিব বুলি দাবী কৰিলে।

"তেন্তে আপোনালোকে মাটি ল'বলৈ বাজি নহয়, নহয়নে?" এজন আদবয়সীয় কৃষকক নেক্‌লিউদভে প্ৰশ্ন কৰিলে।

এই কৃষকজনৰ মনটো অলপ মুকলি আৰু ভৰিত কোনো জুতা নাছিল। গাত ফটা-ছিটা এটা কপাহী কাপোৰৰ চোলা। হাতত আছিল উৰঁলি যোৱা এটা টুপী। তেওঁ বাওঁ হাতেৰে টুপিটো ধৰি আছিল।

"হয় হয় আমাক মাটি নেলাগে।" কৃষকজনে ক'লে। তেওঁ পূৰ্ব্বে সামৰিক বাহিণীত কাম কৰিছিল। এতিয়াও সামৰিক জীৱনৰ প্ৰভাৱ তেওঁৰ গাত দেখা যায়।

''তেন্তে মই ধৰি ল'মনে কি যে তোমালোকৰ যথেষ্ট মাটিবাৰী আছে।" নেক্‌লিউদভে ক'লে।

"নহয়, নহয় হুজুৰ! আমাৰ মাটিবাৰী একো নাই।" ভূতপূৰ্ব্ব চিপাহীজনে হাতত টুপীটো দাঙি লৈ এটা অস্বাভাবিক সুৰত ক'লে! তেওঁ যেন টুপীটো কাৰবাক ব্যৱহাৰৰ কাৰণেহে আগবঢ়াইছে।

"বাক যি হ'ক তোমালোকে মোৰ প্ৰস্তাৱটো ভাবি চিন্তি চোৱাঁ।"

নেক্‌লিউদভে কৃষক সকলৰ ব্যৱহাৰত স্তম্ভিত হ'ল। তথাপি তেওঁ বাৰে বাৰে তেওঁৰ প্ৰস্তাৱটো দাঙি ধৰিলে।

"এইবিলাক ভাবি চিন্তি চোৱা আৱশ্যক নকৰে। আমাৰ কথা আপোনাক জনাই দিছোঁ।" শোলা মুখৰ বুঢ়াজনে ক'লে।

"কালিলৈও মই ইয়াত আছোঁ। তোমালোকৰ মন পৰিবৰ্ত্তন হ'লে মোক জানিবলৈ দিবা।"

কৃষক সকলে কোনো জবাব নিদিলে। তেওঁলোকৰ লগত সাক্ষাত কৰাৰ ফলাফল এয়ে হ'ল যে নেক্‌লিউদভে তেওঁৰ আঁচনি গ্ৰহণ কৰাব নোৱাৰিলে।

ঘৰলৈ ঘূৰি যোৱাৰ পিছত মেনেজাৰে ক'লে, "মই ক'বলৈ হ'লে, কুমাৰ ইহঁতৰ

লগত আপুনি কোনো চুক্তি কৰিব নোৱাৰে। মানুহবোৰৰ একেবাৰে আকৌৰ গোজ স্বভাৱ। সভা-সমিতিলৈ আহিলে সিহঁতে একেটা কথাকে ধৰি থাকে। তাৰ পৰা সিহঁত অলৰ অচৰ। ইয়াৰ কাৰণ হ'ল সিহঁতৰ প্ৰতি কথাতে ভয়। নহ'লে আপুনি চ'ক, সেই পকা চুলিৰ মানুহজন আৰু সেই ক'লা বৰণ মানুহজন দুয়ো দেখাত বুধিয়ক মানুহ। সিহঁতে আপোনাৰ প্ৰস্তাৱ নুবুজিবৰ কি কাৰণ আছে। অথচ সিহঁতে একেটা কথাতে ধৰি থাকে। সেই একে মানুহেই যদি অফিচলৈ আহে, আৰু চাহ একাপ খাবলৈ পায়, তেতিয়া সিহঁতৰ কথা মৌ বৰষা হয়। যেন একোজন জ্ঞানী, গুণী, ৰাজনীতিবিদ পণ্ডিতহে।" হাঁহি একদৰে মেনেজাৰে মন্তব্য দিলে।

"অফিচত সকলোৰ কথাৰে সুবিবেচনা কৰে। কিন্তু যদি মিটিঙলৈ আহে তেতিয়া সিহঁত হৈ পৰে সম্পূৰ্ণ বেলেগ মানুহ।"

"বাৰু, মেনেজাৰ! কেইজনমান জনাবুজা মানুহ মাতি আনিব নোৱাৰেনে? মই প্ৰস্তাৱটো পৰিষ্কাৰকৈ তেওঁলোকক বুজাই দিব খোজোঁ।

হাঁহিমাৰি মেনেজাৰে ক'লে, "অঁ হয়। কেইজনমান মাতি আনিব পাৰো।"

"তেন্তে কালিলৈকে মাতা।"

"নিশ্চয়—কালিলৈকে মই মতাই আনিম।" স্ফূৰ্ত্তিৰে হাঁহিমাৰি মেনেজাৰে ক'লে, "হয়, মই মতাই অনাই দিম।"

হৃষ্টপুষ্ট ঘোঁৰা এজনীৰ পিঠিত উঠি ক'লা চুলিৰে গোঁফালি কৃষক এজন গৈ আছে। তেওঁৰ ওচৰে ওচৰে আৰু এজন বৃদ্ধ কৃষক ঘোঁৰাত গৈছে। দুয়োজনে ঘোঁৰা এজাক বাজ আলিৰ কাষত থকা জমিদাৰৰ হাবিত গুপুতভাৱে বাতি চৰিবৰ কাৰণে খেদি নিছে। ক'লা চুলিৰ কৃষকজনে বৃদ্ধ কৃষক জনক ক'লে, "তেওঁৰ কথাবিলাক শুনিলা। লুকঢাক নকৰাকৈ খোলাখুলিকৈয়ে ক'লে নহয় জানো?"

"বিনামূল্যে মাটি দান! কেৱল মাথোন চহী কৰিলেই হ'ল। এইদৰে কতবাৰ আমাক ছলনা কৰিছে। বাৰে বাৰে শেলুক নহয়। আমিও এতিয়া চালাক হৈছোঁ।"

"আমি কেৱল চহী কৰিলেই হয়, আহা! যেন জীয়াই জীয়াই পুৰি খাব।" কলাচুলিৰ কৃষকজনে ক'লে।

"নিশ্চয়!" বৃদ্ধই ক'লে।

তাৰ পিছত দুয়োজনে নীৰৱে ঘোঁৰাজাক খেদাই বাস্তাইদি যাবলৈ ধৰিলে।

## আঠ

ঘূৰি আহি নেক্লিউদভে দেখিবলৈ পালে যে অফিচ কোঠাতে তেওঁৰ কাৰণে শয়নৰ ব্যৱস্থা কৰা হৈছে। ধুনীয়াকৈ সজোৱা এখন বিছনা। বিছনাত দুটা ডাঙৰ গাৰু আৰু পৰিপাটিকৈ তৈয়াৰী কৰা এখন চিৰুৰ লেপ। লেপখন মেনেজাৰ পত্নীৰ বুলি অনুমান হয়। মেনেজাৰে নেক্লিউদভক পুনৰ ভোজনৰ কাৰণে অনুৰোধ জনালে। কিন্তু তেওঁ ৰাজি নহ'ল। তেওঁৰ শুশ্ৰূষাৰ ত্ৰুটি-বিচ্যুতিৰ বাবে ক্ষমা প্ৰাৰ্থনা জনাই, মেনেজাৰ কোঠাৰ পৰা ওলাই আহিল।

যদিও কৃষক সকলে তেওঁৰ প্ৰস্তাৱ গ্ৰহণ নকৰিলে তাৰ বাবে তেওঁৰ কোনো আপশোষ নাই। কিন্তু কুজ্‌মিনস্কীত ঘটনা ইয়াৰ বিপৰীত আছিল। তাত কৃষক সকলে ধন্যবাদ জ্ঞাপন কৰিছিল। কিন্তু ইয়াৰ কৃষক সকল হ'ল তেওঁৰ ওপৰত অত্যন্ত সন্দিহান আৰু শত্ৰুতা ভাবাপন্ন। তথাপি তেওঁ মনত কোনো বেজাৰো পোৱা নাই।

নেক্লিউদভৰ কাৰণে শয়ন কোঠাত পৰিণত কৰা অফিচ কোঠাটো সিমান পৰিষ্কাৰ পৰিচ্ছন্ন নাছিল। সন্ধ্যাৰ পিছত তেওঁ বাহিৰলৈ ওলাই গ'ল আৰু বাগানত এপাক ঘূৰি আহিবলৈ ইচ্ছা কৰিলে। কিন্তু তেওঁৰ অতীতৰ সেই বহু স্মৃতিজড়িত ৰাতিটোৰ কথা মনত পৰিল। মনত পৰিল চাকৰণী থকা কোঠাটোৰ খিৰিকী খনলৈ আৰু একাষত থকা পৰ্টিক'টোৰ কথা। তেওঁৰ মনটো মধুৰ হৈ আহিল। সেইফালেদি যাবলৈ তেওঁৰ মনত ইতস্ততঃ লাগিল আৰু শেষত, দুৱাৰ দলিত বহি, মৃদু বতাহ সেৱন কৰিবলৈ, ধৰিলে। বাৰ্চ গছবিলাকৰ ফুলৰ সুগন্ধ মিহলি হৈ, মৃদু বায়ু মলয়া আৰু মধুৰ হৈ পৰিছিল। বাগান খনলৈ চাই চাই বহুপৰলৈকে তেওঁ তাতেই বহি থাকিল। নৈখনত থকা মিলটোৰ আৱাজ, কেতেকী বাচৰ 'মই কেতেকু, মই কেতেকু' কৰা শব্দ, ওচৰৰ গছৰ জোপাবোৰত ঘূৰি ফুৰা চৰাই বিলাকে একেবাৰে আমনি লগাকৈ চিঞৰি থকা শব্দবোৰ আহি তেওঁৰ কাণত খুন্দিয়াই আছিল। মেনেজাৰৰ শোৱনি কোঠাৰ খিৰিকীয়েদি ওলাই থকা পোহৰ মাৰ গ'ল। পূবফালে হাবি জঙ্গলৰ ওপৰেদি চন্দ্ৰোদয়ৰ উজ্জল কিৰণ ভাহি উঠিল। জোনৰ পোহৰত মুমূৰ্ষু বাংলাটোৰ ভগাছিগা অংশবোৰ আৰু হাবি বনেৰে ভৰি পৰা বাগানৰ ফুলবোৰ পৰিষ্কাৰকৈ তেওঁ

দেখিবলৈ পালে। এনে সময়তে আকাশৰ এক-তৃতীয়াংশ ভাৱৰে ঢাকি ধৰিলে আৰু গাজনি উঠিল। কুলি, কেতেকীবো গান বন্ধ হ'ল। নদীৰ সিপাৰৰ পানী-হাঁই বিলাকৰ মাত তেওঁ শুনিবলৈ পালে। আকাশৰ ভাৱৰৰ মাজত তীব্ৰ গৰ্জ্জন উঠিল আৰু বাতিৰ বতাহ গৰম হৈ পৰিল। সাধাৰণতে কুকুৰা বিলাকে সোণকালে ডাক দিয়ে। সেই ৰাতি গাঁৱৰ আৰু মেনেজাৰৰ ঘৰৰ কুকুৰা বিলাকেও সোণকালে দক্কা-কু বুলি ধ্বনি দিলে। কথিত আছে সোণকালে কুকুৰাই ধ্বনি দিলে, সেই বাতিটো আৰামদায়ক হয়। অৱশ্যে নেকৃলিউদভৰ কাৰণে প্ৰতি ৰজনীয়েই আৰামৰ আছিল। আজি বাতিও তেওঁৰ কাৰণে সুখৰ আৰু সন্তোষৰেই আছিল।

এদিন এজন সবলচিত্তীয়া যুৱক হিচাবে তেওঁ এই ঘৰতেই বাস কৰিছিল। বৰ্ষাকালৰ বহু আৰামৰ দিন এসময়ত তেওঁ ইয়াতেই কটাইছিল। সেই বাতি তেওঁৰ মনত ভাহি উঠিল। তেওঁৰ জীৱনৰ আটাইতকৈ সুখৰ বৰ্ষাৰ দিন বিলাকৰ স্মৃতি—চৌধ বছৰত পাৰ হৈ যোৱা সেই দিনবোৰৰ স্মৃতি তেওঁৰ মানস পটত জিলিকি উঠিল। সেই সময়ত সত্যৰ সন্ধান দিবৰ কাৰণে তেওঁ ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছিল। বাল্যকালত, তেওঁ দূৰলৈ যাবলগা হ'লে, মাকৰ কোলাত মুখ থৈ বিদায় লওঁতে তেওঁ সদাই প্ৰতিশ্ৰুতি দিছিল যে তেওঁ ভাল কাম কৰিব আৰু মাকে বেয়া পোৱা কাম কেতিয়াও নকৰে। নিকলেন্কা আৰটেনিভ আৰু তেওঁ দুয়োজনে প্ৰতিজ্ঞা কৰিছিল যে জীৱনত তেওঁলোকে পৰস্পৰক সহায় কৰিব আৰু সকলোকে সুখী কৰিবৰ কাৰণে যত্ন কৰিব। আজি পুনৰ সেই কথাও তেওঁৰ মনত পৰিল। মনত পৰিল তেওঁৰ কুজ্‌মিনস্কীৰ কথা। কৃষক সকলৰ লগত যি বন্দবস্ত হ'ল, সেই কথা। তাৰোপৰি আজি তেওঁ থাবলৈ যাওঁতে মানুহৰ যি দুঃখ-দৰিদ্ৰতা, এমুঠি ভাতৰ কাৰণে যি হাহাকাৰ দেখিছিল, সেই দৃশ্যবোৰ তেওঁৰ স্মৃতিত বাৰে বাৰে ভুমুকিয়াবলৈ ধৰিলে। ইয়াৰ লগতে তেওঁৰ মনত পৰিল জেলৰ কয়দীবিলাকৰ করুণ অৱস্থাৰ কথা; সৰু সৰু কক্ষবোৰৰ দুৰ্গন্ধ, কয়দি বিলাকৰ হাতে ভৰিয়ে লগোৱা জিজিৰি ইত্যাদি আৰু এই জেলৰ আশেপাশে থকা নগৰৰ ধনী মানুহ বিলাকৰ দাহ-বিলাসৰ জীৱন। তেওঁ নিজৰ অন্তৰত এই সকলো ঘটনাৰ এটা নিখুঁত প্ৰতিচ্ছবি দেখিবলৈ পালে।

পুব আকাশত বাৰ্চগছবোৰৰ ওপৰেদি জোনটো দেখিবলৈ পোৱা গ'ল। চোতালত গছৰ ছাঁবোৰ ওলাই পৰিল। ভগ্নপ্ৰায় বাংলা ঘৰটোৰ লোহাবোৰ

উজ্জ্বল হৈ পৰিল। কেতেকী জনীয়ে পুনৰ 'মই কেতেকু, মই কেতেকু' বুলি মাত দিলে।

কুজ্‌মিনস্কাত থাকোতে নেক্‌লিউদভে নিজৰ জীৱন সম্পৰ্কে যিবোৰ চিন্তা কৰিছিল, সেই চিন্তাবোৰ পুনৰ তেওঁৰ মনলৈ আহিল। সেই সময়ও তেওঁৰ জীৱনৰ ভবিষ্যৎ কৰ্ম্মপন্থা সম্পৰ্কে এটা সিদ্ধান্ত কৰিবলৈ তেওঁ ভাবিছিল; কিন্তু তেওঁ কোনো এটা সিদ্ধান্তত উপনীত হ'ব নোৱাৰি, তেওঁৰ ভাৱনাত বেমেজালি ঘটিছিল আৰু পদে পদে তেওঁ নানান বাধা-বিঘিনিৰ সমুখীন হৈছিল। পুনৰ আজি তেওঁৰ মনত সেই প্ৰশ্নবোৰৰ জবাব ইমান সহজভাৱে ধৰা পৰিছে যে তেওঁ ভাবি আচৰিত হয়। এই প্ৰশ্নবোৰৰ জবাব সহজ হোৱাৰ কাৰণ হ'ল এয়ে যে এতিয়া তেওঁৰ নিজৰ কি হ'ব, সেইটো বাদ দি, তেওঁ কি কৰা উচিত তাকেহে বিচাৰ কৰিছে। আচৰিত কথা তেওঁ এতিয়াও নিজৰ স্বাৰ্থৰ সম্পৰ্কে কোনো সিদ্ধান্ত কৰিব পৰা নাই। কিন্তু পৰৰ কাৰণে কি কৰ্ত্তব্য সেইটোৰ বিষয়ে সিদ্ধান্ত কৰিব পাৰিছে। এটা কথা থাতাং যে তেওঁ জমিদাৰীৰ মাটিবোৰ কৃষক সকলক দি দিয়া উচিত আৰু ইয়াৰ অন্যথা কৰা অনুচিত। সেইদৰে কাটুৎচাক তেওঁ পৰিত্যাগ নকৰি, তাইক যথোচিত সাহায্য কৰি যোৱা উচিত আৰু এইদৰেই তেওঁৰ পাপৰ প্ৰায়শ্চিত হ'ব। গোচৰৰ ৰায় আৰু আদালতে দিয়া দণ্ড সম্পৰ্কে তেওঁ নিজে অধ্যয়ন কৰি সকলো কথা বিতংকৈ বুজি লোৱা দৰকাৰ। এই সম্পৰ্কে তেওঁৰ নিজৰ দৃষ্টিকোণো আনৰ লগত নিমিলে। এই প্ৰচেষ্টাৰ ফলাফল কি, হ'ব, তেওঁ নিজে একো ধৰিব নোৱাৰিলেও এইটো সুনিশ্চিত যে তেওঁ এই কাম কৰিয়েই যাব লাগিব। এই দৃঢ়তা প্ৰকাশ কৰি তেওঁৰ নিজৰেই বেচ ৰং লাগিল।

ক'লা ডাৱৰে গোটেই আকাশ ছাটি পেলালে। বিজুলিৰ চমকত, সমুখৰ চোতালখন, ভগ্নপ্ৰায় বাংলা ঘৰটো, জহি পৰা ঘৰৰ পৰ্টিক'টো বাৰেবাৰে জিলিকি উঠিল। যেন তীব্ৰ গৰ্জ্জনত আকাশ যেন কঁপি উঠিল। চৰাইবোৰ নিমাত হ'ল। বতাহ ধুমুহাত গছৰ ডাল আৰু পাতবোৰ মেৰপাক খাবলৈ ধৰিলে। নেক্‌লিউদভ বহি থকা ঠাইতে ক্ৰমে বতাহ আহি তেওঁক খুন্দিয়াই, মূৰৰ চুলিবিলাক উৰুৱাবলৈ ধৰিলে। এটোপাল, দুটোপালকৈ, গছৰ পাতবোৰত টপৰ টপৰকৈ বৰষুণৰ সোঁদিশ পোহৰাই তোলে। এনেতে এটা ভয়ঙ্কৰ আৱাজ শুনিবলৈ পোৱা গ'ল। যেন চেবেকণিয়ে যেন আকাশ ভাঙি চুৰমাৰ কৰিব।

নেক্‌লিউদভেও বহাৰ পৰা উঠি ভিতৰলৈ সোমাই গ'ল।

তেওঁ নিজে নিজে ভাবিলে,"হয়, আমাৰ জীৱনৰ উদ্দেশ্য কি? আমি জীৱনত যি কাম কৰো তাৰ প্ৰকৃত তাৎপৰ্য্য কি? এইবোৰ একো আমাৰ বোধগম্য নহয়। মোৰ পেহীহঁত কলৈ গ'ল? তেওঁলোকৰ জীৱনত হ'ল কি? নিক'লেক্কা আৰ্ টেনিভ্ মৰিল কিয়? ময়েই বা এতিয়ালৈকে জীয়াই আছোঁ কিয়? কাটুৎচাৰ জীয়নৰেই বা উদ্দেশ্য কি? মোৰ পাগলামিবোৰ কিহৰ কাৰণে? যুদ্ধলৈ মই গৈছিলোঁ কিয়? যুদ্ধৰেই বা প্ৰয়োজন কি? যুদ্ধৰ পিছত মোৰ জীৱনত এনে বিশৃঙ্খলা ঘটিল কিয়? এইবোৰ ঘটনাৰ তত্ত্ব বুজা মোৰ পক্ষে সম্ভৱ নহয়। ভগবানৰ ইচ্ছা বুজা মোৰ সাধ্যাতীত। সি মোৰ ক্ষমতাৰ গণ্ডীৰ সিপাৰে। কিন্তু তেওঁৰ ইচ্ছা পূৰ্ণ কৰা মোৰ কৰ্ত্তব্য। সেয়ে মোৰ বিবেকৰ নিৰ্দ্দেশ। তাৰ কাৰণে মোৰ শক্তি সামৰ্থ্যও আছে। সেই নিৰ্দ্দেশ বা ভগবানৰ ইচ্ছাৰ কথা নিশ্চিত ভাৱে মই জানোঁ। ভগবানৰ এই ইচ্ছা পূৰ্ণ কৰাৰ ওপৰতে নিৰ্ভৰ কৰিছে মোৰ সুখ আৰু শান্তি।

দবাপিটা বৰষুণ হুৰহুৰকৈ পৰিবলৈ ধৰিলে। ঘৰৰ চালৰ পৰা পানীবোৰ ঘৰঘৰকৈ তলত থোৱা ড্ৰাম এটাত পৰি আছে। ক্ৰমে বিজুলিৰ গতি কমি আহিল। নেক্‌লিউদভে কোঠাৰ ভিতৰত সোমাই কাপোৰকানি সলাই, বিছনাত দীঘল দিলে। কিন্তু উৰহৰ কামোৰণি খাই বুলি পেটে পেটে তেওঁৰ ভয় হ'ল।

তেওঁ নিজে নিজে ভাবিলে, "প্ৰতি মানুহে নিজক কৰ্ত্তা হিচাবে জ্ঞান কৰাতকৈ সেৱক হিচাবেহে ভৱা উচিত।" তেওঁৰ মনলৈ এনে এটি ভাব অহাত তেওঁ নিজেই আনন্দ পালে।

তেওঁ মিছাতে উৰহলৈ ভয় কৰা নাছিল। মমদাল নুমুৱাৰ লগে লগে উৰহে কামোৰ দিলে।

"সমস্ত জমিদাৰী ত্যাগ কৰি চাইবেৰিয়ালৈ যোৱাৰ কথা। তেতিয়া মাখি, মহ, উৰহ, সকলোৰে কামোৰ খাব লাগিব। নিশ্চয় এই কষ্ট সহ্য কৰিবই লাগিব।" কিন্তু তেওঁ সৰ্ব্ব চেষ্টা কৰিও উৰহৰ কামোৰণি সহ্য কৰিব নোৱাৰিলে। শেষত শোৱাৰ পৰা উঠি, খিৰিকীৰ কাষত বহি, চন্দ্ৰোদয় আৰু পলায়মান ডাৱৰ বিলাকলৈ একেঠৰে চাবলৈ ধৰিলে।

## নয়

একেবাৰে শেষ বাভিহে নেকৃলিউদভৰ অলপ টোপনি আহিল। সেই কাৰণে পুৱা বিচনাৰ পৰা উঠোতে তেওঁৰ কিছু পলম হ'ল।

কৃষক সকলৰ মাজৰ পৰা সাতজন লোক নির্ব্বাচিত কৰিছিল। মেনেজাৰৰ নিমন্ত্রণ ক্রমে দুপৰীয়া প্রতিনিধিদল আহি ফল-বাগানত উপস্থিত হ'ল। আতলাচ গছবোৰৰ তলত, খুটা পুতি ওপৰত তক্তা মাৰি, মানুহ বহিবৰ কাৰণে মেনেজাৰে কিছু বেঞ্চ তৈয়াৰ কৰি থৈছিল। ওচৰতে এখন টেবুল। মানুহ কিজনে প্রথমে বহিবলৈ ইচ্ছা কৰা নাছিল; মেনেজাৰে কৈ-মেলিহে তেওঁলোকক বহিবলৈ মান্তি কৰালে; বিশেষকৈ অবসৰপ্রাপ্ত সৈনিকজনে কথা শুনিবই নোখোজে। তেওঁৰ ভৰিৰ জোতাজোৰ ধুনীয়া আৰু হাতত হেটটো লৈ, সামৰিক কায়দাত এনেভাবে থিয় হৈ আছে যেন তেওঁ কবৰ স্থানত কোনো মৃত লোকৰ প্রতি সন্মানহে প্রদর্শন কৰিছে। শেষত বয়োবৃদ্ধ, সন্মানিত আৰু পক্ককেশৰ কৃষকজনে টুপীটো সোলোকাই আসন গ্রহণ কৰাৰ পিছতহে বাকী বিলাকেও আসন গ্রহণ কৰিলে।

সকলোৰে বহাৰ পিচত, নেকৃলিউদভে তেওঁলোকৰ মুখামুখিকৈ টেবুলৰ কাষতে বহি, তেওঁ তৈয়াৰ কৰি অনা আঁচনিখন বুজাবলৈ আৰম্ভ কৰিলে।

উপস্থিত লোকৰ সংখ্যা কম হোৱাৰ বাবে, নাইবা হাতত এটা কাম লৈ ব্যস্ত থকাৰ কাৰণে, নাইবা তেওঁ যি কৰিব খুজিছে, সেই কামত তেওঁৰ ব্যক্তিগত স্বার্থ ৰহিত বুলিয়েই হওক, বা যি কি কাৰণেই হক, এইবাৰ নেকৃলিউদভৰ মনত কোনো বেমেজালি চিন্তাই ঠাই পোৱা নাছিল। তেওঁ তেওঁৰ ওচৰতে বহি থকা, দাড়ি চুলি পকা বৃদ্ধ জনৰ মতামত সুধিলে। এই বৃদ্ধজন দেখাত ভদ্রলোক যেন অনুমান হয়। বুঢ়াই প্রথমতে নেকৃলিউদভৰ কথাত সমর্থন থকা যেন ভাব দেখুৱাইছিল যদিও, আন বিলাকে আপত্তি তোলাৰ লগে লগে বৃদ্ধও গোৰ-গোৰাই উঠিল। আনে আপত্তি তোলাতহে যেন বৃদ্ধই বহুকষ্টেৰে তেওঁৰ কথাৰ আচল তত্ব বুজি উঠিল।

নেকৃলিউদভে আশা কৰিছিল যে এই সন্মানিত বৃদ্ধজনে তেওঁৰ আঁচনিৰ কথা বুজিব পাৰিছে। কিন্তু তেওঁৰ অনুমান ভুল। এই বৃদ্ধৰ ওচৰতে আৰু এজন

চুটি চাপৰ, দাড়ি-গোঁফশূন্য বৃদ্ধ লোক। তেওঁৰ চকু এটাও কণা। পিছত নেক্‌লিউদভে জানিব পৰিছিল যে এসময়ত এই বৃদ্ধ চুলা মিস্ত্ৰী আছিল। তেওঁ নেক্‌লিউদভৰ প্ৰস্তাৱটিৰ যেন অলপ বুজি পাইছে তেনে ভাব দেখুৱাইছিল। তেওঁ ঘনাই চকুটিপ মাৰি, নেক্‌লিউদভৰ কথাবোৰ মন দি শুনি গৈছিল। তেওঁ নেক্‌লিউদভে কোৱা কথাবোৰ দোহোৰাই কৈ শলাগি গৈছিল। এইদৰে উপস্থিত হোৱা লোক সকলৰ মাজত কোনোৱে কিছু বুজিছিল আৰু কিছুমানে একো বুজা নাছিল, নাইবা বুজিও বিশ্বাস কৰিবলৈ টান পাইছিল।

নেক্‌লিউদভে প্ৰথমে মাটিৰ মালিকানী স্বত্ব সম্পৰ্কে তেওঁৰ মত কি, সেই সম্পৰ্কে বুজাই দিছিল। "মোৰ মতেৰে মাটি কিনিবও নোৱাৰি আৰু বেচিবও নোৱাৰি। যদি মাটি কিনিবলৈ দিয়া হয়, তেন্তে বিত্তবান মানুহে সকলোখিনি কিনি, ভূমিহীন মানুহক সেই মাটি থাবলৈ দি, যি খুছি সেই মতেই খাজনা আদায় কৰিব পাৰে। আনকি মাটিত থিয় হ'লেও খাজানা ল'ব পাৰে।" স্পেন্‌চাৰৰ যুক্তি দাঙি ধৰি নেকলিউদভে ক'লে।

"উৰণীয়া চৰাই ৰাখিবলৈ হ'লে, পাখি কাটি দিয়া।" বগা দাঁড়ি-গোফেৰে ভোবোকাৰ বুঢ়াজনে হাঁহি মাৰি কলে।

"সচাঁ-সচাঁ।" দীঘল-নকা মানুহজনে মন্তব্য কৰিলে।

"হয় হয।" অৱসৰপ্ৰাপ্ত সৈনিক জনে ক'লে।

বগা দাঁড়িৰে সৈতে থোঁৱা মানুহজনে কলে, "মাইকী মানুহ এজনীয়ে গাই এজনীৰ কাৰণে ঘাঁহ এমুঠি কাটিলে, আৰু তাৰবাবে তাইৰ হল জেলখানাত ঠাই।"

"ঘৰৰ পৰা বহু দূৰৈত মোৰ অকণমান মাটি আছে। তাৰবাবে যিমানহে খাজনা লগাইছে। সেই খাজনা আদায় কৰাৰ পিছত মোৰ ভাগ্যত শূন্য।" খোলা বুঢ়া এজনে মন্তব্য কৰিলে।

"সিহঁতে আমাক পৃঘা বটাৰদৰে মেৰপাকত সুমাই লৈছে। এনে অৱস্থা দাসত্বতকৈও ঘৃণনীয়।"

"তোমালোকে যিদৰে ভাবিছা মইও তাকেই কৈছোঁ। মাটিৰ মালিক আৰু পাপী হোৱা একেই, এই কাৰণেই মই এই জমিদাৰী ত্যাগ কৰিব খোঁজো।" নেক্‌লিউদভে ক'লে।

"হয় ডাঙৰীয়া আপুনি সচ কৈছে। চুলি কেঁকোৰা এজন বৃদ্ধই মন্তব্য কৰিলে। তেওঁৰ খিয়াল হ'ল যে নেক্‌লিউদভে মাটিখিনি খাজানালৈ লগাব খুজিছে।

"মই ইয়ালৈ অহাৰ কাৰণ এয়ে যে মই আৰু এই জমিদাৰী ৰাখিবৰ মন নাই। এতিয়া এই মাটিখিনি সুচাৰু ৰূপে কেনেকৈ ভগাব পাৰি সেই কথা বিবেচনা কৰিব লাগে।"

"খেতি কৰা মানুহক দি দিলেই হ'ল।" সোলা বুঢ়াজনে ক'লে।

"খেতিয়ক মাটিখিনি দি দিয়াই মোৰ একান্ত ইচ্ছা। কিন্তু কি হিচাবে আৰু কোন কোন খেতিয়কক দিব লাগিব, সেইটোবেই আমি বিচাৰ কৰিব লাগিব। এইখন গাঁৱে যে পাব লাগে, সৌ ওচৰৰ দায়মিনবকী গাৱঁৰ মাটিহীন মানুহে কিয় পাব নেলাগে?"

প্ৰতিনিধি দলৰ আটাই কিজন নিমাত হল। তাৰ পিচত অৱসৰপ্ৰাপ্ত সৈনিকজনে ক'লে "হয়, সেইটোৱেই আচল কথা।"

"ৰাৰু ধৰক" নেক্‌লিউদভে ক'লে, "যদি সম্ৰাট জাৰে হুকুম দিয়ে যে সমস্ত জমিদাৰী কাঢ়ি লৈ কৃষকক ভগাই দিয়া হক তেতিয়া.........।"

"তেনেকুৱা কথা ওলাইছেনে কি?" প্ৰতিনিধিদলৰ সবাতকৈ বৃদ্ধজনে প্ৰশ্ন কৰিলে।

"তেনে হুকুম জাৰে দিয়া নাই। মই কেৱল উল্লেখ কৰিছোঁ। এনেকুৱা এটা যদি হুকুম দিয়ে তেন্তে আমি মাটিখিনি কি নীতিৰ ভিত্তিত ভগাই ল'ম?"

"কিয়? মাটি ভগাই লোৱাত কি অসুবিধা আছে, প্ৰত্যেকেই আমি সমানে ভগাই ল'ম। খেতিয়কেও পাব আৰু মাটিগিৰিযেও পাব।" চকু ঘূৰাই পকাই চুলা তৈয়াৰ কৰা ৰাজমিস্ত্ৰীজনে কলে।

"ন'হলে অন্ত উপায় কি? প্ৰতি মানুহকেই অলপ অলপ দিব লাগিব।" সবলচিন্তীয়া খোঁৰা মানুহজনে ক'লে।

"প্ৰত্যেকেই যদি পাই, তেন্তে ঘৰুৱা চাকৰ বিলাকেও পাব লাগিব?" নেক্‌লিউদভে প্ৰশ্ন কৰিলে।

অলপ সাহস গোটাই অৱসৰপ্ৰাপ্ত সৈনিক জনে ক'লে, "নহয় ভাওৰীয়া, চাকৰে পাব নোৱাৰে।"

কিন্তু প্ৰতিনিধি দলৰ সবাতকৈ ওখ মানুহজন আছিল যুক্তিপ্ৰিয়। তেওঁ সৈনিকজনৰ কথাৰ প্ৰতিবাদ কৰি ক'লে যে যদি মাটি ভাগ কৰি ল'ব লগীয়া হয়, তেন্তে সকলো মানুহেই তাৰ অংশ নিশ্চয় পাব লাগিব।

নেক্‌লিউদভ এই কথাৰ জবাব দিবলৈ সাজু আছিল। তেওঁ কলে, "নহয়, সকলো মানুহেই পাব নোৱাৰে, এইদৰে সকলো মানুহকে মাটি দিবলৈ হ'লে, বহু

অনা-খেতিয়ক মানুহেও মাটি পাব যেনে, ঘৰুৱা চাকৰ, গিৰিহঁত, বাম্ভনি, কেৰেণী, মহৰী, নগৰত থকা অন্যান্য মানুহ, অথচ এই লোক সকলে নিজে নাঙল ধৰি কোনো খেতি নকৰে। শেষত এই খেতি নকৰা মানুহ সোপাই মাটিৰ ভাগ পাই, আকৌ ধনীলোকক বিক্ৰী কৰি দিব। মাটি গৈ আকৌ সেই ধনীৰ হাতত স্তূপীকৃত হ'ব। ফলত প্ৰকৃত খেতিয়ক মানুহৰ সংখ্যা বাঢ়ি যাব, মাটিৰ পুনৰ অনাটন ঘটিব, এই মাটিহীন খেতিয়কবোৰ পুনৰ ধনীৰ কবলত সোমাই পৰিব।"

"হয়! হয়! আপুনি ঠিকেই কৈছে।" অৱসৰপ্ৰাপ্ত সৈনিকজনে ক'লে।"

"তেন্তে মাটি বিক্ৰী নিষিদ্ধ কৰা হক, 'আৰু নাঙল যাৰ মাটি তাৰ' এই নীতি গ্ৰহণ কৰা হক।" চুলা তৈয়াৰী কৰা ৰাজমিস্ত্ৰীজনে ক'লে।

* * *

এইদৰে মাটিখিনি কেনেদৰে এটা ন্যায়-নীতিমতে ভাগ কৰা যায়, সেই সম্পৰ্কে নেকলিউদভ আৰু কৃষক প্ৰতিনিধিদলৰ মাজত বহু আলোচনা হ'ল। শেষত নেকলিউদভে হেনৰি জৰ্জৰ নীতি ব্যাখ্যা কৰি ক'লে, "এই পৃথিৱীখন কোনো এক বিশেষ ব্যক্তিৰ সম্পত্তি নহয়। পৃথিবী হ'ল ভগবানৰ নিজৰ।"

কেইবাজনেও সমস্বৰে চিঞঁৰি ক'লে, "হয় হয়। আপোনাৰ কথা সঁচা।"

"এই পৃথিবী সকলোৰে উমৈহতীয়া সম্পত্তি। ইয়াৰ ওপৰত সকলোৰে সমান অধিকাৰ। কথা হ'ল কিছুমান মাটি ভাল আৰু কিছুমান মাটি বেয়া। কিছুমান সাৰুৱা, কিছুমান অসাৰুৱা। কিন্তু সকলো মানুহে ভাল মাটি বিচৰাটোৱেই স্বাভাবিক। এতিয়া এই ভাল মাটিখিনি ন্যায়মতে ভাগ কৰাটোৱেই সমস্যা। প্ৰশ্নটোৰ সমাধান এইদৰে কৰিলে হয়। ** ** এই ভাল মাটি লোৱা সকলে যি মূল্য দিব লাগিব, সেই মূল্য ৰাইজক দি দিয়ক। তেতিয়া এই মূল্যৰ সকলোৱেই অংশ পাব। যদি মাটি লৈ খেতি কৰিব খোজে তেন্তে ভাল মাটিৰ কাৰণে কম দাম দিয়ক। যদি মাটি নেলাগেই তেন্তে দামো ভৰিব নেলাগে। তেতিয়া একমাত্ৰ মাটি ব্যৱহাৰ কৰা সকলেহে কৰ-কাটল আৰু ৰাজহুৱা খৰচ বহন কৰিব।"

চকু পিৰিক্-পাৰাকৈ চুলা তৈয়াৰী কৰা ৰাজমিস্ত্ৰী জনে ক'লে, "হয়, সেইটোৱেই শুদ্ধ নীতি হ'ব। যি ভাল মাটি ল'ব তেওঁ দাম বেছি দিব লাগিব।"

মোচত টাও দি, বহল বুকুৰ চুলিপকা বৃদ্ধজনে ক'লে,"হয়, হেনৰি জৰ্জ মগজত ঘিঁউ থকা মানুহ।"

"অৱশ্যে ভবিষ্যতীয়া দাম যাতে শক্তি অনুসাৰে হয়।" দীঘলীয়া বুঢ়াজনে মত প্ৰকাশ কৰিলে।

"নিশ্চয়, দাম বেছি হোৱাও অনুচিত আৰু একেবাৰে কম হোৱাও ঠিক নহয়, বেছি হ'লে সেইদাম আদায়েই নহব। ফলত বাইজৰ লোকছান হ'ব, আনহাতে একেবাৰে কম হলে, কম দামত কিনি বহুতেই বেছি দামত বিক্ৰী কৰিব আৰু পুনৰ মাটি কিনা আৰু বেচাৰ ব্যৱসায় সৃষ্টি হ'ব।" নেক্‌লিউদভে ক'লে। "বাৰু এতিয়া কথা হল এই আঁচনি মই ইয়াত প্ৰয়োগ কৰিব খোঁজো।"

আটাই কিজন কৃষকে বেচ্ উৎসাহেৰে কৈ পেলালে, "হয়, এয়েই হ'ব ন্যায় নীতি। এইদৰে কৰাটোকে আমি সকলোৱে বাঞ্ছা কৰোঁ।"

"হয়! হয়! এই জৰ্জ্জ মগজ থকা লোক। চোৰাছোন তেওঁ কেনে বুদ্ধি উলিয়ালে।" মোচত টাও দিয়া বহল বুকুৰ বৃদ্ধজনে ক'লে।

এনেতে হাঁহি মাৰি মেনেজাৰে ক'লে, "যদি মইও কিছু মাটি লবলৈ ইচ্ছা কৰোঁ।"

চকুত হাঁহি লাগি থকা বৃদ্ধজনে কলে, "কিয়? আপোনাৰ দেখোন যথেষ্ট আছে?"

ইয়াৰ পিছত আলোচনা সমাপ্ত হ'ল।

নেক্‌লিউদভে তেওঁৰ প্ৰস্তাৱটো বাৰে বাৰে দোহাৰি, কৃষক প্ৰতিনিধিকিজনক ক'লে যে তেওঁলোকে এই মুহূৰ্ত্ততে—কোনো জবাব দিয়াৰ প্ৰয়োজন নাই। তেওঁ-লোকে গাৱঁৰ অন্যান্য লোকজনৰ লগত আলোচনা কৰি, তেওঁৰ আঁচনি গ্ৰহণ যোগ্য হয়নে নহয়, পিছত জনাই দিলেই হ'ব।

কৃষক কিজনেও কথা দিলে যে তেওঁলোকে আলোচনা কৰি প্ৰত্যুত্তৰ লৈ আহিব। তেওঁলোকে প্ৰফুল্ল মনেৰে ঘৰমুৱা হ'ল। সেইদিনা ৰাতিলৈকে এই সম্পৰ্কে আলোচনা চলিল।

কৃষক সকলে পিছদিনাও কামলৈ নগৈ নেক্‌লিউদভৰ প্ৰস্তাৱটোকে লৈ আলোচনাত ব্যস্ত আছিল। তেওঁলোকৰ মাজত দুটা মত উপস্থিত হ'ল। এদলৰ মতেৰে প্ৰস্তাৱটো গ্ৰহণযোগ্য আৰু লাভজনক। ইয়াৰ ভিতৰত কোনো দুৰভিসন্ধি নাই। আনটো দলে প্ৰস্তাৱটো ভালকৈ বুজিব নোৱাৰি সন্দিহান হৈ পৰিল। অৱশেষে তৃতীয় দিনা প্ৰস্তাৱটো গ্ৰহণ কৰাৰ পক্ষেই সকলোৱে মত দিলে। এগৰাকী বুঢ়ীয়ে নেক্‌লিউদভৰ চৰিত্ৰ সম্পৰ্কে যি ব্যাখ্যা দিলে, সেই ব্যাখ্যা প্ৰস্তাৱটো সৰ্ব্বসম্মতিক্ৰমে গ্ৰহণ কৰাত আৰু সন্দেহ দূৰ কৰাত সহায়ক হ'ল।

বুঢ়াৰ ব্যাখ্যা হ'ল যে জমিদাৰ নেকৃলিউদভে আত্মোন্নতি আৰু দেহাত্মাৰ মুক্তিৰ কাৰণে চিন্তাশীল হৈ পৰিছে। তেওঁ মুক্তি লাভৰ কাৰণেই এইদৰে জমিদাৰী ত্যাগ কৰিবলৈ ইচ্ছুক হৈছে। পানৌত তেওঁ বহু টকা দান দিয়াৰ অৰ্থ হল এয়েই। প্ৰকৃত কথা হ'ল নেকৃলিউদভে দৰিদ্ৰতাৰ এনে চূড়ান্ত অৱস্থাৰ কথা আগতে জনাই নাছিল। পানৌত কৃষক সকলৰ এই লাওলোৱা অৱস্থা দেখি, তেওঁ কিছু অৰ্থদান দিবলৈ বাধ্য হৈ পৰিল, যদিও এনেদৰে দান দিয়া স্থায়সঙ্গত নহয় বুলি তেওঁ নিজেও জানিছিল। এবছৰৰ আগতে এখন বনানি আৰু কুজ্‌মিনস্কীৰ খেতিৰ সাজ সৰঞ্জাম আৰু গচ্ছিত বস্তু বিক্ৰী কৰি তেওঁ প্ৰচুৰ টকা পাইছিল। সেই সময়ত তেওঁৰ হাতত সেই টকা জমা আছিল। নিজ চকুৰে কৃষক সকলৰ দাল-দৰিদ্ৰতা দেখি কিছু টকা দান নিদিয়াকৈ থাকিবলৈ তেওঁ সত নগ'ল।

নেকৃলিউদভৰ বদান্যতাৰ কথা জনাজাত হোৱাত দলে দলে লোক আহি, বিশেষকৈ তিৰোতা মানুহ বিলাকে সহায় বিচাৰি তেওঁক বেৰি ধৰিলে। কিন্তু কাক দিয়া উচিত, কাক দিয়া অনুচিত, কাক কিমান দিব, এই সমস্যা লৈ তেওঁ বিমোৰত পৰিল। তেওঁ অনুভৱ কৰিলে তেওঁৰ হাতত প্ৰচুৰ ধন থাকি, এই দৰিদ্ৰ কৃষক সকলক অলপো সহায় নকৰা অকল অন্যায়েই নহয়, অসম্ভৱো। তথাপি অনুপযুক্ত পাত্ৰত দান দিয়া উচিত নহয়। এই অৱস্থা দেখি তেওঁ সিদ্ধান্ত কৰিলে যে অলপো পলম নকৰাকৈ তেওঁ স্থান ত্যাগ কৰাই শ্ৰেয়ঃ।

এইদৰে পানৌত থাকোতে শেষ দিনা তেওঁ মাহীয়েক ত্বগবাকীৰ বয়-বস্তুবোৰ এবাৰ তদন্ত কৰি চালে। মেহাগনীৰ ৱাৰ্ড্ৰবটোৰ ড্ৰয়াৰত তেওঁ বহুত চিঠিপত্ৰ পালে। তাৰ ভিতৰত আছিল তেওঁৰ মাহীয়েক ত্বগবাকী আৰু তেওঁ নিজে আৰু বাংঢালী কাটুংচাৰে সৈতে এখন গ্ৰুপ ফটো। ঘৰৰ সকলো বস্তুৰ ভিতৰত এই ফ'টো খনকে তেওঁ নিজৰ কাৰণে ললে। বাকী সকলো বস্তু ওচৰৰ মিল মালিকজনলৈ থৈ দিলে। মিল মালিকজনে এক দশমাংশ মূল্যত সমস্ত বয়বস্তু সহ সেই বাংলা ঘৰটো কিনি লৈছিল। তেওঁ ঘৰটো ভাঙি অন্ত ঠাইলৈ স্থানান্তৰ কৰাৰ কথা।

কুজ্‌মিনস্কীত তেওঁৰ সম্পত্তিখিনি ত্যাগ কৰোতে নেকৃলিউদভৰ এটা অনুতাপৰ ভাব আহিছিল। সেই কথা সুঁৱৰি আজি তেওঁ নিজেই আচৰিত হয়। কিন্তু আজি তেওঁৰ মনত এটা নতুন অনুভূতি, নতুন উল্লাস আৰু ভ্ৰমণ কাৰীয়ে নতুন দেশ আৱিষ্কাৰ কৰাৰ দৰে, তেওঁও এটা নতুনত্ব অনুভৱ কৰে।

## দহ

নেকৃলিউদভ প্ৰায় লেম্প চাকি জ্বলোৱাৰ পিছত নগৰ পালেহি। ষ্টেচনৰ পৰা পোনে পোনে তেওঁ ঘৰমুৱা হ'ল। ঘৰৰ ভিতৰত তেতিয়াও নেপথেলিনৰ গোন্ধ মাৰ যোৱা নাই। ঘৰৰ বস্তুবোৰ ব'দাই, পিছত বান্ধি কুন্ধি, আগ্ৰাফেনা পেট্ৰৱনা আৰু কৰ্নিয়াৰ আমনি লাগিছিল। কামৰ মাজত তেওঁলোকৰ কাঁজিয়াও লাগিছিল। নেকৃলিউদভৰ কোঠাটো খালি হৈ আছিল, কিন্তু ভিতৰত ট্ৰাঙ্কবোৰ অথালি পথালি হৈ পৰি থকাত, মানুহ সোমাব নোৱাৰা অৱস্থা। তাতে তেওঁ আহি পোৱাত বয়বস্তুবোৰ শৃঙ্খলা লগোৱা কামো স্থগিত হ'ল। কৃষক বিলাকৰ দুঃখ-দৰিদ্ৰতা দেখি নেকৃলিউদভৰ মনত এটা বিৰক্তিৰ ভাৱে ঠাই লৈছিল। পুনৰ ঘৰৰ এই বিশৃঙ্খলাবোৰ দেখি তেওঁৰ বিতৃষ্ণা বাঢ়ি গ'ল। বাতিটো ঘৰত কটাই পিছদিনা হোটেল এটালৈ স্থানান্তৰ হোৱাৰ সিদ্ধান্ত কৰি পেলালে। তেওঁৰ বায়েক নাহেমানে বয়-বস্তুবোৰ আগ্ৰাফেনা পেট্ৰৱনাই যি দৰে ভাল দেখে, সেইদৰেই থান্থিত লগোৱাৰ ভাৰ দিলে। পিছত বায়েক আহিলে ঘৰৰ সকলো বয়বস্তু আৰু আচবাব আদি বিক্ৰী কৰাৰ বন্দোবস্ত কৰিব।

নেকৃলিউদভ সোনকালেই ঘৰৰ পৰা ওলাল। জেলৰ ওচৰে মধ্যমীয়া হোটেল এটাত কেইটামান কোঠা তেওঁৰ বসবাসৰ কাৰণে ভাৰাত বন্দবস্ত কৰি তেওঁ ঘূৰি আহিল। তাৰ পিছত কিছু বস্তু ঘৰৰ পৰা হোটেললৈ স্থানান্তৰ কৰিবলৈ হুকুম দি, তেওঁ এডভোকেটক লগ পাবলৈ যাত্ৰা কৰিলে।

বাহিৰত যথেষ্ট ঠাণ্ডা আছিল। বৰষুণ আৰু ধুমুহাৰ পিছত, সাধাৰণতে এনেকুৱা ঠাণ্ডা হয়। বিশেষকৈ বসন্তত এনেকুৱা ঠাণ্ডা পৰে। শীত আৰু ঠাণ্ডা বতাহৰ প্ৰকোপত তেওঁ খুব ঠাণ্ডা অনুভৱ কৰিলে। গাত গৰম লাগক বুলি তেওঁ বেগাবেগিকৈ খোজ দিলে।

কৃষক বিলাকৰ কথাই নেকৃলিউদভৰ মনত বাৰে বাৰে খুন্দিয়াই আছিল। দৰিদ্ৰতাত অভিশপ্ত কৃষক-মহিলা, সিহঁতৰ ল'ৰা-ছোৱালী আৰু বুঢ়া-বুঢ়ী সকলোৰে কথা মনত পৰিছিল। এনেকুৱা ভাল-দৰিদ্ৰতা আৰু নিষ্পেষিত জীৱনৰ লগত এয়ে প্ৰথম তেওঁৰ মুখামুখি। এয়ে তেওঁৰ প্ৰথম অভিজ্ঞতা। বিশেষকৈ শুকান হাঁহি মৰা, হাড-ছাল-হাড় ওলোৱা সেই ক্ষীণ কায়ৰ লৰাটোৰ কথা তেওঁ পাহৰিব নোৱাৰে। গাঁৱৰ খেতিয়ক সকলৰ এই শোক লগা অৱস্থা, নগৰৰ অৱস্থাৰ লগত

তেওঁ বিজাই নেচাই নোৱাৰিলে। নগৰৰ দোকান বিলাকৰ কাষেদি বাওঁতে তেওঁ দেখা পালে বহু হৃষ্ট-পুষ্ট, চাফ-চিকুণ, শকত-আৱত ভেৰেহা দোকানী বোৰ। এই মানুহবোৰো প্ৰথম তেওঁৰ চকুত পৰিল। এনেকুৱা নিপোটল মানুহ গাৱঁত এটিও পাবলৈ নাই। বস্তুৰ প্ৰকৃত দাম নজনা অজ্ঞ মানুহবোৰক, দিনৌ ঠগ কৰোঁতে সিহঁতে যি বুদ্ধি কৰে, ব্যৱসায়ৰ কাৰণে তেনে বুদ্ধি প্ৰয়োজনীয় বুলিয়েই সিহঁতে বিশ্বাস কৰে। ঘোঁৰা গাড়ী চলোৱা কচোৱান, সোণোৱালী ফিটা লগোৱা টুপী পিন্ধা দোকানৰ প্ৰহৰী, দোকানত বস্তু বিক্ৰী কৰা বাংঢালী ছোৱালীবোৰ, এই আটাইবোৰৰে যেন যথেষ্ট খাবলৈ আছে। এই মানুহবোৰৰ ভিতৰত মাটিবাৰী শূন্য হৈ গাৱঁৰ পৰা খেদাখোৱা মানুহ কিছুমানো আছে। কিছুমানে নগৰলৈ আহি নিজৰ অৱস্থা টনকিয়াল কৰি বাবু হৈ পৰিছে। সিহঁত দেখাত বেচ্‌ খুচি। কিছুমানৰ আকৌ গাৱঁত থকাতকৈও অৱস্থা আৰু কাহিল হৈ পৰিছে। সিহঁতক দেখিলে পুতৌ হয়। ঘৰৰ পিৰালিত বহি জোতা চিলাই কৰা মুচি বিলাকৰ এই দুৰ্দ্দশা। খোলা খিড়িকীৰ কাষত, খীণোৱা হাতেৰে কাপোৰ ইস্ত্ৰী কৰি থকা চুলি আউল বাউল ধুবুনীবোৰৰ দশা এনেকুৱাই। ঘৰত ৰং সনা, থালি ভৰিৰে ফুৰা মানুহ দুজন নেকৃলিউদভে লগ পালে। সিহঁতৰ গোটেই গা নানা ৰঙেৰে লুতুৰি পুতুৰি। হাতত ৰং ভৰোৱা সৰু টিন একোটা। দুয়োটাই পৰস্পৰে তৰ্কাতৰ্কি কৰি গৈ আছে। ইহঁতৰ দুৰৱস্থাৰ কথাও নেকৃলিউদভৰ চকুত পৰিল। গৰুগাড়ী চলাই যোৱা গাৰোৱান বোৰৰো মুখলৈ চাবই নোৱাৰি যেন, কেহেঁৰাজৰ ৰংহে মুখত সানি লৈছে। ৰাজ আলিৰ কাষত, ফটা-ছিটা কাপোৰ পিন্ধি, ভিক্ষাৰ অপেক্ষাত থকা, ভিক্ষাৰীৰ দশা আৰু এই গাৰোৱানৰ দশা একেই। খোৱাৰ দোকান কিছুমানৰ কাষেদি নেকৃলিউদভ পাৰ হৈ গল। সেই দোকান বোৰৰ খোলা খিড়িকীয়েদি চাই তেওঁ দেখিবলৈ পালে কিছুমান মানুহৰ শুকান মুখ। কাপ প্লেট জমা হৈ থকা লেটেৰা টেবুল বিলাকৰ মাজে মাজে বগা সাজপাৰ পিন্ধা পৰিচাৰক বিলাকে ইফালে সিফালে ঘুৰাঘুৰি কৰি আছে। লাল হৈ থকা মুখেৰে দুই এটাই চকীত বহি গানৰ টান ধৰিছে। এটাই খিড়িকীৰ কাষত চকু থিয় কৰি এনে ভাবে বহি আছে যেন কিবা পাহৰা কথা মনত পেলাবলৈ ঘোৰ চিন্তাত মগ্ন।

এইবিলাক লক্ষ্য কৰি নেকৃলিউদভ গৈ আছে। ঠাণ্ডা বতাহে উৰুৱাই অনা জাক জাক ধূলিয়ে তেওঁৰ গাত কোবাই গৈছে। উশাহ টানি তেওঁ নিজকে নিজে প্ৰশ্ন কৰিলে, "এই মানুহ বিলাক নগৰত আহি কিয় জমা হৈছে?"

এনেতে লোহাৰ বন্দ কৰিয়াই নিয়া কিছুমান গাড়ী নেক্লিউদভে লগ পালে। গাড়ীবোৰ পিছ পেলাই তেওঁ বেগাবেগিকৈ আগবাঢ়িব খোজোতেই পিছফালৰ পৰা তেওঁৰ নাম ধৰি কোনোবাই মাত দিলে।

"আ—হা, নেক্লিউদভ দেখোন। কৰ পৰা আহিলা?"

প্ৰথমতে নেক্লিউদভৰ এটো সন্তোষৰেই ভাব ফুটি উঠিছিল।

"অ' চেন্‌বুক!" আনন্দেৰে নেক্লিউদভে ক'লে। পিছ মুহূৰ্ত্তত নেক্লিউদভে অনুভৱ কৰিলে যে ইয়াত স্ফুৰ্ত্তি পাব লগা কোনো কাৰণ নাই।

এওঁৱেই চেন্‌বুক। বহুদিনৰ পূৰ্ব্বে মাহীয়েকহঁতৰ ঘৰত নেক্লিউদভে এওঁক লগ পাইছিল। তাৰ পিছত বহুদিন তেওঁক আৰু লগ পোৱা নাছিল। বহু ধাৰ ঋণত জৰ্জ্জৰিত হোৱা সত্ত্বেও মানুহজনৰ মন প্ৰফুল্ল। বহু কল কৌশল কৰি, ঐশ্বৰ্য্যশালী আভিজাত্যবান লোকৰ লগত এতিয়াও তেওঁ যোগাযোগ ৰক্ষা কৰি চলিছে। মনৰ আনন্দ উল্লাসৰ পৰাই এই কথা ধৰিব পাৰি।

"তোমাক লগ পাই ইমান ভাল লাগিছে। নগৰত কোনোৱেই নাই। আহা তুমি বহুত বুঢ়া হৈ পৰিলা।" চেন্‌বুকে ঘোঁৰাগাড়ী খনৰ পৰা নামি, নেক্লিউদভৰ কান্ধত হাত থৈ ক'লে।

"মই তোমাৰ খোজতেই চিনি পালো। ব'লা আমি অলপ চাহ-তাহ খাই লওঁ। ইয়াত ভাল দোকান আছেনে বাৰু?"

"মাফ কৰিবা ভাই। মোৰ সময়ৰ একেবাৰে অভাৱ!" নেক্লিউদভে উত্তৰ দিলে। মানুহজনে বেয়া নোপোৱাকৈ কেনেকৈ আঁতৰিব পাৰি, তেওঁ সেই কথা ভাবিলে।

"বাৰু তুমি কি কামত এইফালে আহিলা?"

"মোৰ ব্যৱসায়ৰ কামত। মই এতিয়া এজন মেনেজাৰ। লক্ষপতি চেমানভৰ কাম-কাজ চলোৱাৰ ভাৰ এতিয়া মোৰ ওপৰত, তেওঁকতো তুমি জানাই। তেওঁ মূৰৰ গধুৰ বোজা অলপ পাতল কৰিছে। পঞ্চাশ হাজাৰ বিঘাৰ জমিদাৰী চলোৱা কাম জানো কম টান?" কথাষাৰ প্ৰকাশ কৰি তেওঁ যেন বেচ্ গৌৰব অনুভৱ কৰে। তেওঁ যেন এই সম্পত্তি নিজেহে আৰ্জ্জিছে।

"তেওঁৰ কাম-কাজ বোৰত নানান বেমেজালি। খেতিয়কক মাটিবোৰ খাবলৈ দিছে হয়, কিন্তু তাৰ বিনিময়ত তেওঁ একেবাৰে পইচা নাপায়। তদুপৰি চাৰিকুৰি হাজাৰ ৰুবল তেওঁৰ ধাৰ। এবছৰৰ ভিতৰত মই এনেকুৱা সুবিধা কৰিছো

যে শতকৰা সত্তৰ ভাগ খাজনা আদায় হৈছে। এঁ, কেনে ভাবা?" গৰ্ব্বিত ভাবে চেন্‌বুকে প্ৰশ্ন কৰিলে।

নেক্‌লিউদভে এওঁৰ কথা আগতে শুনিছিল, তেওঁ সকলো সা-সম্পত্তি হেৰুৱাই বহুত ধাৰত পোত গৈ আছিল। চেন্‌বুকে আঁওপাকে প্ৰভাৱ খটাই এজন বৃদ্ধ ধনী লোকৰ মেনেজাৰ হৈছে। এই বৃদ্ধই তেওঁৰ টকা-পইচা নানান ভাবে অনাবশ্যক কামত নষ্ট কৰিছিল। চেন্‌বুকে এতিয়া ধনী লোকজনৰ সৌজন্যত জীৱিকা চলাইছে।

নেক্‌লিউদভৰ চিন্তা হ'ল তেওঁ বেয়া নোপোৱাকৈ কেনেকৈ লগ এৰা দিব পাৰে। নেক্‌লিউদভে চেন্‌বুকৰ মেনেজাৰি চলোৱাৰ নিজৰ নিপুণতাৰ গুণ বখানি ৰং-ৰহস্যেৰে কোৱা কথাবোৰ শুনি গৈছে। মোচত টাও দিয়া নিপোটল মুখখনলৈ তেওঁ চাই আছে।

''বাৰু তেনেহ'লে আমি কোন দোকানলৈ যাওঁ!' ব'লা চাহ একাপ একেলগে বহি খাই লওঁ।

ঘড়ীটোলৈ চাই নেক্‌লিউদভে কলে, "তুমি মোক বিশ্বাস কৰা। মোৰ একেবাৰে সময় নাই।"

"বাৰু, কালিলৈ ঘোঁৰা দৌৰ চাবলৈ আহিবানে?"

"মই আহিব পৰা একেবাৰে আশা নাই আৰু নোৱাৰিমো।

"পাৰা যদি আহঁাছোন। মোৰ যদিও ঘোঁৰা নাই, তথাপি গ্ৰীছাৰ ঘোঁৰাটোৰ পিছতেই ভাল দিওঁ! তাৰ বেচ্‌ ভাল ঘোঁৰা এটা আছে। আহিবানে? কোঁৱা? আমি একেলগে সান্ধ্য ভোজনো গ্ৰহণ কৰিম।"

"ওহো। মই আহিব নোৱাৰিম। সান্ধ্য ভোজতে যোগ দিয়াও সম্ভৱ নহয়।" হঁাহিমাৰি নেক্‌লিউদভে ক'লে।

"ইস্‌, অহা হ'লে ইমান ভাল পালোহেঁতেন। বাৰু মোৰ গঁাড়ীতে অলপ আগবঢ়াই দিমনে কি?"

"ধন্যবাদ। নেলাগে। মই এজন এডভোকেটক লগ পাবৰ কাৰণে আহিছোঁ। তেওঁৰ ঘৰ ওচৰতে।"

"অ, হয়। তুমি বোলে কাৰাগাৰৰ কিবা কামত ব্যস্ত। মানুহৰ মুখে মই কোৱা শুনিছোঁ। তুমি কয়দী বিলাকৰ মাজত কিবা মধ্যস্থতা কৰা কামত লিপ্ত।" হঁাহিমাৰি চেন্‌বুকে ক'লে। "কৰ্চাগিনৰ পৰা খবৰ পালোঁ,

তোমালোকে নগৰ ত্যাগ কৰিলা। এইবিলাকৰ কাৰণ কি? জানিব পাৰোনে?"

"হয়, কথা সঁচা।" নেক্‌লিউদভে উত্তৰ দিলে। কিন্তু ৰাস্তাত থিয় হৈ ইয়াৰ কাৰণ বুজাই দিয়া সম্ভৱ নহয়।"

"অৱশ্যে তোমাৰ কাম-কাজৰ মহিমা বুজা টান। বাৰু যি হক। ঘোঁৰা দৌৰলৈ আহিবা নহয়!"

"উঁহো। মোৰ অহা নহ'ব। আচলতে আহিবলৈ মন নাই। মোৰ ওপৰত খং নাথাবা দেই।"

"তোমাৰ ওপৰত খং উঠিবৰ কোনো কাৰণ নাই। বাৰু এতিয়া তুমি থাকা ক'ত?" কথাষাৰ সুধিযেই তেওঁৰ মনটো গধুৰ হৈ পৰিল। চকু থিৰ। চকুৰ চেলাউৰি থিয় কৰি কিবা এটা স্মৰণ কৰিবলৈ তেওঁ যেন সচেষ্ট। নেক্‌লিউদভে লক্ষ্য কৰিলে যে সেই দোকানত কপাল থিয় কৰি খিড়িকীৰ কাষত বহি থকা মানুহটোৰ যেনে চেহেৰা, তেওঁৰো যেন তেনে হৈ পৰিল।

"উস্, আজি বৰ জাৰ নহয়নে?"

"নিশ্চয়, আজি খুব ঠাণ্ডা," ঘোঁৰা গাঁড়ী চলাই অহা কচোৱানটোলৈ ঘূৰি চাই চেনবুকে সুধিলে, "পাৰ্চেলটো পালানে?"

"ভাল তেন্তে বিদায়। তোমাক লগ পাই খুব ৰং পালো।" নেক্‌লিউদভৰ হাতত জোৰেৰে খামোচ এটা মাৰি, তেওঁ জপিয়াই ঘোঁৰা গাঁড়ীত উঠি পৰিল। তেওঁ বগা মোজা লগোৱা হাতখন ডাঙি, নেক্‌লিউদভক ওলগ জনাই, বিদায় লৈ এটা খোলা হাঁহি মাৰি গুচি গ'ল।

"মযো তেওঁৰ নিচিনা হ'ব পৰা হ'লে" এডভোকেটৰ ঘৰৰ ফালে খোজ দি নেক্‌লিউদভে নিজে নিজে ভাবিলে।"...........

"হয়, মইও তেওঁৰদৰে হব খোজোঁ, যদিও তেওঁৰ লগত মোৰ কোনো মিল নাই। মই ভাবো মোৰ জীৱনো তেনেদৰেই হক।"

## এঘাৰ

নেক্‌লিউদভৰ পাল পৰাৰ পূৰ্ব্বেই তেওঁ এড্‌ভোকেটৰ সাক্ষাৎ পালে। প্ৰথমে তেওঁ মেনচভৰ গোচৰটোৰ কথা উলিয়ালে। গোচৰটোৰ নথিপত্ৰ পঢ়ি, সামঞ্জস্যহীন চাৰ্জ্জ দেখি এড্‌ভোকেটৰ খঙেই উঠিল।

"এই মকৰ্দ্দমাটোৰ ঘটনা সম্পূৰ্ণ সন্দেহজনক।" এড্‌ভোকেটে কলে।

"বীমাৰ টকা পোৱাৰ আশাৰে গিৰিছঁতেই হয়তো জুই লগাব পাৰে। মূল কথা হ'ল মেন্‌চভ যে দোষী তাৰ লেশ মাত্ৰও প্ৰমাণ নাই। মকৰ্দ্দমা বিচাৰ কৰাৰ হাকিমৰ আৰু চৰকাৰী 'উকীলৰ যেন তেন প্ৰকাৰেণ' মকৰ্দ্দমা জিকাৰ অভিলাসেই ইয়াৰ কাৰণে দায়ী। প্ৰাদেশিক আদালতত নহৈ ইয়াত হোৱা হ'লে বিনা ফিজেই মই খালাচ কৰি দিলোঁহেঁতেন।"

"ফিড'ছিয়া বিৰুকভাৰ মকৰ্দ্দমা সম্পৰ্কে কথা হ'ল, সম্ৰাটৰ ওচৰত আপীল দাখিল কৰিবৰ কাৰণে আৰ্জি তৈয়াৰ কৰা হৈছে, আপুনি যদি পিটাৰ্চবুৰ্গলৈ যায়, নিজেই আৰ্জিখন দাখিল কৰিব পাৰে। তেতিয়া আপুনি নিজেও এবাৰ ক'বলৈ সুবিধা পাব। নহ'লে কৰ্ম্মচাৰী বিলাক ফাং ফুং কৰি নাম মাত্ৰ অনুসন্ধান চলাই, পেলাই থৈ দিব আৰু শেষত একোৱেই নহ'ব। আপুনি যদি চেষ্টা কৰি জুই এক আপীল আদালতৰ সভ্যক হাত কৰিব পাৰে তেতিয়া কাম আৰু সহজ হ'ব। এই গোচৰ সম্পৰ্কে মোৰ এয়ে ক'বলগীয়া। তেন্তে আপোনাৰ কাম শেষ।"

"নহয় আৰু এটা কাম আছে, এটা বিশেষ সম্প্ৰদায়ৰ লোক এজনে মোলৈ এখন পত্ৰ দিছে।" নেক্‌লিউদভে ক'লে, "যদি তেওঁলোকে লিখা মতে কথা সঁচা হয়, তেন্তে ঘটনা বৰ সাংঘাতিক। মই আজি নিজেই এই সম্পৰ্কে খা-খবৰ ল'ম।"

"মই দেখিছোঁ জেলৰ আপত্তিবোৰ আপোনাৰ ওচৰত সকলোৱে দাখিল কৰিছে।" হাঁহি মাৰি এড্‌ভোকেটে ক'লে, "কিন্তু শেষত গোচৰৰ বোজা গধুৰ হৈ আহিব আৰু আপোনাৰ পক্ষে চলাই যোৱা কঠিন হ'ব।"

"কিন্তু এই মকৰ্দ্দমাটো আমোদজনক।" নেক্‌লিউদভে ক'লে। "গোচৰৰ মূল ঘটনাটো হ'ল এই—এখন গাওঁৰ খেতিয়ক সকলে বাইবেল পাঠ কৰিবৰ কাৰণে গোট খাইছিল। কিন্তু চৰকাৰ পক্ষই গম পাই তেওঁলোকৰ জুম ভাঙি দিলে। তাৰপিছত ৰবিবাৰে মানুহবোৰ আকৌ গোট খালে। এইবাৰ পুলিচ আহি গোটেইখিনি মানুহ গ্ৰেপ্তাৰ কৰি কেছাৰীলৈ চালান দিলে আৰু বিচাৰত তেওঁলোকৰ নিৰ্ব্বাসন দণ্ড হয়। ই এটা সাংঘাতিক কথা নহয় জানো?" নেক্‌লিউদভে কলে, "এইবোৰ কথা বিশ্বাস কৰাই টান হয়।'

"আপুনি কিয় আচৰিত হৈছে?"

"আচৰিত নহম কিয়? পুলিচৰ কথা মই বুজোঁ। তেওঁলোক হ'ল হুকুম

তামিল কৰা মানুহ। কিন্তু এজন শিক্ষিত মানুহ হিচাবে চৰকাৰী উকীলে এনেকুৱা অভিযোগ কেনেকৈ তুলিব পাৰে, এই কথা মই বুবুজোঁ।"

"এইখিনিতেই আপোনাৰ ভুল, আমি সাধাৰণতে ধাৰণা কৰোঁ যে চৰকাৰী উকীল আৰু বিচাৰক সকল উভয়ে বিবেচনা থকা লোক আৰু উদাৰ দৃষ্টিসম্পন্ন ব্যক্তি। এসময়ত এনে অৱস্থাও আছিল। কিন্তু বৰ্ত্তমান বিপৰীত। বৰ্ত্তমান এইলোক একমাত্ৰ দৰ্মহাৰ দিন গুণি বহি থকা লোক। তেওঁলোকে দৰ্মহা খাই বহি আছে আৰু দৰ্মহা আৰু বেছিকৈ লাগে। এতিয়া তেওঁলোকৰ মূল উদ্দেশ্য এয়ে। তেওঁলোকে যেই সেই অভিযোগ তুলি যাকে খুচি তাকেই দণ্ড দিছে।"

"বুজিলোঁ। কিন্তু বাইবেল পঢ়াৰ কাৰণে মানুহক অভিযুক্ত কৰি চাইবেৰীয়ালৈ নিৰ্ব্বাসন দিয়াৰ কোনো আইন নাই।"

"আইন নোহোৱা নহয়। আইন আছে। ইচ্ছা কৰিলেই আইন পোৱা যাব। বাইবেল পঢ়ি কেনেকুৱা ব্যাখ্যা দিব লাগিব, আমাৰ গিৰ্জ্জাৰ পাদুৰী সকলে তাক নিৰ্ণয় কৰি দিছে, আপুনি যদি সেই নিৰ্দ্দেশ দিয়া মতে ব্যাখ্যা নিদি, অন্য ব্যাখ্যা দিয়ে, আৰু গিৰ্জ্জাৰ কৰ্ত্তৃপক্ষই দিয়া অৰ্থ মিছা বুলি কয়, আৰু গ্ৰীক ৰক্ষণশীল চাৰ্চ্চক নিন্দা কৰে, তেতিয়াহ'লে দণ্ডবিধি আইনৰ ১৯৬ ধাৰামতে আপোনাৰ চাইবেৰীয়ালৈ নিৰ্ব্বাসন হ'ব পাৰে। এয়ে আইন।"

"অসম্ভৱ!"

"মই খাতাংকৈ কৈছো অসম্ভৱ নহয়। মই এই ভদ্ৰলোক জজ সকলক সদায় কওঁ যে আপুনি, বা মই, বা আমি সকলোৱেই যে জেল খোৱা নাই, সি একমাত্ৰ আমাৰ জজ সকলৰ অনুগ্ৰহ। সেই কাৰণে তেওঁলোকৰ ওচৰত মই কৃতজ্ঞতাই প্ৰকাশ কৰোঁ। আমাৰ ব্যক্তি স্বাধীনতা খতম কৰি, সুদূৰ চাইবেৰীয়ালৈ নিৰ্ব্বাসন দিয়া তেওঁলোকৰ কাৰণে অতি সহজ কাম।"

"যদি এনেকুৱাই হয়, আৰু চৰকাৰী উকীল আৰু জজৰ খুচিয়েই আইন, তেন্তে বিচাৰৰ প্ৰহসন পতাবেই বা প্ৰয়োজন কি?"

এড্‌ভোকেটে ঢেক্ ঢেক্‌কৈ হাঁহি ক'লে, "আপুনি কিছুমান আচৰিত প্ৰশ্ন কৰে বন্ধু। সেইবোৰ আপোনাৰ দাৰ্শনিক চিন্তা, সেই সম্পৰ্কে বাৰু কেতিয়াবা কথা-বতৰা হ'ব। শনিবাৰলৈ বাৰু আপুনি আহিব পাৰিবনে? তেতিয়া আপুনি মোৰ ঘৰতেই কিছুমান বৈজ্ঞানিক, সাহিত্যিক আৰু শিল্পীক লগ পাব। তেতিয়া

আমি এই কঠিন তাত্ত্বিক প্রশ্নবোৰৰ আলোচনা কৰিব পাৰিম।" 'তাত্ত্বিক প্রশ্ন' কথাটোত জোৰ দি এড্‌ভোকেটে ক'লে।

"আপুনি মোৰ পৰিবাৰক লগ পাইছে জানো ? শনিবাৰলৈ আহক।"

"ধন্যবাদ। মই চেষ্টা কৰিম।" নেক্‌লিউদভে ক'লে। তেওঁ অনুভব কৰিলে যে তেওঁ জানি শুনিয়েই সঁচা কথা কোৱা নাই। আচলতে তেওঁ এই বৈজ্ঞানিক, সাহিত্যিক আৰু শিল্পী সকলৰ পৰা আঁতৰত থাকিবলৈহে চেষ্টা কৰিব।

"চৰকাৰী উকীল আৰু জজৰ খুচিয়েই যদি আইন হয়, তেন্তে বিচাৰ মাথোন এটা প্রসহন।" নেক্‌লিউদভৰ এই মন্তব্য শুনি এড্‌ভোকেটে যি হাঁহি মাৰিলে, আৰু 'দাৰ্শনিক চিন্তা' 'তাত্ত্বিক প্রশ্ন' আদি কথাবোৰ যি সুৰত ক'লে, তাৰ পৰাই তেওঁ বুজিব পাৰিলে যে তেওঁৰ দৃষ্টিভঙ্গী আৰু এড্‌ভোকেটৰ বন্ধু সকলৰ দৃষ্টিভঙ্গীৰ ব্যৱধান কিমান বেছি আৰু আচল কথাবোৰ তেওঁলোকে আৰু নেক্‌লিউদভে কেনেদৰে দেখে। তেওঁ অনুভব কৰিলে যে চেন্‌বুক আৰু অন্য লোকৰ লগত তেওঁৰ যেনেকুৱা মতপাৰ্থক্য আছে, এই এড্‌ভোকেট আৰু তেওঁৰ বন্ধুসকলৰ লগত এই পাৰ্থক্য আৰু বেছি।

## বাৰ

জেলখানালৈ এড্‌ভোকেটৰ ঘৰৰ পৰা ভালেমান দূৰ। সময়ো বেছি নাই। গতিকেই নেক্‌লিউদভে ঘোঁৰা গাড়ী এখন ভাৰা কৰি ল'লে। গাঁড়ীৰ চালকজন আদবয়সীয়া মানুহ। মুখৰ চেহেৰাৰ পৰা মানুহজন দয়ালু আৰু বুদ্ধিমান যেন দেখা যায়। ঘোঁৰা গাড়ীখনে বাজ আলিয়েদি চেকুৰ মেলিলে। এনেতে চালকজনে নেক্‌লিউদভৰ ফালে মুখ ঘুৰাই নিৰ্মিত হৈ থকা দৈত্যাকায় বিল্ডিং এটালৈ আঙুলিয়াই ক'লে, "চকচোঁন সিহঁতে কিমান এটা ডাঙৰ বিল্ডিং সাজিব লাগিছে।" এই ঘৰটো সজোৱাত তাৰ যেন কিবা স্বাৰ্থহে আছে আৰু এনেহেন বিল্ডিং তৈয়াৰ হোৱাত সি যেন গৰ্ব্বিত।

বিল্ডিংটো সঁচাই বিৰাট। গঠন প্রণালীও মৌলিক আৰু জটিল। বাস্তাৰ পৰা বৰ্ডিং এটাৰ সিপাৰেই ঘৰটো। পকবাৰ দৰে মজদুৰ বোৰে চাঙত উঠি, ইফালে সিফালে অহা যোৱা কৰি কাম কৰি আছে। বোকা-পানীৰে মানুহবোৰ

লুতুৰি পুতুৰি। কিছুমানে ইটাৰ গাঁথনি দিছে, কিছুমানে মছলা কঢ়িয়াইছে, আৰু কিছুমানে খালি বাল্টি লৈ তললৈ নামিছে।

এজন শকত-আৱত, ধুনীয়া সাজ পাৰ পিন্ধা লোকে, সম্ভৱতঃ হেড্ মিস্ত্ৰীজনে ঠিকাদাৰ এজনক ওপৰলৈ আঙুলিয়াই কিবা এটা নিৰ্দ্দেশ দিছে। ওচৰতে ব্লাডিমিৰ গাৱঁৰ কৃষক এজনে তধালাগি চাই আছে। বোজাই ভৰা গাঁড়ীবোৰে গেটেদি সোমাইছে আৰু কিছুমান ওলাই গৈছে।

"যি সকলে কাম কৰাইছে আৰু যি কৰিছে উভয়ে চানেকী মতে ঘৰটো সজা হ'ব বুলি খাতাং। যেনেদৰে সাজিব লাগিব তেনেদৰেই হ'ব বুলি তেওঁলোক নিশ্চিত। কিন্তু এই মানুহবোৰ আৰু কোলাত কেঁচুৱালোৱা তিৰোতাবোৰ হাড ভগা খাটনি খাটি ভাগৰত ক্লান্ত। দুঃখ-দৈন্য আৰু অনাহাৰত সিহঁত মৃত্যুৰ সন্মুখীন। সিহঁতৰ ল'ৰা-ছোৱালীবোৰৰ মুখত বৃদ্ধৰদৰে শুকান হাঁহি। শুকান খাঁগোৱা ভৰিবোৰ খোজতেই পাক খাই যায়। প্ৰয়োজন হ'লে বিৰাট বিল্ডিংটো নিশ্চয় কেনোৱা মুৰ্খৰ কাৰণে সজোৱা হৈছে, যি এই মজদুৰ বিলাকক নিতৌ ঠগ কৰি ধ্বংসৰ মুখলৈ ঠেলি দিছে।" ঘৰটোলৈ লক্ষ্য কৰি এনেকুৱা এটা ভাবেই নেক্লিউদভৰ মনত খেলি গ'ল। তেওঁ নিজৰ ভাবটো প্ৰকাশ কৰি ক'লে, "হয়। ই এটা প্ৰয়োজনহীন প্ৰাসাদ।"

মনত আঘাত পোৱাৰদৰে ঘোঁৰা গাড়ী চালকজনে ক'লে, "কিয় প্ৰয়োজন-হীন? যিয়ে সজাইছে তেওঁক ধন্যবাদ দিয়া উচিত! কিয়নো এই ঘৰ সজোৱাৰ ফলত বহু মানুহে কাম পাইছে।"

"যিয়েই হক ইমান ডাঙৰ ঘৰৰ দৰকাৰ নাই।"

"দৰকাৰ নোহোৱা নহয়। নহ'লে সাজিবই বা কেলেই?" চালকজনে উত্তৰ দিলে। "তদুপৰি ইয়াৰ কাৰণে বহু মানুহে জীৱিকা পাইছে।"

নেক্লিউদভ্ নিমাত। গাড়ী চকাৰ ঘৰঘৰণিত কথা পতাও কঠিন হ'ল।

যেতিয়া তেওঁলোকে কাৰাগাৰৰ ওচৰ পালেহি, তেতিয়া ঘোঁৰা গাড়ীখনো মিহি পাথৰৰ ৰাস্তাতত উঠিলহি। গাড়ীৰ আৱাজে কমি আহিল, দুয়ো কথা পতাত সহজ হ'ল। চালকজনে পুনৰ নেক্লিউদভৰ ফালে মুখ ঘুৰাই, গাৱঁৰ পৰা পিঠিত টোপোলা বান্ধি, কৰত কুঠাৰ লৈ কাম বিচাৰি অহা কিছুমান মানুহলৈ আঙুলিয়াই ক'লে, "আজিকালি গাঁৱৰ পৰা নগৰলৈ ইমান মানুহ আহিছে, ভাবিলে আচৰিত হ'ব লাগে। সোৱা চাওক।"

"মানুহ অহাৰ সংখ্যা বাঢ়িছে কিয়?" নেক্লিউদভে সুধিলে।

"হঁ নিশ্চয় বাঢ়িছে। এই বছৰ মানুহ আহি নগৰ ঠাহ খাই পৰিছে। একেবাৰে কাহিল অৱস্থা। মালিক মহাজনৰ ওচৰত মানুহৰ দলদোপ হেণ্ডোল-দোপ। কিন্তু কাম পাবলৈ নাই।"

"এনে অৱস্থা কিয় হৈছে ?"

"মানুহৰ ভিৰ হৈছে। গতিকেই কাম পাবলৈ নাই।"

"বাক কোঁৱাছোন ? মানুহবোৰে গাঁৱঁত নাথাকি, দলে দলে আহি নগৰত কিয় ভিৰ কৰিছে ?"

"আচল কথা হৈছে গাঁৱঁত থাকিবৰ উপায় নাই। খেতি কৰিবলৈ মাটি নাই। তেন্তে মানুহে কৰিব কি ?"

কটাঘাত চেণ্ডাতেল দিলে যেনে হয়, নেক্‌লিউদভবো তেনেই হ'ল। মানুহৰ ধাৰণা যে থুন্দা খালে সদাই আঘাত থকা ঠাইতে আঘাত পায়। আচলতে আঘাত থকা ঠাইত বেদনাৰ অনুভূতি চোকা হয়।

"সকলো ঠাইতে অৱস্থা এনেকুৱাই হৈছেনে ?" নেক্‌লিউদভে নিজে নিজে ভাবিলে। তেওঁ ঘোঁৰাগাড়ী চালকজনক তাৰ গাঁৱঁত মানুহৰ মাটি বাৰী কিমান, সি কিয় নগৰলৈ আহিল, তাৰ নিজৰ কিমান মাটি-বাৰী আছিল, সেই সম্পৰ্কে প্ৰশ্ন কৰিলে।

"আমাৰ মানুহটোৰে প্ৰতি এবিঘা আছিল চাৰ, আৰু আমাৰ পৰিয়ালৰ তিনিজনৰ ভাগত তিনি বিঘা।" ঘোঁৰাগাড়ী চালকজনে ক'লে।

"মোৰ পিতা আৰু ভাই এজন এই মাটি-বাৰীত খেতি-বাতি কৰে। আনে এজন ভায়ে সামৰিক বাহিনীত কাম কৰে। কিন্তু খেতিৰ কাম বিশেষ নাই। ঘৰত থকা ভাইজনে মস্কোলৈ অহাৰ কথা ভাবিছে।"

"খজুৱাৰৈ মাটি পোৱা নাযায় নেকি ?"

"আজিকালি খজুৱাৰৈ মাটি ক'ত পাব ? ভদ্ৰমহোদয় সকলে মাটি-বাৰী উৰুৱাই দিলে আৰু এদল ব্যৱসায়ীয়ে আহি সেই মাটি খৰিদ কৰি নিজৰ কৰিলে। তেওঁলোকে আধি খজুৱাৰৈ মাটি নলগায়। নিজেই ফাৰ্ম খুলি খেতি-বাতি কৰিছে। আমাৰ গাঁৱঁত এইদৰে এজন কৰাটীমানুহে পূৰ্ব্বৰ জমিদাৰৰ পৰা মাটি খৰিদ কৰি ফাৰ্ম খুলিছে। তেওঁ এতিয়াও মাটি লোকক নিদিয়ে। গাঁৱঁৰ মানুহৰ বাটি খাবলৈকো একণ মাটি নাই।"

"সেই কৰাটী মানুহজন কোন ?"

"তেওঁৰ নাম ভুকৰ। আপুনি তেওঁৰ নাম শুনিবও পাৰে। এখন তাওৰ

নাট্যশালাত তেওঁ অভিনেতা সকলৰ উইগ্ তৈয়াৰ কৰে। কাৰবাৰটো ভাল আৰু যথেষ্ট ধনো কৰিছে। তেওঁ আমাৰ গাৱঁত জমিদাৰীৰ মালিক মহিলা গৰাকীৰ পৰা সমস্ত মাটি খৰিদ কৰি লৈছে, আৰু এতিয়া সকলোবোৰেই তেওঁৰ হাতৰ তলত। তেওঁৰ যেনে খুচি, আমি সেই মতেই দৌৰিব লাগিব। তথাপি ঈশ্বৰৰ আশীৰ্ব্বাদত মানুহজন ভালেই; কিন্তু ঘৈণীয়েক গৰাকী কচ্ দেশৰেই ছোৱালী। তাই এজনী পিশাচিনী। তাই মানুহক ধঁাহিমুহি খাবলৈহে চায়। কি যে সাংঘাতিক তিৰোতা! মহাশয় এয়া আমি জেলৰ ওচৰ পালোহি। গাড়ীখন গেটৰ ওচৰলৈ নিমনে কি? সিহঁতে পিছে সাধাৰণতে তালৈ নিবলৈ নিদিয়ে।"

## তেৰ

জেলগেটৰ টিলিঙাটো টান মৰাৰ লগে লগে নেক্লিউদভৰ বুকু টিপ্‌টিপাই উঠিল। তেওঁৰ ভাব হ'ল আজি মাচ্‌লভাক তেওঁ কি অৱস্থাত দেখিবলৈ পায় আৰু তাই তেওঁৰ প্ৰতি কেনে ব্যৱহাৰ কৰে।

মাচ্‌লভাক তেওঁ ক'ত লগ পাব পাৰিব, এই সম্পৰ্কে তেওঁ ৱাৰ্ডাৰক প্ৰশ্ন কৰিলে। ৱাৰ্ডাৰে অলপ অনুসন্ধান লৈ, তেওঁক জানিবলৈ দিলে যে মাচ্‌লভা আস্পতালত আছে। আস্পতালৰ চুৰবীজন আছিল দয়ালু মানুহ। তেওঁ নেক্লিউদভক ততালিকে আস্পতাললৈ লৈ গ'ল। নেক্লিউদভে কাক লগ পাবলৈ আহিছে, সেই কথা সুধি লৈ, তেওঁক শিশু-ৱাৰ্ডাৰ ফালে যাবলৈ ক'লে।

কাৰ্ব্বলিক এচিদৰ গোন্ধ লাগি থকা এজন ডেকা ডাক্তৰে কৰিডৰতে নেক্লিউদভক লগ পাই, 'কি বিচাৰিছে বুলি' প্ৰশ্ন কৰিলে। এই ডাক্তৰজন কয়দি বিলাকৰ প্ৰতি সহানুভূতিশীল আছিল আৰু সিহঁতৰ দুঃখ-কষ্ট লাঘৱ কৰিবৰ চেষ্টা কৰিছিল। কেতিয়া প্ৰধান ডাক্তৰজনৰ লগতো কাঁজিয়া হৈছিল। ফলত জেল কৰ্তৃপক্ষৰ লগতো সংঘৰ্ষ হৈছিল।

নেক্লিউদভে আইন বিৰোধী কিবা সুবিধা বিচাৰি আহিছে বুলি পেটে পেটে তেওঁৰ সন্দেহ হৈছিল। গতিকেই ডাক্তৰজনে এনে ভাব দেখুৱাইছিল তেওঁ যেন এনে মানুহক প্ৰশ্ৰয় নিদিয়ে আৰু তেওঁৰ ব্যৱহাৰ সকলোৰে প্ৰতি সমান।

"ইয়াত কোনো মাইকী মানুহ নাই। এইটো ৱাৰ্ডত ল'ৰা-ছোৱালীহে আছে।" তেওঁ ক'লে।

"হয়, মই জানো। কিন্তু ইয়াত কয়দী একজনীয়ে সহকাৰী নাৰ্চৰ কাম কৰে।"

"অ' হয়। ইয়াত তেনে দুগৰকী নাৰ্চ আছে, আপুনি কাক বিচাৰিছে ?"

"মাচ্‌লভাৰ লগতেই মোৰ ঘনিষ্ঠ সম্পৰ্ক। তাইকেই মই লগ পাব খোজো।" নেকৃলিউদভে উত্তৰ দিলে। "মোৰ অলপ কথা আছে। তাইৰ গোচৰৰ ৰায়ৰ বিৰুদ্ধে মই পিটাৰ্চবুৰ্গৰ চিনেটৰ ওচৰত আপীল এটা দাখিল কৰিবলৈ ইচ্ছা কৰিছোঁ। মই তাইক এই বস্তুটো দিব খোজো। আন একো নহয়, এখন ফ'টো।" জেপৰ পৰা লেফাফা এটা উলিয়াই নেকৃলিউদভে ক'লে।

"বাক দিব পাৰিব।" বুলি ডাক্তৰে বগা এ'প্ৰণ পিন্ধা এগৰাকী বৃদ্ধানাৰীক মাচ্‌লভাক মাতি আনিবলৈ হুকুম দিলে।

"আপুনি ইয়াতেই বহিবনে বাহিৰৰ চ'ৰালৈ যাব।" ডাক্তৰে সুধিলে।

"ধন্যবাদ, মই ইয়াতেই বহোঁ।" নেকৃলিউদভে ক'লে।

ডাক্তৰৰ শিষ্টাচাৰত নেকৃলিউদভৰ ভাল লাগিল আৰু লগতে তেওঁক মাচলভাৰ আস্পতালত ব্যৱহাৰৰ সম্পৰ্কে প্ৰশ্ন কৰিলে।

"তাইৰ ব্যৱহাৰৰ কথা সুধিছে ? হয় তাইৰ ব্যৱহাৰ ভাল। আমি ভালেই পাইছোঁ। আগতকৈ তাই ইয়াত ভাল কাম কৰিছে। অ' সৌৱা তাই আহিছেই।"

বৃদ্ধা নাৰ্চ গৰাকীয়ে দৰজাইদি সোমাই আহিল আৰু পিছে পিছে মাচলভা। তাইৰ গাত আঁক থকা এটা দীঘল চোলা। কঁকালত এখন এপ্ৰ'ণ আৰু মূৰৰ চুলিবোৰ কমালেৰে বন্ধা আছে। নেকৃলিউদভক দেখি লাজত তাইৰ মুখখন ৰঙা হৈ পৰিল। প্ৰথমতে তাই আগলৈ আহিবলৈ ইতস্ততঃ কৰি বৈ গ'ল। পিছত মুখখন গোঁৰাকৈ তলমূৰ কৰি ৰাস্তাত পাৰি খোৱা কাৰ্পেটৰ ওপৰেদি বেগাবেগিকৈ নেকৃলিউদভৰ সমুখলৈ আগবাঢ়ি আহিল।

যিদিনা তাই খং কৰাৰ কাৰণে নেকৃলিউদভৰ ওচৰত মাৰ্জনা খুজিছিল, সেই দিনাৰ পৰা নেকৃলিউদভে তাইক লগ পোৱা নাছিল। তাইৰ মতি গতি কেইদিনাৰ নিচিনাই হৈ আছে বুলি তেওঁ ভাবি আহিছিল। কিন্তু তেওঁৰ অনুমান সঠিক নহয়। আজি তেওঁ বহু পৰিবৰ্তন দেখিবলৈ পালে। মুখৰ ভঙ্গিমাত দেখিলে এটা নতুন ৰূপ। তাই যেন অলপ গহীন আৰু লজ্জাশীলা। তেওঁৰ প্ৰতি যেন এটা বিৰাগ। ডাক্তৰক কোৱা কথাখিনি তেওঁ তাইকো ক'লে, অলপতে তেওঁ পিটাৰ্চবুৰ্গলৈ যাব। নেকৃলিউদভে পানোৰ পৰা অনা ফটোখন তাইৰ হাতত গুজি দিলে।

"কটোখন মই পানৌত পাই, তোমাৰ ভাল লাগিব বুলি লৈ আহিছোঁ।"

তাই কেঁৰা চকু ছুবিৰ চেলাউবি ছুটা খিৰ কৰি, তেওঁৰ ফালে চালে। মুখত আচৰিত কোৱাৰ ভাব। তাই যেন তেওঁক সুধিব খোজে ছবিখন কিহৰ কাৰণে আনিছে। কিন্তু কোনো প্ৰশ্ন নকৰি, ছবিখন তাই ককাঁলৰ খোচনিত সুমাই ল'লে।

"তাত মই তোমাৰ মাহীয়েৰকো লগ পাইছিলোঁ।" নেক্লিউদভে ক'লে।

"হয়নে কি।" বুলি নীৰসভাৱে তাই উত্তৰ দিলে।

"ইয়াত তোমাৰ কেনে লাগিছে ?" নেক্লিউদভে সুধিলে।

"নিশ্চয়। ইয়াত মই ভালেই পাইছোঁ।"

"অসুবিধা একো হোৱা নাই ?"

"নাই। অসুবিধা একো পোৱা নাই। মই কেৱল ইয়াৰ কামকাজ বোৰৰ আওভাৱ পোৱা নাই।"

"তুমি অসুবিধা নোপোৱাত মই বৰ পাইছোঁ, যেই হক তাতকৈ ইয়াত নিশ্চয় ভাল।"

"তাত মানে ক'ত ?" কথাটো সুধি তাই আকৌ ৰঙা পৰিল।

"তাত মানে—জেলত।" নেক্লিউদভে ততালিকে উত্তৰ দিলে।

"ইয়াতনো বিশেষ কি ভাল ?" তাই প্ৰশ্ন কৰিলে।

"মই ভাবোতে অন্ততঃ ইয়াৰ মানুহ বিলাক ভাল। তাত যেনেকুৱা মানুহবোৰ আছে, ইয়াত তেনে মানুহ এজনো নাই।"

"নহয় তাতো বহুত ভাল মানুহ আছে।" তাই ক'লে।

"মই যেনহুভৰ কাৰণেও যত্ন কৰিছোঁ। সম্ভৱতঃ সোণকালেই তেওঁলোকে মুক্তি পাব।" নেক্লিউদভে ক'লে।

'হক। হক। ঈশ্বৰে যেন তেওঁলোকক মুক্তি দিয়ক। উস্ বুঢ়ীগৰাকী কেনে সুন্দৰ মানুহ।" অলপ হাঁহি মাৰি, বুঢ়ীৰ প্ৰতি প্ৰশংসাৰ পুনৰাবৃত্তি কৰি তাই ক'লে।

"মই আজিয়েই পিটাৰ্চ বুৰ্গলৈ যাম। সোণকালেই তোমাৰ আপীলৰ শুনানী হ'ব। মই আশা কৰোঁ তোমাৰ দণ্ড ৰদ হ'ব।"

"ৰদ হ'লে বি, নহলেও সি। বৰ্ত্তমান ছুয়োটাই একে।"

"কিয় ?"

"কিয় ?" প্ৰশ্নজড়িত কিবা এটা প্ৰশ্ন লোখাৰ চেওত তাই ক'লে।

নেক্‌লিউদভেও তাইৰ কথাৰ শব ধৰিব পাৰিলে, তাই প্ৰকৃততে জানিব খোজে নেক্‌লিউদভে নিজৰ সিদ্ধান্তটো এতিয়াও বাহাল ৰাখিছেনে নাই আৰু তাইৰ প্ৰত্যাখান তেওঁ গ্ৰহণ কৰিছেনে নাই।

"মই বুজিব পৰা নাই, মোকৰ্দমাত তুমি খালাচ পালেও তোমাৰ অৱস্থা কিয় একেই হ'ব।" তেওঁ ক'লে। "মই এই কথা ক'ব খোজোঁ যে তুমি মুক্তি পোৱা বা নোপোৱা, মোৰ সিদ্ধান্তৰ কোনো লৰচৰ নাই। মই যি কৈছোঁ সেইমতে কাম কৰিবলৈ সদাই ৰাজী।" থাতাং ভাৱে নেক্‌লিউদভে উত্তৰ দিলে।

তাই মূৰ ডাঙি ক'লা কেৰা চকুজুৰিৰে তলতলকৈ নেক্‌লিউদভৰ ফালে চাবলৈ ধৰিলে, মুখত এটা আনন্দৰ ভাৱ বিৰিঙি উঠিল। কিন্তু চকুৰ চাৱনীয়ে তাইৰ অন্তৰৰ যি ভাৱৰ ইঙ্গিত দিয়ে, তাৰলগত যেন প্ৰকাশ ভঙ্গিৰ লগত কোনো সামঞ্জস্য নাই।

"আপুনি সেইকথা নোকোৱাই ভাল।" তাই ক'লে।

"তুমি বুজিবৰ কাৰণেই মই সেই কথা কৈছোঁ।"

"মোৰ বক্তব্যৰ কথা আগতে কৈছোঁ। তাৰ ওপৰত আৰু ক'বলগীয়া একো নাই।" ওলাব খোজা হাঁহি এটা দমন কৰি তাই ক'লে।

আস্পতালৰ লৰা এটাই হুৱাও বাৰে কন্দা ধ্বনি আহি মাচ্‌লভাৰ কাণত পৰিল।

"বোধ হয় সিহঁতে মোক মাতিছে।" এটা অস্বস্তিৰ ভাৱত তাই ক'লে।

"ভাল তেন্তে বিদায়!" তেওঁ কলে।

কৰমৰ্দন কৰিবৰ কাৰণে নেক্‌লিউদভে হাত আগবঢ়াই দিয়া দেখিও, তাই নেদেখা ভাব ভুৰি, কাৰ্পেটৰ ওপৰেদি বেগা বেগিকৈ খোজ দি, আঁতৰি গ'ল। তাইৰ মনত যেন এটা অপ্ৰকাশিত উল্লাস।

কাৰাগাৰৰ পৰা ওলাই ওলাই আহি, নেক্‌লিউদভৰ মনত কিছুমান প্ৰশ্ন উঠিল। "তাইৰ মনৰ ভাব কেনেকুৱা? তাই ভাবিছে কি? তাইৰ মনটো ভালেই নে বেয়া? সঁচাকৈয়ে মোক পৰীক্ষা কৰি চাইছেনে কি? নে সঁচাই তাই মোক ক্ষমা কৰিবলৈ ইচ্ছা নাই। নাইবা তাই মনৰ ভাব বা অনুভূতি একেবাৰেই প্ৰকাশ কৰিব নোখোজেনে কি? তাইৰ মনটো কুমলিছে, নে কঠিন হৈছে?" তেওঁ নিজে নিজে এইবোৰ প্ৰশ্ন কৰিলে। কিন্তু প্ৰশ্নবোৰৰ কোনো উত্তৰ তেওঁ থিক কৰিব নোৱাৰিলে। তেওঁৰ একমাত্ৰ ধাৰণা হ'ল, যে

তাইৰ মনত আৰু অন্তৰাত্মাত এটা গুৰুতৰ পৰিবৰ্ত্তন ঘটিছে। কিন্তু এই পৰিবৰ্ত্তনে তাই তেওঁক সান্নিধ্যৰ বাহিৰলৈ আনিছে এনে নহয়। ই ভগবানৰ লগতো যোগসূত্ৰ স্থাপন কৰিছে। ভগবানৰ ইচ্ছাতেই এই পৰিবৰ্ত্তন ঘটিছে। এই ঐক্য বোধে তেওঁৰ মনত এটা আনন্দ অনুভূতি জগাই তুলিলে।

আঠখন সৰু বিচনা থকা ৱাৰ্ডটোলৈ তাই ঘূৰি আহিল। বৃদ্ধা নাৰ্চ গৰাকীৰ আদেশত মাচ্‌লভাই, কুঁজা হৈ বিচনা এখন পৰিপাটি কৰি সজাই থাকোতে, অকস্মাতে এই কথমপিহে পিচলি নপৰাকৈ সাৰিল।

ভিজিত বেঙেজ বন্ধা ল'ৰা পৰা এটাই মাচ্‌লভাৰ ফালে ৰ'লাগি চাই চাই আছিল। তাই পিচলখোৱা দেখি, লৰাটোৰ খিল্ খিলকৈ হাঁহি উঠিল। মাচ্‌লভাই নিজেও হাঁহি সামৰিব নোৱাৰিলে। তাইক দেখি আন ৰুগীয়া লৰা ছোৱালী বোৰেও হাঁহি দিলে। বৃদ্ধা নাৰ্চ গৰাকীয়ে এইবোৰ কাণ্ড দেখি মাচ্‌লভাক ভালকৈয়ে এবকছনি দিলে।

"কিহৰ তামাচা পাইছা? তুমি কি ভাবিছা, পূৰ্ব্বে য'ত আছিলা, এতিয়াও তাতেই আছা? যোৱা খোৱা আহাৰ লৈ আঁহাগৈ।"

মাচ্‌লভা নিমাত হ'ল। নাৰ্চ গৰাকীৰ হুকুম মতে পাত্ৰ এটা লৈ, খাদ্য আনিবৰ কাৰণে কোষেৰে খোজ দিলে। ভিজিত বেঙেজ বন্ধা লৰাটোৰ হাঁহিবলৈ মানা আছিল। লৰাটোৰ চকুৰে চকুৰে পৰাত মাচ্‌লভাৰ আকৌ খিল্ খিলকৈ হাঁহি উঠিল।

মাচ্‌লভা যেতিয়া অকলে থাকে তেতিয়াই তাই লেফাফাটোৰ পৰা ফটোখন উলিয়াই চাই। ফটোখন চাই তাইৰ বেচ ভাল লাগে। কিন্তু আবেলি অৱসৰৰ সময়ত শোৱা কোঠাত তাই যেতিয়া অকলসৰে থাকে, তেতিয়া ফটোখন উলিয়াই একেঠাৰে চাই থাকে। ফটোখনৰ প্ৰতিজন মানুহৰ মুখ, পিন্ধা সাজপাৰ, প্ৰতিটো বস্তুলৈ তাই দৃষ্টিপাত কৰে। তাই নিৰীক্ষণ কৰে সেই বাৰান্দাটো আৰু ফটোখনত তাই, নেকৃলিউডভ আৰু নেকৃলিউডভৰ মাহীয়েক গৰাকীৰ পিছফালে যিমলাক গছৰ জোপা প্ৰতিবিম্বিত হৈছে, সেই গছবিলাক-লৈ তাই লক্ষ্য কৰে। ছবিখন চাই চাই তাইৰ খুব আনন্দ লাগে সেই সৰু কালৰ তাইৰ বাং চালি পখিলাৰ নিচিনা চেহেৰা দেখি। তাইৰ কপালত পৰি আছে ঘূৰণীয়া হৈ একোচা চুলি। ফটোখন চাই তাই ইমান মগ্ন হৈ থাকে যে তাইৰ কোনোবা সহকৰ্মী কোনো নাৰ্চ কোঠালৈ সোমাই আহিলে তাই গমকে নাপাই।

"সেইখন কি ? তেওঁ দি গ'লনে কি ?" সবলৱতীয়া ভেবেহি নাৰ্চজনীয়ে ফটোখনলৈ চাই তাইক সুধিলে, "এয়া কোন তুমি ?"

মাচ্‌লভাই সহকৰ্মী নাৰ্চ গৰাকীৰ মুখলৈ চাই হাঁহি মাৰি ক'লে "আৰু নো কোন হ'ব ?"

"এয়া তেওঁনে কি ? আৰু এয়া তেওঁৰ মাক ?"

"নহয় তেওঁৰ মাহীয়েক। মোক নজনা হ'লে ফটোখনত মই বুলি চিনি পালাহেঁতেনে ?"

"নিশ্চয় নেপালোঁহেঁতেন। কিয়নো ফটোখনত চেহেৰা সম্পূৰ্ণ বেলেগ। ছবিখন দহ বছৰ মানৰ আগৰ নহয়নে ?"

"দহবছৰমান নহয়। এই ফটোলোৱাৰ পিছত এটা সম্পূৰ্ণ জীৱন পাৰ হৈ গৈছে।" মাচ্‌লভাই ক'লে। কথাষাৰ কোৱাৰ লগে লগে অকস্মাতে তাইৰ মুখৰ প্ৰফুল্লতা লুপ্ত হৈ আহিল, আৰু মুখখন যেন এন্ধাৰ হৈ পৰিল।

"কিয় ? তোমাৰ জীৱনতো সহজেই যাব লাগিছিল ?"

"অৱশ্যে সহজেই।" মাচ্‌লভাই চকুকিটা মুদি, মূৰটো ঘূৰাই, জোকাৰ এটা মাৰি ক'লে, "নৰকতকৈও অধম।"

"নৰকতকৈও অধম হোৱাৰ কাৰণ কি ?"

"কাৰণ ? গধুলি ৮ বজাৰ পৰা পুৱা ৪ বজালৈ, সদাই একেই।"

"কিয় ? এনে জীৱন সকলোৱে ত্যাগ কৰাই ভাল।"

"ত্যাগ কৰা ভাল। কিন্তু ইচ্ছা কৰিলেও এৰা কঠিন। এই বিলাক কথা পাতি আৰু লাভ কি ?" মাচ্‌লভাই জাপ মাৰি উঠি, ড্ৰয়াৰটোলৈ ফটোখন দলি মাৰি দি, কান্দিবলৈ ধৰিলে, বহু চেষ্টা কৰিহে তাই কান্দোন বন্ধ কৰি, কোঠাৰ দৰজাখন পিছলৈ খেলা মাৰি, অহা যোৱা কৰা ঠেক বাটটোলৈ দৌৰ দিলে।

ফটোখন চাই চাই তাইৰ মনত পৰিছিল সেই অতীতত তাই কি আছিল আৰু কেনে সুখী আছিল। বৰ্ত্তমান নেকৃলিউদভৰ লগত তাইৰ কেনে সুখ হোৱাৰ সম্ভৱ তাকো তাই বিজাই ছাইছিল। কিন্তু তাইৰ সহকাৰী নাৰ্চ গৰাকীৰ কথাই, বৰ্ত্তমান তাই কেনে অৱস্থাত পৰিল সেই স্মৃতি জগাই দিলে। জীৱনৰ সমস্ত সুখ আৰু দুখৰ কথা তাইৰ মনত জাঁহি উঠিল। জাঁহি উঠিল যেতিয়া জীৱনৰ সমস্ত দুঃখ বেদনা, শোষণ, পীড়ন আৰু অত্যাচাৰ। কিন্তু এই জীৱন কাহিনী মনত পুনৰ জীৱিত হ'বলৈ তাই কেতিয়াও দিব নোখাবে, কেৱল

এই মুহূৰ্ত্তত সেই সাংঘাতিক ৰজনীবোৰৰ ইতিহাস তাইৰ মনত জল্‌জল্ পট্-পট্‌কৈ জিলিকি উঠিল। বিশেষকৈ এটা ৰাতিৰ কথা। সেই ৰাতি বোমান কেথলিক বিলাকৰ উৎসৱ আৰু ভোজ আছিল। এজন ছাত্ৰই প্ৰতিশ্ৰুতি দিছিল যে সি খা-খৰচ বহন কৰি তাইক মুক্ত কৰি নিব। সেইদিনা তাই তিতিটো বহুবাই কটা এটা চিৰুৰ সাজপাৰ পিন্ধি থকা কথা এতিয়াও মনত আছে। কাপোৰ কানি বোৰত মদৰ গোন্ধ। আউল বাউল হৈ থকা চুলিত মাৰিছিল এটা ধেনুভিৰীয়া পিন্। ৰাতি দুটা বজাত গ্ৰাহকবোৰ যোৱাৰ পিছত তাই হৈ পৰিছিল অতিশয় দুৰ্ব্বল, ক্লান্ত আৰু অৱসাদগ্ৰস্ত। তেতিয়াও নাচ্-বাগ চলিয়েই আছিল। মাচ্‌লভাই পিয়ান' বজাই থকা গাভৰু গৰাকীৰ ওচৰতে জিৰোৱাৰ উদ্দেশ্যে ক্ষন্তেক বহিল আৰু তাইৰ দুঃখ আৰু বেদনাৰ কথা কৈ আক্ষেপ কৰিলে। পিয়ান' বজাই থকা গাভৰু গৰাকীয়েও মন্তব্য কৰিলে যে অৱস্থা তাইৰো একেই। তাইৰো একেই দশা আৰু এনে জীৱন কটোৱা কঠিন হৈ পৰিছে। তাই বেশ্যা-ব্যৱসায় ত্যাগ কৰিবলৈ ইচ্ছা কৰে। এনেতে ক্লাৰা আহি উপস্থিত। এনেকুৱা পতিতা জীৱন ত্যাগ কৰা কথাত তায়ো যোগ দিলে। তিনিও পতিতা জীৱন ত্যাগ কৰিবলৈ একেলগে সিদ্ধান্ত কৰিলে। তেওঁলোকে ৰাতি পুৱাল বুলিয়েই ভাবিছিল আৰু যাবলৈ প্ৰস্তুত হ'ল। এনেতে বাহিৰৰ কোঠাত এজন সুৰাপায়ী লোকৰ মাত শুনিবলৈ পোৱা গ'ল। ভায়লীনৰ সুৰৰ লহৰ ঘনীভূত হ'ল। পিয়ান' বাদক জনেও অতি মনোৰঞ্জক বাশিয়ান গান এটাৰ সুৰৰ ঝংকাৰ তুলিলে। এনেতে সুৰাৰ নিচাত মতলীয়া, বগা টাই মাৰি অহা ছুটি চাপৰ মানুহ এটাই মাচ্‌লভাক হাতত ধৰি টানি নিলে আৰু আন এজন গোফাল মোডলা মানুহে ক্লাৰাক সাৱট মাৰি তুলি নি, নৃত্য আৰম্ভ কৰি দিলে। বহুপৰ ধৰি ঘূৰি ঘূৰি সিহঁতে নাচিয়েই থাকিল। মাজে মাজে গিলাচে গিলাচে মদপান কৰি, চিঞঁৰ বাখৰ লগাই……… ……। এইদৰে এবছৰ দুবছৰ, তিনিটা বছৰ পাৰ হৈ গ'ল। মাচ্‌লভাই পতিতা জীৱন ত্যাগ কৰিবলৈ সমৰ্থ নহ'ল। ইয়াৰ বাবে দায়ী কোন ? নিশ্চয় নেকৃলিউদভ্।

অকস্মাতে নেকৃলিউদভৰ প্ৰতি, মাচ্‌লভাৰ সমস্ত ঘৃণা আৰু তিক্ততা জাগি উঠিল। তাইৰ ইচ্ছা হ'ল তেওঁৰ লগত ফেৰপতি ধৰি পাৰে মানে গালি পাৰিব। তাই নিজে নিজে অনুতপ্ত হ'ল এই বুলি যে আজি সুবিধা পায়ো তাই ক'ব নোৱাৰিলে যে তাই নেকৃলিউদভক হাড়ে হাড়ে চিনি পায়। তাই ক'ব নোৱাৰিলে যে তাই কেতিয়াও তেওঁৰ কথাত পতিয়ন নাযায়। এনেয়ত তেওঁ

তাইক কামনা চৰিতাৰ্থৰ কাৰণে ব্যৱহাৰ কৰিলে আৰু পুনৰ তেওঁৰ আত্ম-শুদ্ধিৰ কাৰণে তাইক ব্যৱহাৰ কৰিবলৈ উদগ্ৰীৱ। এনেদৰে ব্যৱহাৰ কৰিবলৈ তাই কেতিয়াও দিব নোৱাৰে। তাইৰ নিজৰ ওপৰত পুতৌ হ'ল, খঙো উঠিল। শেষত তাইৰ ভাব হ'ল, কেনেকৈ অলপ সুৰা পান কৰি, তাইৰ এই ভাবনাবোৰ, আৰু তেওঁক বিদ্ৰূপ কৰাৰ অনাৱশ্যক অনুভূতিবোৰ পাহৰি পেলাব পাৰে। জেলত থকা হ'লে তাই নিজেই সুৰা যোগাৰ কৰি ল'লেহেঁতেন। কিন্তু ইয়াত মেডিকেল অফিচাৰজনৰ জৰীয়তে আবেদন নকৰিলে মদ পোৱা টান। যদিও তাইৰ তেওঁৰ প্ৰতি ভয় আছে, তথাপি তেওঁ তাইৰ লগত বন্ধুত্ব কৰিবলৈ বিচাৰে। এই বন্ধুত্ব বিচৰা আৰু মিতিৰালি কৰা লোকৰ তিক্ত অভিজ্ঞতা তাইৰ নিজৰেই আছে। এনে বন্ধুত্ব তাইৰ আৰু কাম্য নহয়। বাহিৰৰ বাটটোত কিছুপৰ বহি, তাই নিজৰ সৰু কোঠাটোলৈ ঘূৰি আহিল। লগৰীয়া নাৰ্চৰ কথালৈ কাণসাৰ নিদি, তাই উচুপি উচুপি কান্দিবলৈ ধৰিলে। কান্দিবলৈ ধৰিলে তাইৰ এই জীৱনৰ ভগা বীণখনৰ কৰুণ সুৰৰ কৰুণ স্মৃতি মনত পৰি।

## চৌদ্দ

পিটাৰ্চবুৰ্গত নেক্‌লিউদভৰ চাৰিটা কাম আছিল। চিনেটত মাচ্‌লভাৰ দৰ্খাস্তখন দাখিল কৰা; ফিড'ছিয়া বিকৰভাৰ মকৰ্দ্দমাটোৰ খবৰ লোৱা। ভেৰা দুখভাই তেওঁৰ বন্ধু সুষ্টভাক জেলৰ পৰা মুক্ত কৰিবলৈ কৰা অনুৰোধ আৰু মাক এগৰাকীয়ে জেলত পুতেকক সাক্ষাৎ কৰিবৰ কাৰণে পুলিচবিভাগৰ পৰা অনুমতি এটা লোৱা। ভেৰা দুখভাই কৰা দুয়োটা অনুৰোধ নেক্‌লিউদভে একেটা কাম বুলি ধৰিছিল।

নেক্‌লিউদভৰ চতুৰ্থ কাম আছিল, বাইবেল পাঠ কৰি, যীশুৰ বাণী বিলাক সমালোচনা কৰাৰ কাৰণে, এটা বিশেষ সম্প্ৰদায়ৰ গ্ৰাম্যলোকক ককেচাচ্ অঞ্চললৈ নিৰ্ব্বাসন কৰা সকলৰ অনুসন্ধান কৰা আৰু সেই মানুহখিনিৰ মুক্তিৰ কাৰণে যত্ন কৰা।

মাচ্‌লিনিকভৰ লগত শেষবাৰ দেখা কৰাৰ পিছত বিশেষকৈ তেওঁ গ্ৰাম্য অঞ্চলৰ পৰা যেতিয়া ঘূৰি আহিল, তেতিয়াৰে পৰা নেক্‌লিউদভৰ গোটেই মনে প্ৰাণে সমাজৰ প্ৰতি এটা ঘৃণা ভাবে ঠাই ল'লে, যদিও তেওঁ এই বিষয়ে সঠিককৈ কোনো সিদ্ধান্তত উপনীত হোৱা নাছিল। তেওঁ বুজিব পাৰিছিল যে চলতি

সমাজখনত লক্ষ লক্ষ মানুহে অনাহাৰ আৰু অৰ্দ্ধাহাৰত দিন কটাইছে আৰু অশেষ যাতনা ভুগিছে। অথচ সেই দুঃখ বেদনাৰ প্ৰকাশ নাই, আৰু কোনেও তালৈ ভ্ৰূক্ষেপ নকৰে। সমাজে তাৰ ভণ্ডামি অতি সাৱধানে প্ৰস্তুত কৰি ৰাখে আৰু মুষ্টিমেয় মানুহে সাহ বিলাসত ডুবি থাকে। সমাজে দিয়ে এই বিলাসিতাৰ নিৰাপত্তা। আমোদ-প্ৰমোদত দিন কটোৱা এই মুষ্টিমেয় লোকে লক্ষ লক্ষ লোকৰ দুঃখবেদনা বুজিবলৈ যে অকল অক্ষমেই এনে নহয়, সিহঁতে মানুহৰ ওপৰত কৰা নিজৰ বদমাইচি আৰু নিষ্ঠুৰতা সম্পৰ্কেও অজ্ঞ। সিহঁতে দেখিও নেদেখা ভাও জোৰে। এই ভদ্ৰ সমাজত চলাফুৰা কৰা নেকৃলিউদভৰ পক্ষে অসম্ভৱ যেন লাগিল। তেওঁ অনুতপ্ত হৈ মনটো অসুখীয়া হৈ পৰিল। অথচ এই সমাজৰেই বহু লোকৰ লগত থকা তেওঁৰ বন্ধুত্ব আৰু ওতঃপ্ৰোতভাৱে জড়িত হৈ থকা সম্পৰ্ক বিলাকে আৰু তেওঁৰ নিজৰ অভ্যাসবোৰে সমাজলৈকে টানি নিয়ে। এই সমাজৰ মেৰপাক বিলাকৰ পৰা ওলাই আহিবলৈ তেওঁ অসমৰ্থ। ইয়াৰ বাহিৰেও মাচলভা আৰু অন্য প্ৰপীড়িত লোকজনক সাহায্য কৰিবলৈ তেওঁৰ প্ৰবল ইচ্ছা। এই কামতেই তেওঁ বৰ্ত্তমান ব্যস্ত হৈ আছে। এই সাহায্য প্ৰদানৰ কামত তেওঁ এই সমাজৰেই এনে কিছুমান লোকৰ ওচৰলৈ যাব লাগে আৰু সহায় সমৰ্থনো ল'ব লগা হয়, যিবিলাক মানুহক তেওঁ সমুলি চকু পাৰি দেখিব নোৱাৰে, আৰু যিবিলাকৰ প্ৰতি তেওঁৰ কোনো শ্ৰদ্ধা নাই।

পিটাৰ্চবুৰ্গলৈ আহি নেকৃলিউদভে তেওঁৰ মাহীয়েক 'কাউণ্টেচ্ কেটেৰীণা ইভ'ানভা চাৰস্কায়াৰ আলহী হৈ থাকিবলৈ ল'লে। কাউণ্টেচ্ সম্পৰ্কত তেওঁৰ মাকৰ ভনীয়েক হয়। আৰু এজন ভূতপূৰ্ব্ব মন্ত্ৰীৰ পত্নী। নেকৃলিউদভ্ আহিয়েই আভিজাত্য চক্ৰ এটাত সোমাই পৰিল, যদিও বৰ্ত্তমান তেওঁ এনে চক্ৰৰ লগত অলপো খাপ নেখায়। কিন্তু তেওঁ ভাল নেপালেও তাৰ গত্যন্তৰ নাছিল। মাহীয়েকৰ ঘৰত নেথাকি হোটেলত থাকিলেও মাহীয়েক বিতুষ্ট হ'ব। ইয়াৰ বাহিৰেও মাহীয়েকৰ বহু প্ৰভাৱশালী লোকৰ লগত যোগাযোগ আছে। তাৰ ফলত হয়তো তেওঁ যি কামৰ কাৰণে আহিছে সেই কামত অনেক সহায় হ'ব পাৰে।

"তোমাৰ সম্পৰ্কে মই বহু গল্প শুনিছোঁ। এইবিলাকনো কি?" আহি পোৱাৰ লগে লগে কফি একাপ আগবঢ়াই দি কাউণ্টেচ্ চাৰস্কায়াই নেকৃলিউদভক সুধিলে। "জেলত পৰা চুবি ডকাইতি কৰা মানুহবোৰক সহায়

কৰিছা নহয়? কাৰাগাৰ পৰিদৰ্শন কৰি সিঁহতৰ সা সুবিধা কৰি দিবিছা হয় জানো?"

"নহয়। নহয়। তেনেকুৱা একো কৰা নাই।"

"নহয় কিয়? কৰিব পাৰিলে ভালেই। কিন্তু লগতে বোমাৰুকৰ কিবা গন্ধও থাকিব পাৰে। কোৱাৰ্টোন বাক এইবোৰনো কি কথা?"

নেক্লিউদভে মাচ্লভাৰ লগত হোৱা ঘটনা সম্পৰ্কে সুকঢাক নকৰাকৈ বিৱৰি ক'লে।

"অ হয়! তোমাৰ মাৰে এই সম্পৰ্কে মোক কৈছিল। তুমি যেতিয়া সেই বুঢ়ীকিজনীৰ ঘৰত আছিলা, বোধহয় তেতিয়া এই ঘটনা হয়। নহয়নে? মোৰ বিশ্বাস তেওঁলোকে চাকৰণীজনী তোমাৰ লগত বিয়া দিবলৈ চেষ্টা কৰিছিল। (কাউণ্টেচ্ কেটেৰীণা ইভ্‌ঁানভ্‌ঁা চাবস্থায়াই নেক্লিউদভৰ এই পেহীয়েক কেই গৰাকীক আগৰ পৰাই ভাল নাপাইছিল।) "মই বুজিছোঁ তেওঁলোকৰেই এই কাম।"

কেটেৰীণা ইভ্‌ঁানভ্‌ঁাৰ বয়স বৰ্ত্তমান ষাঠি বছৰ। কিন্তু এতিয়াও বেচ্ ভজ্‌বজীয়া। মানুহগৰাকী ওখ, শকত, আৰু ওপৰ ওঁঠত অলপ কলা গোঁফ থকা। এই উৎসাহী, আৰু বাংঢালী মাহীয়েক গৰাকীৰ প্ৰতি নেক্লিউদভ্ সৰু কালৰ পৰাই আকৰ্ষিত হৈছিল।

"নহয় মাহী। ছোৱালীজনীয়ে বিনাদোষত দণ্ড ভুগিছে। সেই কাৰণে তাইক মই অলপ সহায় কৰিব খোঁজো। তাইৰ এই অভিশপ্ত জীৱনৰ কাৰণে ময়েই দায়ী। সাধ্যমতে মই তাইক সাহায্য কৰা কৰ্ত্তব্য বুলি ভাবোঁ।"

"কিন্তু মই শুনিছোঁ তুমি তাইক বিয়া কৰিবলৈকো ইচ্ছা কৰিছা। কথা সঁচা জানো?"

"মোৰ ইচ্ছা আছে হয় কিন্তু তাই বিৰাজী।"

কেটেৰীণা ইভ্‌ঁানভ্‌ঁাই চকু থিয় কৰি আৰু নীৰৱ হৈ, আচৰিতভাৱে ভতিজাকলৈ লক্ষ্য কৰিলে। ততালিকে তেওঁৰ মুখৰ চেহেৰা সলনি হ'ল। পুনৰ সন্তোষৰ ভাৱত নেক্লিউদভলৈ চাই ক'লে, "মোৰ বোধেৰে তোমাতকৈ তাই জ্ঞানী মোৰ লোণ। তুমি এজন মহামূৰ্খ। ৰাজী হ'লে জানো তুমি বিয়া কৰাবা?"

"খুব সম্ভৱ!"

"তাইৰ এই অধঃপতন হোৱা সত্বেও?"

"হয়! যিহেতু তাইৰ এই অধঃপতন হোৱাৰ কাৰণে দায়ী মই।"

"তুমি এজন হোজা।" ওঁঠ টিপি হাঁহি সামৰি মাহীয়েকে ক'লে। "তুমি একেবাৰে অঁকৰা। এই কাৰণেই তোমাক মই পুতৌ নকৰি নোৱাৰোঁ।"

নেকলিউদভৰ প্ৰস্তাবিত বিবাহৰ সম্পৰ্কে মাহীয়েকে তেওঁৰ মনৰ প্ৰতিক্ৰিয়া এইদৰে একেষাৰ কথাকে দোহাৰি তেওঁক জনাই দিব খোজে।

"তুমি জানা! কি যে সৌভাগ্য! 'এলাইনে' ঘৰ এখন পালে অৰ্থাৎ *মেগ্‌ডালেন গৃহত কাম কাজ কৰিছে। এবাৰ মই তালৈ গৈছিলোঁ। কিন্তু মোৰ অলপো ভাল নালাগিল। ইমান যে লেতেৰা। ঘূৰি আহি মই গা ধোওঁতে ধোওঁতে হাইৰান। কিন্তু এলাইনে ভালেই পাইছে। তাই মনে প্ৰাণে ভাল পাইছে। গতিকে আমি তোমাৰ গৰাকীকো তাতেই থোৱাৰ ব্যৱস্থা কৰোঁ। কোনোবাই যদি চেষ্টা কৰি তাইক সজপথলৈ আনিব পাৰে তেন্তে তাৰ কাৰণে এলাইনেই উপযুক্ত পাত্ৰী।"

"কিন্তু মাচ্‌লভাৰ নিৰ্ব্বাসন দণ্ড হৈছে। মই সেই দণ্ডৰ বিৰুদ্ধে আপীল কৰিবৰ কাৰণেঁই আহিছোঁ। মোক অলপ সহায় কৰিবৰ কাৰণে আপনাকো অনুৰোধ কৰিছোঁ।

"মোৰ সোণ? এই মৰ্কদ্দমাৰ আপীলনো কি আছে?"

"কিয়? চিনেটৰ ওচৰত আপীল হ'ব।"

"অ' চিনেট! হয় চিনেটত আপীল হ'ব। মোৰ ভাগিন লিভ চিনেটৰ এজন মেম্বাৰ। কিন্তু তাৰ বিভাগটো বেলেগ। বাকী মেম্বাৰবোৰৰ এজনকো মই চিনি নাপাওঁ। তেওঁলোক আটাইবোৰ জাৰ্ম্মাণ—'গে', 'ফে' 'দে' নাইবা আটাইবোৰেই ইভাঁনভ্‌ চিমিয়েনভ্‌ নিকিতিনিচ্‌, জাতু, ইভানেনিকচ্‌, চিম'নেন্‌কচ্‌ বা নিকিতিনকচ্‌। আটাইবোৰেই মাহ খোৱা বান্দৰ। বাৰু মই মহাৰৰ আগত ক'ম। আটাইবোৰৰ লগত তেওঁৰ পৰিচয় আছে। অন্ত মানুহকো জানে। মই ক'ম, নিশ্চয় ক'ম। কিন্তু তুমিও তেওঁক বুজাই দিব লাগিব। তুমিও ধৰিবা। ন'হলে তেওঁ মোৰ কথা নুবুজে, আৰু কোনো গুৰুত্বও নিদিয়ে। মই কিবা ক'লেই তেওঁ বুজি নোপোৱাৰ ভাও ধৰে। অথচ মোৰ কথাৰ বাহিৰে সকলোৰে কথা তেওঁ বুজি পায়।"

এনে সময়তে ছুৰবী এটাই ৰূপৰ ঠাল এখনত চিঠি এখন লৈ হাজিৰ হ'ল।

"সেইয়া এলাইনৰ পৰাই আহিছে।

*'মেগডালেন—বেশ্যাক সংশোধন কৰা আৰু সাজপথলৈ আনিবলৈ শিক্ষা দিয়া অনুষ্ঠান।

তুমি 'কিশিৰেটাৰ'কো লগ পোৱা সম্ভৱ হ'ব।

"কিশিৰেটাৰনো কোন ?"

"কিশিৰেটাৰ। ৰ লা আবেলিকৈ তেওঁৰ তালৈ যাওঁ। তেতিয়া জানিবা তেওঁ কোন আৰু কেনেকুৱা মানুহ। তেওঁৰ কথাৰ প্ৰকোপ আৰু প্ৰভাৱ এনেকুৱা যে অত্যন্ত ধুৰন্ধৰ অপৰাধী মানুহেও আঁঠুকাঢ়ি লৈৱা লয় আৰু কান্দি কান্দি অনুতাপ কৰে।"

যি সকল খ্ৰীষ্টিয়ানে মৃত্যুৰ পিছত 'মুক্তি' আছে বুলি বিশ্বাস কৰে, কাউণ্টেচ্ কেটেৰীণা ইভ'ানভ'াও সেই গোষ্ঠীৰ ভিতৰৰে এগৰাকী। নৈতিক বিশ্বাসত তেওঁ একেবাৰে গোঁড়া আৰু ৰক্ষণশীল। কিন্তু ব্যৱহাৰিক জীৱনত আৰু বাকী কামকাজবিলাকত তেওঁৰ চৰিত্ৰ আৰু গোড়া নীতিবিলাকৰ লগত তেওঁ সমূলি খাপ নাখায়। যিবিলাক সভা সমিতিত এই নীতি আৰু বিশ্বাস সম্পৰ্কে আলোচনা হয়, সেইবিলাকত তেওঁ উপস্থিত থাকে। মাজে সময়ে তেওঁৰ ঘৰতো এনে নীতিত বিশ্বাসী গোষ্ঠীৰ বৈঠক বহে। মুক্তিত বিশ্বাসী লোক সকলে উৎসৱাদি পতা, 'ইকন' প্ৰতিষ্ঠা কৰা, বা অন্য কোনো ধৰ্মীয় সা-সকাম কৰা নীতিৰ বিৰোধী আছিল। কিন্তু কাউণ্টেচ্ কেটেৰীণাই তেওঁৰ ঘৰৰ প্ৰতি কোঠাতেই একোটা 'ইকন' ৰাখিছিল, বেৰতো আঁৰি থৈছিল আৰু গিৰ্জ্জাৰ নিৰ্দ্দেশমতে সকলো কামকাজ কৰিছিল। তেওঁ নিজে ইয়াৰ ভিতৰত কোনো অসামঞ্জস্য দেখিবলৈ নাপায়।

"এতিয়া সেইটোৱেই কথা। তোমাৰ পতিতা গৰাকীয়ে যদি কিশিৰেটাৰৰ কথা শুনিবলৈ পাই, তেতিয়া তাইৰো পৰিবৰ্ত্তন হ'ব," কাউণ্টেচে ক'লে। "আজি গধূলি থাকা। তুমি তেওঁৰ লগত কথা বতৰা হ'ব পাৰিবা। হয় কিশিৰেটাৰ এজন আচৰিত মানুহ।"

"তেওঁৰ কথা শুনিবৰ মোৰ মন নাই মাহী।"

"মই কওঁ তেওঁৰ কথা বেচ্ ৰসাল। গধূলি তুমি ঘৰলৈ ঘুৰিবা ? তোমাৰ কাৰণে মই আৰু কি কৰিব পাৰোঁ ?"

"মোৰ দুৰ্গত এটা কাম আছে।"

"দুৰ্গত ? মই এখন চিঠি দিব পাৰিম। বেৰণ ক্ৰীগস্মুথ্ তাত থাকে। আৰু এটা কথা তুমি তেওঁক জানিবও পাৰা। তোমাৰ পিতৃদেৱৰ তেওঁ এজন সহকৰ্মী আছিল। মানুহজন ভাল। তাত তোমাৰ কাম কি ?"

"তাত লৰা এজন বন্দী হৈ আছে। তাৰ মাকে দেখা কৰিবৰ কাৰণে

অনুমতি এটা ল'ব লাগে। কিন্তু মই শুনিছোঁ। এই অনুমতি চাৰতাৰানকীয়েহে দিব পাৰে।"

"চাৰতাৰানকী মানুহজনক মই সিমান ভাল নাপাওঁ। কিন্তু তেওঁ মাৰিয়েটৰ স্বামী। তেওঁৰ জৰীয়তে মই কোৱাৰ পাৰিম। মই ক'লে মাৰিয়েটে কামটো নিশ্চয় কৰিব। মানুহজনী ভাল।"

"এই দুৰ্গত আৱদ্ধ হৈ থকা এজনী মানুহৰ কাৰণেও মোৰ এখন দৰ্খাস্ত দিব লগা আছে। কিহৰ কাৰণেনো এই মানুহজনীক জেল দিছে, তাই নিজেও নাজানে।"

"নাজানে বুলি ভবাৰ কোনো প্ৰয়োজন নাই। সিহঁতে চব জানে। যেনে কুকুৰ তেনে টাঙোন। এই চুলি চুটিকৈ কটা ধূৰ্ত্ত বিলাকৰ এনে শাস্তি হোৱাই ভাল।"

"সিহঁতে জেল খাই উচিত শিক্ষা পাইছেনে নাই মই নাজানোঁ। কিন্তু মই জানোঁ সিহঁত দুঃখ আৰু বেদনাত জৰ্জ্জৰিত। আপুনি নিজে খ্ৰীষ্টধৰ্ম্মত বিশ্বাস কৰে। যীশুৰ বাণী আপুনি মান্য কৰে। অথচ আপোনাৰ অলপো দয়া মমতা নাই।"

"যীশুৰ বাণী বিশ্বাস কৰা নকৰাৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাই। যীশুৰ বাণী বাণীয়েই আৰু বেয়া বেয়াই। এই বিধৰ্মী আৰু বিদ্ৰোহী বোৰক যদি মই স্নেহ শ্ৰদ্ধা কৰিবলৈ যাওঁ, তেন্তে কথা আৰু সাংঘাতিক হ'ব। ইহঁতক মই চকু পাৰি দেখিব নোৱাৰোঁ। বিশেষকৈ এই চুলি চুটিকৈ কটা বিধৰ্মী, বিদ্ৰোহী, সম্ৰাটক নমনা তিৰোতাবোৰ।"

"আপুনি কিয় দেখিব নোৱাৰে?"

"তুমি তাৰ কাৰণ সুধিছা? কাৰণ হল।* পহিলা মাৰ্চৰ পৰা মই দেখিব নোৱাৰোঁ।"

"আটাইবোৰেতো এই পহিলা মাৰ্চৰ হত্যাকাণ্ডত যোগ দিয়া নাছিল।"

"যোগ দিয়ক নিদিয়ক তাত কোনো কথা নাই। মাইকী মানুহৰ এইবোৰত লিপ্ত হোৱাৰ প্ৰয়োজনেই বা কি? এইবোৰ মাইকী মানুহৰ কাম নহয়।"

"তথাপি আপুনি কয় যে মাৰিয়েটে এই মানুহজনীৰ কাৰণে সহায় কৰিব।"

---

*১৮৮১ খ্ৰীষ্টাব্দত পাইলা মাৰ্চত সম্ৰাট এলেকজেণ্ডাৰ দ্বিতীয়ক বিদ্ৰোহীদলে এটাই হত্যা কৰিছিল।

"মাৰিয়েট। মাৰিয়েট মাৰিয়েটেই। মানুহবটো ভাল বোৱাৰ এটা বিচাৰ আছে। ইহঁতকতো অলপ শিক্ষা দিয়া উচিত।

"শিক্ষা নহয়। মানুহক অলপ সহায় কৰা উচিত।"

"কোনে সহায় পোৱা উচিত আৰু কোনে পোৱা অনুচিত, তাক বিচাৰ কৰি চাব লাগিব।"

"কিন্তু কৃষক সকলেই বেছি সহায় পাবৰ যোগ্য। অলপতে গাওঁৰ পৰা মই ঘূৰি আহিছোঁ। কৃষক সকলে হাঁড় ভগা খাটনি খাটি লঘোনে থাকিব লগা জানোঁ। উচিত। আন হাতে আমি লাহ বিলাসত, আৰু আমোদ প্ৰমোদ, উটি বুৰি ফুৰিম।" নেক্লিউদভে ক'লে। সবল মতীয়া মাহীয়েকৰ লগত কথোপকথন কৰি তেওঁ নিজৰ মতামত ব্যক্ত কৰি পেলালে।

"তেনে হ'লে তুমি বিচাৰা কি? মই কামো কৰিম আৰু নাখাই নথৈ দিন কটাম।"

"আপুনি নাথাকি থকাৰ কথা মই কোৱা নবই।" হাঁহি মাৰি নেক্লিউদভে ক'লে। "মোৰ ইচ্ছা হ'ল সকলোৱেই কাম কৰা উচিত আৰু সকলোৱেই খাবলৈ পোৱাও উচিত।"

মাহীয়েকে নেক্লিউদভৰ উত্তৰ শুনি চকুৰ চেলাউৰি থিয় কৰি, চকু এটা মুদি কৌতূহলেৰে তেওঁৰ ফালে চাবলৈ ধৰিলে।

"মোৰ সোণ! ই সম্ভৱ জানো?"

"কিয়?"

এনেতে কাউন্টেচ্ চাৰস্কায়াৰ স্বামী ভূতপূৰ্ব মন্ত্ৰী আৰু জেনেৰেল, সোমাই আহিল। মানুহজন বেচ্ ওখ আৰু বুকুখন বহল।

"অ' ডিমিত্ৰী দেখোন। তোমাৰ ভালনে?" নেক্লিউদভে চুম্বন প্ৰদান কৰিবৰ কাৰণে তেওঁৰ গালখন আগবঢ়াই দিলে। জেনেৰেলে নীৰবে তেওঁৰ পত্নী চাৰস্কায়াৰ কপালত চুম্বন দি পুনৰ সুধিলে "তুমি কেতিয়া পালাহি?"

"এওঁ মোক কি কৈছে জানা?" চাৰস্কায়াই ক'লে, "মোক বাচন মৰ্চন ধুবলৈ আৰু আলুগুটি খাবলৈ কৈছে। এওঁ কি যে মানুহ! এনেন অস্ত মূৰ্খ। তো পণ্ডিত। বাৰু যি হক এওঁৰ কিবা এটা কাম আছে; তুমি কৰি দিলেই হয়। কি কাম তেওঁ ক'ব।"

"তুমি খবৰ পাইছানে? কেমেন্স্কীৰ মাকৰ সাংঘাতিক অসুখ। বাছেনে নাবাচে একো ঠিক নাই। তুমি এবাৰ খবৰ ল'বা?"

"হয় শুনিছোঁ। অসুখ বৰ বেছি।" স্বামীয়ে উত্তৰ দিলে।

"যোৱা মহাৰক কোৱাগৈ? মোৰ অলপ চিঠি পত্ৰ লিখিব লগীয়া আছে।" ড্ৰইং ৰুমৰ পৰা ওলাই, ওচৰৰ কোঠা এটালৈ খোজ আগবঢ়াই মাহীয়েকে নেক্‌লিউদভক পুনৰ ক'লে, "মাৰিয়েটলৈকো চিঠি লিখিমনে কি?"

"লেখক মাহী।"

"মই লিখা চিঠিত খালি ঠাই এৰি থাম। সেই মানুহজনীৰ সম্পৰ্কে তুমি যি লিখা লিখিবা। মাৰিয়েট তেওঁৰ স্বামীক ক'ব আৰু স্বামীয়েও কামটো নিশ্চয় কৰিব। তুমি মোক বেয়া মানুহ বুলি নেভাবিবা? সেই জেলত থকা মানুহবোৰো কম সাংঘাতিক নহয়। তুমি ওলাই গ'লে যাবা, কিন্তু অকৰ ঘূৰি আহিবা। ঘৰলৈ আহি কিশিৱেটাৰৰ কথা শুনিবাহি। আমি অলপ প্ৰাৰ্থনাৰো আয়োজন কৰিছোঁ। তোমাৰ মাৰাৰ কথাও মই ভালদৰে জানোঁ। তোমালোকৰ সকলোৰেই এনেবোৰ কালত সদাই পিছ পৰা। বৰ্ত্তমানৰ কাৰণে বিদায়!"

## পোন্ধৰ

কাউণ্ট ইভান মিখেইলভিক এসময়ত এজন মন্ত্ৰী আছিল। তেওঁ নিজৰ বিশ্বাসৰ ওপৰত দৃঢ়তা থকা মানুহ।

তেওঁৰ বিশ্বাস আছিল যে বিহগ বিহগীয়ে পোক পকম্‌ ধৰি খায়, গাত উৰণীয়া পাখি থাকে, আকাশও উৰিফুৰে আৰু এইবিলাক সিহঁতৰ স্বাভাৱিক কাম। ঠিক তেনেকৈ তেৰোঁ সুণিপুন ৰান্ধনিয়ে ৰান্ধি দিয়া মনোৰঞ্জক আৰু বিলাসী আহাৰ খোৱাৰ তেওঁৰো অধিকাৰ আছে। ধুনীয়া দামী সাজপাৰ পিন্ধা দ্ৰুতগামী ঘোঁৰা আদিত উঠা তেওঁৰ পক্ষেও স্বাভাৱিক। এইবিলাক বস্তু তেওঁক লাগ বুলিলেই লাগে। ইয়াৰ বাহিৰেও কাউণ্ট ইভান্ মিখেইলভিকে বিবেচনা কৰে যে যেনে তেনে উপায় কৰি, ৰাজভঁড়ালৰ ধন তেওঁ খাব লাগে। হীৰা খটোৱা মেডেল, খ্যাতি আৰু সন্মানৰ চিন স্বৰূপে সম্ৰাটৰ পৰা তেওঁ পাব লাগে। সেই সম্পৰ্কে সম্ৰাট সম্ৰাজ্ঞী উভয়কে তেওঁ কাণ চোৱাইছে। টকা পইচা, ৰাজ ভঁড়ালৰ ধন, আৰু বজাই দিয়া খিতাপ তেওঁ যিমানেই পাই, সিমানেই ভাল।

এই বিলাক হ'ল কাউণ্ট ইভান্ মিহেইলভিকৰ বিশ্বাস আৰু ধাৰণা। এইবোৰ নীতি সদাই খামোচ মাৰি ধৰি থাকে। ইয়াৰ বাহিৰে অন্য কোনো কথাত তেওঁ

গুৰুত্ব নিদিয়ে। অন্য কথা তেওঁ অতি ক্ষুদ্ৰ আৰু আমোদহীন বুলি ভাবে। এই নীতি সাৰোগত কৰি, যোৱা ৪০ বছৰ কাউণ্টে কাম কৰি. শেষত তেওঁ ৰাজ্যৰ মন্ত্ৰীৰ গাদীত বহিবলৈ পাইছিল।

বিবিলাক প্ৰধান গুণৰ বলত কাউণ্ট্ ইভান্ মিহেইলভিক্ মন্ত্ৰীৰ আসন লাভ কৰিছিল, সেই গুণ বিলাক হ'ল এই :—প্ৰথম গুণ তেওঁ দলিল আৰু আইন বিশেষজ্ঞ। ৰাষ্ট্ৰৰ কাকতপত্ৰ বৰ্ণাশুদ্ধিৰে সৈতে তৈয়াৰ কৰাত তেওঁ সিদ্ধহস্ত। দ্বিতীয় গুণ হ'ল তেওঁৰ গুৰুগম্ভীৰ চেহেৰা। কেতিয়াবা তেওঁৰ চেহেৰা অত্যন্ত গৰ্ব্বিত যেন দেখা যায়, আৰু কোনেও তেওঁৰ কাষ চাপিবলৈ সাহসেই কৰিব নোৱাৰে। কেতিয়াবা তেওঁ একেবাৰে লেতু সেতু হৈও দেখুৱাব পাৰে। তৃতীয়তে হ'ল তেওঁৰ ব্যক্তিগত বা শাসন সম্পৰ্কে কোনো নিৰ্দ্দিষ্ট ধৰা বন্ধা মত বা নীতি নাছিল। ফলত যেতিয়াই যি সুবিধা, তেতিয়াই সেইমতে মত দিব পাৰিছিল। এনেকুৱা কাম কাজৰ ভিতৰেদি তেওঁ সদাই নিজক এজন সদ্‌বংশজাত লোক বুলি প্ৰকাশ কৰিবলৈ প্ৰয়াস পাইছিল। তেওঁৰ কামবোৰ, নীতিমূলত হয়নে নহয়, সেই কামবোৰৰ পৰা জনতাৰ মঙ্গল হয়নে নহয়, বা ৰুচ সাম্ৰাজ্যৰ তথা সমস্ত বিশ্বৰ কাৰণে অশুভ হ'লেও তাৰ প্ৰতি তেওঁৰ কোনো ভ্ৰক্ষেপ নাছিল।

তেওঁ যেতিয়া মন্ত্ৰীৰ গাদীত বহিল, তেতিয়া তেওঁৰ ওপৰত তেজনি দি থকা বা তেওঁৰে সৈতে জড়িত থকা, চিনাকী-অচিনাকী বহুতেই ধাৰণা কৰিছিল যে তেওঁ এজন তীক্ষ্ণ বুদ্ধিৰ ৰাজনীতিজ্ঞ পুৰুষ। তেওঁৰ নিজৰো তেনেকুৱাই বিশ্বাস। কিন্তু দিন যোৱাৰ লগে লগে ওলাই পৰিল, তেওঁৰ একেবাৰে তলি উদং, কৃত-কাৰ্য্যতাৰ ঘৰত শূন্য। তেওঁৰ নিচিনা যিবিলাক নীতিভ্ৰষ্ট আৰু প্ৰতিদ্বন্দ্বী কৰ্ম্মচাৰী আছিল, তেওঁলোকে পঢ়াশুনা কৰি, দলিল পাঠ কৰাত আৰু ব্যাখ্যা কৰাত তেওঁক চেৰ পেলাই আগবাঢ়ি গ'ল। সকলোৰে আগত পৰিষ্কাৰ হৈ ওলাই পৰিল যে আচলতে তেওঁৰ ৰাজকাৰ্য্য পৰিচালনাৰ কোনো দক্ষতা নাই, কেৱল এজন আত্মগৰিমা গোৱা তৰলমতিৰ লোক। তেওঁৰ শিক্ষাও বিশেষ নাছিল। আনকি ৰক্ষণশীলপন্থী সস্তীয়া কাকতপত্ৰবোৰৰ সম্পাদকীয় প্ৰবন্ধ বিলাকত লিখা কথাবোৰ কথমপিহে ঢুকি পাইছিল। এই কথা দেখ দেখকৈ ওলাই পৰিল যে যিবিলাক অৰ্দ্ধশিক্ষিত স্বাৰ্থপৰ লোকে তেওঁক চেৰ পেলাই গ'ল ; তেওঁলোকতকৈ মিহেইলভিকৰ কোনো বিশেষগুণ নাছিল। এই কাণ্ডবোৰ তেওঁৰ চকুৰ আগতে ঘটিছিল। কিন্তু প্ৰতিবছৰেই যে ৰাজভঁৰালৰ ধন তেওঁ কুক্ষিগত কৰিব লাগে সেই বিশ্বাস অলপো ব্যতিক্ৰম হোৱা নাছিল। তেওঁৰ সাজপোচাক বোৰ যে

সন্মানেৰে অলঙ্কৃত হ'ব লাগে সেই বিশ্বাসো অলপো কমা নাছিল। এনেকুৱা বিশ্বাস বোৰত তেওঁ আকোৰ গজালি মাৰি ধৰি আছিল। ফলত কোনেও তেওঁক প্ৰত্যাখ্যান কৰিবলৈ সাহস কৰা নাছিল। তেওঁ বিভিন্ন কমিটিৰ সভ্য আৰু চৰকাৰী অনুষ্ঠানবোৰৰ সভাপতি হিচাবে পেঞ্চন স্বৰূপ হাজাৰ হাজাৰ ৰুবল পাই আছিল। ইয়াৰ বাহিৰেও সাজপাৰত ভূষিত কৰিবলৈ পাইছিল সন্মানৰ চিনস্বৰূপ চৰকাৰৰ প্ৰদত্ত তাৰকা, আৰু বিভিন্ন ধৰণৰ এনাজৰি। এই বিলাকৰ ফলত, চৰকাৰী উচ্চ মহলত কাউণ্ট ইভান মিহেইলভিকৰ যথেষ্ট প্ৰভাব আৰু যোগাযোগ আছিল।

কাউণ্টে নেকলিউদভৰ কথাবোৰ কাণ দি শুনিলে। তাৰ পিছত তেওঁ প্ৰতিশ্ৰুতি দিলে যে তেওঁ দুখন চিঠি দিব। তাৰে এখন তেওঁ আপীল বিভাগত থকা চিনেটৰ উলফলৈ দিব।

"উলফৰ বিষয়ে নানা জনে নানা কথা ক'লেও, তেওঁ মোৰ অনুৰোধ ৰাখিব। সাধ্যমতে সকলো কৰিব, কিয়নো বহুকথাত তেওঁ মোৰ ওচৰত ঋণী।"

কাউণ্টে আনখন চিঠি দিলে "পিটিচন কমিটিৰ" এজন প্ৰভাৱশালী সভ্যলৈ। নেকলিউদভৰ মুখৰ পৰা ফিড'ছিয়া বিককভাৰ কথা শুনি, তাইৰ প্ৰতিও তেওঁৰ সহানুভূতি জন্মিল। নেকলিউদভে সম্ৰাজ্ঞীৰ ওচৰত আবেদন কৰাৰ কথা উল্লেখ কৰাত, কাউণ্টে ক'লে যে সঁচাই এই ঘটনা অত্যন্ত বেদনাদায়ক আৰু সুবিধা হ'লে সম্ৰাজ্ঞীকো কোৱা ভাল। কিন্তু তেওঁ ক'ব পাৰিব বুলি এতিয়াই কথা দিব নোৱাৰে! নিয়মিত ভাবে দৰ্খাস্তখন দাখিল কৰা হ'ক আৰু বৃহস্পতিবাৰলৈ যদি 'পিটিচন কমিটিৰ' বৈঠক আহ্বান কৰা হয়, আৰু সুবিধা ওলায়, তেওঁ সম্ৰাজ্ঞীক ভাঙি পাতি ক'ব।

কাউণ্টৰ পৰা দুখন পত্ৰ পাই আৰু মাহীয়েকৰ পৰা মেৰিয়েটলৈ চিঠি এখন লৈ, নেকলিউদভে তত্তালিকে গন্তব্য স্থানলৈ যাত্ৰা কৰিলে।

প্ৰথমতে তেওঁ মাৰিয়েটৰ ওচৰলৈ গ'ল। তেওঁ পাট গাভৰু অৱস্থাতেই মাৰিয়েটক দেখিছিল। যদিও ধনী নহয়, তথাপি তেওঁ অভিজাত লোক এজনৰেই কন্যা। চাকৰী জীৱনত প্ৰতিষ্ঠা লাভ কৰা এজন লোকৰ তেওঁ বৰ্ত্তমান বিবাহিতা পত্নী। কিন্তু মানুহৰ মাজত তেওঁৰ স্বামীৰ সুনাম নাই। আটাইতকৈ গুৰুতৰ অভিযোগ হ'ল যে তেওঁ হাজাৰ হাজাৰ ৰাজনৈতিক বন্দীক কঠোৰ শাস্তি দিছে আৰু এই শাস্তি আৰু অত্যাচাৰ কৰা বাবটো তেওঁৰেই। এই বন্দী বিলাকৰ প্ৰতি লেশ মাত্ৰও দয়া মমতা দেখুৱা তেওঁৰ অভ্যাস নাই।

প্রপীড়িত লোক সকলক সাহায্য কৰিবলৈ গৈ, নেক্লিউদভে অনুভৱ কৰিলে যে যিবিলাক মানুহে অত্যাচাৰ চলাই আছে, সেই মানুহ বিলাকৰ সমীপলৈকে তেওঁ যাব লগা হয়, আৰু কোনো ব্যক্তি বিশেষৰ ওপৰত চলাই থকা নিষ্ঠুৰতা লাঘৱ কৰিবৰ কাৰণে তেওঁলোকক অনুৰোধ কৰিব লাগে। লগে লগে তেওঁৰ ভাৱ হয় যেন তেওঁও এই অত্যাচাৰী মানুহ বিলাকৰ ভিতৰৰে এজন। অত্যাচাৰ আৰু নিষ্ঠুৰতা লাঘৱৰ কাৰণে প্ৰাৰ্থনা জনোৱা মানেই, তেওঁলোকৰ অত্যাচাৰ চলোৱাৰ যি ক্ষমতা আছে তাক মানি লোৱা হয়। এনে পৰিস্থিতি নেক্লিউদভৰ কাৰণে অসহ্য হৈ উঠে। তেওঁ বুজি উঠে যে এই মানুহবোৰৰ নিৰ্য্যাতন চলোৱা মজ্জাগত হৈ পৰিছে। আৰু নিৰ্য্যাতন চলাইছে বুলিও তেওঁলোকৰ কোনো চেতনাই হোৱা নাই। এইবিলাক অভিজ্ঞতাৰ ফলত তেওঁৰ অন্তৰৰ ভাৱবাজ্যত খকাখুন্দা লাগে আৰু মন বিমৰ্ষ হৈ পৰে। তেওঁৰ মনত ভাৱ হয়, এই অনুগ্ৰহবোৰৰ কাৰণে তেওঁ দৌৰ নিদিয়াই ভাল; কিন্তু শেষত তেওঁ ইয়াৰ ওলোটাকে কৰে। তদুপৰি এই কাম কৰিবলৈ গৈ তেওঁ এনে কিছুমান মানুহৰ সং ল'ব লগা হয়, যিবিলাকে তেওঁকো তেওঁলোকৰ লগৰে এজন বুলি ধৰি লয়; অথচ নেক্লিউদভে নিজক তেওঁলোকৰ শ্ৰেণীৰ মানুহ বুলি বিবেচনা নকৰে। ফলত সেই মানুহ বিলাকৰ মাজত যি চলতি ব্যৱহাৰ, নীতি-নিয়ম আৰু চলন-ফুৰণৰ ধৰণ আছে আৰু যিবিলাক তেওঁ অৰ্থশূন্য আৰু অবিবেচক বুলি ভাবে, সেই শ্ৰেণীৰ লোকৰ লগতেই তেওঁ সাঙোৰ খাই পৰে। মাছীয়েকৰ ঘৰলৈ আহি তেওঁৰ অৱস্থা এনেকুৱাই হৈছে। তেওঁ অনুভৱ কৰিলে যে যিবিলাক কথা তেওঁ অত্যন্ত গুৰুত্বপূৰ্ণ বুলি বিবেচনা কৰে, মাছীয়েকে সেই বিলাক কথা উপলুঙা কৰি উৰুৱাই দিব খোজে।

"জেনেৰেলে কাকো লগ নেপাই, মহামান্য জেনেৰেলৰ পত্নীয়েও এতিয়া ফুৰিবলৈ ওলাইছে। তেখেতকো এতিয়া লগ পাব নোৱাৰিব।" এজন লগুৱাই ক'লে।

নেক্লিউদভে কেটেৰীনা ইভ'নভ'ৰ পত্ৰখন উলিয়াই ভিজিতৰৰ বহিখন পৰি থকা টেবুলতে তেওঁৰ কাৰ্ডখনত লিখিলে যে জেনেৰেল আৰু জেনেৰেল পত্নী কাকো লগ নেপাই তেওঁ দুঃখিত। এনেতে লগুৱাটোৱে চিড়িৰ ওচৰলৈ আগবাঢ়িল আৰু দুৱৰীটোৱে বাহিৰলৈ ওলাই কচোৱানটোক হুঁছিয়াৰ কৰি দিলে। লগুৱাটোৱে হাত পোন কৰি থিয় হ'ল। নেক্লিউদভে আলপ সুৰতাণ্ডি দেখে যে এগৰাকী কৃশাঙ্গী মহিলাই, চিড়িয়েদি সৰল গাজপাৰ

পিছি বেগাই নামি আহিছে। মাৰিয়েটৰ হেটটোত চৰাইৰ পাখি লগোৱা আৰু যথেষ্ট ডাঙৰ। পিন্ধা সাজ পাৰ বিলাকৰ বৰণ ক'লা; আৰু হাত মোজাজোৰও ক'লা। মূৰত এখন ক'লা কাপোৰৰ ওৰণি।

নেকলিউডভক দেখি মাৰিয়েটে মূৰৰ ওৰণিখন ডাঙি ল'লে আৰু তেওঁৰ ধুনীয়া মুখ খনি ওলাই পৰিল। তেওঁ আগ্ৰহান্বিত হৈ, নেকলিউডভৰ ফালে চাই ক'লে, "অ' কুমাৰ ডিমিত্ৰী!" মৃদু আৰু মধুৰ মাতৰে তেওঁ ক'লে। "মই বোধ হয় আপোনাক চিনিছোঁ। নহয়।.......।"

"নিশ্চয়! আপুনি দেখোন মোৰ নাম পৰ্য্যন্ত জানে।"

"বোধ হয় জানোঁ। কিয়? মোৰ আৰু মোৰ ভনীৰ আপোনাৰ লগত যথেষ্ট ঘনিষ্ঠতা আৰু ভালপোৱা আছিল।" ফৰাচী ভাষাত তেওঁ ক'লে।

"কিন্তু আপোনাৰ চেহেৰাৰ বহু পৰিবৰ্ত্তন হ'ল.......। মই সচাঁই দুঃখিত। মই এতিয়া এফালে যাবলৈ ওলালোঁ। বাৰু যি হ'ক আহক! ওপৰলৈ যাওঁ।"

মাৰিয়েটে কথাষাৰ ক'লে হয়, কিন্তু দোধোৰ-মোৰ ভাব; এবাৰ হাতৰ ঘড়ীটোলৈ চালে।

"নহয় মই ৰ'ব নোৱাৰিম। মই কেমেনেস্কীৰ তালৈ যাওঁ। তাত মৃতকৰ প্ৰাৰ্থনা সভা হ'ব। মাক গৰাকী শোকত বিহ্বল।"

"কেমেনেস্কীনো কোন?"

"আপুনি শুনা নাই। কেমেনেস্কীৰ ল'ৰাজনৰ এখন দ্বৈত যুদ্ধত মৃত্যু হ'ল। তেওঁ যুঁজিছিল পাচনৰ লগত। মাকৰ একমাত্ৰ পুত্ৰ! কি যে মৰ্ম্মান্তিক ঘটনা! মাকৰ দুঃখ-বেদনা চাই কোনে?"

"অঁ হয়, মই অলপ শুনিছোঁ।"

"বাৰু মই যাওঁ। মই যাবইলগীয়া হ'ল। আপুনি গধূলি বা কালিলৈ আহক।" মাৰিয়েটে ক'লে। তেওঁ বেগাই খোজ দি, সমুখৰ দৰজাৰ ফালে আগ বাঢ়িল।

"নহয় গধূলি আহা মোৰ পক্ষে সম্ভৱ নহ'ব।" তেওঁৰ পিছে পিছে আগবাঢ়ি নেকলিউডভে ক'লে। "কিন্তু আপোনাৰ ওচৰত মোৰ এটা অনুৰোধ আছিল।" ইতিমধ্যে কচোৱানে বগা ঘূৰা ঘোঁৰাহাল, দৰজাৰ কাষলৈ খেদাই অনা চকুত পৰিল।

"এইয়া কি?"

"এইপত্ৰখন মোৰ মাহীয়ে আপানোলৈ দিছে।" লেফাফাটো আগবঢ়াই নেক্‌লিউদভে ক'লে। "সকলো কথা চিঠিতে লিখা আছে।"

"মই জানোঁ। কেটেৰীনা ইভ্‌নভ্‌নাই ভাবে যে মোৰ স্বামীৰ কামকাজৰ ওপৰত মোৰো প্ৰভাৱ আছে। তেখেতে মোক ভুল বুজে। মই একেবাৰেই কৰিব নোৱাৰোঁ। আচলতে তেওঁৰ কামত মই হস্তক্ষেপ কৰিব নোখোজোঁ, কিন্তু আপোনাৰ আৰু কাউণ্টেচৰ খাতিৰত মই মোৰ নিয়ম ভঙ্গ কৰিবলৈকো প্ৰস্তুত আছোঁ। বিষয়টো কি?" মাৰিয়েটে ক'লে।

'দুৰ্গৰ ভিতৰত ছোৱালী এজনী আবদ্ধ হৈ আছে। বৰ্ত্তমান তাই বেমাৰত ভুগিছে; সি ছোৱালীজনীৰ গাত কোনো দোষো নাছিল।

"তাইৰ নাম কি?"

"সুষ্টভা।—লিডিয়া সুষ্টভা, টোকাত লিখাই আছে।"

"ভাল বাৰু। মই যি হয় চেষ্টা কৰিম।" এই বুলি মাৰিয়েটে জাপ মাৰি ঘোঁৰা গাৰীত উঠি আসন গ্ৰহণ কৰিলে। তেওঁ সৰু ছাতিটো মেলি ললে। লগুৱাটো কচোৱানৰ কাকচত বহিল। কচোৱানক গাৰী এৰি দিবলৈ ইঙ্গিত দিলে। কিন্তু মাৰিয়েটে তেওঁৰ ছাতিটোৰে কচোৱানৰ গাত খোচ মাৰি গাৰীখনক ৰবলৈ ক'লে। ঘোঁৰা কিটাই থৎ থৎ কৰি আকৌ বৈ পৰিল।

"কিন্তু অনুগ্ৰহ কৰি আপুনি আকৌ এবাৰ আহিব। এই বাৰ হাতত কোনো কাম কাজ নোলোৱাকৈ আহিব।" হাঁহি মাৰি মাৰিয়েটে নেক্‌লিউদভক ক'লে।

অভিনয় যেনে শেষ হ'ল আৰু যবনিকা তেওঁ নিজে টানি দিলে। তেওঁ মুখৰ ওৰণিখন আকৌ নমাই ললে।

"ভাল আহোঁ," এই বুলি মাৰিয়েটে সৰু ছাতিটোৰে কচোৱানৰ পিঠিত আকৌ খোচ মাৰি দিয়াৰ লগে লগে গাৰীখনে চেকুৰ মেলিলে।

নেক্‌লিউদভেও তেওঁৰ হেটটো ডাঙি ধৰিলে। ঘোঁৰাকিটাই কপ্-লপ্ কপ্-লপ্ কৰি পকা ৰাস্তাটোৰ ওপৰেদি দৌৰ দিলে।

## ষোল

মাৰিয়েটৰ মিচিকীয়া হাঁহিটো যেতিয়া নিক্‌লিউদভৰ মনত পৰিল, তেতিয়া তেওঁ মুখৰ ফিকাৰ এটা মাৰি নিজে নিজে ভাবিলে, "এনে হাঁহি-ফূৰ্তিৰ জীৱনলৈ ঘূৰি যোৱাৰ পূৰ্বে মোৰ লেশমাত্ৰও সময় নাই।" বিবিলাক মানুহৰ

প্ৰতি তেওঁৰ অন্তৰত কোনো শ্ৰদ্ধা নাই, সেইবিলাক মনুষ্যৰ ওচৰতে অনুগ্ৰহ প্ৰাৰ্থী হোৱাৰ কথা মনত পৰিলেই তেওঁ মনত খুব আঘাত পায়।

তেওঁ আকৌ নিজে নিজে ভাবিলে যে যি কামত তেওঁ আগ বাঢ়িছে, সেই কামৰ পৰা তেওঁ কেতিয়াও পশ্চাৎপদ নহয়। এতিয়া কোন ফালে যোৱা ভাল সেই সম্পৰ্কে অলপ চিন্তা কৰি, তেওঁ চিনেটহলৰ ফালে খোজ দিলে। চিনেট হলটো তেওঁ বিচাৰি উলিয়ালে আৰু ইয়াত তেওঁ বহু পৰিপাটি সাজ পিন্ধা বিনয়ী কৰ্ম্মচাৰীক লগ পালে।

তেওঁ অনুসন্ধান কৰি জানিব পাৰিলে যে মাচ্‌লভাৰ আবেদনখন তেওঁলোকে পাইছে আৰু বিবেচনা কৰি ৰিপৰ্ট দিবৰ কাৰণে চিনেটৰ উলফ্‌লৈ পঠোৱা হৈছে বুলি কৰ্ম্মচাৰী সকলে তেওঁক জনালে। নেক্‌লিউদভে তেওঁৰ মাহীয়েকৰ পৰা চিনেটৰ উলফ্‌লৈকো এখন পত্ৰ আনিছিল।

এজন কৰ্ম্মচাৰীয়ে নেক্‌লিউদভক ক'লে, "এই সপ্তাহতে চিনেটৰ বৈঠক বহিব। কিন্তু মাচ্‌লভাৰ দৰ্খাস্ত এই বৈঠকত আলোচনা হোৱাৰ কোনো সম্ভাৱনা নাই। অৱশ্যে খাটিলুটি কিবা সুবিধা কৰিব পাৰিলে হয়তো বুধবাৰ দিনা শুনানীৰ কাৰণে দিব পৰা হব।"

নেক্‌লিউদভে মাচ্‌লভাৰ আবেদনৰ সম্পৰ্কে খবৰ লৈ থাকোতে অফিচ কৰ্ম্মচাৰী সকলৰ মাজত কেৱল সেই দ্বৈত-যুদ্ধৰ কথাই চলি আছিল। তেওঁ ডেকা কেমেনেস্কীৰ মৃত্যুৰ বিস্তৃত বিৱৰণ এই কৰ্ম্মচাৰী সকলৰ কথোপকথনৰ পৰাই বুজিব পাৰিলে। পিটাচবুৰ্গৰ নাগৰিক সকলৰ মাজত এই ঘটনাই গৰম তুলি আছিল।' ঘটনাটো হ'ল এই—কিছুমান সামৰিক বিষয়াই হোটেল এটাত সামুদ্ৰিক শামুক ভোজন কৰিছিল, আৰু তেওঁলোকে অতিপাত সুৰা পান কৰিছিল। কথাৰ মাজত এজনে কেমেনেস্কীৰ ৰেজিমেণ্টৰ ওপৰত এটা কু-মন্তব্য প্ৰকাশ কৰিলে। কেমেনেস্কীয়ে তেওঁক মিছলীয়া বুলি ক'লে। আনজন বিষয়াই কেমেনেস্কীক এটা মাথমাৰ শোধাব। এই কথা লৈ পিছদিনা দুয়োজনৰ দ্বৈত-যুদ্ধ হয় আৰু কেমেনেস্কীৰ পেটত গুৰুতৰ জখম হয় আৰু দু'ঘণ্টাৰ পিচতে তেওঁৰ মৃত্যু হয়। হত্যাকাৰী আৰু তেওঁৰ সমৰ্থক সিজনক গ্ৰেপ্তাৰ কৰা হৈছে; যদিও জনৰব উঠিছে যে কেই সপ্তাহ মানৰ ভিতৰতে তেওঁলোক মুক্তি পাব।

চিনেট হলৰ পৰা নেক্‌লিউদভে 'পিটিচন কমিটিৰ' প্ৰভাৱশালী সদস্য এজনক লগ পাবলৈ যাত্ৰা কৰিলে। এওঁ হ'ল বেৰণ ভৰ্বিৰচ। চৰকাৰী প্ৰাসাদ এটাত তেওঁ বসবাস কৰে। দুৱৰীজনে কৰ্কশ মাতেৰে নেক্‌লিউদভক ক'লে যে

নির্দিষ্ট দিনৰ বাহিৰে বেৰণে কাকো দেখা সাক্ষাৎ নকৰে। আজি বেৰণ সম্রাটৰ লগত আছে ; আৰু কালিলৈ তেওঁ এটা বিপৰ্ট দাখিল কৰাৰ কাম আছে। বেকৃলিউদভে তেওঁৰ মহাকে দিয়া পত্ৰখন ছুৰবীৰ হাতত দি চিনেটৰ উল্‌ফৰ লগত সাক্ষাৎ কৰিবলৈ গ'ল।

সেই সময়ত উল্‌ফে 'লাঞ্চ' খাই উঠিছিলেহে মাথোন। চিৰাচৰিত অভ্যাসমতে তেওঁ কুক্ষিগত আহাৰ হজম হ'বৰ কাৰণে চিগাৰেট এদাল হুঁপি, কোঠাৰ ভিতৰতে খোজ চলাই আছিল। চিনেটৰ উল্‌ফ এজন আত্মপ্ৰত্যয়শীল লোক। তেওঁ নিজক উচ্চবংশজাত লোক বুলি জ্ঞান কৰে আৰু এই গুণ সৰ্ব্বশ্ৰেষ্ঠ বুলি তেওঁ বিবেচনা কৰে। এই বংশাভিমানৰ উচ্চ চূড়াৰ পৰা তেওঁ অন্যলোকক কটাক্ষ কৰে। এনেহেন গুণৰ ওপৰত তেওঁ ইমান গুৰুত্ব দিয়াৰ কাৰণ এয়ে যে ইয়াৰপৰা তেওঁ খুব লাভৱান হৈছে। এই গুণৰ বলত তেওঁ চাকৰী জীৱনত দোপত দোপে উন্নতি কৰিবলৈ সমৰ্থ হৈছে, তেওঁৰ আকাঙ্ক্ষা পূৰ্ণ হৈছে। তেওঁ যাৰ লগত বৈবাহিক সূত্ৰে আবদ্ধ হৈছে, সেই সম্পৰ্কই আনি দিছে বাৰ্ষিক ওঠৰ হাজাৰ ৰুবল। নিজ প্ৰচেষ্টাৰ বলতেই তেওঁ চিনেটৰ সভ্যপদ হস্তগত কৰিছে। তেওঁ বিবেচনা কৰে যে তেওঁ অকল সদবংশজাত লোকেই নহয়, তেওঁ সম্রাটৰ পৰা 'নাইট' সন্মানেৰে ভূষিত এজন মান্যৱন্ত ব্যক্তি। কোনো ব্যক্তি বিশেষৰ পৰা ভেটী লোৱা তেওঁ নিজৰ মৰ্য্যাদাৰ বিৰোধী বুলি ভাবে, কিন্তু নানা অজুহাতত চৰকাৰৰ পৰা ভ্ৰমণ-বানচ, খা-খৰছ আদি যেই সেই প্ৰকাৰে আদায় কৰা অন্যায় বুলি নেভাবে। চৰকাৰৰ পৰা এনে ধৰণৰ পইচা আদায় কৰিবৰ কাৰণে তেওঁ নেৰা নেপেৰাকৈ লাগি থাকে। তেওঁ পোলেণ্ডৰ কোনো এখন প্ৰদেশৰ গভৰ্ণৰ থাকোতে শ শ হাজাৰ হাজাৰ মানুহক নিৰ্দ্দয় শাস্তি দিছিল। বহু মানুহক কাৰাগাৰত ভৰাইছিল, বহুতক নিৰ্ব্বাসনলৈ পঠাইছিল, শ শ হাজাৰ হাজাৰ মানুহক ধ্বংস কৰি পথৰ ভিক্ষাৰী কৰিছিল। কিন্তু সেই মানুহ বিলাকৰ অপৰাধ আছিল কি ? অপৰাধ আছিল তেওঁলোকে নিজৰ দেশ, নিজৰ জাতি, নিজৰ ধৰ্ম্মক ভাল পাইছিল। সেই মানুহ বিলাকক অত্যাচাৰ কৰা তেওঁ অলপো অন্যায় বুলি ভবা নাছিল। এনে নিৰ্য্যাতন আৰু নিপীড়ন কৰাটো তেওঁ দেশ-প্ৰেমিকৰ কৰ্ত্তব্য বুলি ধৰি লৈছিল। ইয়াৰ বাহিৰেও তেওঁ তেওঁৰ পতিব্ৰতা স্ত্ৰী আৰু তেওঁৰ স্ত্ৰীৰ ভনীয়েকৰ সমস্ত সম্পত্তি আত্মসাৎ কৰিছিল। তেওঁৰ ধাৰণা যে এনেদৰে সম্পত্তিখিনি আত্মসাৎ কৰি সেই সম্পত্তিৰ এটা সুব্যৱস্থাহে তেওঁ কৰিছে।

তেওঁৰ পৰিয়ালৰ ভিতৰত প্ৰথম হ'ল তেওঁৰ অত্যন্ত মৃদু স্বভাৱশীলা পত্নী গৰাকী আৰু দ্বিতীয় তেওঁৰ পত্নীৰ ভনীয়েক। পত্নীৰ ভনীয়েকৰ সা-সম্পত্তিখিনি বিক্ৰী কৰি পোৱা টকাখিনি তেওঁ নিজৰ নামত বেঙ্কত জমা থৈছে। এওঁলোকৰ বাহিৰেও তেওঁৰ সৰলমতীয়া ভয়াতুৰা এগৰাকী কন্যা আছে। ছোৱালীজনীয়ে অকলশৰীয়া ভাবেই দিনবোৰ কটায়। কেতিয়াবা গিৰ্জ্জালৈ, কেতিয়াবা এনাইন বা কেটেৰীনা ইভ‍ঁানভ‍ঁাৰ তালৈ গৈ দিনবোৰ পাৰ কৰি দিয়ে।

উলফৰ পুতেক এজনো আছে। সি পোন্ধৰ বছৰ বয়সতে দাঢ়ি গোঁফ ৰখাই, সুৰাপানত অভ্যস্ত হৈ পৰিছে। ল'ৰাটো উৰলি পুৱা আৰু গাম্ভীৰ্য্য-হীন। পঢ়াশুনা ত্যাগ কৰি কুস্বভাৱী লোকৰ লগত আড্ডা দিয়ে। কাম কাজ একো নাই। টকা-পইচাৰ ধাৰ-ঋণ লগাই, বাপেকৰ ভিঙিত ওঁাৰি দিয়ে। এবাৰ এনেকৈ লগোৱা ২৩০ ৰুবল ধাৰ বাপেকে মাৰিছিল। তাৰ পিছত উলফে আৰু ৬০০ ৰুবল ধাৰ মাৰে। এইবাৰ উলফে তাক সতৰ্ক কৰি দিয়ে যে সি যদি নিজক সংশোধন নকৰে, তেন্তে সি ঘৰৰ পৰা বাজ হৈ যাব লাগিব আৰু তাৰ লগত তেওঁ কোনো সংশ্ৰৱ নেৰাখে। এয়েই শেষ। তেওঁ আৰু পুতেকৰ ধাৰ নেমাৰে। কিন্তু পুতেকৰ চৰিত্ৰৰ কোনো সংশোধন ন'হল। পুনৰ এহাজাৰ ৰুবল ঋণ জমা হ'ল। সি বাপেকক জনাই দিলে যে তাৰ ঘৰুৱা জীৱন অতিষ্ঠ হৈ উঠিছে। তেতিয়া উলফে তাক। ত্যজ্য পুত্ৰ কৰি য'লৈকে ইচ্ছা গুছি যাবলৈ হুকুম দিলে। তেতিয়াৰে পৰা উলফে মানুহৰ আগত পুত্ৰহীন বুলি পৰিচয় দিয়ে আৰু পৰিয়ালৰ কাকো পুতেকৰ কথা উলিয়াব লৈ মানা কৰি দিলে। ভ্লাডিমিৰ ভেছিলিয়িভ্ উলফৰ বিশ্বাস যে এইদৰেই তেওঁৰ সংসাৰৰ এটা সুব্যৱস্থা কৰিছে।

নেকৃলিউদভক দেখি উলফে থমকি ৰ'ল, আৰু বন্ধু-সুলভ অভিবাদন জনাই এটা ক্ষীণ হাঁহি মাৰিলে।

তেওঁ যে অভিজাত গোষ্ঠীৰ এজন সিংহপুৰুষ, এই হাঁহিৰ মাজেদিয়েই প্ৰকাশ কৰিব খোজে। নেকৃলিউদভে মহাকৰ পৰা অনা চিঠিখন খুলি তেওঁ পঢ়িবলৈ লাগিল।

"আপুনি আসন গ্ৰহণ কৰক। আপোনাৰ অনুমতিক্ৰমে মই অলপ খোজ চলাই থাকোঁ।" কোটৰ জেপৰ ভিতৰত হাত ভুখন ভৰাই উলফে নেকৃলিউদভক ক'লে।

তেওঁ এই বৃহদাকাৰ অধ্যয়ন কোঠাত পুনৰ ধীৰে ধীৰে খোজ চলাবলৈ ধৰিলে।

"আপোনাৰ লগত চিনা পৰিচয় হ'বলৈ পাই মই সুখী হৈছোঁ। কাউণ্ট মিহেইলভিকৰ অনুৰোধ ৰক্ষা কৰিব পাৰিলে খুবেই আনন্দিত হ'ম।" চিগেৰেট হুঁপি হুঁপি উল্‌ফে ক'লে। তেওঁ মাটিত ছাই পৰে বুলি, সাৱধানেৰে চিগেৰেটৰ গুৰি টুকুৰা হাতেৰে ধৰি আঁতৰাই পেলালে।

"মোৰ অনুৰোধ গোচৰটোৰ যেন সোনকালে বিচাৰ হয়, যাতে আচামী চাইবেৰীয়ালৈ যাব লগা হ'লে, অনতিপলমে যাব পাৰে।" নেকুলিউদভে ক'লে।

"অঁ অঁ হয়। নিজনি নভোগৰদত সাজু হৈ থকা প্ৰথম জাহাজতেই যাতে যাব পাৰে। মই জানো।" তেওঁ যেন সকলো কথা জানে, এনে ভাৱত হাঁহি মাৰি উল্‌ফে ক'লে।

"আচামীৰ নাম কি?"

"মাচ্‌লভা।"

উল্‌ফে টেবুলত পৰি থকা ফাইল এটাৰ পৰা কাগজ এখন উলিয়াই ক'লে, "হয় হয় মাচ্‌লভা। ভাল বাৰু মই আনকিজন সভ্যকো ক'ম। পাৰিলে আমি অহা বুধবাৰেই গোচৰটো ল'ম।"

"তেনেহ'লে মই মোৰ এড্‌ভোকেটজনক টেলিগ্ৰাম দি জনাম নে কি?"

"এড্‌ভোকেট! কিয়? তেওঁনো কি কৰিব? আপোনাৰ ইচ্ছা হ'লে অনাব পাৰে।"

"আপোনাক দেখুৱা কাৰণবোৰ হয়তো যথেষ্ট ন'হব পাৰে, কিন্তু গোচৰটো আগগুৰি মাৰি ভালকৈ চালে আপোনালোকে দেখিব যে এটা ভুল বুজাবুজিৰ ফলত তাইৰ শাস্তি হৈছে।"

"হয় হয় হ'ব পাৰে। কিন্তু চিনেটে গোচৰটো বিস্তৃত বিচাৰ কৰিব নোৱাৰে, বা সাক্ষ্যৰ গুণাগুণৰ সম্পৰ্কত সমালোচনা কৰিব নোৱাৰে। চিনেটৰ কাম হ'ল, আইনৰ প্ৰকৃত ব্যাখ্যাৰ ভিত্তি কৰি তাক উচিতমতে প্ৰয়োগ কৰা হৈছেনে নাই, সেইটোৱেই বিচাৰ কৰিব পাৰে।" চিগাৰেটৰ পোৰা ছাইবোৰ চাই তাক দৃঢ়ভাৱে উল্‌ফে ক'লে।

"কিন্তু মোৰ বিশ্বাস এই গোচৰটো সৰ্ব্ব সাধাৰণ গোচৰৰ গণ্ডীত নপৰে।"

"মই বুজিছোঁ, বুজিছোঁ। সকলো গোচৰেই অসাধাৰণ। আমি আমাৰ

ভূত কৰ্ত্তব্য নিশ্চয় কৰিম, আৰু ইয়াৰ বাহিৰে আমি কি কৰিব পাৰো।" চিগেৰেটৰ গুৰিটোৰ ছাইখিনি পৰো পৰো অৱস্থা।

"আপুনি পিটাৰ্চবুৰ্গলৈ প্ৰায় আহেনে কি?" চিগেৰেটৰ ছাইখিনি যাতে কোনো প্ৰকাৰে পৰিব নোৱাৰে, সেই ভাৱে গুৰিটো ধৰি উল্‌ফে ক'লে, কিন্তু চিগেৰেটৰ ছাইখিনি পৰো পৰো অৱস্থা হোৱাত, তেওঁ উঠি গৈ এছট্ৰেত ছাইখিনি পেলাই দিলে।

"কেনেকুৱা সাংঘাতিক আৰু দুঃখজনক এই কেমেনেস্কীৰ ঘটনাটো।" উল্‌ফে ক'লে। "ল'ৰাটো বেচ্ ভাল আছিল। তাতে মাকৰ একমাত্ৰ সন্তান। মাকজনীৰ যে কি হ'ব?..........।" পিটাৰ্চবুৰ্গৰ মানুহ বিলাকৰ মুখে মুখে যিবোৰ কথা শুনিবলৈ পোৱা যায়, তেওঁৰ মুখতো সেই একে কথাকে নেক্‌লিউদভে শুনিবলৈ পালে।

উল্‌ফে কাউণ্টেচ্ কেটেৰীনাৰ কথাও উলিয়ালে। নতুন ধৰ্ম্মমত সম্পৰ্কে কেটেৰীনা যে বেচ্ উৎসাহী, সেই কথা উলিয়াই তেওঁ ক'লে যে এই মত সম্পৰ্কে তেওঁৰ সমৰ্থনো নাই আৰু বিৰোধিতাও নাই। তেওঁৰ নিচিনা এজন উচ্চবংশ জাত মানুহৰ কাৰণে এই বোৰৰ কোনো প্ৰয়োজন নাই। তাৰ পিছত তেওঁ টান মাৰি টিলিঙাটো বজাই দিলে।

নেক্‌লিউদভে মুৰ দোৱাই বিদায় ল'লে।

"যদি সম্ভৱ হয়। বুধবাৰে আপুনি আহক। আৰু সান্ধ্যভোজন ইয়াতে গ্ৰহণ কৰিব। তোতয়া মই খাতাং কিবা এটা পাৰিম।" হাতখন আগবঢ়াই উল্‌ফে ক'লে।

সময় বহুত হ'ল। নেক্‌লিউদভে মাহীয়েকৰ ঘৰলৈ ঘুৰি গ'ল।

## সোতৰ

কাউণ্টেচ্ কেটেৰীনা ইভঁানভঁাই গধূলি ৭½ বজাত ভোজনত বহে। ভোজনৰ আয়োজন নেক্‌লিউদভৰ কাৰণে সম্পূৰ্ণ নতুন যেন লাগিল। প্লেট বিলাক টেবুলত সজাই থৈ পৰিচাৰকজন কোঠাৰ পৰা ওলাই গ'ল। সকলোৱে খোৱা আৰম্ভ কৰিলে। আহাৰৰ এভাগ শেষ হোৱাৰ লগে লগে কাউণ্টেচে ইলেকট্ৰিক বেল টিপি দিয়ে আৰু পৰিচাৰক আহি প্লেটবোৰ উঠাই লৈ যায়, লগে লগে নতুন এভাগ প্লেটত সজাই হাজিৰ কৰে। আহাৰৰ প্ৰতিভাগেই

সুখাদ্য আৰু এজন ৰবাচী বান্ধনীয়ে দুজন শ্বেতভূষণধাৰী সহকাৰীৰ সহায়ত বস্তুবোৰ পাক কৰিছিল। ভোজনৰ টেবুলত বহিছিল, কাউণ্ট আৰু কাউণ্টেচ্, তেওঁলোকৰ পুত্ৰ, নেক্‌লিউডভ, এজন ৰবাচী বন্ধু আৰু গ্ৰাম্য অঞ্চলৰ পৰা অহা কাউণ্টৰ ঘৰুৱা মেনেজাৰ। সৰ্ব্ব মুঠ ছয়জন।

ভোজনৰ টেবুলত সেই একে কথাই ওলাল। বৈত যুদ্ধৰ কথা। এই মৰ্ম্মদমাত সম্ৰাটে কেনে মনোভাব ল'ব, সেই সম্পৰ্কে প্ৰত্যেকেই নিজ নিজ মতামত প্ৰকাশ কৰিলে। মাকৰ কাৰণে সম্ৰাট অতিশয় দুঃখী। অকল সম্ৰাট নহয়, তেওঁৰ কাৰণ সকলোৱেই দুঃখী। এই কথাও জনাজাত যে হত্যাকাৰীৰ প্ৰতি সম্ৰাটৰ মনোভাব কঠিন নহয়, যি হেতু হত্যাকাৰীজনে সামৰিক বিষয়া হিচাবে মাত্ৰ আত্ম-মৰ্য্যাদা ৰক্ষা কৰিছিল। বহুতেই ঘটনাটো এই দৃষ্টি-কোণৰ পৰাই চাইছিল। একমাত্ৰ কাউণ্টেচ কেটেৰীনাই নিৰ্ভিকভাবে ইয়াৰ প্ৰতিবাদ কৰিছিল।

"সিহঁতে মদখাই বলিয়া হব আৰু তাৰ পিছত একজন ডেকা ল'ৰাক হত্যা কৰিব। কোনো কাৰণেই সিহঁতক মই ক্ষমা কৰিব নোৱাৰোঁ।" কাউণ্টেচে ক'লে।

"তুমি যি কথা কৈছা, মই একোৱেই বুজি নেপাওঁ।" কাউণ্টে ক'লে।

"মই কোৱা কথা যে তুমি বুজি নোপোৱা, সেই কথা মই জানো।" কাউণ্টেচে ক'লে। তেওঁ নেক্‌লিউডভৰ ফালে ঘূৰি পুনৰ ক'লে, "সকলোৱে মোৰ কথা বুজি পাই, একমাত্ৰ এওঁহে মোৰ কথা বুজি নাপায়। মোৰ কথা হ'ল মাকৰ কাৰণে মই অত্যন্ত দুঃখিত আৰু মই ইচ্ছা নকৰো যে এইদৰে ডেকা একজনক হত্যা কৰিব।"

এইবাৰ পুত্ৰেকৰ পাল। তেতিয়ালৈকে পুত্ৰেক নীৰৱ আছিল। সি হত্যাকাৰীজনৰ পক্ষ অৱলম্বন কৰি মাকৰ কথাৰ তীব্ৰ প্ৰতিবাদ কৰিলে। তাৰ যুক্তি হ'ল যে অফিচাৰ (হত্যাকাৰীজনে) জনে যুঁজ কৰাৰ বাহিৰে গত্যন্তৰ নাছিল। নহলে তেওঁৰ সহকৰ্মী অফিচাৰ সকলে তেওঁক দোষাৰোপ কৰি ৰেজিমেণ্টৰ পৰা বাহিৰ কৰি দিব। নেক্‌লিউডভে প্ৰত্যেকৰ যুক্তিবিলাক শুনি আছিল। তেওঁ নিজেও এসময়ত সামৰিক বিষয়া আছিল আৰু বিষয়াৰ দায়িত্বৰ কথা তেওঁ বুজি পায়। তেওঁ ডেকা চাবকাৱাৰ যুক্তি সমৰ্থন কৰিবলৈ অপাৰগ।

নেকৃলিউডবৰ মনত পৰিল এজন হৃষ্টপুষ্ট ডেকা সামৰিক অফিচাৰৰ ভাগ্যৰ কথা। তেওঁ এই মানুহজনক জেলত লগ পাই আহিছে। তেওঁও দ্বৈত-যুদ্ধত এজন লোকক হত্যা কৰি সশ্ৰম কাৰাদণ্ড ভোগ কৰি আছে। কেমেনেস্কীৰ হত্যাকাৰী আৰু এই অফিচাৰজন উভয়ে মদৰ নিচাত হত্যাকাণ্ড ঘটায়। এই অফিচাৰজন হ'ল কৃষকৰ ল'ৰা। তেওঁ উত্তেজনাৰ প্ৰবল সোঁতত পৰি মানুহ জনক হত্যা কৰে। ফলত তেওঁ পৰিয়ালৰ পৰা বিচ্ছিন্ন হৈ জেলত তিল তিলকৈ ভুগিছে। ভৰিত শিকলি লগোৱা আৰু মূৰটো খুৰাই চাইবেৰীয়ালৈ নিৰ্ব্বাসন দিবৰ কাৰণে ব্যৱস্থা সাজু হৈছে।

কিন্তু কেমেনেস্কীৰ হত্যাকাৰী অফিচাৰজন কমত বহি বহি সুমি আহাৰ আৰু সুস্বাদু সুৰা পান কৰি কিতাপ পঢ়ি সময় কটাইছে। দুই এদিনত মুক্তিলাভ কৰি পুনৰ সামৰিক বিষয়া হৈ পৰিব। এই ঘটনাৰ ফলত তেওঁ সমাজৰ বেছিহে আকৰ্ষণীয় হ'ব।

নেকৃলিউদভেও তেওঁৰ মন্তব্য প্ৰকাশ কৰিলে। প্ৰথমে কেটেৰীনাই তেওঁক সমৰ্থন কৰাৰ ভাব দেখুৱাইছিল যদিও শেষত ইবিলাকৰ দৰে তেওঁও নিমাত হ'ল। নেকৃলিউদভে অনুভৱ কৰিলে যে তেওঁৰ মন্তব্য শিষ্টাচাৰৰ বাহিৰ হৈ গ'ল।

গধূলি ভোজনৰ পিছতেই সুবৃহৎ বলনৃত্যৰ কোঠাটো মিটিঙৰ কাৰণে সাজু কৰা হ'ল। ধুনীয়া দলিচা কিছুমান পাৰি থোৱা আছে। বক্তাজনৰ কাৰণে থোৱা আছে সক টেবুলৰ কাষতে এখন আৰামী চকী টেবুলৰ ওপৰত এজগ পানী। ক্ৰমে কিশিৱেটাৰৰ বক্তৃতা শুনিবৰ কাৰণে বহু মানুহৰ সমাগম হৈ কোঠাটো ভৰি পৰিল।

দৰজাৰ সমুখত কিছুমান ধুনীয়া আচবাব সজোৱা আছে, আৰু পাৰিথোৱা আন বিলাকো বেচ ধুনীয়া আৰু মূল্যবান। চিল্ক ভেলভেট আৰু চেব্ লগোৱা ভূষণেৰে ভূষিতা ভালেমান ভদ্ৰ মহিলাই এই আসন বিলাক গ্ৰহণ কৰিলে। এওঁলোকৰ লগতে উপস্থিত হ'ল আৰু কিছুমান 'ইউনিফৰ্ম্ম' আৰু সন্ধীয়াৰ সাজ পিন্ধা পুৰুষ। আধ ডজন মান সৰ্ব্বসাধাৰণ মানুহ। এজন দোকানী, এজন লগুৱা আৰু এটা কচোৱানো সভাত উপস্থিত হ'ল।

কিশিৱেটাৰে ইংৰাজীতে বক্তৃতা আৰম্ভ কৰিলে। চশমাধাৰী ছোৱালী এজনীয়ে কচ ভাষালৈ অনুবাদ কৰি দিলে।

তেওঁ ক'লে যে আমি সকলোৱে ঘোৰ পাপী, আৰু এই ভয়ঙ্কৰ পাপ বিলাকৰ কাৰণে আমি ভুগিব লাগিব কঠিন শাস্তি। এই শাস্তিৰ পৰা ৰক্ষা পৰিব পৰা,

কোনো উপাই নাই। পতিকেই ভৱিষ্যতৰ তীব্ৰ শাস্তিৰ আশঙ্কা লৈ আমি জিয়াই থাকিব পৰা একেবাৰে অসম্ভৱ।

"মোৰ প্ৰিয় ভাই-ভনী সকল! ফষ্টেকৰ কাৰণে আমি ভাবি চাওঁ আমি কৰিছোঁ কি? অমি জীয়াই আছোঁ। কেনেকৈ? আমি আমাৰ অসীম স্নেহশীল আৰু করুণাময় ভগবানৰ ওচৰত কিমান যে দোষত দোষী! আমি যীশুক দুখৰ সাগৰত ডুবাই দিলোঁ। আমি নিশ্চয় বুজিছোঁ যে আমাৰ ক্ষমা নাই, আমাৰ মুক্তি নাই, আমাৰ উদ্ধাৰ নাই। আমি সকলোৱেই ধ্বংসমুখী। চিৰন্তন দুঃখ-বেদনাই আমাক আবৰি লবলৈ অপেক্ষা কৰি আছে।" চকুলো টুকি কান্দি কান্দি কিশিৱেটাৰে কলে।

"হে মোৰ প্ৰিয় ভ্ৰাতৃ সকল! আমি ৰক্ষা পৰো কেনেকৈ? আমি কেনেকৈ ৰক্ষা পৰো এই বুভুক্ষু ভয়ঙ্কৰ পাপাগ্নিৰ পৰা? এই মহা অগ্নিয়ে দাউ দাউ কৰি আমাৰ ঘৰ-দুৱাৰ পুৰি ছাই কৰিছে। নাই! নাই! আমাৰ উদ্ধাৰ নাই।"

তেওঁ ক্ষষ্টেক নীৰৱ হ'ল। দুগালেদি দুধাৰি চকুলো বৈ গ'ল। যোৱা আঠ বছৰ ধৰি তেওঁ বক্তৃতাৰ এই কথা খিনি যেতিয়াই কবলৈ ধৰে, তেতিয়াই শোকে তেওঁৰ ডিঙিত খুন্দা মাৰি ধৰে। সদায় চকুলো বৈ যায়। কিন্তু এই কথা কৈ তেওঁ নিজেই খুব ভাল পাই।

কোঠাৰ ভিতৰত বহুতৰ উচুপনি উঠিল। তেওঁলোককো শোকে যেন খুন্দা মাৰি ধৰিলে। কাউণ্টেচ কেটেৰীনাই হাত দুখনেৰে মুখখন সাৱটি ধৰি টেবুলত ভলমুৰ কৰি হাউলি পৰিল। তেওঁৰ কান্ধ দুখন যেন কঁপি উঠিছে, কচোৱানজনে এই জাৰ্মান পাদুৰীজনক দেখি যেন ভয় পাই উঠিল। সি যেন গাৰী চলাই থাওঁতে গাৰীখনৰে সৈতে জাৰ্মান জনৰ ওপৰত হামখুৰি খাই বাগৰি পৰিল। তথাপি এই বিদেশী মানুহজন অলৰ অচৰ। কেটেৰীনা ইভানভ্‌নাই মনত যি প্ৰতিক্ৰিয়া লৈ বহি আছে, সমাগত আটাইৰে যেন প্ৰতিক্ৰিয়া তেনেই। সুন্দৰ সাজপাৰেৰে ভূষিতা উলফৰ কুমাৰী জীয়েকে মুখখন হাতৰ অঞ্জলিত থৈ আঁঠুকাঢ়ি পৰিল। বক্তাজনে অকস্মাৎ মুখৰ আৱৰণ খুলি এনেকুৱা এটা থোলা হাঁহি মাৰিলে, যেন নাট্যমন্দিৰৰ অভিনেতাই অন্তৰৰ আনন্দ প্ৰকাশ কৰি পুনৰ মৃদু কণ্ঠে বক্তব্য ক'বলৈ আৰম্ভ কৰিছে।

"তথাপি বাচিবৰ এটা মাথোন পথ আছে। সেই পথ হ'ল অতি সহজ আৰু আনন্দময়। একমাত্ৰ ঈশ্বৰৰ পুত্ৰ যীশুৱে আমাৰ কাৰণে যি ৰক্তদান দিলে, তাতেই মুক্তিৰ বীজ সিঁচৰিত আছে। তেওঁ আমাৰ কাৰণেই অসীম দুঃখ আৰু

বেদনা বৰণ কৰি ল'লে। হে মোৰ ভাই-ভগিনী সকল! তেওঁৰ এই কষ্ট বৰণে আৰু ৰক্তদানে আমাক ৰক্ষা কৰিব।" পুনৰ চকুলো টুকি টুকি কিশিৱেটাবে ক'লে, "আহক আমি সেইবাবে ভগবানক ধন্যবাদ দিওঁ। জগতৰ মুক্তিৰ কাৰণে সেই দয়ালু ভগবানে তেওঁৰ পবিত্ৰ ৰক্ত সম্ভূত যীশুক আমাৰ মাজলৈ পঠাই দিলে।"...

নেক্‌লিউদভে বক্তৃতা শুনি অত্যন্ত বিৰক্তি বোধ কৰিলে। তেওঁ নীৰবে আসনৰ পৰা উঠি মুখ ওফোন্দাই লাহে লাহে নিজৰ কোঠালৈ গুচি গ'ল।

## ওঠৰ

পিছদিনা নেক্‌লিউদভে সাজপাৰ পিন্ধি কোঠাৰ পৰা ওলাব খোজোতেই, লগুৱাটোৱে মঃস্কাৰ এড্‌ভোকেটৰ কাৰ্ড এটা আনি দিলে। তেওঁ নিজৰ ব্যৱসায়ৰ কাৰণে পিটাচবুৰ্গত উপস্থিত হৈছেহি। চিনেটত যদি মাচ্‌লভাৰ গোচৰটোৰ শুনানী হয়, তাতো তেওঁৰ ওকালতি কৰি যোৱা উদ্দেশ্য। নেক্‌লিউদভে তেওঁলৈ পঠোৱা টেলিগ্ৰাম পোৱাৰ পূৰ্ব্বেই এড্‌ভোকেটে ঘৰৰ পৰা যাত্ৰা কৰিছিল। গতিকেই তেওঁ টেলিগ্ৰামখন পোৱা নাছিল।

নেক্‌লিউদভৰ পৰা সঠিক বাতৰি পাই আৰু এই গোচৰটোৰ সভ্য কোন কোন থাকিব সেই কথা জানি তেওঁ এটা মিষ্ট হাঁহি মাৰিলে।

"তিনিজন চিনেটৰৰ প্ৰত্যেকজনেই বেলেগ ধৰণৰ মানুহ।" তেওঁ ক'লে। "উল্‌ফ হ'ল পিটাৰ্চবুৰ্গৰ কৰ্ম্মচাৰী, ক' ভৰদিনিকভ্ হল তত্ত্বাগীশ আৰু আইনজ্ঞ আৰু 'বে' হল বাস্তৱবাদী বিচাৰক। এওঁ হল আটাই কিজনৰ ভিতৰত চোকা মানুহ।" এড্‌ভোকেটে ক'লে, "এওঁৰ ওপৰতেই আমাৰ আশা। আৰু পিটিচন কমিটিৰ খবৰ কি?"

মই আজিয়েই বেৰণ ভৰ'বিয়ভক লগ ধৰিবলৈ যাম। যোৱা কালি তেওঁক লগ ধৰিব নোৱাৰিলোঁ।

"তেওঁক বেৰণ ভৰ'বিয়ভে কি ক'লে জানে নে?" এড্‌ভোকেটে ক'লে। তেওঁ প্ৰশ্নটো কৰিলে এই কাৰণেই যে নেক্‌লিউদভে অলপ তাচ্ছিল্যৰ ভাবত 'বেৰণ ভৰ'বিয়ভ' নামটো উচ্চাৰণ কৰিছিল। কিয়নো নামটোৰ শেষত কচ্‌দেশীয় উপাধি থকা সত্বেও বিদেশী উপাধি এটা তেওঁ নামৰ আগত লগাই লৈছিল।

"কথাটো হ'ল তেওঁৰ ককাক আদালতৰ চাপ্ৰাচী আছিল। সম্ৰাট পলে তেওঁৰ কাম কাজত তুষ্ট হৈ তেওঁক "বেৰণ" উপাধি দিছিল। মোৰ এয়ে ইচ্ছা, তুমি বেয়া নেপাবা। বেৰণ ভ'ৰবিয়ত এইদৰেই হ'ল। এই উপাধি লৈ তেওঁ বেচ গৰ্ব্বিত। বৃদ্ধজন বেচ চতুৰ।"

"মই আজিয়েই তেওঁক দেখা কৰিম," নেক্লিউদভে ক'লে।

"ভালেই, এতিয়া আমি দুয়ো একেলগেই ওলাই যাওঁ। আপুনিও মোৰ গাৰীতে বলক।

দুয়োজন ওলাই আহি বাহিৰৰ কোঠা পাওঁতেই এটাই লগুৱা মাৰিয়েটৰ পৰা অহা পত্ৰ এখন নেক্লিউদভৰ হাতত দিলে।

মাৰিয়েটে চিঠিখন ফৰাচী ভাষাত লিখিছিল। পত্ৰৰ সাৰাংশ হ'ল যে দুৰ্গত বন্দী হৈ থকা সুষ্টভা নিৰ্দ্দোষী প্ৰমাণিত হৈছে, আৰু তাই অতি শীঘ্ৰে মুক্তি পাব।

"চাওক কেনেকুৱা ঘটনা।" নেক্লিউদভে এড্ভোকেটক ক'লে, "এই বিলাক অতি সাংঘাতিক কথা এই নিৰ্দ্দোষী মানুহজনী সাত মাহ ধৰি জেলৰ নিৰ্জ্জন কক্ষত বন্দী হৈ থাকিব লগাৰ কাৰণ হ ল তাইক খালাচ দিয়াৰ হুকুম এটা লিখি দিয়া নাছিল আৰু তাৰ ফলতেই ইমান যন্ত্ৰণা ভোগ কৰিলে।"

"এই বিলাক প্ৰায়েই হৈ থাকে। বাৰু যি হ'ক, আপুনি যি চেষ্টা কৰিছিল তাত কৃতকাৰ্য্য হ'ল।"

"কিন্তু এই বিলাক কথাত মই মনত বৰ আঘাত পাওঁ। ভাবি চ'ক জেলৰ ভিতৰত এনেকুৱা ঘটনা চাগৈ আৰু কিমান হৈছে। এজনী নিৰ্দ্দোষী মানুহক তেওঁলোকে কিয় সাত মাহ বন্দী কৰি ৰাখিব ?

"আহা এই বিলাক কথাত ইমান গুৰুত্ব নিদিয়াই ভাল। বাৰু তেতিয়া আপুনি মোৰ গাৰীত যায়নে নেযায় ?" ঘৰৰ পৰা বাহিৰ হৈ এড্ভোকেটে ক'লে।

এনেতে এড্ভোকেটে ভাৰাত অনা ধুনীয়া গাড়ীখন তেওঁলোকৰ কাষ চাপিল, "আপোনালোকে বেৰণ ভৰ'বিয়ভৰ তালৈ যাব নহয় ?"

এড্ভোকটে গন্তব্য স্থানৰ কথা ক'লে। ধুনীয়া ঘোঁৰাহালে ততালিকে চেকুৰ মেলি নেক্লিউডভক বেৰণ ভৰ'বিয়ভৰ ঘৰ পোঁচাই দিলে।

বেৰণ ঘৰতেই আছিল। দীঘল ডিঙীয়া আৰু মটকা ওলোৱা, ইউনিফৰ্ম পৰিধান কৰা ডেকা অফিচাৰ এজন দুগৰাকী মহিলাৰে সৈতে প্ৰথম কোঠাতেই

বহি আছিল। তেওঁ লাহে লাহে গইনাই খোজ দি ওলাই আহিল আৰু নেক্‌লিউদভক প্ৰশ্ন কৰিলে।

"অনুগ্ৰহ কৰি আপোনাৰ নামটো জানিব পাৰোনে?"

নেক্‌লিউদভে নামটো ক'লে।

"অলপ আগতে বেৰণে আপোনাৰ নামটো লৈছিল।" এই বুলি কৈ ডেকা অফিচাৰ জনে ভিতৰলৈ সোমাই গ'ল, অলপ পিছতে পুনৰ ওলাই আহিল। তেওঁৰ পিছে পিছে এগৰাকী মহিলাই চকুলো টুকি আহি আছে, সাজপাৰত শোকৰ চিহ্ন। মহিলা গৰাকীয়ে তেওঁৰ ক্ৰন্দন মানুহৰ চকুত পৰে বুলি, ওৰণি এখনেৰে মুখখন ঢাকি ধৰিছে।

"আহক! আহক!" অধ্যয়ন কোঠাৰ দৰজাখন লাহেকৈ খুলি, ডেকা অফিচাৰ জনে নেক্‌লিউদভক সম্বোধন কৰিলে।

নেক্‌লিউদভে ভিতৰ সোমাই দেখিলে যে ভোটোকা বুঢ়া মানুহ এজন বহি আছে। দেখাত বৰ ক্ষীণোৱাও নহয় আৰু শকতো নহয়। চুলিবোৰ চুটিকৈ কটা। গাত ফ্ৰক কোট এটা পিন্ধি আৰামী চকীত বহি আছে। বিপৰীত ফালে এখন ডাঙৰ লিখা পঢ়া কৰা মেজ। মানুহজনৰ মুখখন পকা থেকেৰাৰ নিচিনা ৰঙা, স্নেহশীল, কিন্তু দাবি-গোঁফ আৰু চুলিবিলাক মৰা পাটৰ দৰে বগা। তেওঁ মিছিকীয়া হাঁহি মাৰি নেক্‌লিউদভৰ ফালে মুখ ঘূৰাই ক'লে, "তোমাক দেখি বেচ ৰং পাইছোঁ। তোমাৰ মাকৰ লগত পৰিচয় আছিল আৰু আমি উভয়ে বন্ধু আছিলোঁ। সক কালতে তোমাক মই দেখা মনত পৰে। তুমি অফিচাৰ হওঁতেও মই দেখিছোঁ। বহাঁ, কোৱাছোঁন কি কামত আহিলা?" মূৰ জোকাৰি বেৰণে ক'লে।

নেক্‌লিউদভে যেতিয়া ফিড'ছিয়াৰ কথা বিৰৰি কৈ আছিল, তেতিয়া মাজত ধৰি তেওঁ ক'লে, "কৈ যোৱা, কৈ যোৱা? মই বুজিছোঁ—সঁচাই মৰ্মস্পৰ্শী ঘটনা। তুমি এই বিষয়ে দৰ্খাস্ত দিছানে?"

"দৰ্খাস্ত এখন মই তৈয়াৰ কৰি আনিছোঁ।" জেপৰ পৰা কাগজ খন উলিয়াই নেক্‌লিউদভে ক'লে, "মই প্ৰথমতে ঘটনাৰ কথা কৈছোঁ। এই আশাত যে আপুনি গোচৰটোৰ বেচ্ মনোযোগ দিয়ে।"

"তুমি বেচ্ ভাল কামেই কৰিছা। মই নিজেই এই সম্পৰ্কে ৰিপৰ্ট কৰিম।" বেৰণ ডাঙৰীয়াই ক'লে। তেওঁৰ যে খুব দুখো ভাব হৈছে, তাক যেন তেওঁ প্ৰকাশ কৰিব খোজে, যদিও মুখৰ ভাবভঙ্গীত তেনে ভাব প্ৰকাশ নেপায়। "এঁ খুব

মৰ্ম্মস্পৰ্শী। তাই একেবাৰে কোমলমতীয়া ছোৱালী। স্বামীৰ দুৰ্ব্যৱহাৰৰ ফলতেই তাইৰ এনেকুৱা বিৰাগ ভাব হৈছিল ; কিন্তু সময় আগবঢ়াৰ লগে লগে নিশ্চিত প্ৰণয়াবদ্ধ হৈ পৰিল। বেচ্ বেচ্। মই বিপৰ্ট কৰিম। নিশ্চয় কৰিম।"

"কাউণ্ট ইভান্ মিহেইলভিকেও আপোনাক এই সম্পৰ্কে কাণ চোৱাৱ।" এই কথাষাৰ শেষ নৌ হওঁতেই বেৰণৰ মুখৰ চেহেৰা সলনি হৈ পৰিল।

"তুমি অফিচতেই দৰ্খাস্তখন দিয়া ভাল, তাৰ পিছত মই কি কৰিব পাৰোঁ। চাম।"

এনে সময়তে বুকুফিন্দাই খোজ দি ডেকা অফিচাৰজন পুনৰ সোমাই আহিল।

"মহিলা গৰাকীয়ে আক এষাৰ কথা কবৰ কাৰণে আপোনাৰ অনুমতি বিচাৰে।"

"আহিবলৈ দিয়া ? অস্ চোঁৱাছোন ? কিমান যে চকুলো টোকা আমি চাব লাগে, আমি যেন সকলোৰে এই চকুলোঁ৷ গুচাই পেলাব পাৰোঁ। এজন মানুহে ছুনীয়া উদ্ধাৰ কৰিব পৰা জানো সম্ভৱ ?"

মহিলা গৰাকী সোমাই আহিল।

"মই, এষাৰ কথা আপোনাক কবলৈ ভুলি গলোঁ। তেওঁক ছোৱালীজনী ত্যাগ কৰিবলৈ আপোনালোকে কেতিয়াও নকব। কেতিয়াও হুকুম নিদিব। কিয়নো তেওঁ সাজু হৈছে.......।"

"মই আগত কৈছোঁ। সাধ্য অনুসৰি যি পাৰো সকলো কৰিম।"

"বেৰণ! ভগৱানৰ দোহাই! এজনী মাতৃক ৰক্ষা কৰক।"

মহিলা গৰাকীয়ে বেৰণৰ হাতত ধৰি চুমা খাবলৈ ধৰিলে।

"যিমান পাৰো সকলো কৰিম।" মহিলা গৰাকী ওলাই অহাৰ লগে লগে নেকলিউদভেও বেৰণৰ পৰা বিদায় ললে।

"পাৰ্য্যমানে যি পাৰোঁ৷ কৰিম। বিচাৰ বিভাগৰ মন্ত্ৰী মহোদয়ৰ আগতো এই সম্পৰ্কে মই কম। তেখেতে সকলৰ উত্তৰ পালে আমি কৰিব লগীয়াখিনি কৰি পেলাম।"

নেকলিউদভে অধ্যয়ন কোঠা ত্যাগ কৰি পুনৰ অফিচলৈ গ'ল। চিনেট হল দেখাৰ দৰে, এই অফিচতো পৰিপাটিকৈ সাজপাৰ পিন্ধা, নম্ৰ, ভদ্ৰ আৰু দেখাত ধুনী কেইবাজনো অফিচাৰ দেখিবলৈ পালে। তেওঁলোকৰ সাজপাৰ, কথা-বতৰা সকলোতে বৈশিষ্ট্য বেলেগ।

স্বতঃস্ফূর্তভাবে নেক্‌লিউডভৰ মনৰ ভাব হ'ল: "এনেকুৱা মানুহ আছেইবা কিয়ান? চেহেৰাৰ পৰাই বুজিব পাৰি তেওঁলোকৰ যেন বিশেষ কোনো দুঃখ-বেদনা নাই, খোৱা-বোৱা একোতে কষ্ট নাই। সকলোবে ভোগবিলাসত থকা মানুহ। কেনেকুৱা পৰিষ্কাৰ আৰু পৰিপাটি সাজপাৰ, ভৰিৰ জুতাৰ বং কি চাবা। কিন্তু এই বিলাক কাম কৰিছে কোনে? জুতাৰ বং দিলে কোনে? জেলৰ কয়দি বিলাকৰ কথাই নাই। যি নিজেই খাদ্যবস্তু উৎপাদক, সেই কৃষক শ্ৰেণীয়েই খাবলৈ নেপাই আৰু সিঁহতৰ তুলনাত এই মানুহবোৰ কিমান সুখী আৰু কিমান সমৃদ্ধিশালী।

## উনিশ

পিটাৰ্চবুৰ্গৰ কাৰাৰুদ্ধ বন্দী বিলাকৰ ভাগ্য নিৰ্ভৰ কৰিছিল এজন খ্যাতিমন্ত জেনেৰেলৰ ওপৰত। তেওঁৱেই কয়দি বিলাকৰ হৰ্তাকৰ্তা বিধাতা। গুৰিতে এওঁ জাৰ্মান আছিল আৰু বৃদ্ধ কালতো বেচ তজবজীয়া আৰু কৰ্মঠ। তেওঁ বজাঘৰীয়া বহু খিতাপ লাভ কৰিছিল, কিন্তু তাৰ ভিতৰত 'অৰ্ডাৰ অব দি হোৱাইট ক্ৰশ" বোলা খিতাপৰ প্ৰতীক চিহ্নহে তেওঁ সদাই চোলাৰ ওপৰত ব্যৱহাৰ কৰিছিল। তেওঁ এই খিতাপ লাভ কৰিছিল নিপুণভাবে সৈন্যে ককেছাছ যুঁজ পৰিচালনা কৰাৰ বাবদ। এই সন্মান তেওঁ নিজে অতি উচ্চ থাপৰ বুলি জ্ঞান কৰিছিল। এনেহেন খিতাপ লাভ কৰাৰ কাৰণ আছিল এয়ে যে তেওঁৰ হুকুমত কিছুমান সশস্ত্ৰ ৰুচ কৃষকে বন্দুক বেয়নেটেৰে এহেজাৰ মানুহ হত্যা কৰিছিল। এই মৃত্যুবৰণ কৰা মানুহ সোপাই সিহঁতৰ মাতৃভূমি আৰু স্বাধীনতাৰ কাৰণে যুঁজ দিছিল।

ইয়াৰ পিছত তেওঁ পোলেণ্ডতো সৈন্য বিভাগৰ এজন বিষয়া আছিল আৰু তেওঁৰ হুকুমত বহু দেশপ্ৰেমী পোল মানুহক হত্যা কৰা হৈছিল। এই বিলাক অত্যাচাৰী কামৰ কাৰণেও তেওঁ বজাঘৰৰ পৰা বহু খিতাপ পাইছিল। তাৰ পিছত বহু ঠাইত কাম কাজ কৰি বৰ্তমান বাৰ্দ্ধক্যৰ ফলত এই কামত বাহাল আছে। এই বিষয়ৰ ফলত তেওঁ লাভ কৰিছে বসবাসৰ কাৰণে এটা ডাঙৰ প্ৰাসাদ, ভৰণ-পোষণৰ কাৰণে মোটা দৰ্মহা আৰু চৰকাৰী সন্মান আৰু মৰ্য্যাদা। ওপৰ মহলৰ পৰা যি বিলাক নিৰ্দ্দেশ আহে, সেই বিলাক তেওঁ আখৰে আখৰে মানি চলে, আৰু নিৰ্দ্দেশ বিলাকৰ ওপৰত তেওঁ খুব গুৰুত্ব দিয়ে আৰু

অত্যাবশ্যকীয় বুলিও ভাবে। তেওঁৰ ধাৰণা যে দুনিয়াৰ সকলো পৰিবৰ্ত্তন হ'লেও, এই উচ্চ মহলৰ নিৰ্দ্দেশ কেতিয়াও পৰিবৰ্ত্তন নহয়। তেওঁৰ কৰ্ত্তব্য হ'ল, স্ত্ৰী-পুৰুষ নিৰ্ব্বিশেষে ৰাজনৈতিক বন্দীবিলাকৰ ৰক্ষণাবেক্ষণ কৰা, তেওঁলোকক নিৰ্জ্জন কক্ষত বন্দী কৰি থোৱা, ইত্যাদি। তেওঁ বন্দীবিলাকক এনে ভাবে ৰাখিছিল যে দহ বছৰৰ ভিতৰত বন্দীবিলাকৰ অৰ্দ্ধেকেই মৰি হাজি অন্ত হৈছিল। কিছু-মানৰ মগজৰ বিকৃতি ঘটিছিল, কিছুমানৰ ক্ষয় ৰোগত আক্ৰান্ত হৈ মৃত্যু হৈছিল। কিছুমানে দুঃখ-বেদনাত অনশন কৰি, কিছুমানে ভগা আইনাৰে হাতৰ ৰক্তবাহী ধমনী কাটি, কিছুমানে ডিঙিত ফাঁচ লগাই, আৰু কিছুমানে গাত জুই লগাই মৃত্যু বৰণ কৰিছিল।

এই বিলাক কথা বৃদ্ধ জেনেৰেলৰ অগোচৰ নাছিল, সকলো তেওঁৰ চকুৰ আগতেই ঘটিছিল। কিন্তু এই ঘটনাবোৰে অলপো তেওঁৰ মন গলাব পৰা নাছিল। ধুমুহা আৰু বান পানীৰ দৰে এইবোৰ আকস্মিক ঘটনা বুলি তেওঁ ধৰি লৈছিল। মহামান্য সম্ৰাটে যিবোৰ নিৰ্দ্দেশনামা জাৰি কৰিছিল, সেইবোৰ কাৰ্য্যকৰী কৰাৰ ফলতেই এইদৰে বন্দী বিলাকৰ মৃত্যু ঘটিছিল। ফলাফল যিয়েই হ'ক, এই নিৰ্দ্দেশবোৰ মান্য কৰিবই লাগিব। বৃদ্ধ জেনেৰেলে এইদৰে বন্দী বিলাক মৰিহাজি আদায় হোৱা কথাতে কোনো ভ্ৰূক্ষেপ কৰা নাছিল। কিয়নো এজন সৈনিক হিচাবে তেওঁৰ যি কৰ্ত্তব্য, সেই কৰ্ত্তব্য পালন কৰোতে তেওঁ কোনো শিথিলতা দেখুৱাব নোৱাৰে। তেওঁৰ কাৰণে এই দায়িত্ব পালন কৰা অতীব প্ৰয়োজন।

সপ্তাহত এবাৰ তেওঁ বন্দী থকা কক্ষ বিলাক পৰিদৰ্শন কৰে আৰু পৰিদৰ্শন কৰোতে বন্দীবিলাকৰ কিবা আবেদন আছেনে কি তেওঁ সুধিছিল। বন্দী বিলাকেও নানান অভিযোগ আৰু অনুৰোধ জনাইছিল। বৃদ্ধ জেনেৰেলে কাণ পাতি সেই বিলাক নীৰৱে শুনিছিল। কিন্তু সেই বিলাক একাণে শুনি আন কাণে ওলাই গৈছিল। সেই অনুৰোধমতে জেনেৰেলে কোনো কাম নকৰিছিল। কিয়নো সম্ৰাটৰ নিৰ্দ্দেশনামানুসৰি সেইবোৰ অনুৰোধ তেওঁ ৰক্ষা কৰিব নোৱাৰে আৰু আইনমতে খাপ নেখায়।

নেক্লিউদভে জেনেৰেলৰ ঘৰ পাওঁ পাওঁ হওঁতেই গিৰ্জ্জাৰ তিনিটা ঘণ্টা ধ্বনিত হ'ল আৰু তিনিও ঘণ্টাৰ মধুৰ ঐক্যতান আহি তেওঁৰ কাণে কাণে কৈ গ'ল, "হে মহান, হে ভগৱান"। তেতিয়া আবেলি দুটা বাজিছিল। এই ঘণ্টা বিলাকৰ ঐক্যতানে নিক্লিউদভৰ মনত সোঁৱৰাই দিলে, 'ডিচেম্বৰিষ্ট' বিলাকৰ

স্মৃতি প্ৰস্তুত পোৱা এটা কথা, ঘণ্টাই ঘণ্টাই দোহাৰি থকা, মধুৰ সঙ্গীতৰ ঐক্য-তানে যাযজ্জীৱন কাৰাদণ্ড ভোগ কৰা, সেই কয়দি বিলাকৰ অন্তৰত ঢৌ খেলি গৈছিল।

ইতিমধ্যে বৃদ্ধ জেনেৰেলে তেওঁৰ অন্ধকাৰাচ্ছন্ন ড্ৰইং ৰুমত, সোণ খটোৱা টেবুল এখনৰ কাষত বহি আছিল। জেনেৰেল আৰু ডেকা শিল্পী এজনে টাহৰ সৰু প্লেট এখন কাগজ এখনৰ ওপৰত চলাই আছিল। এই শিল্পীজন হ'ল তেওঁৰ তলতীয়া কৰ্মচাৰী এজনৰ ভায়েক। বৃদ্ধ জেনেৰেলৰ সোতোৰা পৰা ঠৰঙা আঙুলিবোৰৰ ওপৰত ডেকা শিল্পিয়ে তেওঁৰ হাতৰ আঙুলিবোৰে হেঁচি ধৰি ধৰিছে। এইদৰে দুয়োজনৰ হাত দুখন কজা বান্ধি দুয়োজনে প্লেটখন কাগজ-খনৰ ওপৰত চলাইছে। কাগজখনত বৰ্ণমালাৰ ২৬ টা আখৰ লিখা আছিল। প্লেটখনৰ পৰা জেনেৰেলে উত্তৰ বিচাৰিছে যে মৃত্যুৰ পিচত আত্মাই পৰস্পৰক কেনেকৈ চিনিব পাৰিব। প্লেটখনে উত্তৰ দিছে।

লণ্ডৱা এটাৰ হাতত নেক্‌লিউদভে বেতিয়া তেওঁৰ কাৰ্ডখন পঠাইছিল তেতিয়া জোৱান অব আৰ্কৰ আত্মাই প্লেটখনৰ সহায়ত কথা কৈছিল। দুজন মানুহৰ আত্মাই পৰস্পৰক কেনেকৈ চিনিব, তাৰ উত্তৰত কি প্ৰতিশব্দ হব, সেই শব্দটোৰ বৰ্ণ বিলাক ইতিমধ্যেই কাগজত লিখি পেলাইছিল। লণ্ডৱাটোৱে কাৰ্ডখন আনোতে প্লেটখন 'বি' আৰু 'ওৱাই' আখৰ দুটাৰ ওপৰত স্তব্ধ হৈছিল আৰু প্লেটখন জিকাৰ খোৱাৰদৰে ইফালে সিফালে ঘূৰিছিল। এই জোকাৰণি হৈছিল, জেনেৰেলৰ নিজ মতামতৰ ফলত তেওঁৰ মতেৰে পিছৰ আখৰটো হব লাগে 'বি' যিহেতু জোৱান অব আৰ্কে কব লাগে যে আত্মাই পৰস্পৰক জানিব পাৰিব, একমাত্ৰ সমস্ত পাৰ্থিব বা তেনে ধৰণৰ বিষয়ৰ পৰা নিজক মুক্ত কৰি বা বিশুদ্ধি কৰি। কিন্তু শিল্পী জনৰ মত যে পিছৰ আখৰটো হব লাগে 'এল', যিহেতু আত্মাই পৰস্পৰক চিনি পাব সূক্ষ্ম আত্মাৰ পৰা বিকিৰণ হোৱা ৰশ্মিৰ দ্বাৰাই। জেনেৰেলে পকা চেলাউৰি যোপা কৰি, গুৰু গম্ভীৰ ভাৱে প্লেটখনলৈ দৃষ্টিপাত কৰি আছে। তেওঁৰ ভাব যে প্লেটখনে স্বয়ং 'বি' আখৰটোৰ ফালে তেওঁৰ হাতখন টানি নিছে। শেঁতামুখৰ যুৱক শিল্পীজনে তেওঁৰ নিৰ্জীৱ দৃষ্টিৰ চকুকিটাৰে ড্ৰইং ৰুমৰ চুক এটালৈ থৰ লাগি চাই আছে। তেওঁ হাতখন 'এল' আখৰটোৰ ফালে টান দিছে।

জেনেৰেলে নিজে লিপ্ত হৈ থকা কামত ব্যাঘাত পাই, মুখখন ওকোন্দাই একটীয়া কৰিলে। কন্তেক অপেক্ষা কৰি তেওঁ কাৰ্ডখন টেবুলত থলে। তাৰ পিছত

গল হৈকোহি যদি, ককালত বিষ থকা সত্বেও, আঙুলিকিটা যোহাবি থিয় হ'ল।

"অধ্যয়ন কোঠালৈ আহিবলৈ কোৱা।"

"মহামান্য জেনেৰেলৰ আদেশক্ৰমে মই অকলেই চলাই থাকিমনে কি?" পিয়ৰীয়ে সুধিলে, "মই এতিয়াই উত্তৰ পাম যেন লাগিছে।"

"ভাল, তুমি অকলেই শেষ কৰা।" এই বুলি দীঘল দীঘল খোজ দি, জেনেৰেলে বেগেৰে অধ্যয়ন কোঠালৈ উঠি গল।.

"তোমাক দেখি খুব বং পালো।" নেকুলিউদভক দেখি জেনেৰেলে ক'লে। যদিও সুৰ বেলেগ তথাপি বন্ধুত্ব সুলভ কথা কৈ, লিখা পঢ়া কৰা টেবুলৰ কাষৰ আৰামী চকী এখনত নেকুলিউদভক বহিবলৈ ক'লে।

'পিটাৰ্চবুৰ্গ লৈ তুমি কেতিয়া আহিলা?"

"মই কালি আহি ইয়াত উপস্থিত হৈছোঁ।"

"তোমাৰ মাৰা ৰাজকুমাৰীৰ ভালনে?"

"মোৰ মাতৃয়ে পৰলোক গমন কৰিলে।"

"ক্ষমা কৰিবা। মই বৰ দুখিত। মোৰ ল'ৰাটোৰ পৰা জানিব পাৰিছোঁ সি তোমাক লগ পাইছিল।"

জেনেৰেলে যেনেকুৱা চাকৰীজীৱন লৈছিল, সিও সেই ৰাস্তাকে লৈছে। সামৰিক বিদ্যালয়ত শিক্ষা সাং কৰি বৰ্ত্তমান চোৰাংচোৱা বিভাগত কাম কৰিছে। পুতেকো নিজ কৰ্ত্তব্য সম্পৰ্কে বেচ সচেতন। এই কামৰ কাৰণে সিও গৌৰৱ অনুভৱ কৰে।

"কিয়? মইতো তোমাৰ দেউতাকৰে সৈতে একেলগেই সামৰিক বাহিনীত কাম কৰিছিলোঁ। আমি উভয়ে বন্ধু আৰু সহকৰ্মীও আছিলোঁ। তুমিও এতিয়া কামতে আছানে কি?'

"বৰ্ত্তমান মোৰ চাকৰী নাই।"

জেনেৰেলে অসন্তুষ্ট ভাৱত তলমুৰ কৰিলে।

"জেনেৰেল, আপোনাৰ ওচৰত মোৰ এটা অনুৰোধ আছিল।"

"বেচ, ভাল বাৰু! কোৱা মই তোমাৰ হকে কি কৰিব পাৰোঁ?"

"মোৰ অনুৰোধ কৰা অনুচিত হ'লে যেন ক্ষমা কৰে, কিন্তু মই অনুৰোধ কৰিবলৈ বাধ্য হৈছোঁ।"

"কোৱাছোন কিনো কথা।"

"ভৰকেভিক্ৰ নামৰ ল'ৰা এটা কাৰাগাৰত বন্দী হৈ আছে। তাৰ মাকে লৰাটোৰ লগত এবাৰ সাক্ষাৎ কৰিবলৈ বিচাৰে, ন'হলে কিতাপ কেইটামান দিবলৈ অনুমতি বিচাৰে।"

জেনেৰেলে যেন সন্তোষো পোৱা নাই আৰু বিতুষ্টও হোৱা নাই, এনেকুৱা ভাৱ দেখুৱাই, মূৰটো একাষে দোঁৱাই এনে এটা ভাও দিলে, যেন তেওঁ গোটেই কথাটো বিবেচনা কৰিবলৈ লাগি গৈছে। কিন্তু আচলতে তেওঁ একো বিবেচনা কৰা নাই। নেকৃলিউদভৰ অনুৰোধৰ প্ৰতি মনোযোগো দিয়া নাই। তেওঁৰ ভাৱ যে তেওঁ আইন মতেহে কাম কৰিব। তেওঁ চিন্তাশূন্য হৈ ক্ষন্তেক যেন মনটোক বিশ্ৰাম দিলে।

"তুমি চোঁৱা, এইবোৰ কথা মোৰ ওপৰত নিৰ্ভৰ নকৰে। সাক্ষাৎ কৰা সম্পৰ্কে মহামান্য সম্ৰাটৰ হুকুম মতে নীতি-নিয়ম বন্ধা আছে। কিতাপৰ সম্পৰ্কে কথা হ'ল আমাৰ নিজৰেই এটা গ্ৰন্থাগাৰ আছে। নিয়ম মতে সি কিতাপ পাব পাৰে, আমাৰ গ্ৰন্থাগাৰৰ পৰা নিলেই হ'ল।"

"হয়! কিন্তু ল'ৰাটোক বিজ্ঞানৰ কিতাপ লাগে, সি পঢ়াশুনা কৰিব খোজে।"

গোৰ গোৰাই জেনেৰেলে ক'লে, "তুমি এইবোৰ কথা বিশ্বাস কৰিছা?" ক্ষন্তেক জেনেৰেল নীৰব হ'ল।

"আচলতে সি পঢ়িব খোজা নাই, কেৱল মনৰ অস্থিৰতা মাত্ৰ।"

"কিন্তু উপায় কি? তেওঁ লোককতো সময় কটোৱাৰ উপায় লাগে কিয়নো জেলৰ জীৱন কষ্টকৰ।"

"সিহঁতৰ আপত্তি সদাই থাকে," জেনেৰেলে ক'লে, "আমি সেইবোৰ কথা জানো।"

তেওঁৰ ভাৱ এনে যেন এই মানুহবোৰ জন্মগত ভাবে বেয়া মানুহ।

"সিহঁতে এই দুৰ্গত যিমান সা-সুবিধা পাইছে, এনে সুবিধা, বহু কাৰাগাৰত নাই।"

জেনেৰেলে তেওঁৰ কথাৰ সত্যতা প্ৰমাণৰ সাক্ষ্য স্বৰূপ, কয়দিবিলাকে জেলত কি কি সুবিধা ভোগ কৰিছে, তাৰ বিবৃতি ভাঙি দিলে। জেলত যেন এই কয়দিবিলাকৰ সুখী জীৱন গঢ়ি তোলাই তেওঁলোকৰ একমাত্ৰ উদ্দেশ্য।

"পূৰ্বে সিহঁতে কিছু কষ্ট পোৱা কথা সত্য। কিন্তু বৰ্ত্তমান সেই অসুবিধা বোৰ দূৰ কৰা হৈছে আৰু সিহঁতক আমি সকলো সুবিধা দিছোঁ।" তেওঁ কবলৈ

ৰ কৰিলে, "দুপৰীয়া ভোজনত তিনিবিধ আহাৰ্য্য দিয়া হয়। এভাগ মাংস থাকেই। ৰবিবাৰে ইয়াৰ উপৰিও মিঠাই দিয়া হয়। ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰ দেশৰ প্ৰতিযাদুহে যেন এনেকৈয়ে থাকলৈ প'ক।"

সকলো বৃদ্ধ লোকৰ দৰেই জেনেৰেলে কোনো বিষয়ে কথলৈ ধৰিলে নেৰা নেপেৰা হয়। নানান যুক্তিতৰ্ক ডাঙি একেটা কথাকে কৈ থাকে। তেওঁ কয়দিবিলাকৰ অন্যায় দাবী আৰু অকৃতজ্ঞতাৰ সম্পৰ্কেও বহু যুক্তি আৰু প্ৰমাণ ডাঙি ধৰিলে। এনেকুৱা প্ৰমাণ তেওঁ পূৰ্ব্বেও দি আহিছে।

"সিহঁতক আমি ধৰ্ম্ম সম্বন্ধীয় আৰু পুৰণা বাতৰি কাকত যোগান ধৰোঁ। জেলত গ্ৰন্থাগাৰো আছে, কিন্তু সিহঁতে পঢ়াশুনা নকৰে। কাচিৎহে কিতাপ এটা নিয়ে। প্ৰথমতে কিতাপ পঢ়াত মন থকা যেন দেখুৱাই, কিন্তু পিছত নতুন কিতাপ হ'লেও তাৰ পাত আধা কটা হয়েই থাকে। পুৰণা বোৰো সেই দৰেই পৰি থাকে।

* *                * *                * *

নেক্লিউদভে জেনেৰেলৰ কথাবিলাকৰ প্ৰত্যুত্তৰ দিয়া নিস্প্ৰয়োজন বুলি বিবেচনা কৰিলে। বৃদ্ধৰ ওচৰত তেওঁ আৰু এটা চেষ্টা কৰিলে। সেইটো হ'ল সুস্টভাৰ সম্পৰ্কে। সেইদিনা পুৱাই সুস্টভাৰ মুক্তিৰ আদেশ হৈছে বুলি তেওঁ জানিব পাৰিছিল।

'সুস্টভা! সুস্টভা! ইমানবোৰ কয়দিৰ ভিতৰত কিমান নাম মনত ৰাখিব৷ আৰু সম্ভৱো নহয়।" তেওঁ ক'লে। তেওঁ টিলিঙাত টিপ দি চেক্ৰেটৰীজনক মাতিলে। চেক্ৰেটৰী অহালৈ অপেক্ষা কৰি জেনেৰেলে নেক্লিউদভক পুনৰ চাকৰীত সোমাবলৈ বুজনি দিলে। তেওঁ কয় যে সম্ৰাট জাৰ আৰু দেশৰ কাৰণে কিছুমান ভদ্ৰ আৰু সাধুলোক লাগে। (তেওঁ নিজকো এনে ধৰণৰ লোক বুলি ভাবে।)

"মই বৃদ্ধ হ'লো। তথাপি শক্তি থাকে মানে দেশৰ আৰু সম্ৰাটৰ সেৱা কৰিছোঁ।"

চেক্ৰেটৰী আহি জনালে যে কোনো এথন আওহতীয়া জেলত সুস্টভা বন্দী হৈ আছে। তাইৰ মুক্তিৰ সম্পৰ্কে এতিয়ালৈকে তেওঁ কোনো হুকুম পোৱা নাই।

"আমি হুকুম পালেই সেই দিনাই তাইক মুকলি কৰি দিম, সিহঁতক পুনাই ৰাখিবৰ আমাৰ অলপো মন নাই।" কৰ্কশ হাঁহি মাৰি জেনেৰেলে ক'লে।

এই দুৰ্দান্ত বৃদ্ধৰ কথা শুনি নেক্লিউদভে যদিও অত্যন্ত বিৰক্ত হৈছিল, তথাপি তেওঁ নিজক সংযত কৰি ৰাখিলে, বৃদ্ধৰ কথাৰ কোনো প্ৰতিবাদ নকৰি, তেওঁ বাৰলৈ আসনৰ পৰা থিয় হ'ল। বৃদ্ধৰ ভাব হ'ল যে তেওঁৰ সহকৰ্মী এজনৰ বিভ্ৰান্ত পুত্ৰৰ প্ৰতি তেওঁ কঠিন হোৱা উচিত নহয় আৰু আনহাতে দুএবাৰ উপদেশ নিদিয়াকৈ বাৰলৈ এৰি দিয়াও ঠিক নহয়।

"বিদায়। মোৰ লোণ! তুমি মোক ভুল নুবুজিবা। তোমাৰ প্ৰতি স্নেহৰ বশবৰ্ত্তী হৈহে মই এইবোৰ কথা কৈছোঁ। আমাৰ এই দুৰ্গত যি বিলাক মানুহ আছে, এনে মানুহৰ সঙ নলবা, ইহঁতৰ মাজত কোনো নিৰপৰাধী মানুহ নাই। ইহঁতক আমি ভালকৈয়ে চিনো।" নিঃসন্দেহে জেনেৰেলে ক'লে।

এই মানুহবোৰ যে বদমাইচ্ সেই সম্পৰ্কে বৃদ্ধ জেনেৰেলৰ অলপো সন্দেহ নাই। তেওঁ কোৱা কথাই যে সত্য, এই বুলি তেওঁৰ সন্দেহ নোহোৱা নহয়। আচল কথা তেওঁ নিজে কোৱা কথা সত্য বুলি নেভাবিলে, তেওঁ নিজকো ভদ্ৰ-লোক আৰু শ্ৰেষ্ঠ ব্যক্তি বুলি ভাবিবৰ ঠাই নেথাকে, তেওঁ বীৰ হবও নোৱাৰিলে-হেঁতেন। তেওঁ নিজেই বীৰৰ ঠাইত এজন দুৰ্দান্ত লোক বুলিহে জনাজাত হ'ল-হেঁতেন। তেতিয়া বৃদ্ধ কালত এনেকৈ সুখী জীৱন কটোৱাও সম্ভৱ নহ'ল-হেঁতেন। বৃদ্ধই এইদৰে নিজৰ বিবেক বিক্ৰী কৰি স্বাৰ্থ পূৰণ কৰিছে।

* *  * *  * *

নেক্লিউদভে দীঘল হুমুনিয়াহ এটা কাঢ়ি জেনেৰেলৰ লগত কৰমৰ্দ্দন কৰি কোঠাৰ পৰা ওলাই আহিল।

জেনেৰেলে অসন্তুষ্টিৰ ভাবত কোঠাৰ ভিতৰলৈ ঘূৰি গ'ল। ডেকা শিল্পী জনেও জেনেৰেলৰ কাৰণে অপেক্ষা কৰি আছিল। জোৱান্ অৰ্ আৰ্কৰ আত্মাৰ উত্তৰ ইতিমধ্যেই লিখা হৈ গৈছিল। জেনেৰেলে চশমা জোৰ লগাই পঢ়ি চালে। "আত্মাই পৰস্পৰৰ লগত সূক্ষ্ম আত্মাৰ পৰা বিকীৰণ হোৱা ৰশ্মিৰ পৰাই চিনাকী হব পাৰিব।"

"আহ্!" জেনেৰেলে ক'লে, "যদি আটাইবিলাক ৰশ্মি একেই হয়, তেন্তে কেনেকৈ চিনাকী হব?" তেওঁ প্ৰশ্ন কৰিলে। তাৰ পিছত আকৌ শিল্পীৰ হাতত হাতখন থৈ প্লেটখন ঘূৰাবলৈ ধৰিলে।

ঘোঁৰা গাড়ীত উঠি নেক্লিউদভে কম্পাউণ্ডৰ পৰা বাহিৰ ওলাল।

"ইয়াত একো ভাল নাই চাৰ।" নেক্লিউদভলৈ চাই কচোৱানটোৱে

মন্তব্য কৰিলে, "আপোনালৈ অপেক্ষা নকৰি মোৰ গাড়ীখন চলাই লৈ যাবৰহে মন গৈছিল।"

নেক্‌লিউদভেও কচোৱানৰ কথাত সম্মতি জনাই ক'লে, "হয়। ইয়াত ভাল লগা একো নাই।"

আকাশৰ শুকলা ডাৱৰ, নেভা নদীত চলাই যোৱা নাও আৰু জাহাজবোৰে তোলা পানীৰ ঢৌ বিলাকলৈ নিৰীক্ষণ কৰি তেওঁ অলপ সকাহ পালে।

## কুড়ি

পিছদিনাই মাচ্‌লভাৰ আপীলৰ শুনানী হোৱাৰ কথা। নেক্‌লিউদভ আৰু এড্‌ভোকেট দুয়োৰে চিনেট হলৰ সমুখত দেখাদেখি হ'ল। সেই সময়ত চিনেট হলৰ সমুখত বহুত ঘোঁৰা গাড়ীও ৰৈ আছিল।

ফেনাৰীণে চিনেট হলৰ চুক-কাণ ভালকৈয়ে চিনি পায়। চিৰিয়েদি উঠি, বাওঁফালে ঘূৰি, ভিতৰৰ দৰজা খুলি তেওঁ সোমাই গ'ল। এই কোঠাৰ দৰজাৰ বাহিৰ ফালে ফৌজদাৰী বিধি বলবৎ কৰাৰ তাৰিখটো লিখা আছে।

সৰু আৰু ঠেক কোঠা এটাত ফেনাৰীণে তেওঁৰ অভাৰ:কোটটো সোলোকাই থলে। চাপ্ৰাচীৰ মুখৰ পৰা তেওঁ জানিব পাৰিলে যে ইতিমধ্যেই চিনেটৰ সভ্য সকল উপস্থিত হৈছে। ফেনাৰীণৰ গাত এটা বগা কামিজ আৰু তাৰ ওপৰত এটা টেইল কোট। ডিঙিত বগা টাই বন্ধা। মুখত এমোকোৰা হাঁহি লৈ তেওঁ সমীপৰ আৰু এটা সৰু কোঠালৈ গমন কৰিলে।

এই কোঠাটোৰ সোঁও হাতে এটা বৃহৎ কাবাৰ্ড আৰু ওচৰত এখন মেজ। বাওঁ হাতে থকা এটা বেকা বেকি চিৰিয়েদি, এজন ধুনীয়া ইউনিফৰ্ম পৰিধান কৰা অফিচাৰে কাষলতিৰ তলত এটা পৰ্টফলিও বেগ লৈ বেগাবেগিকৈ নামি আহিছে। পকাচুলিৰে সৈতে পিতামহ স্বৰূপ এজন বৃদ্ধও এই কোঠাতে বহি আছে, আৰু সকলোৰে চকু এই বৃদ্ধৰ ওপৰত। তেওঁৰ গাত আছে এটা চুটি কোট আৰু ধূসৰ বৰ্ণৰ এটা পেণ্ট আৰু ওচৰতে দুজন লগুৱা থিয় হৈ আছে। বৃদ্ধজনে 'কাবাৰ্ডটোৰ' ভিতৰলৈ সোমাই, দৰজা বন্ধ কৰি দিলে।

ফেনাৰীণৰদৰে সাজ পাৰ পিন্ধা আৰু এজন এড্‌ভোকেট কোঠাৰ ভিতৰলৈ সোমাই আহি ততালিকে ফেনাৰীণৰ লগত কথাৰ জোৰণি মেলি দিলে। নেক্‌লিউদভে উপস্থিত থকা লোক সকলৈ চাই দেখে যে মুঠতে পোন্ধৰজন

উপস্থিত আছে। তাৰে দুগৰাকী মহিলা। এগৰাকী গাভৰু আৰু চকুত চছমা লগোৱা। আন গৰাকী বৃদ্ধা।

সেইদিনা মানহানিৰ মকৰ্দমা এটাৰ শুনানী হোৱা কথা আৰু মকৰ্দমা শুনিবলৈ অহা দৰ্শকৰ ভিৰো হৈছে আছিল। বিশেষকৈ বহু সংখ্যক বাতৰি কাকতৰ প্ৰতিনিধি আহি উপস্থিত হৈছিল। আদালতৰ চাপ্ৰাচীজনৰ চেহেৰা বেচ ধুনীয়া। পিন্ধা সাজপাৰো চকুত লগা। গাল কিষন বঙা। চাপ্ৰাচীয়ে হাতত কাগজ এখন লৈ ফেনাৰীণৰ কাষত থিয় হ'ল। আৰু তেওঁৰনো কি কাম আছে সুধিলে। সেইদিনা মাচ্‌লভাৰ গোচৰৰ শুনানী হব বুলি জানি তেওঁ কাগজ এটুকুৰাত কিবা কিবি লিখি ল'লে, আৰু পুনৰ ওলাই গ'ল।

এবেতে 'কাবার্ডৰ' ভিতৰৰ পৰা সেই বৃদ্ধ মানুহজন ওলাই আহিল, কিন্তু গাত আৰু সেই ছুটি কোট নাই। তাৰ ঠাইত এটা নতুন সাজপাৰ। সাজটোত ঠায়ে ঠায়ে গুণা লগোৱা আৰু স্বৰ্ণ খচিত যেন দেখা যায়। বুকুত ধাতু-নিৰ্মিত জিলিকি থকা এখন প্লেট। পোষাকটো পিন্ধাত বৃদ্ধৰ চেহেৰা এটা চৰাইৰ নিচিনা হৈ পৰিল। অনুমান হয়, দেখিলে হাঁহি উঠা এই পোষাক পিন্ধি যেন বৃদ্ধ একো সুখ পোৱা নাই। তেওঁ সোমাই অহা বাস্তাৰ বিপৰীতে থকা এখন দৰজাইদি ওলাই গ'ল।

"সেইয়া হ'ল 'বে'— এজন অতি মান্যবন্ত লোক।" ফেনাৰীণে নেকৃলিউদভক ক'লে। তাৰ পিছত ফেনাৰীণে তেওঁৰ সহযোগী এডভোকেটৰ লগত নেকৃলিউদভক চিনাকী কৰি দিলে আৰু লগতে সম্ভহতে শুনানী হব খোজা, আমোদজনক মাচ্‌লভাৰ গোচৰৰ বৰ্ণনা বিবৰি ক'লে।

অনতি পলমে আপীলটোৰ শুনানী আৰম্ভ হ'ল। নেকৃলিউদভ আৰু অন্য দৰ্শকসকল বাওঁহাতে থকা চিনেট হলটো সোমাই গ'ল। ৰেইলিংৰ বাহিৰ ফালে ফেনাৰীণ সহ আটাইবিলাকে আসন গ্ৰহণ কৰিলে। কেৱল পিটাৰ্চবুৰ্গৰ এডভোকেটজন ৰেইলিংৰ আগত থকা মেজ এখনৰ কাষত ৰহিল।

ফৌজদাৰী আদালতৰ দৰে চিনেট হলটো নিমান ডাঙৰ নহয় আৰু কোঠাটো সাধাৰণ আচবাবেৰে সজ্জিত। কিন্তু চিনেটৰ সভ্যসকলৰ সন্মুখত থকা টেবুলৰ ওপৰত পৰা কাপোৰখন সোণোৱালী ৰঙৰ ভেলভেট। ইয়াৰ বাহিৰে কোঠাটো ভিতৰত আছে এখন ডাঙৰ আইনা, ইকন আৰু সম্ৰাটৰ প্ৰতিচ্ছবি।

চাপ্ৰাচীয়ে গুৰু গম্ভীৰভাৱে চিনেটৰ সভ্যসকলৰ আগমনৰ কথা ঘোষণা কৰিলে। "বিচাৰকসকল সমুপস্থিত।" সমাগত সকলোৱে থিয় হৈ চিনেটৰ

সকলৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিলে। চিনেটৰসকল ইউনিফৰ্ম পৰিধান কৰি সোমাই আহিল আৰু পিঠি ওখ চকীবিলাকত আসন গ্ৰহণ কৰিলে। ফৌজদাৰী আদালতত জজ্ সকল যিদৰে বহে, ঠিক সেইদৰেই সমুখৰ টেবুলত হাত থৈ বহি পৰিল। তেওঁলোক প্ৰত্যেকই যেন একোজন, স্বাভাৱিক সবল আৰু সহজ মানুহ।

চাৰিজন চিনেটৰ আসনত উপবিষ্ট। এজন হল নিকিতিন্। খোপোকা মুখেৰে সৈতে তীক্ষ্ণ বুদ্ধিৰ মানুহজন। দ্বিতীয়জন উলক্। তেওঁ মৰ্কদ্দমাৰ কাকতপত্ৰবোৰ লুতিয়াই বগৰাই চাইছে। তৃতীয়জন স্কভ'ৰদিনিকভ্। মানুহ জন দেখাত ভেবেহা শকত। মুখত বসন্তৰ দাগ আছে। এওঁ আইন সম্পৰ্কে তত্ত্ববাগীশ। চতুৰ্থজন হল মিঃ 'বে'। তেওঁ আহিল একেবাৰে শেষত আৰু মুখৰ চেহেৰা পকা খেকেৰাৰ দৰে।

চিনেটৰসকল অহাৰ লগে লগে সোমাই আহিল মুখ্য সচিব আৰু চৰকাৰী এড্ভোকেট। এই ক্ষীণকায়ী, দাড়ি-গোঁফ চফা কৰি কটা, মধ্যমীয়া ওখ, ডেকা এড্ভোকেটজনক, তেওঁ এটা অদ্ভুত পোষাক পৰিধান কৰি থকা সত্ত্বেও নেক্লিউদভে ততালিকে চিনি পালে। ছাত্ৰ অৱস্থাত তেওঁ নেক্লিউদভৰ ঘনিষ্ঠ বন্ধু আছিল, কিন্তু যোৱা ছবছৰ উভয়ৰ ভিতৰত দেখা সাক্ষাৎ হোৱা নাছিল। নেক্লিউদভে তেওঁৰ এড্ভোকেটক কাণে কাণে ক'লে "সেইয়া চেলিনিন্ নহয়নে? তেওঁ চৰকাৰী এড্ভোকেটনে কি?"

"আপুনি তেওঁক চিনি পাইনে কি?"

"হয়, মই ভালকৈ চিনো। বেচ ভাল মানুহ।"

"আৰু চৰকাৰী পক্ষৰ মৰ্কদ্দমা চলোৱাতো পাকৈত। নিজৰ কামকাজত বেচ নিপুণ। এতিয়া এইজন মানুহলৈকে আপুনি মন কৰক।"

"মোৰ বিশ্বাস তেওঁ নিজ বিবেক-বুদ্ধি মতেই কাম কৰিব।" নেকলিউদভে ক'লে। লগতে তেওঁ পূৰ্ব্বৰ কথা স্মৰণ কৰি ক'লে যে মানুহজন পবিত্ৰ, সৎ, সাধু আৰু সদ্বংশজাত।

"হব পাৰে। কিন্তু এতিয়া সময় অতীত।" ফুচফুচাই ফেনাৰীণে ক'লে। চলি থকা গোচৰ এটাৰ ৰিপ'ৰ্ট পাঠ ফেনাৰীণে মন দি শুনি আছিল।

এই গোচৰটো হল জিলা আদালত বাহাল ৰখা হুকুম এটাৰ বিৰুদ্ধে আপীল। নেক্লিউদভে কাণ দি কথাবোৰ শুনি আছে আৰু তাৰ অৰ্থ সম্যক উপলব্ধি

কৰিবৰ কাৰণে চেষ্টা কৰিছে, কিন্তু তেওঁ কিছুমান কথা বুজিবলৈ টান পাইছে, কিয়নো মকৰ্দ্দমাটোৰ বিষয়বস্তুৰ মূল পইণ্টবোৰ আলোচনা হোৱা নাই। আলোচনা হৈছে ফৌজদাৰী আদালতৰ দৰে কিছুমান উপকণ্ঠা পইণ্ট্। মকৰ্দ্দমাটোৰ গুৰিৰ কথা হল এই :—লিমিটেড্ কোম্পানী এটাৰ ডিৰেক্টৰ এজনে ঠগ প্ৰৱঞ্চনা কৰিবলৈ ফন্দী পাতিছিল। এখন বাতৰি কাকতে সেই ফন্দীৰ ভেদ ভাঙি দি, কথাটো প্ৰকাশ কৰি দিলে। মূল কথা হ'ল ডিৰেক্টৰজনে তেওঁৰ ওপৰত ন্যস্ত থকা বিশ্বাস ভঙ্গ কৰি প্ৰতাৰণাত লিপ্ত হৈছিলনে কি? আৰু যদি হৈছেই, সেই প্ৰতাৰণা বন্ধ কৰাৰ উদ্দেশ্যে বাতৰি কাকতখনে ডিৰেক্টৰজনৰ স্বৰূপ উদ্ঘাটন কৰি দিছিলনে কি? – কিন্তু দেখা যায় চিনেটত আলোচনা হৈছে যে বাতৰি কাকত খনৰ এনে ধৰণৰ প্ৰবন্ধ প্ৰকাশ কৰিবৰ আইন সঙ্গত অধিকাৰ আছেনে নাই? আৰু সেই প্ৰবন্ধ প্ৰকাশ কৰাৰ ফলত তেওঁ মিছা অপবাদ দিয়াৰ ( slander ) কাৰণে দোষী নে তেওঁৰ ইজ্জত নষ্ট ( libel ) কৰাৰ কাৰণে দোষী। আৰু কি প্ৰকাৰে ইজ্জতহানি অপবাদৰ অন্তৰ্ভুক্ত হয় বা অপবাদ ইজ্জতহানিৰ লগত ভুক্ত হয়। চৰকাৰী বিভাগে পাছ কৰা এই বিধিবোৰ সাধাৰণ লোকৰ বোধগম্য হোৱা অতিশয় কঠিন। কিন্তু নেকলিউদভে এটা কথা বুজি পাইছে। আগদিনা উলফে এই কথা কৈছিল যে চিনেটত মকৰ্দ্দমাৰ দোষ-গুণ ( merit ) লৈ বিচাৰ কৰাৰ ক্ষমতা নাই, কিন্তু আজি তেওঁ জোৰকৈ ধৰিছে যে জিলা আদালতৰ ৰায় নাকচ হবৰ যোগ্য।

আনহাতে যদিও সাধাৰণতে চেলিনিনে নিজৰ মনোভাৱ খোলাখুলিকৈ নকয়, কিন্তু আজি তেওঁ দৃঢ়ভাৱে মত প্ৰকাশ কৰিছে যে আপীল আদালতৰ ৰায় বাহাল থাকিব লাগে। সদাই সংযত স্বভাৱী চেলিনিনে আজি ইমান দৃঢ়ভাৱে, এই গোচৰৰ ৰায় বাহাল ৰাখিবলৈ মত প্ৰকাশ কৰা দেখি নেকলিউদভ আচৰিত, কিন্তু চেলিনিনে জোৰকৈ ধৰাৰ কাৰণ হ'ল, এই লিমিটেড্ কোম্পানীৰ ডিৰেক্টৰ জনৰ টকা-পইচাৰ কথাত যে হাত লৰ, সেই কথা চেলিনিনৰ জনা আছিল। তদুপৰি এই কথাও তেওঁৰ কাণত পৰিছিল যে কেইবাদিনমানৰ আগতে এই প্ৰৱঞ্চকজনে আয়োজন কৰা এটা ডাঙৰ 'ডিনাৰ পাৰ্টিত' উলফে যোগদান কৰিছিল।

উলফে গোচৰটোৰ সম্পৰ্কে সাৱধানেৰে মোখনি মেলিছিল, কিন্তু তেওঁ যে কোম্পানী ডাইৰেক্টৰৰ পক্ষে চাল দুৱাই কথাবিলাক কৈছিল, সেই কথা গুনাই পৰিছিল। উলফৰ এনে আচৰণত চেলিনিন্ অত্যন্ত উত্তেজিত হৈ পৰে, আৰু

তেওঁ এই সাধাৰণ গোচৰ এটাৰ মতামত দিওঁতে, উলফক তীব্ৰ ভাবে আক্ৰমণ কৰে।

চেলিনিনৰ ব্যৱহাৰত উলফ অত্যন্ত বিৰক্ত হয় আৰু তেওঁ খঙত বগা পৰি, চকীৰ ভিতৰতে গা সবাই নীৰব ভাৱভঙ্গিৰে আচৰিত হোৱা যেন দেখুৱাই চিনেটৰ বাকী কিজন সভ্যৰে সৈতে বাদবিবাদ কৰা কোঠালৈ* গুছি যায়।

"আপোনালোকে কোন মকৰ্দ্দমাৰ কাৰণে আহিছে?" চাপ্ৰাচীজনে ফেনাৰীণক পুনৰ প্ৰশ্ন কৰিলে।

"আগতে কৈছোঁ নহয়। আমি মাচ্‌লভাৰ মকৰ্দ্দমাৰ কাৰণে আহিছোঁ।"

"অঁ হয় হয়। মকৰ্দ্দমাটো আজিয়েই হোৱা কথা। কিন্তু............।

"কিন্তু কিয়?" এড্‌ভোকেটে সুধিলে।

"কথাটো হৈছে এই গোচৰটো আজি সবৰ তেখেত সকলৰ মন নাই। বৰ্ত্তমান মকদ্দমাটোৰ ৰায় দিয়াৰ পিছত তেখেত সকল বিচাৰত আৰু নবহিব। বাৰু যি হ'ক মই তেখেত সকলক ক'ম।"

"তাৰ মানে?"

"মই ক'ম! মই এই বিষয়ে ক'ম!" এই বুলি চাপ্ৰাচীয়ে পুনৰ কাগজ এটুকুৰাত কিবা কিবি লিখি ল'লে।

চিনেটৰ সকল মানহানি গোচৰটোৰ ৰায় দিবলৈ ইচ্ছুক। সগত চাহ, চিগেৰেট খাই, বাদ বিবাদ কৰা কোঠাতে মাচ্‌লভাৰ আপীলৰো শুনানী হোৱা মতলব।

## একুৰি

চিনেটৰ সকলে বাদ-বিবাদ কৰা কোঠাটোৰ টেবুলৰ কাষত আসন গ্ৰহণ কৰাৰ লগে লগে উলফে তেওঁৰ সমস্ত শক্তিৰে যুক্তি প্ৰদৰ্শন কৰি গোচৰটোৰ পূৰ্ব্বৰ ৰায় নাকচ কৰিবৰ কাৰণে টানি ধৰিলে।

"সভাপতি মাহুহজন সাধাৰণতে খঙাল স্বভাৱৰ আছিল, সেইদিনা তেওঁৰ মনৰ অৱস্থা আৰু বেয়া। তেওঁ ৰচনা কৰা 'স্মৃতিকথা'ত এটা বিশেষ অধ্যায় লিখোতে এটা কথা উল্লেখ কৰিব লগীয়া হৈছিল যে তেওঁৰ বহু ঈপ্সিত চাকৰী

* Debating room.

এটাত, তেওঁক নিদি ভিলিয়ামচ্‌ নামৰে এজনক মকবল কৰা হৈছিল। সভাপতি নিকিতিনৰ দৃঢ় বিশ্বাস যে তেওঁৰ লগত সংশ্লিষ্ট থকা দুজন সৰ্ব্বোচ্চ বিষয়াৰ সম্পৰ্কে তেওঁ যি মতামত লিপিবদ্ধ কৰিব, সি ভৱিষ্যতৰ ঐতিহাসিকৰ কাৰণে মূল্যবান সমল যোগান ধৰিব পাৰিব। দুদিনৰ আগতে, এটা অধ্যায় লিখি তেওঁ উল্লেখ কৰিছিল যে সেই উচ্চপদস্থ বিষয়া দুজনে, বৰ্ত্তমান কচদেশৰ শাসক সকলে দেশখনক বিপদৰ ধ্বংসৰ মুখলৈ ঠেলি দিছে, তাৰ পৰা দেশখনক ৰক্ষা কৰা কামত বাধা সৃষ্টি কৰিছিল। খোলাখুলিকৈ কবলৈ গলে তেওঁলোকে নিকিতিনে বেছি দৰ্মহা পোৱাত বাধা দিছিল। বৰ্ত্তমান তেওঁ লিপিবদ্ধ কৰা এই অধ্যায়টোত কচদেশৰ ভৱিষ্যৎ বংশধৰ সকলৰ প্ৰতি কেনে আলোকপাত কৰিব সেই সম্পৰ্কে বিবেচনা কৰি আছে।

"নিশ্চয়!" উল্‌ফৰ কথালৈ কানষাৰ নিদি নিকিতিনে ক'লে।

নিৰ্ম্মমভাৱে চিনেটৰ 'বে'ই উলফৰ যুক্তি বিলাক শুনিছিল। তেওঁ টেবুলত পৰি থকা কাকত এখনত ফুলৰ মালা এধাৰ আঁকি আছিল। 'বে' মানুহজন দৃষ্টি-ভঙ্গীত সদাই উদাৰ আৰু ঊনৈশ শতাব্দীৰ ষষ্ঠ দশকৰ উদাৰনৈতিক ঐতিহ্য তেওঁ পবিত্ৰ বুলি গ্ৰহণ কৰে। নিৰপেক্ষতাৰ সীমাৰেখা অতিক্ৰম কৰিলে তেওঁ সদাই অধিক উদাৰতাহে প্ৰদৰ্শন কৰে। গতিকেই এই মকৰ্দ্দমাত তেওঁৰ মনোভাৱ হ'ল এই, লিমিটেড্‌ কোম্পানীৰ প্ৰবন্ধক ডিৰেক্টৰজন সৎলোকতো নহয়েই, বৰং তেওঁৰ সপক্ষে গোচৰত ৰায় দিলে বাতৰি কাকতৰ স্বাধীনতা বহুদূৰ খৰ্ব্ব কৰা হয়। গতিকেই 'বে'ই আপীলটো ডিচ্‌মিচ্‌ কৰাৰ পক্ষে।

উলফে বক্তব্য শেষ কৰাৰ লগে লগে 'বে'ই ফুলৰ মালাৰ ছবি আঁকা ক্ষন্তেক বন্ধ কৰি, সৰল, সুবোধ্য আৰু প্ৰাঞ্জল ভাষাত উল্‌ফৰ যুক্তি খণ্ডন কৰি ক'লে যে আপীলকাৰীৰ আবেদনৰ কোনো ভিত্তি নাই, আৰু আপীল ডিচ্‌মিচ্‌ হবৰ যোগ্য। তাৰ পিছত তলমূৰ কৰি তেওঁ আকৌ ছবি আঁকাত লাগি গ'ল।

ক্ৰভৰ'দনিকভে উলফৰ বিপৰীত ফালে বহি আছিল। তেওঁ মন্তব্য কৰিলে যে ডিৰেক্টৰজন প্ৰবঞ্চক হোৱা সত্বেও তেওঁ জিলা আদালতৰ ৰায় নাকচ কৰিবলৈ ক'লেহেঁতেন, যদি কোনো আইন সঙ্গত কাৰণ থাকিলহেঁতেন। কিন্তু যিহেতু তেনে কোনো কাৰণ নাই, গতিকেই তেওঁ মিঃ 'বে'ৰে সৈতে একমত।

সভাপতিয়ে 'বে' আৰু ক্ৰভ'ৰদিনিকভৰে সৈতে একমত হৈ আপীলটো ডিচ্‌মিচ্‌ কৰাৰ সিদ্ধান্ত কৰিলে।

উলফ সম্পূৰ্ণ বিমূঢ় হৈ পৰিল। তেওঁৰ ভাব হ'ল তেওঁ যেন অন্যায় ভাবে

পক্ষপাত আচৰণ কৰা বুলি মুখা খুলি গ'ল। তেওঁ আওকণীয়া ভাব ধৰি মাচ্‌লভাৰ গোচৰটোৰ কাকতপত্ৰ লুতিয়াবলৈ ধৰিলে। ইতিমধ্যে চিনেটৰ সকলে টিলিঙা টিপি. চাহ আনিবলৈ হুকুম দি অন্য গল্পগুজৱ কৰিবলৈ লাগি গ'ল। পিটাৰ্চবুৰ্গৰ মুখে মুখে চলি থকা বৈত যুদ্ধৰ কথা ওলাল। এই ঘটনা সম্পৰ্কত গৱৰ্ণমেণ্ট বিভাগ এটাৰ মুখ্য সচিবক ১১৫ বিধিমতে অভিযুক্ত কৰা হৈছে।

অত্যন্ত ঘৃণা প্ৰকাশ কৰি 'বে'ই ক'লে, "কি যে বীভৎস কাণ্ড!"

"কিয়? আপুনি বভীৎস বুলি কয় কিয়? ইয়াত ক্ষতি কি? মই কচ ভাষাত লিখা গ্ৰন্থ এখন আপোনাক দেখুৱাব পাৰো। এজন জাৰ্মান লেখকৰ আচনি এখন এই কিতাপত উল্লেখ কৰিছে। তাত লেখ্‌ লেখকৈ এই কথা কৈছে যে কোনো পুৰুষে যদি অন্য কোনো পুৰুষক বিবাহ কৰিব খোজে সি কেতিয়াও আইন বিৰোধী হোৱা অনুচিত আৰু পুৰুষে পুৰুষে বিৱাহ কৰিবলৈ দিব লাগে।" স্ক'ভৰদিনিকভে এই কথা কৈ ঢেক্ ঢেক্‌কৈ হাঁহিবলৈ ধৰিলে।

"অসম্ভৱ!" 'বে'ই কলে।

কিতাপটোৰ পুৰা নাম, প্ৰকাশৰ ঠাই আৰু তাৰিখৰ উল্লেখ কৰি স্কভৰদি-নিকভে ক'লে "মই আপোনাক কিতাপখন দেখুৱাব পাৰো।"

"মই শুনিছো তেওঁক বোলে চাইবেৰীয়াৰ কোনো প্ৰদেশৰ গৱৰ্ণৰ নিযুক্ত কৰা হৈছে।"

"অতি উত্তম! বিচপে সসম্মানেৰে তেওঁক আগবঢ়াই নিব। অৱশ্যে তেওঁ-লোকে তেনেধৰণৰ বিচপ এজনো নিযুক্ত কৰা ভাল।" স্কভ'ৰদিনিকভে ক'লে। "মই তেনে মানুহ এজনৰ নামো দিব পাৰো।"

এনেতে চাপ্ৰাচীজনে আহি নিবেদন কৰিলে যে মাঁচ্‌লভাৰ পক্ষ সমৰ্থন কৰা এড্‌ভোকেট আৰু নেক্‌লিউদভ তাইৰ গোচৰৰ শুনানীৰ সময়ত উপস্থিত থাকিব খোজে।

"এই মকৰ্দমা!" উলফে ক লে, "বেচ বোমাঞ্চকৰ!" উলফে মাচ্‌লভাৰ লগত নেক্‌লিউদভৰ সম্পৰ্কৰ কথা চিনেটৰ সকলৰ আগত প্ৰকাশ কৰিলে।

"চিনেটৰ সকলে মাচ্‌লভাৰ আপীলটোৰ সম্পৰ্কে দুই এষাৰ কথা পাতি, চাহ চিগেৰেট খাই, পুনৰ চিনেট হলটো ঘূৰি আহিল আৰু মানহানি মকৰ্দমাটোৰ ৰায় ঘোষণা কৰি মাচ্‌লভাৰ আপীলৰ শুনানী আৰম্ভ কৰিলে।

উলফে তেওঁৰ ক্ষীণ কণ্ঠেৰে মাচ্‌লভাৰ আপীলটোৰ ৰিপ'ৰ্ট ভাঙি ধৰিলে।

কিন্তু এইবাৰো তেওঁ মাচ্‌লভাৰ পক্ষ অৱলম্বন নকৰাকৈ নেথাকিল আৰু আপীলটো গ্ৰহণ কৰি তাইৰ দণ্ড বাতিল কৰিবৰ কাৰণে মত দিলে।

ফেনাৰীণৰ কালে চাই সভাপতিয়ে ক'লে, "আপোনাৰ কিবা কবলগীয়া আছেনে কি ?"

ফেনাৰীণে দণ্ডায়মান হৈ তেওঁৰ সুবৃহৎ বুকুখন কিন্দাই যুক্তিতৰ্ক প্ৰদৰ্শন আৰম্ভ কৰিলে। তেওঁ সুকৌশলেৰে মাচ্‌লভাৰ পক্ষে প্ৰতি পইণ্টৰে প্ৰমাণ চিনেটৰ সকলৰ মনত লাগি যোৱাকৈ ভাঙি ধৰিলে। মৰ্কৰ্দমাটোৰ গুনাগুণৰ সম্পৰ্কেও চমুৱাই তেওঁ কিছু কথা ক'লে। লগত তেওঁ যোগ দিলে যে মাচ্‌লভাক ঘোৰ অন্যায়কৈ শাস্তি দিয়া হৈছে। তেওঁ চিনেটৰ সকলক বিনয় সহকাৰে কলে যে তেখেতসকল প্ৰত্যেকেই আইনৰ তত্ত্বজ্ঞ। এই গোচৰত যি অন্যায় হৈছে, সেই অন্যায় তেখেতসকলৰ জ্ঞান চকুত ধৰা নপৰাকৈ নেথাকে। তেখেতসকলৰ বিচাৰবুদ্ধি আৰু জ্ঞান তেওঁতকৈ বহুত বেছি'। কেৱল তেওঁৰ দায়িত্ব সাৰিবৰ কাৰণেহে এই খিনি কথাৰ জোৰণি মেলিছে।

ফেনাৰীণৰ বক্তৃতাৰ পিছত এনে ধাৰণা হয় যেন চিনেটৰ সকলে মাচ্‌লভাক মুক্তি দিদিয়াৰ অলপো সংশয় নাই। বক্তৃতা শেষ কৰি যুদ্ধত জয়লাভ কৰাৰ দৰে ফেনাৰীণে এটা মিঠা হাঁহি মাৰিলে। নেক্‌লিউদভেও তেওঁৰ হাঁহি দেখি মৰ্কৰ্দমাত জয়লাভ হব বুলি ধৰি ল'লে। চৰকাৰী এড্‌ভোকেট আৰু চিনেটৰ সকলৰ মুখত কোনো হাঁহি নাই, কিন্তু তেওঁলোক যেন যথেষ্ট নিশ্চিন্ত। তেওঁলোকৰ যেন মনোভাব, এনেকুৱা বক্তৃতা সচৰাচৰ আমি শুনিয়েই আছোঁ। বৃথা চেষ্টা!"

ফেনাৰীণে বক্তৃতাৰ সামৰণী মৰাত তেওঁলোকে আমনি লগা কথাবোৰ শুনি থকাৰ পৰা ৰক্ষা পালে। ফেনাৰীণৰ বক্তৃতা শেষ হোৱাৰ পিছত সভাপতিয়ে চৰকাৰী উকীলৰ ফালে ঘূৰি চালে। চেলিনিনে চমুকৈ বক্তৃতা দি ক'লে যে আইনৰ ফালৰ পৰা এই গোচৰৰ পূৰ্ব্বৰ ৰায় বাতিল কৰিবৰ কোনো হেতু নাই।

ইয়াৰ পিছত চিনেটৰ সকল পুনৰ আলোচনা কোঠালৈ সোমাই গ'ল। তেওঁলোকৰ মাজত মতদ্বৈত ঘটিল। উল্‌ফ মাচ্‌লভাক মুক্তি দিয়াৰ পক্ষে। 'বৈ'ই মৰ্কৰ্দমাৰ আচল ঘটনাবোৰ বুজি উঠাৰ পিছত তেওঁও আগ্ৰহেৰে সৈতেই উল্‌ফৰ পক্ষ ললে। নিকিতিন আছিল সদাই দণ্ড কঠিন কৰাৰ পক্ষে আৰু দুষ্টি সদাই কঠোৰ। তেওঁ উলফ আৰু 'বে'ৰ বিপক্ষে মত দিলে। কলত সকলো নিৰ্ভৰ

কৰিলে স্কভ'ৰদনিকভৰ ভোটৰ ওপৰত। তেওঁ আপীলটো ডিচ্‌মিচ্‌ কৰাৰ পক্ষেই ভোট দিলে, কাৰণ নৈতিকতাৰ ফালৰ পৰা এই ছোৱালী জনীক নেক্‌লিউদভে বিবাহ কৰিবলৈ ইচ্ছা কৰা কথা তেওঁ কেতিয়াও সহ্য কৰিব নোৱাৰে।

স্কভ'ৰদনিকভ আছিল বস্তুবাদী আৰু ডাৰুইনপন্থী। তেওঁ অবাস্তৱ নীতি-বাগীশ ন'ছিল। তাতোকৈ সাংঘাতিক কথা তেওঁ ধৰ্ম্মক কোনো প্ৰশ্ৰয় নিদিছিল আৰু সি মানুহৰ এটা ত্ৰুটি বুলিহে তেওঁ ধৰি লৈছিল। ধৰ্মীয় নীতি-নিয়মবোৰ মানি চলা তেওঁ মৰ্য্যাদাহানিকৰ বুলি বিবেচনা কৰিছিল। বেশ্যা এজনীৰ কাৰণে, এজন খ্যাতিমন্ত এড্‌ভোকেট আৰু কুমাৰ নেক্‌লিউদভে এইদৰে আহি চিনেটত হাজিৰ হোৱা তেওঁ অবাঞ্ছনীয় বুলি ভাবিছিল। গতিকেই তেওঁ আইনৰ ফালৰ পৰা এই মকৰ্দ্দমাৰ ৰায়ৰ সাল-সলনি কৰিব লগীয়া একো কাৰণ দেখা নেপালে, মকৰ্দ্দমাৰ গুণাগুণৰতো কথাই নাই। গতিকেই তেওঁ সভাপতিৰে সৈতে একমত।

মাচলভাৰ পূৰ্ব্বৰ দণ্ডটো বাহাল থাকিল।

## বাইশ

"কি সাংঘাতিক!" নেক্‌লিউদভে কলে, তেওঁ আৰু এড্‌ভোকেট বাহিৰৰ জিৰণি কোঠালৈ ওলাই আহিল। এড্‌ভোকেটে কাকতপত্ৰবোৰ ভুকিয়াই পৰ্টফ'লিয়' বেগটোত ভৰাই ললে, "যিটো কথা জলজল্ পটপটকৈ ওলাই আছিল, সেই কথা নধৰি, তেওঁলোকে কিছুমান ৰীতিনীতিৰ ওপৰতেই জোৰ দি হস্তক্ষেপ কৰিবলৈ অমান্তি হ'ল। কি অদ্ভুত!"

"মকৰ্দ্দম'টো নিম্ন আদালততেই নষ্ট হৈ আছিল' এড্‌ভোকেটে ক'লে।

"আৰু চেলিনিন্! তেওঁও মকৰ্দ্দমাটো ডিচ্‌মিচ্‌ কৰাৰ পক্ষে, কি সাংঘাতিক! কি অদ্ভুত!" নেক্‌লিউদভে ক'লে, এতিয়া আমাৰ উপাই!"

"আমি এতিয়া মহামান্য সম্ৰাটলৈ আপীল কৰিব লাগে, আপুনি পিটাৰ্চ-বুৰ্গত থাকোতেই দৰ্খাস্তখন দি থ'ক। মই লিখি দিম।"

এনে সময়তে তাৰকাখচিত ইউনিফৰ্ম্ম পিন্ধি উলফ্ জিৰণিৰ কোঠালৈ সোমাই আহিল। তেওঁ নেক্‌লিউদভৰ ওচৰত ৰহি কলে, "কুমাৰ! কোনো উপাই নাই। যিবিলাক যুক্তি দেখুৱাই আপীল কৰা হৈছে সেই বিলাক চিনেটে

দৃক্তক্ষেপ কৰাৰ কাৰণে যথেষ্ট নহয়।" এই বুলি কৈ উলফ্ জিবণি কোঠাৰ পৰা ওলাই গ'ল।

উলফৰ পিচত তেওঁৰ পুৰণা বন্ধু চেলিনিনে জিবণিৰ কোঠাত নেকৃলিউদভ্ আছে বুলি শুনি তেওঁৰ কোঠাত আহি উপস্থিত হ'ল।

'কুমাৰ! আপুনি ইয়াত আহি উপস্থিত হব বুলি মই কেতিয়াও আশা কৰা নাছিলোঁ।' নেকৃলিউদভৰ ওচৰ চাপি বিষাদপূর্ণ দৃষ্টিৰে হাঁহি মাৰি, চেলিনিনে ক'লে।

"আপুনি যে চৰকাৰী এড্ভোকেট হ'ল, মই খবৰেই পোৱা নাই।"

"একেবাৰে চৰকাৰী এড্ভোকেট নহয়, কেৱল সহকাৰীহে।" সংশোধন কৰি চেলিনিনে ক'লে। কিন্তু আপুনি চিনেট পালেহি কিয়? শুনিছিলো পিটার্চবুর্গলৈ আপুনি আহিছে বুলি, কিন্তু ইয়ালৈনো কি কামত আহিছিল?"

"ইয়ালৈ অহাৰ কাৰণ? কাৰণ হ'ল অন্যায় ভাবে দণ্ডিত হোৱা এজনী তিৰোতা মানুহৰ হকে ন্যায় পাম বুলি।"

"কোন তিৰোতা মানুহ?"

"এইমাত্র শুনানী হোৱা মকৰ্দমাটোৰ মানুহজনীৰ পক্ষে।"

"অ' মাচ্লভাৰ মকৰ্দমা।" হঠাৎ মনত পৰাৰ দৰে স্মৰণ কৰি চেলিনিনে ক'লে। "আপীলটোৰ কোনো আইন সঙ্গত ভিত্তি নাছিল।"

"আপীলৰ আইন সঙ্গত ভিত্তি আছিল নাছিল, মই নেজানো; কিন্তু মানুহজনী বিনা দোষত দণ্ডিত হৈছে।"

চেলিনিনে হাঁহি এটা মাৰি ক'লে, "হব পাৰে কিন্তু ... .... ....।"

"হব পাৰে নহয়, হৈছেই।"

"আপুনি কেনেকৈ জানে?"

"মই জানো। কিয়নো সেই বিচাৰটোৰ মই এজন জুৰৰ আছিলোঁ।"

চেলিনিন অলপ চিন্তিত হ'ল।

"সেই সময়ত আপুনি এটা বিবৃতি দিয়া উচিত আছিল।"

"মোৰ বক্তব্য নিশ্চয় মই কৈছিলোঁ।"

"অফিচিয়েল বিপৰ্টত এই কথাৰ উল্লেখ থাকিব লাগিছিল। তেতিয়া হ'লে হয়তো....... ... ।"

চেলিনিন্ সদাই কৰ্মব্যস্ত লোক। তেওঁ নেকৃলিউদভৰ বোমাকৰ কথা

গম পোৱা নাছিল। নেকুলিউদফে এই কথা জানি চেলিনিনৰ আগত সেইবোৰ কথা প্ৰকাশ নকৰাই উচিত বিবেচনা কৰিলে।

"তথাপি চিনেটে যিদৰে আপীলটো ডিচ্‌মিচ্‌ কৰিলে, মই তাকি আচৰিত হৈছো।"

"চিনেটে যি ইচ্ছা সেইদৰেই গোচৰ বিলাক বিচাৰ কৰিব নোৱাৰে। চিনেটে যদি নিম্ন আদালতৰ সাক্ষী-বাদী আৰু জাজমেণ্ট সম্পৰ্কে গোটেই সংশোধন কৰিবলৈ যায়, আৰু নিজৰ দৃষ্টি ভঙ্গিৰে গোচৰটোৰ আগগুৰি সমস্ত বিচাৰ কৰে, তেন্তে জুৰিৰ বিচাৰৰ বায় আৰু মৰ্য্যাদাৰ বহু হানি হব আৰু বিচাৰৰ কোনো মূল্যই নেথাকিব। তেতিয়া চিনেটৰো কোনো অৰ্থই নাইকিয়া হব। ন্যায় কৰাতকৈ ন্যায় বিচাৰত হস্তক্ষেপ কৰাৰহে বেছি সম্ভাৱনা হব।" এই মাত্ৰ গোচৰটোৰ কথা সুঁৱৰি চেলিনিনে ক'লে।

"মই মাথো এটা কথা জানো। এই মানুহজনী সম্পূৰ্ণ নিৰ্দোষ আৰু নিৰ্দোষী সত্ত্বেও তাইক ৰক্ষা কৰাৰ সমস্ত চেষ্টা ব্যৰ্থ হ'ল। নিম্ন আদালতে কৰা অবিচাৰ চিনেটে বহাল ৰাখিলে।'

"চিনেটে বহাল ৰখাৰ প্ৰশ্ন নাই। যিহেতু নিম্ন আদালতত উপস্থিত কৰা সাক্ষ্য আৰু বিচাৰটোৰ গুণাগুণ সম্পৰ্কে একেবাৰেই বিচাৰ কৰা নাই।" চকুকিটা পিৰিক-পাৰাক কৰি চেলিনিনে ক'লে।

"বোধ হয় আপুনি মাহীয়েকৰ ঘৰতে আলহী হৈ আছেহি।" আলোচনাৰ বিষয়টো তল পেলোৱাৰ উদ্দেশ্যে চেলিনিনে ক'লে। "তেখেতে কালি মোক কৈছিল যে আপুনি তাতেই আছে, আৰু আপোনাক লগ পাবৰ কাৰণেও কৈছিল। তাৰ বাহিৰেও এজন বিদেশী বিছপে ধৰ্ম্ম সম্বন্ধীয় এটা বক্তৃতা দিবৰ কাৰণে আয়োজন কৰিছে বুলিও মোক জনাইছিল।" চেলিনিনে পুনৰ হাঁহি মাৰি ক'লে।

"অঁ হয়। বিছপে বক্তৃতা দিওঁতে মইও উপস্থিত আছিলোঁ। কিন্তু বক্তৃতা শুনি মোৰ অলপো ভাল নেলাগিল। মই সভাৰ পৰা উঠি গুছি আহিলো।"

"আপুনি বেয়া পালে কিয়? গোষ্ঠীগত মনোভাৱ হলেও, যি হ'ক, ধৰ্ম্ম সম্পৰ্কে তেওঁৰ যি ধাৰণা, তাকেই প্ৰকাশ কৰিছে।" চেলিনিনে ক'লে।

"কিয়? মোৰ বোধেৰে এইবোৰ খামখেয়ালিৰ বাহিৰে একো নহয়।"

"মোৰ বন্ধু নহয়! নহয়! আচৰিত কথা হ'ল আমি আমাৰ ধৰ্ম্মৰ কথা নিজেই সামান্যহে জানো। কলত খ্ৰীষ্ট ধৰ্ম্মৰ মূল কথা বোৰকে কেতিয়াবা আমি

নতুন কথা বুলি ভাবোঁ।" চেলিনিনে তত্তালিকে তেওঁৰ মতামত প্ৰকাশ কৰি ক'লে।

নেক্লিউদভে কৌতুহলেৰে তেওঁৰ ফালে চাই ক'লে 'তেন্তে আপুনি খ্ৰীষ্ট-ধৰ্ম্মৰ মূল সিদ্ধান্তবোৰ মানি চলে ?'

"অঁ নিশ্চয় মানো।" চেলিনিনে নেকলিউদভৰ মুখলৈ চাই উত্তৰ দিলে।

নেকলিউদভে এটা হুঁমুনিয়াহ পেলালে।

"আচৰিত!"

"যি হ'ক এইবোৰ কথা আমি অন্য সময়ত পাতিম।"...এনেতে চাপ্ৰাচী-জনক প্ৰত্যুত্তৰ দি ক'লে, "অঁ গৈছোঁ।"

চেলিনিনে নেক্লিউদভক ক'লে যে তেওঁলোকে চিনেটত পুনৰ বহিব লাগিব। সময় নাই। তেওঁ পুনৰ নেক্লিউদভক লগ পোৱাৰ আশা প্ৰকাশ কৰি আৰু তেওঁৰ বাসস্থানৰ ঠিকনা দি ওলাই গ'ল।

"সময় পালে নিশ্চয় যাম" বুলি নেক্লিউদভে উত্তৰ দিলে।

চেলিনিন্ এসময়ত নেক্লিউদভৰ অতি ঘনিষ্ঠ বন্ধু আছিল। কিন্তু ক্ষন্তেক কথা পাতিয়েই তেওঁ ধাৰণা হ'ল তেওঁ যেন বহুদূৰৰ এজন অপৰিচিত লোকহে।

## তেইশ

চেলিনিনক নেক্লিউদভে তেওঁৰ ছাত্ৰজীৱনতে পৰা চিনি পাই, উভয়ৰে মাজত বেচ বন্ধুত্ব আছিল। পঢ়াশুনাত তেওঁ এজন নামকৰা ছাত্ৰ আৰু সদাই সত্যপ্ৰিয় আৰু সৎস্বভাৱী আছিল। সাজপাৰত পৰিপাটি, দেখাত ধুনীয়া আৰু ব্যৱহাৰত মিষ্টভাষী। মেধাৱী ছাত্ৰ হিচাবে, তেওঁৰ ৰচনাৰ বাবদ পদক লাভ কৰিছিল আৰু সময়ত এজন সুশিক্ষিত লোক বুলি চেলিনিন্ পৰিগণিত হ'ল।

যৌৱনত মানৱসেৱাই জীৱনৰ ব্ৰত বুলি তেওঁ গ্ৰহণ কৰিছিল। অকল কথাতে নহয়, কামতো সেই আদৰ্শ কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰিছিল। চৰকাৰী চাকৰীৰ বাহিৰে, অন্য প্ৰকাৰে মানৱসেৱা কৰা বাধা তেওঁ উপলিয়াব নোৱাৰিলে। শিক্ষা সাং কৰি তেওঁ কেনেকৈ জীৱনৰ লক্ষ্য পূৰণ কৰিব পাৰে, তাক চালি জাৰি চাইছিল। তেওঁ এই সিদ্ধান্তত উপনীত হ'ল যে একমাত্ৰ চৰকাৰী আইনৰ পাণ্ডুলিপি প্ৰণয়ন কৰা দ্বিতীয় বিভাগৰ চাকৰীত সোমাব পাৰিলেই, তেওঁক

উদ্দেশ্য মতে কাম কৰিবলৈ সক্ষম হয়। আৰু সেই মতে তেওঁ কাম এটা পালেও, কিন্তু যথেষ্ট কৰ্ত্তব্যনিষ্ঠাৰে আৰু তেওঁৰ শক্তি অনুসৰি সেই কাম পৰিচালনা কৰিও, তেওঁ অনুভৱ কৰিলে যে তেওঁৰ ঈপ্সিত লক্ষ্য পূৰণ হোৱা নাই আৰু উচিত মতে নিজ কৰ্ত্তব্য পালন কৰিবও পৰা নাই।

শেষত আত্মাভিমানী আৰু ঠেক মনোবৃত্তিৰ ওপৰৱালা কৰ্মচাৰীবোৰৰ লগত তেওঁৰ খকাখুন্দা লাগিল, তেওঁৰ মন বিৰক্ত হৈ পৰিল। তাৰ পিচত তেওঁ এই পদবী ত্যাগ কৰি, চিনেটৰ বৰ্ত্তমান পদবীত ভৰ্ত্তি হ'ল। যদিও আগৰ কামতকৈ এই কাম কিঞ্চিৎ ভাল, তথাপি তেওঁৰ মন সন্তুষ্ট নহ'ল। চিনেটৰ পৰা তেওঁ যি আশা কৰিছিল, আৰু চিনেটখন যেনে হোৱা উচিত আছিল, এই দুয়োটাতে তেওঁ হতাশ হৈ পৰিছিল।

চেলিনিনৰ বিবাহৰ ক্ষেত্ৰতো এনেকুৱাই অৱস্থা। লৌকিক দৃষ্টিভঙ্গিৰ পৰা চাবলৈ গ'লে এগৰাকী উপযুক্ত কন্যাৰ লগতেই তেওঁৰ বৈবাহিক সম্বন্ধ ঘটিছিল। মহিলা গৰাকীয়েও তেওঁক বিয়া কৰিবলৈ খুব ইচ্ছুক আছিল। এনেকুৱা এগৰাকী মহিলাক বিয়া কৰিবলৈ অমান্তি হোৱা মানেই তেওঁ আৰু এই বিবাহৰ আয়োজন কৰা সকলৰ মনত আঘাত দিয়া। তদুপৰি আভিজাত্য পৰিয়ালৰ লাবণ্যময়ী এগৰাকী কন্যাৰ পাণি গ্ৰহণ কৰিবলৈ পোৱাটো তেওঁ গৌৰৱৰ বিষয় বুলিয়েই ধৰি লৈছিল। তাৰব'বে মনত আনন্দও লৈছিল। কিন্তু বেছি দিন নৌযাওঁতেই তেওঁ অনুভৱ কৰিলে যে এই বিবাহ বিলাৰ সুখৰ নহ'ল। চৰকাৰী চাকৰী আৰু আদালতত তেওঁৰ যি দশা, বৈবাহিক ক্ষেত্ৰত তাতোকৈও বেয়া।

বিবাহৰ পিচত প্ৰথম সন্তান জন্ম হোৱাৰ পিচতেই, তেওঁৰ পত্নীয়ে সন্তানৰ মাক হবলৈ অমান্তি হ'ল। সাহ-বিলাসৰ জীৱনত উটি-বুৰি ফুৰিবলৈ আৰম্ভ কৰি দিলে। চেলিনিনেও ইচ্ছা-অনিচ্ছাই পত্নীৰ লগত তাল দিয়াৰ বাহিৰে গত্যন্তৰ নেথাকিল।

মহিলা গৰাকীৰ চেহেৰা বিশেষ সৌন্দৰ্য্য-শালী নহ'লও, তেওঁ যে পতিপৰায়ণা আছিল তাত কোনো সন্দেহ নাই। তেওঁ যি ধাৰাত জীৱনৰ নাও এৰি দিছিল, সি যদিও সুখ শান্তিতকৈ, দুশ্চিন্তাই আনিছিল বেছি, তথাপি তেওঁ জীৱনৰ সেই ধাৰা ত্যাগ নকৰিলে। আনহাতে জীৱনৰ এই গতিয়ে তেওঁৰ স্বামীৰ জীৱন অতিষ্ঠ কৰি তুলিলে, তাৰ খবৰ তেওঁ লোৱাও নাছিল। ফিলৰ দেৱালত মূৰ খুন্দিয়ালে যেনে ফল, চেলিনিনে তেওঁৰ পত্নীৰ জীৱনৰ ধাৰা সলনাবলৈ কৰা

চেষ্টাৰো ফল তেনেই নৈছিল, অথচ তেওঁৰ পত্নীৰ সম্বন্ধীয় আৰু আপোন পৰিয়ালৰ সকলো মানুহ তেনে জীৱনৰে পক্ষপাতী আৰু সমৰ্থকো।

তেওঁলোকৰ নাবালিকা কন্যাটিক ডাঙৰদীঘল কৰাৰ যি পদ্ধতি ললে, সিও চেলিনিনৰ অলপো মনঃপূত নহ'ল। সিও হ'ল তেওঁৰ ইচ্ছাৰ সম্পূৰ্ণ বিপৰীত। স্বামী-স্ত্ৰী পৰস্পৰৰ মাজত, সৃষ্টি হ'ল ভুল বুজাবুজি, পৰস্পৰক বুজিবলৈ অনিচ্ছা আৰু শেষত সংগোপনে চলিল পৰস্পৰৰ মাজত নীৰৱ দ্বন্দ্ব যদিও ভদ্ৰতাৰ খাতিৰত লোকচক্ষুৰ পৰা ই অদৃশ্য হৈয়েই থাকিল। এনে অৱস্থাৰ ফলত চেলিনিনৰ ঘৰুৱা অৱস্থা দুৰ্বহ হৈ পৰিল। চাকৰী জীৱন আৰু আদালতত তেওঁ যি পৰিস্থিতিৰ সন্মুখীন হ'ল, ঘৰুৱা জীৱনো হ'ল তথৈবচ।

এই বিলাকৰ বাদেও ধৰ্ম্ম-সম্পৰ্কীয় তেওঁৰ নীতিও সুস্থ নাছিল। যদিও সৰু কালৰে পৰা ধৰ্ম্মক কেন্দ্ৰ কৰি ভিত্তি থকা অন্ধবিশ্বাস বোৰৰ চাৰিবেৰৰ ভিতৰতেই তেওঁ ডাঙৰদীঘল হৈছিল, তথাপি যুক্তি-বাদৰ জ্ঞান বাঢ়ি অহাৰ লগে লগে, বহুতৰ দৰেই তেওঁও অনায়াসে ধৰ্ম্মান্ধতাৰ পৰা নিজক মুক্ত কৰিবলৈ সমৰ্থ হৈছিল। কোন সময়ত, কেতিয়া, তেওঁ এই ধৰ্ম্মান্ধতাৰ পৰা মুক্ত হৈছিল, তাক তেওঁ নিজেই কব নোৱাৰে। তেওঁ আছিল এজন সৰলচিতীয়া আৰু পোনপোটীয়া মানুহ। নেকৃলিউদভৰ লগত সহপাঠী হৈ থাকোতে, বিশেষকৈ তেওঁৰ ডেকা কালত ধৰ্ম্ম মানি লোৱা নাছিল আৰু খোলাখুলিকৈ নিজৰ মতামত প্ৰকাশ কৰিছিল কিন্তু সময়ৰ সোঁতত, তেওঁৰ চাকৰী জীৱনৰ ক্ৰমোন্নতিৰ বাটত, বিশেষকৈ সমাজৰ ৰক্ষণশীল লোক সকলৰ হেঁচাত পৰি, তেওঁৰ ধৰ্ম্মীয় উদাৰতা আৰু স্বাধীনতাত হেঙাৰ সৃষ্টি হ'ল। ইয়াৰ বাহিৰেও তেওঁৰ পৰিয়ালৰ হেঁচাও নপৰাকৈ নেথাকিল। ইতিমধ্যে তেওঁৰ পিতৃয়ে ইহসংসাৰ ত্যাগ কৰিলে। তেতিয়া জনমতৰ প্ৰকোপত আৰু মাকৰ ইচ্ছাত, তেওঁৰ স্বৰ্গীয় পিতৃৰ পৰলোক প্ৰাপ্তিৰ সম্পৰ্কত হোৱা প্ৰাৰ্থনা সভা বিলাকত তেওঁ যোগ দিবলৈ আৰু ব্ৰত পালন কৰিবলৈ বাধ্য হ'ল। চৰকাৰী চাকৰিয়াল হিচাবেও তেওঁ বহু ধৰ্ম্মীয় অনুষ্ঠানত যোগ দিব লগা হ'ল। এনেবোৰ অনুষ্ঠান প্ৰায় হৈয়েই থাকে। এনেকুৱা ক্ষেত্ৰত তেওঁ দুটাৰ ভিতৰত এটা কৰিব লগীয়া হৈছিল। হয় তেওঁ বিশ্বাস নথকা কথাতো বিশ্বাস আছে বুলি ভাও দিব লাগিছিল; নহয় এনে ভাব দিয়া তেওঁৰ পক্ষে সম্ভৱ নাছিল, যিহেতু তেওঁ এজন সত্যবাদী মানুহ; নাইবা তেওঁ এই বাহ্যিকতাপূৰ্ণ অনুষ্ঠানবোৰ মিছা বুলি বিবেচনা কৰিব লগা হৈছিল। আকৌ মিছা বুলি ধৰি ললে তেওঁৰ জীৱনৰ গতিকেই সলাব

লাগে। কিয়নো প্ৰাৰ্থনা সভা বা অনুষ্ঠানত যোগ দিবিবলৈ হ'লে, তেওঁৰ চাকৰী ইস্তফা দিয়া প্ৰয়োজন। কিন্তু যেখাত কামটো সহজ হ'লেও চাকৰী ইস্তফা দিয়া তেওঁৰ পক্ষে কঠিন আৰু ক্ষতিকাৰক। ইয়াৰ বাহিৰেও তেওঁৰ পৰিয়ালৰ মানুহৰ বিৰুদ্ধতাৰ সমুখীনতো হব লাগিবই, তাৰ বাহিৰেও, বৰ্ত্তমান মৰ্য্যাদাও হেৰুৱাব লাগিব। চাকৰী এৰি দিয়া মানেই তেওঁ যে এই চাকৰীৰ জৰীয়তে মানৱতাৰ সেৱা কৰিছে বুলি তেওঁৰ ধাৰণা, আৰু ভৱিষ্যতে এই সেৱাৰ মাত্ৰা বঢ়াই নিয়াৰ তেওঁৰ যি আশা এই সকলোবোৰ বৰ্জ্জন কৰা। ইয়াৰ খিনি ত্যাগ কৰিবলৈ হ'লে তেওঁ ভুলনীতি গ্ৰহণ কৰিছে বুলি দৃঢ়-বিশ্বাস স্থাপন কৰি লব লাগিব। অধিকন্তে সমসাময়িক শিক্ষিত লোক মাত্ৰেই, যি সকলে খ্ৰীষ্ট-ধৰ্ম্ম আৰু পাদুৰী সকলে গিৰ্জ্জাৰ মাৰফত প্ৰচলন কৰা ধৰ্ম্মৰ লেশ মাত্ৰও ইতিহাস জানে, তেওঁলোকৰ এনে বিশ্বাস গ্ৰহণ কৰাৰ বাহিৰে কোনো উপাই নাই। প্ৰত্যেকজন শিক্ষিতলোকে পাদুৰীয়ে প্ৰচলন কৰা ধৰ্ম্মশিক্ষা মিছা বুলি কব লাগিব।

দৈনন্দিন জীৱনৰ হেঁচাত পৰি এই সত্যপ্ৰিয় মানুহজনৰ মনতো দুই এটা সৰুসুৰা মিছা কথাই বাঁহ ললে। তেওঁ কবলৈ ধৰিলে যে অযুক্তিকৰ কথা হ'লেও, সেই কথাত কিবা সত্যাসত্য আছেনে নাই তাক আমি নিজে অধ্যয়ন কৰি চাব লাগিব। ই আছিল এটা সৰুসুৰা অসত্য আৰু এইদৰে ক্ৰমে এখোঁজ দোখোজকৈ পিচালি গৈ, তেওঁ অসত্যৰ অতল গহ্বৰত সোমাই পৰিল। বৰ্ত্তমান এয়ে হ'ল তেওঁৰ অৱস্থা।

চেলিনিনে সৰু কালত, তেওঁৰ ঘৰুৱা জীৱনত বিবিলাক নৈতিক নীতিনিয়ম পালন কৰা দেখিছিল সেইবিলাকত কি সত্য আছে বা আছিল, এই প্ৰশ্নৰ উত্তৰো তেওঁ বিচাৰি চাইছিল। সকলোৱে ইচ্ছা কৰিছিল যে তেওঁৰ এই নীতিনিয়ম মানি চলক আৰু জীৱনৰ কৰ্ম্মবলিত 'এই বিলাকৰ প্ৰয়োজনো অনেক। কিন্তু তেওঁ মন পৰিষ্কাৰ কৰিবলৈ ইয়াৰ উত্তৰ বিচাৰি ভলটেয়াৰ, চৌপেনহৱ হাৰ্বাৰ্ট স্পেনচাৰ অধ্যয়ন কৰা নাছিল। তেওঁ পাঠ কৰিছিল হেগেলৰ দাৰ্শনিক গ্ৰন্থ ভিনেট আৰু থোম্যাকভৰ লিখা ধৰ্ম্মগ্ৰন্থ। অবশ্যে তেওঁ যি বিচাৰিছিল তাকেই পালে—মনৰ শান্তি।

বাল্যকালৰ পৰা যিবোৰ ধৰ্মীয় নীতিনিয়ম তেওঁ দেখিছিল, সেই-বোৰকে সমৰ্থন তেওঁ এই গ্ৰন্থবোৰত পালে; অথচ তেওঁ বহুকাল পূৰ্ব্বে, এইবিলাক সাৰশূন্য বুলি ধৰি লৈছিল। এই শিক্ষাবোৰ তেওঁ গ্ৰহণ কৰাৰ

কাৰণ হ'ল, ইয়াৰ বিপৰীত পন্থা তেওঁৰ কাৰণে অতিশয় অশান্তিজনক, যি অশান্তি হয়তো তেওঁ গোটেই জীৱন ব্যাপি ভোগ কৰিব পাৰে। গতিকেই তেওঁ সৰ্ব্ব সাধাৰণে ভাণ্ডি ধৰা মিছা যুক্তিৰ অৱতাৰণা কৰি, মনত সান্ত্বনা দিলে যে, প্ৰকৃত সত্য বুজিবৰ কাৰণে ব্যক্তিবিশেষৰ বুদ্ধিবৃত্তি যথেষ্ট নহয়। সত্যই জনসমৃদ্ধিৰ আগতহে আত্ম প্ৰকাশ কৰে। দৈৱ শক্তিৰ সহায়তহে, সত্যই বিকাশ লাভ কৰে আৰু জনাজাত হয়। তেতিয়াৰে পৰা তেওঁ নিজৰ মনত এইদৰে.আত্মপ্ৰত্যয় জন্মাই মৃতকৰ উদ্দেশ্যে পতা প্ৰাৰ্থনা সভা আদিত যোগদান দিবলৈ ধৰিলে আৰু এই বিলাকত সহযোগ কৰি তেওঁৰ নিৰানন্দ পাৰিবাৰিক জীৱনত কিছু সান্ত্বনা লাভ কৰিছিল। এইবিলাক বিশ্বাস কৰা সত্বেও তেওঁ গ্ৰহণ কৰা ধৰ্ম্ম যে প্ৰকৃত সত্য ধৰ্ম্ম নহয়, সেই কথাই তেওঁৰ অন্তৰত খুন্দিয়াই আছিল। ইয়াৰ ফলতেই তেওঁৰ চকু-মুখত সদাই এটা বিষাদৰ ছাঁ দেখিবলৈ পোৱা গৈছিল।

নেক্লিউদভক দেখি তেওঁৰ স্মৃতিৰ পটত ভাহি উঠিছিল এটা কথা, পূৰ্ব্বে তেওঁ কি আছিল আৰু আজি কি হল। লগতে তেওঁ এই কথাও অনুভৱ কৰিছিল যে তেওঁ ধৰ্ম্ম সম্পৰ্কে যি মত প্ৰকাশ কৰিলে, সি যেন উচিত নহ'ল। তেওঁৰ অন্তৰত ভাব হ'ল তেওঁ যি কৰিছে, সি যেন উচিত হোৱা নাই আৰু নেক্লিউদভে অনুমান কৰিলে যে তেওঁৰ অন্তৰ্জগতত যেন এটা কৰুণ সুৰ বাজি উঠিল। ফলত তেওঁলোকে উভয়ে লগ পাম বুলি কলে যদিও লগ পাবৰ কাৰণে এজনেও যত্ন নকৰিলে, পিটাৰ্চবুৰ্গত নেক্লিউদভ থকাৰ সময়ত তেওঁৰ লগত আৰু কোনো দেখা সাক্ষাৎ নহ'ল।

## চব্বিশ

চিনেট হলৰ পৰা নেক্লিউদভ আৰু এডভোকেট ফেনাৰীন দুয়ো ওলাই আহিল। ঘোঁৰা গাড়ীৰ কচোৱানটোক গাড়ীখন আনিবলৈ কৈ তেওঁলোকে আগবাঢ়ি গ'ল। এডভোকেটে চৰকাৰী বিভাগ এটাৰ সৰ্ব্বোচ্চ বিষয়া এজনৰ গল্প এটা উলিয়ালে। চিনেটৰ সভ্য সকলেও এই মানুহ জনক লৈ গল্প গুজৰ কৰিছিল। এই বিষয়াজন এনে এটা অপৰাধত লিপ্ত হৈছিল যে ন্যায়মতে বিচাৰ হোৱা হ'লে, হয়তো কয়দি হৈ কোনো খনিত কাম কৰিব লগীয়া হলহেঁতেন। কিন্তু তাৰ ঠাইত, বৰ্ত্তমান চাইবেৰীয়াৰ

এখন নগৰত তেওঁ গৱৰ্ণৰ পদত অধিষ্ঠিত হৈ আছে। এডভোকেটে আমোদৰ সুৰত উল্লেখ কৰিলে যে কিছুমান প্ৰভাৱশালী ভদ্ৰলোকে, বহুদিনৰে পৰা অসম্পূৰ্ণ হৈ থকা এটা কীৰ্ত্তিস্তম্ভ স্থাপন কৰিবৰ কাৰণে সংগ্ৰহ কৰা ধনখিনি খাই পেলালে ; এজনৰ ঘৈণীয়েকে ষ্টক এক্সচেঞ্জত লক্ষ লক্ষ টকা লাভ মাৰিছে আৰু আন এজন নিজৰ স্ত্ৰীকে বিক্ৰী কৰাৰ ব্যৱস্থা কৰিছে। বহু উচ্চ বিষয়াই কেনেকৈ অসৎ উপায়েৰে শ শ, হেজাৰ হেজাৰ টকা আত্মসাৎ কৰে বা ঘুষ খাই, এনেকুৱা বহু গল্পও এডভোকেটে ক'লে। এই বিলাক মানুহৰ ঠাই হব লাগিছিল জেলখানাত; কিন্তু তাৰ ঠাইত তেওঁলোকে চৰকাৰৰ ডাঙৰ বিষয় বিলাক দখল কৰি বহি আছে। এড্‌ভোকেটৰ জোলোঙাত যেন এনেকুৱা গল্প ঠাহ খাই আছে। আচলাতে এড্‌ভোকেটে নেক্‌লিউদভক বুজাব খোজে যে তেওঁ এনে অসৎ উপায়েৰে অৰ্থ উপাৰ্জ্জন কৰা নাই। এই ভদ্ৰলোক সকলে যি উপায়েৰে অৰ্থোপাৰ্জ্জন কৰিছে, তাতকৈ তেওঁ অৱলম্বন কৰা উপায় বহু শ্ৰেষ্ঠ আৰু সৎ। এড্‌ভোকেটৰ লেঠেৰী নিচিগা গল্প শেষ নৌ হওঁতেই, নেক্‌লিউদভ তেওঁৰ পৰা বিদায় লৈ নিজ গন্তব্য স্থানৰ অভিমুখে যাত্ৰা কৰিলে।

নেক্‌লিউদভৰ মন গধুৰ হৈ পৰিল। মনত তেওঁৰ বেজাৰ। চিনেটত মাচ্‌লভাৰ আপীলটো ডিচ্‌মিচ্ হোৱাত তেওঁ অতিশয় দুঃখিত। নিৰ্দ্দোষী ছোৱালীজনীৰ দুঃখৰ শেষ নহ'ল। তেওঁ আৰু অনুভৱ কৰিলে যে মাচ্‌লভাৰ লগত তেওঁৰ মিলন বহু কঠিন আৰু সুদূৰ প্ৰসাৰী হ'ল। যি আহ্লাদৰ সুৰত এড্‌ভোকেটে উচ্চ বিষয়া সকলৰ দুৰ্নীতিৰ গল্প ক'লে, সিও তেওঁৰ মনত তীব্ৰ আঘাত হানিলে। এসময়ৰ সৎ, সাধু, সুশ্ৰী, আৰু সুমধুৰ মুখশ্ৰীৰ এই চেলিনিন মানুহজনৰ প্ৰকাশ ভঙ্গীতে তেওঁ যি নীৰস আৰু নিষ্ঠুৰ মনোভাব দেখিলে সিও তেওঁৰ মনৰ বেদনা বঢ়াই তুলিলে।

নেক্‌লিউদভ ঘূৰি আহি ঘৰ পালত, দুৱৰীজনে তেওঁৰ হাতত পত্ৰ এখন দি নাককোঁচাই ক'লে যে এগৰাকী মহিলাই এই পত্ৰখন লিখি থৈ গৈছে। চিঠিখন সুইভাস্‌ মাকৰ আছিল। তেওঁ লিখি গৈছে যে তেওঁৰ জীয়েকৰ উপকাৰ সাধন আৰু ৰক্ষা কৰা বাবে নেক্‌লিউদভক ধন্যবাদ জ্ঞাপন কৰিবলৈ আহিছিল। তেওঁ আৰু অনুনয় কৰি লিখি গৈছে নেক্‌লিউদভে তেওঁৰ ভাছিলিয়েভস্কিৰ এবং লাইনত থকা বাসস্থানত যেন এবাৰ পদাৰ্পণ কৰে। ভেৰা দুখভাৰ কাৰণেই ই অতীব প্ৰয়োজন। ধন্যবাদ আৰু কৃতজ্ঞতা প্ৰকাশ

কৰি তেওঁক আমনি কৰিব বুলি যেন কেতিয়াও নেভাবে। সেই দৈ তেওঁ যেন অলপো ভয় নেখাই। তেওঁক দেখা পালেই তেওঁলোকে অতিশয় আনন্দিত হব। যদি সম্ভৱ হয় কালিলৈ আহিবনে?

সম্রাটৰ ভূতপূৰ্ব্ব গা-ৰখীয়া বগাটিৰিয়েভৰ পৰাও এখন পত্ৰ আহিছিল। সেই বিশেষ ধৰ্ম্মগোষ্ঠীৰ লোক সকলৰ কাৰণে দৰ্খাস্তখন সম্রাটক হাতে হাতে দিবৰ কাৰণে নিকলিউদভে তেওঁক ভাৰ দিছিল। বগাটিৰিয়েভে লিখিছিল যে প্ৰতিশ্ৰুতি দিয়া মতে তেওঁ দৰ্খাস্তখন সম্রাটক হাতে হাতে দিব; কিন্তু তাৰ পূৰ্ব্বে, যিবিলাক মানুহৰ ওপৰত এনে বিচাৰৰ ভাৰ অৰ্পিত, নেক্লিউদভে যেন এই মানুহবোৰক এবাৰ লগ ধৰে।

এইকিদিন ঘূৰিপকি নেক্লিউদভৰ যি অভিজ্ঞতা হৈছে, তাৰ পৰা তেওঁৰ এই ভাব বদ্ধমূল যে তেওঁৰ উদ্দেশ্য পূৰণ হোৱাৰ অলপো আশা নাই। মাচ্-লভাৰ হকে তেওঁ একো কৰিব নোৱাৰে, মস্কোত তেওঁ যি আচনি লৈছিল, সি বাস্তবতাৰ-আঘাটত, যৌবনৰ সপোন ব্যৰ্থ হোৱাৰ দৰে চূৰ্ণবিচূৰ্ণ, তথাপি তেওঁ বিবেচনা কৰিলে যে পিটাৰ্চবুৰ্গত তেওঁ আছে যেতিয়া আঁচনি মতে কামখিনি কৰি যোৱাই ভাল। তেওঁ মনতে পাতিলে যে পিচদিনা বগাটিৰিয়েভৰ লগত আলোচনা কৰি তেওঁৰ উপদেশমতে প্ৰয়োজনীয় লোক সকলক লগ ধৰিব।

তেওঁ সেই বিশেষ ধৰ্ম্ম-সম্প্ৰদায়ৰ মানুহ খিনিৰ দৰ্খাস্তখন বেগৰ পৰা উলিয়াই পাঠ কৰিবলৈ লাগিল। এনেতে দৰজাত খুন্দা দি লগুৱা এটা সোমাই আহি জনালে যে কাউণ্টেচ্ ইভানভাই তেওঁক চাহ একাপ খাবলৈ মাতিছে।

নেক্লিউদভে এইমাত্ৰ গৈছে। বুলি দৰ্খাস্তখন পুনৰ বেগত ভৰাই, মাহীয়েকৰ বৈঠকখানাত হাজিৰ হ'ল। তেওঁ সোমাই যাওঁতে, খিৰিকীয়েদি মাৰিয়েটৰ ঘোঁৰা হাল ঘৰৰ সমুখত বৈ থকা দেখি তেওঁৰ মনটো প্ৰফুল্ল হৈ পৰিল।

মাৰিয়েটৰ মূৰত এটা হেট্। গাত নানা ৰঙেৰে ৰঞ্জিত এটা লঘু সাজপাৰ। কাউণ্টেচে বহি থকা আৰামী চকীখনৰ ওচৰতে হাতত চাহ একাপ লৈ বহি আছে। তেওঁ কিবা এটা বিষয়ে ফচফ কথা উলিয়াই হাঁহি আছে। নেক্লিউদভ সোমাই আহোঁতেই তেওঁ এনে এটা ধুহমীয়া কথা উলিয়াই দিলে যে হাঁহিৰ খলকনিত কাউণ্টেচ ইভানভাৰ ভেবেহা দেহত কঁপনি উঠিল। হাঁহিৰ বোল দেখিয়েই নেক্লিউদভে অনুমান কৰিলে যে মাৰিয়েটে কিবা এটা অতিপাত হাঁহি উঠা ধুহুটীয়া কথাৰ জোৰণি মেলিলে। তেওঁ গাটো

একভিয়াকৈ, মূৰটো অলপ তলমূৰ কৰি, দুই হাঁহি মাৰি আছে। এটা অদ্ভুত কটাক্ষ দৃষ্টিৰে মাৰিয়েটে কাউণ্টেচৰ কালে চাই আছে।

যি দুই এটা নেকৃলিউদভৰ কাণত পৰিছিল, তাৰ পৰাই তেওঁ অনুমান কৰিলে তেওঁলোকে চাইবেৰীয়াৰ এজন নতুন গৱৰ্ণৰৰ বিষয়ে কথা পাতি আছিল। মাৰিয়েটে এই গৱৰ্ণৰৰ সম্পৰ্কে এনে এটা খুহটীয়া গল্প ক'লে যে কাউণ্টেচে বহুপৰ ধৰি হাঁহি সামৰিব পৰা নাছিল।

কাহি কাহি কাউণ্টেচে ক'লে, "তুমি মোৰ জান মাৰিবা।"

নেকৃলিউদভে সম্ভাষণ জনাই চকী এখনত বহি পৰিল। মাৰিয়েটৰ খিকিন্দালী দেখি পেটে পেটে নেকৃলিউদভৰ খং উঠিছিল। মাৰিয়েটেও নেকৃলিউদভৰ গহীন মুখ আৰু বিতৃষ্ণাৰ ভাব লক্ষ্য কৰিলে, তেওঁ তত্তালিকে হাঁহি বন্ধ কৰি গহীন হৈ পৰিল।

নেকৃলিউদভে কাম কাজ কিমানদূৰ অগ্ৰসৰ হৈছে, সেই সম্পৰ্কে মাৰিয়েটে জানিবলৈ বিচৰাত তেওঁ উত্তৰ দিলে যে চিনেট আৰু চেলিনিনৰ ওচৰত তেওঁ কৃতকাৰ্য্য হব নোৱাৰিলে।

"অ' অতি পবিত্ৰ মানুহ! চেলিনিন এজন শ্ৰেষ্ঠ ভদ্ৰলোক!" বুলি সুযোগবাকী মহিলাই চিঞৰি উঠিল। "পিটাৰ্চবুৰ্গ মহা নগৰীত চেলিনিনৰ খুবেই সুনাম আৰু সকলোৱে তেওঁক এজন সৎ লোক বুলি বিবেচনা কৰে।"

"তেওঁৰ পত্নী একা!" নেকৃলিউদভে প্ৰশ্ন কৰিলে।

"তেওঁৰ পত্নী! তেওঁৰ ভাল-বেয়া সম্পৰ্কে আমি কোনো মতামত দিব নোৱাৰোঁ।। কিন্তু মানুহ গৰাকীক তেওঁৰ স্বামীয়ে অলপ ভুল বুজে।"

"চেলিনিনে কি আপীলটো ডিচ্‌মিচ্‌ কৰাৰ পক্ষেই মত দিলে?' সহানুভূতিৰ সুৰত মাৰিয়েটে প্ৰশ্ন কৰিলে। এটা হুমুনিয়াহ পেলাই মাৰিয়েটে আকৌ ক'লে, "ই এটা সঁচাই সাংঘাতিক কথা। মই অতি দুঃখিত।"

নেকৃলিউদভে চিন্তাই বিকিটো কৌচাই কথোপকথনৰ বিষয়টো সলনি কৰাৰ উদ্দেশ্যে দুৰ্গত বন্দী হৈ থকা সুস্তভাৰ কথা উলিয়ালে। মাৰিয়েটৰ সাহায্যতেই যে তাই মুক্ত হ'ল, সেইবাবে নথৈ ধন্যবাদ জ্ঞাপন কৰিলে। তেওঁ এই কথাও ক'লে যে চৰকাৰ পক্ষৰ কোনেও এই ছোৱালীজনীৰ কথা সোঁৱৰাই নিদিয়াত, গোটেই পৰিয়ালটোৱে বহু কষ্ট ভোগ কৰিলে। মাৰিয়েটে তেওঁৰ কথাৰ শেষ নৌ হওঁতেই চৰকাৰক গৰিহণা দিলে।

"মোক আৰু কব নেলাগে।" তেওঁ ক'লে, "স্বামীৰ পৰা যেতিয়া মই

জানিলোঁ যে তাই নিৰ্দোষী আৰু মুক্তি পাব, তেতিয়া মোৰ মনত এই কথাই খেলাইছিল যে যদি নিৰ্দোষীয়েই হয়, তেন্তে ইমান দিন তাইক বন্দী কৰি ৰখা হৈছিল কিয়?" নেকৃলিউদভৰ সুৰতে অশেষ দুঃখ প্ৰকাশ কৰিলে আৰু ক'লে "এনেবোৰ কথাতে মানুহৰ গা জ্বলি যায়।"

কাউণ্টেচ্‌ ইভানভাই লক্ষ্য কৰিলে যে মাৰিয়েটে তেওঁৰ ভতিজাকৰ ওচৰত গা জোকাৰি ছুট্‌ফটাই দেখুৱাইছে। দেখি তেওঁ নিজে নিজেই আমোদ পাইছে। তেওঁলোক দুয়ো নীৰৱ হোৱাত কাউণ্টেচে কলে, "এই বিলাক কথাৰ আচল সাৰমৰ্ম্ম তোমালোকে বুজিব পাৰিবা যদি কাইলৈ ৰাতি তোমালোকে এলাইনৰ তালৈ আহাঁ। কিশিৱেটাৰো তালৈ অহাৰ কথা আছে। মাৰিয়েট আহিবানে?"

নেকৃলিউদভৰ ফালে চাই কাউণ্টেচে আকৌ ক'লে, "কিশিৱেটাৱে কৈছে যে তুমি যিবিলাক মতামত পোষণ কৰিছা, এইবোৰ অতি শুভ লক্ষণ আৰু ইয়াৰ ফলত তুমি যীশুক লাভ কৰিব পাৰিবা। আহাঁ কালিলৈ কিশিৱেটাৰৰ বক্তৃতা শুনা। মাৰিয়েট তুমিও আহাঁ আৰু এওঁকো ধৰা।"

"কাউণ্টেচ্‌, প্ৰথম কথা হ'ল ৰাজকুমাৰক এইবোৰ উপদেশ দিবলৈ মোৰ অধিকাৰেই বা কি?" মাৰিয়েটে ক'লে, মাৰিয়েটৰ মুখৰ এনেকুৱা ভঙ্গি যেন নেকৃলিউদভ্‌ আৰু তেওঁৰ কাউণ্টেচে উল্লেখ কৰা ধৰ্ম্মীয় বিষয়ত উভয়ৰ একেই দৃষ্টি।

"দ্বিতীয়তঃ মোৰ এইবোৰ কথাত বিশেষ ৰাপ নাই আৰু প্ৰয়োজন বুলিও নেভাবো। আপুনি জানেই……।"

"অঁ জানো, তুমি সদাই ওলোটাপথেই গতি কৰা। তোমাৰ নিজৰ যি ধাৰণা সেইমতেই"

"মোৰ ধ্যা-ধাৰণা হ'ল সাধাৰণ খেতিয়ক তিৰোতা মানুহৰ যেনে, মোৰো তেনে।" হাঁহি মাৰি মাৰিয়েটে ক'লে।

"তৃতীয় কথা হল কালিলৈ মই ফৰাচী থিয়েটাৰ চাম বুলি ভাবিছোঁ।"

"আ—। তুমি দেখিছানে? অভিনেত্ৰী গৰাকীৰ নামটো কি?" নেকৃলিউদভলৈ চাই কাউণ্টেচে সুধিলে। মাৰিয়েটে এই বিখ্যাত ফৰাচী অভিনেত্ৰী গৰাকীৰ নামটো ক'লে।

"তুমি এবাৰ চাই অহা ভাল, বুজিছা। অভিনেত্ৰী গৰাকীৰ অভিনয় অতি মনোৰম, অতি আচৰিত।"

"মাহী। মই এতিয়া প্ৰথমতে কাৰ বাণী শুনিম? অভিনেত্ৰীৰ নে ধৰ্ম্ম প্ৰচাৰকৰ।" হাঁহি মাৰি নেক্‌লিউদভে ক'লে।

"তুমি এইবোৰ ভাংবাং নেপাবা।"

"মই ভাবো প্ৰথমে প্ৰচাৰকৰ বাণী শুনাই শ্ৰেয়ঃ আৰু তাৰপিছত অভিনেত্ৰীৰ, নহলে এই ধৰ্ম্মোপদেশ শুনাৰ হাবিয়াসেই নষ্ট হব।" নেখ্‌লউদভে কলে।

"নহয়! প্ৰথমতে ফৰাচী থিয়েটাৰকে আৰম্ভ কৰা ভাল আৰু তাৰপিছত তপস্যা।"

"ৰবা! ৰবা! তোমালোকে মোক লৈ হাঁহি তামাচা কাৰৰ নেলাগে। প্ৰচাৰক প্ৰচাৰকেই আৰু থিয়েটাৰ থিয়েটাৰেই, মুক্তি লাভৰ কাৰণে চকুপানী টুকিলেই নহয়, প্ৰথমতে বিশ্বাস স্থাপন কৰা দৰকাৰ, তাৰ পাচতহে পৰম আনন্দ।"

"ঠিকেই কৈছে মাহী! বহু প্ৰচাৰকতকৈ আপুনি নিজেই এগৰাকী ভাল প্ৰচাৰিকা।"

"মই কওঁ" মাৰিয়েটে ক'লে, "আপুনি অভিনয় চাবলৈ কালিলৈ নিশ্চয় আহক।

"মাফ কৰিব মোৰ অহা সম্ভৱ নহয়।"

এনেতে চাপ্ৰাচীয়ে জনালেহি যে বাহিৰত আলহী এজন আহি অপেক্ষা কৰি আছে। আগন্তুকজন হ'ল, এখন দাতব্য অনুষ্ঠানৰ সম্পাদক, কাউণ্টেচ্ কেটেৰীনা এই অনুষ্ঠানৰ সভানেত্ৰী।

"ঐ' সম্পাদক আহিছে। বুজিছোঁ। অত্যন্ত নীৰস লোক। তেওঁক মই বাহিৰতে লগ পাই আহোঁ। মাৰিয়েট! তেওঁক চাহ একাপ দিয়া।"

এই বুলি খৰধৰকৈ কাউণ্টেচ্ কোঠাৰ পৰা ওলাই গ'ল।

মাৰিয়েটে হাতৰ মোজাপাট সোলোকাই চিলভাৰ কেটলিটো ডাঙি ক'লে, "চাহ অলপ আৰু দিওঁ।"

তেওঁৰ মনত এটা বিষাদৰ ছাঁ আৰু মুখখন গম্ভীৰ।

"এটা কথাত মই সদাই দুঃখিত। যি সকলৰ কথাত মই মূল্য দিওঁ, অথচ তেওঁলোকেই মোৰ মনঃপূত নোহোৱা একোটা বিপৰীত কথা কৈ মোক বিপাঙত পেলাই দিয়ে।"

এই শেষৰ কথাখিনি কওঁতে মাৰিয়েটৰ যেন চকুলোহে ওলাব, তেনেকুৱাই

ভাব। কিন্তু তেওঁৰ কথা বিলাক ভাঙি পাতি চালে হয়তো একেবাৰেই অৰ্থ নাই, বা থাকিলেও কোনো নিৰ্দিষ্ট অৰ্থশূন্য। তথাপি এই লাৱণ্যময়ী সুন্দৰ সাজপাৰ পৰিহিতা মহিলা গৰাকীৰ উজ্জ্বল নয়নযুগলে নেক্‌লিউদভক যি দৰে আকৰ্ষণ কৰিছে, তাৰ পৰা অনুমান হয়, তেওঁও যেন এই কথাবিলাকত বিচাৰি পাইছে গভীৰ তত্ত্ব আৰু তেওঁৰ প্ৰতি সহায়তা।

নেক্‌লিউদভে নীৰবে মহিলা গৰাকীৰ চকুলৈ একেঠাবে চাই আছে।

"আপুনি হয়তো ভাবিব পাৰে যে আপোনাৰ কথাবিলাক আৰু আপুনি কৰি থকা কাম বিলাক, মই বুজি নেপাওঁ। কিন্তু আচলতে আপুনি যিবিলাক কৰিছে আৰু কৰিব খুজিছে, তাত মোৰ পূৰ্ণ সমৰ্থন আছে। এইবিলাক দেখি মই খুব বং পাইছোঁ।

"কিন্তু মই যি কৰিছোঁ, সি একেবাৰে নগণ্য, তাত আনন্দ পাবলগীয়া বিশেষ একো নাই বুলিয়েই মই ভাবোঁ।

যি হ'ক মই আপোনাৰ মনৰ কথা বুজিছোঁ। মই তাইৰ কথাও বুজিছোঁ। বাক, বেছি আৰু মই একো নকওঁ।" নেক্‌লিউদভে অলপ বেয়া পোৱা যেন দেখি মাৰিয়েটে ক'লে, "কিন্তু জেলত মানুহবোৰৰ দুখকষ্ট আৰু নিৰ্যাতন দেখি মই বুজিব পাৰিছোঁ, আপুনি এই প্ৰপীড়িত মানুহবোৰৰ সাহায্যাৰ্থে আগবাঢ়িছে। কিছুমান মানুহৰ নিষ্ঠুৰতা আৰু কাণ্ডজ্ঞানহীনতাৰ ফলতেই মানুহবোৰে এই নৰক যন্ত্ৰণা ভোগ কৰিছে। এই বিলাক কথাৰ কাৰণে কোনো লোকে জীৱন পৰ্য্যন্ত উছৰ্গিব খোজে। মোৰ জীৱনো এনে কাৰ্য্যৰ কাৰণে উছৰ্গা কৰিব পৰা হ'লে মইও সুখী হলোহেঁতেন। কিন্তু মোৰ তেনে ভাগ্য নাই।" নেক্‌লিউদভক ভালদৰি লগাবৰ কাৰণে মাৰিয়েটে মন্তব্য কৰিলে। নাৰী-সুলভ স্বাভাৱিক বুদ্ধিৰ পৰা মাৰিয়েটে ধৰিব পাৰিছিল যে এনেকুৱা কথা ক'লে হয়তো নেক্‌লিউদভৰ মনত লাগিব। তেওঁৰ কথা শুনি নেক্‌লিউদভে ক'লে, "আপুনি তেনে ভাগ্যৱতী বুলি নেভাবেনে কি ?

এনে প্ৰশ্ন কোনেও নকৰে বুলিয়েই মাৰিয়েটৰ ধাৰণা আছিল। তেওঁ প্ৰশ্নটো শুনি আচৰিত হোৱাৰ দৰে ক'লে, "মোৰ ? মোৰ ভাগ্যৰ কথা কৈছে ? অৱশ্যে মোৰ তেনে কোনো বিশেষ অসন্তোষ নাই। মই সন্তোষেৰেই আছোঁ। কিন্তু কিবা এটা আছে যি মোক জগাই তোলে।

"তেন্তে তাক উজাগৰে ৰখাই ভাল আৰু এনে আহ্বান মানি চলাই উচিত।" কাষত পৰি নেক্‌লিউদভে ক'লে।

বহুদিনলৈকে মাৰিয়েটৰ লগত হোৱা এই কথোপকথনৰ কথা মনত পৰিলে নেক্‌লিউদভ নিজে নিজেই লজ্জিত হৈছিল। মাৰিয়েটৰ কথাবোৰ তেওঁৰ স্মৃতিত নিগজিকৈ বহি গৈছিল। * *

কাউণ্টেচ্‌ যেতিয়া ঘূৰি আহিল, তেতিয়াও তেওঁলোকে কথা পাতিয়েই আছিল। এই কথা বিলাক কেৱল চুজন পুৰণা বন্ধুৰ মাজত হোৱাৰ দৰেই নাছিল। তেওঁলোকৰ মাজত কথাবতৰা হৈছিল এনে ধৰণে, যেন অজ্ঞমনক্ষ জনতাৰ মাজত তেওঁলোক চুজনেই পৰস্পৰক বুজি পালে আৰু তেওঁলোক চুজনেই যেন অন্তৰঙ্গ বন্ধু। কথাৰ মাজত এনেকুৱা লক্ষণ ফুটি উঠিছিল।

তেওঁলোকৰ কথোপকথনৰ বিষয় আছিল, ক্ষমতা প্ৰয়োগৰ ফলত সৃষ্টি হোৱা অন্যায়, অবিচাৰ, চুৰ্ভগীয়া মানুহৰ দুঃখবেদনা, জনসাধাৰণৰ দৰিদ্ৰতা; অথচ তেওঁলোকৰ পৰস্পৰৰ চাৱনিত ফুটি উঠিছিল এনে ভাৱ, "তুমি মোক ভাল পোৱানে?" তাৰ উত্তৰ আছিল, "হয়। মই ভাল পাওঁ।" ফলত স্ত্ৰী-পুৰুষৰ আসক্তিয়ে তেওঁলোকক অতি ঘনিষ্ঠ সূত্ৰেৰে বান্ধি পেলাইছিল।

মাৰিয়েটে যাবলৈ উঠি ক'লে যে সকলো সময়তে নেক্‌লিউদভক সাহায্য কৰিবলৈ তেওঁ প্ৰস্তুত আৰু পিচদিনা থিয়েটাৰত তেওঁক যেন ক্ষন্তেক লগ দিয়ে; কিয়নো এটা গুৰুত্বপূৰ্ণ কথা নেক্‌লিউদভক কবলগীয়া আছে। বহু অলঙ্কাৰেৰে সুশোভিত হাত খনৰ মোজাপাট টান মাৰি, হমুনিয়াহ পেলাই মাৰিয়েটে ক'লে, "হয়, আপোনাক পুনৰ আকৌ কেতিয়া লগ পাম তাৰ কোনো নিশ্চয়তা নাই। বাক ককছোঁন কালিলৈ আহিবনে?"

নেক্‌লিউদভেও থিয়েটাৰলৈ যাব বুলি প্ৰতিশ্ৰুতি দিলে।

সেইদিনা ৰাতি চাকিটো নুমাই নেক্‌লিউদভ যেতিয়া বিচনাত পৰিল, তেতিয়া তেওঁৰ টোপনি নহা হ'ল। তেওঁৰ মাচ্‌লভাৰ কথা মনত পৰিল। চিনেটৰ ৰায়ৰ কথা আৰু তাৰ পিচত তেওঁৰ কৰ্তব্য আৰু কি সিদ্ধান্ত লব সেই সম্পৰ্কে। তেওঁ যে জমিদাৰী ত্যাগ কৰিলে সেই কথাও মনলৈ আহিল। এনেতে তেওঁৰ মনত ভাহি উঠিল, মাৰিয়েটে তেওঁক আকৌ কেতিয়া লগ পাব বুলি কৰা প্ৰশ্নৰ সময়ত মাৰিয়েটৰ মুখৰ ভঙিমাৰ প্ৰতিচ্ছবি। মাৰিয়েটৰ মুখৰ হাঁহিটো দেখি, তেওঁৰ মুখতো হাঁহি বিৰিঙি উঠাৰ কথা।

"সঁচাই মই চাইবেৰীয়ালৈ যোৱা উচিত হবনে? মোৰ সা-সম্পত্তিখিনি ত্যাগ কৰা উচিত হ'লনে?" তেওঁ নিজকে নিজে প্ৰশ্ন কৰিলে।

পিটাৰ্চবুৰ্গৰ এই নিশাত এইবোৰ প্ৰশ্নৰ তেওঁ কোনো থাতাং উত্তৰ

নেপালে, তেওঁৰ মনটো খেলিমেলি হৈ পৰিল। পূৰ্ব্বৰ তেওঁৰ চিন্তাধাৰা ঘূৰাই আনিবলৈ বহু চেষ্টা কৰিও তেওঁ বিফল হ'ল। তেওঁৰ চেতনাত পূৰ্ব্বৰ সৰলতা আৰু সভ্যতা দুয়োটাই লোপ পালে।

তেওঁ বহুচিন্তা কৰিও প্ৰশ্নবোৰৰ সঠিক উত্তৰ নোপোৱাত ক্ৰোধ আৰু হতাশে আগুৰি ধৰিলে। শেষত গভীৰ নিদ্ৰাত নিমগ্ন হ'ল।

## পঁচিশ

নেক্‌লিউদভে পিচদিনা পুৱা বিছনাৰ পৰা উঠি অনুভৱ কৰিলে যে আগদিনা তেওঁ এটা পাপ কৰ্ম্মত লিপ্ত হ'ল। তাৰবাবে তেওঁ নিজকেই দোষী কৰিলে।

তেওঁ কথা বিলাক পৰিসিপিত্তি চালে। কিন্তু কোনো দুষ্কৰ্ম কৰি পেলোৱাৰ কথাও মনত নপৰে। হয় তেওঁ কোনো বেয়া কাম কৰা নাই। কিন্তু কিছুমান কুভাবে তেওঁক সাঙুৰি লৈছিল। তেওঁৰ ভাব হ'ল যে মাটিবাড়ী ত্যাগ কৰি, কাটুচাক বিয়া কৰিবলৈ চলোৱা সকলো প্ৰচেষ্টা. আৰু তেওঁৰ সংকল্প, সপোনৰ দৰে অবাস্তৱ। এইবোৰ তেওঁ সহ্য কৰাই অসম্ভৱ। গতিকেই তেওঁ পূৰ্ব্বৰ দৰেই জীৱন যাপন কৰাই শ্ৰেয়ঃ।

তেওঁ কোনো পাপকৰ্ম্ম কৰা নাই সত্য, কিন্তু নিজে কিছুমান কুচিন্তাক প্ৰশ্ৰয় দিছিল আৰু এই কুচিন্তা বোৰেই কুকৰ্ম্মৰ প্ৰথম সোপান। তাৰ ফলতেই মানুহে কুকৰ্ম্মত লিপ্ত হৈ পৰে।

এবাৰ এটা অসৎকাম কৰি, পুনৰ তাক নকৰাকৈ থাকিব পাৰি আৰু তাৰ কাৰণে অনুতপ্তও হব পাৰি। কিন্তু কুচিন্তাই সৰ্ব্বপ্ৰকাৰ কুকৰ্ম্মৰ প্ৰেৰণা যোগাই।

এটা কুকৰ্ম্মই আন এটা কুকৰ্ম্মৰ পথ প্ৰশস্ত কৰি দিয়ে আৰু অদমনীয় কুচিন্তা বিলাকে মানুহক সেইপথে টানি নিয়ে।

আগদিনা নেক্‌লিউদভৰ যিবিলাক ভাব-চিন্তা হৈছিল, সেই কথা মনত পৰি তেওঁ নিজে নিজেই বিশ্বাস কৰিবলৈ টান পাইছে। তেওঁ আচৰিত হয় যে তেওঁ মনত এনেবোৰ ভাব-চিন্তাক ঠাই দিছিল। তেওঁ জীৱনৰ যি পথ বাছি লৈছে, সেই পথ যিমানেই কণ্টকাকীৰ্ণ হক বা নতুন হক, তেওঁৰ পক্ষে ইয়াৰ বাহিৰে অন্য কোনো গত্যন্তৰ নাই। পূৰ্ব্বৰ জীৱন যিমানেই সহজ বা সুখৰ হ'ক, বৰ্ত্তমান সেই জীৱনলৈ ঘূৰি যোৱা মানে তেওঁৰ মৃত্যু।

আগদিনা তেওঁ যে প্ৰলোভনৰ মায়াজালত পৰিছিল সেই কথা সঁচা। কথাটো হ'ল এনেকুৱা। কিছুমান মানুহে গভীৰ নিদ্ৰাৰ পৰা পুৱা সাৰ পাই; অথচ তাই উঠি বং-বহস্তেৰে প্ৰয়োজনীয় কাম কাজত লাগি যাব লাগে বুলি জানিও পুনৰ টোপোলা বান্ধি, অকনমান সুখানুভূতিৰ আশাত শুই থাকে। নেকলিউডভবো তেনেদৰেই মাৰিয়েটৰ প্ৰতি দুৰ্বলতা হৈছিল।

পিটাৰ্চবুৰ্গত থকা তেওঁৰ আজিয়েই শেষ দিন। পিচদিনা পুৱাই তেওঁ সুষ্টভাৰ লগত দেখা কৰিবলৈ ভচ্ছিলিয়েভ দ্বীপলৈ যাত্ৰা কৰিলে।

সুষ্টভাহঁতে বিল্ডিংটোৰ প্ৰথম মহলাত বাস কৰে। নেকলিউডভক কোনোবাই পিচফালে বাট বুলি কোৱাত, তেওঁ পোনে পোনে আহি বান্ধনি ঘৰত উপস্থিত হ'ল। ঘৰৰ ভিতৰত বন্ধন কৰা বস্তৰ গোন্ধ তেওঁৰ নাকত লাগিল। এগৰাকী চশমা পিন্ধা আধবয়সীয়া মহিলাই, চোলাৰ হাত কোঁচাই, ককালত এখন এপ্ৰোন বান্ধি বন্ধাবঢ়া কৰি আছিল।

'আপুনি কাক বিচাৰিছে?' অলপ কৰ্কশ ভাৱত মহিলা গৰাকীয়ে প্ৰশ্ন কৰিলে। নেকলিউদভে উত্তৰ দিবলৈ নৌ পাওঁতেই, মানুহ গৰাকীৰ মনত ভয় আৰু আনন্দৰ ভাৱ বিৰিঙি উঠিল।

"অ' ৰাজকুমাৰ!" এপ্ৰনখনত হাত মচি মানুহ গৰাকীয়ে কলে, "আপুনিযে পিচফালে সোমালেহি!" আপুনি মুক্ত কৰা ছোৱালীজনীৰ মাক মইহে। সিহঁতে মোৰ খুঁদকণ ছোৱালীজনীক একেবাৰে শেষ কৰিব খুজিছিল। ভাগ্যে আপুনি ৰক্ষা কৰিলে।" নেকলিউদভৰ হাতত চুমা এটা দি মানুহ গৰাকীয়ে ক'লে।

"মই কালি আপোনাৰ ওচৰলৈ গৈছিলোঁ। মোৰ ভনীজনীয়েও যাবলৈ কৈছিল। তাইও ইয়াতে আছে। আহক! আহক! এই ফালেদি আহক।" এই বুলি কৈ সুষ্টভাৰ মাকে সৰু দুৱাৰ এখন খুলি এন্ধাৰ বাট এটাইদি ৰাজকুমাৰক আগবঢ়াই লৈ গ'ল। তেওঁ মুৰৰ আউল বাউল চুলিকোচা হাতেৰে মুলাই অলপ ঠিকঠাক কৰি, স্কাৰ্টটো অলপ ভাজি লৈ, নেকলিউদভক কাণে কাণে ক'লে, "মোৰ ভনীজনীৰ নাম কৰ্ণিলভা। বোধহয় আপুনি তাইৰ নাম শুনিবও পাৰে। তাই বৰ চৈতৰী আৰু ৰাজনৈতিক আন্দোলনত জড়িত।"

সুষ্টভাৰ মাকে নেকলিউদভক সৰু কোঠা এটালৈ লৈ গল। কোঠাটোৰ ভিতৰত দুটি চাপৰ, আৰু পাহৰাদ ছোৱালী এজনী চ'কী এখনত বহি আছিল। সন্মুখত আছিল এখন টেবুল। ছোৱালীজনীৰ চুলিবোৰ বেচ দুলীয়া, কিন্তু

মুখখন শেঁতা। এচেকুৰা চুলি ঘূৰণীয়া হৈ গালত পৰি আছে। চেহেৰা মাকৰ দৰেই আৰু গাত এটা ধাঁকৰাক কপাহী চোলা।

ছোৱালীজনীৰ বিপৰীত ফালে এখন আৰামী চকীত বহি আছিল এজন যুৱক। গোঁফ-দাঢ়িবোৰ মিচমিচকৈ ক'লা। গাত আছিল কচ শিপিণীয়ে বনকৰা এটা কামিজ। তেওঁলোকে দুয়োজনে কথোপকথনত ইমান ব্যস্ত আছিল যি নেকৃলিউদভ কোঠাৰ ভিতৰ সোমালতহে তেওঁলোকে তেওঁৰফালে মুখ ঘূৰালে।

"লিডিয়া! এইয়া ৰাজকুমাৰ নেকৃলিউদভ্। ... ... ... ....।" মাকে কলে।

এই শেঁতামুখৰ ছোৱালীজনীয়ে ততালিকে বহাৰ পৰা জাপ মাৰি উঠিল। তাই যেন বিমোৰ। চুলি একোচা কানৰ কাষেদি. পিচলৈ থেলি, ভয় বিহ্বল ভাবত নেকৃলিউদভলৈ চাবলৈ ধৰিলে।

"তেন্তে সেই সাংঘাতিক ছোৱালীজনী তুমিয়েই। ভেৰা দুখভাই তোমাৰ মুক্তিৰ কাৰণেই মোক খাতনি ধৰিছিল।" হাঁহি মাৰি নেকৃলিউদভে ক'লে।

"হয় মরেই।" লিডিয়াই উত্তৰ দিলে।

শিশুসুলভ মনোমোহা হাঁহি এটা তাইৰ ওঁঠত বিৰিঙি উঠিল। "মোৰ মাহীদেৱে আপোনাক লগ পাবলৈ খুব ইচ্ছা কৰিছে।" দৰজাৰ বাহিৰলৈ ওলাই লিডিয়া সুষ্টভাই "মাহীদেউ" বলি মাত দিলে।

"তুমি কাটক খোৱাত ভেৰা দুখভাই খুব দুঃখ পাইছিল। নেকৃলিউদভে ক'লে।

ওচৰত বহি থকা যুৱকজনে থিয় হোৱাত লিদিয়াই নেকলিউদভক আৰামী চকীখনতে বহিবলৈ অনুৰোধ কৰি ক'লে, "বহক। ইয়াতে বহক।

নেকৃলিউদভে যুৱক জনলৈ চোৱা দেখি লিডিয়াই ক'লে, 'এওঁ হল মোৰ সম্বন্ধীয় ককাইদেউ আখাবভ।'

লিডিয়াবদৰে যুৱকজনেও বিনীত ভাবে নেকৃলিউদভক সম্ভাষণ জাপন কৰিলে। নেকৃলিউদভে আসন গ্ৰহণ কৰাত, তেওঁও আন এখন চকী টান মাৰি আনি তেওঁৰ ওচৰতে বহি পৰিল। এজন ষোল বছৰীয়া ছাত্ৰইও এনে সময়তে সোমাই আহি, খিড়িকীৰ চৌ-কাঠতে বহিল।

'জোনাকৰ্থকা মাহীদেউৰ অ'ন্তি বলিষ্ঠ বন্ধু। কিন্তু মোৰ লগত চিনাজনা একেবাৰে নাই বুলিলেও হয়।" খুড়ীতাই কলে।

ইয়াৰ পিচত ওচৰৰ কোঠাৰ পৰা, শুকলা বঙৰ ব্লাউচ্ পিন্ধা আৰু কলালত টঙালি মৰা এগৰাকী লাৱণ্যময়ী মহিলা সোমাই আহিল।

"আপোনাৰ ভালনে? আপুনি অহাত নথৈ ধন্যবাদ।" কথাষাৰ কৈ মহিলাগৰাকীয়ে লি'ভয়'ৰ কাষত থকা চকীত বহিল।

"ককছোন? তেৰাৰ ভালনে? আপুনিতো লগ পাই আহিছে। জেলত তেওঁ দিনবোৰ কেনেদৰে কটাইছে।"

"তেওঁৰ নিজৰ কোনো আপত্তি নাই। তেওঁ কয় যে তেওঁৰ মনত কোনো খেদ নাই। তেওঁৰ মনোভাৱ অলিম্পিক খেলুৱৈই সকলৰ দৰেই।"

"মই জানো তেৰা তেনেকুৱাই।" মূৰত খোকাৰ মাৰি, একোকোৰা হ'াহিলৈ মাহীয়েকে ক'লে।

"জনা সকলে জানে। তেওঁ বেচ সুন্দৰ চৰিত্ৰৰ মানুহ। তেওঁ যি কৰিছে, লোকৰ কাৰণেই। নিজৰ কথা তেওঁ নেভাবে। নিজৰ কাৰণে একো কথাও নাই"

'হয়, তেওঁ নিজৰ কাৰণে একো বিচৰা নাই। কেৱল আপোনাৰ ভতিজাকৰ কাৰণেহে চিন্তিত। তেওঁৰ মনত খেদ এইটোৱেই যে বিনা দোষত ছোৱালী-জনীয়ে শাস্তি খাইছে।"

"তেওঁৰ কথা সঁচা।" মহীয়েকে ক'লে।

"মোৰ কাৰণে তাই কষ্ট খোৱাটো অতি পৰিতাপৰ কথা।"

"মই আপোনাক ঘটনাটো বুজাই-কওঁ' মহীয়েকে ক'লে, "ঘটনা হ'ল এই— মানুহ এজনে কিছুমান কাকতপত্ৰ মোক অলপ সময়ৰ কাৰণে থবলৈ দিছিল মই সুবিধাজনক কোনো ঠাই নেপাই কাগজখিনি আনি লিডিয়াক দিলো। সেইদিনা ৰাতিয়েই পুলিচ আহি লিডিয়াৰ কোঠা লুৰকি পেলাই আৰু কাকত-খিনি সহ তাইক গ্ৰেপ্তাৰ কৰি লৈ যায়। সিহঁতে তাই কাকতপত্ৰ খিনি ক'ত পাইছিল সৈ কঢ়াবৰ কাৰণে বহু যত্ন কৰিছিল।"

লিডিয়াই ভতালিকে উত্তৰ দিলে,—"মই কিন্তু তুমি দিহা বুলি কেতিয়াও নকওঁ। সিহঁতে মিডিনক ধৰি নিলে বলিও, মোৰ কথাত নহয়।" তাই বতা পৰি ইফালে সিফালে চাই ক'লে।

"লিডিয়া, এই বোৰ কথা মুখত নানিবা।" মাকে কলে।

"কিয় নকয়। মই কোৱাই উচিত।" তাইৰ হাঁহি বন্ধ হ'ল আৰু মুখখন বাওলি হৈ পৰিল। চুলি এচেকুৰা আঙুলিৰে পকাই আছে।

"কালি এইবোৰ কথা পাতোতে কি হৈছিল সেই কথা নেপাহৰিব।" মাকে কলে।

"আচলতে তাৰ কাৰণে নহয় মা। মোক কৰলৈ দিয়া। মই কোৱা নাই। লিহঁতে মোৰ পৰা কোনো কথা উলিয়াব পৰা নাছিল। মিতিন আৰু মাহীদেউৰ সম্পৰ্কে যেতিয়া প্ৰশ্ন কৰিছিল, তেতিয়া মই কোনো উত্তৰ দিয়া নাই। আৰু উত্তৰ নিদিওঁ বুলিয়েই কৈ দিলোঁ। তাৰ পিচত....এই পেট্ৰভ।"

"পেট্ৰভ্ হ'ল এটা চোৰাং চোৱা আৰু গুপ্তঘাতক!" ভতিজাকে উল্লেখ কৰা মানুহজনক চিনাকী কৰি মাহীয়েকে নেক্লিউদভক ক'লে।

"তাৰ পিচত সি মোক ফুচুলাবলৈ ধৰিলে" লিডিয়াই উত্তেজিত সুৰত কবলৈ ধৰিলে, 'তুমি মোক কোনো কথা প্ৰকাশ কৰিলে' সি কয়, 'কাৰো অনিষ্ট নহয়। আনহাতে বিবোৰ নিৰপৰাধী মানুহ আমি ধৰি আনিছোঁ, আৰু অনাহকতে শাস্তি দিছোঁ, সেই মানুহবোৰক খালাচ দিব পাৰোঁ।' কিন্তু মই তেতিয়াও ক'লো যে এইবোৰ মই একো নেজানো। তাৰ পিচত সি ক'লে, 'বাৰু একো ক'ব নেলাগে। কিন্তু যাৰ নাম ক'ম, তাক তুমি নহয় বুলি নক'বা। তেতিয়া সি মিতিনৰ নাম কয়।"

"এইবোৰ কথা কোৱাৰ কোনো দৰকাৰ নাই।" মাহীয়েকে ক'লে।

"নহয় মাহী। মোক ক'বলৈ বাধা নিদিবা।" এবাৰ ঘূৰি চাই, চুলি একোচা টান মাৰি, লিডিয়াই কৈ গ'ল, "তাৰ পিচত—তাৰপিচত ভাবি চ'ক। পিচদিনা মই শুনিবলৈ পালো,—তেওঁলোকে বেৰত ভকৰীয়াই মোক জানিবলৈ দিলে যে মিতিনক গ্ৰেপ্তাৰ কৰিছে। মোৰ ধাৰণা হ'ল মই বিশ্বাসঘাতকতা কৰিলোঁ বুলি। এই কথাই মোক খুব অশান্তি দিবলৈ ধৰিলে। মোক যেন দেহ পুৰি মাৰি পেলাব। মই পাগলৰ দৰে হলোঁ।

"কিন্তু পিচত এই কথা থাতাং হ'ল যে মিতিন্ তোমাৰ কাৰণে গ্ৰেপ্তাৰ হোৱা নাছিল।" মাহীয়েকে ক'লে।

"হব পাৰে। কিন্তু তেতিয়া মই একো জনা নাছিলোঁ। মোৰ কেৱল এটা মাথোন ভাব হ'ল, 'মই বিশ্বাসঘাতকটা কৰিলোঁ। মই বিছনাত পৰি থাকোঁ। —কোনোবাই যেন মোক কাণে কাণে কয় 'বিশ্বাসঘাতকতা। বিশ্বাসঘাতকতা মিতিন্। মিতিনক বিশ্বাসঘাতকতা কৰিলা।' মই এইবোৰ সপোনৰ নিচিনা

মাৰা বুলি ভাবিলেও, মোৰ কাষত বাঝি আছিল। মই লেতাবো বুলি ঠিক কৰো হয়, কিন্তু আকৌ সেই একেটা কথা। মোৰ কি যে সাংঘাতিক অৱস্থা হল।" কথা কওঁতে কওঁতে লিডিয়াৰ উত্তেজনা বাঢ়ি গ'ল। তাই চুলি একোচা এবাৰ পকাইছে, আকৌ খুলিছে আৰু এবাৰ ইকালে চাই, এবাৰ সিকালে।

মাকে লিডিয়াৰ কান্ধত হাতখন থৈ ক'লে "বাছা! লিডিয়া! অলপ ক্ষান্ত হোৱা।"

কিন্তু লিডিয়া ক্ষান্ত নহ'ল। তাইৰ মুখৰ কথাও বন্ধ নহ'ল।

"উস্ কি যে সাংঘাতিক!" এই বুলি লিডিয়াই আকৌ আৰম্ভ কৰিলে, কিন্তু কথা শেষ নোহওঁতেই তাই জাপ মাৰি উঠিল আৰু চিঞৰ এটা মাৰি কোঠাৰ পৰা বাহিৰ ওলাই গ'ল। লিডিয়াৰ মাকো পিচে পিচে গ'ল।

"এই দুৰ্বৃত্ত বোৰক ফাঁচি দিয়াই ভাল" খিড়িকীৰ কাষত বহি থকা ছাত্ৰজনে ক'লে।

"কি ক'লা?" মাকে প্ৰশ্ন কৰিলে।

"মই কেৱল কৈছো.... ...নাই বিশেষ একো নাই।" এই বুলি কৈ ছাত্ৰজনে টেবুলৰ পৰা চিগেৰেট এদাল লৈ হুপিবলৈ ধৰিলে।

## ছাব্বিশ

"হয়, নিৰ্জ্জন কাটেক খোৱা ডেকাগাভৰু বিলাকৰ কাৰণে বৰ অসহ্য হয়।" চিগেৰেট এটা হুঁপি যুৱক জিকাৰ মাৰি মাহীয়েকে ক'লে।

"মই ভাবোতে সকলোৰে এনে হয়। নেক্লিউদভে ক'লে।

"নিশ্চয়, সকলোৰে একেকুৱা নহয়।" মাহীয়েকে ক'লে, "প্ৰকৃত যি সকল বিপ্লৱী, তেওঁলোকৰ কাৰণে এই নিৰ্জ্জন কাটেক হ'ল, নীৰৱ জিৰণি লোৱাৰ ঠাই। বিবিলাক মানুহক গ্ৰেপ্তাৰ কৰিবলৈ পুলিচে পিচ লয়, সেই মানুহে অহৰহ শঙ্কাকুল হৈ দিন নিয়াব লাগে। অভাৱ অভিযোগতো আছেই। নিজৰ আদৰ্শ, নিজৰ সহকৰ্মীৰ কাৰণে সদাই ভয়শঙ্কা লৈ ফুৰিব লাগে, কিন্তু পুলিচৰ হাতত গ্ৰেপ্তাৰ হোৱাৰ লগে লগে এই ভয়ভীতি আঁতৰি যাই, কান্ধৰ পৰা দায়িত্বৰ বোজা নামি পৰে। মই জনাত গ্ৰেপ্তাৰ হ'লে তেওঁলোকে আনন্দই পাই। কিন্তু সাধাৰণতে সিঁহতে লিডিয়াৰ দৰে নিৰ্দোষী লোকক গ্ৰেপ্তাৰ কৰে, একেকুৱাকৈ গ্ৰেপ্তাৰ হোৱা নিৰ্দোষী ডেকাগাভৰু বিলাকৰ মনত তীব্ৰ আঘাত লাগে।

ব্যক্তিস্বাধীনতা হাৰি যোৱা, দূষিত বায়ু বা বদ-আহাৰ খোৱাৰ কাৰণে এই অৱস্থা নহয়, এনেকুৱা দুঃখকষ্ট ভেওঁলোকে বৰণ কৰিব পাৰে। আচলকথা এই নিৰপৰাধী মানুহ বিলাকৰ গ্ৰেপ্তাৰ হোৱাৰ পিচত এটা তীব্ৰ নৈতিক প্ৰতিক্ৰিয়াই ভেওঁলোকৰ মনত দেখা দিয়ে।

"আপুনি এনে অভিজ্ঞতা লাভ কৰিব পাৰিছেনে ?"

"মোৰ! মই দুবাৰ জেল দৰ্শন কৰিছো।" এটা বিষাদপূৰ্ণ মৃদু হাঁহি মাৰি মাইয়েকে ক'লে। "প্ৰথম বাৰ মোক যেতিয়া গ্ৰেপ্তাৰ কৰে, তেতিয়া মইও ৰাজনৈতিক কামকাজ একো কৰা নাছিলো। তেতিয়া মোৰ বয়স ২২ বছৰ, এটা কেচুৱাৰ মাক আৰু পুনৰ সন্তান সম্ভবা। যদিও স্বাধীনতা হেৰুৱাই স্বামী আৰু সন্তানটিৰ সঙ্গ ত্যাগ কৰিবলগীয়া হোৱাত মনত কঠিন আঘাত পাইছিলোঁ, কিন্তু পিচত মই যি বেদনা সহিব লগা হ'ল, তাৰ তুলনাত ই একোৱেই নহয়। কাৰাগাৰৰ ভিতৰত মানুহ হিচাবে সিহঁতে মোক ব্যৱহাৰ কৰা নাছিল, সিহঁতে ব্যৱহাৰ কৰিছিল জন্তুৰদৰে। সেই অপমান আৰু তীব্ৰ আৰু অসহ্য, সিহঁতে মোক কেচুৱা সন্তানটিৰ পৰা বিদায় লবলৈকো সময় দিয়া নাছিল। মোক এখন ধোঁৱা গাড়ীত উঠাই নিলে। মোক ক'লৈ নিব খুজিছে, সেই সম্পৰ্কে মই প্ৰশ্ন কৰাত, জবাব দিলে 'যলৈকে নিব লাগে তলৈকে নিয়া হব আৰু সেই ঠাই পালে নিজেই বুজিবা।' মোৰ অপৰাধ কি সেই কথা সোধাত তাৰো কোনো উত্তৰ নাই। তাৰ পিচত সিহঁতে মোক উলঙ্গ কৰি, গা কোবোক কৰে আৰু পিচত কাৰাগাৰৰ নম্বৰ দিয়া কাপোৰ কানি পিন্ধাই জেলৰ ভিতৰলৈ-লৈ যায়। জেলৰ ভিতৰত কক্ষ এটাৰ দৰজা খুলি, ভিতৰলৈ গঁতা মাৰি, তলাবদ্ধ কৰি ৰাখি আছে। তাৰ পিচত সশস্ত্ৰ বন্দুকধাৰী চিপাহী এটাই দৰজা মুখত সৰ্ব্বক্ষণ পহৰা থাকে। সি কেতিয়াবা বিৰাইদি মোক চুমি চাই। তেতিয়া মোৰ মনত ঘোৰ অশান্তি লাগিছিল। আটাইতকৈ এটা কথাই মোৰ মনত দকৈ সাঁচ বহুৱাইছিল। যিজন বিলিটাৰী পুলিচে মোৰ গা কোবোক কৰিছিল, সি মোক চিগেৰেট এদাল হুঁপিবলৈ দিছিল। গতিকেই মানুহে চিগেৰেট খাই বুলি তাৰ জ্ঞান আছিল; অথচ সিহঁতৰ যি এই জ্ঞান নাছিল যে মানুহে মুক্ত বায়ু সেৱন কৰে, স্বাধীনতা ভাল পাই, মাকে সন্তানক আৰু সন্তানে মাকক ভাল পাই। যদি জানেই সিহঁতে কেনেকৈ নিৰ্দয় ভাবে দুষ্কৃতদৰে, মানুহক কষ্টদায়ক কথাই দিয়ে। এনেবোৰ কাৰণ পৰিস্থিতি আছে সমাজৰ। এনে [illegible]

মানুহ উভয়ৰে ওপৰত আহা হেৰুৱাই পেলাই। তেওঁলোকে বিশ্বাস হেৰুৱাই পেলাই যে মানুহৰ পৰস্পৰ মাজত কিবা স্নেহৰ শ্ৰদ্ধা সম্পৰ্ক আছে। তেতিয়াৰ পৰা মোৰ মন একেবাৰে তিতা।" মাহীয়েকে ক'লে।

লিডিয়াৰ মাকে উভতি আহি খবৰ দিলে যে ছোৱালীজনী পাগলৰ দৰে হৈছে আৰু বুৰি নাছে।

"কিহৰ কাৰণে এইদৰে উঠি অহা জীৱন একোটা ধ্বংস কৰা হৈছে ?" মাহীয়েকে প্ৰশ্ন কৰিলে। "মোৰ দুঃখ লাগে এই বুলিয়েই যে তাইৰ এই অৱস্থাৰ কাৰণে দায়ী মরেই।"

"গাঁৱলৈ পঠাই দিলে, ঈশ্বৰে কৰিলে হয়তো তাই ভাল হব পাৰে।" লিডিয়াৰ মাকে ক'লে, "তাইক বাপেকৰ ওচৰলৈ পঠাই দিম।"

"কিন্তু আপুনি ৰক্ষা নকৰাহেঁতেন তাই সমূলতে ধ্বংস হ'লহেঁতেন।" মাহীয়েকে ক'লে, "এই বাবে আপোনাৰ প্ৰতি অশেষ ধন্যবাদ! কিন্তু আপোনাক বিশেষ ভাবে লগ পাব খোজাৰ কাৰণ হ'ল, আপুনি ভেৰা দুখভাগৈ মোৰ পত্ৰ এখন লৈ যাব লাগে।" তেওঁ জেপৰ পৰা পত্ৰ এখন উলিয়ালে। "চিঠিখন চিল দিয়া নাই। আপুনি পঢ়ি ফালি পেলাবও পাৰে। নতু ভেৰাৰ হাতত দিব পাৰে, যদি আপোনাৰ কোনো অসুবিধা নহয়।" তেওঁ ক'লে, চিঠিখনত কোনো আপত্তিজনক কথা নাই।"

নেখ্‌লিউডভে চিঠিখন লৈ ভেৰাৰ হাতত দিম বুলি প্ৰতিশ্ৰুতি দিলে। তাৰ পিচত তেওঁ বিদায় লৈ ওলাই আহিল। নেখ্‌লিউডভে চিঠিখন নপঢ়িলে। খামটো বন্ধ কৰি ভেৰাক দিবলৈ জেপত ভৰাই থলে।

## সাতাশ

পিটাৰ্চবুৰ্গত নেখ্‌লিউডভৰ আৰু এটা কাম বাকী থাকিল। বিশেষ সম্প্ৰদায়ভুক্ত লোক সকলৰ কাৰণে, এসময়ত তেওঁৰ সহকৰ্মী আৰু বৰ্ত্তমান সম্ৰাটৰ পা-ৰখীয়া বগাতিৰিয়াভৰ জৰীয়তে এখন আবেদন সম্ৰাটৰ ওচৰত দাখিল কৰা। পুৱাৰ চাহ মেলত্তে গৈ তেওঁ বগাতিৰিয়াভক লগ ধৰিলে। তেওঁ চাহ শেষ কৰিয়েই ঘৰৰ পৰা ওলাই যোৱা কথা।

বগাতিৰিয়েভ মানুহজন বৰ এৰাও সহজ আৰু সৰুতো নহয়। শৰীৰৰ গঠন ডাঙৰ আছিল, আৰু মানুহজন সৰল, মৰমলু, সোৎসাহীয়া, ধৰ্মানু আৰু উদাৰ দৃষ্টি-

সম্পন্ন। এই বিলাক গুণেৰে ভূষিত হোৱা সত্বেও সম্ৰাটৰ পৰিবাৰবৰ্গৰ লগত তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। যদ্যপি তেওঁ উচ্চ-মহলত থাকিও, তেওঁ পবিত্ৰমনে সৎকৰ্ম আৰু সুচিন্তাই কৰিছিল। দুৰ্নীতি আৰু দুষ্কৰ্ম তেওঁ ঘৃণা কৰিছিল। সেইবোৰৰ পৰা নিজক সদাই আঁতৰত ৰাখিছিল। কাৰো ওপৰত দোষাৰোপ কৰা বা প্ৰতিহিংসা কৰা, তেওঁৰ অভ্যাস নাছিল, কম লগীয়া কথা তেওঁ স্পষ্টভাৱে প্ৰকাশ কৰিছিল আৰু সাহসেৰে ব্যক্ত কৰিছিল। কথাবোৰ তেওঁ জোৰ গলাৰে কয় আৰু কেতিয়াবা হাঁহিৰ খলকণি তোলে। তেওঁ এনে প্ৰকৃতিৰ হোৱাৰ কাৰণ কোনো কূটনৈতিক উদ্দেশ্য সিদ্ধিৰ কাৰণে নহয়, স্বভাৱতেই মানুহজন এনেকুৱাই আছিল।

"আহা—হা! ঠিক সময়তে আপুনি আহি পাইছে। চাহ একাপ খাওক। আহক! আহক! বহক! অলপ মাংসও খাওক। মই সদাই অলপ গুৰু আহাৰেৰে আৰম্ভ কৰো। হাঃ হাঃ অলপ সুৰাও পান কৰক।" উচ্চৈঃস্বৰে তেওঁ ক'লে। "মই আপোনাৰ কথা ভাবিয়েই আছিলোঁ। দৰ্থাস্তখন মই হাতে হাতে সম্ৰাটক দিম। আপুনি নিশ্চিত থকক। কিন্তু এটা কথা মোৰ মনত খেলাইছে। আপুনি প্ৰথমতে এবাৰ ভগৱন্তকো লগ ধৰা ভাল।"

নেকুলিউদভে ভগৱন্তৰ নাম শুনি নাক কোঁচাই পেলালে।

"তেওঁৰ ওপৰত বহুত নিৰ্ভৰ কৰে। তেওঁৰ লগত এনেকুৱা বিষয় লৈ নিশ্চয় আলোচনা হ'ব। তাৰোপৰি তেওঁ নিজেও আপোনাৰ অনুৰোধ মতে কাম কৰিব পাৰে।

"আপুনি যদি কয়, মই তেওঁৰ ওচৰলৈ যাব পাৰোঁ।"

"হয় আপুনি যোৱা উচিত হ'ব। বাৰু ককছোঁন পিটাৰ্চবুৰ্গ আপোনাৰ কেনেকুৱা লাগিছে।" ৰগাভিবিয়েভে সুধিলে। "হেঁ ককছোন আপোনাৰ কেনেকুৱা লাগিছে।"

"হয় একেবাৰে সম্মোহন বাণ মৰাৰ নিচিনা লাগিছে। মই একেবাৰে আপোন পাহৰা হৈছোঁ।"

"হেঁ—হেঁ সম্মোহন বাণ।" ৰগাভিবিয়েভে কথাষাৰ দোহাৰি ঢেক্‌ঢেকাই হাঁহিৰ ৰোল তুলিলে।

"কৰ কি? ইয়াত একো বস্তুকে পাৰলৈ টান হৈ পৰিছে। বাৰু আপোনাক আৰু এটা কথা কওঁ।" গামোছাৰে মুখখন মোহাৰি ক'লে, "তেন্তে আপুনি যাব নহয়? তেওঁক লগ ধৰক। যদি তেওঁ একো নকৰে, তেন্তে, দৰ্থাস্তখন

মোক দিব। মই কালিলৈ নিজেই সম্ৰাটৰ ওচৰত দাখিল কৰিম।" নেক্লিউডভক এইদৰে উপদেশ দি বগাতিবিয়েভে ককালত তৰোৱালখন গুজি বাবলৈ থিয় হল।

"তেন্তে মই বিদায় লওঁ। মোৰ এতিয়া যাবৰ হ'ল। ভাল আপুনি যাব।"

"মইও আপোনাৰ লগতেই গৈছোঁ।" নেক্লিউডভে ক'লে। তেওঁ বগাতিবিয়েভৰ বলিষ্ঠ হাতখনত খামোচ মাৰি, কৰমৰ্দন কৰি, তেওঁৰ পৰা বিদায় লৈ ঘূৰি আহিল।

তপৰভক দেখা কৰি নেক্লিউডভে কোনো ভাল ফল পোৱাৰ আশা কৰা নাছিল। তথাপি বগাতিবিয়েভৰ উপদেশ পালন কৰি, তপৰভক লগ ধৰিবলৈ তেওঁ যাত্ৰা কৰিলে। এই বিশেষ ধৰ্মগোষ্ঠীৰ মানুহসোপাৰ ভাগ্য তেওঁৰ ওপৰতেই নিৰ্ভৰ কৰে।

তপৰভৰ দায়িত্বত বাহাল আছিল একমাত্ৰ বুদ্ধি তোতা, আৰু নৈতিকতাৰ প্ৰতি যাৰ শ্ৰদ্ধা নাই, তেনে মানুহেই এনে পদবী থাব পাৰে। তপৰভৰ এই বিপৰীত ধৰ্মী দুয়োটাই গুণ আছিল, তাৰোপৰি তেওঁৰ পদবী আৰু কৰ্তব্যৰ একো মিল নাছিল। হিংসা কৰিয়েই হ'ক, নাইবা অন্য উপায়েৰেই হ'ক, ভগৱানৰ ইচ্ছানুযায়ী প্ৰতিষ্ঠিত গিৰ্জ্জা আৰু প্ৰচলিত ধৰ্মক ৰক্ষা কৰা, তেওঁৰ দায়িত্বৰ ভিতৰুৱা আছিল। স্বয়ং ভগৱানে প্ৰতিষ্ঠা কৰা গিৰ্জ্জাক অৱমাননা কৰা বা ক্ষয়-ক্ষতি কৰা কোনো মানুহৰ সাধ্য নাই। তপৰভ আৰু তেওঁৰ তলতীয়া কৰ্ম্মচাৰী সকলৰ দ্বাৰাই পৰিচালিত এখন পবিত্ৰ ধৰ্ম্ম-সংস্থাপক সভাই গিৰ্জ্জা আৰু খ্ৰীষ্ট-ধৰ্ম্মৰ মতাদৰ্শ ৰক্ষা কৰিছিল। তপৰভ আৰু তেওঁৰ কৰ্ম্মচাৰী সকলে অহৰহ চকু ৰাখিছিল যাতে ৰোমৰ কোনো প্ৰচাৰক, ধৰ্ম্মযাজক, বা কোনো গ্ৰাম্য পাদুৰীয়ে নাইবা কোনো বিশেষ মতাৱলম্বী ধৰ্ম্মগোষ্ঠীয়ে গিৰ্জ্জাৰ পবিত্ৰতা ধ্বংস কৰিব নোৱাৰে। অন্যান্য বহলোকৰদৰে তপৰভো ধাৰ্ম্মিক প্ৰবৃত্তিৰ লোক নাছিল। সমাজত এনে বহু মানুহ আছে যি ধৰ্ম্মীয় অনুষ্ঠানবোৰ বিশ্বাস নকৰে অথচ মানুহৰ মাজত সাৰ্ব্বজনীন ভ্ৰাতৃত্ব আৰু সাম্যৰ প্ৰয়োজনীয়তাত বিশ্বাস তপৰভো এনে ধৰণৰ মানুহ। তেওঁৰ দৃঢ় বিশ্বাস যে সৰ্ব্ব-সাধাৰণ মানুহবোৰ তেওঁৰ নিচিনা নহয় আৰু সিহঁতক এনে কিছু বস্তু লাগে, যিবিলাক তেওঁৰ নহলেও চলে। প্ৰকৃততে তেওঁৰ নিজৰ অন্তৰত ধৰ্ম্মৰ প্ৰতি কোনো অনুৰাগ নাছিল। অন্তৰৰ পৰা তেওঁ একোকেই বিশ্বাস নকৰিছিল; কিয়নো তেওঁৰ কাৰণে এনে

মনোবৃত্তিয়েই সুবিধাজনক। পেটে পেটে তেওঁ ভালেই পাইছিল। কিন্তু তেওঁক ভয় আছিল যে হয়তো ইতৰ মানুহবোৰো তেওঁৰদৰেই হৈ পৰিব পাৰে। সেই কাৰণে তেওঁ তীক্ষ্ণ দৃষ্টি ৰাখিছিল যে মানুহবোৰ মনত গির্জাৰ বিৰোধিতা কৰিব নোৱাৰে।

বন্ধনপ্ৰণালী সম্পৰ্কীয় পুস্তক এখনত উল্লেখ আছে যে কেকোঁৰা জিয়াই জিয়াই বান্ধিলেহে সুমিষ্ট হয়। ঠিক সেইদৰেই তেওঁবো বিশ্বাস আৰু কেভিয়াৰা মুখ খুলিয়েই কয় যে ইতৰ মানুহক যিমান অন্ধবিশ্বাসী কৰি ৰাখিব পাৰি, সিমানেই ভাল। মানুহেও অন্ধ বিশ্বাস খুবেই ভাল পায়। কিন্তু আচল কথা হল বন্ধনপ্ৰণালীৰ পুস্তকত উল্লেখ কৰা কথা পুস্তকতেই আছিল। কোনেও বিশ্বাস কৰা নাছিল। কিন্তু তপৰভে তেওঁ কোৱা কথা আখাৰে আখৰে বিশ্বাস কৰিছিল।

যদিও খ্ৰীষ্ট ধৰ্মত মূৰ্ত্তিপূজাৰ ঠাই নাছিল, তথাপি কৰ্জন, মস্কো আদি ঠাইত অন্ধবিশ্বাসৰ ফলত ঈশ্বৰৰ মাতৃমূৰ্ত্তিৰ পূজা কৰে। গতিকেই এই অন্ধ-বিশ্বাস জিয়াই ৰখাই ভাল। তপৰভৰ মত হ'ল এয়ে। কিন্তু তেওঁ এই কথা অলপো নেভাবে যে তেওঁৰ নিচিনা এজন শিক্ষিত লোকে জন-সাধাৰণৰ মাজত থকা এই অন্ধবিশ্বাস বোৰ দূৰ কৰি, মানুহৰ মাজত প্ৰকৃত সত্যৰ পোহৰ বিলোৱা দৰকাৰ।

নেকৃলিউদভে যেতিয়া অতিথি অভ্যৰ্থনা কোঠাত সোমাল, সেই সময়ত তপৰভে এগৰাকী আভিজাত্য মহিলাৰ লগত অফিচ কোঠাত কথোপকথন কৰি আছিল। মহিলা গৰাকীয়ে পশ্চিম ৰাশিয়াত গ্ৰীক্ দেশত প্ৰচলিত নৈষ্ঠিক খ্ৰীষ্টধৰ্ম্ম প্ৰচাৰ কৰি ফুৰিছিল। তেওঁ উদাসীনপন্থী মহিলা সকলৰ অধিকাৰিণী। বহু মানুহক গ্ৰীক্‌দেশৰ চলতি গোঁড়া খ্ৰীষ্টধৰ্ম্ম লবলৈ বাধ্য কৰা হৈছিল।

এজন অফিচাৰে নেকৃলিউদভক কি কামত আহিছে জানিবলৈ বিচাৰিলে। তেওঁ নিজেৰ কথা কৈ, লৈ অহা দৰ্খাস্তখন অফিচাৰজনৰ হাতলৈ আগ বঢ়াই দিলে। অফিচাৰজন পাঠ কৰি চাই, দৰ্খাস্তখন তপৰভৰ ওচৰত দাখিল কৰিলে। ইতিমধ্যে গ্ৰীক প্ৰচাৰিকা গৰাকীও, বিদায় লৈ অফিচৰ পৰা ওলাই গ'ল, তেতিয়াও তপৰভে নেকৃলিউদভক অফিচলৈ নিমন্ত্ৰণ কৰা নাই। তেওঁ দৰ্খাস্তখন পাঠ কৰি আছিল। মাজে মাজে তেওঁ মূৰ জপিয়াই দৰ্খাস্তখন খুব জোৰ দি লিখা পৰিষ্কাৰ শব্দৰ যোজনা দেখি আচৰিত যায়।

"এইখন সম্ৰাটৰ হাতত পৰিলে ক— নষ্ট পেলাবও পাৰে। কিছুমান

অপ্রিয় প্রশ্নৰ অৱতাৰণা হব।" ভগবন্তে নিজে নিজে ভাবে ভাব। পিচত দৰ্শনাৰ্থীৰ টেবুলত থৈ নেক্‌লিউডভক মাতিবলৈ টিলিঙাত টান দিলে।

এই বিশেষ ধৰ্মসম্প্ৰদায়ৰ লোক সকলৰ কথা তেওঁৰ মনত আছে। মানুহে সোপাই পূৰ্ব্বেও এখন দৰ্খাস্ত দিছিল। এই মানুহবোৰৰ দুৰ্ভাগ্যৰ কাৰণ হ'ল এই, তেওঁলোকে নৈষ্ঠিক গ্ৰীক-গিৰ্জ্জাৰ মত বিলাক মানিবলৈ বাধ্য নহয়। তেওঁ লোকৰ ওপৰত এবাৰ আদালতত গোচৰো হৈছিল; কিন্তু সিহঁতে বিচাৰত খালাচ পাই। তাৰ পিচত গৱৰ্ণৰ আৰু পাদুৰী বিলাকে এটা বুদ্ধি পাতিলে যে, এই মানুহ বিলাকে সম্পাদন কৰা বিবাহ বিলাক আইনমতে সিদ্ধ হোৱা নাই; গতিকেই ইহঁতক স্ত্ৰী, স্বামী আৰু সন্তানৰ পৰা বঞ্চিত কৰি আঁতৰাই নি, চাইবেৰীয়াত নিৰ্ব্বাসন দিব লাগে। এই নিৰ্ব্বাসন দণ্ডৰ বিৰুদ্ধেই বৰ্ত্তমান আপীল চলিছে তেওঁলোকে দাবী কৰিছে যে এইদৰে সতি-সন্ততি, স্বামী-স্ত্ৰী, পিতা-পুত্ৰৰ ভিতৰত বিচ্ছেদ ঘটোৱা ঘোৰ অন্যায়। পূৰ্ব্ব মকদ্দমাটো চলি থাকোতে ভগবন্তে সকলো কথা গম পাইছিল। তেতিয়াও তেওঁ মকদ্দমাটো বন্ধ কৰাৰ কথা চিন্তা কৰিছিল। বৰ্ত্তমান তেওঁৰ গোটেই ঘটনা মনত পৰিছে। কিন্তু তেওঁ ধাৰণা কৰিছিল যে সতি-সন্ততি আৰু স্বামী স্ত্ৰীৰ বিচ্ছেদ ঘটিলেও বিশেষ একো অপকাৰ নহয়। গতিকেই তেওঁ নিৰ্ব্বাসন দিয়াৰ সপক্ষে মত দিছিল। কিয়নো এই গ্ৰীক-গিৰ্জ্জাৰ ৰীতি-নীতি নমনা মানুহবোৰক লাই দিলে, হয়তো জনসমাজত, ঘোঁচৰা ব্যাধিৰ দৰে, বেয়া প্ৰতিক্ৰিয়া দেখা দিব পাৰে। সিহঁতৰ লগতে গ্ৰীক ধৰ্মপন্থা আৰু বহুত লোকে নমনা হব পাৰে গতিকেই তেওঁ গোচৰটো চলিবলৈ হুকুম দিলে আৰু বৰ্ত্তমান এই পৰ্য্যায় পাইছে

কিন্তু এই সম্প্ৰদায়ভুক্ত মানুহবোৰৰ কাৰণে পিটাৰ্চবুৰ্গত প্ৰভাৱ থকা নেক্‌লিউডভৰ নিচিনা মানুহ থকা হ'ল, তেতিয়া হয়তো গোচৰটোৰ গোটেই কথা সম্ৰাটৰ কৰ্ণগোচৰ হব পাৰে। সম্ৰাটক হয় তো নিষ্ঠুৰ দণ্ড দিয়া হৈছে বুলি আৰু ঘটনাটো বিদেশত প্ৰচাৰ হব বুলি আঙুলিয়াই দিবও পাৰে, গতিকেই ভগবন্তে অপ্ৰত্যাশিত ভাৱে তুৰন্ত এটা সিদ্ধান্ত কৰি পেলালে।

খুব ব্যস্ততা দেখুৱাই ভগবন্তে নেক্‌লিউডভক ক'লে, "কোনে? আপনাৰ ভালনে?" তেওঁ আসনৰ পৰা উঠি তলালৈকে কামত লাগি গ'ল।

"এই মকৰ্দ্দমাটোৰ কথা মোৰ মনত আছে। নাম বিলাক দেখিয়েই হতভাগা মানুহবোৰৰ কথা মোৰ মনত পৰিলে।" হাতত দৰ্খাস্তখন লৈ তেওঁ ক'লে।

আঁপুনি এই ঘটনাটোৰ কথা আঙুলিয়াই দিয়াত বৰ সুখ পাইছো।

বুজিছেনে এইবোৰ হ'ল আমাৰ প্ৰাদেশিক বিষয়াবোৰৰ অতি উৎসাহৰ ফল।

নেক্‌লিউদভে নীৰৱে থিয় হৈ তপৰভৰ মুখলৈ চাই আছে; কিন্তু তেওঁৰ শেঁতা মুখখনত দয়ামমতাৰ লেশমান ভাবো বিৰিঙি উঠাৰ কোনো লক্ষণ দেখিবলৈ পোৱা নাই।

"মই আজিয়েই এই মানুহবোৰৰ মুক্তিৰ আদেশ দিম। সিহঁতে নিজ নিজ পৰিয়ালত পুনৰ প্ৰতিষ্ঠিত হব।"

"তেন্তে এই দৰ্খাস্তৰ আৰু কোনো প্ৰয়োজন নহব।"

"মই আপোনাক সম্পূৰ্ণ প্ৰতিশ্ৰুতি দিছোঁ।" তপৰভে উত্তৰ দিলে। তেওঁ 'মই' এই শব্দটোত বিশেষ জোৰ দি ক'লে; উদ্দেশ্য যে তেওঁৰ সাধুতা আৰু তেওঁৰ প্ৰতিশ্ৰুতিত নেক্‌লিউদভে সম্পূৰ্ণ নিৰ্ভৰ কৰিব পাৰে।

"তাতোকৈ ভাল হয় যদি মই এতিয়াই হুকুমটো লিখি দিওঁ। অলপ বহক বহক।"

তেওঁ টেবুলৰ ওচৰলৈ গৈ লিখিবলৈ ধৰিলে। নেক্‌লিউদভে তপৰভৰ তপা মুৰটোলৈ, তেওঁৰ নীলা শিৰবোৰ ওলাই থকা হাত খনলৈ, আৰু সেই হাতেৰে লিখি যোৱা কলম দাললৈ চাই আছে। এই নিৰ্ম্মম মানুহজনে কিয় ইমান খৰখেদাকৈ হুকুমটো লিখি দিছে, ভাবি নেক্‌লিউদভ্‌ আচৰিত।

"এইয়া হৈ গ'ল। লিখিয়েই পেলালোঁ।" এইবুলি আদেশ লিখা কাকতখন লেফাফা এটাত ভৰাই, পুনৰ লেফাপাটো বন্ধ কৰি তপৰভে ক'লে, "আপোনাৰ মকেলক জনাই দিব পাৰে।" তেওঁৰ যেন হাঁহিহে ফুটিছে এনেকুৱা ভাব।

নেকলিউদভে লেফাফাটো হাতত লৈ সুধিলে, "তেন্তে ইহঁতক ইমান শাস্তি দিয়া হ'ল কিয়?"

নেক্‌লিউদভৰ প্ৰশ্নত তপৰভে যেন আনন্দহে পালে। তেওঁ মুৰটো ডাঙি এটা হাঁহি মাৰি ক'লে, "সেইবোৰৰ ব্যাখ্যিগুৰি মই আপোনাক কব নোৱাৰো। মই কেৱল একেষাৰ কথা কব পাৰোঁ। বিবিলাক মানুহৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে আমি নিয়োজিত হৈছোঁ, আৰু যাক ৰক্ষা কৰি আছো, ই হ'ল অত্যন্ত গুৰুত্বপূৰ্ণ বিষয়। আৰু কেতিয়াবা অত্যুৎসাহৰ ফলত আৰু বিশেষকৈ ধৰ্মসম্বন্ধীয় কথাত যদি, কিবা অলপ আঁৰচাৰো হয়, সেইটো লিয়াৰ ধৰিব লগীয়া কথা নহয়। বৰং আজি-

কালি মানুহবোৰ বিৰুদ্ধে অমনোযোগী হৈ পৰিছে, সেইটোহে আৰু ক্ষতি-কাৰক।

"কিন্তু কথা হ'ল ধৰ্ম্মৰ নামত ন্যায়নীতি ভঙ্গ কৰাৰ আৰু মানুহৰ পৰিয়ালৰ মাজত বিচ্ছেদ ঘটোৱাৰ অৰ্থ কি?" নেক্‌লিউডফে সুধিলে।

নেক্‌লিউডফৰ প্ৰশ্নটো যেন অতি সাধাৰণ, আৰু তেওঁৰ প্ৰতি তপৰভৰ যেন সহানুভূতিও আছে, এনে সুৰত তেওঁ হাঁহি মাৰিলে। তপৰভৰ যি ৰাজনৈতিক দূৰদৰ্শিতা আছে, তাৰ তুলনাত নেকলিউডফৰ প্ৰশ্নবোৰ যেন অতি সাধাৰণ, এনেকুৱাই তেওঁৰ ভাবভঙ্গী।

"চৰকাৰী কামত লিপ্ত নথকা কোনো লোকৰ হয়তো তেনেকুৱা হব পাৰে।" তপৰভে ক'লে। "কিন্তু প্ৰশাসনৰ ফালৰ পৰা ইয়াক বেলেগ দৃষ্টিৰে চাব লাগিব। যি হ'ক মোৰ এতিয়া ওলাই যাবৰ সময় হ'ল। আপনাক বিদায়হে দিছোঁ। ভাল বিদায়!" তপৰভে অলপ তলমূৰ কৰি হাতখন আগবঢ়াই দিলে।

নেক্‌লিউডফে নীৰৱে কৰমৰ্দন কৰিলে, কিন্তু এনে মানুহৰ হাতত ধৰি কৰমৰ্দন কৰি তেওঁৰ অলপো ভাল নেলাগিল। তেওঁ বেগাবেগিকৈ কোঠাৰ পৰা ওলাই ঘৰমুৱা হ'ল।

"মানুহৰ স্বাৰ্থ! তেওঁৰ স্বাৰ্থ! ইস্!" নেক্‌লিউডফে মনে মনে ভাবে।

নেক্‌লিউডফৰ মনত পৰিল কিছুমান অনুষ্ঠানৰ কথা, আৰু পৰিচালনাৰ দায়িত্বত থকা মানুহবোৰৰ কথা। এই অনুষ্ঠানৰ কাম হ'ল ধৰ্ম্মৰ গুৰি ধৰা আৰু লোকসমাজত শিক্ষা প্ৰচাৰ কৰা। তেওঁৰ মনলৈ আহিল চুলাই মদ বিক্ৰী কৰি জেল খোৱা মানুহজনীৰ কথা, চুৰিৰ অপৰাধত গ্ৰেপ্তাৰ হোৱা লৰাটোৰ কথা, আৰু বহুত। কেৱল কিছু খৰৰ আদায় কৰিবৰ কাৰণে গ্ৰেপ্তাৰ কৰি জেলত বন্দী কৰি থোৱা সুষ্টতাৰ কথাও তেওঁৰ মনলৈ আহিল। গোঁড়ানীতি ভঙ্গ কৰা অপৰাধত আৰু গুৰুতিকক্ নিয়মতান্ত্ৰিক চৰকাৰ দাবী কৰাৰ অপৰাধত কাৰাদণ্ড দিয়া কথাও তেওঁৰ মনত পুনৰ জাগি উঠিল। তেওঁৰ মনত ভাব হ'ল যে এই মানুহবোৰক গ্ৰেপ্তাৰ কৰা, জেল দিয়া, আৰু নিৰ্ব্বাসনলৈ পঠোৱাৰ কাৰণ কি? তেওঁলোকেনো কি বেআইনী কাম কৰিলে? আচলতে এই নিৰ্য্যাতিত মানুহবোৰে কোনো আইনবিৰোধী কামত লিপ্ত নাছিল। তেওঁলোকক নিৰ্য্যাতন দিয়াৰ মূল কাৰণ হ'ল, কিছুমান কৰ্ম্মচাৰী আৰু ধনী মানুহে জনতাৰ পৰা শোষণ কৰি আহৰণ কৰা সম্পত্তি ভোগ কৰাত তেওঁলোক হ'ল হেঙাৰ।

চুলাই বিক্ৰী কৰা মানুহজনীৰ অপৰাধ হ'ল তাইৰ লাইচেন্স নাই, চুৰিত অভিযুক্ত লৰাটোৱে মগৰত ঘূৰি ফুৰে, লিভিয়া সুইতাই পুলিচক লগা খবৰ নিদিয়ে, বিশেষ সম্প্ৰদায়ভুক্ত মানুহবোৰে, অন্ধবিশ্বাস বোৰ ভাঙি চুৰমাৰ কৰিব খোজে, আৰু গুৰুত্বিকে নিয়মতান্ত্ৰিক চৰকাৰ দাবী কৰে। এয়েতো ? এই বিলাক মানুহৰ অপৰাধ ক'ত ? অপৰাধ হ'ল ঐশ্বৰ্য্যশালী মানুহৰ ভোগবিলাসৰ এওঁলোক বাধা। অবিচাৰৰ পৰা আৰম্ভ কৰি তেওঁৰ মচাক, চিনেতৰ, তপৰস্ত, আৰু মন্ত্ৰীৰ পালিত বহা ভদ্ৰলোক বা অন্যান্য সকলো উচ্চ-বিষয়া সকলোৱেই বৰ্ত্তমান পৰিস্থিতিত নিৰপৰাধী মানুহক শাস্তি দিয়ে, জেল কাটেক দি, তিল তিলকৈ মাৰে, অথচ তেওঁলোকে অলপো মগজ খৰছ নকৰে। সেই বিলাক তেওঁলোকৰ চিন্তাৰ অগোচৰ। কেৱল যাক তেওঁলোকে সাংঘাতিক বুলি ভাবে, তাক ধ্বংস কৰাই এওঁলোকৰ কাম, তেওঁলোকৰ চিন্তা। 'দহজন দোষী সাৰি য'ক তাতে নিৰ্দোষীৰ শাস্তি নহয়, এয়ে হল আইনৰ উদ্দেশ্য। কিন্তু এই আইনৰক্ষক সকলৰ নীতি হ'ল ওলোটা, এজন দোষীৰ কাৰণে দহজনক শাস্তি দিয়া এওঁ লোকৰ নীতি। পচা কাপোৰ এটুকুৰা কাটি পেলাওঁতে, ভাল এটুকুৰাও কটা যায়, এনেকুৱাই অৰ্থনে কি ?

এইবিলাক তাৎপৰ্য্য নেক্লিউদভে পৰিষ্কাৰ বুজি পাইছে, কিন্তু ইমান সৰল আৰু সহজ হ'লেও এনেকুৱা অৰ্থ গ্ৰহণ কৰিবলৈ তেওঁ সন্দিহান হয়। ইমান জটিল কাৰ্য্যকলাপৰ ব্যাখ্যা কি ইমান সহজ ! ইমান উৎপীড়ন অত্যাচাৰ আৰু অবিচাৰ কি এনেকুৱা ব্যাখ্যা দিয়েই চলাই যাব পাৰি ? আইন, কানুন, ন্যায়, নীতি, ধৰ্ম্ম, ঈশ্বৰ, এইবিলাক কথাৰ অৱতাৰণা কৰি বা মুখত লৈ অৰ্থলোলুপতা আৰু নিষ্ঠুৰতা এইদৰে চলাই থোৱা সম্ভৱ ?

## আঠাইশ

সেইদিনা আবেলিয়েই নেক্লিউদভে পিটাৰ্চবুৰ্গ এৰাৰ কথা আছিল। কিন্তু সন্ধ্যা থিয়েটাৰত মাৰিয়েটক লগ ধৰিম বুলি তেওঁ কথা দি থৈছিল। এই প্ৰতিশ্ৰুতি যে তেওঁ ৰক্ষা কৰা অনুচিত সেইকথা তেওঁ নজনা নহয়। তথাপি তেওঁ নিজকে প্ৰবোধ দিলে এই বুলি যে এবাৰ কথা দিলে তাক ভঙ্গ কৰা উচিত নহয়।

"এই প্ৰলোভন বিলাক প্ৰতিৰোধ কৰিবলৈ মই সক্ষম হয়নে?" তেওঁ নিজেকে প্ৰশ্ন কৰিলে, "মই শেষ বাৰৰ কাৰণে চেষ্টা কৰিম।

সান্ধ্য পোষাক পৰিধান কৰি, অভিনয়ৰ দ্বিতীয় অঙ্ক চলি থাকোঁতে নেকলিউডভ আহি ৰঙ্গমঞ্চত উপস্থিত হ'ল। 'ডেইম্ অ' কেমেলিয়া' নামৰ নাটকৰ অভিনয় তেতিয়া চলি আছিল, এগৰাকী বিদেশী গায়কে নতুন কৌশলেৰে অভিনয় প্ৰদৰ্শন কৰিছিল, নাটকৰ মূল বিষয় হ'ল ক্ষয়ৰোগগ্ৰস্ত নাৰীৰ মৃত্যু কেনেকৈ ঘটে।

দৰ্শকেৰে প্ৰেক্ষাগৃহ ভৰি আছিল, নেকলিউডভে মাৰিয়েটৰ বক্স'ৰ অনুসন্ধান ললে আৰু তাতালিকে সসম্মানেৰে তেওঁক সেই 'বক্স' দেখুৱাই দিয়া হ'ল।

এজন ক্ষিণকায় ভৃত্য কৰিদ'ৰত অপেক্ষা কৰি আছিল। সি নেকলিউডভক চিনি পাই তত্তালিকে অৱনত শিৰে নমস্কাৰ জনালে আৰু দুৱাৰ খুলি মাৰিয়েটৰ 'বক্স'ৰ বাট দেখুৱাই দিলে।

বক্সৰ ভিতৰত বহি থকা আৰু থিয় হৈ থকা সকলো দৰ্শকে এই বিদেশী গায়ক গৰাকীৰ অভিনয় খুব কৌতূহলেৰে চাই আছিল।

মাৰিয়েট বহা বক্সৰ ভিতৰত আৰু দুজন ভদ্ৰলোক বহি আছিল। তাৰে এজন হ'ল মাৰিয়েটৰ স্বামী জেনেৰেল। জেনেৰেল মানুহজন দেখিবলৈ ডবৰী, ওখ আৰু মুখৰ চেহেৰা কঠোৰ। নাকটো ৰো'মানৰ দৰে, গাত ইউনিফৰ্ম। আনজন মানুহৰ চেহেৰাও ভাল, গোফাল আৰু ঠুতৰিত দাড়ি নাই।

মাৰিয়েট সুন্দৰ নয়লাসেৰে সুশোভিতা আৰু সুন্দৰ সাজপাৰেৰে ভূষিতা। গাত পিন্ধা চোলাটোৰ ডিঙিটো নমাই কটা। গতিকেই তেওঁৰ ডিঙি আৰু ডিঙিৰ দুয়োকাষৰ কান্ধ ওলাই আছিল। মাৰিয়েটে নেকলিউডভক দেখিয়েই হাতত থকা বিচনিখনেৰে বহিবলৈ ইঙ্গিত দিলে, এটা অৰ্থপূৰ্ণ আৰু কৃতজ্ঞতাৰ হাঁহি তেওঁৰ মুখত বিৰিঙি উঠিল আৰু নেকলিডভকো স্বাগতম্ জনালে।

মাৰিয়েটৰ স্বামীয়েও মূৰ দোৱাই নীৰৱে নেকলিউডভক সম্ভাষণ জনালে। তেওঁ স্ত্ৰীৰফালে চোৱাৰ লগে লগে, এনে ভাব যেন প্ৰকাশ পায় যে তেওঁ এজন ৰূপৱতী নাৰীৰ স্বামী।

অভিনয়ৰ মাজত যেতিয়া অভিনেত্ৰী গৰাকীৰ স্বগত বচন কোৱা শেষ হ'ল, তেতিয়া দৰ্শকৰ মাজত জাউৰিয়ে জাউৰিয়ে হাত চাপৰি উঠিল। মাৰিয়েটে থম্ থমাই থকা তেওঁৰ স্কাৰ্টটো ধৰি বক্সৰ পিচলৈ গৈ স্বামীৰ লগত নেকলিউডভক চিনাকী কৰি দিলে।

জেনেবেলৰ চকুত হাঁহি। নেক্‌লিউডভৰ লগত চিনাকী হবলৈ পাই তেওঁ সন্তোষ প্ৰকাশ কৰি, নীৰৱে বহি থাকিল।

"আপোনাক আহিম বুলি প্ৰতিশ্ৰুতি দিদিয়াছেহেঁতেন মই আজিয়েই পিটাৰ্চবুৰ্গ এৰিলেহেঁতেন।" নেক্‌লিউডভে মাৰিয়েটক ক'লে।

"মোক আপুনি নেচাব পাবে" মাৰিয়েটে ক'লে, "কিন্তু এই আচৰিত অভিনেত্ৰী গৰাকীৰ অভিনয় চাই তৃপ্তি লাভ কৰক।" স্বামীৰ ফালে ঘুৰি চাই প্ৰশ্ন কৰিলে, "শেষৰ দৃশ্যটোৰ অভিনয় কি সাংঘাতিক! নহয়নে?"

তেওঁৰ স্বামীয়ে মূৰ দুপিয়াই সন্মতি জনালে, মুখেৰে কোনো জবাব দিয়া নাই।

"এই বিলাক অভিনয় মোৰ অলপো ভাল লগা নাই।" ইয়াতকৈ বহুত বাস্তৱ বেদনাৰ অভিনয় মই আজিয়েই দেখি আহিছোঁ।"

"হয়নে? বহক! বহক! ক'কছোঁন বাৰ?"

জেনেবেলে শুনি আছে। তেওঁৰ চকুত তাচ্ছিল্যৰ হাঁহি।

"জেলৰ পৰা মুক্তি পোৱা সেই ছোৱালী জনীক আজি মই লগ পাই আহিছোঁ। জেলৰ নিৰ্য্যাতনত তাই একেবাৰে ভাঙি পৰিছে।"

"মই সেই ছোৱালীজনীৰ কথাকে তোমাক কৈছিলোঁ।" স্বামীৰ ফালে চাই মাৰিয়েটে ক'লে।

'অ" মোৰ মনত পৰিছে। তাইক মুক্তি দিব পাৰি মই খুব বং পাইছোঁ।" মূৰ দুপিয়াই হাঁহি মাৰি ধীৰে ধীৰে জেনেবেলে ক'লে।

নেক্‌লিউডভে লক্ষ্য কৰিলে তেওঁৰ হাঁহিত যেন বিদ্ৰূপৰ ভাব। ইয়াৰ পিচত ধূমপান কৰিবৰ কাৰণে আসনৰ পৰা জেনেবেল উঠি গ'ল।

মাৰিয়েটে যে নেক্‌লিউডভক কিবা কব খুজিছিল সেই কথা শুনিবৰ কাৰণে তেওঁ অপেক্ষাত ৰ'ল, কিন্তু মাৰিয়েটে একোকে নক'লে। বৰং কোনো কোনো লক্ষণো প্ৰকাশ নকৰিলে। কেৱল অভিনয়ৰ কথা উলিয়াই হাঁহিতামাচাতেই ব্যস্ত। মাৰিয়েটৰ ভাব যেন এইবোৰ কথাত নেক্‌লিউডভে বেচ বং পাইছে।

নেক্‌লিউডভৰ ধাৰণা হ'ল যে মাৰিয়েটৰ কোনো বক্তব্য নাই। কেৱল সান্ধ্য সাজপাৰৰ জাকজমকতা, তেওঁৰ ডিঙিৰ সৌন্দৰ্য্য এই বিলাককে মাৰিয়েটে তেওঁক দেখুৱাব খোজে। নেক্‌লিউডভৰ বিতৃষ্ণাৰ বাহিৰে এই বিলাকৃত কোনো আকৰ্ষণ নাই, যদিও তেওঁৰ অলপ ভালে লাগে।

নেক্‌লিউডভ মোহমুগ্ধ, তেওঁৰ চকুত যেন এক মায়াজালেৰে আবৃত। তথাপি

ইয়াৰ অন্তৰালত থকা আচল উদ্দেশ্য তেওঁ সম্যক উপলব্ধি কৰিব পাৰিছিল। মাৰিয়েটক তেওঁ প্ৰশংসাই কৰে; তথাপি তেওঁ জানে যে তেওঁ মিছাৰ আশ্ৰয় লয়। তেওঁৰ স্বামী এনে এজন মানুহ যি শ শ, হেজাৰ হেজাৰ মানুহৰ চকুলো বোৱাই তেওঁৰ চাকৰী জীৱন গঢ়ি তুলিছে। মাৰিয়েট তেওঁৰ স্বামীৰ এনেবোৰ কাৰ্য্যৰ প্ৰতি সম্পূৰ্ণ আওকণীয়া। আগ দিনা তেওঁ যিবোৰ কথা কৈছিল, সেইবোৰ আত মিছা, অসত্য। মাৰিয়েটক লাগে কি সেই কথা তেওঁ আৰু নেকৃলিউদভ উভয়ৰে অজ্ঞাত। হয়তো তেওঁ বিচাৰে যে নেকৃলিউদভ তেওঁৰ প্ৰেমাসক্ত হ'ক। নেকৃলিউদভৰ যেনেদৰে আসক্তি হৈছিল, ঠিক তেনেদৰেই তেওঁৰ বিতৃষ্ণাও হ'ল। তেওঁ কেইবাবাৰো হেটটো হাতত লৈ যাবৰ কাৰণে চেষ্টা কৰিও যাব পৰা নাই, বহিয়েই আছে।

অলপ পিছত মাৰিয়েটৰ স্বামী ধূমপান কৰি 'বক্সৰ' ভিতৰলৈ সোমাই আহিল। নেকৃলিউদভৰ প্ৰতি জেনেৰেলৰ যেন বিতৃষ্ণা আৰু তেওঁৰ দ্বাৰাই নেকৃলিউদভ যেন বহু উপকৃত। তেওঁক যেন চিনিয়েই পোৱা নাই, এনেকুৱাই ভাব। জেনেৰেল সোমাই অহাৰ লগে লগে, পুনৰ দৰজা বন্ধ হোৱাৰ পূৰ্ব্বে, নেকৃলিউদভেও হাতত হেটটো লৈ আসন ত্যাগ কৰি বাহিৰ ওলাল।

তেওঁ নভস্কীৰ কাষে কাষে ঘৰমুৱা হৈ আহি আছে। এচ্‌ফাল্টৰ তৈয়াৰী বহল ৰাস্তা, তেওঁৰ আগে আগে এজনী মাইকী মানুহ খোজ কাঢ়ি গৈ আছে। মানুহজনা ওখ, সাজপাৰ ধুনীয়া আৰু যৌৱনোদ্দীপ্ত মোহিনী চেহেৰাৰ সম্পৰ্কে তাই যেন বেচ সচেতন। গোটেই মুখ আৰু শৰীৰত সেই একে ভাৱৰে প্ৰকাশ। কিছুমান বাটৰ মানুহে তাইক পিছ পেলাই আগ বাঢ়ি গৈছে। বাওঁতে মানুহ-বিলাকে তাইলৈ কেৰাহি কেৰাহিকৈ চাই যায়। নেকৃলিউদভেও খৰকৈ খোজ-কাঢ়ি আগবাঢ়ি গ'ল আৰু অনিচ্ছা সত্বেও তাইৰ ওপৰত তেওঁৰ চকু পৰিল। যদিও মুখখন পাউডাৰ মখা তথাপি দেখাত শুৱনী। মানুহজনীয়ে নেকৃলিউ-দভলৈ দৃষ্টিপাত কৰি হাঁহি মাৰিলে। তাইৰ চকুত যেন বিজুলিৰ চমক। এনেতে তেওঁৰ মাৰিয়েটক মনত পৰিল। থিয়েটাৰ চাবলৈ গৈ তেওঁৰ যেনে প্ৰতিক্ৰিয়া হৈছিল এতিয়াও তেওঁৰ তেনেকুৱাই হ'ল। মানুহজনীৰ প্ৰতি তেওঁৰ আকৰ্ষণ হোৱা সত্বেও তেওঁৰ মন বিতৃষ্ণাৰে ভৰি পৰিল।

নেকৃলিউদভে বেগেৰে খোজ দিলে। তেওঁ ক্ৰমে আপোন ভোলা হৈ পৰিল। তেওঁ গৈ থকা ৰাস্তাটো এৰি মৰকায়াৰ কাষে ঘূৰিল। তাৰ পিছত মৰাউবিটোৱেদি কিছুদূৰ গৈ পিছত এটা পকা ৰাস্তাত উঠিল। এই ৰাস্তাত তেওঁ

এবাৰ আগলৈ খোজ দিয়ে আৰু এবাৰ পিছলৈ। ওচৰতে থকা পুলিচ এজনে তেওঁৰ কাণ্ড দেখি অবাক।

"মই থিয়েটাৰ হলত সোমাওঁতে সিগৰাকীয়ে এনেকুৱাই হাঁহি মাৰিছিল" নেক্‌লিউদভে ভাবিলে। "আৰু সুয়োগৰাকীৰ হাঁহিৰ ইঙ্গিত একেই। কেৱল তফাত এই খিনিতেই যে তেওঁৰ হাঁহিত খোলাখুলি ভাব! 'মোক যদি লাগে লৈ যোৱা আৰু যদি নেলাগে চিধা ৰাস্তা ধৰা।' আৰু আন গৰাকীয়ে দেখাত বুজাব খোজে যে তেওঁৰ চিন্তাত এনেকুৱা ভাব নাই। তেওঁ উচ্চ মৰ্য্যাদাসম্পন্না আৰু ভদ্ৰ জীৱন যাপন কৰে। কিন্তু আচলতে গুৰি একেটাই। এই গৰাকীয়ে সঁচা কথা কয় আৰু আন গৰাকীয়ে মিছাৰ আশ্ৰয় লয়। এওঁ অৱস্থাৰ তাগিদত অধঃপতিত আৰু আনগৰাকীয়ে ঘৃণিত কামনা চৰিতাৰ্থৰ কাৰণে খেলা খেলি আহ্লাদিত হয়। এগৰাকীৰ নাম পতিতা আৰু আন গৰাকীৰ নাম ভদ্ৰ মহিলা। এয়ে তফাত। মাৰ্হে'লৰ পত্নীৰ লগত নেক্‌লিউদভৰ সম্পৰ্কৰ কথা মনত পৰি তেওঁ নিজে নিজেই অতিশয় লজ্জিত হ'ল।

"মানুহৰ মাজত থকা পাশবিকতা অতি ঘৃণনীয়" তেওঁ ভাবিলে, 'কিন্তু যেতিয়ালৈকে উলঙ্গ বেশে থাকে, তেতিয়ালৈকে আধ্যাত্মিক জীৱনৰ উচ্চ চূড়াৰ পৰাও ই পৰিলক্ষিত হয়। আমি তাক ঘৃণাও কৰিব পাৰোঁ। কোনোবাই যদি অধঃপতিত হয়, নাইবা এই উলঙ্গ পাশবিকতাৰ বিৰুদ্ধে যুঁজ দিয়ে, তেতিয়াও সেই মানুহজনক আমি চিনিব পাৰোঁ। তেওঁ একেই থাকে। কিন্তু আনহাতে কোনো লোকে বাহ্যিকভাৱে নিজক সৌন্দৰ্য্য প্ৰিয় বা কাব্য ৰসিক বুলি প্ৰকাশ কৰে; কিন্তু এনেদৰে আত্ম প্ৰকাশ কৰি, ইয়াৰ আঁৰলত নিজৰ পাশবিক মনোবৃত্তিক লুকাই ৰাখে আৰু এইদৰে অন্তলোকৰ পূজ্য হবলৈ দাবী কৰে। আমি যদি এই চালাকিৰ মায়াজালত ভৰি দিওঁ, তেতিয়া আমি সৎ আৰু অসৎৰ ব্যৱধান হেৰুৱাই পাশবিক কামনাৰ বশবৰ্ত্তী হৈ পৰো, তেন্তে ই অতি সাংঘাতিক কথা।"

এইদৰে নেক্‌লিউদভৰ মনত নানা ভাব খেলালে আৰু বহু কথা পৰিষ্কাৰ হৈ পৰিল। তেওঁ পৰিষ্কাৰকৈ বুজিলে যে মানুহে বহু ভাল কথাত কোনো গুৰুত্বই নিদিয়ে। মানুহক আকৰ্ষণো কৰিব নোৱাৰে। আনহাতে এই জাকজমকতা আৰু বিলাসিতাৰ মাজত লুকাই থাকে বহু ঘৃণিত পাপ। যিবিলাকে এই পাপত ডুবি থাকে, তেওঁলোকৰ কোনো শাস্তি নাই, কোনো প্ৰায়শ্চিত নাই।

"নেক্‌লিউদভে এইবোৰ কথা পাহৰি পেলাব খোজে। এইবোৰলৈ চকু ফিৰলৈ তেওঁৰ ইচ্ছাও নাই। তথাপি তেওঁৰ চকু মিদি উপাইও নাই।

## ঊনত্ৰিশ

মস্কো পায়েইহঁ, নেকৃলিউদভে অনতিপলমে মাচ্লভা থকা জেল আস্পতালত উপস্থিত হ'ল। উদ্দেশ্য হ'ল, তাইৰ আপীলৰ ফলাফল জনোৱা আৰু চাইবেৰীয়ালৈ যাবলৈ সাজু হবলৈ কোৱা।

চিনেটে তাইৰ আপীল ডিচ্মিচ্ কৰিলে। পুনৰ সম্রাটৰ ওচৰত আপীল কৰি যে কিবা ফল হব, নেকৃলিউদভে সেই আশা এৰি দিলে। তথাপি এড্ভোকেটে লিখি দিয়া দৰ্খাস্তখনত মাচ্লভাৰ চহী লবৰ কাৰণে তেওঁ লগত লৈ আহিছে। আচৰিত বৰ্ত্তমান সম্রাটে তাইক মুক্তি দিয়া বাহা নকৰে, কিয়নো দিনে ৰাতিয়ে তেওঁৰ মনত এটা কথাই খেলাই আছে, চাইবেৰীয়ালৈ গৈ, নিৰ্ব্বাসিত মানুহ বিলাকৰ মাজত তেওঁ কেনেকৈ বসতি কৰিব। এয়ে হ'ল তেওঁৰ চিন্তা। মাচ্লভাই যদি মুক্তি পাই, তেতিয়া তেওঁৰ আৰু মাচ্লভাৰ গতি কি হব, বা কেনেকুৱা গঢ় লব, সেই সম্পৰ্কে তেওঁৰ কোনো পৰিষ্কাৰ ধাৰণা নাই। সেই ভবিষ্যৎ জীৱনৰ বাস্তব ৰূপ কি হব তাৰ এটা হুবহু চিত্ৰ তেওঁ দিবলৈ অসমৰ্থ। আমেৰিকাৰ দাসপ্ৰথা সম্পৰ্কে থুৰ'ই কোৱা একেষাৰ কথা তেওঁৰ মনলৈ আহিল। তেওঁ কৈছিল, "যি দেশৰ চৰকাৰে অন্যায় আৰু অবিচাৰ কৰি মানুহক জেলত দিয়ে, সেই চৰকাৰৰ তলত ন্যায় পৰায়ণ লোকৰ প্ৰকৃত বাসস্থান হ'ল জেলখানা।" পিটাৰ্চবুৰ্গৰ পৰা ঘূৰি অহাৰ পিছত নেকৃলিউদভৰ মনতো এনে ধাৰণাই ঠাই পাইছিল আৰু এনে সত্যকেই তেওঁ উপলব্ধি কৰিছিল।

"হয়, বৰ্ত্তমান ৰুচ দেশত সৎলোকৰ স্থান হ'ল জেলখানাত।" তেওঁ ভাবে, জেলৰ চোহদত সোমাই তেওঁৰ মনতো এই ভাবেই খেলাইছিল যে জেলখানা হ'ল তেওঁৰো উপযুক্ত ঠাই!

জেলৰ দুৱৰীজনে নেকৃলিউদভক চিনি পাই জনালে যে বৰ্ত্তমান মাচ্লভা জেল আস্পতালত নাই।

"তেন্তে তাই এতিয়া আছে ক'ত?"

"পুনৰ জেলৰ বেৰেকত।"

"তাইক তালৈ কিয় পঠোৱা হ'ল?"

নেকৃলিউদভে দুৱৰীক সুধিলে।

"মহোদয়, এই বিলাক মানুহৰ কথা কব কি ?" হাঁহিমাৰি ডুযবীয়ে ক'লে, 'তাই ডাক্তৰৰ সহকাৰী জনৰ লগত হাতৰাত কৰিছিল আৰু সেই কাৰণেই বৰ ডাক্তৰে তাইক পুনৰ কয়দিৰ বেবেকলৈ পঠাই দিলে।'

নেক্‌লিউডভৰ প্ৰতি মাচ্‌লভাৰ মনৰ অৱস্থা কি, সেই সম্পৰ্কে তেওঁৰ সঠিক ধাৰণা হোৱা নাছিল। খবৰটো শুনি তেওঁৰ যেন আকাশ ভাগি মূৰতহে পৰিল। এটা অপ্ৰত্যাশিত বাতৰি বা দুঃসংবাদ পালে মানুহৰ মন যেনে হয়, নেক্‌লিউ-দভৰো তেনে হ'ল। তেওঁ তীব্ৰ আঘাত পালে। প্ৰথমে নিজেই অতিশয় লজ্জিত হ'ল। মাচ্‌লভাৰ অন্তৰৰ পৰিবৰ্ত্তন কল্পনা কৰি, তেওঁ যেনে আনন্দিত হৈছিল, এতিয়া তেওঁ প্ৰত্যক্ষ প্ৰমাণ পালে যে ই একেবাৰে অবাস্তৱ। তেওঁৰ ভাব হ'ল যে তাই যে তেওঁৰ ত্যাগৰ প্ৰতি আকৰ্ষিত নহয়, তাইৰ যে তেওঁৰ প্ৰতি খং, ৰাগ আৰু ঘৃণা, তাই যি চকুলো টুকি দেখুৱাই, এই সকলো হ'ল অধঃপতিত নাৰীৰ চালাকি। তাই নিজৰ স্বাৰ্থ আদায়ৰ কাৰণে তেওঁক ব্যৱহাৰ কৰিব খোজে। যোৱাবাৰ সাক্ষাতৰ সময়ত তাইৰ গোমোঠা স্বভাৱ তেওঁৰ চকুত পৰিছিল। সেই কথা পুনৰ তেওঁৰ মনত পৰিল। তেওঁ হেটটো হাতত লৈ আস্পতালৰ পৰা ওলাই আহিল।

"মই এতিয়া কৰোঁ কি ? কৰ্ত্তব্য কি ? মই তাইৰ লগত সাঙোৰ খায়েই থাকিমনে ? তাইৰ এই কাণ্ডৰ পিছত মই নিজক মুক্ত বুলি ধৰিব নোৱাৰোনে ?" তেওঁ যেতিয়া নিজকে নিজে এইপ্ৰশ্নবোৰ কৰিলে, তেতিয়া তেওঁৰ মনত আকৌ এটা নতুন ভাব উপস্থিত হ'ল। তেওঁৰ ভাব হ'ল যে তেওঁ যদি নিজক মুক্ত বুলি ভাবে আৰু তাইক ত্যাগ কৰে, তেতিয়া হলে তাইক এইদৰে শাস্তি দিয়া নহয়, বৰং তেওঁৰ নিজৰহে শাস্তি হব।' এই ভাবি তেওঁৰ নিজস্ব মনত শঙ্কা জাগি উঠিল।

'নহয়। এই ঘটনাই মোক বিচ্যুত কৰিব নোৱাৰে। মোৰ সংকল্প আৰু দৃঢ়হে হোৱা উচিত। তাই নিজে যি ভাল পাই কৰক। সহকাৰী ডাক্তৰৰ লগত হাতৰাত কৰিলেও কৰক। সেই কাম তাইৰ। মোৰ বিবেক যি নিৰ্দ্দেশ দিয়ে সেই কাম মই কৰিম। মোৰ বিবেকৰ দাবী হৈছে, মই মোৰ স্বাধীনতা ত্যাগ কৰা প্ৰয়োজন। কেৱল নামত হ'লেও মই তাইৰ লগত বৈবাহিক সম্পৰ্ক প্ৰতিষ্ঠা কৰিম। আৰু তাই যলৈকে যায়, মইও যাম। ইয়াৰ কোনো বদবদল নাই।" নেক্‌লিউদভে এই সিদ্ধান্ত কৰি, আৰু নিজৰ প্ৰশ্নৰ প্ৰত্যুত্তৰ দি, আকোৰ-গজালি মাৰি থৰিলে। তেওঁ এইদৰে ভাবি জেলগেটৰ ফালে আগ বাঢ়িল।

তেওঁ শেটৰ কৰ্ত্তব্যৰত বাৰ্দাৰক অনুৰোধ কৰিলে যে তেওঁ মাচ্‌লভাৰ, দেখা কৰিবলৈ আহিছে আৰু এই সংবাদটো ইঞ্চপেক্টৰক দিব লাগে। বাৰ্দাৰজনে তেওঁক আগৰপৰাই জানে, আৰু এজন পৰিচিত মানুহ বুলি তেওঁক জনালে যে আগৰ ইঞ্চপেক্টৰজন বৰ্ত্তমান নাই। তেওঁ বদলী হ'ল আৰু তেওঁৰ ঠাইত অহা ইঞ্চপেক্টৰজন খুব কাৰা।

"আজি কালি এওঁলোক ইমান যে কঠোৰ কি কম?" বাৰ্দাৰে ক'লে "বাৰু তেওঁ ওচৰতে আছে। মই খবৰ দিওঁ।"

নতুন ইঞ্চপেক্টৰজন জেলৰ ভিতৰতে আছিল। খবৰ পাই তৎক্ষণাত নেকৃলিউদভক লগ ধৰিবলৈ আহিল। মানুহজন ওখ, গালৰ হাঁৰবোৰ ওলোৱা, মুখখন জোঙা আৰু মুখ-চকুত বিষাদৰ ছাঁ, খোজ কাটলত মন্থৰ গতি।

"নিৰ্দিষ্ট দিনা দৰ্শকৰ চ'ৰাতহে কয়দিৰ লগত সাক্ষাৎ কৰিবলৈ দিয়া হয়।" ইঞ্চপেক্টৰে ক'লে।

"কিন্তু মই সম্রাটৰ ওচৰত দাখিল কৰিবলৈ এখন দৰ্খাস্ত লৈ আহিছোঁ। ইয়াত মাচ্‌লভাৰ চহী লাগে।"

"দৰ্খাস্তখন আপুনি মোক দিয়ক। মই চহী কৰাই আপোনাক আনি দিওঁ।"

"নহয়, মই তাইক নিজে লগ পাব খোঁজো। পূৰ্ব্বে সদাই মোক লগ পাবলৈ দিয়া হয়।"

"অঁ আগেয়ে তেনে সুবিধা পাব পাৰে।" অলপ কৰ্কশ ভাৱে নেকৃলিউদভলৈ চাই ইঞ্চপেক্টৰে ক'লে।

"মই মহামান্য গবৰ্ণৰৰ পৰা এইয়া হুকুম লৈ আহিছোঁ।" এই বুলি পৰ্টফ'লিও বেগৰ পৰা কাকতখন উলিয়াই তেওঁৰ হাতত দিলে।

নেকৃলিউদভৰ ফালে কোনো কটাক্ষ নকৰি, ধীৰে ধীৰে কাকতখন পাঠ কৰি তেওঁ ক'লে, "মোৰ লগত আহক।"

এই সময়ত অফিচত কোনো মানুহ নাছিল। ইন্স্পেক্টৰে টেবুলৰ কাষৰ চকীখনত বহি, টেবুলৰ কাকতপত্ৰবোৰ জাপিজুপি থবলৈ ধৰিলে। তেওঁৰ মতলব হ'ল, সাক্ষাতৰ সময়ত তেওঁ নিজে উপস্থিত থকা।

নেকৃলিউদভে পুনৰ ৰাজনৈতিক বন্দিনী ছুখ'ভাক দেখা কৰিব পাৰিবনে বুলি প্ৰশ্ন কৰাত তেওঁ ঘপৰাই উত্তৰ দিলে, "ওঁহো নোৱাৰিব। ৰাজনৈতিক বন্দী-বিলাকৰ লগত দেখাসাক্ষাৎ নিষেধ।"

হুৰ'তাক দিবলৈ অনা পত্ৰখন নেক্লিউদভৰ জেপতে আছিল। তেওঁৰ ভাব হ'ল যেন কিবা অপৰাধ কৰিছে আৰু তেওঁ যেন ধৰা পৰিল।

মাচ্লভা আহি অফিচ কোঠা সোমালত, ইন্সপেক্টৰে তেওঁলোকলৈ চকু নিদি, তলমূৰ কৰি ক'লে, "ইঁ এতিয়া আপোনালোকে কথা পাতিব পাৰে।" তেওঁ টেবুলৰ কাকতপত্ৰবোৰ তেতিয়াও জুকিয়াই আছে।

এইবাৰ মাচ্লভাই পিন্ধি আহিছে এটা বগা জেকেট, স্কাৰ্ট আৰু মূৰত এখন ৰুমাল। তাই নেক্লিউদভৰ সমীপলৈ আহি লক্ষ্য কৰিলে যে, তেওঁৰ মনটো গধুৰ। দেখি তাইৰো মুখখন বগা পৰিল। তাই তলমূৰ কৰি, জেকেটটো হাতেৰে মুচৰি সামৰি আছে।

মাচ্লভাৰ চাৱনি আৰু ভাৱভঙ্গী দেখি আস্পতালৰ ছুৱৰীয়ে কোৱা কথা সঁচা বুলিয়েই নেক্লিউদভৰ বিশ্বাস হ'ল।

তেওঁ ভাবি আহিছিল যে পূৰ্ব্বৰ দৰেই তাইৰ লগত তেওঁ ব্যৱহাৰ কৰিব। কিন্তু তেওঁৰ মনত এনে বিতৃষ্ণা জন্মিল যে কৰমৰ্দ্দনৰ কাৰণে তেওঁৰ নিজৰ হাতখন মেলিবলৈ তেওঁ অক্ষম হ'ল।

"একেবাৰে বেয়া খবৰ এটা মই লৈ আহিছোঁ।" তাইৰ মুখলৈ নোচোৱাকৈ গতানুগতিক ভাৱত নেক্লিউদভে ক'লে, "চিনেটত আমাৰ আপীলটো ভাল নহ'ল।"

মাচ্লভাৰ যেন উশাহ বন্ধহে হ'ব এনেকুৱা ভাব। তাই ক'লে, "সিহঁতে মোক খালাচ নিদিয়ে বুলি মই আগেয়ে জানোঁ।"

আগে পিছে হোৱা হ'লে নেক্লিউদভে তাকে প্ৰশ্ন কৰিলেহেঁতেন তাইনো কিয় এইদৰে ভাবিছিল। কিন্তু তেওঁ কোনো প্ৰশ্ন নকৰি তাইৰ ফালে একেথৰে চাই আছে। মাচ্লভাৰ চকুত দুধাৰি চকুলো বৈ গ'ল। কিন্তু তাইৰ চকুলো দেখিও নেক্লিউদভৰ অন্তৰ গলা নাছিল।

ইন্সপেক্টৰে আসনৰ পৰা উঠি কোঠাৰ ভিতৰতে খোজ চলাই আছে।

তাইৰ প্ৰতি বিতৃষ্ণ হোৱা সত্ত্বেও, নেক্লিউদভে চিনেটে আপীলটো ডিচ্মিচ্ কৰাত দুঃখ প্ৰকাশ কৰা উচিত বিবেচনা কৰিলে।

"তুমি হতাশ হ'ব নেলাগে। সম্ৰাটৰ ওচৰত হয়তো আমি সুফল পাম।"

"মই এই বিষয় লৈ আৰু অলপো চিন্তা কৰা নাই।" কৰুণ দৃষ্টিৰে, তেওঁৰ ফালে চাই চকুলো টুকি মাচ্লভাই ক'লে।

"আৰু কিবা ক'বলগীয়া আছেনে?"

"আপুনি বোধহয় আস্পতাললৈ গৈছিল, খুব সম্ভৱ সিহঁতে মোৰ সম্পৰ্কে কিবা এটা কৈছে।"

"তাত মোৰ বক্তব্য একো নাই। সেইবোৰ তোমাৰ কাম।" অলপ খঙেৰে কঠুৱা ভাৱে নেকৃলিউদভে ক'লে।

পেটে পেটে অন্তৰত তেওঁ এটা ডাঙৰ আঘাত পাইছিল। তেওঁ অনুভৱ কৰিছিল তেওঁৰ যেন বহু আত্মমৰ্য্যাদা হানি হ'ল। আস্পতালৰ কথা উল্লেখ কৰাৰ লগে লগে উমাই থকা তেওঁৰ উত্তেজনা দুগুণে চৰিল।

নেকৃলিউদভ নিজে এজন সম্ভ্ৰান্ত বংশৰ লোক। যেই কোনো উচ্চবংশজাত কন্যাই তেওঁৰ সহধৰ্ম্মিণী হবলৈ পোৱাটো গৌৰৱ আৰু সুখৰ বুলিয়েই বিবেচনা কৰিসেহেঁতেন। এনে এজন লোকে মাচলভাৰ পাণিগ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰা সত্বেও, তাই দুদিন অপেক্ষা কৰিব পৰা নাই। এজন সহকাৰী ডাক্তৰৰ লগত লেটিপেটি লৈছে। এনে ব্যৱহাৰৰ ফলত নেকৃলিউদভৰ তীব্ৰ ঘৃণা জাগি উঠিল।

জেপৰ পৰা দীঘল লেফাফা এটা উলিয়াই নেকৃলিউদভে ক'লে, "বাৰু এই দৰ্খাস্তখনত তোমাৰ চহী এটা দিয়া।" মাচলভাই কমালৰ চুক এটাৰে চকুলো মোচাৰি, কোন ঠাইত চহী দিব লাগিব সুধিলে।

তেওঁ চহী দিবলগীয়া ঠাই তাইক দেখুৱাই দিলে। মাচলভাই জেকেটটোৰ সোঁহাতৰ কাফটো বাওঁ হাতেৰে কোঁচাই, চহী দিবলৈ বহিল। নেকৃলিউদভে তাইৰ পিছফালে থিয় হৈ স্থিৰ দৃষ্টিৰে নীৰৱে তাইৰ কালে চাই আছে। তাইৰ যেন গোপন অনুভূতিবিলাকে গাটোত কঁপনি তুলিছে। নেকৃলিউদভৰ অন্তৰতো সৎ আৰু অসৎ উভয় অনুভূতিৰ যেন তীব্ৰ সংঘাত। তেওঁৰ মনত ভাঁহি উঠিল আঘাতপ্ৰাপ্ত আত্মমৰ্য্যাদাৰ অনুভূতি আৰু দুঃখবেদনাৰে জৰ্জৰিত এই ছোৱালীজনীৰ প্ৰতি দৰদ। শেষত তেওঁৰ ভাব হ'ল যে এই ঘাত-প্ৰতিঘাতৰ মাজেদি তেওঁ জয়লাভ কৰিবই। মাচলভাৰ প্ৰতি দৰদ, যে তেওঁৰ অতীতৰ কৃত পাপৰ কথাই, কোনটো ভাবে তেওঁৰ মনত খেলাইছিল, সেই কথা তেওঁ নিজেও কব নোৱাৰে। যি ব্যৱহাৰৰ কাৰণে তেওঁ মাচলভাক দোষাৰোপ কৰিছে, তেনে স্খলনীয় কাম পূৰ্ব্বে তেওঁ নিজেও কৰি আহিছে। সেইবোৰ পাপৰ কাৰণে তেওঁ দোষী। এইবিলাক যি হ'ক, এতিয়া নেকৃলিউদভৰ ছোৱালীজনীৰ প্ৰতি পুতৌ হ'ল।

মৰ্যাত্তখনত চহী দি, হাতত লগা চিয়াঁহীবোৰ পেটিকোটত মোহাৰি, মাচ্‌লভাই থিয় হৈ তেওঁৰ কাষে চাই আছে।

তেওঁ যে তাইক ক্ষমা কৰিবলৈ সক্ষম হৈছে, সেই কথাই, তাইৰ প্ৰতি তেওঁৰ দৰদ আৰু বঢ়াই তুলিলে। তেওঁৰ যেন অন্তৰ কোমল হৈ পৰিল। তাইক সান্ত্বনা দিবৰ উদ্দেশ্যে তেওঁ ক'লে, "মই যি কৈছোঁ সেই মতেই কাম কৰি যাব, সিহঁতে বলৈকে তোমাক নিয়ে, তাতেই তুমি মোক দেখিবলৈ পাবা।"

"দৰকাৰেই বা কি?" এই বুলি ভভালিকে তাই উত্তৰ দিলে। তাইৰ যেন মুখখন উজ্জ্বল হৈ পৰিল।

"বাটত তোমাৰ কি কি প্ৰয়োজন হব সেইবোৰ অলপ চিন্তা কৰিবা।"

"বাৰু চিন্তা কৰিম। কিন্তু এই বিষয়ে মই একো নেজানো।"

এনেতে ইন্‌স্পেক্টৰ আহি ওচৰত থিয় হ'ল, তেওঁ কোনো কথাৰ যোজনা মেলাৰ পূৰ্ব্বেই নেকৃলিউদভে তেওঁৰ পৰা বিদায় লৈ বাহিৰলৈ ওলাই আহিল। ওলাই অহাৰ লগে লগে তেওঁ অনুভৱ কৰিলে যেন তেওঁৰ অন্তৰ সুখ, শান্তি আৰু আনন্দেৰে উপচি পৰিল। সকলো মানুহৰ প্ৰতি অন্তৰ ভৰা এটা অভূতপূৰ্ব্ব দৰদে তেওঁৰ মন উতলাই তুলিলে। তেওঁ খাটাং হ'ল যে মাচ্‌লভাৰ কোন কাৰ্য্যই তাইৰ প্ৰতি তেওঁৰ ভাল পোৱাৰ পৰিবৰ্ত্তন আনিব নোৱাৰে। এই কথাইও তেওঁৰ মন প্ৰফুল্ল কৰি তুলিলে। তেওঁ নিজকেই যেন বহু উৰ্দ্ধত তুলি ধৰিলে, যি উচ্চ চূড়াত তেওঁ কোনোদিনেই ঢুকি পোৱা নাছিল সহকাৰী ডাক্তৰৰ লগত তাই যি কৰে কৰক। সেইবোৰ তাইৰ কাম। তেওঁ তাইৰ দৰদী হৈছে তেওঁৰ নিজৰ স্বাৰ্থৰ কাৰণে নহয়। তাইৰ প্ৰতি তেওঁৰ যি ভাল পোৱা, সি হ'ল এই হতভগা নাৰীৰ কাৰণে আৰু ভগবানৰ কাৰণে।

যি ঘটনাৰ কাৰণে মাচ্‌লভা আস্পতালৰ পৰা স্থানান্তৰিত হ'ল, আৰু নেকৃলিউদভে যিহৰ কাৰণে তাইক দোষাৰোপ কৰে, সেই ঘটনাৰ সূত্ৰ হ'ল এই: আস্পতালৰ হেড্‌ নাৰ্চ গৰাকীয়ে কৰিদৰৰ সিমূৰত থকা ডিচ্‌পেনচৰীৰ পৰা অলপ চাহপাত আনিবৰ কাৰণে মাচ্‌লভাক আদেশ দিছিল। সেই সময়ত সহকাৰী ডাক্তৰজন অকলসৰে ডিচ্‌পেনচৰীতে আছিল। ডাক্তৰ মানুহজন ওখ আৰু মুখত শাল-মইনাৰ দাগ থকা। তেওঁ ভালেদিনৰ পৰাই মাচ্‌লভাৰ পিছ লৈছিল আৰু প্ৰায়েই তাইক জোকায়। সেইদিনাও তাইক তেনে ধৰণে জোকাই হাতত খাপ মাৰি ধৰিছিল। মাচ্‌লভাই এচাৰ মাৰি

এনেভাবে ডাক্তৰক ঠেলা মাৰিলে যে তেওঁ বটল থকা হেন্‌দ্‌ক এখনত মুখ দি জুটিখাই পৰিল। ফলত খহি পৰি ছুটা বটল ভাগি গ'ল।

ইতিমধ্যে মুখ্য ডাক্তৰজন সেইফালে আহি আছিল। বটল ভগাৰ আৱাজ আহি তেওঁৰ কাণত পৰিল। সেই সময়ত মাচ্‌লভা দৌৰ মাৰি ডিচ্‌পেন্‌চৰীৰ পৰা ওলাই অহা তেওঁৰ চকুত পৰিল। তাইৰ গাল মুখবোৰ ৰঙা। তাইক দেখি ডাক্তৰে চিঞৰ মাৰি ক'লে, "চোৱা মোৰ সোণ। তুমি জানা এনেকুৱা কাৰবাৰ কৰা তিৰোতাৰ ইয়াত ঠাই নাই। তোমাক মই 'পুনৰ্মুষিকো ভৱ' কৰি পঠাই দিম।........ এইবিলাক কি?" তেওঁ বিতচকুৰ তলেদি সহকাৰী ডাক্তৰ জনলৈকো চকু তেলেকা কৰি চাই আছে।

সহকাৰী ডাক্তৰজনে হাঁহি হাঁহি নিজক নির্দোষী প্রমাণ কৰিবৰ চেষ্টা কৰিলে। কিন্তু মুখ্য ডাক্তৰজনে তেওঁৰ কথালৈ কর্ণপাত নকৰি, বাৰ্ডৰ ফালে গুছি গ'ল। তেওঁ সেইদিনাই মাচ্‌লভাৰ ঠাইত অন্য এগৰাকী শান্ত প্রকৃতিৰ সহকাৰী নার্চ দিবৰ কাৰণে কর্তৃপক্ষক জনাই দিলে।

এয়েই হ'ল সহকাৰী ডাক্তৰৰ লগত হোৱা ইতিবৃত্ত। এনেকুৱা এটা ঘটনাৰ ফলত খেদা খাব লগা হোৱা বাবে মাচ্‌লভাই মনত যথেষ্ট দুখ পালে। মাচ্‌লভাৰ কাৰণে পুৰুষৰ সংস্পর্শ অতি বিৰক্তিকৰ আছিল, বিশেষকৈ নেকৃলিউদভক লগ পোৱাৰ পৰা। তাইৰ অতীত আৰু বৰ্ত্তমানৰ কথা ভাবি বহু মানুহেই বিশেষকৈ মুখত শাল মইনা থকা এই ডাক্তৰৰ নিচিনাকৈ, তাইৰ স্বভাব-লৰ বুলি ধৰি লয়। তাইক অপমান কৰিবলৈ সিহঁতৰ যেন অধিকাৰহে আছে। তাই যেতিয়া সিহঁতক প্রত্যাখ্যান কৰে সিহঁত তেতিয়া আচৰিত হয়। এনে ব্যৱহাৰে তাইক দুঃখ আৰু বেদনাই জৰ্জ্জৰিত কৰি তোলে। তাইৰ মন বিষাক্ত আৰু বিদ্রোহী হৈ উঠে। চকুলোৰে তাই বাট নেদেখা হয়। আজি তাই নেকৃলিউদভক দেখা কৰিবলৈ আগেতে ভাবি আহিছিল যে তাইৰ সম্পৰ্কে নেকৃলিউদভে যি অভিযোগৰ কথা শুনিছে, সেই অভিযোগ যে সম্পূর্ণ মিছা সেইকথা তেওঁক পৰিষ্কাৰকৈ বুজাই ক'ব। কিন্তু তাইৰ নির্দোষৰ কথা কৈও তেওঁৰ বিশ্বাস জন্মাব নোৱাৰিলে। তাই নির্দোষ প্রমাণ কৰিবলৈ যোৱাত তেওঁৰ সন্দেহ বাঢ়িহে গ'ল। এই বিলাক কথা ভাবি শোকে তাইৰ বুকুত খুন্দা মাৰি ধৰিলে। তাইৰ মুখৰ মাত নাইকীয়া হ'ল।

মাচ্‌লভাৰ মনত এতিয়াও ভাব হয়, আৰু নিজকে নিজে পতিয়ন যোৱাব খোজে যে তাই এতিয়াও নেকৃলিউদভক ক্ষমা কৰা নাই। তাই তেওঁক এতিয়াও

ঘিণ কৰে। দ্বিতীয়বাৰ তেওঁ দেখা কৰিবলৈ আহোঁতে তাই এই কথাই কৈছিল। কিন্তু আচলতে তাই পুনৰ তেওঁক ভাল পাবলৈ আৰম্ভ কৰিছিল। তাই যে তেওঁক ভাল পাইছিল তাৰ চিন হ'ল, তাই স্বতঃস্ফূৰ্ত ভাবেই তেওঁ যি দৰে ইচ্ছা কৰিছিল, সেইদৰেই কামবোৰ কৰি গৈছিল। তাইৰ স্বভাৱ পৰিবৰ্ত্তনৰ চেষ্টা কৰিছিল। তেওঁৰ ইচ্ছা অনুসৰিয়েই তাই সুৰা পান কৰা, ধূম পান কৰা, আৰু মানুহৰ আগত লচপচাই দেখুৱা অভ্যাস এৰি পেলাইছে। তাই আস্পতালত নাৰ্চ হ'বলৈও গৈছিল তেওঁৰ ইচ্ছাতেই। নেকৃলিউদভে দোহাৰি থকা সত্বেও তেওঁৰ প্ৰস্তাৱত তাই ৰাজী হোৱা নাই। তেওঁৰ আগৰ কথা আৰু তাইৰ পাণিগ্ৰহণ কৰিবলৈ ইচ্ছা কৰা কথা তাই জানে। তথাপি তাই মান্তি হোৱা নাই। এই কাৰণেই এবাৰ তাই যি উক্তি কৰিলে, তাকেই তাই গৰ্ব্বেৰে পুনৰাবৃত্তি কৰি থাকিব খোজে। ইয়াৰ বাহিৰেও অন্য এটা কাৰণ হ'ল, তাইৰ লগত বিয়া হোৱাটো নেকৃলিউদভৰ কাৰণেও দুৰ্ভাগ্যৰ কথা হব। তাই পুনৰ মন বান্ধিলে যে তাই কেতিয়াও তেওঁক বিয়া নকৰায়! তথাপি তাই এটা কথাত দুখ পাই,—খুব দুখ পাই, তেওঁ যে তাইক ঘিণ কৰে আৰু তাইৰ স্বভাৱৰ যি পৰিবৰ্ত্তন ঘটিছে, সেই কথা লক্ষ্য নকৰি তেওঁ ধৰি লৈছে আৰু বিশ্বাস কৰিছে যে তাই পূৰ্ব্বে যেনে এতিয়াও তেনে। ম চ্‌লভাই আপীলত তাইৰ দণ্ড বহাল থকাৰ খবৰ পাই যি দুখ পাইছে, তাতোকৈ নেকৃলিউদভে যে আস্পতালত তাই এটা নিন্দনীয় কাম কৰিলে বুলি যি ধাৰণা লৈ আছে, সেই কথাত তাই আৰু মৰ্ম্মাহত।

## ত্ৰিশ

সম্ভৱতঃ নিৰ্ব্বাসিত হোৱা প্ৰথম কয়দিৰ দলটোৰ লগতেই মাচ্‌লভাকো পঠাব পাৰে। গতিকেই নেকৃলিউদভে চাইবেৰীয়ালৈ যাবলৈ সাজু হ'ল। কিন্তু তেওঁৰ ইমান বিলাক কাম বাকী আছে যে, হাতত তেওঁ যিমানেই সময় পাব লাগে এই গোটেইবোৰ কাম শেষ কৰাৰ কোনো আশা নাই। তাৰ বাহিৰেও তেওঁৰ আগৰ কামকাজ আৰু বৰ্ত্তমান কামকাজৰ লগত কোনো সাদৃশ্য নাই। আগতে তেওঁৰ সৰ্ব্ব স্বাৰ্থ কেন্দ্ৰীভূত হৈছিল, কেৱল এজন মানুহক কেন্দ্ৰ কৰি। সেইজন মানুহ হ'ল দিমিত্ৰী ইভানভিচ্‌ নেকৃলিউদভ, অৰ্থাৎ তেওঁ নিজে। যদিও এজন মানুহক কেন্দ্ৰ কৰিয়েই সকলো কাম চলিছিল তথাপি কামবোৰ খুব

আমনি লগা আছিল। কিন্তু এতিয়া তেওঁৰ সকলো কাম হ'ল, অন্তলোকক লৈ আৰু এই কামবোৰ যেচ মনোৰঞ্জক, আৰু আকৰ্ষণীয়। এই কামবোৰ হ'ল লেখাৰি নিচিগা আৰু কেতিয়া শেষ হবতাবো কোনো ইয়ত্তা নাই।

বৰ্ত্তমান নেকৃলিউদভৰ কামবোৰ তিনিভাগে ভগাব পাৰি। তেওঁ নিজেও তিনিভাগ কৰি ফাইল আদি সেইদৰেই ৰাখিছে।

প্ৰথম হল মাচ্‌লভাৰ সম্পৰ্কে। সম্ৰাটৰ ওচৰত দাখিল কৰিব লগীয়া দৰ্খাস্ত আৰু সেই সম্পৰ্কে তদ্‌বীৰ, আৰু চাইবেৰীয়ালৈ মাচ্‌লভাৰ যাত্ৰা সম্পৰ্কে যা-জোগাৰ কৰা।

দ্বিতীয় হ'ল, তেওঁৰ জমিদাৰীত কাম কাজবোৰ ঠিকিল লগোৱা। পানৌভ তেওঁ মাটি বাৰীবোৰ কৃষকক খাজানাৰৈ দি দিছে, আৰু সংগ্ৰহ হোৱা ধন, ৰাজহুৱা কামত ব্যয় কৰিবলৈ বন্দ'বস্ত কৰি দিছে। কিন্তু এই সম্পৰ্কে আইন সম্মত এখন দলিল কৰিবলৈকো বাকী আছে। তেওঁৰ ইচ্ছাপত্ৰখনো এইবোৰৰ লগত সামঞ্জস্য ৰাখি কৰি পেলাব। কুজমিনস্কীত তেওঁ প্ৰথম বিদৰে সুবিধা কৰি দিছিল সেইদৰেই চলি আছে। সেইমতে মাটিৰ খাজানাখিনি তেওঁৱেই পাব। কিন্তু খাজানাৰ কিমান অংশ তেওঁ নিজৰ কাৰণে ৰাখিব, আৰু কিমান অংশ কৃষকসকলক দিব, তাৰ খাতাং সিদ্ধান্ত কৰিবলৈ এতিয়াও বাকী। যদিও তেওঁ ইয়াৰ আয় আধা কম কৰিছে, তথাপি চাইবেৰীয়াৰ ভ্ৰমণৰ কাৰণে তেওঁক কিমান খৰছ লাগিব, তাৰ সঠিক অনুমান তেওঁ কৰিব পৰা নাই। সেই কাৰণেই তেওঁ গোটেইখিনি ত্যাগ কৰিবলৈ সঙ্কোচ কৰি আছে আৰু সিদ্ধান্ত কৰিব পৰা নাই।

তেওঁৰ তৃতীয় কাম হ'ল, বিবিলাক কাৰাগাৰৰ বন্দীয়ে তেওঁলৈ আবেদন কৰে আৰু সাহায্য বিচাৰে তেওঁলোকক পাৰ্য্যমানে সাহায্য কৰা। এনেকুৱা সাহায্যপ্ৰাৰ্থীৰ সংখ্যা ক্ৰমেই বৃদ্ধি পাইছে।

প্ৰথমে যেতিয়া তেওঁ বন্দীবিলাকৰ সংস্পৰ্শত আছে তেতিয়া তেওঁৰ ওচৰত আবেদন কৰা বন্দী বিলাকৰ পক্ষে তত্তালিকে তেওঁ যথাসম্ভৱ হৈ কাম কৰিছিল, যাতে সিহঁতৰ কিছু দুখ লাঘৱ হয়। কিন্তু ক্ৰমে এনেকুৱা আবেদননিবেদন ইমান বাঢ়িল যে সেই বিলাকলৈ কাণ দিয়া তেওঁৰ পক্ষে কঠিন হৈ পৰিল আৰু এক প্ৰকাৰ অসম্ভৱ হৈ পৰিল। ফলত তেওঁ এই বিলাকতকৈ আম এটা বসাল কাম হাতত ল'লে।

এই নতুন কামটো হ'ল, কিছুমান প্ৰশ্নৰ সমাধান বিচৰা। প্ৰথম হ'ল, দেশক

চলি থকা দণ্ডবিধি আইন আৰু এই আইনবোৰ কাৰ্য্যকৰী কৰা আদালত বোৰৰ সম্পৰ্কে। এই দণ্ডবিধি আইনলৈ কাম কৰা আদালতবোৰ তেওঁৰ আচৰিত ধৰণৰ অনুষ্ঠান যেন লাগে। আৰু ইয়াৰ ফলতে সৃষ্টি হৈছে, মানুহক অত্যাচাৰ আৰু পীড়ন কৰা এই বন্দীশালবোৰ বা কাৰাগাৰ। দেশৰ বহু কাৰাগাৰত বন্দী হৈ থকা বহুলোকৰ সংস্পৰ্শলৈ আহি সিহঁতৰ সম্পৰ্কে তেওঁ বহুকথা জানিব পাৰিছে। গোটেই দেশ জুৰি পিটাৰ্চবুৰ্গৰ 'পিটাৰ' আৰু 'পল' দুৰ্গকে আৰম্ভ কৰি চাখালীন দ্বীপলৈকে এই বন্দীশালবোৰত শ শ, হেজাৰ হেজাৰ মানুহক আবদ্ধ কৰি ৰখা হৈছে। এই অদ্ভুত আৰু আচৰিত ধৰণৰ দণ্ডবিধি আইনবোৰৰ অৱধাৰিত ফলস্বৰূপে শশ, হেজাৰ হেজাৰ মানুহে দুৰ্গতি ভোগ কৰিছে। তেওঁৰ ভাব হ'ল, এই আইনবোৰৰ প্ৰয়োজন কি? এই আইনবোৰ তৈয়াৰ কৰিলে কোনে?

জেলৰ বন্দীবিলাকৰ লিষ্ট চাই তেওঁৰ অন্য ধৰণৰ অভিজ্ঞতাও হৈছে। জেল-ইন্সপেক্টৰ, জেলৰ পাহৰী আৰু এড্‌ভোকেটক প্ৰশ্ন কৰি নেকলিউদভে এই সিদ্ধান্তত উপনীত হৈছে যে কাৰাগাৰৰ বন্দীবিলাকক পাঁচ শ্ৰেণীত ভাগ কৰিব পাৰি।

প্ৰথম শ্ৰেণীটো হ'ল, নিৰপৰাধী লোক। আদালতৰ ভ্ৰান্তিৰ ফলত ইহঁতে দুঃখ ভোগ কৰিছে। বিপ্লৱী আখ্যা দি বন্দী কৰি থোৱা মানুহবোৰ, মেনচভ আৰু মাচ্‌লভা এই শ্ৰেণীত পৰে। ইহঁতৰ সংখ্যা বেছি নহয় যদিও পাহৰীৰ হিচাবমতে অন্ততঃ শতকৰা সাতজন এই পৰ্য্যায়ত পৰে।

দ্বিতীয় শ্ৰেণীৰ বন্দীবিলাক হ'ল, কোনো এক বিশেষ পৰিস্থিতিত পৰি অপৰাধ কৰাৰ দোষত দণ্ডিত। এইবোৰ অপৰাধ হ'ল, যেনে পাশৱিক প্ৰবৃত্তি চৰিতাৰ্থ কৰা, প্ৰতিহিংসা বা মদ্য পানত বলীয়া হৈ কোনো অপৰাধ কৰা। ইহঁত এনে অৱস্থাত পৰি এনে অপৰাধ কৰিবলৈ বাধ্য হৈছে যে বিচাৰকেও যদি তেনে অৱস্থাৰ সন্মুখীন হয় তেওঁও তেনে কাম কৰিবলৈ বাধ্য হব। নেক্‌লিউদভৰ অনুমান মতে অন্ততঃ আধা মানুহ এই শ্ৰেণীত পৰে।

তৃতীয় শ্ৰেণীৰ বন্দী বিলাক হ'ল এনেকুৱা। সিহঁতৰ মতে সিহঁতে যি কাম কৰিছে, সেই কাম দোষণীয় নহয়। তেনে কাম কৰাটোৱেই স্বাভাৱিক, কিন্তু যি সকল লোকে আইন প্ৰণয়ন কৰিছে, তেওঁলোকৰ মতেহে সেইবোৰ কাম কৰা অপৰাধমূলক। এনেবোৰ উদাহৰণ হ'ল, বিনা লাইচেন্সে মদ বিক্ৰী কৰা, চোৰাং কাৰবাৰ কৰা, ডাঙৰ ডাঙৰ জমিদাৰীৰ ঘাঁহ,বন, কাঠ আদি কাটি অনা, চৰকাৰী

ৎংঘলৰ পৰা কাঠ আনা, পাহাৰৰ বা গির্জ্জাৰ বস্তু লুটপাট কৰা। আৰু এক শ্ৰেণীৰ মানুহ যাৰ কোনো ধৰ্ম্মবিশ্বাস নাই।

চতুৰ্থ শ্ৰেণীৰ বন্দীবিলাক হ'ল, তেওঁলোক সাধাৰণ সামাজিক নীতিবাগীশতকৈ উচ্চনীতি সম্পন্ন ব্যক্তি। নৈতিকভাবে তেওঁলোকে উচ্চ শ্ৰেণীৰ লোক। গ্ৰীক গির্জ্জাৰ নীতি নমনা বিশেষ সম্প্ৰদায় গোষ্ঠী-স্বাধীনতা লাভৰ কাৰণে যুঁজ কৰা; পো'ল, চিৰকাছিয়ান, চচিয়েলিষ্ট ধৰ্ম্মঘটকাৰী আৰু অন্যান্য ৰাজনৈতিক বন্দী বিলাক এই পৰ্য্যায়ত পৰে। নেকলিউদভৰ অনুমানমতে বন্দীবিলাকৰ এটা অংশ এনে ধৰণৰ মানুহ, চৰকাৰৰ বিৰুদ্ধে থিয় দিয়া কিছুমান শ্ৰেষ্ঠ ব্যক্তিও এই শ্ৰেণীৰ লোকৰ ভিতৰত পৰে।

নির্য্যাতিত পঞ্চম শ্ৰেণীৰ বন্দীবিলাক হ'ল, সিহঁতে সমাজৰ প্ৰতি কোনো অপৰাধ কৰাতকৈ সমাজেই সিহঁতক বেছি অন্যায় আৰু অবিচাৰ কৰিছে। ইয়াৰ ভিতৰত আছে, ধাৰাবাহিক নির্য্যাতন ভোগ কৰা, সমাজৰ পৰা বহিৰ্ভূত হৈ নীতিভ্ৰষ্ট হোৱা এক শ্ৰেণীৰ মানুহ। প্ৰলোভনত পৰি চাবি ক'ঠ কেইখনমান চুৰকৰা ল'ৰাটো এই শাৰীত পৰে। এনে ধৰণৰ শ শ মানুহ নেকলিউদভে কাৰা-গাৰত লগ পাইছে। বহুকাল সমাজত দুৰ্ব্বহ জীৱন যাপন কৰি বহু মানুহে এনেকুৱা নিন্দিত কামবোৰ কৰিবলৈ বাধ্য হয় আৰু এই কামবোৰেই দণ্ডবিধি-মতে অপৰাধ বুলি গণ্য হৈছে। নেকলিউদভৰ মতে বহু চোৰ আৰু খুনী এই শ্ৰেণীৰ ভিতৰত পৰে। কিছুদিনৰ ভিতৰত এনেকুৱা ভালেমান বন্দী তেওঁ নিজেই লগ পাইছে। কিছুমান অধঃপতিত ভ্ৰষ্টলোক আছে, সিহঁত এই শ্ৰেণীৰ ভিতৰত পৰে। মানুহে কিয় অপৰাধ কৰে, সেই সম্পৰ্কে অনুসন্ধান কৰা তত্ত্ব-বাগীশ সকলৰমতে এনেধৰণৰ মানুহবোৰৰ অপৰাধ কৰাটোৱেই স্বাভাবিক তেওঁলোকে ইহঁতক স্বভাৱগত দাগী অপৰাধী বুলি অভিহিত কৰিছে। এই দাগী বোৰৰ কাৰণেই দণ্ডবিধি আইন প্ৰণয়ন কৰা হৈছে। নেকলিউদভৰ মতে এই অধঃপতিত আৰু অস্বাভাবিক মানুহবোৰ সামাজিক অত্যাচাৰৰ ফলতহে এনে দুৰ্দ্দশাগ্ৰস্ত হৈছে বা এনে দুৰ্দ্দান্ত হৈ পৰিছে, অৱশ্যে সমাজে পোনপটীয়াভাৱে এনে অত্যাচাৰ কৰা নাই, সমাজে অত্যাচাৰ আৰু অবিচাৰ কৰিছিল ইহঁতৰ মাক, বাপেক আৰু উপৰি পুৰুষ বোৰক।

এই শেষৰ শ্ৰেণী মানুহৰ ভিতৰত নেকলিউদভে ওখ'টান নামৰ এটা দাগী চোৰ লগ পাইছিল। সি আছিল এজনী বেশ্যাৰ ল'ৰা আৰু ভাওৰ দীঘল হৈছিল এটা অনাথ শিশুসদনত। ওখটানে ভেবহুবি বহুবলৈকে এখন কম্বেলতকৈ

যেছি নীতিবোধ থকা কোনো মানুহ লগ পোৱা নাছিল। অতি কম বয়সতে সি এদল চোৰৰ লগত যোগ দিলে। খুহটীয়ায় কথা কৈ মানুহক হঁহুৱাব পৰা তাৰ অসাধাৰণ গুণ আছিল আৰু বহু মানুহ তাৰ প্ৰতি আকৰ্ষিতও হৈছিল। সিও নেক্‌লিউদভক অলপ সাহায্য কৰিবৰ কাৰণে নিবেদন কৰে আৰু লগে লগে সি তাৰ নিজৰ, উকীলৰ, কাৰাগাৰৰ, ভগৱৎ প্ৰদত্ত আৰু মানুহে কৰা আইনৰ সম্পৰ্কে খুহটীয়া কথা কৈ সকলোকে হঁহুৱাই নাৰী পেটু চিতিছিল।

নেক্‌লিউদভে ফিয়দৰ'ফ নামে এনেধৰণৰ আৰু এজন মানুহ লগ পাইছিল। বেচ ধুনীয়া ডেকা ল'ৰা। সি ডকাইত এদলৰ নেতৃত্ব কৰি, এজন বৃদ্ধলোক আৰু অফিচাৰ এজনক হত্যা কৰিছিল। গুৰিতে সি এজন খেতিয়কৰ ল'ৰা আছিল; তাৰ পৈতৃক ঘৰখন বে-আইনীভাৱে কাঢ়িলোৱা হ'ল। পিছত সি সৈন্য বিভাগত ভৰ্ত্তি হৈছিল। তেতিয়া সি অ'ফচাৰ এজনৰ ঘৈনীয়েকৰ লগত প্ৰেমত পৰি বহু দুৰ্যোগত পৰে আৰু কষ্ট ভোগ কৰে। সি অতিমাত্ৰাই কামাতুৰ আৰু কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ বিচাৰি ফুৰিছিল। সি জীৱনত কোনো এজন মানুহ লগ পোৱা নাছিল যি তাক এবাৰ সদুপদেশ দি বেয়া কাম বিলাকৰ পৰা আঁতৰি থাকিবলৈ কৈছিল। জীৱনত যে ভোগ বিলাসৰ বাহিৰে আৰু কিবা উদ্দেশ্য আছিল সেই সম্পৰ্কে সি সম্পূৰ্ণ অজ্ঞ। নেক্‌লিউদভৰ পৰিষ্কাৰ ধাৰণা হৈছিল যে এই দুয়োটা মানুহৰ গাত যথেষ্ট স্বাভাৱিক গুণ আছিল কিন্তু অৱহেলিত হৈ সিহঁতৰ গাত নিহিত থকা এই গুণৰাশি প্ৰতিপাল নকৰা গছপুলিৰ নিচিনাকৈ বিকাশৰ কোনো সুবিধা নেপালে। নেকলিউদভে আৰু এটা বগৰা আৰু এজনী তিৰোতা মানুহ লগ পাইছিল। ইহঁত দুয়োটাই মহামূৰ্খ আৰু নিষ্ঠুৰ। কিন্তু ইটালীয় তত্ত্ব-অনুসন্ধিৎসু পণ্ডিতবোৰে কোৱাৰদৰে ইহঁতৰ গাতো স্বভাৱগত ভাৱে অপৰাধ কৰাৰ কোনো লক্ষণ তেওঁ দেখা পোৱা নাছিল। কেৱল জেলৰ বাহিৰত টেইলকোট পিন্ধি ফিটফাট হৈ থকা এদল মানুহৰ প্ৰতি তেওঁৰ যেনে বিতৃষ্ণা হৈছিল, এই বগৰা আৰু তিৰোতাজনীৰ প্ৰতিও তেনে বিতৃষ্ণাই হৈছিল।

ক্ৰমে এই বিভিন্ন ধৰণৰ মানুহবোৰে জেল খোৱাৰ আচল কাৰণ কি, সেই বিষয়ে গৱেষণা কৰা নেকলিউদভৰ এটা প্ৰধান বিষয় হৈ পৰিল। আনহাতে আৰু এদল মানুহে ইহঁতৰ দৰেই অপৰাধ কৰি ঘূৰি ফুৰিছে, অথচ মানুহৰ চকুত সিহঁত নপৰে, শাস্তিও নেখায়। ইয়াৰেই বা কাৰণ কি? সেই কথাও নেক্‌লিউদভৰ চিন্তাত সোমাই পৰিল।

তেওঁ এই সম্পৰ্কে লিখা গ্ৰন্থসমূহ অধ্যয়ন কৰি চাবলৈ মন মেলিলে। কিতাপো কিনিলে বহুত। লম্ব্ৰচ্, গাৰোফালো, ফেৰি, লিষ্ট, মৌদচ্লি, টৰ্ড্ৰে আদি লিখক সকলৰ গ্ৰন্থবাজি খুব মনোযোগেৰে পাঠ কৰিলে। কিন্তু যিমানেই তেওঁ পাঢ়িবলৈ ধৰিলে, সিমানেই হতাশ হ'ল। যি সকল লোকে অনুসন্ধিৎসু দৃষ্টিৰে বিজ্ঞান চৰ্চা নকৰে, বা নিজৰ কোনো অৱদান দিবলৈ নাই বা নিজে লিখিবলৈ বা কোনো বৈজ্ঞানিক তত্বৰ প্ৰতিবাদ কৰিবলৈ নাই, বা সেই সম্পৰ্কে অনেক শিক্ষা দিবও নোখোজে কেৱল দৈনন্দিন জীৱনৰ কিছু প্ৰশ্নৰ উত্তৰ বিচাৰে, সেই বিলাক মানুহৰ যেনে দশা হয় নেক্লিউদভৰো তেনেই হ'ল। ফৌজদাৰী বিধি সম্পৰ্কে হেজাৰ প্ৰশ্নৰ উত্তৰ বিচাৰি পোৱা যায়, কিন্তু তেওঁৰ প্ৰশ্নৰ উত্তৰ নাই।

তেওঁৰ প্ৰশ্নটো হ'ল এই, "কিয় আৰু কি স্বত্বৰ বলত কিছুমান মানুহে আন-কিছুমান মানুহক জেলত বন্দী কৰি ৰাখে, নিৰ্য্যাতন ভোগায়, নিৰ্ব্বাসনত দিয়ে, বেতেৰে কোবায় আৰু কেতিয়াবা হত্যাও কৰে। অথচ তেওঁলোক নিজেও সেই একে শাৰীৰেই লোক। সেই বন্দী হৈ থকা কয়দি বিলাকে যি বিলাক অপৰাধ কৰিছিল, তেওঁলোকেও লোকচক্ষুৰ অন্তৰালত তেনে পাপকেই কৰি থাকে। কিন্তু এই প্ৰশ্নৰ জবাব বিচাৰি তেওঁ যি অধ্যয়ন কৰিলে তাত দেখিবলৈ পালে কেৱল কিছুমান প্ৰশ্নৰ অৱতাৰণা। মানুহৰ ইচ্ছাশক্তি মুক্ত নে নিৰ্দ্ধাৰিত? মানুহৰ মূৰৰ খোলাটো জুখি, তাৰ অপৰাধ কৰা প্ৰবৃত্তিৰ কিবা তত্ব উলিয়াব পাৰিনে কি? উত্তৰাধিকাৰী সূত্ৰে মানুহে অসৎ প্ৰবৃত্তিবোৰ লাভ কৰেনে কি? সেইদৰে সৎ গুণ বিলাকো লাভ কৰিব পাৰেনে কি? অধঃপতন কাক বোলে? হাৱা-পানী, খাদ্য, অজ্ঞতা, লোকক অনুসৰণ কৰা, কামনা, বাসনা আদিৰ লগত মানুহৰ অপৰাধ-কৰা প্ৰবৃত্তিৰ কিবা সম্পৰ্ক আছেনে কি? সমাজ কাক বোলে? সমাজৰ প্ৰতি মানুহৰ কৰ্ত্তব্য আৰু মানুহৰ প্ৰতি সমাজৰ দায়িত্ব কি ইত্যাদি।

এই প্ৰশ্ন বোৰ উদয় হোৱা সময়ত, ফুলীয়া ল'ৰা এটাই প্ৰশ্ন এটা উত্তৰ কিদৰে দিছিল, সেই কথা নেক্লিউদভৰ মনত পৰিল। তেওঁ ল'ৰাটোক বাটত লগ পাই সুধিছিল,

"বইনা বানান শিকিছানে?"

"হয় শিকিছোঁ।" ল'ৰাটোৱে উত্তৰ দিলে।

"তেন্তে 'লগ' বানান কোঁৱাছোন?"

"কুকুৰৰ ঠেং, নে অন্য কিবা ঠেঙৰ বানান?" নবাটোৱে ওলোটাই সুধিলে।

বিজ্ঞানৰ কিতাপ বোৰত নেক্‌লিউদভে অনুসন্ধান কৰা প্ৰশ্নবোৰৰ জবাবো এনেকুৱাই আছিল। অৱশ্যে পুস্তক বিলাকত বহু জ্ঞানগৰ্ভ তত্ত্ব পোৱা যায়, বহুত বগাল কথাও আছে। কিন্তু মূল প্ৰশ্ন মানুহে মানুহক কি স্বত্বৰ বলত শাস্তি দিয়ে, এই প্ৰশ্নৰ কোনো উত্তৰ নাই।

কিন্তু আমোদজনক কথা হ'ল যে, যদিও এই প্ৰশ্নৰ উত্তৰ নাই, তথাপি বহু যুক্তিতৰ্কৰ অৱতাৰণা কৰি প্ৰমাণ কৰাৰ চেষ্টা কৰা হৈছে যে শাস্তি দিয়া ব্যৱস্থাটো একেবাৰে অপৰিহাৰ্য্য।

নেক্‌লিউদভে বহু অধ্যয়ন কৰিও, প্ৰশ্নৰ জবাব নেপাই, ভৱিষ্যতে তাৰ উত্তৰ পাব বুলি আশা কৰি থাকিল। অৱশ্যে তেওঁ গভীৰ ভাৱে মনোনিবেশ কৰি বিষয়টো সিমান অধ্যয়ন কৰাও নাছিল। ক্ৰমে এই প্ৰশ্নৰ উত্তৰ তেওঁৰ মনত ভুমুকি মাৰিব খোজে হয়, কিন্তু তেওঁ তাত পতিয়ন যাবলৈ নাৰাজ।

## একত্ৰিশ

দণ্ডপ্ৰাপ্ত বন্দী বিলাকৰ প্ৰথম দল জুলাই মাহৰ ৫ তাৰিখেই চাইবেৰীয়ালৈ যাত্ৰা কৰা কথা। মাচলভাকো এই দলৰ ভিতৰত ভুক্ত কৰা হৈছে। নেক্‌লিউদভেও সেই একেদিনাই যাত্ৰা কৰিবৰ কাৰণে যো-জা কৰিলে।

আগদিনা তেওঁৰ বায়েক আৰু ভিনিহিয়েক উভয়ে দেখা কৰিবলৈ আহিছিল।

নেক্‌লিউদভৰ বায়েক নাটালিয়া ইভ'নভ্‌না ৰাগ'জিনাস্কায়া বয়সত তেওঁতকৈ দহ বছৰৰ ডাঙৰ; সৰু কালত তেওঁৰ ওপৰত বায়েকৰ যথেষ্ট প্ৰভাৱ পৰিছিল। তেওঁৰ তত্ত্বাৱধানতেই তেওঁ ডাঙৰ দীঘল হৈছিল বুলি ক'লেও বেছি কোৱা নহয়। বায়েকৰো তেওঁৰ প্ৰতি অকৃত্ৰিম স্নেহ আছিল।

যদিও বিবাহৰ সময়ত বায়েকৰ বয়স ২৫ বছৰ আৰু তেওঁৰ বয়স ১৫ বছৰ, তথাপি তেওঁলোকে উভয়ে সমনিয়াৰ দৰে ব্যৱহাৰ কৰিছিল। পৰলোকগত নিকলেঙ্কা আৰ্টনিভ নামৰ নেক্‌লিউদভৰ বন্ধু এজনৰ লগত, নাটালিয়া প্ৰেমাস্পদ হৈ পৰিছিল। বায়েক তাৰেক দুয়োজনেই নিকলেঙ্কাক যথেষ্ট ভাল পাইছিল।

যি ভাল পোৱাই মানুহক সদাই মৰমৰ ডোলেৰে বান্ধি ৰাখে, তেওঁলোকৰ মাজত থাকিল তেনে ধৰণৰ মৰম আৰু প্ৰীতি।

তাৰ পিছত তেওঁলোকৰ মাজৰ এই ভালপোৱাত ঘূণে ধৰিলে। নেক্‌লিউদভে সামৰিক বিভাগত যোগ দি হৈ পৰিল এজন সামৰিক বিষয়া। নাটালীয়াও কালক্ৰমত বিবাহ সূত্ৰে হৈ পৰিল এজন লোকৰ স্ত্ৰী। বায়েক-ভায়েক দুয়ো-জনেই এসময়ত যিবিলাক বস্তু ভাল পাইছিল, যিবিলাক বিষয় পবিত্ৰ বুলি জ্ঞান কৰিছিল, মানৱ সেৱা আদৰ্শ কৰি লৈছিল, নাটালীয়াই গ্ৰহণ কৰা তেওঁৰ স্বামী এই সকলো বিষয়তে সম্পূৰ্ণ অজ্ঞ আছিল। মানুহে নৈতিক উৎকৰ্ষতা লাভ কৰি পূৰ্ণতা প্ৰাপ্তিৰ কথা তেওঁৰ সমুলি বোধগম্য নহৈছিল। এনেহেন এজন লোকক বিয়া কৰোৱা কথা নেক্‌লিউদভে ভাবিবই নোৱাৰিছিল। তেওঁৰ ধাৰণা হ'ল যে একমাত্ৰ কামপ্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ আৰু কিছু বৈষয়িক সুখ শান্তিৰ কাৰণেই বায়েকে এই মানুহ জনক বাছি ল'লে।

নাটালীয়াৰ স্বামীৰ জনসমাজত কোনো খ্যাতি নাছিল। তেওঁ বিশেষ সম্পত্তিবান মানুহো নাছিল; কিন্তু তেওঁ নিজ ব্যৱসায় চলোৱাত বৰ চালাক-চতুৰ আছিল। সময়ৰ শৰ বুজি উদাৰনীতি আৰু ৰক্ষণশীলতা, দুয়োটা দৃষ্টি-ভঙ্গীকে তেওঁ কামত লগাইছিল। তেওঁৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে যিটোৱেই সুবিধা হয়, তাকেই তেওঁ ব্যৱহাৰ কৰিছিল। মহিলা সকলক ভাল লগাব পৰা কিছুমান গুণো তেওঁৰ আছিল। এনেবোৰ কৌশল খটাই তুলনামূলক ভাৱে তেওঁ এজন ভাল বিচাৰক হৈ, চাকৰী জীৱন গঢ়ি তুলিছিল। প্ৰথম যৌৱন পাৰ হোৱাৰ পিছতেই তেওঁ বিদেশ ভ্ৰমণ কৰিবলৈ অাহোত নেক্‌লিউদভৰ লগত তেওঁৰ চিনাজনা হয় আৰু সেই সুবিধাতে তেওঁ নাটালীয়াৰ প্ৰণয়াকাঙ্খী হৈ পৰে, যদিও নাটালীয়াৰ এই কামত তেওঁৰ মাকৰ অলপো সম্মতি নাছিল। মাকে বিৰোধিতা কৰিছিল এই বুলি যে তেওঁ এজন নিম্নস্তৰৰ লোক আৰু নাটালিয়াৰ উপযুক্ত বৰ নহয়।

নেক্‌লিউদভে যদিও মাকৰ এই মনোবৃত্তিৰ প্ৰতিবাদ কৰিছিল, তথাপি তেওঁ ভিনিহিয়েকক সমুলি দেখিব নোৱাৰিছিল আৰু পেটে পেটে তেওঁক ঘৃণাও কৰিছিল।

নেক্‌লিউদভৰ বায়েক-ভিনিহিয়েক উভয়ে মস্কোলৈ আহিছিল। লগত তেওঁলোকৰ একমাত্ৰ সন্তান অনা নাছিল। আটাইতকৈ ধুনীয়া হোটেল এটাত তেওঁলোক আছিল।

নাটালিয়াই আহিয়েই তেওঁৰ মাকৰ পূৰণা ঘৰলৈ যাত্ৰা কৰিলে। কিন্তু খৰ পাই আপ্ৰাফেনী পেট্ৰিৱনাৰ পৰা জানিব পাৰিলে যে তেওঁৰ ভায়েকে ইতিপূৰ্বেই সেই ঘৰ ত্যাগ কৰিছে। বৰ্ত্তমান হোটেলৰ তাবা কোঠাত থাকে। খবৰ পাই নাটালিয়াই ততালিকে সেই হোটেলত উপস্থিত হ'ল। লেডেবা কাপোৰ পিন্ধা চাকৰ এটাক দুৱাৰ মুখতে পাই, সোধাত ক'লে যে ইতিমধ্যে তেওঁৰ ভায়েক ঘূৰিবলৈ খবৰ পৰা ওলাই গৈছে। নাটালিয়াই চাকৰটোক ক'লে যে তেওঁ ভায়েকলৈ চিঠি এখন লিখি ৰাখি যাব খোজে আৰু তেওঁ থকা কোঠাটো দেখুৱাই দিব লাগে। চাকৰটোৱেও তেওঁক নি নেক্‌লিউদভ্ থকা কোঠাটো দেখুৱাই দিলে।

নাটালিয়াই ভায়েক থকা কোঠা দুটা সাৱধানেৰে চকু ফুৰাই চালে। তেওঁ দেখিবলৈ পালে যে কোঠা দুটা বেচ পৰিষ্কাৰ আৰু বস্তু বিলাক পৰিপাটিকৈ সজোৱা আছে। নেক্‌লিউদভে পৰিষ্কাৰপৰিচ্ছন্নতা আগৰ পৰাই ভাল পাইছিল। নাটালিয়াই সেই কথা জানে। জাকজমকতাহীন, অথচ বেচ ধুনীয়াকৈ সজাই থোৱা বয়বস্তু আৰু আচবাব বিলাক তেওঁৰ চকুত পৰিল। লিখাপঢ়া কৰা টেবুলৰ ওপৰত তেওঁ দেখিবলৈ পালে কাকতপত্ৰ হেঁচা দি ৰখা এটা ব্ৰঞ্জৰ কুকুৰ। এই কুকুৰটো আগৰ পৰাই আছিল। নাটালিয়াৰ সেইকথা মনত পৰিল। বিভিন্ন বিষয়ৰ কাকতপত্ৰ আৰু তেওঁৰ লিখনী বিলাক পৰিপাটিকৈ টেবুলতে থোৱা আছে। কাগজ কটা ধেনুভিৰীয়া হাঁতীদাতৰ ছুৰী এখন, ইংৰাজীত লেখা হেনৰী জৰ্জ্জৰ কিতাপ এখন, আৰু দণ্ডবিধি সম্পৰ্কে লেখা বিভিন্ন পুস্তকাদিৰ লগতে ফৰাচী লিখক টাৰ্ডেৰ কিতাপ এখনো টেবুলত পৰি আছে।

নাটালিয়াই টেবুলৰ কাষত বহি ভায়েকলৈ পত্ৰ এখন লিখিলে। তেওঁ সেইদিনা গধূলীয়েই তেওঁক লগ ধৰিবলৈ টানি লিখি থৈ গ'ল। তেওঁ ভায়েকৰ কোঠা দুটা চাইচিতি নিজেও বিস্ময় মানিলে। তাৰপিছত তেওঁ হোটেললৈ ঘূৰি গ'ল।

ভায়েকৰ সম্পৰ্কে নাটালিয়াৰ মনত দুটা প্ৰশ্নই খেলালে। এটা হ'ল, কাটুং-চাক বিয়া কৰিব খোজা, যিটো কথা নগৰৰ মানুহৰ মুখে মুখে। আনটো হ'ল, নেক্‌লিউদভে কৃষক সকলক তেওঁৰ জমিদাৰীৰ মাটিবোৰ দান কৰি দিয়া। বহু লোক এই মাটিবোৰ দান কৰি দিয়া কথাটোত ৰাজনৈতিক গোন্ধ আছে বুলি ভাবে। তেওঁলোকৰ মতে ই এটা সাংঘাতিক কথা। কাটুংচাক বিয়া কৰিব

খোজা কথাত অঘণ্ডে তেওঁ নিয়াম বেয়াও পোৱা নাই। সৰুকালৰ পৰা তেওঁলোক দুয়ো এক কথাৰ মানুহ আছিল অৰ্থাৎ দুয়ো দৃঢ়মনা আছিল। তাঁয়েকে দৃঢ়তাৰে সৈতে কাটুৎচাক বিয়া কৰিব খোজা কথাটোৱে তেওঁক সন্তোষেই দিছে, তথাপি তেওঁৰ তাঁয়েকে কাটুৎচাৰ নিচিনা সাংঘাতিক মানুহ এজনীক বিয়া কৰিব খোজা কথাই তেওঁক আতঙ্কিত নকৰি পৰা নাই। সন্তোষতকৈ তেওঁৰ আতঙ্কহে বেছি। গতিকেই তেওঁ স্থিৰ কৰিলে যে পাৰ্যমানে সকলো শক্তি প্ৰয়োগ কৰি তাঁয়েকক এই পথৰ পৰা আঁতৰাই আনিবলৈ চেষ্টা কৰিব, যদিও তেওঁ জানে যে এই কাম অতি দুৰূহ।

ইটো কথাত অৰ্থাৎ কৃষকক মাটিদিয়া কথাত তেওঁ নিয়ান গুৰুত্ব দিয়া নাই। নিয়ান বেয়াও পোৱা নাই, কিন্তু তেওঁৰ স্বামী এই সম্পৰ্কে খড়গহস্ত। তেওঁ আশাকৰে যে নাটালিয়াই প্ৰভাৱ খটাই এই বিষয়ত তাঁয়েকক বিৰত কৰিব।

বাগ'জিনস্কীৰ ধাৰণা যে নেকলিউদভৰ এনেবোৰ কামৰ মূল কাৰণ হল মনৰ অস্থিৰতা চঞ্চলতা আৰু আত্মগৰ্ব। উদ্দেশ্য হ'ল, লোক সমাজত সন্তীয়া বাহবা লোৱা, নিজৰ মৌলিকতা দেখুৱা আৰু মানুহৰ মাজত সৰবৰহী হৈ পৰা।

"মাটিখিনি খেতিয়কক লগাই দিয়া আৰু খাজানাখিনি খেতিয়কক দি দিয়াৰ কিবা অৰ্থ আছেনে?" তেওঁ ক'লে, "তেওঁ যদি মাটি দিবই খোজে তেন্তে গাৱঁলীয়া বেংকৰ জৰীয়তে মাটিখিনি একেবাৰেই বিক্ৰী কৰি দিয়াই ভাল। তেতিয়া হ'লেও কিবা এটা অৰ্থ হয়। কিন্তু খেতিয়কক মাটি লগাই, তাৰ খাজানাখিনি খেতিয়কক লবলৈ স্বত্ব দিয়া, পাগলামিৰ বাহিৰে একো নহয়।"

বাগ'জিনস্কীৰ চিন্তা হল যে আইনৰ সহায় লৈ নেকলিউদভৰ অভিভাৱক এজন কেনেকৈ নিযুক্ত কৰি দিব পাৰে। তেওঁ নাটালিয়াক টানি ক'লে যে তেওঁ তাঁয়েকক এই বিষয়ে পৰিষ্কাৰকৈ বুজাই দিয়াই ভাল।

## বত্ৰিশ

সেইদিনা গধূলী ঘূৰি আহি নেকলিউদভে বায়েকৰ চিঠিখন পাই, তত্তালিকে তেওঁক লগ ধৰিবলৈ ওলাই গ'ল। মাকৰ মৃত্যুৰ পিছৰ পৰাই, তেওঁ নাটালীয়াক লগ পোৱা নাই। কোঠা এটাত বায়েক অকলে বহি থকা অৱস্থাতে নেকলিউদভ

আহি উপস্থিত হ'ল। ওচৰৰ কোঠা এটাত তিনিহিয়েকে তেতিয়া বিশ্রাম লৈ আছিল।

বায়েকৰ গাত লিপিত খাই থকা এটা ক'লা চিল্কৰ সাজপাৰ, আৰু ক'লা চুলিবিলাক আধুনিক ফেশ্বনেৰে পৰিপাটিকৈ সজোৱা। সমবয়স্ক তেওঁৰ স্বামীতকৈ বয়সত কোমল যেন দেখুৱাবলৈ কৰা প্ৰচেষ্টা বুলি দেখিলেই ধৰিব পাৰি।

ভায়েকক দেখিয়েই জাপ মাৰি উঠি, চিল্কৰ পোচাকৰ খমথমনি তুলি, হাঁহিমাৰি তেওঁ আগবাঢ়ি আহিল আৰু ভায়েকক সাবটি ধৰি চুমা খাই, মৰম প্ৰীতি জনালে। নেক্‌লিউদভেও হাঁহি মাৰি বায়েকক চুম্বন প্ৰদান কৰিলে। তাৰপিছত পৰস্পৰৰ মাজত অদ্ভুত ধৰণৰ চকুৰ চাৱনি পাৰ হৈ গ'ল। যদিও এই চাৱনি অৰ্থপূৰ্ণ তথাপি তাক ভাষাত প্ৰকাশ কৰিব নোৱাৰি। ইয়াৰ পিছত কিছুমান অৰ্দ্ধসত্য কথাৰ অৱতাৰণা হ'ল।

"দেখিছোঁ তুমি হৃষ্টপুষ্ট হৈ গাভৰু হৈ পৰিছা।" নেক্‌লিউদভে ক'লে। বায়েকৰ মনত সন্তোষৰ ভাৱ বিৰিঙি উঠিল।

"আৰু তুমি খিণাই গৈছা?"

"বাৰু ভিনিহেঁউৰ খবৰ কি?" নেক্‌লিউদভে সুধিলে।

"তেওঁ অলপ বিশ্ৰাম লৈছে। যোৱা ৰাতি তেওঁৰ অলপো টোপনি হোৱা নাই।"

বহু কথাই পৰস্পৰক ক'বলগীয়া আছে, কিন্তু কথাবোৰ মুখেৰে প্ৰকাশ নকৰিলে, ভাৱভঙ্গীত প্ৰকাশ হৈ পৰিছে।

"মই তোমাৰ তালৈ গৈছিলোঁ।" বায়েকে ক'লে।

"অ' মই খবৰ পাইছো। মই ঘৰ এৰি অহাৰ কাৰণ হ'ল, ঘৰখন মোৰ কাৰণে বৰ ডাঙৰ। অকলে তাত থাকি মোৰ অলপো ভাল নেলাগে তাত থকা বয়বস্তুবোৰৰো মোৰ কোনো প্ৰয়োজন নাই। সেইবোৰ তুমি লৈ গ'লেই মই ভাল পাওঁ। তাত থকা আচবাব, চকী, মেজ সকলো।"

"অ' আগ্ৰাফেনা পেট্ৰভনাই মোক কৈছিল। মই বাওঁতে দেখিও আহিছোঁ। তাৰ বাবে ধন্যবাদ কিন্তু ... ... ...।"

এনে সময়তে হোটেলৰ পৰিচাৰকে ৰূপালী ট্ৰে এখনত চাহ আনি হাজিৰ কৰিলে।

পৰিচাৰিকে টেবুলখন চাকচিকুণ কৰি চাহৰ সঁজুলিবিলাক থ'লে। নাটালিয়া

আৰু নেকলিউডভ, ছুৱোজন নীৰৱ। নাটালিয়াই চাহ তৈয়াৰী কৰাত লাগিল আৰু নেকলিউডভে তেতিয়াও নিমাত হৈ বহি আছে।

অৱশেষত ৰায়েকে ক'লে, "ডিমেত্রী! মই সকলো কথা গম পাইছোঁ। পিছে?" এই বুলি তেওঁ ভায়েকৰ চকুলৈ চালে।

"পিছে কি? তুমি জনাত মই ভালেই পাইছো।"

"এনেকুৱা জীৱন যাপন কৰাৰ পিছত তাইক সংশোধন কৰিবলৈ তুমি কেনেকৈ আশা কৰিব পাৰা?" ৰায়েকে সুধিলে।

নেক্লিউডভে সৰু চকী এখনত পোন হৈ বহি, মনোযোগেৰে ৰায়েকৰ কথা বোৰ শুনি আছে। তেওঁ একাগ্ৰমনেৰে শুনি আৰু বুজিবাজি, প্ৰশ্নবোৰৰ উত্তৰ দিবলৈ সাজু হৈছে। শেষবাৰ মাচলভাক দেখা কৰোতে তেওঁৰ মনোভাব যেনে হৈছিল, সেই কথা এতিয়াও তেওঁৰ মনত ভাঁহি আছে। তেওঁৰ অন্তৰাত্মা আনন্দ আৰু সকলো মানুহৰ প্ৰতি শুভ ইচ্ছাৰে পৰিপূৰ্ণ।

"তাইক সংশোধন কৰা নহয়। মই নিজেহে সংশোধিত হ'বলৈ ইচ্ছুক।" তেওঁ উত্তৰ দিলে।

"বিয়াবাক নেপাতি অন্য উপায়েৰেতো সেই কাম কৰিব পাৰি।"

"মই ভাবোতে এইটোৱেই শ্ৰেষ্ঠ উপায়। তদুপৰি এই বিবাহৰ জৰীয়তে মই প্ৰবেশ কৰিম এখন নতুন জগতত য'ত হয়তো মোৰ প্ৰয়োজন আছে।"

"এই বিবাহৰ জৰীয়তে তোমাৰ যে কিবা সুখ হব, মোৰ বিশ্বাস নহয়," নাটালিয়াই ক'লে।

"মোৰ সুখ বাঞ্ছা কৰাটো আচল কথা নহয়।"

"অৱশ্যে সেইটো হয়। তাইৰ যদি হৃদয় বুলি কিবা আছে, তেতিয়া তায়ো সুখী হ'ব নোৱাৰে। আনকি তাই তেনে ইচ্ছা কৰিবও নোৱাৰে।"

"সেই কথা সঁচা। তায়ো ইচ্ছা কৰা নাই।"

"মই বুজিছোঁ। কিন্তু জীৱনৰ ... ... ....।"

"হয়—জীৱন?"

"জীৱনে বিচাৰে এটা বেলেগ বস্তু।"

"জীৱনৰ দাবী একো নাই। কিন্তু যিটো ন্যায় আৰু সত্য আমি তাকেহে কৰা উচিত।" ৰায়েকৰ মুখলৈ চাই নেক্লিউডভে কলে।

নাটালীয়াৰ মুখত এতিয়াও সৌন্দৰ্য্য বিদ্যমান। কিন্তু তেওঁৰ মুখত আৰু

চকুৰ আশেপাশে তেতেৰা পৰাৰ চিন। এটা হুমুনিয়াহ কাঢ়ি নাটালিয়াই ক'লে, "মই একো বুজি পোৱা নাই।"

সকবালত বায়েকৰে সৈতে একে লগে বং ধেমালি কৰি ডাঙৰ দীঘল হোৱা বহু স্মৃতি, নেক্‌লিউদভৰ মনত জিলিকি উঠিল। বিবাহৰ পূৰ্ব্বে নাটালিয়া যেনেকুৱা মানুহ আছিল, এতিয়া সম্পূৰ্ণ বিপৰীত। নেক্‌লিউদভে ভাবি আচাৰিত হয়, কেনেকৈ বায়েকৰ এনেকুৱা পৰিবৰ্ত্তন হ'ল।

এনে সময়তে গুৰুগম্ভীৰ অথচ ধীৰে ধীৰে খোজ দি, বুকু ফিন্দাই ৰাগ'-জিনস্কী সোমাই আহিল। এজোৰ চশমাৰে সৈতে চকুজুৰি তপা মুখটো আৰু মিচ্‌মিচীয়া ক'লা দাঁড়িগোঁফেৰে সৈতে চমৎকাৰ চেহেৰা ৰাগ'জিনস্কীৰ।

"কিহে তোমাৰ ভালনে? ভাল নে?' বুলি তেওঁ নেক্‌লিউদভক কৰমৰ্দ্দন কৰি আৰামী চকী এখনত বহি পৰিল।

"তোমালোকৰ কথাবতৰাত মই বাধাই জন্মালোনে কি?"

"একো বাধা জন্মোৱা নাই। মোৰ ক'বলগীয়া কথা মই সকলোৰে আগত কওঁ।"

নেক্‌লিউদভে ভিনিহিয়েকৰ বহুৰূপ দেখি নিজে গম্ভীৰ হৈ পৰিল।

"হয়, আমি এওঁৰ মতলব বিলাকৰ কথা পাতি আছোঁ।" নাটালিয়াই ক'লে। "চাহ একাপ দিমনে কি?"

"অঁ দিব পাৰা। এওঁৰনো মতলব কি?"

"মোৰ মতলব হ'ল, নিৰ্ব্বাসিত কয়দি বিলাকৰ প্ৰথম দলটোৰ লগত চাইবেৰীয়ালৈ যোৱা। এই দলটোৰ লগত মোৰ দোষত নিৰ্য্যাতিত হোৱা এজনী ছোৱালীও আছে।" নেক্‌লিউদভে ক'লে।

"শিহে মই শুনিছোঁ যে অকল সহযাত্ৰী হোৱা কথাই নহয়, তাতোকৈ অলপ বেছি।"

"হয়! তাই সন্মত হ'লে মই বিয়া কৰিব খোঁজো।"

"বুজিলো, কিন্তু তুমি যেয়া নেপালে এবাৰ কথা মই সুধিব খোঁজো। তাইক তুমি কিয় বিয়া কৰিব খুজিছোঁ, মই একো বুজিব পৰা নাই। ইয়াৰ উদ্দেশ্যই বা কি?"

"মোৰ উদ্দেশ্য হ'ল যে এই ছোৱালীজনী ··· ···· ···· প্ৰথম অধঃপতনৰ কাৰণ মযে ···· ···· ···।" নেক্‌লিউদভে আচল কথাটো পৰিস্কাৰকৈ প্ৰকাশ কৰিব নোৱাৰাত নিজৰ ওপৰতে খং উঠিল।

"মোৰ কথাটো হ'ল দোষী হলে। মই আৰু শাস্তি খালে তাই।"

"যদি শাস্তি খাইছে নিশ্চয় দোষৰ ভাগী তায়ো। নিৰপৰাধী তাই হ'বই নোৱাৰে।"

"তাই একেবাৰে নিৰ্দ্দোষী।"

নেকৃলিউদভে আদিৰে পৰা গোটেই ঘটনাৰ কথা বিবৰি ক'লে; বিশেষকৈ কি কি ঘটনাৰ চক্ৰত তাই দণ্ড পালে সেই কথাও ক'লে।

"এয় হ'ব পাৰে। সেইটো হ'ল মুখ্য বিচাৰপতিৰ অসাৱধানতা আৰু লগতে নতুবা নিচিন্তাকৈ জুৰৰ সকলে উত্তৰ দিয়াৰ ফলাফল। এনেকুৱা ক্ষেত্ৰত চিনেটৰ ওচৰত আপীল কৰিলেই হ'ল।"

"চিনেটে তাইৰ আপীল নামঞ্জুৰ কৰিলে।"

"যদি চিনেটে নামঞ্জুৰ কৰিলে, তেন্তে আপীলৰ ভিত্তিয়েই নাছিল।" বাগ'-জিনস্কীয়ে ক'লে। "চিনেটৰ কাম হ'ল আইন প্ৰয়োগৰ ক্ষেত্ৰত কিবা ত্ৰুটি আছেনে কি সেইটো বিচাৰ কৰা। গোটেই গোচৰটোৰ সাক্ষী লোৱাৰে পৰা আৰম্ভ কৰি গুণাগুণ বিচাৰ কৰা চিনেটৰ কাম নহয়। কিবা গুৰুতৰ ত্ৰুটি থাকিলে সম্ৰাটৰ ওচৰত আপীল কৰা দৰকাৰ।"

"হয়! সম্ৰাটৰ ওচৰতো আপীল দাখিল কৰা হৈছে। কিন্তু কৃতকাৰ্য্য হোৱাৰ অলপো আশা নাই। তাৰ কাৰণ হ'ল, প্ৰথমতে এই দৰ্খাস্ত যাব সংশ্লিষ্ট মন্ত্ৰী-মহললৈ তাৰ পিছত সেই মন্ত্ৰী বিভাগে আলোচনা কৰিব চিনেটৰ লগত, আৰু চিনেটে দোহাৰিব তেওঁলোকৰ পূৰ্ব্বৰ ৰায়। শেষত ফলাফল একেই—নিৰ্দ্দোষীৰেই শাস্তি বাহাল।

"প্ৰথমতে মন্ত্ৰীমহলে চিনেটৰ লগত আলোচনা কৰা কথাটো সত্য নহয়।" হাঁহিমাৰি বাগ'জিনস্কীয়ে ক'লে। "তেওঁলোকে নথিপত্ৰবোৰ নিম্ন আদালতৰ পৰা পঠাই দিবলৈ নিৰ্দ্দেশ দিব, আৰু কাকতপত্ৰবোৰ চাই যদি কিবা ভুল ধৰা পৰে তেন্তে সেই অনুসাৰে আদেশ জাৰি কৰিব। দ্বিতীয় কথা হ'ল, নিৰ্দ্দোষীক কেতিয়াও শাস্তি দিয়া নহয়। কাচিৎ কেতিয়াবাহে হ'ব পাৰে। কিন্তু সদাই দোষীকহে দণ্ড দিয়া হয়।" বাগ'জিনস্কীয়ে এই কথা কৈ, লগতে এটা সন্তোষৰ হাঁহি মাৰিলে।

"কিন্তু মোৰ বিশ্বাস ওলোটা" তিনিহিয়েকৰ ওপৰত বিৰক্ত হৈ নেকৃলিউদভে ক'লে, "মোৰ দৃঢ় বিশ্বাস, দণ্ডপ্ৰাপ্ত অধিকাংশ মানুহেই নিৰ্দ্দোষী।"

"তাৰ মানে?"

"মানে হ'ল নির্দ্দোষী শব্দই বিলুপ্তাই গৈছে। ধৰক এই মানুহজনীক দোষী সাব্যস্ত কৰা হৈছে, বিহ দি হত্যা কৰাৰ অপৰাধত। মই জানো তাই একেবাৰেই নিৰপৰাধী। এজন খেতিয়কৰ কথা মই কওঁ। তেওঁক অভিযুক্ত কৰা হৈছে একেই হত্যাৰ অপৰাধত ; অথচ মই জনাত সেই মানুহজন একেবাৰেই নির্দ্দোষী। মাক পুতেক এহালক অভিযুক্ত কৰা হৈছে ঘৰত অগ্নি সংযোগ কৰাৰ অপৰাধত। কিন্তু সঁচা কথা হ'ল, যি অভিযোগ কৰিছে, ঘৰত জুই লগালে তেওঁ নিজে।"

"কথা হ'ল, আদালতত ভুলত্ৰুটি হোৱা একো অসম্ভৱ নহয়। বৰং ভুলত্ৰুটি হয়েই আৰু ভৱিষ্যতেও হোৱা সম্ভৱ। মানুহে সৃষ্টি কৰা অনুষ্ঠান কেতিয়াও নিখুঁত নহয়।"

"এই বিলাকৰ বাদেও আৰু কিছুমান মানুহক অভিযুক্ত কাৰ দণ্ড দিয়া হয়, অথচ এই দণ্ডিত মানুহবিলাকৰ মতে আৰু যি সমাজত তেওঁলোক ডাঙৰ দীঘল হৈছে সেই সকলৰ মতে, এইবোৰ কোনো অপৰাধেই নহয়।"

"তুমি ক্ষমা কৰিবা, তুমি যিদৰে ভাবিছা আচলতে কথাটো তেনেকুৱা নহয়। সকলো চোৰেই জানে যে চুৰকৰা দোষণীয়। কোনেও চুৰ কৰা উচিত নহয়, ই নীতিবিৰুদ্ধ।" বাগ'জিনস্কায়ে ক'লে। ব্যঙ্গাৰ্থক হাঁহি মাৰি তেওঁ যি সুৰত কথাষাৰ ব্যক্ত কৰিলে, নেক্লিউদভৰ পেটেপেটে খং উঠিল।

"নহয়। প্ৰতি চোৰেই সেই কথা নেজানে। 'চুৰ নকৰিবা' বুলি সিহঁতক কোৱা হয়, সেই কথা সঁচা। কিন্তু বাস্তৱত সিহঁতে দেখে কি? কলকাৰখানাৰ মালিকৰ সিহঁতৰ প্ৰতি ব্যৱহাৰ কি? মালিকে সিহঁতক সদাই মজুৰি কম দি, পৰিশ্ৰমৰ কিছু অংশ চুৰ কৰে। চৰকাৰে লগায় নানান ধৰণৰ কৰ কাটল আৰু বিষয়া সকলে জবৰদস্তি এই কৰবোৰ আদায় কৰে। অন্যায়ভাৱে আদায় কৰা কৰ আৰু ডকাইতি একেই।"

"কিয়? তুমি যি অৰ্থত কৈছা সি হ'ল অৰাজকতা।" নেক্লিউদভৰ কথাৰ তাৎপৰ্য্য ব্যাখ্যা কৰি বাগ'জিনস্কীয়ে ক'লে।

"এই বিলাক কি বুলি কোৱা হব সেইকথা মই নেজানো। মই কেৱল কৈছো যে এনে ঘটনা ঘটি থাকে।" নেক্লিউদভে ক'লে, "যাক আমি চোৰ বুলি কওঁ সি দেখে কি? সি দেখে যে চৰকাৰে নিতৌ তাক ঠগিব লাগিছে। যিখিনি খেতিৰ মাটি ৰাইজৰ উমৈহতীয়া সম্পত্তি হোৱা উচিত আছিল, জমিদাৰে কেতিয়াবাই কৃষকক ঠগি সেইখিনি হাত কৰিলে। এতিয়া যদি কোনো কৃষকে সেই মাটিত থকা সকলুৱা গছৰ ডাল ছুটামান বুটলি আনে, তেন্তে সি হৈ পৰে

চোৰ আৰু আমি তাক কাৰাগাৰৰ আসামী কৰো। কিন্তু সি আমাৰ দৃষ্টিত চোৰ নহয়। বিবিলাক মানুহে তাক নিজৰ সম্পত্তিৰ পৰা বঞ্চিত কৰিলে সিহঁতহে আচল চোৰ। এইদৰে অন্যায় কৰি লোৱা সকলো সম্পত্তিখিনি তাৰ পৰিয়ালৰ স্বাৰ্থৰ কাৰণে উদ্ধাৰ কৰা নিশ্চয় তাৰ কৰ্তব্য।"

"মই তোমাৰ কথা একো বুজুজো আৰু বুজিলেও ৰাজি হ'ব নোৱাৰো। মাটি হ'ল এনেকুৱা বস্তু যি এজনৰ সম্পত্তি হ'বই লাগিব আৰু তুমি যদি ভাগা-ভাগি কৰিব খোজা তেন্তে .... .... ....।" বাগ'জিনস্কীয়ে মন্তব্য কৰিলে। তেওঁৰ বিশ্বাস হ'ল যে নেক্‌লিউদভ্ এজন ছুচিয়েলিষ্ট আৰু ছুচিয়েলিষ্টৰ দাবী হল যে মাটিবোৰ সকলো মানুহকে সমানে ভগাই দিব লাগে। এনেদৰে মাটি ভগোৱা যে এটা মূৰ্খামি, তাক তেওঁ সহজে প্ৰমাণ কৰিব পাৰে। "তুমি যদি সমানে ভগাই দিয়া তেন্তে কেইদিনমানৰ ভিতৰতে, সেই মাটি পুনৰ কোনো চালাক চতুৰ আৰু পৰিশ্ৰমী মানুহৰ হস্তগত হবই হব।"

"মাটি সমানে ভগাইদিয়া কথা কোনেও কোৱা নাই। আচল কথা মাটি ব্যক্তিগত সম্পত্তি হোৱা উচিত নহয়। মাটি কিনাবেচা বা খাজানাৰে লগোৱা নিষেধ হোৱা একান্ত প্ৰয়োজন।"

"সা-সম্পত্তি আহৰণ কৰা মানুহৰ জন্মগত স্বত্ব। ই মানুহৰ স্বভাৱ। যদি সম্পত্তিৰ ওপৰত মানুহৰ স্বত্বই নেথাকে তেন্তে মানুহে মাটি চাহ কৰি খেতি কৰিবলৈ যাবই বা কিয়? প্ৰেৰণাই বা থাকিব ক'ত? সম্পত্তিৰ ওপৰত থকা স্বত্ব ধ্বংস কৰা মানেই হ ল আমি বৰ্ব্বৰতালৈ উভতি যোৱা।" বাগ'জিনস্কীয়ে জোৰ দি ক'লে। জমিৰ ওপৰত ব্যক্তিগত স্বত্বৰ পক্ষে গতানুগতিক যুক্তিবোৰ তেওঁ অৱতাৰণা কৰিলে, তেওঁৰ মতে সেই যুক্তিবোৰ অখণ্ডনীয়। বাগ'জিনস্কীৰ দৃঢ় ধাৰণা যে মাটি পাবলৈ আৰু নিজৰ দখলত ৰাখিবলৈ মানুহৰ যেনে হাবিয়াস সেই কথাই প্ৰমাণ কৰে যে মানুহে মাটিৰ স্বত্ব অন্তৰেৰে সৈতে বিচাৰে।

আনহাতে জমিদাৰ জমিৰ মালিক হোৱাৰ কাৰণেই বহু মাটি পতিত হৈ থাকে। তেওঁলোকে নিজেও ভোগ কৰিব নোৱাৰে আৰু যি পাৰে তাকো নিদিয়ে। কিন্তু মাটি যদি উমৈহতীয়া হয়, তেতিয়া অনাবাদী হৈ এইদৰে কেতিয়াও পৰি নেথাকে।"

"কিন্তু দিমিত্ৰী ইভ'নাভচ্। তুমি যিদৰে কৈছা এইবোৰ পাগলামিৰ বাদে একো নহয়। বৰ্তমান সময়ত মাটিৰ মালিকানা উঠাই দিয়া সম্ভৱনে? এইবোৰ হৈছে তোমাৰ বাল্য-সুলভ মনোভাব। মই তোমাক খোলাখুলিকৈ এই কথা

কও।" বাগ'জিনকী মানুহজনৰ মুখ ক'লা পৰিল। তেওঁ উত্তেজনাত অধীৰ, মাত-ঠোকাঠুকি। বুজা যায় যে তেওঁ এই বিষয়টো অতি গুৰুত্ব সহকাৰে গ্ৰহণ কৰিছে। "মই তোমাক কওঁ যে বাস্তৱত প্ৰয়োগ কৰিবলৈ যোৱাৰ পূৰ্ব্বে তুমি এই কথাটো পুনৰ বিবেচনা কৰি চোৱা দৰকাৰ।"

"আপুনি মোৰ ব্যক্তিগত জমিজমাৰ কথা কৈছেনে কি ?"

"হয় তাৰেই কথা কৈছোঁ। মই ভাবোঁ যে আমাৰ এটা বিশেষ দায়িত্ব আছে। আমি যি পৰিস্থিতিত আছোঁ, তাৰপৰাই এই দায়িত্বৰ উদ্ভৱ আৰু সেই দায়িত্ব-পালন কৰা কৰ্ত্তব্য। আমি যি পৰিস্থিতিত জন্মলাভ কৰিছোঁ আৰু আমাৰ উপৰি পুৰুষসকলৰ পৰা উত্তৰাধিকাৰ সূত্ৰে যি সা-সুবিধা লাভ কৰিছোঁ, সেইবিলাক আমাৰ পুত্ৰ-পৌত্ৰাদিয়েও যাতে ভোগ কৰিব পাৰে, তাৰ প্ৰতি আমি লক্ষ্য ৰাখিব লাগিব।"

"মই ভাবোঁ ই মোৰ কৰ্ত্তব্য—।"

"মই যি কৈছোঁ তাৰবাবে মোক ক্ষমা কৰিবা। মই নিজৰ কাৰণে এইবোৰ কথা কোৱা নাই। মোৰ ল'ৰা-ছোৱালীৰ কাৰণেও কোৱা নাই। সিহঁতৰ ভৱিষ্যতৰ কাৰণে মই সকলো ঠিক ৰাখিছোঁ। মই যি আৰ্জ্জন কৰোঁ, তাৰেই মোৰ গোটেই পৰিয়াল সুখে-সন্তোষেৰে থাকিবলৈ যথেষ্ট। মোৰ ল'ৰা-ছোৱালীয়ে এইদৰে সুখে-সন্তোষেৰে দিন নিয়াব পাৰিব বুলি মোৰ বিশ্বাস। তুমি যি কৰিবলৈ গৈছা, তাত বাধা দিয়াত মোৰ কোনো ব্যক্তিগত স্বাৰ্থ নাই। কেৱল মই ক'ব খোজোঁ যে, তুমি বিষয়টো সুবিবেচনা কৰি চোৱা নাই। মই নীতিৰ ফালৰ পৰা তোমাৰ কাম কাজবোৰ সমৰ্থন কৰিব পৰা নাই। মই খুব ভালকৈ ভাবি চিন্তি চাবলৈ তোমাক কওঁ, তুমি পঢ়ি শুনিও চাব পাৰা—।"

"মোৰ কামবোৰ মোৰ ইচ্ছানুসাৰে হ'বলৈ দিয়ক। কি পঢ়া উচিত আৰু কি পঢ়া অনুচিত, সেইটো মোৰ বিবেচ্য।" নেক্লিউদভে ভিনিহিয়েকক ক'লে। কথাখিনি কওঁতে নেক্লিউদভৰ মুখ শেঁতা পৰিল। তেওঁ অনুভৱ কৰিলে যে তেওঁৰ হাতবোৰ ঠাণ্ডাত গোট মৰা যেন লাগিল, তেওঁ যেন নিজৰ ওপৰত কৰ্ত্তৃত্ব হেৰুৱাই পেলাইছে। তেওঁ ক্ষান্ত হ'ল আৰু চাহৰ কাপত মুখ দিলে।

## তেত্ৰিশ

"বাইদেউ! ভাগিন কিটাৰ ভালনে?" অলপ কাত হৈ নেক্‌লিউদভক সুধিলে।

বায়েকে ক'লে যে ল'ৰা-ছোৱালী হাল বৰ্ত্তমান বুঢ়ী আইতাকৰ লগত আছে। তেওঁ আনন্দেৰে জনাব খোজে যে বৰ্ত্তমান স্বামীৰ লগতো তেওঁৰ কোনো কন্দল নাই। সেইবোৰ অন্ত হ'ল। বায়েকে লগতে উল্লেখ কৰিলে যে সৰুকালত নেক্‌লিউদভে যেনেকৈ পুতলা দুটা খেলিছিল, সিহঁতেও সেই দৰেই খেলে। তেওঁ যিদৰে এটা পুতলাৰ নাম 'নিগ্ৰো' আৰু আনটোৰ নাম 'ফৰাচী মহিলা' দিছিল, সিহঁতেও তেনেকৈয়ে নাম দিছে।

চাঁহিমাৰি নেক্‌লিউদভে ক'লে, "সঁচাই সেইবোৰ কথা তোমাৰ এতিয়াও মনত আছে?"

"হঁ আছে, ভাগিনহঁতেও সেইদৰেই পুতলা খেলে।"

বিৰক্তিকৰ কথোপকথনবোৰ শেষ হ'ল। নাটালিয়া নীৰব। কিন্তু বিবিলাক কথা একমাত্ৰ ভায়েকেহে উপলব্ধি কৰিব পাৰে তেনেকুৱা কথাও স্বামীৰ আগত উলিয়াবলৈ তেওঁ সঙ্কোচ বোধ কৰে। তেওঁ অলপ বাহিৰা কথা উলিয়ালে। কেমেনেস্কীৰ মাকে একমাত্ৰ পুত্ৰ হেৰুৱাই শোকত জৰ্জ্জৰিত হোৱা কথা ক'লে। দ্বৈতযুদ্ধত কেমেনেস্কীয়ে প্ৰাণ হেৰুৱাৰ জল্পনা কল্পনা এতিয়া পিটাৰ্চবুৰ্গৰ সীমা পাৰহৈ মস্কো পাইছেহি। মস্কোবাসীৰ মুখে মুখে সেই একেই কথা।

বাগ'জিনস্কীৰ মতে এইদৰে দ্বৈতযুদ্ধত মানুহ হত্যা কৰা সাধাৰণ দণ্ডবিধিমতে দণ্ডনীয় হোৱা উচিত। এনেকুৱা হত্যাকাণ্ড সাধাৰণ আইনৰ গণ্ডীৰ বাহিৰে যথা কথা তেওঁ সমৰ্থন কৰিব নোৱাৰে।

নেকলিউদভে ভিনিহিয়েকৰ এই মন্তব্যৰ প্ৰতিবাদ কৰিলে। এই লৈ দুয়ো-জনৰ এটা নতুন বাক-বিতণ্ডা ঘটিল। কিন্তু পৰস্পৰে বিৰুদ্ধ মত গ্ৰহণ কৰাৰ কাৰণ কি কোনেও ব্যাখ্যা কৰা নাই। কেৱল প্ৰত্যেকেই নিজৰ মত আকোঁৰ-গজালি মাৰি ধৰি থাকি আনজনৰ মতক নিন্দা কৰে।

বাগ'জিনস্কীয়ে অনুভৱ কৰিলে যে নেক্‌লিউদভে তেওঁৰ মত গ্ৰহণ কৰিব নোখোজে। বৰং তেওঁৰ উপদেশবোৰৰ নিন্দাহে কৰিব খোজে আৰু তেওঁৰ মতৰ অসাৰতা প্ৰমাণ কৰিবলৈহে আগ্ৰহী।

আনহাতে নেকৃলিউদভৰ ব্যক্তিগত কামকাজ আৰু তেওঁৰ সা-সম্পত্তিৰ যি ব্যৱস্থা কৰিব খুজিছে তাত ভিনিহিয়েকে হস্তক্ষেপ কৰিব খোজাত তেওঁৰ খংহে উঠিল। (যদিও তেওঁ জানে যে তেওঁৰ অবিহনে তেওঁৰ বায়েক, ভিনিহিয়েক আৰু ভাগিনিয়েকহঁতেই উত্তৰাধিকাৰী আৰু আপত্তি কৰিব লগীয়া কাৰণো আছে।) তেওঁৰ খং উঠিল এই বুলি যে, যিবিলাক ব্যৱস্থা আৰু আইন কানুন তেওঁ নিঃসন্দেহে অন্যায় বুলি বিবেচনা কৰে, এই নীচমনা মানুহজনে সেই-বিলাকক ন্যায় আৰু উচিত বুলি বিশ্বাস কৰে।

"আইন-কানুনৰ কাম কি ?" নেকৃলিউদভে প্ৰশ্ন কৰিলে।

"আইনমতে এই দ্বৈতযুদ্ধকাৰী একজনক সাধাৰণ হত্যাকাৰীৰ দৰে দণ্ড দিয়া দৰকাৰ।"

নেকৃলিউদভৰ হাত দুখন পুনৰ ঠাণ্ডা হৈ আহিল।

"বুজিলোঁ, তাৰ পৰা হব কি ?" খঙেৰে নেকৃলিউদভে সুধিলে।

"সেইটোৱেই হব আচল ন্যায়।"

"যেন আইনৰ উদ্দেশ্য একমাত্ৰ ন্যায় কৰা ?" নেকৃলিউদভে ক'লে।

"যদি সেয়ে নহয়, তেন্তে আইনৰ উদ্দেশ্য কি ?"

"আইনৰ উদ্দেশ্য হ'ল, শ্ৰেণীস্বাৰ্থ সংৰক্ষিত কৰা। মোৰ মতেৰে আইন হ'ল, বৰ্তমান আমাৰ নিচিনা শ্ৰেণীটোৰ সুবিধাৰ্থে স্থিতাৱস্থা আৰু স্বাৰ্থ ৰক্ষা কৰাৰ যন্ত্ৰ বিশেষ।"

"ই এটা সম্পূৰ্ণ নতুন মত।" এটা মিচ্ হাঁহি মাৰি ৰাগ'জিনস্কীয়ে ক'লে। "কিন্তু আইনৰ উদ্দেশ্য সম্পূৰ্ণ বেলেগ বুলিয়েই সকলোৱে বিশ্বাস।"

"হয়, আইনৰ যি বেলেগ উদ্দেশ্য সি কাগজৰ পাততেই শেষ। বাস্তৱত ওলোটা আৰু মোৰ অভিজ্ঞতাইও তাকেই কয়। চলতি সমাজৰ বিধিব্যৱস্থা আৰু স্থিতাৱস্থা ৰক্ষা কৰাই আইনৰ কাম। যিবিলাক লোকে স্থিতাৱস্থাৰ সলনি বিচাৰে, বা সমাজক আগবঢ়াই নিব খোজে, এই আইন মতে তেওঁলোকৰ হয় ফাঁচি বা ভোগ কৰে নানান নিৰ্য্যাতন। তথাকথিত ৰাজনৈতিক নিৰ্য্যাতিত লোক সকল পৰে এই গণ্ডীৰ ভিতৰত, আনহাতে চোৰ, ডকাইত আৰু খুনী আদি মানুহবোৰ হল সমাজৰ সাধাৰণ লোকতকৈ নিম্নস্তৰৰ আৰু আইনৰ কবলত পৰি সিহঁতো হয় পীড়িত আৰু নিৰ্য্যাতিত।"

"তোমাৰ কথা মই সমৰ্থন কৰিব নোৱাৰো। প্ৰথম কথা, তুমি কোৱাৰ দৰে যিবিলাক লোকক ৰাজনৈতিক অপৰাধত দণ্ডিত কৰা হয়, সেই মানুহবোৰ সৰ্ব-

সাধাৰণ মানুহতকৈ উন্নত স্তৰৰ মানুহ বুলি মই নেভাবোঁ। বহু ক্ষেত্ৰত এই মানুহবোৰ সমাজৰ আবৰ্জনাহে। যিবিলাক মানুহক তুমি সৰ্ব্বসাধাৰণ মানুহতকৈ নিম্নস্তৰৰ আৰু দাগী বুলি আখ্যা দিছা, সেই মানুহবোৰৰ দৰে ইহঁতো বিপথগামী লোক।"

"কিন্তু মই এনে বহুত মানুহ লগ পাইছোঁ যিবিলাকৰ নীতিজ্ঞান বা নীতিবোধ তেওঁলোকক দণ্ড-দিয়া বিচাৰপতিসকলতকৈ বহু শ্ৰেষ্ঠ। মই লগ পোৱা বিশেষ ধৰ্ম্মগোষ্ঠীৰ মানুহবিলাকৰ নীতিবোধ কাৰোতকৈ হীন নহয়। তেওঁলোকে বিশ্বাস কৰা নীতিত দৃঢ়তাও বেছি—।"

বাগ'জিনস্কী অবশ্যে লোকৰ কথাত ভোল যোৱা মানুহ নহয়। তেওঁৰ কথাত বাধা দিয়াও তেওঁ ভাল নেপায়। নেক্‌লিউদভৰ কথাষৈ কোনো কাণষাৰ নিদি তেওঁ নিজৰ মতামত ব্যক্ত কৰিলে। তেওঁৰ কথা শুনি নেক্‌লিউদভৰ খং আৰু চৰিলহে।

"বৰ্ত্তমান সামাজিক ব্যৱস্থাক ৰক্ষা কৰা আইনৰ লক্ষ্য বুলি মই বিশ্বাস নকৰোঁ। আইনৰ উদ্দেশ্য হ'ল সংশোধন আৰু সংস্কাৰ কৰা—।"

"কাৰাগাৰ আৰু বন্দীশালত ধুনীয়া সংস্কাৰ হব লাগিছে!" নেক্‌লিউদভে ক'লে।

"নাইবা সিহঁতক আঁতৰোৱা হৈছে।" একেবাৰে বাগ'জিনস্কীয়ে ক'লে। "সমাজ উৎখাত কৰিব খোজা বিপথগামী আৰু নিষ্ঠুৰ মানুহবোৰক আঁতৰ কৰা হৈছে।"

"আচলতে সেইটো হোৱা নাই। তেনে ধৰণৰ একোকে কৰা নাই। ইয়াৰ এটাও সমাজে কৰিব পৰা ক্ষমতা নাই।"

'কিয় পৰা নাই? মই তোমাৰ কথাৰ একো অৰ্থ বুজি পোৱা নাই।" এটা কঠুৱা হাঁহি মাৰি বাগ'জিনস্কীয়ে ক'লে।

"পৌৰাণিক কালত দুই বিধৰ শাস্তি আছিল। এটা হ'ল দৈহিক আৰু আনটো হ'ল প্ৰাণদণ্ড। মই এই দুয়োধৰণৰ শাস্তিক ন্যায় সঙ্গত বুলি কৈছোঁ। কিন্তু কালক্ৰমত মানুহৰ ৰীতি নীতিবিলাক মানবধৰ্ম্মী হৈ পৰাত, এই শাস্তি-বিলাক অচল হৈ পৰিছে। মই এইবোৰৰ কথাই কৈছোঁ।"

"তোমাৰ মুখৰ পৰা এইবোৰ একেবাৰে নতুন আৰু আচৰিত কথা শুনাইছে যেন লাগিছে।"

"হয়, মই আচৰিত আৰু নতুন কথাই কৈছোঁ। কোনো মানুহে যদি যেয়া

কাম কৰে, ভৱিষ্যতে তেনে কাম নকৰিবৰ কাৰণে কোৱাই দিয়াই ভাল। তেনে শাস্তি দিয়া মই উচিত বুলি ভাবোঁ। সেইদৰে যি মানুহ সমাজৰ কাৰণে ক্ষতিকাৰক আৰু বিপজ্জনক সেই মানুহৰ মুণ্ডচ্ছেদ কৰাই মঙ্গল। মই ভাবোঁ এনেদৰে শাস্তি দিয়াৰ এটা অৰ্থ আছে আৰু সি বোধগম্য। কিন্তু বেয়া আদৰ্শত অভ্যস্ত হোৱা আৰু ব্যৱসায়শূন্য হৈ বিপথে যোৱা মানুহ এটাক জেলত দিয়াৰ মানে কি? ৰাজহুৱা ধন ব্যয় কৰি, (প্ৰতি মানুহৰ কাৰণে ৫০০ ৰুবলতকৈও অধিক) তুলাৰ পৰা ইৰ্‌খুটস্কলৈ লৈ যোৱাৰ অৰ্থ কি?"

"কিন্তু তুমি কোৱা কথা সত্য হ'লেও তাত এটা কথা আছে। ৰাজহুৱা ধন ব্যয় হোৱাৰ ফলতহে মানুহবোৰে স্থানান্তৰ আৰু কাৰাগাৰলৈ ভয় কৰিছে। নহ'লে তুমি, মই এইদৰে বহি থকাই অসম্ভৱ হ'লহেঁতেন।"

"কাৰাগাৰে আমাক নিৰাপত্তা দিয়া নাই আৰু দিবও নোৱাৰে। এই মানুহবোৰ কাৰাগাৰত সদায় বন্দী হৈও নৌথাকে। সিহঁতক পুনৰ মুক্তি দিয়া হয়। আনহাতে কাৰাগাৰত এই মানুহবোৰক আৰু অধিক অধঃপতনৰ মুখলৈ ঠেলি দিয়ে। ফলত সিহঁত আৰু বিপজ্জনক হৈ পৰে।"

"তুমি তেন্তে ক'ব খোজা যে কাৰাগাৰৰ প্ৰণালী উন্নত কৰি ইহঁতক সংশোধন কৰা প্ৰয়োজন?"

"কাৰাগাৰ উন্নত কৰা সম্ভৱ নহয়। কাৰাগাৰ উন্নত কৰিবলৈ হ'লে, বৰ্তমান আমাৰ শিক্ষাৰ খিতানত যিমান ধন ব্যয় কৰা হৈছে তেনেকুৱা আৰু এগুণ টকাৰ প্ৰয়োজন হ'ব। ফলত এই মেটমৰা কৰৰ ভাৰ ৰাইজেই বহন কৰিব লাগিব।"

"কিন্তু কাৰাগাৰৰ কিছু ত্ৰুটিবিচ্যুতি থকা মানে আইন বাতিল হৈ যোৱা বুজোৱাই।" নেক্‌লিউডভৰ কথালৈ কৰ্ণপাত নকৰি ৰাগ'জিনস্কীয়ে ক'লে।

নেক্‌লিউডভেও জোৰেৰে ক'লে, "এই ত্ৰুটিবিচ্যুতিবোৰৰ কোনো প্ৰতিকাৰ নাই।"

"তেনেহ'লে, তেনেহ'লে আমি কি সিহঁতক বধ কৰিব লাগিব, নাইবা এজন ৰাজনীতিজ্ঞ পুৰুষে কোৱাৰদৰে, সিহঁতৰ চকু কাঢ়ি পেলাব লাগিব?"

"হয় হয়। তেনেকুৱা কৰা নিষ্ঠুৰ হ'লেও কামত আহে। কিন্তু বৰ্তমান চলতি প্ৰথা হ'ল সম্পূৰ্ণ অত্যাচাৰী আৰু নিষ্ফল। অকল নিষ্ফলেই নহয়, নিৰ্বোধো। তথাকথিত অত্যাচাৰী আৰু অদ্ভুত কৌশলী বিধিবোৰৰ প্ৰয়োগত মানুহে যে কেনেকৈ সচেতন ভাবে অংশ গ্ৰহণ কৰিব পাৰে, তাক বুজাই কঠিন।"

বাগ'জিনস্কী মানুহজন ক'লা পৰিল। "কিন্তু এনেকুৱা কামেই মইতো কৰি আছোঁ।" তেওঁ ক'লে।

"সেইটো আপোনাৰ ব্যাপাৰ। আপুনি কৰিব পাৰে। কিন্তু মোৰ পক্ষে এইবোৰ বুজা সাধ্যাতীত।"

কঁপা কঁপা মাতেৰে বাগ'জিনস্কীয়ে ক'লে, "মই ভাবোঁতে বহু কথাই তুমি বুজিবলৈ বাকী।"

"মই এটা দুৰ্ভগীয়া ল'ৰাৰ কথা কওঁ। এই ল'ৰাটোক দণ্ড দিবৰ কাৰণে চৰকাৰী উকীলৰ কি যে প্ৰচেষ্টা! কিন্তু যেই কোনো সুস্থ মনোবৃত্তিৰ মানুহে সেই ল'ৰাটোৰ প্ৰতি সহানুভূতিশীল নহৈ নোৱাৰিলেহেঁতেন। এইদৰে নিৰৰ্থক আৰু নিষ্ঠুৰ কামবোৰ চলাই যোৱাই আদালতৰ কাম।".

"তেনে বুলি ভৱা হ'লে বিচাৰ বিভাগত মই কামেই নকৰিলোহেঁতেন।" থিয় হৈ বাগ'জিনস্কীয়ে ক'লে।

নেক্লিউদভে মন কৰিলে যে চশ্মাৰ আঁৰত ভিনিহিয়েকৰ চকুত কিবা এটা জিলিকি উঠিছে।

"চকুলোনে কি?" তেওঁ নিজে নিজে ভাবিলে। সঁচাই অভিমান ভঙ্গ হোৱাত ভিনিহিয়েকৰ চকুৰ পৰা চকুলো বৈছে। বাগ'জিনস্কীয়ে খিড়িকীৰ ওচৰলৈ গৈ, কমালখন জেপৰ পৰা উলিয়াই চশমাজোৰ মচি ল'লে আৰু পিছত চকুলোবোৰ মচি পেলালে।

তাৰ পিছত তেওঁ ঘূৰি আহি, চিগেৰেট হুঁপি নীৰৱে চ'ফাৰ ওপৰত বহি থাকিল।

বায়েক আৰু ভিনিহিয়েকক এই দৰে ক্ষুণ্ণ কৰি নেক্লিউদভৰ নিজৰো বেয়া লাগিল। বিশেষকৈ বেয়া লাগিল এই বুলি যে, তেওঁ পিছদিনাই বিদায় লৈ গুচি যাব বহু দূৰলৈ আৰু পুনৰ তেওঁলোকৰ লগত দেখা সাক্ষাৎ হোৱাৰ আশা একেবাৰে নাই।

এইদৰে খেলিমেলিৰ ভাৱত তেওঁলোকৰ পৰা বিদায় লৈ তেওঁ নিজ বাসস্থানলৈ ঘূৰিল।

"মই কোৱা কথা সকলো সঁচা হ'ব পাৰে। কিন্তু মই কথাখিনি ভাল ভাবেৰে নকলোঁ।".

## চৌত্ৰিশ

যিখন ৰেলগাড়ীত কয়দিবিলাকৰ প্ৰথম দলটো যোৱা কথা সেই গাড়ী তিনি বজাত মস্কোৰ পৰা এবাৰ কথা। এই দলটোৰ ভিতৰত মাচ্‌লভাও আছে। নেকৃলিউদভে ঠিক কৰিলে যে তেওঁ বাৰ বজাত জেল গেটত উপস্থিত থাকিব। তেওঁৰ উদ্দেশ্য হ'ল জেলৰ পৰা উলিয়াই অনা এই দলটোৰ লগে লগে তেওঁও ষ্টেচনলৈ যাব আৰু ৰেলখন এৰাৰ সময়ত তেওঁও উপস্থিত থাকিব।

আগদিনা ৰাতি, তেওঁৰ বস্তুবিলাক টোপোলা টোপোলকৈ বান্ধোতে আৰু কাকতপত্ৰবোৰ জাৰি জোকাৰি লুটিয়াই বগৰাই চাওঁতে তেওঁৰ ডায়েৰীৰ এই কথা ফাঁকি চকুত পৰিল। পিটাৰ্চবুৰ্গলৈ যোৱাৰ পূৰ্ব্বে, তেওঁ এই কথাখিনি টুকি থৈছিল।

"কাটুৎচাই মোৰ ত্যাগ স্বীকাৰ গ্ৰহণ কৰিবলৈ ৰাজী নহয়। তাই নিজেই ত্যাগৰ বলি হ'ব খোজে। তাই নিজকে তাৰ বাবে প্ৰস্তুত কৰিছে আৰু মষো কৰিছো। তাইৰ অন্তৰত যি পৰিবৰ্ত্তন ঘটিব লাগিছে, দেখি মই সন্তোষ পাইছোঁ। যদিও বিশ্বাস কৰিবলৈ টান, তথাপি মোৰ অনুমান তাই যেন জীৱন ফিৰাই পাইছে।" তাৰ পিছত তেওঁ আৰু পঢ়ি গ'ল। "যদিও মোৰ জীৱন কঠিন হৈ পৰিছে, তথাপি মই বেচ আনন্দিত। মই গম পালো যে আস্পতালত তাই গহিত ব্যৱহাৰ কৰিছে। এই কথাত মই অতিশয় দুঃখিত। অৱশ্যে ইমান দুঃখিত হম বুলি মই ভবাই নাছিলো। তাইৰ লগত কথা পাতিবলৈ মোৰ ঘিণ হে লাগিছিল। কিন্তু ততালিকে মোৰ মনত ভাব খেলালে যে যি কাৰণত তাইক মই ঘিণ কৰিবলৈ ওলাইছোঁ, তেনেকুৱা ঘৃণ্য কাম কতবাৰ মই নিজেই কৰিছোঁ। তেনে কামৰ কাৰণে মই নিজেও দোষী। ততালিকে মোৰ নিজৰ প্ৰতি ধিক্কাৰ আহিল। তাইৰ প্ৰতিও মোৰ পুতৌ হ'ল। মোৰ মন আকৌ প্ৰফুল্ল হৈ পৰিল। আমি যদি সময়মতে আমাৰ নিজৰ চকুৰ জ্যোতি বুজাত নিজেই সমৰ্থ হওঁ, তেন্তে আমি নিজেই কিমান দয়ালু হৈ পৰিম।" এইখিনি কথা পঢ়ি তেওঁ আকৌ লিখিলে, "আজি নাটালিয়াক লগ ধৰিবলৈ গৈছিলোঁ। নিজৰ আত্ম সন্তুষ্টিৰ ফলতেই মই নিৰ্দ্দয় হৈ পৰিলোঁ। ফলত মোৰ মনটো গধুৰ হৈ পৰিল। অৱশ্যে উপায়ো নাছিল। কালিৰ পৰা হয়তো নতুন জীৱন আৰম্ভ হব।

অতীতৰ প্ৰতি চিৰ বিদায়! বহু নতুন ভাৱ আহি হেন্দোলনি তুলিছে; কিন্তু সেইবিলাক মই আত লগাব পৰা নাই।

পিছদিন শুই উঠিয়েই, আগ দনা ভিনিহিয়েকৰ লগত অনৰ্থক তৰ্কবিতৰ্ক হোৱাৰ বাবে তেওঁৰ অনুশোচনা হ'ল।

"মই এইদৰে গুচি যাব নোৱাৰোঁ।" তেওঁ ভাবিলে। "মই তেওঁলোকৰ ওচৰলৈ গৈ এটা বুজাবুজি কৰি পেলোৱা উচিত।"

কিন্তু তেওঁ ঘৰীটোলৈ চাই দেখিলে যে তেওঁৰ সময়ৰ একেবাৰে নাটনি। তেওঁ খৰখেদাকৈ গৈ প্ৰথম কয়দি দলটো যাত্ৰা কৰাৰ সময়ত উপস্থিত হ'বই লাগিব। দেৰি কৰা উচিত নহয়। তেওঁ লৰালৰিকৈ যন্ত্ৰবস্তুবোৰ ঠিক কৰি কিছুমান চাকৰ এটাৰ হাতত ষ্টেচনলৈ দি পঠালে। ফিডছিয়াৰ স্বামী তাৰচো তেওঁৰ লগত যোৱাৰ কথা। গতিকেই তেও যোঁৰা গাঁৰী এখন ধৰি জেলৰ ফালে কোব ল'লে।

কয়দি দলটো যখন গাড়ীত যোৱাৰ কথা, সেই গাড়ী নেকলিউদভে যাব খোজা গাড়ীতকৈ দুঘণ্টাৰ আগতে এৰিব। গতিকেই নেকলিউদভে তেওঁৰ ঘৰৰ মালিকক পাওনা ভাৰা ততালিকে আদায় দি, সেই ঠাইৰ পৰা চিৰবিদায় ল'লে।

তেতিয়া জুলাই মাহ। অতিপাত গৰম। পৰি থকা শিল, ইটাৰ দেৱাল, আৰু ঘৰত ব্যৱহাৰ কৰা লোহা লক্কৰ আটাইবোৰ উত্তপ্ত। এই উত্তাপ বাতিও সাম কটা নাছিল। আনকি আকাশৰ বতাহ পৰ্য্যন্ত জুই ছাই যেন গৰম হৈছিল। কেতিয়াবা এছাটি বতাহ আহিলেও সি ঠাণ্ডা পেলাওক চাৰি গৰমহে বৃদ্ধি কৰিছিল আৰু বতাহৰ লগত, আহিছিল দমেদমে ধূলি, বালি, আৰু কিবাকিবি তেলৰ গেট গোন্ধ!

বাস্তাত চলাফুৰা কৰা মানুহ একেবাৰে পাতল। যি দুই এজন বাহিৰ ওলাইছিল, তেওঁলোকেও আলিৰ ওপৰত পৰি থকা, গছৰ ছাৰ তলে তলে, একলীয়া হৈ খোজ দিছিল। গাঁৱলীয়া মানুহ কিছুমানে, ভৰিত গছৰ ছালৰ জাঁদতি পিন্ধি, বাস্তা মেৰামতি কামত ব্যস্ত। বদৰ পোৰণিত সিহঁতৰ মুখবোৰ মেঘবৰ্ণ হৈ পৰিছিল। কিছুমান পুলিচে, ইউনিফৰ্ম্ম পিন্ধি, ককাঁলত একোটা বিভলভাৰ পিন্ধি, বিবৰ্ণ মুখেৰে, বাস্তাত ইফাল সিফাল কৰি খোজ চলাই আছিল। ট্ৰাম গাঁৰীবোৰে এই জুই ছাই বদতে টিনিঙা বজাই, পাৰ হৈ গৈ আছে।

মেক্লিঅ'ড্‌ লৈ যেতিয়া জেলগেট পালেগৈ তেতিয়াও কয়দি দলটোক হৈচনলৈ নিবলৈ সাজু কৰিব পৰা নাই। পুৰা চাবি বজাৰ পৰা তেতিয়ালৈকে জেল কৰ্তৃপক্ষই কয়দি দলটোক বৰ্মীয়া চিপাহী দলটোক চমজাই দিয়া কাম চলিয়েই আছিল; এই কয়দি দলটোত ৬২৩ জন পুৰুষ আৰু ৬৪ গৰাকী মহিলা আছিল। ৰেজিষ্ট্ৰী লিষ্টমতে, বৰ্মীয়া দলটোৱে কয়দিবিলাক গন্তি কৰি চমজি লৈছিল। দুৰ্ব্বল আৰু বেমাৰী মানুহবোৰক দলটোৰ পৰা বাছি বেলেগাই ৰাখিছিল।

এজন নতুন ইন্সপেক্টৰ, তেওঁৰ লগত দুজন সহকাৰী, এজন ডাক্তৰ, এজন ডাক্তৰৰ সহকাৰী, কনভয় দলটোৰ দায়িত্বত থকা অফিচাৰ আৰু তেওঁৰ কেৰেনী, আটাইবোৰ জেলৰ দেৱালৰ ছাঁত, টেবুল এখন পাৰি, ওচৰতে বহি, কয়দি বিলাকৰ গন্তি লৈছিল। কযদিবিলাকক এজন এজনকৈ মাতি, সিহঁতক কিছু প্ৰশ্ন কৰি, কথাবোৰ কাগজত টুকি লৈছিল।

ৰ'দ আহি ক্ৰমে টেবুলৰ ওচৰ পালেহি আৰু ৰৌদ্ৰ-তাপ ক্ৰমে বৃদ্ধি হ'ল। ওচৰতে কয়দিবোৰে জুম বান্ধি ধৰাত বতাহ আৰু গৰম হৈ পৰিল। অফিচাৰ বিলাকৰো গৰম অসহ্য লাগিল।

"হায় ভগ্‌বান্! ইহঁতৰ হিচাব লোৱা অন্তই নহবনে কি?" কনভয়ৰ দায়িত্বত থকা অফিচাৰজনে ক'লে। এই অফিচাৰজন ওখ, শকত আৰু মুখখন বঙা। তেওঁ চিগেৰেটে হুঁপি হুঁপি গোঁফকোচাৰ মাজেদি ধোঁৱা উকলাই আছে আৰু কেতিয়াবা চিগেৰেট দাঁতত টান দি কিছু ধোঁৱা পেটলৈ সুমাই দিয়ে।

"তোমালোকে মোৰ জান মাৰিবা যেন পাইছোঁ। ইমানবোৰ মানুহ ওলাল ক'ৰ পৰা? আৰু কিমান আছে?"

কেৰেনী জনে লিষ্টি খনলৈ চকু দিলে।

"মহিলাবিলাকৰ বাদে আৰু ২৪ জন পুৰুষ কয়দিৰ বিৱৰণ ল'বলৈ বাকী।"

পৰীক্ষা কৰি বিৱৰণ ল'বলৈ বাকী থকা কয়দিবোৰে ইটোৰ পিছত সিটোকৈ শাৰি পাতি, অসহ্য ৰদত তিনি ঘণ্টা ধৰি থিয় হৈ আছিল। কনভয় অফিচাৰ জনে ধমক্‌ দি চিঞৰ মাৰি ক'লে, "থিয় হৈ কি চাইচ। ওচৰ চাপি নাহ কিয়?"

জেলগেটৰ সমুখৰ চোতালত এইবোৰ কাণ্ড চলি থাকোঁতেই, কয়দিবিলাকৰ টোপোলা টুপলি আৰু বেমাৰী মানুহবোৰ কঢ়িয়াই নিবৰ কাৰণে দুবিধনমান গাড়ী আহি হাজিৰ হ'ল। একাষত জুম বান্ধি থিয় হৈ আছে কয়দিবিলাকৰ

সম্পৰ্কীয় বহুলোক। সুবিধা পালে কথা এবাৰ পাতিবৰ কাৰণে আৰু বন্ধ-বস্ত এটা গুজি দিবৰ কাৰণে অপেক্ষা কৰি আছে।

নেক্‌লিউদভো এওঁলোকৰ মাজতে থিয় হ'ল।

ডেওঁ প্ৰায় এঘণ্টামান থিয় হৈ থকাৰ পিছত ডেওঁৰ কাণত বাজি উঠিল, কয়দিবিলাকৰ ভৰিত লগাই থোৱা জিঞ্জিৰীৰ ঝন-ঝননি, মানুহ বিলাকৰ পদধ্বনি অফিচাৰৰ হুকুম আৰু মানুহ বোৰৰ গুণগুণনি।

প্ৰায় পাঁচ মিনিট এনেকুৱা আৱাজ উঠিল। এই পাঁচ মিনিটৰ ভিতৰত কিছুমান ৱাৰ্ডাৰ গেটৰ বাহিৰ ওলাল আৰু কিছুমান ভিতৰত সোমাল। অৱশেষত 'কমাণ্ড' দিয়া হল। এটা বৃহৎ আৱাজ কৰি জেলগেট খোল খালে। জিঞ্জিৰী বিলাকৰ আৱাজ বাঢ়ি গ'ল। কনভয়ৰ লগত যাব লগা চিপাহীবিলাক বাহিৰলৈ ওলাল, কান্ধত ৰাইফেল লৈ, বৃত্তাকাৰ হৈ সিহঁতে থিয় দিলে। এইটো হ'ল সাধাৰণতে অৱলম্বন কৰা কৌশল। তাৰ পিছত আকৌ এটা 'কমাণ্ড' দিয়া হ'ল। কয়দিবিলাকে দুজন দুজনকৈ শাৰি পাতি ওলাই আহিল, ভকলামূৰত ডাঙৰ কেকৰ আকৃতিৰ একোটা টুপী। কান্ধত একোটা বোজা, এহাতে কান্ধৰ বোজাটো ধৰি আৰু আনহাতে ভৰিৰ শিকলি ধৰি আগ বাঢ়িল।

প্ৰথমতে আহিল সশ্ৰম কাৰাদণ্ডত দণ্ডিত হোৱা কয়দি বিলাক। গাত একোটা হলৌ চোলা আৰু চোলাৰ পিঠিফালে একোটা মাৰ্কা মৰা আছে। সিহঁত আটাইবোৰকে একোটা ধূসৰবৰ্ণৰ লংপেণ্ট পিন্ধিবলৈ দিয়া হৈছে। এই মানুহ সোপাৰ ভিতৰত ডেকা, বুঢ়া, ক্ষীণোৱা, শকত, শেঁতা পৰা, বঙা ক'লা, গোঁফ থকা আৰু নথকা, ৰুচ্, তাতাৰ আৰু ইহুদি আদি নানা ধৰণৰ লোক আছে, সিহঁতে হাত আগলৈ মাৰি মাৰি আগ বাঢ়িল। দহখোজমান দিওঁতেই পুনৰ ৰ'বলৈ হুকুম পৰিল। খোজ দিওঁতে ভৰিৰ লোহাৰ শিকলিবিলাকৰ ঝনক্ ঝনক্ আৱাজ। কয়দি বিলাক চাৰি পাতি থিয় হ'ল। ইয়াৰ পিছত আহিল মূৰ খুৰোৱা এদল, সাজপাৰ পূৰ্ব্বৰ দলটোৰ দৰেই, ভৰিত শিকলি নাই। হাতত হেণ্ডকাফ্ লগোৱা আছে, ইহঁত নিৰ্ব্বাসন দণ্ড প্ৰাপ্ত। সিহঁতেও গহীনাই খোজ কাঢ়ি আহি শাৰি পাতি বৈ পৰিল। ইয়াৰ পিছত আহিল নিজৰ খেলে নিৰ্ব্বাসন দিয়া কয়দিৰ দলটো।

সেইদৰেই তিৰোতা মানুহবোৰো জেলৰ পৰা ওলাই আহিল। প্ৰথমতে সশ্ৰম দণ্ড প্ৰাপ্ত নাৰীসকল। এওঁলোকৰ সাজ পাৰত আছে মূৰত এখন কমাল, গাত ধূসৰ বৰ্ণৰ হলৌ চোলা। ইয়াৰ পিছত আহিল নিৰ্ব্বাসন দণ্ড প্ৰাপ্ত নাৰী

সকল আৰু অন্যান্য নাৰীবিলাকে স্ব-ইচ্ছাই দণ্ডিত স্বামী সকলৰ পদানুসৰণ কৰিবলৈ আহিছে। নিজৰ গাওঁ বা নগৰত যেনে সাজ পাৰ পৰিধান কৰে এওঁলোকৰ গাতো তেনে সাজ পাৰ। কিছুমানৰ কোলাত একোটা কেচুৱা।

এই নাৰীসকল অহাৰ লগে লগে আহিল এসোপা লৰা-ছোৱালী, সিহঁতে এই মাইকী মানুহ সোপাৰ মাজত সোমাই পৰিল।

পুৰুষ কয়দি নিজ নিজ ঠাইত নীৰৱে থিয় হৈ আছে। কেৱল মাজে মাজে একোটা কাহ, আৰু কেতিয়াবা সকসুৰা একোটা মন্তব্য শুনিবলৈ পোৱা যায়।

কিন্তু নাৰী কয়দীসকলৰ মাজত অবিৰাম কথা বতৰা চলিয়েই আছে। তেওঁলোকৰ মুখ বন্ধ নহয়।

নাৰী কয়েদীবিলাক ওলাই আহোঁতে, মাচ্‌লভা নেক্‌লিউদভৰ চকুত পৰা যেন ভাৱ হ'ল ; কিন্তু ততালিকে দলৰ মাজত হেৰাই পৰিল। কেৱল ধূসৰ বৰ্ণৰ কিছুমান প্ৰাণী তেওঁৰ চকুত পৰিছে। এই সমস্ত মানুহ স্ত্ৰী আৰু পুৰুষ আটাইবোৰ যেন মনুষ্য-গুণ-বিৰৰ্জ্জিত। তিৰোতা মানুহবোৰৰ পিঠিত একোটা বোজা আৰু কাষত একোটা কেচুৱা, সিহঁতে মটা মানুহবোৰৰ পিছতে থিয় হৈ আছে।

জেলৰ ভিতৰত সকলো কয়দিৰ গন্তি লোৱা হৈছিল যদিও, কনভয়ৰ দায়িত্বত থকা অফিচাৰজনে পুনৰ গন্তি ল'লে। লিষ্টত থকা নম্বৰ আৰু কয়দিবিলাকৰ গাত থকা নম্বৰ মিলাই চালে। কয়দিবিলাকৰ বহুতেই ঠাই সলাই থকাৰ কাৰণে, এই হিচাপ লওঁতে বহুপৰ লাগিল।

কনভয়ৰ লগত যাবলৈ অহা চিপাহীবিলাকে, কয়দিবিলাকক পিছৰ পৰা থেলি দি পুনৰ গন্তি কৰিলে। এইদৰে গন্তি লোৱা শেষ হ'লত কনভয়ৰ দায়িত্বত থকা বিষয়াজনে যাত্ৰাৰ আদেশ দিলে। লগে লগে কয়দিবিলাকৰ মাজত হুৰাহুৰি পৰিল। শাৰীৰিক ভাৱে দুৰ্ব্বল, মানুহবোৰ আৰু লৰা তিৰোতাবোৰ হুৰমুৰকৈ গাড়ীত উঠিবলৈ কোৰ ল'লে। গাৰীত টোপোলা টুপলিবোৰ দলিয়াই দি বেগা-বেগিকৈ গাড়ীত উঠিবলৈ ধৰিলে। কোলাৰ কেচুৱা কিছুমানৰ কান্দোন উঠিল। তথাপি কেচুৱালৈ আওকান কৰি তিৰোতা মানুহবোৰ গাড়ীত উঠি বহি পৰিল। কিছুমান লৰা ছোৱালীয়ে হাঁহি খিকিন্দালি কৰি গাড়ীৰ ওপৰত ঠাই দখল কৰিবলৈ খেলাখেলি লগালে। মনযাবি জুলুকা লাগি থকা কিছুমান কয়দিও গাড়ীত উঠিল।

কয়দিবিলাকৰ মাজৰ পৰা কিছুমানে যুবৰ টুপী হাতত লৈ, কনভয় অফিচাৰ জনৰ কাষ চাপি কিবা এটা অনুৰোধ কৰিলে। পিছত নেকলিউদভে জানিব পাৰিলে যে সিহঁতকো গাৰীত ঠাই দিবৰ কাৰণে অফিচাৰজনক ধৰিছিল। তেওঁ তেতিয়া লক্ষ্য কৰিছিল যে অফিচাৰজনে চিগেৰেটৰ ধোঁৱা উকৰাই আছে আৰু তেওঁ কয়দিবিলাকৰ কথালৈ অলপো কাণ দিয়া নাই। তেওঁ ছুটি হাতখন জোকাৰ মাৰি কয়দি এটাৰ নাকৰ ওচৰত থোৱা যেন দেখা গ'ল। অফিচাৰজনে তাক যেন ঘোঁচাহে মাৰিব খুজিছে।

"হোঁহ। গাড়ীত উঠিবলৈ লাগে? হেঃ গাড়ীত উঠিবলৈ লাগে। যা এতিয়াই। চিধা বাস্তা ধৰ।" এই বুলি চিঞঁৰ মাৰি বিষয়াজনে ক'লে। কেবল ভৰিত জিঞ্জিৰী লগোৱা বৃদ্ধ কয়দি এজনৰ অনুৰোধ ৰাখি গাড়ীত উঠিবলৈ দিয়া হ'ল। কিন্তু ভৰিত শিকলি লাগি থকাত, বৃদ্ধ'ই গাড়ীত উঠিব পৰা নাছিল। অৱশেষত মাইকী মানুহ এজনীয়ে দেখি হাতত ধৰি টানি গাড়ীত উঠাই দিলে।

তালি টোপোলাবোৰ গাড়ীত বোজাই দিয়া হৈ গ'ল। গাড়ীত উঠিবলৈ আদেশ পোৱা কয়দি বিলাকেও থেলি হেঁচি গাড়ীত বহি পৰিল। তাৰপিছত অফিচাৰজনে যুবৰ টুপীটো সোলোকাই তেওঁ তপা যুৰটো, কপালখন আৰু ওকোণ্ডা ৰঙা ডিঙিটোৰ ঘামবোৰ মচি, ঠেঙৰ ওপৰত ঠেঙ তুলি, গাঁড়ীত বহি পৰিল আৰু "মাৰ্চ্চ' বুলি হুকুম জাৰি কৰিলে।

চিপাহীবিলাকৰ ৰাইফেলবোৰ জনজনাই উঠিল। কয়দিবিলাকেও বিদায় দিবলৈ অহা তেওঁলোকৰ আপোন মানুহবোৰক, যুবৰ টুপী সোলোকাই বিদায় সম্ভাষণ জনালে। ওলোটাই ইবিলাক মানুহেও কিবা কিবি ক'লে। নাৰী কয়দীবিলাকৰ মাজত হুলস্থুল পৰিল।

ভৰিত জিঞ্জিৰী লগোৱা কয়দিৰ দলটো আগবাঢ়িল। সিহঁতৰ পদক্ষেপত ধূলি উৰি কুৰঁলীবদৰে হ'ল। এদল চিপাহীয়ে সিহঁতক ঘেৰাও কৰি লৈ গৈছে। এই দলটোৰ পিছতেই আছিল সশ্ৰম কাৰাদণ্ডে দণ্ডিত কয়দিৰ দলটো। ইহঁতৰ ভৰিতো জিঞ্জিৰী লগোৱা। তাৰপিছত নিৰ্ব্বাসন দণ্ড প্ৰাপ্ত কয়দিদল আৰু বিশেষ ধৰ্ম্মগোষ্ঠীৰ লোকসকলে সমাজচ্যুত কৰা লোকসকল। এওঁলোকক হুজন হুজনকৈ সাঙুৰি হাতকেৰী দি লৈ গৈছিল। শেষত আছিল নাৰী কয়দী বিলাক। খোজ কাঢ়িব নোৱাৰা, ৰোগগ্ৰস্ত, হুৰ্ব্বল, বৃদ্ধ, নাৰী আৰু শিশুবিলাকক গাড়ীবোৰে পিছে পিছে কঢ়িয়াই নিছিল।

এগৰাকী নাৰীয়ে এখন গাড়ীত বহাওবাৰে কান্দি গৈ আছে।

## পঁয়ত্ৰিশ

আনি নিচিগা এই যাত্ৰীদল। পিছৰ মানুহে দলটোৰ আগভাগ নেদেখা হ'ল। শেষৰ গাড়ীখন এবাৰ লগে লগে নেকৃলিউদভেও তেওঁলৈ অপেক্ষা কৰি থকা গাঁৰীখনত জাপ মাৰি উঠিল। তেওঁ কচোৱানক গাঁৰীখন কোবেৰে খেদাই কয়দি দলটোৰ আগলৈ নিবলৈ হুকুম দিলে। তেওঁৰ উদ্দেশ্য হ'ল গাড়ীখন আগলৈ নিওঁতে কয়দিবিলাকৰ মাজত তেওঁৰ চিনাকী কাৰোবাক দেখা পাইনে কি। নাৰী কয়দিবিলাকৰ মাজত মাচ্‌লভাকে লক্ষ্য কৰা আৰু তেওঁ পঠোৱা বস্তুখিনি পাইছেনে নাই তাৰো খবৰ লোৱা তেওঁৰ অন্যতম উদ্দেশ্য।

দিনটো আছিল অতিশয় গৰম। বতাহৰ লেশ মাত্ৰও নাই। ৰাস্তাইদি যোৱা হেজাৰ মানুহৰ পদক্ষেপে ধূলিবোৰ উৰুৱাই ডায়ৰবদৰে মানুহৰ মুৰৰ ওপৰত ছাঁতি ধৰিছিল। কয়দি দলটোৱে কোবেৰে খোজ দিলে। নেকলিউদভৰ ঘোঁৰাগাড়ীখনেও ধীৰে ধীৰে আগ বাঢ়িল। শাৰীয়ে শাৰীয়ে মানুহ নেকলিউদভৰ চকুত পৰিল হয়, কিন্তু তেওঁ কাকো চিনি নেপালে।

ক্ৰমে দলটো আৰু আগবাঢ়িল। খোজত খোজ মিলাই মানুহবোৰ গৈ আছে। সিহঁতে যেন দম ব্যথিবৰ কাৰণেহে হাতবোৰ জোকাৰি গৈছে। নেকৃলিউদভৰ চকুত পৰিল বহুত মানুহ। সিহঁতৰ চেহেৰা যেন একেই। তেওঁৰ ধাৰণা হ'ল যে এই আচৰিত আৰু অস্বাভাৱিক অৱস্থাত পৰি মানুহবোৰ যেন অদ্ভুত প্ৰাণীত পৰিণত হৈছে। সিহঁতৰ যেন মনুষ্যত্ব লুপ্তপ্ৰায়। দণ্ডিত হোৱা কয়দিবিলাকৰ মাজত হত্যাকাৰী কিয়দৰভক, খুহুটীয়া কথা কোৱা আৰু নিৰ্ব্বাসিত হোৱা ওথ'টানক আৰু ভাগৰত ক্লান্ত হৈ সহায় ভিক্ষা কৰা এজন কয়দিক দেখি, তেওঁৰ এই ধাৰণা আৰু বদ্ধমূল হ'ল। এই ভদ্ৰলোক আৰোহী জনৰ গাড়ীখন পাৰ হৈ যাওঁতে, প্ৰতিজন কয়দিৰেই দৃষ্টি আকৰ্ষণ কৰিছিল। কিয়দৰভে নেকৃলিউদভক দেখি মূৰ ছুপিয়াই আৰু ওথ'টানে চকুৰ টিপাৰে ইঙ্গিত দিলে, কিন্তু আইনত অপৰাধী হ'ব বুলি কোনেও অৱনত মস্তকে সম্ভাষণ নজনালে।

যোঁৱা গাড়ীখন নাৰী কয়দিবিলাকৰ ওচৰ পালত, নেকলিউদভে তভালিকে মাচ্‌লভাক চিনি পালে। তাই আছিল দ্বিতীয় শাৰিত।

প্ৰথম শাৰিত আছিল কুৰুপাকাৰ ক'লা চকুজৰিৰে সৈতে বাউলি মানুহজনী খুৰ'চভকা। হলো চোলাটো ককালত টঙালীৰে বন্ধা। তাইৰ পিছত আছে অতি কষ্টেৰে খোজ কাঢ়ি যোৱা এগৰাকী গৰ্ভৱতী নাৰী। তৃতীয় মানুহজনীয়েই মাচ্‌লভা। তাইৰ নিজৰ বস্তুখিনি টোপোলা বান্ধি কান্ধত পেলাই লৈ গৈছে। মুখৰ চেহেৰা শান্ত অথচ মনোবলেৰে বলীয়ান। তাই ককাল পোনাই খোজদি গৈ আছে। মাচ্‌লভাৰ পিছত আছে এগৰাকী সুন্দৰী গাভৰু। গাত ছুটি হলো চোলা এটা পিন্ধি গহীনাই খোজ দিছে। কৃষক গৃহিনীৰ অনুকৰণত মূৰত এখন কমাল বন্ধা আছে। এওঁৱেই ফিড'ছিয়া।

নেকলিউদভে যোঁৱা গাৰীৰ পৰা নামি নাৰী কয়দিসকলৰ কালে আগবাঢ়ি গ'ল। তেওঁৰ মতলব, তেওঁ পঠোৱা বস্তুখিনি মাচ্‌লভাই পালেনে নাই জানি লোৱা আৰু তাইৰ মনোভাৱ কেনেকুৱা হৈছে লক্ষ্য কৰা, কিন্তু কয়দি দলটোৰ দায়িত্ব থকা চাৰ্জ্জেণ্টজনে তেওঁৰ ফালে বেগাবেগিকৈ গৈ চিঞঁৰ মাৰি ক'লে "মহাশয়, আপুনি কয়দিবিলাকৰ কাষ চাপি নাহিব। এনে কাম বে-আইনী।"

কিন্তু ওচৰ পাই চাৰ্জ্জেণ্টজনে নেকলিউদভক চিনি পাই, তেওঁৰ সমুখত থমকি ৰৈ, মূৰৰ টুপীৰ ওপৰলৈ আঙুলি দাঙি ক'লে, চাৰ এতিয়া নহয়। আমি ৰেলষ্টেচন পোৱালৈকে অপেক্ষা কৰক। বাটত কথা পতা নিষেধ। হেই! কোনো পিছ পৰি নেযাবি। আগলৈ যা। এই বুলি চাৰ্জ্জেণ্টে চিঞঁৰি মাৰি, পুনৰ আগৰ ঠাইলৈ উভতি গ'ল।

নেকলিউদভেও উভতি গৈ কচোৱান্ জনক তেওঁৰ গাড়ীখন পিছে পিছে আনিবলৈ ক'লে আৰু তেওঁ নিজে খোজ কাঢ়ি যাবলৈ ধৰিলে, যাতে নাৰী কয়দি দলটো তেওঁৰ চকুৰ অগোচৰ নহয়।

এই কয়দিৰ কনভয়টোৱে বাটত গৈ থাকোতে বহুলোকৰ ত্ৰাস আৰু কৰুণাৰ উদ্ৰেক কৰিছিল। কাৰেদি পাৰ হৈ যোৱা যোঁৱা গাড়ীৰ যাত্ৰীবিলাক গাড়ীৰ পৰা ভিঙিমেলি কয়দিবিলাকলৈ চাই গৈছিল। এই অযন্ত আৰু আচৰিত দৃশ্যই পথচাৰী সকলক সন্ত্ৰস্ত কৰি তুলিছিল। কিছুমান মানুহে কাষ চাপি পইচা পাতিও দি গৈছিল। কিছুমানে আপোন পাহৰি কয়দিবিলাকৰ পিছে পিছে গৈ আছিল। আলিৰ কাষৰ বহু মানুহে ঘৰৰ পৰা ওলাই ভয়ত লাগি

এই কয়দিৰ সমদলটোলৈ চাই আছিল। আনকো চাবলৈ আহ্বান জনাইছিল। এই ভয়াবহ দৃশ্য দেখি মানুহবোৰ আচৰিত হৈছিল। চাৰি আলিত এখন ধুনীয়া ঘোঁৰা গাড়ী আহি পাৰ হব নোৱাৰি অপেক্ষা কৰিবলৈ বাধ্য হ'ল। এই গাড়ীখনত আহিছিল এহাল নৱ-বিবাহিতা স্বামী-স্ত্রী। গাড়ীৰ ভিতৰত ঘোঁৰাকিটাৰ ফালে মুখ কৰি বহি আছিল আৰু বিপৰীত ফালে বহিছিল লৰা ছোৱালী এহাল।

মানুহজনে সময়মতে সুবিধা পাওঁতেই, দলটো আহি পোৱাৰ আগতে, ঘোঁৰা গাড়ীখন পাৰ কৰি লৈ নিয়াৰ বাবে কচোৱানটোক দপ দপাই উঠিল। তেওঁ চকুকিটা আধা মুদি, ধূলি আৰু ৰ'দৰ পৰা ৰক্ষা পৰিবৰ কাৰণে, মুখৰ আগত চিল্কৰ কাপোৰৰ ছাতিটো মেলি ধৰিলে।

এই অন্যায় গালাগালি শুনি কচোৱানটোৰো খং উঠিল, কিয়নো এই ৰাস্তাইদি আহিবলৈ সেই ভদ্রলোকেই হুকুম দিছিল।

এই ঐশ্বর্য্যশালী ভদ্রলোকজনৰ গাড়ীখন দেখি, পুলিচ বিষয়াজনৰ অন্তৰৰ পৰাই ইচ্ছা হৈছিল, কয়দি দলটোক অলপ ৰখাই দিবনে কি? কিন্তু এনেহেন এজন ধনী আৰু অভিজাত লোক দেখিও, শোভাযাত্রাৰ এই বিকট গাম্ভীর্য্য ভঙ্গ কৰিবলৈ মন নগ'ল। গতিকেই কয়দিৰ সমদলটো পাৰ হৈ নোযোৱালৈকে ঘোঁৰা গাড়ীখন ৰবলৈ বাধ্য হ'ল।

ভদ্রলোকজন আৰু তেওঁৰ স্ত্রী উভয়ে, এই সমদলৰ অদ্ভুত প্রকৃতিৰ মানুহ বোৰনো কি তাৰ তাৎপর্য্য লৰা-ছোৱালী হালক অলপো বুজাই নিদিলে। সিহঁতে এই ভয়াবহ শোভাযাত্রাৰ মানুহবোৰৰ প্রকৃত স্বৰূপ সম্পর্কে নিজে নিজেই অর্থ বিচাৰি উলিয়ালে। 'সৰু ছোৱালীজনীয়ে মাক বাপেকৰ ভাৱ ভঙ্গি দেখি ইয়াকে বুজিলে যে ইহঁত অন্য এক শ্রেণীৰ মানুহ। এই মানুহবোৰ সিহঁতৰ মাক বাপেকৰ নিচিনা নহয়। ইহঁত এক শ্রেণীৰ নীচ মানুহ আৰু ইহঁতে এনে ব্যৱহাৰ পাবৰেই যোগ্য। গতিকে ছোৱালীজনীয়ে ভয় খোৱাৰ বাহিৰে, তাইৰ অন্য ভাৱৰ উদ্রেক নহ'ল। সমদলটো অদৃশ্য হ'লত তাই পেটে পেটে ভালেই পালে। কিন্তু সৰু লৰাটোৱে একেবাহে থৰ লাগি সমদলটোলৈ চাই আছিল। লৰাটোৱে এই মানুহবোৰৰ সম্পর্কে বেলেগ ধাৰণা কৰিলে। তাৰ ভাৱ হ'ল যে এই মানুহবোৰো একে ঈশ্বৰৰে সৃষ্টি। এই বিষয়ে তাৰ অলপো সন্দেহ নাই। এই মানুহবোৰো তাৰ নিচিনাই মানুহ। মানুহ হিচাবে ইহঁতৰ লগত অন্য মানুহৰ কোনো তফাত নাই। গতিকেই কোনো লোকে ইহঁতক ভয়ঙ্কৰ

অন্যায় কৰিছে। এনে অন্যায় কৰা কেতিয়াও উচিত হোৱা নাই। সি মনত দুখ পালে। এইদৰে যুৱ একলা কৰি চুলি কটা আৰু শিকলিৰে বন্ধা মানুহবোৰ দেখি আৰু যিবোৰ মানুহে এইদৰে চুলি একলা কৰি শিকলি লগাই ইহঁতক বান্ধিছে, এই দুয়ো শ্ৰেণীৰ মানুহৰ প্ৰতি তাৰ ভয় লাগিল। তাৰ ওঁঠত পানী নাইকিয়া হ'ল। সি যেন কান্দি পেলাব। কিন্তু এনেকুৱা কথাত কান্দি পেলোৱাও লাজৰ কথা হব। এই ভাবি সি কথমপিহে নকন্দাকৈ থাকিল।

## ছত্ৰিশ

কয়দি দলটোৰ লগে লগে নেকলিউদভেও বেগদি গৈ আছিল। তেওঁ গাত পিন্ধা কাপোৰ কানিবোৰ লঘু ধৰণৰ হোৱা সত্বেও তেওঁ বেচ গৰম অনুভৱ কৰিবলৈ ধৰিলে। গাৰ পৰা ঘাম বৈ গ'ল। তাতে ধূলি যাকতিৰে দূষিত বতাহৰ মাজত তেওঁৰ যেন উশাহেই বন্ধ হয় হয়।

দুই ফাৰ্লং মান খোজ কাঢ়িয়েই তেওঁ পুনৰ ঘোঁৰা গাড়ীখনত উঠি বহিল। কিন্তু ৰাস্তাৰ মাজেদি যাওঁতে তেওঁ গৰম বেছিহে অনুভৱ কৰিলে, যোৱাবাৰ তেওঁ ভিনেহিয়েকৰ লগত হোৱা তৰ্ক বিতৰ্কৰ কথা মনত পৰিল। কিন্তু পুৱা বেলা সেই কথাই তেওঁৰ মনত যেনে উত্তেজনা সৃষ্টি কৰিছিল, এতিয়া আৰু সেই উত্তেজনা নাই। কয়দি দলটোৰ যাত্ৰাৰ লগে লগে আৰু অসহ্য গৰমে সেইবোৰ কথা একেবাৰে তলপেলাই দিলে।

গৰমত কিবা এটা পনীয়া বস্তু খাবলৈ নেকলিউদভৰ অত্যন্ত ইচ্ছা গ'ল। কচোঁৱানটোক সুধিলে, "ক'ৰবাত পানী দুনি এটোপা খাই ল'ব নোৱাৰিলে?"

"ব'লক। ওচৰতে ভাল ঠাই আছে। আমি সৌ ঘৰটোলৈকে যাওঁ।" এই বুলি কচোঁৱানে এখন ডাঙৰ বিজ্ঞাপন লগোৱা একাষৰ ঘৰ এটালৈ গাড়ী খেদাই দিলে।

দোকানখনৰ কাউণ্টাৰৰ কাষতে কামিজ পিন্ধা ভেবেহা মানুহ এজন থিয় হৈ আছিল। ধৱলবৰ্ণৰ সাজপাৰ পিন্ধা পৰিচাৰক কিজনে টেবুলৰ কাষত বহি আছিল আৰু নেকলিউদভৰ নিচিনা এজন গ্ৰাহক দেখি সিহঁতে শোধপোচ কৰিবলৈ থিয় হ'ল। এই দোকানলৈ আগে পিছে এনেকুৱা গ্ৰাহকৰ সমাগম

হোৱা নাছিল। নেকৃলিউদভে খিড়ীকিৰ কাষত থকা চকী এখনত বহি, দ্ৰৌদা এবটল ভাণ্ডি দিবলৈ আদেশ দিলে।

*  *  *  *  *  *

এইদৰে বহি থাকোতেই পুনৰ আগদিনা ভিনেহিয়েকৰ লগত হোৱা তৰ্ক বিতৰ্কৰ কথা তেওঁৰ মনত পৰিল। বায়েক ভিনেহিয়েকক পুনৰ লগ পাবলৈ তেওঁৰ যি ইচ্ছা হৈছিল সেই কথাও মনলৈ আহিল।

"বেল এবাৰ আগতে চিঠিপত্ৰ লিখিবলৈ সময় পোৱাৰ কোনো আশা নাই। গতিকেই এতিয়াই চিঠি এখন লিখি পেলোৱাই ভাল।" নেকৃলিউদভে ভাবিলে। তেওঁ কাগজ এটুকুৰা, ষ্ট্যাম্প এটা আৰু লেফাফা এটা দিবৰ কাৰণে পৰিচাৰক এজনক অদেশ দিলে।

তাৰ পিছত অলপ পানীতুনী খাই তেওঁ ভাবিলে, "বাৰু লিখিমনো কি?" তেওঁৰ মনৰ কোনো স্থিৰতা নাই। ফলত তেওঁৰ আৰু চিঠি লিখা নহ'ল।

"মৰমৰ নাটালীয়া! যোৱা কালি ভিনিদেউৰ লগত হোৱা কথা বতৰাবোৰে মোৰ মনত উগুল থুগুল লগাই আছে।" তেওঁৰ চিঠিখন আৰম্ভ কৰিলে। ........."তেনে হ'লে কি হ'ব? মোৰ কঠোৰ মন্তব্যৰ বাবে তেখেতৰ ওচৰত ক্ষমাহে বিচাৰিছোঁ। কিন্তু মই যি উচিত বুজিছিলো, মাত্ৰ তাকেহে ব্যক্ত কৰিছিলোঁ। মই সেইবোৰ কথা ধৰি থকাত নাই। তাবোপৰি তেখেতে মোৰ ব্যক্তিগত কথাত......নহয় মই সেইদৰে নোৱাৰিম।" তেওঁৰ ভিনিহিয়েকৰ প্ৰতি পুনৰ ঘৃণা জাগি উঠিল। তেওঁৰ ভাব হ'ল ভিনিহিয়েক যেন একোৱেই নহয়। এই অসম্পূৰ্ণ পত্ৰখন তেওঁ জাপি জুপি জেপত ভৰাই থলে। তাৰ পিছত দোকানীক পাওনা আদায় দি, পুনৰ কয়দি দলটো লগ ধৰিবলৈ গাড়ীত উঠি যাত্ৰা কৰিলে।

গৰম আৰু বাঢ়ি গ'ল। বাটত থকা শিল আৰু ঘৰৰ দেৱালবোৰ যেন ভাউ ভোৱাই উঠিছে। পকা ৰাস্তাটো জুই যেন তপত হৈ পৰিল। ভৰি দিবই নোৱাৰি যোঁৱা গাড়ীৰ মাডগাৰ্ডখন চুলেই জুইয়ে পোৰা যেন লাগে।

খোজ দিয়াৰ পৰাই ধৰিব পাৰি, ঘোঁৰাটোও গৰমত ক্লান্ত হ'ল। সি গতানুগতিক ভাৱত খোজ চলাই গৈছে। কচোঁৱানটোৰ কলা ধুমতি। নেকৃলিউদভে শূন্য মনেৰে হৈ, আগলৈ দৃষ্টি নিক্ষেপ কৰি গৈ আছে।

এটা ডাঙৰ ঘৰৰ সমুখত ৰাস্তাৰ কাষত এটা মলা আছে। ৰাস্তাটো,

নলাটোৰ কাষে হেলনীয়া হৈ গৈছে। এই ঠাইত কিছুমান মানুহে জুম বান্ধি থিয় হৈ আছে। ওচৰতে কনভয়ৰ চিপাহী এজন দণ্ডায়মান।

নেকলিউদভে গাড়ীখন থমাবলৈ চালকজনক আদেশ দিলে। কাষেদি যোৱা বগুৱা এজনক তেওঁ প্ৰশ্ন কৰিলে, "ইয়াত কি হৈছে ?"

"কয়দি এটাৰ কিবা হ'ল।"

নেকলিউদভে গাড়ীৰ পৰা নামি জুমটোৰ কাষ চাপিল। পকা নলাটোৰ কাষৰ শিলৰ ওপৰতে ওপৰলৈ মুখ কৰি কয়দিটো দীঘল দি পৰি আছে, মানুহটো দেখাত বয়সস্থ। গাত এটা জলহু ছোলা আৰু পাইজামা পিন্ধা। বুকুখন বহল। গোঁফবোৰ ৰঙা। নাকটো চেপেতা। মুখখন লাল। হাত কিখন মেল খাই আছে। ৰঙা চকু জুৰিৰে সি যেন আকাশলৈ চাই আছে। বহুতপৰৰ মূৰত মাজে মাজে একোটা দীঘল উশাহ লয়। অসহ্য বেদনাত মানুহটোৱে ছটফটাই আছে। ওচৰতে থিয় হৈ আছে এটা পুলিচ আৰু এজন কেৰেনী, পোষ্ট অফিচৰ পীয়ন এটা, সৰু মেম-ছাতি লোৱা বুঢ়ী এগৰাকী আৰু হাতত খালি পাচি এটা লৈ সৰু লৰা এটা।

"ইহঁত একেবাৰে দুৰ্ব্বল। জেলৰ চাৰি দেৱালৰ মাজত থাকি, ইহঁত একেবাৰে শক্তিহীন হৈ পৰিছে। তাৰ পিছত এই হেন টিকা ফটা ৰদত মানুহ সোপা খেদাই আনিছে।" কেৰেনীজনে নেকলিউদভক দেখি মন্তব্য কৰিলে।

"বোধ হয় এওঁ আৰু বচাৰ আশা নাই।" মেম-ছাতি লোৱা বুঢ়ী গৰাকীয়ে ক'লে।

"ডিঙিৰ বুটাম খুলি দিয়া।" পীয়ন জনে ক'লে।

পুলিচজনে মোটোহা আঙুলেৰে খপ্‌জপাই ডিঙিৰ চোলা বান্ধি থোৱা বছি·বিলাক সোলোকাবলৈ লাগিল। সি কিংকৰ্ত্তব্য বিমোৰ হৈছিল। মনত উত্তেজনা। তথাপি জুম বান্ধি থকা মানুহবোৰক ধমক দি ক'লে, "হেঁা, তোমালোকে কিয় হিঁচ মাৰি ধৰিছা ? আঁতৰ হোঁৱা। অলপ বতাহ আহিবলৈ দিয়া।"

"কয়দি বিলাক ডাক্তৰে পৰীক্ষা কৰি চোৱা উচিত আছিল আৰু দুৰ্ব্বল বিলাক আনিবই নেলাগিছিল দেখা যায়, এই হেন আধামৰা মানুহটো লৈ অহা হৈছে।" আইন জনাৰ ভাও ধৰি, কেৰেনীজনে মন্তব্য কৰিলে।

পুলিচজনে ডিঙিৰ বছিবোৰ খুলি থিয়হৈ চকু পকাই ক'লে, "তোমালোকক

লাগে কি? আঁতৰ হোঁৱা। এইবোৰ তোমালোকৰ কাম নহয়। ইয়াত কি চাবলৈ আহিছা?" সি কথাখিনি কৈ সহানুভূতিৰ আশাৰে নেকৃলিউদ্দভৰ ফালে চালে, কিন্তু নেকৃলিউদভৰ চেহেৰা দেখি একো আশা নকৰি, পুনৰ কনভয়ৰ সৈনিকজনৰ ফালে লক্ষ্য কৰিলে।

সৈনিকজনে একাষৰীয় হৈ তেওঁ বুট এপাতৰ গোৰোহাটো চাই আছে। পুলিচজনৰ আহ্বকাললৈ তেওঁ কোনো কাণষাৰেই নিদিলে।

"যাৰ দায়িত্ব আছে তেওঁলোক বে-পৰোৱাই এইদৰে মানুহ মাৰিবলৈ এৰি দিয়া উচিত হৈছেনে? কয়দি হ'ব পাৰে, তথাপি তেওঁ মানুহ।" জুম বান্ধি থকা মানুহবোৰে কোৱা কুই কৰিলে।

"হেৰা! মানুহটোৰ মূৰটো ডাঙি অলপ পানী দিয়া।" নেকৃলিউদভে ক'লে।

"পানী আনিবলৈ পঠাইছোঁ।" পুলিচজনে ক'লে। সি দুয়োহাতে ধৰি মানুহটো ডাঙি দিলে।

এনেতে এজন পুলিচ বিষয়া আহি উপস্থিত। তেওঁৰ গাত এটা বেচ্ পৰিষ্কাৰ জেকেট। দেখাত জকমকাই থকা। ভৰতি থকা বুটজোৰা বেচ্ চিকমিকাই আছে। তেওঁ ক্ষমতাধিষ্ঠ বিষয়াৰ সুৰত ক'লে, "হেঁা, তোমালোকে এইদৰে জুম বন্ধাৰ প্ৰয়োজন কি? কি লাগে তোমালোকক? আঁতৰি যোৱা। এইদৰে থিয় হৈ থকাৰ কোনো আৱশ্যক নাই।" মানুহবোৰে কিয় গোট খাইছে সেই কথাৰ তু-ভতং নোশোধাকৈয়ে তেওঁ গোজৰণি মাৰিলে।

পুলিচ বিষয়াজনে ওচৰ চাপি আহি কয়দিটো পৰি থকা দেখি 'হেঁা, বুলি মূৰ দুপিয়ালে। তেওঁ এনে ভাৱভঙ্গি দেখুৱালে যে এনে ঘটনা ঘটিব বুলি তেওঁ যেন আগৰ পৰাই জানে। পুলিচজনৰ ফালে চাই মন্তব্য কৰিলে, "এনে ঘটনা কিয় হ'বলৈ পালে?"

পুলিচজনে জনালে যে কয়দি দলটো গৈ থাকোতে এই মানুহটো লেবেজান হৈ পৰিল। কনভয়ৰ দায়িত্বত থকা বিষয়াৰ হুকুম মতে এওঁক এৰি থৈ গৈছে।

"বাক বুজিলোঁ। এওঁক এতিয়া থানালৈ নিব লাগে। গাড়ী এখন বিচাৰি আনা।"

"হয়। গাড়ী আনিবলৈ মানুহ এটা পঠাইছোঁ।"

দোকানী জনেও ম'দ যব চোকা বুলি মন্তব্য কৰিলে।

"এইবোৰ কথা কোৱা তোমালোকৰ দৰকাৰ কি? তোমালোকে নলগা জেওাত লাগা কিয়? যোৱা, আতৰি যোৱা।" পুলিচ বিষয়াজনে হুকুম দিলে তেওঁ কেবেনীজনকো চকু যোপা কৰি ধৰাতে কেবেনীও নিমাত হ'ল।

"কয়দিটোক অলপ পানী দিয়া উচিত নহয় জানো?" নেক্লিউদভে ক'লে।

পুলিচ বিষয়াজনে চকু থিয় কৰি নেক্লিউদভৰ ফালে দৃষ্টি নিক্ষেপ কৰিলে। কিন্তু মুখেৰে একো নক'লে। এনেতে মজদুৰ এজনে অলপ পানী দিয়াত, বিষয়াজনে কয়দিটোক অলপ পানী খুৱাই দিবলৈ পুলিচজনক হুকুম দিলে। পুলিচজনে কয়দিটোৰ মুখটো ভাঙি অলপ পানী খুৱাই দিবলৈ চেষ্টা কৰিলে। কিন্তু কয়দিজনে পানী গিলিব নোৱাৰিলে। পানী পেটলৈ নগ'ল। পানীবোৰ তাৰ দাড়িৰ ওপৰেদি বুকুলৈ বৈ গ'ল। পানীয়ে কেৱল তাৰ লেতৰা মে-টোহা সুতাৰ কয়দি চোলাটোহে তিয়াই পেলালে।

বিষয়াজনে পুনৰ হুকুম দিলে "পানী অলপ মূৰত ঢালি দিয়া।" পুলিচজনে কয়দি টুপীটো সোলোকাই তপা মূৰত অলপ পানী ঢালি দিলে।

ভয়ত আতুৰ হোৱা মানুহৰ দৰে কয়দিটোৱে চকু কিটা তল্‌তল্‌কৈ মেলিলে। কিন্তু তাৰ দেহৰ বেদনা আৰু অৱস্থা একেই।

"অঁ চোৱা! সেইখন ঘোঁৰা গাড়ীতে এওঁক থানালৈ লৈ যোৱা।" নেক্লিউদভে অনা ঘোঁড়া গাড়ী খনলৈ আঙুলিয়াই পুলিচ বিষয়াজনে ক'লে। 'এই কচোঁৱান? এই কয়দিজনক থানাত থৈ আহাঁ।"

কচোঁৱানজনে কোনো কেৰেপ নকৰি কলে, "মোৰ ভাৰা আছে।"

"এই গাড়ীখন মই আনিছো। বাৰু কচোঁৱান নিয়া। তোমাৰ ভাৰা ময়েই দিম।" নেক্লিউদভে ক'লে।

"কিয়? বৈ আছা কেলেই।" কৰ্ঠুৱা চিঞৰ মাৰি বিষয়াজনে ক'লে।

পুলিচজনে এজন মজদুৰ আৰু কনভয় সৈনিকজনৰে সৈতে ধৰি মেলি এই মৃতপ্ৰায় কয়দিটোক ঘোঁৰা গাড়ী খনত তুলিলে। কিন্তু কয়দিটোৱে থিৰ হৈ বহিব নোৱাৰিলে। তাৰ মূৰটো দোঁ খাই গ'ল। শেষত সি ঘোঁৰা গাড়ীৰ মানুহ বহা আসনতে ঢলি পৰিল।

"দিয়া! তেনেকৈয়ে পৰি থক।" পুলিচ বিষয়াজনে ক'লে।

"ভাল চাব! মই এনেকৈয়ে কয়দিটোক থানালৈ নিম।" পুলিচজনে উত্তৰ দিলে।

তেওঁ কয়দিজনৰ মোটোহা সোঁওহাতখন খামোচ মাৰি ধৰি, থানাৰফালে যাত্ৰা কৰিলে।

কনভয় সৈনিকজনে জেলৰ জোতা লগোৱা আৰু মোজা নাইকিয়া কয়দিটোৰ ভৰি দুখন ঘোঁৰা গাড়ীৰ ভিতৰলৈ থেলি সুমাই দিলে।

পুলিচ বিষয়াজনে কয়দিজনৰ টুপীটো মাটিৰ পৰা তুলি, তাৰ ওলমি থকা মূৰটোত পিন্ধাই দিলে।

"এঁ এতিয়া লৈ যোৱা।" বিষয়াজনে হুকুম দিলে।

ঘোঁৰা গাড়ী খনৰ কচোৱানজনে পোন্দোৱাকৈ চাই, মূৰ দুপিয়াই গাড়ীখন ঘূৰালে আৰু ধীৰে ধীৰে থানাৰ ফালে খেদাই লৈ গ'ল। কনভয় সৈনিকজনে গাড়ীৰ পিছে পিছে গৈ আছে।

কয়দিজনৰ মূৰটো ইকাতি সিকাতি হৈ ওলমি গৈছে। মানুহটো ঘোঁৰা গাড়ীৰ আসনৰ পৰা বাগৰি যাব খোজে। পুলিচজনে ওচৰত বহি পাৰ্যমানে তাৰ দেহটো টানি টানি গৈ আছে।

নেক্‌লিউদভে ঘোঁৰা গাড়ীখনৰ পিছে পিছে গ'ল।

## সাতত্ৰিশ

পুলিচ থানাৰ পদূলিৰ মূৰ এজন অগ্নিনিবাৰক চিপাহীয়ে পহৰা দি আছিল। ঘোঁৰা গাড়ীখনে চিপাহীজনক অতিক্ৰম কৰি থানাৰ চোতাললৈ সোমাই গৈ দৰজা এখনৰ সমুখত ৰ'ল।

কিছুমান অগ্নিনিবাৰক চিপাহীয়ে চোলাৰ হাত কোঁচাই, গাড়ী এখন চাফা কৰি আছিল। তেওঁলোকে চিঞঁৰ বাখৰ কৰি কিবাকিবি কথাও পাতি আছিল।

গাড়ীখন ৰোৱাৰ লগে লগে কেইবাজনো পুলিচে ধৰি কয়দিজনৰ মৃত শটো গাড়ীৰ পৰা নমালে।

ঘোৰা গাড়ীৰ লগত অহা পুলিচজনেও গাড়ীৰ পৰা নামি হাত জৰি

পোনেই অলপ ইফাল সিফাল কৰিলে। কয়দিজনৰ শৰটো এটা সৰু কোঠালৈ নৈ যোৱা হ'ল। কোঠাটো এবাৰ আৰু ভিতৰত চাৰিখন খাট আছে। দুখন বিছনাত দুজন কণীয়া মানুহ বহি আছে। এজনৰ মুখখন বেকেটা। ডিঙিত বেণ্ডেইজ কৰা, আনজন ক্ষয় ৰোগী যেন অনুমান হয়। বাকী দুখন বিছনা খালি। কয়দিজনক তাৰে এখন বিছনাত শুৱাই দিয়া হ'ল। এনেতে বাওনা মানুহ এটা চকু পিৰিক পাৰাক কৰি, বেগাবেগিকৈ কোঠালৈ সোমাই আহিল। মানুহটোৱে ছুটি জাঙিয়া এটা পিন্ধা আৰু ভৰিত মোজা। সি এবাৰ নেকৃলিউদভৰ ফালে, আৰু এবাৰ কয়দিটোৰ ফালে নিৰীক্ষণ কৰি কেঁক্কেঁকৈ হাঁহিবলৈ ধৰিলে। ই এটা বলিয়া। থানাৰ আস্পতালত ইয়াক ৰখা হৈছে।

"সিহঁতে মোক ভয় খুৱাবলৈ চাইছিল। সিহঁতে মোক ভয় খুৱাব! ওঁহো নহব! মোক ভয় খুৱাব নোৱাৰে। সাধ্য নাই।" মানুহটোৱে ক'লে।

কয়দিটো লৈ অহা পুলিচজন আৰু সহকাৰী ডাক্তৰ এজন কোঠাটোলৈ সোমাই আহিল, লগত এজন পুলিচ বিষয়া।

ডাক্তৰজনে কয়দিটোৰ হাত এখন ডাঙি চালে, হাতখন যদিও কোমল, কিন্তু একেবাৰে নিস্তেজ আৰু হালধীয়া হৈ পৰিছে। ডাক্তৰে হাতখন অলপ চাই আকৌ এৰি দিলে। মৃত মানুহটোৰ পেটত হাতখন পৰি গ'ল।

"এওঁৰ জীৱন শেষ!" ডাক্তৰে ক'লে, তথাপি তেওঁ খাতাং হ'বৰ কাৰণে তিতা কামিজটো সোলোকাই পেলালে। তাৰ পিছত তেওঁ কয়দিটোৰ হালধীয়া বুকুখনত কান দি শুনিলে, কিন্তু কোনো আৱাজ নাই। হৃদপিণ্ড স্তব্ধ। তেওঁ পুনৰ যুৰ ডাঙি, মানুহটোৰ চকুৰ পাখি দুটা ডাঙি ডাঙি চালে।

"মই ভয় খোৱা নাই। মই অলপো ভয় খোৱা নাই।" ডাক্তৰৰ ফালে খুৱাই খুৱাই বলিয়াটোৱে ক'লে।

"ডাক্তৰ বাবু।" পুলিচ বিষয়াজনে সুধিলে।

"হয়! এওঁক এতিয়া সমাধিস্থানলৈ নিয়াই উচিত।" ডাক্তৰে উত্তৰ দিলে।

"আপনি ভাবি চিন্তি ক'ব! সঁচাই মৰিলনে?" পুলিচ বিষয়াজনে প্ৰশ্ন কৰিলে।

মৃত শৰটোৰ কামিজটো টানি দি, ডাক্তৰে ক'লে, "হয়! মই যি কৈছো সেয়েই। তথাপি মই আইভানভিচক মতাই অনাওঁ। তেওঁও এবাৰ চাক।

পেট্ৰল ! ঘোঁৰা ভেওঁক যাতি আনা !" এই বুলি কৈ ডাক্তৰে শৰটোৰ ওচৰৰ পৰা আঁতৰ হ'ল।

কনভয় সৈনিকজন এই মৃত কয়দিটোৰ ওচৰৰ পৰা এক নিমিষো আঁতৰ হোৱা নাছিল। ডাক্তৰৰ কথা শুনি, পুলিচ বিষয়াজনে তালৈ চাই আদেশ দিলে, "তেন্তে কয়দিটো সমাধিস্থানলৈ লৈ যোৱা। আৰু চোৱা। তুমি আহি অফিচত চহী কৰি যাব লাগিব।"

"ভাল চাৰ।" বুলি সৈনিকজনে উত্তৰ দিলে।

পুলিচজনে পুনৰ মৃত শৰটো ডাঙি সমাধিস্থানলৈ লৈ গ'ল। নেক্লিউদভৰো পিছে পিছে যাবৰ মন আছিল, কিন্তু বলিয়াটোৱে বাধা দিলে।

"বোধ হয় আপুনি এই ষড়যন্ত্রটোত লিপ্ত নাই। মোক চিগাৰেট এডাল দিয়ক।" বলিয়াটোৱে ক'লে। নেক্লিউদভে চিগাৰেট কেচৰ পৰা চিগাৰেট এডাল উলিয়াই তাক দিলে।

বলিয়াটোৱে চেলাউৰি পকাই, পিৰিক পাবাককৈ পুলিচে কেনেকৈ তাক অত্যাচাৰ কৰিছে তাৰ বৰ্ণনা দিলে।

"শুনক! সিহঁতে আটাইবোৰে মোক দেখিব নোৱাৰে। মোৰ ওপৰত কিমান যে অত্যাচাৰ কৰিছে কি ক'ব!"

"মোক ক্ষমা কৰিবা ভাই!" এই বুলি নেক্লিউদভে তাৰ কথা নুশুনি, মৃত কয়দিটোৰ শৰটোনো কত থয়গৈ তাক চাবৰ কাৰণে, কোঠাৰ পৰা, বাহিৰলৈ ওলাই আহিল।

ইতিমধ্যে পুলিচজনে মৃত শৰটো কঢ়িয়াই নি জেলৰ সৰু কোঠা এটাৰ দৰজাই দি সোমাই গ'ল। নেক্লিউদভেও তালৈকে যাবলৈ আগ বাঢ়িছিল, এনেতে পুলিচ বিষয়াজনে বাধা দি কলে, "আপোনাক কি লাগে?"

"নাই! মোক একো নেলাগে।"

"যদি একো নেলাগে তেন্তে গুচি যক।"

নেক্লিউদভেও বাধ্য হৈ ঘোঁৰাগাড়ীখনৰ ওচৰলৈ গুচি আহিল, কলা ঘুমতিত পৰি থকা কচোৱানজনক জগাই দি, নেক্লিউদভে ৰেল ষ্টেচনৰ দিশ ধৰি যাবলৈ ধৰিলে।

অলপ দূৰ আগবাঢ়িয়েই নেক্লিউদভে আন এখন গাড়ী লগ পালে। গাড়ীৰ লগত ৰাইফেলধাৰী কনভয় সৈনিক এজন। ভিতৰত এজন কয়দিৰ মৃত শৱ। ওপৰলৈ মুখ কৰি চিৎখাই পৰি আছে। মুৰটো তকলা। মূৰৰ টুপীটো মুলকি

মাকৰ ওপৰত পৰি আছে। গাঁড়ীৰ জোকাৰণিত মৃত শৰটোও জোকাৰ খাই গৈছে।· পথুৰ বুট একোৰ পিন্ধি গাঁৱোৱানটোৱে গাঁড়ীৰ কাষে কাষে ঘোঁৰাৰ লেগামত ধৰি খোজ কাঢ়ি গৈছে। পিছে পিছে এজন পুলিচ। নেক্লিউডভে কচোৱানটোৰে কান্ধত হাতখন থৈ, আঙুলিয়াই গাঁড়ীখন দেখুৱালত কঁচোৱানে কলে, "চকচোন ইহঁতৰ কাণ্ড।"

নেক্লিউডভেও পুনৰ গাঁড়ীৰ পৰা নামি পুলিচ থানাৰ কালে খোজ দিলে। অগ্নিনিবাৰক চিপাহী কেইজনে ইতিমধ্যে গাঁড়ী চাফা কৰা কাম শেষ কৰিছিল। সেই ঠাইতে তেওঁলোকৰ কেপ্তেইন জনে জেপত হাত সুমাই থিয় দি আছিল। এনেতে চিপাহী এজনে শকত আৱত ঘোঁৰা এটা আনি সমুখত হাজিৰ কৰিলে। ঘোঁৰাটোৱে আগঠেং এটা লেঙুৰিয়াই যায়। ওচৰত থকা পশু চিকিৎসক চাৰ্জ্জেণ্ট এজনক কেপ্তেইনে কিবা কিবি কৈ আছে।

পুলিচ বিষয়াজনো সেই ঠাইতে থিয় হৈ আছিল। আৰু এটা মৰা শ অনা দেখি তেওঁ অলপ আগবাঢ়ি গৈ, কনভয় সৈনিকজনক বিৰক্ত ভাবত সুধিলে, "ক'ৰ পৰা আনিলা?"

"গাৰভেটৰ স্কোয়াৰৰ পৰা" বুলি সৈনিকজন উত্তৰ দিলে।

"এৰোঁ। কয়দি নে কি?" কেপ্তেইন প্ৰশ্ন কৰিলে।

"হয়। আজিৰ ভিতৰত এওঁ দ্বিতীয় বলি।"

"মোৰ বিশ্বাস কৰ্ত্তা সকলে যি ব্যৱস্থাত এই কয়দি বিলাকক লৈ গৈছে, সি একেবাৰে অনুপযুক্ত আৰু অন্যায়। দেখা নাইনে আজি ৰ'দৰ প্ৰকোপ কেনেকুৱা।" কেপ্তেইনে ক'লে।

তাৰ পিছত সেই লেঙেৰা ঘোঁৰাটো অনা নিয়া কৰা চিপাহীজনলৈ চাই তেওঁ ক'লে, "এই গাধ। সৌ চুকত থকা ঘোঁৰশালত ঘোঁৰাটো বান্ধ। লেঙেৰা ঘোঁৰাৰ মূল্য যে ইহঁতকৈ বেছি, সেই কথা ইহঁতক ভালকৈ শিকাব লাগিব। ইহঁতৰ নিচিনা বদমাইচ্ মই দেখাই নাই।"

আগৰ কয়দিটোৰদৰেই পুলিচজনে মৰা শৰটো. জেল আস্পাতালৰ মৰ্গ কোঠাটোলৈ কঢ়িয়াই নিলে। মন্ত্ৰমুগ্ধ মানুহৰদৰে নেক্লিউডভেও গৈ আছে।

এজন চিপাহীয়ে ধমক দি তেওঁক সুধিলে, "হেৰি আপোনাক কি লাগে?"

নেক্লিউডভে কোনো উত্তৰ নিদি মৰা শৰটো যি কালে লৈ গৈছে, সেইফালে খোজ লৈছে। সেই:বলিয়াটোৰে নেক্লিউডভে দিয়া চিগাৰেট ভাল হুঁপি হুঁপি বিছনাত বহি আছে।

বলিয়াটোৱে হাঁহিযাবি ক'লে, "আহা—হায়! আপুনি দেখোন আকৌ আছিল!"

মৰা শৰটো দেখি সি মুখ ঘূৰাই ক'লে, "উস! এইবোৰ দেখি মোৰ ওকালিহে আহিব খোজে। হেঁ, মইতো ল'ৰা নহয়। মই ল'ৰা নে কি? হেঃ হেঃ।" কিবা এটা প্ৰশ্ন কৰাৰ ভাৱত বলিয়াটোৱে নেক্‌লিউদভলৈ চাই হাঁহিবলৈ ধৰিলে।

কয়দিটোৰ মুখত পৰি থকা টুপীটো আঁতৰালত নেক্‌লিউভভে তাৰ মুখখন পৰিস্কাৰ দেখা পালে। এই কয়দিটো আগৰটোৰ নিচিনাকৈ দেখিবলৈ আপচু নহয়। মুখখন বেচ ধুনীয়া। বয়সত ডেকা। মানুহটোৰ নাক, চকু, মুখ, সকলোবোৰ শুৱনী। ক্ৰমে নিস্তেজ হৈ ওঁঠ দুটাত যেন হাঁহি লাগি আছে। ঠুতৰিত কিছু দাড়ি দেখা যায়। মানুহটোৰ মুখৰ প্ৰকাশ বেচ প্ৰশান্ত গহীন আৰু দৰদী।

এই মানুহটোলৈ চালেই ভাব হয় যে উঠি অহা এটা সুন্দৰ জীৱন ধ্বংস হ'ল। তাৰ জিজিৰী লগোৱা ভৰি দুখন আৰু হাত কিখন বেচ সুগঠিত। গোটেই দেহটোৰ মাংস পেশীবোৰ দেখিলেই অনুমান হয়, এই মানুহৰূপী জন্তুটো কেনে ধুনীয়া, কৰ্ম্মঠ, জীৱন্ত আৰু শক্তিশালী আছিল।

পৰলা পাঠা ঘোঁৰাটোৱে লেঙ্‌ৰিওৱা দেখি কেপ্তেইনে খুব খং কৰিছিল। অথচ সেই ঘোঁৰাটো ঘোৰা জাতীয় জন্তুৰ ভিতৰত সিমান ধুনীয়া, আৰু পুৰঠো নাছিল। কিন্তু এই কয়দিটো! তাক জন্তু হিচাবে জ্ঞান কৰিলেও, সেই ঘোঁৰাটোতকৈ এই মানুহটো মানুহৰ ভিতৰত যথেষ্ট শুন্দৰ, সুঠাম আৰু ধুনীয়া পুৰুষ আছিল।

তথাপি এই মানুহটো মৰিবলৈ এৰি দিয়া হ'ল। মানুহ হিচাবে তাৰ মৃত্যুত কোনেওতো দুখ প্ৰকাশ কৰাই নাই, আনকি কাম কৰিব পৰা জন্তু এটা হেৰাল বুলিও কাৰো খেদ নাই। কেৱল মৰা শৰটোৰ গেলা গোন্ধ ওলাই আমনি দিয়ে বুলিয়েই আটাইৰে চিন্তা।

এজন ডাক্তৰ আৰু তেওঁৰ সহকাৰী দুয়োজন আস্পতালৰ এই কোঠাটোলৈ সোমাই আহিল, লগত থানাৰ ভাৰপ্ৰাপ্ত ইন্‌পেক্টৰ। ডাক্তৰজন বেচ চৌখিন আৰু হৃষ্টপুষ্ট দেহ। গাত আছে চিকৰ কোট আৰু ট্ৰাউজাৰ। তেওঁ শকত ঊৰুৰ কি টাত ট্ৰাউজাৰটো লিপিত খাই লাগি আছে। পুলিচ ইন্‌পেক্টৰজন চুটি চাপৰ আৰু ভেবেহা। মুখখন বঙা আৰু গোলাকৃতি। তেওঁ মুখত বতাহ

এলোপা ভৰাই গাল বিথৰ ওকোন্দাই আৰু পিছত ফুঁ কৰি বতাহবোৰ এৰি দিয়াৰ অভ্যাসৰ ফলত, তেওঁৰ মুখখন ফুটবলৰ নিচিনা ঘূৰণীয়া আৰু অতিৰিক্ত লাল হৈ পৰিছে।

ডাক্তৰে শৱটো থকা বিছনাখনলৈ বহিলে। সহকাৰীজনে আগৰ শৱটোৰ হাতখন যি দৰে ডাঙিছিল, ডাক্তৰেও সেইদৰেই হাতখন ডাঙি, তেওঁৰ কাণখন বুকুত দি হৃদ-পিণ্ডৰ আয়াজ আছোনে নাই পৰীক্ষা কৰিলে। তাৰপিছত তেওঁ থিয় হৈ ট্ৰাউজাৰটো পোনাই ল'লে।

"ইয়াৰ প্ৰাণ বায়ু কেতিয়াবাই উৰি গ'ল।"

পুলিচ ইন্‌ছপেক্টৰেও মুখত বতাহ এলোপা ভৰাই ফু কৰি এৰি দিলে।

"হেৰা এওঁক কোন জেলৰ পৰা আনিছিল?" ইন্‌ছপেক্টৰে কনভয় সৈনিক-জনক সুধিলে।

সৈনিকজনে জেলৰ কথা ক'লে আৰু লগতে ভৰিত লগাই থোৱা জিঞ্জিৰী ডালৰে আঙুলিয়াই দিলে।

"বাৰু, আমাৰ ওচৰত কমাৰ এটা আছে। জিঞ্জিৰীডাল কমাৰৰ হতুৱাই কটোৱা হ'ব। হোঁহ! মোৰ প্ৰভুৰ বন! তাৰপিছত আকৌ মুখত বতাহ এলোপা ভৰাই কোঠাটোৰ দৰজাৰ ওচৰলৈ গৈ, ফু-উ কৰি বতাহবোৰ মুখৰ পৰা এৰি দিলে।

"মানুহটো এইদৰে কিয় মৰিল?" নেক্‌লিউডভে ডাক্তৰক প্ৰশ্ন কৰিলে। ডাক্তৰে চশমাজোৰ মাজেদি নেক্‌লিউডভলৈ দৃষ্টিপাত কৰিলে। তাৰ পিছত কলে, "কিয় এনে ঘটনা ঘটিল? আপুনি সুধিছে। ৰৌদ্ৰ তাপত বিহ্ব হৈ মৰিল বুলি আপুনি ভাবিছে নহয়? ইয়াৰ কাৰণ হ'ল এই কয়দিবোৰে গোটেই শীত কালত জেলৰ ভিতৰত, এন্ধাৰ কোঠাত বহি বহি দিন কটাইছে। তাৰোপৰি কোনো ব্যায়াম বা পৰিশ্ৰম কৰা ইহঁতৰ অভ্যাস নাইকিয়া হৈছিল। ইকালে আজিৰ নিচিনা চোকা ৰ'দত ইহঁতক উলিয়াই অনা হ'ল। দল বান্ধি বাস্তাত সিহঁতক লৈ গৈছে, ধূলিৰ কোবত সিহঁতে অলপ মুক্ত আৰু বিশুদ্ধ বায়ুও সেবন কৰিবলৈ পোৱা নাই। শেষফল হ'ল ৰৌদ্ৰ তাপত বিমূৰ্চ্ছিত হৈ মৃত্যু।"

"তেনেহ'লে এই হেন চোকাৰদত ইহঁতক অনা হ'ল কিয়?"

"কিয় অনা হ'ল তাৰ কাৰণ দিবলৈ মই, অক্ষম। যি আনিছে তেওঁলোকক আপুনি সুধি চাব পাৰে। পিছে মই জানিব পাৰোনে আপুনিনো কোন?"

"এজন বাটৰুৱা বুলিয়েই ধৰক।"

"ভাল ! বুজিলো। নমস্কাৰ ! তাতে মোৰ সময় বৰ কম।"

ডাক্তৰে যেন খুব আমনিহে পাইছে। ট্ৰাউজাৰটো পুনৰ তললৈ টান মাৰি পেলাই ল'লে। তাৰপিছত বিচনাত পৰি থকা, ভিজিত বেগেইজ বন্ধা ৰোগী-জনক সুধিলে, "হেৰা কেনে পাইছা ?"

ইতিমধ্যে বলিয়াটোৱে চিগাৰেটদাল হুঁপি শেষ কৰি, বিচনাৰ পৰা ডাক্তৰ থকা ফালে খুৱাবলৈ ধৰিলে।

নেক্‌লিউদভেও থানাৰ পৰা ওলাই আহিল আৰু কলাঘুমতিত পৰি থকা কচোৱানটোক ষ্টেচনৰ ফালে গাঁড়ী এৰি দিবলৈ আদেশ দিলে।

## আঠত্ৰিশ

নেক্‌লিলদভ যেতিয়া ৰেল ষ্টেচন পালেগৈ সেই সময়ত কয়দি বিলাকক গাড়ীৰ ভিতৰত বহুৱাই থোৱা আছিল। গাঁড়ীৰ খিড়িকীবোৰ নগুলা মৰা। কয়দি বিলাকক বিদায় দিবলৈ অহা কিছুমান মানুহে ষ্টেচনৰ চোতালত থিয় হৈ, ইফাল সিফাল কৰি আছিল। তেওঁলোকক কয়দি বিলাকৰ ওচৰলৈ যাবলৈ মানা কৰিছিল।

সেইদিনা এই কয়দিৰ সমদলটো বহু আহুকালত পৰিছিল। নেক্‌লিউডভে দেখা দুজন কয়দিৰ বাদেও, আৰু তিনিজন কয়দিয়ে সূৰ্য্যৰ তাপবিদ্ধ হৈ প্ৰাণ এৰিছিল। এই তিনিজনৰ ভিতৰত এজনক নি।পুলিচ থানা পোৱাই ছিলগৈ ; কিন্তু প্ৰাণ ৰক্ষা নপৰিল। বাকী দুজনৰ ৰেল ষ্টেচনত মৃত্যু হয়।

কনভয়ৰ দায়িত্বত থকা বিষয়া আৰু আন মানুহ বিলাকে এইদৰে পাঁচ-জনকৈ কয়দিৰ মৃত্যু হোৱা বাবে, তেওঁলোক অলপো চিন্তিত হোৱা নাছিল। এনে অকস্মাত মৃত্যু নোহোৱা হ'লে, হয়তো সেই মানুহ কিজন আৰু বহুত দিন জীবিত থাকিলহেঁতেন। তাৰ বাবে তেওঁলোকৰ কোনো ভ্ৰুক্ষেপ নাই। তেওঁলোকৰ একমাত্ৰ চিন্তা হ'ল যে আইনৰ দায়িত্বখিনি তেওঁলোকে পালিব পাৰিছেনে নাই। এই কয়দি সোপাক বয়বস্তু সহ নিৰ্দিষ্ট ঠাই পোৱাই দিয়াই তেওঁলোকৰ প্ৰথম দায়িত্ব। সেই লৈয়েই তেওঁলোকৰ চিন্তা, কিন্তু আজিৰ নিচিনা চোকা ৰ'দত তেওঁলোকে কাম কাজ কৰাত খুব আহুকাল বোধ কৰিছিল।

কনভয়ৰ ভাৰপ্ৰাপ্ত মানুহবোৰে ওপৰত উল্লিখিত কামখিনি লৈয়েই ব্যস্ত।

এই কৰ্তব্য শেষ নোহোৱালৈকে তেওঁলোক কোনো মানুহক কয়দি বিলাক বহি থকা ৰেলৰ ডবাবোৰৰ কাষ চাপিবলৈ দিয়া নাছিল। নেকৃলিউডভে কনডক্টৰ চাৰ্জেন্ট জনক সান্নুনয়ে অনুৰোধ কৰাত, ততালিকে তেওঁক ডবাৰ কাষলৈ যাবলৈ অনুমতি দিলে হয়, কিন্তু লগতে সকিয়াই দিলে যে তেওঁ যেন ইনচাৰ্জজনৰ চকু পৰাৰ আগতে কথাবতৰা শেষ কৰে।

ৰেল গাড়ীখনত মুঠ ১৮টা ডবা আছিল। কেৱল এটা ডবা বিষয়া বিলাকৰ কাৰণে আচুতিয়াকৈ ৰখা হৈছিল। বাকী ১৭টা ডবাতেই কয়দিৰে ভৰি গৈছিল। নেকৃলিউডভে ডবাবোৰৰ কাষেদি যাওঁতে কয়দিবোৰৰ মতিগতি লক্ষ্য কৰিলে। ডবাৰ ভিতৰত কেৱল শুনা যায় লোহাৰ শিকলিৰ ৰনৃথননি, কয়দিবোৰে দিয়া গালি শপনি আৰু অভিশাপ। কিন্তু লগৰ মৃত কয়দি কি জনৰ সম্পৰ্কে সকলোৱেই নিমাত। সিঁহতৰ ভিতৰত হোৱা কথোপকথনবোৰ হ'ল কেৱল বহা আসন, খোৱা পানী আৰু নিজৰ মাল মত্তং আৰু গাঁঠঁৰিবোৰ লৈ।

নেকৃলিউডভে এটা এটাকৈ ডবাবোৰ পাৰ হৈ শেষতে নাৰী কয়দী থকা গাঁড়ী বোৰৰ ওচৰ পালে। দ্বিতীয় ডবাটোৰ ভিতৰত এজনী নাৰী কয়দীয়ে "হে প্ৰভো, হে ভগবান" বুলি আটাহ পাৰি আছে।

নেকৃলিউডভে এই ডবাটো পাঁৰ হৈ তৃতীয় ডবাটোৰ খিড়িকী এখনৰ কাষত থিয় হ'ল। চিপাহী এজনে এই খিড়িকী খনলৈ আঙুলিয়াই দেখুৱাইছিল, এনেতে ডবাৰ ভিতৰৰ পৰা এছাতি গৰম বতাহে নেকৃলিউডভক কোবাই গ'ল। কয়দি বিলাকৰ নিশ্বাস আৰু প্ৰশ্বাসে ডবাৰ ভিতৰখন উত্তপ্ত কৰি তুলিছিল, তেওঁ ডবাৰ ভিতৰত নাৰী কণ্ঠস্বৰ শুনিবলৈ পালে।

মাইকী মানুহেৰে ডবাটো খুন্দ্‌ খাই আছিল আৰু গৰমত উত্তপ্ত হৈ পৰিছিল। সিহঁতে দীৰ্ঘ নিশ্বাস টানি চিঞঁৰ বাথৰ কৰি কথোপকথনত ব্যস্ত। আটাইবোৰৰে গাত জেলৰ কয়দি পোষাক আৰু গাত একোটা বগা জেকেট। নেকৃলিউডভ খিড়িকীৰ কাষত থিয় হোৱাৰ লগে লগে নাৰী কয়দী বিলাকৰ দৃষ্টি তেওঁৰ ওপৰত পৰিল। বিপৰীত ফালৰ খিড়িকীৰ ওচৰত, বগা জেকেট এটা পিন্ধি, খালি মূৰেৰে মাচ্‌লভা বহি আছিল। বাংচালি ফিদ'ছিয়াও তাইৰ ওচৰতে আছিল। নেকৃলিউডভক দেখি, মাচ্‌লভাৰ গাত খোঁচ মাৰি তাই আঙুলিয়াই দেখুৱালে।

মাচ্লভাই ভত্তালিকে খপ্জ পাই, মূৰত কম্বালখন বান্ধি বহাৰ পৰা উঠি আহিল, খিড়িকীৰ বদ্ এলালত ধৰি থিয় হ'ল, তাই হাঁহি মুখেৰে ক'লে,

"আজি বৰ গৰম নহয়নে ?"

"হয়।"

"তুমি বস্তুখিনি পালানে ?"

"হয় ! পালো। ধন্যবাদ।"

"তোমাক আৰু কিবা লাগিবনে কি ?"

"বৰ্ত্তমান একো নেলাগে। ধন্যবাদ।"

ইতিমধ্যে জালি গাঁতৰ পৰা ভোভোৱাই গৰম অহাৰ দৰে, ডবাটোৰ ভিতৰৰ পৰা গৰম বতাহ আহিয়েই আছে।

এনেতে ফিউ ছিয়াছে নেক্লিউডভক কলে, "আমি যদি কিবা অলপ পানীয় আহাৰ পালোঁ হেঁতেন !"

"হয় পোৱা হ'লে বেচ্ ভাল আছিল," লগাত মাচ্লভাই যোগ দিলে।

"কিয় তোমালোকৰ লগত পানীচুনি অনা নাই জানোঁ ?"

"অলপ দিছিল। সেইখিনি কেতিয়াবাই শেষ।"

"বাক কনভয়ৰ লগত অহা বিষয়া এজনক মই জনাম। কিন্তু নিজ্নি নভ'গৰদ্ নোপোৱা পৰ্য্যন্ত তোমালোকৰ লগত মোৰ দেখা নহ'ব।"

"কিয় ? আপুনিও আমাৰ লগত যাবনে কি ?" হাস্যবদনে নজনাৰ ভাও ধৰি মাচ্লভাই ক'লে।

"মই পিছৰখন ট্ৰেইনত গৈছোঁ।"

মাচ্লভাই এটা হুঁমুনিয়াহ পেলাই নীৰব হ'ল।

"চাৰ ! শুনিছোঁ বোলে আমাৰ ভিতৰৰ বাৰজন কয়দি বাটতে মৰিল। কথাটো সঁচানে ?' বিষণ্ণবদনে এজনী সহযাত্ৰী নাৰী কয়দীয়ে সুধিলে।

এওঁ হ'ল কৰাব্লিৱভা।

"মই বাৰ জনৰ কথা নেজানো। কিন্তু দুজনৰ মৰা শৱ মই নিজেই দেখি আহিছোঁ।" নেক্লিউডভে ক'লে।

"সিহঁতৰ কথাৰ পৰা বি বুজিছোঁ, অনুমান হয়, সিহঁতে বাৰজনকে হত্যা কৰিছে। তাৰবাবে সিহঁতৰ কিবা শাস্তি আছে জানোঁ ! ইহঁতৰ কথা শুনিলে গা সিঁয়ৰি উঠে। ইহঁত হ'ল আচল চয়তান।"

"তোমালোকৰ ভিতৰৰ কোনোবা মৰিলনেকি?" নেকলিউডভে প্ৰশ্ন কৰিলে।

"বোধহয় পুৰুষতকৈ আমাৰ শক্তি বেছি। এজনী বাউনী মানুহে হাঁহিমাৰি ক'লে, "আমাৰ ভিতৰৰ কাৰো প্ৰাণ হানি হোৱা নাই। কেৱল আগৰ ডবাটোত এগৰাকীৰ প্ৰসৱ বেদনা হৈ চিঞঁৰি আছে।"

মুখত এমোকোৰা হাঁহি লৈ মাচ্‌লভাই ক'লে, "আপুনি আমাক কিবা লাগেনে সুধিছিল। বাক, এই বেদনাগ্ৰস্ত মানুহজনী যদি বেলৰ পৰা নমাই লৈ যাব পৰা আপুনি কিবা ব্যৱস্থা কৰিব পাৰে, আমি নথৈ বং পাম। লোহা মালিক সকল ওচৰতে আছে। আপুনি ইচ্ছা কৰিলে তেওঁলোকক ক'ব পাৰে।"

"অঁ মই তেওঁলোকক নিশ্চয় ক'ম।"

"আৰু এটা কথা! ফিউছিয়াই তেওঁৰ স্বামী তাৰচৰ লগত কথা এষাৰ পাতিব খোজে। আপুনি যদি অলপ সুবিধা কৰি দিয়ে........।" পুনৰ হাঁহি মাৰি তাই ক'লে।

"তাৰচো আপোনাৰ লগতে গুলাইছে নহয় জানো।"

"মহাশয়! এইদৰে কথা পতা নিষেধ।" লাহেকৈ কনভয় চাৰ্জেণ্টজনে মাত লগালে।

নেকলিউডভক কথা পতাৰ সুবিধা এই চাৰ্জেণ্টজনে দিয়া নাছিল। তেওঁক অনুমতি দিয়াজন বেলেগ।

নেকলিউডভ্‌ গাড়ীৰ ওচৰৰ পৰা আতৰি গ'ল, তেওঁ কনভয়ৰ ভাৰপ্ৰাপ্ত বিষয়াজনৰ খোজ-খবৰ ল'লে যাতে সেই বেদনাক্লিষ্ট মানুহজনীক গাড়ীৰ পৰা নমাই থোৱাৰ কিবা এটা ব্যৱস্থা কৰাৰ আশাৰে, লগতে তাৰচেও তেওঁৰ স্ত্ৰীৰ লগত কথা এষাৰ পতাৰ অনুমতি আদায় কৰি দিয়াৰ উদ্দেশ্যে। কিন্তু চাৰিও ফালে খা-খবৰ কৰি তেওঁ কনভয়-বিষয়াজনৰ কোনো ভংন্ধ্ৰ উলিয়াব নোৱাৰিলে। কনভয়ৰ দায়িত্বত থকা আটাইবোৰ চিপাহী, চৰৱী আৰু বিষয়া খুব কৰ্মব্যস্ত আছিল। কিছুমানে কয়দি এলোপা ইফালৰ পৰা সিফালে নিছে কিছুমানে খোৱা বস্তুৰ কাৰণে দৌৰাদৌৰি কৰিছে, কিছুমানে নিজৰ তালি-টোপোলা বেল গাড়ীৰ ভিতৰত ভৰাইছে, আৰু কোনোৱে কনভয় বিষয়া জনৰ সঙ্গিনী গৰাকীৰ আলপৈচান ধৰিছে। নেকলিউডভৰ প্ৰশ্নৰ উত্তৰ দিবলৈ কাৰো যেন সময় নাই আৰু ইচ্ছাও নাই।

ষ্টেচনৰ দ্বিতীয় ঘণ্টা বাজোতেহে নেক্‌লিউডভে কনভয়ৰ ভাৰপ্ৰাপ্ত বিষয়া জনক লগ পালে।

মানুহজন চুটি চাপৰ, গোঁফবোৰ মুখৰ ওপৰত ওলমি থকা। তেওঁ গোঁফবোৰ আঙুলিৰে মুখৰ পৰা আঁতৰাই থাকে। কিবা কথাত 'কৰপৰেল' এজনৰ ওপৰত ক্ৰোধমূৰ্ত্তি ধৰি তেওঁ গৰজি আছে।

"আপোনাক কি লাগে?" তেওঁ প্ৰশ্ন কৰিলে,

"সৌ ডবা এটাত মানুহ এজনী প্ৰসৱ বেদনাত পৰি আটাহ পাৰি আছে। যদি পাৰে তেওঁক ......।"

"হ'বলৈ দিয়ক প্ৰসৱ বেদনা। পিছত দেখা যাব।" এই বুলি কৈ হাত দুখন কোবেৰে মাৰি বিষয়াজন তেওঁৰ গাঁড়ীখনৰ ওচৰলৈ গুচি গ'ল।

এনে সময়তে গাৰ্ডে হুইছেল হাতত ল'লে আৰু বেল এবাৰ শেষ ঘণ্টা ভং ভং কৰি বাজি উঠিল।

প্লেটফৰ্ম্মত থকা মানুহবোৰৰ খদমদম লাগিল। মানুহবোৰৰ ভিতৰত আৰু গাঁড়ীত বহি থকা কয়দি বোৰৰ মাজত কান্দোনৰ ৰোল উঠিল। মানুহবোৰ দুগালেদি চকুলো বৈ গ'ল। কিছুমানে যাত্ৰীসকলৰ মঙ্গলৰ কাৰণে প্ৰাৰ্থনা জনালে।

ভাৰচৰে সৈতে নেক্‌লিউডভ্ ষ্টেচন প্লেটফৰ্ম্মত থ'ৰ লাগি থিয় হৈ ৰ'ল। তেওঁলোকে ৰেল খনলৈ চাই আছে। ইখন পিছত সিখন গাঁড়ী তকলা মূৰৰ কয়দিবোৰ লৈ পাৰ হ'বলৈ ধৰিলে। তাৰপিছত নাৰী কয়দি থকা প্ৰথম গাঁড়ীখন আহিল, কয়দীবোৰ খিড়িকীৰ নঙলাত ধৰি থিয় হৈ আছে। কিছুমানে মূৰত কমাল বান্ধি আছে। কিছুমানৰ খালি মূৰ, তাৰপিছত দ্বিতীয় গাঁড়ীখন যত প্ৰসৱবেদনা হোৱা মানুহজনী আছে। ইয়াৰ পিছত মাচলভ্ অহা গাঁড়ীখন, তাই নেকলিউডভলৈ চাই এটা কৰুণ হাঁহি মাৰিলে। আৰু চকুৰ পচাৰতে গাঁড়ীখন অদৃশ্য হৈ গ'ল।

## উনচল্লিশ

নেক্‌লিউডভৰ গাঁড়ীখন এৰিবলৈ এতিয়াও দু ঘণ্টা বাকী। তেওঁ মনতে ভাবিলে এই সময়ৰ ভিতৰতে বায়েকৰ লগত এবাৰ দেখা কৰি আহিবনে কি? কিন্তু সেইদিনা পুৱাৰ ঘটনাবোৰে তেওঁৰ মনত তীব্ৰ আঘাট দিছিল আৰু মনটো বিষন্ন হৈ পৰিছিল। তেওঁ ষ্টেচনৰ প্ৰথম শ্ৰেণীৰ জিৰণি কোঠালৈ

সোমাই চ'কা এখনত বহি পৰিল। অলপ পিছতেই টোপনিয়ে তেওঁক এনেদৰে হেঁচা মাৰি ধৰিলে যে ভডালিকে তেওঁৰ নাকৰ ঘোৰ ঘোৰণি উঠিল।

পৰিচাৰক এজন আহিছে তেওঁক জগাই দিলে।

"মহোদয়! আপুনিয়েই ৰাজকুমাৰ নেকলিউডভনেকি। এগৰাকী মহিলাই আপোনাক লগ পাবৰ কাৰণে বিচাৰি আছে।"

নেক্লিউডভে খপ্জপাই চকুমুখ মোহাৰি সাৰ পাই উঠিল। তেতিয়াহে তেওঁ ক'ত আছে খিয়াল হ'ল, আৰু পুৰাব ঘটনাবোৰ পুনৰ তেওঁৰ মনত এটা এটাকৈ ভাঁহি উঠিল।

তেওঁৰ মনত জিলিকি উঠিল সেইদিনা ৰাতি পুৱাৰ কয়দিবোৰৰ সমদল যাত্ৰা, মৃত্যু হোৱা কয়দি দুজনৰ দৃশ্য, খিড়িকীত নগুলা মৰা বেলৰ ডবাবোৰ য'ত নাৰী কয়দিবোৰ সাঙুৰি লৈ যোৱা হৈছে আৰু প্ৰসৱ বেদনাৰ চিঞঁৰি থকা সেই মানুহ জনীৰ কথা। খিড়িকীৰ কাষত থিয় হৈ থকা বিজনী কয়দীয়ে করুণ হাঁহি মাৰিছিল, তেওঁৰে প্ৰতিচ্ছবি তেওঁৰ মনতো আহিল।

কিন্তু সাৰ পোৱাৰ লগে লগে তেওঁ সমুখত এটা বিপৰীত দৃশ্য দেখিবলৈ পালে। টেবুল এখনত এটা ফুলদানি সজাই থোৱা আছে। লগতে থোৱা যোৱা কৰা কিছুমান সাজ সৰঞ্জাম আৰু এ ডাল মম বাতি। হাঁহি মুখেৰে পৰিচাৰক এজনে তহলদি আছে, কোঠাটোৰ ইমুৰত আছে, এটা কাপৰ্বড, শাৰি শাৰিকৈ সজাই থোৱা কিছুমান বটল আৰু পাত্ৰ এটাত কিছুমান ফলমূল।

নেক্লিউডভৰ মনৰ ভাৱনাবোৰ সাম কাটিলে, তেওঁ থিয় হৈ দেখিলে যে কোঠাৰ ভিতৰত থকা মানুহবোৰে খুব আগ্ৰহেৰে বাহিৰলৈ লক্ষ্য কৰিছে, বাহিৰত যেন কিবা ঘটনাহে ঘটিল। নেক্লিউদভে দেখিবলৈ পালে যে কোঠাটোৰ ফালে এদল মানুহ আগ বাঢ়ি আহিছে। তেওঁলোকে ভদ্ৰমহিলা এগৰাকীক চকী এখনত বহুৱাই কঢ়িয়াই আনিছে। মহিলা গৰাকীৰ মুৰটো ধুনীয়া সুতাৰ তৈয়াৰী আৱৰণেৰে আবৃত। চকীখনৰ আগফালে থকা চাপ্ৰাচীজন নেক্লিউডভৰ চিনাকী যেন লাগিল। সোনালী ফিটাৰে টুপী পিন্ধা লগুৱা এজনে চকীখনৰ পিছফালে ধৰিছে। এই লগুৱাজনো তেওঁৰ পৰিচিত, ধুনীয়া সাজপাৰ পৰিহিতা এগৰাকী পৰিচাৰিকাই হাতত কেইটামান মেম-ছাতি, কিছুমান বস্তৰ টোপোলা আৰু চামৰাৰ বেগ এটা লৈ চকীখনৰ পিছে পিছে খোজ কাঢ়ি আহিছে। এনেতে তেওঁ ৰাজকুমাৰ কৰ্চাগিনক দেখিবলৈ পালে আৰু তেওঁৰ পিছতেই মিছি আৰু ভাইৰ ভাগিন মিছা। কূটনীতিবিদ ধ'টোনো

এই দলটোত আছে। মানুহজনৰ সদাই হাস্তমুখ আৰু বহুদিনৰ পৰা নেকৃলিউডভক চিনা জনা আছে, এওঁ ধেমালিৰ সুৰত মিছিক কিবা খুহটীয়া কথা কৈ আহিছে, আৰু কথাবোৰত যেন মিছিয়ে যেচ বস পাইছে আৰু তাই নেহাঁহি থাকিব পৰা নাই। একেবাৰে শেষত ডাক্তৰৰ আগমন। তেওঁ ক্রোধমূর্ত্তি ধৰি চিগাৰেট এডাল হঁপি আহি আছে। কর্চাগিন পৰিবাৰে তেওঁলোকৰ নিজ জমিদাৰীৰ পৰা নিজনি—নভগৰদৰ বেল ষ্টেচনৰ ওচৰত থকা তেওঁলোকৰ ভনীয়েকৰ জমিদাৰীলৈ গমন কৰিছে।

আগন্তুক দলটোৰ ভিতৰত চকীখন ডাঙি অনা মানুহ দুজন, পৰিচাৰিকা গৰাকী, আৰু ডাক্তৰ, মহিলাৰ জিৰণিৰ কোঠালৈ সোমাই গ'ল। এই সম্ভ্রান্ত লোক সকলৰ আগমনে দর্শক সকলৰ মাজত এটা কৌতুহল সৃষ্টি কৰিছিল। বৃদ্ধ ৰাজকুমাৰ কর্চাগিন, মিছি আৰু অ'ষ্টেন নেকৃলিউদভ থকা কোঠালৈ সোমাই গৈ আসন গ্রহণ কৰি, ততালকৈ কিছু পানীয় আহাৰ আৰু অলপ অন্য খাদ্য বস্তুৰ কাৰণে চাপ্রাচীক হুকুম দিলে। কিন্তু তেওঁলোকে আসন গ্রহণ কৰাৰ লগে লগে, দৰজা মুখত নাটালীয়া ৰাগ' জিনস্কায়াক দেখা পালে।

নাটালীয়াই আগ্রাফেনা পেট্রবনাক লগতলৈ এই জিৰণি কোঠাত উপস্থিত হ'ল। কোঠাৰ ভিতৰত তেওঁ মিছি আৰু ভায়েকক দেখা পালে, ভায়েকলৈ মূৰ দুপিয়াই ইঙ্গিত দি, তেওঁ মিছিৰ ওচৰলৈ গৈ সম্ভাষণ জনাই, চুমা এটা দি ভায়েকৰ ফালে ঘূৰি চালে।

"মই বহুত খোজ খবৰ কৰিছে তোমাক বিচাৰি উলিয়াব পাৰিছো" নাটালীয়াই কলে।

নেকৃলিউডভেও মিছি, মিছা আৰু অ'ষ্টেনক সম্ভাষণ জনাই, দুষাৰ কথা পাতিবলৈ থিয় হ'ল। মিছিয়ে ক'লে যে তেওঁলোকৰ গাৱঁৰ ঘৰখন অগ্নিদাহত নষ্ট হোৱাত কিছুদিনৰ কাৰণে স্থানান্তৰৰ প্রয়োজন হৈছে। তেওঁলোকে তেতিয়া পেহীয়েকৰ ঘৰলৈ যাবলৈ আহিছে, অ'ষ্টেনে অগ্নিদাহ সম্পর্কে এটা ধেমেলীয়া গল্প কোৱা আৰম্ভ কৰি দিলে।

নেকৃলিউডভে এইবোৰ গল্পলৈ কাণ নিদি বায়েকৰ লগত কথোপকথন আৰম্ভ কৰি দিলে।

"তুমি অহাত মই যে কিমান্ বং পাইছো।"

"তুমি জানা! পেট্রবানাক লৈ, তোমাক বিচাৰি মই যে কিমান ঘূৰিলোঁ।" অলপ দূৰৈত পেট্রভ্না ৰৈ আছিল, নাটালীয়াই পেট্রবানাক আঙুলিয়াই ভায়েকক

দেখুৱালে, আগ্ৰাফেনা পেট্ৰভনাইও দূৰৈৰ পৰাই নেক্লিউডভক সম্ভাষণ জনালে। বায়েক্ আৰু ভায়েকৰ কথাবতৰাত ব্যাঘাত হয় বুলি পেট্ৰভনাই আঁতৰি আছিল।

"তোমাক বিচাৰি আমি হাইৰান।"

"আচলতে ইয়াত বহোঁতেই মোৰ টোপনি গৈছিল। তুমি অহাত মই খুব বং পালোঁ।" নেক্লিউডভে দোহাৰি পুনৰ ক'লে। "তোমালৈ মই চিঠি এখনো দিবলৈ ইচ্ছা কৰিছিলো।"

"সঁচাই!" নাটালীয়াই যেন ভয় খাই উঠিল।

"কিহৰ বিষয়ে?"

বায়েক আৰু ভায়েকৰ ঘৰুৱা কথাবতৰা আৰম্ভ হোৱাত, মিছি আৰু ভদ্ৰলোক কিজন অলপ আঁতৰি গ'ল। খিড়িকীৰ কাষত থকা চকা এখনত নাটালীয়া আৰু নেক্লিউডভ্ উভয়ে আসন গ্ৰহণ কৰি কথোপকথনত ব্যস্ত হৈ পৰিল। চ'ফা খনৰ ওপৰত এটা বাকচ্ এখন বগ আৰু কিবা কিবি বস্তু পৰি আছিল।

"কালি মই তোমালোকৰ ওচৰৰ পৰা আহি পুনৰ উভতি গৈ ভিনিদেউৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰাৰ কথা ভাবিছিলোঁ। কিন্তু ক্ষমা প্ৰাৰ্থনা খুজিলেও তেওঁ বা গ্ৰহণ কৰেনে নকৰে আৰু ঠিক কৰিব নোৱাৰি যাবলৈ নহ'ল।" নেক্লিউডভে ক'লে।

"অৱশ্যে কালি মই কথাবোৰ বৰ কঠুৱাকৈ ক'লো। পিছত এই কথাটোৱে মোৰ মনত খুব উগুল থুগুল লগালে।"

"মই নিশ্চয় জানোঁ। সেইবোৰ কথা তুমি অন্তৰৰ পৰা কোৱা নাই।" নাটালীয়াই ক'লে, "তুমিতো জানাই!" তেওঁৰ চকুৰ পৰা চুখাৰি চকুলো বৈ গ'ল। তেওঁ ভায়েকৰ হাতখন সাৱতি ধৰিলে।

নাটালীয়াই ক'বলৈ ধৰা কথাষাৰ পৰিষ্কাৰ হৈ মুখৰ পৰা নোলাল। কিন্তু তেওঁ কি ক'ব খুজিছিল সেই আচল কথাটো নেক্লিউডভে সম্পূৰ্ণ বুজিছিল আৰু ই নাটালীয়াৰ মনত আঘাট দিছিল। কথাটো হল, নাটালীয়াই তেওঁৰ স্বামীক ভাল পায় সেই কথা সঁচা, কিন্তু সেই বুলি তেওঁৰ ভায়েকৰ প্ৰতিও যে স্নেহ আৰু শ্ৰদ্ধা নাই এনে নহয়। ভায়েকৰ প্ৰতিও তেওঁৰ যথেষ্ট স্নেহ আছে আৰু সেইটো তেওঁ প্ৰয়োজনীও বুলিও বিবেচনা কৰে। গতিকেই তেওঁৰ স্বামী আৰু ভায়েকৰ মাজত ভুল বুজাবুজি হ'লে তেওঁ মনত যথেষ্ট দুখ পায়।

"ধন্যবাদ! ধন্যবাদ! অ' আজি পুৱা মই কি যে ঘটনা দেখিলো।" নেক্লিউডভে ক'লে। অকস্মাৎ দ্বিতীয় কয়দিটোৰ মৃত্যুৰ কথা তেওঁৰ মনলৈ আহিল।

"দুজন কয়দিৰ মৃত্যু হ'ল।"

"কিয়? কেনেকৈ মৰিল?"

"হয়! মৰিল, অর্থাৎ মৰিবলৈ এৰি দিয়া হ'ল। সিহঁতক আজিৰ নিচিনা চোকা ৰদত লৈ অহা হৈছিল; ফলত সূর্য্য তাপত বিহ হৈ সিহঁতৰ মৃত্যু হ'ল।"

"এইবোৰ আচৰিত কথা। কি! আজি মৰিল। এতিয়াই।"

"হয়! এতিয়াই! আজি মৰিল অলপ আগতে। মৰাশবোৰ দেখি আহিছোঁ।"

"কিন্তু কিয় এইদৰে মৃত্যু ঘটোৱা হ'ল আৰু কাৰ দোষত?"

"যিবিলাকে এনেহেন গিল গলাৰ পৰা ৰদত সিহঁতক লৈ আহিছিল, মৃত্যুৰ কাৰণে সিহঁতই দায়ী।" অলপ বিমর্ষ ভাৱত নেক্লিউডভে ক'লে, তেওঁৰ ধাৰণা যে এইবোৰ কথাত বায়েকৰ দৃষ্টি ভঙ্গী ভিনিহিয়েকৰদৰে একেই!

"হায়! ভগবান!" বুলি আগ্রাফেনা পেট্রৱনাই তেওঁলোকৰ কাষ চাপিল।

"এই চৰ্ত্তগীয়া মানুহবোৰৰ প্রতি সিহঁতে যেনে ব্যৱহাৰ কৰে, সেই সম্পৰ্কে আমাৰ লেশ মানো ধাৰণা নাই, কিন্তু এইবোৰ কথা বাহিৰৰ মাজত জনাজাত হোৱা দৰকাৰ।" নেক্লিউডভে কথাষাৰ কৈ, বৃদ্ধ কর্চাগিনৰ ফালে চাই দেখে যে তেওঁ ভিজিত গামোচা এখন আঁৰি আগত বটল এটা লৈ বহি আছে।

বৃদ্ধ কর্চাগিনে নেক্লিউডৰ ফালে চাই ক'লে, "কুমাৰ! আহা। অলপ চাহ জলপান খাই লোৱা। দূৰ ভ্ৰমণৰ আগতে অলপ খাই লোৱা ভাল।"

নেক্লিউডভে তেওঁৰ আমন্ত্ৰণ প্ৰত্যাখান কৰি, তেওঁৰ বায়েকৰ ফালে ঘূৰি কথা পতাত মন দিলে।

'কিন্তু এইবোৰ লৈ তুমিনো কি কৰিব পাৰা?" নাটালীয়াই ক'লে।

"মই কি কৰিম একো ক'ব পৰা নাই। কিন্তু পাৰিলে কিবা ব্যৱস্থা বা প্রতিকাৰ কৰা উচিত হ'ব বুলি মই ভাবোঁ। মোৰ শক্তি অনুসৰি যি পাৰো মই নিশ্চয় কৰিম।"

"বাৰু বুজিলো, কিন্তু ইবিলাক কথাৰ খবৰ কি?" নাটালীয়াই হাঁহি মাৰি সুধিলে।

"সেইবোৰ কথা এতিয়া ভল পৰিলেহে ভাল। অৱশ্যে মই যে মাচলভাক যোৱা পাইছোঁ সেই বুলি নহয়। তাইৰ প্ৰতি মৰম স্নেহ থাকিলেও বিবাহ বান্ধোনত তাইক সঙ্‌বি লোৱাবো প্ৰয়োজন নাই।"

এটা হুঁমুনিয়াহ কাঢ়ি নাটালীয়াই ক'লে।

"তুমিনো তাইৰ পিছে পিছে যোৱাৰ আৱশ্যক কি?"

"মই যোৱা উচিত বুলিয়েই মই যাবলৈ ওলাইছোঁ। কঠিন আৰু কৰ্কশ ভাৱে নেকৃলিউডভে ক'লে। এই সম্পৰ্কে বায়েকৰ লগত কথাবতৰা পতাৰ তেওঁৰ সমূলি ইচ্ছা নাই।

বায়েক এইদৰে কঠুৱা উত্তৰ দি নেকৃলিউডভৰ নিজৰে অলপ লাজ লাগিল।

"মোৰ মনৰ ভাৱ তেওঁক কৈ নিদিওঁ কিয়? আগ্ৰাফেনা পেট্ৰভনাইও কথা বাৰ শুনক।" নেকৃলিউডভে নিজে নিজে ভাবিলে। বহুদিনৰ পুৰণা' এই গৃহ-কৰ্ত্ৰীক দেখি, তেওঁৰ সিদ্ধান্তৰ কথা বায়েকক আৰু জোৰেৰে জনাবলৈ তেওঁৰ প্ৰবল ইচ্ছা হ'ল।

"কাটুচাক মই বিয়া কৰিবলৈ ইচ্ছা কৰাৰ কথা তুমি সুধিছা। বাৰু মই কওঁ। তাইক বিয়া কৰিবলৈ মই ইচ্ছা কৰা একেবাৰে থাকিং; কিন্তু তাই দৃঢ়ভাৱে মোৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছে। মোৰ লগত বিয়া হ'বলৈ তাইৰ অকণো ইচ্ছা নাই।" নেকৃলিউডভে ক'লে, এই সম্পৰ্কে কথা ওলালে প্ৰায়েই তেওঁৰ মাত সৰু হৈ আহে। "তাই মোৰ ত্যাগ স্বীকাৰ কৰিবলৈ ৰাজী নহয়। তাই নিজেই ত্যাগ কৰিবলৈ ইচ্ছুক। অৱশ্যে তাইৰ নিচিনা অৱস্থাত এই ত্যাগৰ মূল্য আছে। ক্ষণজন্মা হ'লেও তাইৰ এই ত্যাগ মই গ্ৰহণ কৰিবলৈ ইচ্ছুক নহওঁ। গতিকেই মই তাইক অনুসৰণ কৰিব খোঁজো আৰু পাৰ্য্যমানে তাইৰ দুখ লাঘৱ কৰিবলৈ চেষ্টা কৰিম।"

নাটালীয়া নিমাত হ'ল। তেওঁ একো মন্তব্য নিদিলে। এনে সময়তে মহিলাৰ জিৰণিৰ কোঠাৰ পৰা সেই সমদলটো পুনৰ বাহিৰ হ'ল। চাপ্ৰাচী ফিলিপ আৰু সেই হুমবীজনে ৰাজ-কুমাৰী কৰ্চাগিনাক চকীত বহুৱাই কাঢ়িয়াই আনিলে। তাৰি দুজনক অলপ ৰ'বলৈ ইঙ্গিত দি ৰাজকুমাৰীয়ে নেকৃলিউডভক তেওঁৰ ওচৰলৈ মাতিলে। এটা নিস্তেজ আৰু ক্ষীণ হাঁহিমাৰি তেওঁৰ বগা হাতখন আগবঢ়াই দিলে।

"উঃ! আজিয়ে ইমান গৰম!" ৰাজকুমাৰী কৰ্চাগিনাই ক'লে। কচদেশৰ

অসহ্য গবমৰ কথা পাতি, আৰু নেক্‌লিউডভক তেওঁলোকৰ ঘৰলৈ নিমন্ত্ৰণ দি, তাৰি কিজনক যাবলৈ ইঙ্গিত দিলে। তাৰি কিজন আগবঢ়াৰ লগে লগে তেওঁ পুনৰ দোহাৰি ক'লে, "আহিবা দেই। নিশ্চয় আহিবা।"

দমদলটো এইবাৰ সোঁওফালে ঘূৰি প্ৰথম শ্ৰেণীৰ যাত্ৰীবাহী গাঁড়ীৰ ফালে খোজ দিলে।

নেক্‌লিউডভে তেওঁৰ মাল মটং অনা মতীয়া জনৰে সৈতে বাওঁফালে ঘূৰিল। লগত তাৰচ।

নেক্‌লিউডভে তাৰচৰ ফালে আঙুলিয়াই বায়েকক ক'লে, "এয়েঁই মোৰ একমাত্ৰ সঙ্গী।" বায়েকে তাৰচৰ সম্পৰ্কে পূৰ্ব্বেই নেক্‌লিউডভৰ পৰা অনেক কথা শুনিছিল।

নেক্‌লিউডভ আৰু তাৰচ আহি তৃতীয় শ্ৰেণীৰ গাঁড়ী এখনৰ ওচৰত ৰ'লহি। মতীয়াটোৱে বস্তবোৰ গাঁড়ী তুলিবৰ কাৰণে ব্যস্ত হৈ পৰিল। নাটালিয়াই ভতালিকে কলে "অ' তোমালোকে কি তৃতীয় শ্ৰেণীৰ গাঁড়ীত যাবা?"

"হয় মই তৃতীয় শ্ৰেণীৰ গাঁড়ীত গৈয়েই ভাল পাওঁ। লগতে তাৰচো যাব।"

"বাইদেউ! আৰু এটা কথা। মই কুজ্‌মিনস্কীৰ মাটিখিনি এতিয়াও মোৰ স্বত্ব ধ্বংস কৰি কৃষকক দিয়া নাই। যদি ইতিমধ্যে মোৰ মৃত্যু হয়, তেন্তে তোমাৰ লৰা ছোৱালী দুটাই মোৰ এই সম্পত্তি পাব।"

"ভিমিত্ৰী! এইবোৰ কথা উলিয়াৰ প্ৰয়োজন নাই।"

"কিয়। মই যদি সম্পত্তিখিনি কাকো নিদিওঁ তেন্তে মোৰ ভাগিন কিটাই নেপাই কোনে পাব? কাৰণ মোৰ সিদ্ধান্তই হৈছে মই আৰু কোনো বিয়া বাৰ নকৰাওঁ। যদি কৰাওঁ, তেতিয়াও কোনো সতি সন্ততি জন্ম দিয়াৰ ছাবিয়াস নাই। মোৰ কোনো সতি সন্ততি নেথাকে। গতিকেই ........।"

"ভিমিত্ৰী এনেবোৰ কথা কিয় কোঁৱা?"

কিন্তু নেক্‌লিউডভে বুজিছিল যে নাটালীয়াই পেটে পেটে ভালেই পাইছিল।

ৰাজকুমাৰী কৰ্চাগিনাক উঠিবলৈ নিয়া গাঁড়ীখন অলপ আগত আছিল। কিছুমান মানুহে গাড়ীখনৰ ওচৰত ভুম বান্ধি আছে। ইতিমধ্যেই প্ৰায় সবিলাক যাত্ৰী নিজ নিজ গাঁড়ীত উঠি, আসন ল'লে। পলকে অহা কিছুমান যাত্ৰীয়ে গাড়ীত উঠিবৰ কাৰণে দৌৰি আহিছে। এনেতে গাৰ্ডে যাত্ৰী বিলাকক

নিজ নিজ আসনত বহিবৰ কাৰণে আৰু যাত্ৰী বোৰোৰা মানুহবোৰ গাড়ীৰ পৰা নামি যাবৰ কাৰণে নির্দেশ দিলে।

নেক্‌লিউডভ আৰু তাৰচ উঠা গাঁড়ীখনৰ ভিতৰত যথেষ্ট গৰম। গাঁড়ীখনৰ লগত সংযুক্ত সৰু প্লেটফৰ্ম্ম খনলৈ নেক্‌লিউডভ ওলাই গ'ল।

নাটালীয়া আৰু আগ্ৰাফেনা প্লেটৰনা নেক্‌লিউডভ উঠা গাড়ীখনৰ ওচৰতে থিয়-হৈ বিদায়ৰ সময়ত কিনো ক'ব ভাবি চিন্তি আছিল। বায়েক আৰু ভায়েকৰ মাজত টকা পইচা আৰু মা-সম্পত্তিৰ কথাবোৰে তেওঁলোকৰ মাজত থকা সুকোমল স্নেহৰ বান্ধোনত যেন কিবা খেলি মেলি লগাই দিছিল। কিছুৰে পৰস্পৰৰ মাজত বিৰক্তিৰো সৃষ্টি হৈছিল। গাড়ী এবাৰ লগে লগে নাটালীয়াই মূৰ দুপিয়াই অভিবাদন জনাই বেজাৰেৰে ভায়েকক বিদায় দিলে।

ইতিমধ্যে নাটালীয়াৰ মনত অন্য এটা ভাব আহি মনত খুন্দিয়ালে। ভায়েকৰ লগত হোৱা এই কথাবতৰাবোৰ তেওঁ কিদৰে লুকিয়াই স্বামীৰ আগত ভাঙি ধৰিব। তেওঁৰ মনটো বিষন্ন হৈ, মুখখন গহীন হৈ পৰিল।

নেক্‌লিউডভৰ বায়েকৰ প্ৰতি কোনো বেয়া ভাব নাই। এতিয়াও তেওঁৰ বায়েকৰ প্ৰতি যথেষ্ট স্নেহ শ্ৰদ্ধা আছে। বায়েকৰ আগত কোনো কথাতে তেওঁ লুকঢাক কৰাও নাই। তেওঁৰ বক্তব্য খোলাখুলিকৈয়ে প্ৰকাশ কৰিছে। তথাপি তেওঁৰো মনটো ভাল লগা নাই। বায়েকৰ সঙৰ পৰা আঁতৰি তেওঁৰ ভালেই লাগিল। তেওঁৰ ভাব হ'ল নাটালীয়া আৰু সেই চেমনীয়া কালৰ বাংচালী, উদাৰ আৰু তেওঁৰ মৰমৰ বায়েক হৈ থকা নাই। তেওঁ তেওঁৰ এই নীৰস, অদ্ভুত স্বামীৰ ভাব চিন্তাৰ লগতে নিজকো মিলাই দি তেওঁৰ স্বামীৰ যেন দাসী হৈ পৰিছে। তেওঁৰ স্বামীৰ এটা কথাতেই ৰস পাই। সেইটো হ'ল নেক্‌লিউডভে কৃষকক মাটি কিছুমান দান দিয়াত বেয়া পাইছে আৰু আনটো হ'ল বাকী থকা খিনিৰ উত্তৰাধিকাৰী কোন হ'ব। নেক্‌লিউডভে যেতিয়া তেওঁৰ উত্তৰাধিকাৰীৰ কথা উলিয়াইছিল, তেতিয়া নাটলীয়াৰো অতি আগ্ৰহেৰে কথাখিনি শুনিছিল। এই কথা নেক্‌লিউডভৰ চকুত পৰিছিল।

এনে এটা অৱস্থাত নেক্‌লিউডভৰ মনটো বিমর্ষ হৈ পৰিল।

## চাৰিশ

গোটেই দিনটো ব'দ পৰি তৃতীয় শ্ৰেণীৰ গাড়ীখন গৰমত উত্তপ্ত হৈ পৰিছিল। নেক্‌লিউডভে গাঁড়ীৰ ভিতৰত নেথাকি গাঁড়ীৰ লগত লাগি থকা

সব স্লেটকর্ম্ম থমকে থিৰ হৈ আছিল। বতাহ একেবাৰে শূন্য। উশাহ নিশাহ যেন বন্ধ হৈ যাব! ৰেল-গাড়ীখনে যেতিয়া টেচনৰ খবৰোৰ পাৰ হৈ দৌৰ দিলে, তেতিয়াহে নেক্‌লিউডভে অলপ মুক্তবায়ু সেৱন কৰিব পাৰিলে।

"হয়! সিহঁতক হত্যা কৰা হ'ল।" সি কথা তেওঁ বায়েকক কৈছিল, সেই কথা তেওঁ নিজকে নিজে ক'লে। নানান ভাব চিন্তাৰ মাজত এটা কথা আৰু এটা প্ৰতিচ্ছবিয়েই তেওঁৰ মনত জিলিকি উঠিল, সেইটো হল সেই মৃত্যুৰ মুখত পৰা দ্বিতীয় কয়দিজনৰ মুখৰ ছবি। আচৰিতভাবে এই মৃত কয়দিজনৰ হাঁহি লাগি থকা মুখখন যেন তেওঁৰ আগত জিলিকি উঠে।

"আৰু আচৰিত কথা এই যে কয়দিটোক হত্যাকৰা হৈছে হয়, কিন্তু হত্যাকাৰী কোন তাক জানিবৰ উপাই নাই।" নেক্‌লিউডভে নিজে নিজে ভাবিলে, "তথাপিও মানুহটোক যে হত্যা কৰা হৈছে ই খাতাং। মাচ্‌লিনিকভৰ হুকুম মতে গোটেই কয়দি সোপা জেলৰ পৰা উলিয়াই অনা হৈছিল। সচৰাচৰ যিদৰে হুকুম জাৰি কৰি কাকত লিখা হয়, বোধহয় সেই দিনাও সেইদৰেই কাকত লিখি মাচলিনিকভে হুকুম জাৰি কৰিছিল, খুব সম্ভৱ নিশ্চয় তেওঁ নিজক এই সম্পৰ্কে দায়ী বা দোষী বুলি নেভাবে। সেইদৰে জেলৰ ডাক্তৰ সি কয়দি বিলাকৰ স্বাস্থ্য পৰীক্ষা কৰিছিল তেওঁও নিজক দোষী বুলি নধৰে। তেওঁ খুটিনাটি মাৰি, কয়দি বিলাকক পৰীক্ষা কৰি দুৰ্ব্বল বিলাকক, বাচি উলিয়াই বেলেগ কৰিছিল। তেওঁৰ কৰ্ত্তব্য ঠিকমতেই সমাধা কৰিছিল। এনেহেন চোকা ব'দ হব বুলি আৰু এনেকুৱা ব'দত দুপৰীয়া মানুহবোৰক লৈ যাব বুলি তেওঁ আগতিয়াকৈ ভাবিব নোৱাৰে। অ, জেলৰ ইন্সপেক্টৰ! তেওঁনো কি কৰিব পাৰে? তেওঁ হুকুম পাইছে যে স্ত্ৰী পুৰুষ নিৰ্ব্বিশেষে সেইদিনা নিৰ্ব্বাসন প্ৰাপ্ত আৰু দণ্ডিত কয়দি সোপাক জেলৰ পৰা উলিয়াই পঠিয়াব লাগে। তেওঁ মাথোন এই হুকুম পালন কৰিছে। কনভয়ৰ দায়িত্বত থকা বিষয়াজন! তেওঁৰো সেই একে কথাই। জেলৰ পৰা উলিয়াই দিয়া কয়দি কিছুমানক তেওঁ চমজি ল'ব লাগে আৰু নিৰ্দ্দিষ্ট ঠাইত পোৱাই দিয়াই তেওঁৰ কৰ্ত্তব্য আৰু তাতেই তেওঁৰ দায়িত্ব শেষ, গতিকে তেওঁতো দোষী হ'ব নোৱাৰে। সৰ্ব্বদায় কয়দিহঁতক যিদৰে বাস্তাইদি নিব লাগে, সেইদিনাও তেওঁ লৈ গৈছিল। তেওঁনো জানিব কেনেকৈ যে এনেকুৱা হৃষ্ট পুষ্ট দুজন মানুহৰ বাটত প্ৰাণ যাবোৰ। ওপৰে ওপৰে বিচাৰ কৰিলে, কাকো দোষী কৰিব নোৱাৰি। অথচ এইটোও সত্য যে এই নিৰ্দ্দোষী

কিন্নালোপাৰ দোষতেই এই মানুহ দুটা মৃত্যুৰ মুখত পৰিল অৰ্থাৎ নিষ্ঠুৰ হত্যা কৰা হ'ল।"

"অৱশ্যে ইয়াৰ কাৰণ আছে। কাৰণ নোহোৱা নহয়।" নেক্‌লিউদভে পুনৰ ভাবিলে, "এই লোক সকল হ'ল, কোনোবা গৱৰ্ণৰ, কোনোবা ইন্সপেক্টৰ, কোনোবা পুলিচ বিষয়া, আৰু কিছুমান চিপাহী। তেওঁলোক আটায়ে বিবেচনা কৰে যে একোটা সময় আহে যেতিয়া মানুহে মানুহক মানুহ বুলি জ্ঞান কৰাৰ বা মানৱ সুলভ সম্পৰ্ক ৰখাৰ কোনো আৱশ্যক নাই। তেওঁলোক যদি গৱৰ্ণৰ, ইন্সপেক্টৰ, বিষয়া নহলহেঁতেন, তেওঁলোকে এইদৰে শ শ মানুহক, এইহেন অদ্ভুত গৰমত উলিয়াই পঠাবলৈ কৰোঁও বিশবাৰ ভাবিলেহেঁতেন! বাটত বহুবাৰ মানুহবোৰ ৰখাই, উশাহ নিশাহ ল'ব নোৱাৰা গৰমত ভাগিপৰা মানুহবোৰক গছৰ ছাঁত বহুৱাই, অলপ পানী খাবলৈ দি, জিৰণি দিলেহেঁতেন। তাৰোপৰি কোনো দুৰ্ঘটনা হ'লে তেওঁলোকে দুখ প্ৰকাশ কৰিলেহেঁতেন। কিন্তু তেওঁলোকে এইদৰেতো ব্যৱহাৰ কৰাই নাই, বৰং আনে সহায় কৰিব খুজিলেও তাক বাধা দিছে। তাৰ কাৰণ হ'ল তেওঁলোকে মানুহৰ কথা বা মানুহে মানুহক কেনেদৰে ব্যৱহাৰ কৰিব লাগে তাৰ কথা ঘূণাক্ষৰেও ভবা নাই। কেৱল তেওঁলোকে নিজ নিজ পদবীৰ কথা ভাবি তেওঁলোকে যি পদত আছে, সেই পদৰ দায়িত্ব পালনৰ কে অগ্ৰাধিকাৰ দিছে আৰু তেওঁলোকৰ এই নীতি মানৱীয় ব্যৱহাৰৰ গণ্ডিৰ বাহিৰে। এয়ে হয় আচল কথা।" নেক্‌লিউদভে আৰু ভাবিলে "আমি যদি এক মুহূৰ্তৰ কাৰণে বা এঘণ্টাৰ কাৰণেও ভাবি লওঁ যে আমি মানৱতাৰ বাহিৰে আৰু মানুহক মানুহে যিদৰে ব্যৱহাৰ কৰিব লাগে তেনেদৰে নকৰিলেও হ'ব, তেতিয়া আমি সেই কালচোৱাত যেই সেই পাপ কৰিব পাৰো আৰু তাৰবাবে আমি নিজক দোষী সাব্যস্তও নকৰোঁ।"

এইদৰে ভাবি ভাবি যিদৰে তেওঁ মগ্ন হৈ পৰিল, বাহিৰত যে বা-বতাহ পৰিবৰ্ত্তন হৈছে তেওঁৰ খিয়ালেই হোৱা নাই। আকাশত এচপৰা ডাৱৰ আহি বেলিটো এন্ধাৰ কৰি ধৰিছে, পশ্চিম ফালৰ পৰা আৰু এচপৰা শুকুলা ডাৱৰ আহি কোনেনে পাৰ হৈ গৈছে। দূৰৈৰ হাবি আৰু পথাৰত হুৰহুৰকৈ বৰষুণ পৰিছে। ডাৱৰৰ পৰা অহা বৃষ্টি কণাই বতাহ ঠাণ্ডা কৰি পেলালে। আকাশত বিজুলি আৰু চেবেকনি। মাজে মাজে একোছাটি বিজুলিৰ পোহৰ। ক্ৰমে ডাৱৰ আৰু ওচৰচাপি আহিল। নেক্‌লিউদভে খিয় হৈ থকা মক প্লেটফৰ্মৰ ৰুলিত তপ্‌ তপ্‌কৈ বৰষুণ পৰিবলৈ ধৰিলে। তেওঁ একাৰলৈ আঁতৰি গ'ল। বহুদিন

শুকাই থকা শুকান মাটিত বৃষ্টি পৰি যি গোন্ধ ওলাল সেই গোন্ধ আহি তেওঁৰ নাকত স্পৰ্শ কৰি গ'ল। বৃষ্টি মিশ্ৰিত ঠাণ্ডা বতাহ যেনেকৈ তেওঁৰ ভাল লাগিল। দুয়োৰ হাবিবন শস্যৰে ভৰি থকা পথাৰবোৰ, সোণোৱালী হৈ থকা বিভিন্ন জাতিৰ ধান খেতিবোৰ, নিমিষে নিমিষে তেওঁৰ চকুৰ আগেদি পাৰ হৈ গ'ল। প্ৰতি বস্তুটোৱেই যেন বাৰ্নিচ দিয়াৰ দৰে সুশোভিত। সেউজীয়া যেন আৰু সেউজীয়া হৈছে, ক'লা যেন আৰু ক'লা হৈছে, হালধীয়া যেন আৰু হালধীয়া হৈ, তেওঁৰ চকুৰ আগেদি তীব্ৰ বেগে পাৰ হৈ গৈছে।

হুৰহুৰকৈ পৰা বৰষুণ বেছিপৰ নেথাকিল। ডাৱৰৰ কিছু অংশ বৃষ্টি হৈ মাটিত পৰিল। কিছু অংশ বতাহে কোবাই আঁতৰাই নিলে। ক্ৰমে পুনৰ বেলি পোহৰ হৈ পৰিল। গছগছনি সকলোবোৰ দেখাত উজ্জ্বল হৈ উঠিল, পূৰ আকাশত এখনি ৰামধেনু ওলাই আকাশ হালধীয়া কৰি পেলালে।

ইতিমধ্যে বৰষুণ এৰাত আৰু ডাৱৰবোৰ আঁতৰি যোৱাত, প্ৰকৃতিৰ পৰিবৰ্ত্তন ঘটিল। ৰেল গাড়ীখন উচ্চ-স্থানৰ পৰা ক্ৰমে নিম্নগামী হৈ পৰিল। এনেতে নেকৃলিউদভে নিজকে নিজে প্ৰশ্ন কৰিলে "মই বাৰু এইবোৰ কি ভাবিছোঁ।"

"অ' মই সেই মানুহবোৰৰ কথাই ভাবিছোঁ, মই ভাবিছোঁ সেই ইন্সপেক্টৰ আৰু কনভয় বিষয়া জনৰ কথা। এওঁলোক যে একেবাৰে নিষ্ঠুৰ মানুহ সেইটোও নহয়। এওঁলোকে যি নিষ্ঠুৰতা দেখুৱাইছে তাৰ কাৰণ তেওঁলোক চৰকাৰী মানুহ আৰু চৰকাৰৰ হুকুম মানিব লাগে।"

তেওঁ মাচ্লিনিকভক জেলৰ কয়দিবোৰৰ দুৰৱস্থাৰ কথা কৈছিল, কিন্তু মাচ্-লিনিকভে ভ্ৰূক্ষেপ নকৰিলে। আজি সেই কথাও তেওঁৰ মনত পৰিল। আজি তেওঁ দেখিবলৈ পাইছিল যে বহু কয়দিয়ে গাড়ীত ঠাই বিছাৰিছিল, কিন্তু কনভয় বিষয়াজনে তালৈ ভ্ৰূক্ষেপকে নকৰিলে, আৰু বহুতক গাড়ীত ঠাই নিদিলে। ৰেলৰ কামৰাৰ ভিতৰত আটাহ পাৰি থকা মাইকী মানুহজনীৰ প্ৰতিও কোনো দয়া মমতা নেদেখুৱালে, মানুহজনীৰ বেদনালৈ সিহঁত কাণেই নিদিলে। এই সকলো বিষয়ে এনে নিৰ্দয় ব্যৱহাৰ দেখুৱাৰ কাৰণ হ'ল তেওঁলোক চৰকাৰী বিষয়া। পকা মজিয়াত যেনেকৈ বৰষুণ পৰি তললৈ সোমাব নোৱাৰে সেইদৰে, এই বিষয়াবোৰৰ অন্তৰতো দয়া, মমতাই অন্তৰ স্পৰ্শ কৰিব নোৱাৰে আৰু ফলত মনুষ্যোচিত ব্যৱহাৰ কৰিবলৈ এওঁলোক অপৰাগ হৈ পৰে। ৰেল লাইনৰ দুয়োকাষে থকা গৰাবিলাকলৈ চাই নেকৃলিউদভে ভাবিলে। গৰাবিলাক কাটিতাৰ ওপৰত বিভিন্ন ধৰণৰ বিভিন্ন ৰঙৰ পাথৰৰ গাঁঠনি দিয়া হৈছে। শিলাবিলাকৰ ওপৰেদি

ধাৰাসাৰে পানী বাগৰি গৈছে, কিয়নো শিলাৰ মাজেদি পানী সৰকি মাটিৰ তললৈ সোমাব পৰা নাই।

"হয়তো গৰাবিলাক শিলেৰে ঢাকি দিয়া প্ৰয়োজন। সেইবুলি গছ গছনি শূন্য খোলা মাটি দেখি অলপো ভাল নেলাগে।"

"মানুহৰ ক্ষেত্ৰতো সেই একে কথাই খাটে।" নেক্‌লিউদভে ভাবিলে। "গৱৰ্ণৰ, ইন্সপেক্টৰ, পুলিচৰ প্ৰয়োজন আছে হয়, কিন্তু মানুহে মানুহৰ প্ৰতি হৃদয়হীন হোৱা আৰু মানুহে মানুহৰ প্ৰতি সাধাৰণ দয়া মমতা নেদেখুওৱা অতি সাংঘাতিক কথা।"

"আচল কথা" নেক্‌লিউদভে ভাবিলে, "এওঁলোকে যিটো আইন নহয়, তাকেই আইন বুলি মানি লৈছে। অথচ ঈশ্বৰে মানুহৰ অন্তৰত যি শাশ্বত আৰু চিৰন্তন আইন লিপিবদ্ধ কৰি দিছে, সেই আইন আইন বুলি মানিবলৈ এওঁলোক ৰাজী নহয়। বৰং এওঁলোকে এই আইন নেমানে। এই মানুহবোৰৰ মাজত থাকি আৰু এইবোৰ কথা দেখি, মই অত্যন্ত দুঃখ পাওঁ; আৰু হতাশ হওঁ। সিহঁতক দেখি মোৰ ভয় লাগে, প্ৰকৃততে ইহঁত সাংঘাতিক মানুহ। ইহঁত ডকাইতটকৈও অধম। ডকাইতৰে হয়তো অন্তৰত দৰদ আছে; সিহঁতৰ অন্তৰ গলিব পাৰে। কিন্তু ইহঁতৰ অন্তৰ শিলতকৈও কঠিন। এই কাৰণেই এই বিষয়াবোৰ সাংঘাতিক। শুনা যায় পুগাচেভ্ আৰু ৰেজিন সাংঘাতিক মানুহ আছিল; কিন্তু ইহঁত্ তেওঁলোকতকৈ হেজাৰগুণে ভয়লগা আৰু ভয়ঙ্কৰ।"

আমি দেখিবলৈ পাইছোঁ, আজিৰ যুগত এনে মানুহ আছে, যি নিজকে অলপো দোষী বা পাপী বুলি নেভাবে, অথচ তেওঁলোকে ভয়ঙ্কৰ পাপ-কৰ্ম্মত লিপ্ত আছে, এনে অৱস্থাত আমি যদি প্ৰকৃত খ্ৰীষ্টিয়ান, প্ৰকৃত মানৱোচিত গুণ সম্পন্ন দয়ালু মানুহ তৈয়াৰী কৰিবৰ কাৰণে মনোবিজ্ঞানৰ আশ্ৰয় লওঁ, তেন্তে আমাৰ উপায় মাথোন এটাই আছে। অৰ্থাৎ বৰ্ত্তমান মানুহবোৰ যি দৰে চলি গৈছে, তেনেকৈয়ে চলিবলৈ দিয়া। কিছুমান মানুহক গৱৰ্ণৰ, ইন্সপেক্টৰ, আৰু পুলিচ হ'বলৈ দিয়া। তেওঁলোকক এই কথাও শিকাই দিব লাগিব যে যিহেতু তেওঁলোকে চৰকাৰী চাকৰী কৰিছে, সেই কাৰণে তেওঁলোকে অন্য মানুহক সাধাৰণ গৰু মহৰ নিচিনা জ্ঞান কৰি ব্যৱহাৰ কৰিবলৈ তেওঁলোকৰ ক্ষমতা আছে আৰু তেওঁলোকে অন্য মানুহৰ লগত, মানৱোচিত আৰু ভ্ৰাতৃত্ব মূলক সম্পৰ্ক ৰাখিবৰ কোনো প্ৰয়োজন নাই। লগতে চৰকাৰী চাকৰীয়ালসকলৰ মাজত এনে ওতঃপ্ৰোত সম্পৰ্ক সৃষ্টি হোৱা দৰকাৰ যাতে কোনো কাৰণু বাহিৰ

ব্যক্তি বিশেষৰ ওপৰত নপৰে। এনেকুৱা অৱস্থা নেথাকিলে আজি মই কি ভয়াবহ দৃশ্য দেখিলো, সি কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। এই খিনিতে মন কৰিবলগীয়া কথা, এইটোৱেই যে মানুহবোৰে ধৰি লৈছে যে কোনো কোনো ক্ষেত্ৰত তেওঁলোকে মানুহক নিৰ্মম ব্যৱহাৰ কৰিবলৈ অধিকাৰ আছে। কিন্তু আচলতে এনেকুৱা ক্ষেত্ৰ কেতিয়াও থাকিব নোৱাৰে, আমি হয়তো কোনো বস্তুৰ প্ৰতি নিষ্ঠুৰতা দেখুৱাব পাৰোঁ, আমি গছ কাটি পেলাব পাৰো, ইটা তৈয়াৰী কৰিব পাৰোঁ, নিৰ্মম ভাৱে হাতুৰিৰে লোহা পিটিব পাৰো, কিন্তু মানুহৰ প্ৰতি আমি এনে ব্যৱহাৰ কৰিব নোৱাৰোঁ। মৌ-বাহঁত হাত দিওঁতে আমি যিদৰে সাৱধানতা অৱলম্বন কৰা উচিত, মানুহৰ প্ৰতি ব্যৱহাৰ কৰোতেও তেনে সাৱধান হোৱা উচিত। কোনোবাই যদি অসাৱধান হৈ মৌ বাহঁত হাত দিয়ে তেতিয়া মৌবো অনিষ্ট হ'ব, আৰু তেওঁকে মৌৱে বিন্ধিব পাৰে। মানুহৰ ক্ষেত্ৰতো সেই একে কথাই খাটে। মানুহৰ প্ৰতি মানুহে সদয় হোৱা আৰু স্নেহ শ্ৰদ্ধা দেখুওৱা হ'ল চিৰন্তন নীতি।

অন্য যেই কোনো বস্তুৰ লগত তোমাৰ যেনেকুৱা মন যায়, সেই দৰেই সম্পৰ্ক ৰাখা, সেইদৰেই ব্যৱহাৰ কৰা, কিন্তু মানুহৰ লগত তেনেদৰে চলিলে নহ'ব, নহ'ব।"

এইদৰে গৈ থাকোতে ঠাণ্ডা বতাহ সেৱন কৰি নেক্‌লিউদভ্‌ৰ ভাল লাগিল, লগে লগে তেওঁৰ মনত উদয় হোৱা প্ৰশ্নৰে তেওঁ পৰিষ্কাৰ জবাব পালে। তেওঁৰ মনটো পাতল হৈ পৰিল।

### একচল্লিশ

নেক্‌লিউদভ উঠা বেলৰ কামৰাটোত মানুহ পাতল আছিল, ভদ্ৰলোকৰ চাকৰ, কলকাৰখানাত কাম কৰা মজুৰ, কিছুমান কচাই, জনচেৰেক য়িহুদী, কেইজন মান দোকানী, কেইজনীমান মজুৰ-স্ত্ৰী, এজন সৈনিক আৰু দুগৰাকী মহিলা, (এগৰাকী পাট পাতক আৰু আন গৰাকী আদহীয়া) আৰু এজন কঠুৱা মুখৰ মানুহ। তেওঁৰ মূৰত টিক্‌নী লগোৱা এটা টুপী। মানুহবোৰে নিজ নিজ আসন লোৱাত হাই উকমি ইতিমধ্যে শাম কাটিছিল, সকলোৱে নিস্তব্ধ হৈ বহি আছিল। কিছুমানে বাদাম ভাঙি মচ্‌মচ্‌কৈ চোবাইছিল, কিছুমানে ধূম পান কৰিছিল আৰু কিছুমান কথা পতাত ব্যস্ত।

ৰেল কামৰাটোলৈ সোমাই যাওঁতে পোৱা প্ৰথম বেক খনতেই তাতে আসন লৈছিল. তেওঁৰ কাষতে নেক্‌লিউদভলৈকো অলপ ঠাই ৰাখি, তেওঁ বহিল। তেওঁৰ কাষতে বহা, এজন হৃষ্টপুষ্ট মানুহৰ লগত বেচ বনাল কথাপাতি আছিল। এই মানুহজনৰ এজন মালি বুলি পিছত নেক্‌লিউদভে জানিব পাৰিলে। তেওঁ এখন নতুন ঠাইলৈ গমন কৰিছে। তাৰচৰ ওচৰত বহাৰ পূৰ্বেই, নেক্‌লিউদভে এজন নান্‌কিন কোট পিন্ধা বগা দাড়িগোঁফৰে তোবোকাৰ বৃদ্ধলোকক এগৰাকী গাঁৱলীয়া গাভৰুৰ লগত কথা পাতি থকা দেখা পালে, মহিলা গৰাকীৰ ওচৰতে এজনী সৰু ছোৱালীয়ে বাদাম গুটি খাই আছিল। এখন ধুনীয়া ৰুমালেৰে তাইৰ মূৰৰ চুলি বন্ধা আছিল।

বৃদ্ধলোকজনে নেক্‌লিউদভক দেখি তেওঁৰ হলৌ কোটটো টান মাৰি, নেক্‌লিউদভক বহিবলৈ ঠাই উলিয়াই দি বিনীত ভাৱে ক'লে, "বহক! ইয়াতে ঠাই হ'ব।" নেক্‌লিউদভেও বৃদ্ধক ধন্যবাদ দি আসন গ্ৰহণ কৰিলে। তেওঁ বহাৰ লগে লগে বৃদ্ধই পুনৰ কথোপকথন আৰম্ভ কৰি দিলে।

গাভৰু গৰাকীয়ে বৃদ্ধক সমিধান দিছিল যে তাইৰ স্বামী নগৰত থাকে আৰু বৰ্ত্তমান স্বামীক দেখা কৰি তাই ঘৰমুৱা হৈছে। ঈশ্বৰে কৰিলে অহা ৰবিদিনত আকৌ স্বামীক দেখা কৰিবলৈ আহিব। নেক্‌লিউদভলৈ লক্ষ্য কৰি, বৃদ্ধই তৰুণীৰ প্ৰতি মন্তব্য কৰিলে, "তুমি ভালেই কৰিছা, মাজে সময়ে স্বামীৰ ওচৰলৈ অহা ভাল। নহ'লে নগৰত থকা ডেকাবিলাক সহজে বিপথগামী হ'ব পাৰে।"

'অ' নহয়! মহোদয়! নহয়, মোৰ স্বামী তেনেবিধৰ মানুহ নহয়। তেওঁৰ জীৱন এজনী কুমাৰী ছোৱালীৰ নিচিনা। তেওঁ যি দৰমহা পায়, গোটেইখিনি মোলৈ পঠাই দিয়ে। এই মোৰ ছোৱালীটি দেখি তেওঁ কিমান যে ৰং পাইছে! তাইক কিমান যে মৰম কৰে মই কি কম। হাঁহি মাৰি গাভৰুৱে ক'লে।

বাদাম খাই থকা অকণ মান ছোৱালীকণেও মাকক সমৰ্থন কৰা চাৱনিৰে নেক্‌লিউদভ আৰু বৃদ্ধৰ ফালে তধা লাগি চালে। ছোৱালীজনীৰ চাৱনিত যথেষ্ট বুদ্ধিৰ পৰিচয়।

"তেওঁ যদি এনেকুৱা গুণী আৰু জ্ঞানী তেন্তে ভালেই।" বৃদ্ধই ক'লে, "সেই কাৰখানাত কাম কৰা মজুৰ-মজুৰাণী হাল দেখিছানে? বোধহয় তোমাৰ স্বামী তেনেকুৱা নহয়।" বিপৰীত কালে বহিথকা মানুহ হালটৈ আঙুলিয়াই বৃদ্ধই কলে।

পিৰিয়েকে বটল এটাৰ পৰা ভড্‌কা বাকী চোকাচোকে পিপি আছিল আৰু

গাভীয়েকে বটলটো ভৰাই অনা মোনাটো হাতত লৈ স্বামীৰ মুখলৈ তধা লাগি চাই আছিল।

"অ' নহয় নহয়! মোৰ স্বামীয়ে মদ ভাং একো নেখায়।" তৰুণী গৰাকীয়ে বৃদ্ধক ক'লে। বৃদ্ধৰে সৈতে কথা পাতি এইদৰে স্বামীৰ গুণ কীৰ্ত্তন কৰিবলৈ পাই তেওঁ বেচ আনন্দিত। "মহোদয়, সংসাৰত মোৰ স্বামীৰ নিচিনা মানুহ কমেইহে আছে।" তাৰ পিছত নেক্‌লিউদভৰ ফালে চাই কলে, "মোৰ স্বামী হ'ল এনেকুৱাই মানুহ।"

* * * *

নেক্‌লিউদভে বৃদ্ধৰ ওচৰত বহি কিছু কথাবতৰা পাতিলে। বৃদ্ধই তেওঁৰ নিজৰ সম্পৰ্কে বহু কথাই ক'লে, তাৰচেও বৃদ্ধৰ জীৱন বৃত্তান্ত শুনি তেওঁৰ ওচৰতে বহিবলৈ আগবাঢ়ি গল।

"আহক, মহাশয়! ইয়াতে বহক, আমাৰ টোপোলাটো আঁতৰাই দিওঁ।" বাগান-মালিজনে ক'লে।

"অযত্নে ঠাই একেবাৰে কম। টনাটনিকৈ কথমপি বহিব পৰা হব। একো কথা নাই। বহক। আমি একেই বন্ধু।" এই বুলি হাঁহি মাৰি তাৰচে প্ৰায় ছমোনীয়া টোপোলাটো আঁতৰাই নিলে।

"বেচ বহুত ঠাই ওলাই পৰিল। ইয়াৰ বাহিৰেও আমি থিয় হৈও থাকিব পাৰোঁ বা বেঞ্চৰ তলত বহিব পাৰো। কোনো অসুবিধা নাই। কাজিয়া কৰাৰো দৰকাৰ নাই।" মৰম আৰু প্ৰীতিৰ ভাৱত তাৰচে ক'লে।

তাৰচে মাজে মাজে নিজৰ সম্পৰ্কে কয় যে তেওঁ অলপ সুৰা পান নকৰিলে কথা পাতিবলৈকে টান পায়। অলপ সুৰা পান কৰি গৰমহৈ ল'লেহে তেওঁ কমাব পাৰে। প্ৰকৃততে তাৰচ মানুহজন ধীৰ আৰু বহু সময়ত নীৰৱ হৈ থাকে। কিন্তু কদাচিৎ যদি তেওঁ সুৰা পান কৰে তেন্তে কথাত পঞ্চমুখ হৈ পৰে। তেতিয়া তেওঁ ভাল কথা কয়। সৰল সহজভাৱে সত্য কথা কয়। তেওঁৰ ওঠত সদাই হাঁহি বিৰিঙি থাকে আৰু প্ৰতিকথাতেই নীলা চকু দুবিত মৰম প্ৰীতিৰ ভাৱ জিলিকি উঠে।

আজি তাৰচৰ মনৰ অৱস্থাও এনেকুৱাই। নেক্‌লিউদভ্ ওচৰ চাপি অহাত অযত্নে তেওঁৰ কথাত বাধা পৰিল। টোপোলাটো আঁতৰাই তাৰচে পূৰ্ব্বৰ নিজ ঠাইত বহিলহি। তেওঁ আসন পাতি বহি, হাত দুখন মেলি, বাগান-মালিজনৰ মুখলৈ চাই, তেওঁৰ জীৱনৰ ইতিবৃত্তৰ পাতনি মেলি দিলে। তাৰচে তেওঁৰ

স্ত্ৰীৰ কথা, স্ত্ৰীৰ লগত নকুলকৈ পৰিচিত হোৱা লোকসকলৰ কথা, তেওঁৰ স্ত্ৰীয়ো কিয় নিৰ্ব্বাসিত হ'ল আৰু তেওঁনো চাইবেৰীয়ালৈ যাবলৈ কিয় আহিছে, এই সকলোবোৰ কথা ভাঙি পাতি ক'লে।

নেক্লিউদভে এইবোৰ ঘটনাৰ কথা আগতে জনা নাছিল। পতিকে তেওঁ কথাবোৰ মনদি শুনি গৈছিল। নেক্লিউদভে কথা শুনা আৰম্ভ কৰোতে কিডছিয়াই কেনেকৈ বিষ প্ৰয়োগ কৰিবলৈ সম্পূৰ্ণ যো-জা কৰিছিল, সেই অংশ পাইছিলগৈ, আৰু ইতিমধ্যে পৰিয়ালৰ ওচৰত এই ষড়যন্ত্ৰ ধৰা পৰি গ'ল।

নেক্লিউদভক প্ৰীতি সম্ভাষণ জনাই তাৰচে ক'লে, "মই মোৰ বিপদবোৰৰ কথা ব্যক্ত কৰিছোঁ। অকস্মাতে এখেতৰ চিনা এজন দিলদাৰ মানুহ পাই মগ্ন হৈ পৰিলোঁ। মোৰ জীৱনৰ সকলো বৃত্তান্ত ঠুনুপাক এখেতৰ আগত মেলি দিলোঁ।"

"তাৰপিছত কি?" নেক্লিউদভে ক'লে।

"এইদৰেই আচল ষড়যন্ত্ৰটো ওলাই পৰিল। মোৰ আয়ে কেক্টো হাতত লৈ ক'লে যে তেওঁ পুলিচৰ ওচৰত গোচৰ দাখিল কৰিব, কিন্তু মোৰ পিতা হ'ল এজন বৃদ্ধ লোক। তেওঁ আইক কলে 'বাছান! ইমান অধৈৰ্য্য নহবি, এই মানুহজনী হ'ল একেবাৰে শিশুমতি। তাই কি কৰিবলৈ গৈছিল নিজেই বুজি পোৱা নাছিল। আমি তাইক ক্ষমা কৰাই ভাল। তাইৰ হয়তো এতিয়াও জ্ঞান হ'ব পাৰে।' কিন্তু বন্ধু! মোৰ আয়ে সেই কথা নুশুনিলে। আয়ে কলে যে 'এইক ইয়াত ৰাখিলে আমাক পইতাচোৰৰ দৰে মাৰি পেলাব।' এইদৰে আয়ে পুলিচৰ ওচৰত এজাহাৰ দাখিল কৰিলে আৰু পুলিচে তৎক্ষণাত আহি সাক্ষী ল'বলৈ আৰম্ভ কৰি দিলে।"

"হেঁ, তেতিয়া তুমি কি কৰিলা?' মালিয়ে সুধিলে।

"মই কি কৰিলোঁ? তেতিয়া মোৰ ভয়ৰ পেটৰ বিষ। বিষত এবাৰ পাৰিত এবাৰ মাটিত বাগৰি আছোঁ। গোটেই নাড়ী পেটু যেন বাহিৰ হৈ যাব। মাত কথা নাইকীয়া হ'ল। অৰ্থাৎ মই মাতিব নোৱাৰা হ'লো। তেতিয়া পিতাই ঘোঁড়াজনী উলিয়াই আনি গাড়ীত জুৰিলে। কিডছিয়াক সেই গাড়ীতে উঠাই পুলিচ থানালৈ লৈ গ'ল আৰু তাৰ পিছত মেজিষ্ট্ৰেটৰ ওচৰ পোৱালে। আৰু কিডছিয়া! তাই সেই আৰটিনিক বিহ কেনেকৈ পালে আৰু কেনেকৈ মিহলাই দিলে, সেই সম্পূৰ্ণ ঘটনাৰ কথা মেজিষ্ট্ৰেটৰ আগত খীকাৰোক্তি কৰিলে।"

"এনেকৈ কিয় বিষ প্ৰয়োগ কৰিব খুজিছিল বুলি মেজিষ্ট্ৰেটে প্ৰশ্ন কৰাত তাই খপৰাই উত্তৰ দিছিল, ।'কিয় ? আপুনি সুধিছে ? মোৰ স্বামীৰ মোৰ প্ৰতি স্নেহ শ্ৰদ্ধা নাই। তেওঁ মোক ঘিণ কৰে। গতিকে তেনে স্বামীৰ লগত থকাতকৈ, চাইবেৰীয়াৰ নিৰ্ব্বাসনত থকাই মই উচিত বিবেচনা কৰিছিলোঁ।" তাৰচে হাঁহি মাৰি কলে, "মোৰ ভাগ্য হ'ল এনেকুৱাই।"

"চাওক। সকলো কথাই তাই স্বীকাৰ কৰি পেলালে। গতিকেই কল হ'ল তাই জেলত সোমাল, আৰু পিতাই সুদা মুখে ঘূৰি আহিল। ইফালে ধান চপোৱাৰ সময় আহিল। ঘৰত আয়েই হ'ল একমাত্ৰ মাইকী মানুহ। তাতে বুঢ়ী। তেন্তে এতিয়া উপায়! তাৰ হ'ল জামিনত তাইক উলিয়াই আনিব পাৰিনে কি ? গতিকেই পিতাই চাকৰিয়াল এজনক, এই সম্পৰ্কে লগ ধৰিবৰ কাৰণে ওলাই গল। কিন্তু তেওঁ একে এষাৰে নোৱাৰো বুলি ক'লে। তাৰ পিছত আন এজনৰ ওচৰ চাপিল, তেওঁৰো একে জবাব। এইদৰে চাৰি পাঁচ-জন বিষয়াক পিতাই লগ ধৰিলে। কিন্তু কোনেও ভাল সমিধান নিদিলে। শেষত এনে চেষ্টা ত্যাগ কৰাই সিদ্ধান্ত হ'ল। এনেতে হঠাৎ এজন কেৰেণীক লগ পালে। এনেকুৱা চতুৰ মানুহ সততকাই লগ পোৱাই টান। 'মোক পাঁচ ৰুবল দিয়ক। মই তাইক উলিয়াই আনিম। নিশ্চয় উলিয়াই আনিম।' কেৰেণীয়ে ক'লে। শেষত তেওঁ তিনি ৰুবলত কামটো কৰিবলৈ মান্তি হ'ল। "হেঁঃ আপুনি বাৰু কি ভাবিছে। মোৰ স্ত্ৰীয়ে নিজ হাতে গোৱা কাপোৰ এখন বন্ধকত দি টকা কিটা আনি কেৰেণীজনক দিলোঁ।" এটা দীঘল উশাহ টানি তাৰচে ক'লে, "তেওঁ যেতিয়াই দৰ্খাস্ত লিখিলে, ততালিকে জামিনৰ হুকুম হৈ গ'ল। তাৰ পিছত মই নিজেই তাইক আনিবলৈ যাত্ৰা কৰিলোঁ।"

"মোৰ বাপু! মই নগৰলৈ যাত্ৰা কৰিলোঁ' ঘোঁৰাজনী এঠাইত বান্ধি কাগজ এখন লৈ জেল গেটত উপস্থিত হ'লো। 'তোমাক লাগে কি, জেল বাবুৱে ক'লে। মই কলো, 'মোৰ স্ত্ৰী এই জেলত বন্দী হৈ আছে।' 'কিবা হুকুম আনিছানে ?' মোক সুধিলে। মই কাগজখন আগবঢ়াই দিলোঁ। তেওঁ পঢ়ি তুলি চাই কলে, 'অলপ ৰবা।' মই বেঞ্চ এখনতে বহি থাকিলোঁ। তেতিয়া বাৰটা বাজি গৈছে। তাৰ পিছত বিষয়া এজন ওলাই আহি সুধিলে, "তুমিয়েই বিবিয়াকুত্‌ হয়নে ?' মই কলোঁ, 'হয় মযেই'।

"এইয়া তোমাৰ স্ত্ৰী। তুমি লৈ যোৱা।' জেল গেট মুকলি হ'ল, কিতছিয়া নিজৰ দাজুপাৰ পিন্ধি ওলাই আহিল।

'কিভ'ছিয়া আহ।'

'তুমি খোজ কাঢ়ি আহিছানে কি?"

'নাই মই ঘোঁৰা লৈ আহিছোঁ।'

তেতিয়া মই ঘোঁৰা বখীয়াজনক পাওনা আদায় দি, বাকী থকা খাইখিনি বান্ধি লৈ, তাই বহিবৰ কাৰণে ঘোঁৰাৰ পিঠিত বস্তা এটা পাৰি দিলো। তাৰো পাছত গাত মেৰাই লৈ ঘোৰাত উঠিল। আমি দুয়ো ঘৰমুৱা হলোঁ। তালে-মানপৰ আমাৰ ভিতৰত কোনো কথা বতৰা হোৱা নাছিল। ঘৰৰ ওচৰ পাওঁ পাওঁ হওঁতে তাই মোক সুধিলে, 'আইৰ খবৰ কি? তেওঁ এতিয়াও জীৱিত আছেনে?'

'হয়, আই জীৱিত আছে।'

'দেউতাৰ একা?'

'হয়। দেউতাৰো ভাল।'

'তাৰচ মোক ক্ষমা কৰা। মই কি কুকৰ্ম কৰিছিলোঁ, নিজেই একো বুজা নাছিলোঁ। তেতিয়া মই কলোঁ, 'একো কথা নাই কিভ'ছিয়া। মই কেতিয়াবাই ক্ষমা কৰিলোঁ।' তাই আৰু একো নক'লে। আমি আহি ঘৰ পালোহি। তাই আইৰ চৰণত দীঘল দি পৰিল। আইয়েও ক'লে, 'ঈশ্বৰে তোক ক্ষমা কৰক।' পিতাই ক'লে, 'তই ভালেই আছনে আই। অতীত মৰিল, গ'ল, তাৰ কথা অস্ত হ'ল। এতিয়া একো ভাবিব নেলাগে। ভৱিষ্যতলৈ ভাল হ, এয়ে মোৰ কামনা।'

পিতাই আৰু কলে, 'এতিয়া ধানবোৰ পথাৰত নষ্ট হৈছে। তই আৰু তাৰচ দুয়ো গৈ পথাৰৰ ধানবোৰ চাই আহ।"

"বাৰু! সেই দিনাৰে পৰা তাইৰ জীৱনৰ চকৰী ঘূৰিল। তাই ইমান কাম কৰিবলৈ ধৰিলে, যে গাঁৱৰ গঞাই দেখি আচৰিত হ'ল।

"বাৰু তোমাৰ প্ৰতিও তাই দৰদী হলনে?" বাগান-মালিকজনে প্ৰশ্ন কৰিলে।

'অ' নিশ্চয়। একেবাৰে থাটাং। তাই এতিয়া মোক ইমান ভাল পায় যে আমি যেন এটি অভিন্ন-হৃদয়। মই যি কওঁ তাই বুজি পায়। মই যি কৰিবলৈ কওঁ তাই কৰি পেলায়। মোৰ আইৰ যদিও খং, তথাপি তেওঁ স্বীকাৰ কৰিবলৈ বাধ্য হল যে কিভ'ছিয়াৰ মহৎ পৰিবৰ্তন ঘটিল। তাই একেবাৰে সম্পূৰ্ণ মেলেৰ আগ্ৰহ হৈ পৰিল। এদিনাখন আমি দুয়ো সুন্দৰ গাড়ী লৈ তামুৰা আনিবলৈ

পথাবলৈ গৈছিলোঁ। প্ৰথম গাড়ীখনত আমি দুয়ো আছিলো। তেতিয়া তাইক মই সুধিলোঁ।

'কিড'ছিয়া। তই বাক কিয় তেনেকুৱা কাম কৰিব খুজিছিলি?' তাই জবাব দিলে, 'মই তোমাৰ লগত নেথাকো বুলি খাটাং সিদ্ধান্ত কৰিছিলোঁ। তোমাৰ লগত থকাতকৈ মৰি যোৱাই ভাল।' 'পিছে এতিয়া?'

'এতিয়া! এতিয়া তুমি মোৰ অন্তৰৰ প্ৰিয়তম!' তাৰচ্ নিমাত হ'ল। মুখটো জোকাৰি ঢেক্ ঢেককৈ হাঁহি পেলালে আৰু আচৰিত হোৱাৰ দৰে হৈ পৰি ক'লে, 'ডাঙৰী দুগাড়ী ঘৰত পেলাই, ততালিকে মই তাৎ এছিলিম হোঁপা মাৰি আহিলোঁগৈ। ঘূৰি আহি দেখোঁ যে ৱাৰেণ্ট এখন আহি হাজিৰ। কিড'ছিয়া আদালতত হাজিৰ হ'ব লাগে আৰু তাইৰ ওপৰত গোচৰ।"

"ই অতি দুৰ্ভাগ্যৰ কথা। কোনোবাই জীৱিত অৱস্থাত নিজৰ আত্মাক ধ্বংস কৰাৰ কথা ভাবিব পাৰেনে?" এই বুলি বাগান-মালিজনে ক'লে। তেওঁ পুনৰ এনেকুৱা এটা গল্প ক'বলৈ আৰম্ভ কৰোতেই বেলখন লাহে লাহে থামি আহিল।

"বোধহয় আমি ষ্টেচন এটাৰ ওচৰ পালোহি।" মালিয়ে ক'লে। "অলপ ওলাই গৈ পানী দুনি এটোপা খাই লওঁ।

এইদৰে কথোপকথন বন্ধ হ'ল। মালিয়ে গাড়ীৰ পৰা নামি খোজ ল'লে। নেক্লিউদভেও গাড়ীৰ পৰা নামি মালিৰ পিছে পিছে বৰষুণত তিতি থকা ষ্টেচনৰ প্লেটফৰ্মত খোজ দি গৈ আছে।

## বিয়াল্লিচ

নেক্লিউদভে গাড়ীৰ পৰা নামিয়েই কেইবাখনো ধুনীয়া ঘোঁৰা গাড়ী ষ্টেচনত ৰৈ থকা দেখিবলৈ পালে। কোনোখনত তিনিটা আৰু কোনোখনত চাৰিটা ঘোঁৰাই এই গাড়ীবোৰ টানি নিয়ে। ঘোঁৰাবোৰ বেচ ধুনীয়া, নিপোটল আৰু তিতিত টিলিঙা অৱা আছে। তেওঁ আৰু অলপ আগবাঢ়ি গৈ দেখিলে যে প্ৰথম শ্ৰেণীৰ গাড়ীৰ আগত কিছুমান মানুহে জুম পাতি আছে। ইয়াৰ ভিতৰতে আছিল ৱাটাৰপ্ৰুফ্ পিন্ধা এগৰাকী ডাক্তৰী গাভৰু। মূৰত পিন্ধা হেটটোত মূল্যবান পাখি লগোৱা। তেওঁৰ ওচৰত আছে দুট্ পিন্ধা এজন লেঙ পেঙীয়া ডেকা। ওচৰতে এটা বৃহদাকাৰ কুকুৰ, তাৰ ডিঙিত এডাল দামী 'কলাৰ' বন্ধা। তেওঁলোকৰ পিছ

কালে কিছুমান লগুৱা লিক্‌চৌৱে হাতে হাতে কিছুমান বস্তু লৈ থিয় হৈ আছে। এজন গাৰোৱানেও ৰেল ধৰিবলৈ অপেক্ষা কৰি আছে।

এই ডাঙৰী গাভৰু গৰাকী, লগত থকা ভেকাজন আৰু অপেক্ষা কৰি থকা গাৰোৱান জনৰ জাক জমকতা দেখিলে, আৰু তেওঁলোকৰ বিলাসী সাজপাৰ দেখিলে, বুজিবলৈ বাকী নেথাকে যে, তেওঁলোক কোনো সম্ভ্ৰান্তবংশৰ ঐশ্বৰ্য্যশালী লোক। কিছুমান সৰ্ব্বসাধাৰণ লোকে অলপ দূৰৈৰ পৰা থিয় হৈ তথালাগি তেওঁলোকৰ ৰেহৰূপ চাই আছে। এই দলত আছে ৰঙাটুপী পিন্ধা ষ্টেচন মাষ্টৰ, এজন চোৰাংচোৱা বিষয়া, কচ সাজপাৰ পৰিহিতা এগৰাকী দিশ্‌লীপ্‌ মহিলা, এজন টেলিগ্ৰাফ অফিচৰ কেৰেণী আৰু কিছুমান স্ত্ৰী-পুৰুষ নিৰ্বিশেষে ৰেল যাত্ৰী।

নেকৃলিউদভে থিয় হৈ থকা ভেকাজনক চিনি পালে, তেওঁ জিম্‌নাছিয়াম স্কুলৰ ছাত্ৰ কুমাৰ কৰ্চাগিন। ডাঙৰী মহিলা গৰাকী হ'ল ৰাজকুমাৰী কৰ্চাগিনাৰ ভনীয়েক। এওঁৰ জমিদাৰীলৈকে কৰ্চাগিন্‌ পৰিয়াল স্থানান্তৰিত হৈছে। সোণোৱালী জৰিলগোৱা আৰু তিৰবিৰাই থকা বুট পিন্ধা মুখ্য গাৰ্ডজনে ৰেল গাড়ীৰ কামৰাৰ দৰজা খুলি দি, সম্মান প্ৰদৰ্শনৰ নিদৰ্শন স্বৰূপ, খোলা দৰজাখন ধৰি আছে। ফিলিপ আৰু ভাৰীকিজনে দিঘলী মুখীয়া ৰাজকুমাৰী গৰাকীক চকীত বহুৱাই সাৱধানেৰে উলিয়াই লৈ গ'ল। ৰাজকুমাৰীৰ ভনীয়েকে ফৰাচী ভাষাত সাদৰ সম্ভাষণ জনালে আৰু কথা বতৰাও ফৰাচী ভাষাতেই চলিল। তাৰ পিচত প্ৰশ্ন হ'ল ৰাজকুমাৰীয়ে খোলা গাড়ীত যাবনে নে ওপৰত হুদ্‌ লগোৱা গাড়ীত যাব। অৱশেষত ষ্টেচন প্লেটফৰ্ম্মৰ পৰা ওলাই যাবলৈ এই সমদলটোৱে যাত্ৰা কৰিলে। ৰাজকুমাৰীৰ লিগিৰী গৰাকীয়ে হাতত চামৰাৰ বেগ আৰু ছাতি এটা লৈ, পিছে পিছে যাবলৈ ধৰিলে।

নেক্‌লিউদভে কৰ্চাগিন পৰিয়ালক লগ ধৰিবলৈ ইচ্ছা নকৰিলে। তেওঁ অলপ দূৰৈত থিয় হৈ, সমদলটো দুৱাৰেদি পাৰ হৈ যাবলৈ এৰি দিলে।

ৰাজকুমাৰী কৰ্চাগিনা, তেওঁৰ পুতেক, মিছি, ডাক্তৰ আৰু পৰিচাৰিকাৰ দলটো প্ৰথমেই গ'ল। বৃদ্ধ ৰাজকুমাৰ আৰু তেওঁৰ শালপতি পিছ পৰিল। নেকৃলিউদভ থিয়হৈ থকাৰ পৰা, তেওঁলোকৰ ফৰাচী ভাষাত পড়া কথাবতৰা শুনা নেযায় যদিও, দুই এটা কথা আহি নেক্‌লিউদভৰ কাণত পৰিছেহি। কিবা কাৰণত, সেইদিনা তেওঁলোকে উচ্চাৰণ কৰা দুই এটা ফৰাচী বাক্য আজিও তেওঁৰ মনত আছে।

এনে সময়তে ষ্টেচনৰ পিছ ফালৰ পৰা এদল মজদুৰ আহি উপস্থিত হ'ল।

সিহঁতৰ ভৰিত কাঠৰ ফাঁদতি। গাত ছেৰা লোমৰ কোট, আৰু পিঠিত একোটা টোপোলা। মজদুৰদলে ধীৰ গতিৰে বেলত উঠিবলৈ আগবাঢ়ি গ'ল। কিন্তু গাড়ীত উঠিব খোজোঁতেই গাৰ্ডজনে তত্তালিকে সিহঁতক বাধা দিলে। মজদুৰ দলে গাড়ীত উঠিবলৈ ঠাই বিচাৰি দৌৰিবলৈ ধৰিলে। কিছুমান অ'ত তত উঠি, টোপোলা-টাপলিবিলাক গাড়ীৰ চুকে কোণে পেলালে। ইতিমধ্যে অন্য এজন গাৰ্ডে সিহঁতক দেখি গৰজি উঠিল। মজদুৰবিলাকে পুনৰ গাড়ীৰ পৰা নামি, তাৰ পিছৰখন গাড়ীত উঠিবলৈ হুৰাহুৰি লগালে। আন এজন গাৰ্ডে পুনৰ সিহঁতক দেখি ধমক লগালে। এই গাড়ীখনতেই নেকৃলিউদভ আছিল। তেওঁ গাৰ্ডৰ কথাৰ প্ৰতিবাদ কৰি কলে যে কামৰাটোৰ ভিতৰত যথেষ্ট ঠাই আছে যেতিয়া সিহঁতৰ উঠিবলৈ দিয়াই উচিত। গাৰ্ডবিলাকেও তেওঁৰ কথাত সৈমান হ'ল। মজদুৰ বিলাক গাড়ীত উঠি আসন ল'লে। নেকৃলিউদভো ভৰাৰ ভিতৰলৈ সোমাই আহিল। এই গাড়ীত আছিল দুগৰাকী মহিলা সহ এজন ভদ্ৰলোক। সম্ৰাটৰ চাকৰী কৰা চিন্ স্বৰূপ তেওঁৰ হেটটোত এটা বেজ লগোৱা আছিল। এইদৰে মজদুৰ দলটোৱে আহি গাড়ীত বহাটো তেওঁলোকে অপমানজনক বুলি বিবেচনা কৰিলে আৰু সিহঁতে এই গাড়ীত ঠাই লোৱাৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ কৰি, সিহঁতক ওলাই যাবলৈ দাবী কৰিলে। মজদুৰ দলত ডেকা বুঢ়া সহ কুৰিজনমান আছিল। বদ ৰতাহত কাম কৰি সিহঁতৰ প্ৰত্যেকৰে মুখবোৰ ক'লা আৰু নীৰস হৈ পৰিছিল। সিহঁতে তত্তালিকে বয়বস্তুবোৰ উঠাই লৈ, কোঠাৰ ভিতৰত ইফাল সিফাল কৰোঁতে খুন্দা খুন্দলি খাবলৈ ধৰিলে। সিহঁতৰ ধাৰণা যেন কিবা এটা ডাঙৰ অন্যায়হে কৰি পেলালে। গতিকেই গাড়ীৰ পৰা ওলাই য'তে হুকুম দিয়ে, তাতেই যেন সিহঁত বহি পৰিব। হুকুম দিলে সিহঁতে যেন জাঠি জোঙৰ ওপৰতো বহিব. এনেকুৱাই হ'ল সিহঁতৰ মতিগতি।

"হেই! মূৰ্খহঁত! তাতেই নবহ কিয়? কিয় এইদৰে ঠেলাঠেলি লগাইছ? বহি থাক!" অন্য এজন গাৰ্ডে গৰ্জ্জন কৰি হুকুম দিলে।

মজদুৰ দলটোৱে এটা ডাঙৰ বিপদৰ পৰা ৰক্ষা পোৱাৰদৰে স্বস্তিৰ নিশাস এৰিলে। সিহঁতে টোপোলাটোপলিবোৰ কাষৰ পৰা নমাই আনন্দ মনেৰে বহি পৰিল।

ইতিমধ্যে মালিজনে ভাৰচৰ ওচৰৰ পৰা উঠি গৈ নিজ ঠাইত বহিলগৈ। তাজৰ সমুখত দুখন আসন খালি আছিল। আৰু তেওঁৰ ওচৰতো এখন আসন খালি আছিল। তিনিজন মজুৰে এই তিনিখন আসনত বহি পৰিল। এনেতে শ্ৰমিকাত

লাজপাবেৰে নেকৃলিউদ্দভক দেখি, সিহঁত তিনিওজন আসন এৰি উঠি যাবলৈ লাজু হ'ল, কিন্তু নেকৃলিউদ্দভে উঠি যাবলৈ মানা কৰিলে আৰু তেওঁ নিজে বেঞ্চৰ হেন্দেলতে বহি পৰিল। মজদুৰ তিনিজনৰ ভিতৰত এজনৰ বয়স প্ৰায় আঠৈকুৰি হ'ব। সি নেকৃলিউদভৰ ব্যৱহাৰ দেখি আচৰিত হোৱাদি হ'ল আৰু কম বয়সীয়া এজনে ভয় খাই উঠিল। সিহঁতে ভয়খোৱাৰ কাৰণ হ'লএয়ে যে সাধাৰণতে ভদ্ৰলোক সকলে সিহঁতক ধমক দিয়াই স্বাভাবিক। কিন্তু নেকৃলিউদভৰ নিচিনা এজন সম্ভ্ৰান্ত ব্যক্তিয়ে সিহঁতকতো দাবি-ধমক নিদিলেই, বৰং তেওঁ নিজৰ আসন এৰিহে দিলে। এই কথাই সিহঁতক আচৰিত কৰিছিল আৰু বিমোৰত পেলাই-ছিল। সিহঁতে ধাৰণা কৰিছিল যে ইয়াৰ ফলাফল শুভ নহ'ব।

কিন্তু নেকৃলিউদভে তাৰচৰ লগত সৰল ভাবে কথা বতৰা পতা দেখি সিহঁতক ধাৰণা হ'ল যে নেকৃলিউদভৰ ব্যৱহাৰৰ অন্তৰালত এনে কোনো ষড়যন্ত্ৰ নাই। সিহঁতে অলপ সকাহ পালে। তেতিয়া সিহঁতে ডেকা এজনক বস্তা এটাৰ ওপৰত বহিবলৈ আদেশ দি, নেকৃলিউদভক সেই খালি ঠাইত বহিবলৈ অনুৰোধ কৰিলে। প্ৰথমতে সেই আদবয়সীয়া মজদুৰজনে কুচি মুচি বহি আছিল যাতে নেকৃলিউদভৰ গাত হাত ভৰি নেলাগে। কিন্তু ক্ৰমে তেওঁৰ ভয় ভাগি সৰল আৰু বন্ধুভাবাপন্ন হৈ পৰিল। নেকৃলিউদভ আৰু তাৰচৰ লগত কথাবতৰা আৰম্ভ কৰি দিলে।

বৃদ্ধই ক'লে যে সিহঁতে এটা হুইস্কি তৈয়াৰ কৰা কাৰখানাত কাম কৰি বৰ্তমানত ঘৰমুৱা হৈছে। প্ৰায় আঠৈ মাহ কাম কৰি দহ ৰবল মজুৰি পালে। সেই টকাকে হাতত লৈ ঘৰলৈ ঘূৰিছে। কামৰ বন্দবস্ত কৰোতে কিছু টকা আগধন লৈছিল।

বৃদ্ধই ক'লে যে সিহঁতৰ কামকাজ অত্যন্ত কঠিন। পুৱাৰ পৰা সন্ধ্যালৈকে এ আঁঠুৱা পানীত নামি কাম কাজ কৰিব লাগে। কেবল দুপৰীয়া দুঘণ্টা আহাৰৰ কাৰণে ছুটি পায়। অভ্যাস নোহোৱা লোকে এই কাম কৰিবলৈ খুব টান পায়। ক্ৰমে অভ্যাস হ'লে অনায়াসে এই কাম কৰি যাব পাৰে। কেবল খোৱাটো অলপ ভাল লাগে। প্ৰথমতে যোগান দিয়া খাদ্য অত্যন্ত খাৰাপ আছিল; পিছত মানুহ বোৰে আপত্তি কৰাত, খোৱা বোৱাত ভাল হৈ পৰিল আৰু কামবোৰ সহজে চলাই যাব পৰা হ'ল।

তাৰ পিছত জীৱনৰ আঁঠাইচ বছৰ কেনেকৈ কাম কাজ কৰি আহিছে, আৰু আৰ্জিত ধন কালৈ পঠাই আছে সেই কথাও ক'লে। শেষত বৃদ্ধই হাঁহি-

মাৰি ক'লে যে তেওঁৰ গাত অলপ দোষ আছে অৰ্থাৎ অকণমান জ্বৰো নহ'লে তেওঁৰ নচলে।

ইয়াৰ পিছত বৃদ্ধই ঘৰত কাম কৰা মাইকী মানুহবিলাকৰ কথা ক'লে। ঠিকাদাৰবিলাকে তেওঁলোকক কেনেকৈ ব্যৱহাৰ কৰে, কেনেকৈ তেওঁলোকৰ সগৰীয়া এজনৰ মৃত্যু হ'ল, কেনেকৈ এজন বেমাৰী ঘূৰি আহিছে, সেইবোৰ কথা কলে। ৰুগীয়া মজদুৰজন সেই গাঁড়ীতেই চুক এটাত বহি আহিছিল, মানুহটো বয়সত ডেকা আৰু মুখখন শেঁতা আৰু ওঁঠবিলাক নীলা হৈ পৰিছে। নেক্‌লিউদভে বেমাৰীজনৰ ওচৰলৈ গৈ দেখিলে যে তাৰ মুখৰ চেহেৰাই এনে বিকট ৰূপ লৈছে যে তেওঁৰ আৰু কোনো প্ৰশ্ন কৰিবলৈ মন নগ'ল। তেওঁ ৰোগী জনক কুইনাইন খুৱাবলৈ উপদেশ দিলে। নেক্‌লিউদভে নিজে ঔষধৰ দাম দিবলৈ ইচ্ছা কৰিছিল, কিন্তু বৃদ্ধই তেওঁৰ পৰা পইচা ল'বলৈ ইচ্ছা নকৰিলে। ঔষধৰ দামটো বৃদ্ধই ভৰিব বুলি আশ্বাস দিলে।

"চুক! মই বহুতদেশ ভ্ৰমণ কৰিছোঁ। এনেকৈ লোকক ঠাই এৰি দিয়া ভদ্ৰলোক লগ পোৱা নাই।" বৃদ্ধই তাৰচক ক'লে। "বোধ হয় ভদ্ৰলোকৰ ভিতৰত সৰ্ব্বপ্ৰকাৰ লোক আছে"

এই মজদুৰসকলৰ লোহ সদৃশ শক্ত বাহু, ৰদে পোৰা মুখ আৰু সকৰুণ দৃষ্টি। গাত ঘৰত বোৱা কপাহী কাপোৰৰ খহতা চোলা। এই মানুহ বোৰক লক্ষ্য কৰি নেক্‌লিউদভে ভাবিলে, "এইখন ভিন্ন ধৰণৰ নতুন জগত।" তেওঁ দেখিবলৈ পালে যে তেওঁৰ চৌ-পাশে নানা ধৰণৰ নতুন মানুহ। এই শ্ৰমজীৱী মানুহ-বোৰৰ জীৱনৰ সুখ, দুঃখ আনন্দ, অনুভূতিৰ কথাও বুজি পালে।

এইখিনিতে নেক্‌লিউদভৰ মনলৈ আহিল ৰাজকুমাৰ কৰ্চাগিনে কোৱা এষাৰ কথা আৰু কৰ্চাগিন পৰিয়ালৰ বিলাসী, অথচ নীচ আৰু ক্ষুদ্ৰ-স্বাৰ্থপৰ জীৱনৰ কথা।

এজন পৰ্য্যটকে যেতিয়া অজ্ঞাত এখন নতুন জগত আৱিষ্কাৰ কৰি, যি আনন্দ পায়, তেওঁৰ মনতো তেনে এটা আনন্দই ভুমুকি মাৰিলে।

# তৃতীয় খণ্ড

## এক

মাচ্‌লভা থকা কয়দিৰ দলটো প্ৰায় তিনি হেজাৰ মাইল দূৰলৈ লৈ যোৱা হ'ল। তাইৰ দৰে ফৌজদাৰী দণ্ডবিধি আইন মতে দণ্ডিত কয়দিবিলাকে ৰেল জাহাজে দি গৈ পাৰ্ম নগৰী পালেগৈ। ইয়াতেই নেখ্লিউডভৰ যত্নত প্ৰথম মাচ্‌লভাই ভেৰা দুখভাৰ নিচিনা ৰাজনৈতিক বন্দীবিলাকৰ লগত ভ্ৰমণ কৰাৰ সুবিধা পালে। ভেৰা দুখভায়ো এনেকুৱা উপদেশ দিছিল।

পাৰ্ম নগৰী পৰ্য্যন্ত ভ্ৰমণ কালছোৱাত মাচ্‌লভাই অতিশয় কষ্ট পাইছিল। নৈতিক আৰু শাৰীৰিক দুয়োফালৰ পৰাই বেদনাদায়ক আছিল। মানুহৰ ঠেলা-ঠেলি, উৰহৰ কামোৰণি, আৰু লেতেৰা অৱস্থাই তাইক খুব অশান্তি দিছিল। আনহাতে কিছুমান মানুহে উৰহৰ দৰে ঠাঁৰে চিয়াঁৰে তাইক জোকাই গৈছিল। প্ৰতি ৰেল ষ্টেচনত, কিছুমান মানুহে উৰহৰ দৰে তাইক বেৰি বেৰি ধৰিছিল। তাই অহৰহ সমূলি জিৰণি পোৱা নাছিল। কনভয়ৰ চিপাহী, ৱাৰ্দাৰ, কয়দিৰ ভিতৰত স্ত্ৰী-পুৰুষ নিৰ্ব্বিশেষে সোপাৰে মাজত এনেকুৱা এদল মানুহ আছিল, যাৰ ভ্ৰষ্টাচাৰৰ প্ৰতি কোনো শঙ্কা নাছিল। সিহঁতৰ ভিতৰত যদি কোনো নাৰীয়ে সেই ভ্ৰষ্টাচাৰী সকলৰ লগত গা-ঢালি দিব নোখোজে, তেন্তে সৰ্ব্বক্ষণে সাৱধানেৰে থকা প্ৰয়োজন হৈ পৰিছিল। এনেদৰে দৈনিক ভয় ভ্ৰান্তি আৰু বিপদ সঙ্কুল অৱস্থাত থকাটো অত্যন্ত বিৰক্তিকৰ আছিল। বিশেষকৈ মাচ্‌ল-ভাৰ নিচিনা গাভৰুৰ কাৰণে আৰু ভয় লগা। কিয়নো মাচ্‌লভা আছিল সুন্দৰী আৰু চকুত লগা গাভৰু। তদুপৰি তাইৰ অতীত সকলোৰে জনা আছিল। ভ্ৰষ্টাচাৰীবিলাকৰ ঘৃণনীয় আক্ৰমণৰ বিৰুদ্ধে তাই দৃঢ় ভাৱে প্ৰতিৰোধ কৰি গৈছিল। ফলত আটাইবিলাক তাইৰ শত্ৰু হৈ পৰিছিল আৰু তাইৰ প্ৰতি কাৰো ভাল ভাৱ নাছিল। কেৱল ফিড'ছিয়া আৰু তাৰাচৰ লগত তাইৰ যি সদ্ভাৱ আছিল, সেয়েই মাথোন কিছুদূৰ তাইৰ কষ্ট লাঘৱ কৰিছিল। তাৰাচৰ স্ত্ৰী ফিড'ছিয়াও এইদৰে ভ্ৰষ্টাচাৰীবিলাকৰ হাতত লাঞ্ছিত হৈছিল। সেই কথা গম পাই তাৰচে নিজেই বিজানি নভগোৰদত গ্ৰেপ্তাৰ হৈ আচামী হিচাবে তেওঁৰ পত্নীক অত্যাচাৰ আৰু লাঞ্ছনাৰ পৰা ৰক্ষা কৰাৰ উদ্দেশ্যে তাইৰ সঙ্গী হৈছিল।

মাচলভাক ৰাজনৈতিক বন্দীবিলাকৰ লগত ভ্ৰমণ কৰিবলৈ অনুমতি দিয়াত তাইৰ অৱস্থাৰ বহু উন্নতি হ'ল। ব্যভিচাৰীবিলাকৰ হাতৰ পৰা তাই ৰক্ষা পালে। তাৰোপৰি ৰাজনৈতিক বন্দী বিলাকৰ যাতায়াতৰ আৰু খোৱাবোৱাৰ ব্যৱস্থাও উন্নত আছিল। তেওঁলোকৰ প্ৰতি ব্যৱহাৰ তেনে নিষ্ঠুৰ নাছিল। ইয়াৰ ফলত তাই এই দুই প্ৰকৃতিৰ মানুহবোৰৰ হাতৰ পৰা ৰক্ষা পালে। এই নতুন পৰিৱেশত তাই অতীত পাহৰি পেলাবলৈ সক্ষম হ'ল, যাৰ কাৰণে তাই সকলো সময়তে চেষ্টা কৰি আহিছিল। তাৰোপৰি আৰু এটা বিশেষ ঘটনা হ'ল এই যে বহুত মানুহৰ লগত তাইৰ চিনা পৰিচয় আৰু ঘনিষ্টতা ঘটিল। এই মানুহখিনিৰ সংস্ৰৱত অহাৰ ফলত তাইৰ স্বভাৱৰ ওপৰতো এটা গুৰুত্বপূৰ্ণ প্ৰভাৱ পৰিল। তাইৰ স্বভাৱৰ পৰিৱৰ্ত্তন সুপথে ধাবিত হ'ল।

প্ৰতি হন্টিংষ্টৈচনতে মাচ লভাই ৰাজনৈতিক বন্দীবিলকৰ লগত লগ হোৱাৰ সুবিধা পাইছিল। তাই আছিল এজনী স্বাস্থ্যৱতী লাৱণ্যময়ী গাভৰু। গতিকেই সময়ে সময়ে কয়দিবিলাকে খোজ কাঢ়িব লগা হ'লে, তায়ো সিহঁতৰ লগত মাৰ্চ্চ কৰিছিল। এই দৰে তমস্কৰ পৰা যাওঁতে গোটেই ৰাস্তা তাই খোজ কাঢ়ি গৈছিল। লগত দুজনা ৰাজনৈতিক বন্দীও আছিল। তাৰে এজনী হল মেৰীয়া পাভলভনা চিচেটিনিনা। এওঁ এগৰাকী সুন্দৰী গাভৰু' চকুজুৰি ৰঙচুৱা। নেক্লিউদভে জেলত দুখভাক লগ পাবলৈ যাওঁতে এই গাভৰু গৰাকীয়ে তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিছিল। আনজন হ'ল চাইমনচন, এওঁ ডেকা মানুহ' সিমান ৰঙাও নহয়, অলপ লেঙুৰিয়াই খোজ কাঢ়ে আৰু চকুকিটা সোমোৱা। দুখভাক দেখা কৰিবলৈ যাওঁতে এই ডেকাজনো নেক্লিউদভৰ চকুত পৰিছিল। ইয়াকুটস্ক অঞ্চলত নিৰ্ব্বাসন খাটিবৰ কাৰণে এওঁক পঠোৱা হৈছে। মেৰীয়া পাভ্লভনা পদব্ৰজে যোৱাৰ কাৰণ হ'ল, এগৰাকী গৰ্ভৱতী নাৰী কয়দিক তেওঁৰ ঠাইত গাড়ীত উঠি যাবলৈ স্বেচ্ছাই তেওঁ জেগা এৰি দিছিল। চাইমনচনে তেওঁক দিয়া বিশেষ সুবিধ গ্ৰহণ কৰিবলৈ ৰাজী নাছিল। তেওঁলোকে পুৱাই প্ৰতিদিনে কয়দি দলৰ লগত মাৰ্চ্চ কৰে। বাকী ৰাজনৈতিক বন্দীবিলাকে পিছে পিছে গাড়ীত উঠি যায়। এখন ডাঙৰ নগৰ পোৱাৰ পূৰ্ব্বে এয়ে আছিল শেষ মাৰ্চ্চৰ ব্যৱস্থা। ডাঙৰ নগৰখনত উপস্থিত হোৱাত অন্য এজন বিষয়াই কনভয়ৰ দায়িত্ব গ্ৰহণ কৰিলে।

চেপ্টেম্বৰ মাহ। পুৱা বেলা। এজাক ঠাণ্ডা বতাহে বিৰ্ বিৰ্কৈ বৰবলৈ ধৰিলে। মাজে মাজে হুৰহুৰকৈ বৰষুণ আহে আৰু বৰফো পৰে। এনে সময়তে ৪০০ কয়দি আৰু ৫০ গৰাকী নাৰী কয়দী এটা জিৰণি শিবিৰত উপস্থিত হল। কিছুমানে মুখত

কনভয় বিষয়াজনৰ চৌ-পাশে বেৰি আছে। তেওঁ কিছুমান বিশেষ ভাবে নির্বাচিত ৰখীক হাতে হাতে ছদিনৰ খৰচ বিলাই দিছে। বাকী বিলাকে ষ্টেচনৰ পোহাৰীৰ পৰা বয়বস্তু কিনাত ব্যস্ত। কয়দি বিলাকৰ মাজত পইচা গণনা কৰাৰ গুণগুণনি বাজি উঠিল। পোহাৰীবিলাকে তেওঁলোকৰ পোহাৰৰ খাদ্যবস্তু খৰিদ কৰিবলৈ আহ্বান জনোৱা চিঞৰ-বাখৰ সৃষ্টি হল।

ষ্টেচন-চোতালৰ উত্তৰফালে খকা দেৱালৰ কাষত বহি পোহাৰীবিলাকে সিজোৱা মাংস, কণি, গাখীৰ, মাছ আদি বহু বস্তুৰ পোহাৰ মেলিছিল।

কাটুংচা আৰু মেৰীয়া পাভ্‌লবনাই এই বজাৰলৈ ভৰিত ওখ বুট আৰু গাত ভেৰানোমৰ ছুটি কোট পিন্ধি, মূৰত শাল একোখন মেৰাই জিভৰৰ পৰা ওলাই আহিল। চাইমনচনেও ৰবাৰৰ জেকেট আৰু অভাৰ সু-যোৰ লগাই সমদলৰ লগত যাত্রা কৰিবৰ কাৰণে সাজুহৈ ওলাই আহিল, (তেওঁ নিৰামিষ ভোজী হেতু কোনো জন্তুৰ চামৰাৰ চোলা ব্যৱহাৰ কৰা নাই)। ষ্টেচনৰ দালানটোৰ প'টিক'ত থিয় হৈ তেওঁ ন'ট বুকত কিবা এটা লিখি আছে। তেওঁ এই বুলি লিখিলে, "বীজাণু অনুসন্ধিৎসুসকলে মানুহৰ নখ পৰীক্ষা কৰি ক'ব পাৰে যে ই অজৈৱিক পদার্থ। সেইদৰে আমি পৃথিবীৰ খোলাৰ মাটি পৰীক্ষা কৰিও ক'ব পাৰোঁ যে ইও অজৈৱিক পদার্থ। এই কথা সঁচা নহয়।"

মাছলভা আৰু মেৰীয়া পাভ্‌লবনাই কণি, কটি, মাছ আৰু কিছু অন্য বস্তু কিনিলে। মাচ্‌লভাই বস্তুখিনি কোচত ভৰাই ল'লে আৰু মেৰীয়াই পোহাৰীক বস্তুখিনিৰ দাম আদায় দিলে। এনেতে কয়দিবিলাক নীৰৱ হৈ পৰিল। প্রত্যেকেই নিজ নিজ ঠাইলৈ গতি কৰিলে। এজন বিষয়া আহি সমদল যাত্রাৰ কাৰণে হুকুম জাৰি কৰিলে।

সচৰাচৰ যিখিনি কাম কৰা হয়, সেইদৰে কয়দিবিলাক গণনা কৰা হ'ল। সিইতৰ ভৰিত লগোৱা শিকলিবিলাক পৰীক্ষা কৰি চোৱা হল। জোৰ জোৰকৈ যিবিলাকে মাৰ্চ কৰিব লাগে, তেওঁলোকৰ হাতত হেণ্ড্‌কাফ দিয়া হ'ল। এনেতে কনভয় বিষয়া এজনে ক্রুদ্ধমূৰ্ত্তি ধৰি চিঞৰ বাখৰ লগালে। লগতে আৰু শুনা গ'ল কেচুৱা এটাৰ ক্রন্দন আৰু হুতুৰ কৰে মাৰ মৰাৰ এটা আৱাজ। কয়দি বিলাক ক্ষন্তেক নিস্তব্ধ আছিল। তাৰ পিছত তেওঁবিলাকে গোজগোজাই উঠিল। মাচলভা আৰু মেৰীয়া পাভ্‌লবনাই যি ফালৰ পৰা এই আঘাতৰ আৱাজ আৰু কান্দোনৰ ধ্বনি আহিছিল, সেই ফালে খোজ দি আগবাঢ়ি গ'ল।

## দুই

কাটুংচা আৰু মেৰীয়া পাভ্‌লৱনাই দেখিলে কি? তেওঁলোকে এটা কৰুণ দৃশ্যৰ সন্মুখীন হ'ল। তেওঁলোকে দেখিলে গোঁফ-দাড়ি ভোৰোকাৰ এজন লেঙেৰা বিষয়া। তেওঁ মুখেৰে গালি পৰি আৰু বাওঁহাতেৰে সোঁহাতৰ তলুৱাখন মোহাৰি আছে। কয়দি এজনৰ গালত কাণতলীয়া চৰমাৰি তেওঁ নিজেই হাতত আঘাত পালে। বিষয়াজনৰ সন্মুখত আছে এটা কয়দি। মানুহটো বেচ ওখ কিন্তু ক্ষীণোৱা। মূৰৰ চুলি আধা খুৰুৱা, সি গাত পিন্ধা পেণ্টটো আৰু চোলাটো মানুহটো চাই যথেষ্ট চুটি। তাৰ মুখৰ পৰা ধাৰাসাৰে তেজ বৈ আছে। কয়দিটোৱে এখন হাতেৰে মুখখন মোহাৰি আছে, আনখন হাতেৰে শাল এখনেৰে মেৰাই অকণমানি ছোৱালী এজনী ধৰি আছে। ছোৱালী জনীয়ে কান্দোনত গছৰ পাত সৰুৱাইছে।

"তোক! তোক মই তৰ্ক কৰিবলৈ ভালকৈয়ে শিকাই দিম। ছোৱালী জনীক ভালে ভালে মাইকী মানুহৰ হাতত দি দে আৰু লাইন ধৰ।"

এই কয়দিজনক গাঁৱৰ বাইজে সমাজচ্যুত কৰিছিল। তমস্কত তেওঁৰ স্ত্ৰী সান্নিপাত জ্বৰত মৃত্যু হোৱাত অকণমানি ছোৱালী জনী সি নিজেই সাৱটি লৈ আহিছিল। কনভয় বিষয়াজনে হাতত হাতকেৰি লগাবলৈ হুকুম দিয়াত, সি প্ৰতিবাদ কৰি কৈছিল যে হাতকেৰি দিলে সি ছোৱালীজনী কেনেকৈ কঢ়িয়াই নিব, এই কথাতে বিষয়াজনে খঙত অগ্নিশৰ্ম্মা হৈ, তেওঁৰ হুকুম অমান্য কৰিছে বুলি, তাক কানতলীয়া চৰ দিছিল।*

কনভয় চিপাহী এজন এই জখমী কয়দিজনৰ ওচৰত থিয় হৈ আছিল। ওচৰত আৰু এজন চিপাহীয়ে কপাল ঘোপা কৰি এবাৰ বিষয়াজনলৈ আৰু এবাৰ ছোৱালীজনী ধৰি থকা কয়দিটোলৈ চাই আছে। কনভয় বিষয়াজনে পুনৰ ছোৱালীজনী কাঢ়ি নিবলৈ চিপাহী এজনক হুকুম দিলে। ইতিমধ্যে কয়দি বিলাকৰ মাজত গোৰ গোৰণি ক্ৰমে বৃদ্ধি হ'ল।

পিছ ফালৰ পৰা এজনে মাত দিলে। "তমস্কৰ পৰা, গোটেই বাটত এনেদৰে হাতকেৰি দিয়া হোৱা নাছিল।"

"ছোৱালীজনীতো কুকুৰৰ পোৱালী নহয়।"

---

*এনে এটা ঘটনাৰ কথা ডি, এ, লিদিতে "নিৰ্ব্বাসন"—বোলা পুস্তকত উল্লেখ কৰিছে।

"ছোৱালীজনী নি কি কৰিব ?"

' সেইটো আইনৰ ভিতৰুৱা কথা নহয়।" আন এজনে ক'লে।

"হেই! সেইটো কোন? কোন? এজন বিষয়াই চিঞঁৰি উঠিল। তেওঁক যেন ৰবলেহে বিন্ধিলে। তেওঁ খেদামাৰি ক'লে, "ইঁহতক মই আইন শিকাই দিম।"

"তই। তই। কিয় কেপ কেপাইছ? ব'হ।"

"আটাইয়ে একে কথাকে কৈছে। সেই কাৰণে—।" চুটিচাপৰ মুকলি মুখৰ এজন কয়দিয়ে ক'লে।

কয়দিটোৱে কথা শেষ কৰিবলৈ নৌ পাওঁতেই বিষয়াজনে মুঠো-হাতে তাক ঘোঁচা মাৰি দিলে।

"ইঁহতে বিদ্ৰোহ কৰিব খুজিছে! বিদ্ৰোহ কৰাৰ মজা মই দেখুৱাই দিম। ইঁহতক কুকুৰৰ দৰে গুলিয়াই মাৰিম। জনা নাই। সেইবুলি চৰকাৰে মোৰ একো কাণ চিঙিব নোৱাৰে। ল—ছোৱালীজনী লৈ যা।"

কয়দিবোৰে চুপ মাৰিলে।

এজন কনভয় বিষয়াই ছোৱালীজনী টানিবলৈ ধৰিলে আৰু ফলত ছোৱালী-জনীৰ কান্দোন আৰু চৰিহে গ'ল। ইতিমধ্যে আন এজন চিপাহীয়ে কয়দিটোৰ হাতত হাতকেৰি লগাই দিলে। তৰোৱাল আঁৰা বেল্ট দালত আজোৰ মাৰি বিষয়াজনে ক'লে, "নে এতিয়া। ছোৱালীজনী কোনো নাৰী কয়দীৰ হাতত গুজি দে।"

ছোৱালীজনীয়ে তাইৰ হাতখন একঘাৰলৈ টনাটনি কৰি হৱাও বাৱে কান্দিবলৈ ধৰিলে। মেৰীয়া পাভ্‌লৱনাই জুমৰ পৰা ওলাই আহি বিষয়াজনৰ কাষ চাপি ক'লে, "অনুগ্ৰহ কৰি ছোৱালীজনী মোৰ হাতত দিবনে ?"

"কোন তুমি ?" বিষয়াজনে প্ৰশ্ন কৰিলে।

"মই ৰাজনীতিক বন্দী।"

মেৰীয়া পাভলৱনাৰ চেহেৰা আছিল আৰ্কৰ্ষণীয়। এগৰাকী সুন্দৰী আৰু লাৱণ্যময়ী নাৰী। চকুযুৰি ওখ আৰু গুনীয়া। এই বিষয়াজনে কনভয়ৰ দায়িত্ব গ্ৰহণ কৰোতেই তেওঁৰ চকু মেৰীয়া পাভলৱনাৰ ওপৰত পৰিছিল। কথাষাৰ শুনি বিষয়াজন অলপ কুমলিল। তেওঁ নিমাত হৈ মেৰীয়াৰ ফালে দৃষ্টি নিক্ষেপ কৰি বিবেচনা কৰাৰ দৰেহে কলে, "মোৰ আপত্তি নাই। ইচ্ছা হলে নিব পাৰা।

তোমাৰ পক্ষে তাইক মৰম দেখুৱা সহজ হ'ব। কিন্তু ছোৱালীজনী সহ কয়দি-টোৰে পলালে তাৰ কাৰণে কোন দায়ী হ'ব ?"

"কেছুৱাটো কোলাত লৈ সিনো কেনেকৈ পলাব।" মেৰীয়াই ক'লে।

"সেইবোৰ কথা লৈ তৰ্ক কৰিবলৈ মোৰ সময় নাই। ইচ্ছা থাকিলে ছোৱালী-জনী লৈ যোৱা।"

"মই ছোৱালীজনী দিমনে কি ?" ছোৱালী ধৰি থকা চিপাহীজনে সুধিলে।

"অঁ দি দিয়া।"

"আহাঁ আহাঁ" বুলি ছোৱালীজনী ধৰিবলৈ মেৰীয়া আগবাঢ়ি গ'ল।

কিন্তু ছোৱালী জনীয়ে চিপাহীজনৰ কোলাৰ পৰা বাপেকৰ ফালেহে হাত মেলিলে আৰু মেৰীয়াৰ ওচৰলৈ নোযোৱা হ'ল।

"মেৰীয়া পাভ্‌লবনা, অলপ ৰ'বা।" মাচ্‌লভাই ক'লে। মোনাৰ পৰা বিস্কুট এটা উলিয়াই তাই ক'লে, "ছোৱালীজনী মোলৈ আহিব "

অকণমান ছোৱালীজনীয়ে মাচ্‌লভাক চিনি পাই মাচ্‌লভাৰ মুখখন আৰু হাতত বিস্কুটটো দেখি, ছোৱালীজনী মাচ্‌লভাৰ কোলালৈ গুছি গ'ল।

ইয়াৰ পিছত সকলো নীৰব।

ষ্টেচন চোতালৰ দৰজা মুকলি হ'ল। কয়দিবিলাকে বাহিৰলৈ ওলাই দুজন দুজনকৈ শাৰী পাতিলে। কনভয় বিষয়াজনে পুনৰ কয়দিবিলাকৰ গন্তি ললে। টোপোলা-টুপলিবিলাক পুনৰ গাড়ীত বোজাই কৰা হল। দুৰ্ব্বল কয়দি বিলাক এই টোপোলাবোৰৰ ওপৰত বহি পৰিল। মাচ্‌লভাই কোলাত কেচুৱাটো লৈ, নাৰী কয়দী বিলাকৰ মাজত ফিড'ছিয়াৰ কাষতে বহাৰ আসন ল'লে। চাইমনচনে বিষয়াজনৰ এই সকলোবোৰ কাণ্ড লক্ষ্য কৰি আছিল। ইতিমধ্যেই বিষয়াজনে মাৰ্চ্চৰ হুকুম দিলে, তেওঁ দৃঢ় পদক্ষেপে বিষয়াজনৰ কাষচাপি কলে,

"আপোনাৰ ব্যৱহাৰ অত্যন্ত খাৰাপ।"

"যোৱা! নিজৰ জেগালৈ যোৱা। এই বিলাক কথাত তোমাৰ লাগিবৰ কোনো প্ৰয়োজন নাই।"

"এই কথা কোৱা মোৰ প্ৰয়োজন বুলিয়েই আপোনাক কৈছো। আপোনাৰ ব্যৱহাৰ অত্যন্ত গৰ্হিত।" চাইমনচনে পোন্দোৱাকৈ চাই বিষয়াজনক ক'লে,

"ঠিক্ আছে! মাৰ্চ্চ" বুলি, কনভয় বিষয়াজনে চাইমনচনৰ কথালৈ কাণ নিদি,

হুকুম জাৰি কৰিলে আৰু নিজে কচোৱানটোৰ গাত ধৰি, ঘোঁৰা গাড়ী এখনত উঠি পৰিল।

এটা বোকা পানীৰে ভৰা ওথ বাস্তাইদি কয়দি দলটোৱে আগবাঢ়িল। বাটটোৰ দুয়োকাষে দ খাল। এখন অটব্য অৰণ্যেদি এই বাটটো গৈ আছে।

## তিনি

চবছৰ ধৰি কাটুংচাই পতিতা জীৱন নিৰ্ব্বাহ কৰিছিল। তাৰপিছত দুমাহ ফৌজদাৰী দণ্ডবিধিমতে দণ্ড প্ৰাপ্ত কয়দি বিলাকৰ লগত দিন কটাইছিল। পতিতা জীৱন আছিল যেচ বিলাসীতাপূৰ্ণ। এনে এটা জীৱনৰ পিছত কয়দি জীৱনৰ তিক্ততা আৰু নিষ্ঠুৰতা সত্ত্বেও, ৰাজনৈতিক বন্দীবিলাকৰ মাজত থাকি তাইৰ ভালেই লাগিছিল। দৈনিক তাই পোন্ধৰৰ পৰা কুৰি মাইল খোজ কাঢ়ি গৈছিল আৰু এইদৰে দুদিন খোজ কাঢ়ি এদিন জিৰণি লৈছিল। খোৱা বোৱা ভাল হোৱাৰ ফলত তাই গাত যথেষ্ট জোৰ পাইছিল। তাই এই নতুন লগৰীয়া সকলৰ লগত লগ লাগি, এটা নতুন জীৱনৰ সন্ধান পালে। এনে এটা বসাল জীৱন আছে বুলি পূৰ্ব্বে তাইৰ সপোনৰ অগোচৰ আছিল। এনে আচৰিত ধৰণৰ সুন্দৰ মানুহ আছে বুলি তাইৰ কল্পনাৰ অতীত আছিল আৰু এনে মানুহ তাই কোনো দিনে লগ পোৱা নাছিল।

"আদালতত যেতিয়া মোক শাস্তি দিছিল, তেতিয়া মই কান্দিছিলোঁ।।" তাই নিজে নিজে ভাবিলে "এতিয়া মই বুজিলোঁ।। তাৰ বাবে চিৰকাল ঈশ্বৰক মই ধন্যবাদ দিম। এতিয়া মই এনে জ্ঞান পাইছোঁ, যি জ্ঞান হয়তো মোৰ জীৱনত মই কেতিয়াও নেপালোঁহেতেন।"

এই ৰাজনৈতিক বন্দী বিলাকৰ উদ্দেশ্য কি সেই কথা সহজে তাই বুজি পাইছিল। তায়ো সাধাৰণ মানুহৰ মাজৰ পৰাই অহা হেতু, তেওঁবিলাকৰ উদ্দেশ্যৰ প্ৰতি তায়ো সম্পূৰ্ণ সহানুভূতিশীল হৈ পৰিল। তাই এই কথা বুজিলে যে এই মানুহবিলাক সাধাৰণ দুখীয়া মানুহৰ পক্ষে আৰু উচ্চ-শ্ৰেণীৰ বিৰুদ্ধে। তেওঁলোক নিজে যদিও উচ্চ-শ্ৰেণী সম্ভূত, তথাপি তেওঁলোকে নিজৰ, সুখ বিলাস, নিজৰ স্বাধীনতা ত্যাগ কৰি, জনতাৰ মঙ্গলৰ কাৰণে জীৱন উৎসৰ্গা

কৰিছে। এই বিলাক কথাত তাই যথেষ্ট মূল্য দি তেওঁলোকৰ প্ৰতি প্ৰশংসামুখৰ হৈ পৰিল।

এই নগৰীয়াসকলৰ লগত থাকি তাই খুব বং পায়; বিশেষকৈ মেৰীয়া পাভ্লৱনাৰ লগত। পাভলৱনাৰ প্ৰতি তাইৰ মৰম, স্নেহ আৰু শ্ৰদ্ধা খুব বেছি। পাভ্লৱনাও আছিল এজন ধনী জেনেৰেলৰ কন্যা। লাৱণ্যময়ী গাভৰু। তিনিটা ভাষাত পাৰদৰ্শিনী। ককায়েকো যথেষ্ট ঐশ্বৰ্য্যশালী। ককায়েকে ভনীয়েকলৈ পঠোৱা সমস্ত বহু মূলীয়া বস্তু তাই ত্যাগ কৰিছে। সাধাৰণ লোকৰ ছোৱালীবিলাকৰ দৰে সাধাৰণ সাজপাৰ পৰিধান কৰি তেওঁ সৰল জীৱন যাপন কৰে। নিজৰ সৌন্দৰ্য্যৰ প্ৰতি আওকণীয়া। মেৰীয়া পাভ্লৱনাৰ এইবিলাক বৈশিষ্ট্যই মাচ্লভাৰ মনত দকৈ সাঁচ বহুৱাইছিল। তাই মেৰীয়াৰ এই গুণবিলাক দেখি আচৰিত নহৈ নোৱাৰিছিল। মাচ্লভা মেৰীয়া পাভ্লৱনাৰ গুণত মুগ্ধা হৈ পৰিল।

মাচ্লভাই দেখিছিল যে মেৰীয়া নিজে তেওঁৰ সৌন্দৰ্য্য সম্পৰ্কে সচেতন নোহোৱা নহয়। সেই বাবে তেওঁ আনন্দিতা। তথাপি তেওঁৰ সৌন্দৰ্য্যই পুৰুষক যিদৰে আকৰ্ষণ কৰে, তাক তেওঁ অলপো ভাল নেপায়। বৰং তেওঁ ভয়হে পায়। কোনোবাই তেওঁৰ প্ৰেমত পৰাতো তেওঁ অতিশয় ঘিণ কৰে। মেৰীয়াৰ পুৰুষ নগৰীয়াবিলাকে এই কথা জানে। গতিকেই তেওঁলোকৰ ভিতৰৰ কোনেও মেৰীয়াৰ প্ৰেমাকাঙ্খী নহয়। কোনোবা প্ৰেমাসক্ত হ'লেও তেওঁলোকে তাক গুপ্ত কৰি ৰাখে আৰু আনৰ লগত যেনেদৰে ব্যৱহাৰ কৰে, মেৰীয়াৰ লগতো তেনেদৰেই কৰে। অন্ত কোনো অচিনাকীলোকে মেৰীয়াৰ মৰ্য্যাদা হানি কৰিব খুজিলে, তাৰ বিৰুদ্ধে যুঁজ দিবলৈ মেৰীয়াৰ গাত যথেষ্ট বলো আছিল।

এদিন হাঁহি মাৰি মেৰীয়াই কাটুংচাক কৈছিল, "বুজিছা, এদিনাখন এনেকুৱা হ'ল। বাজ আলিত মানুহ এটাই মোৰ পিছ লৈছিল। কোনো প্ৰকাৰেই সি মোৰ পিছ নেৰে। শেষত মই তাক এনেকুৱা ধমক দিলো যে সি ভয়ত দৌৰি পলাল।"

তেওঁ বিপ্লবী হ'ল এই কাৰণেই যে সকলে পৰাই, তেওঁ অভিজাত জীৱন ভাল পোৱা নাছিল। সাধাৰণ মানুহৰ জীৱন পদ্ধতিৰ প্ৰতি তেওঁ আকৰ্ষিত হৈছিল আৰু ভালো পাইছিল। চাকৰ বিলাকে কাম কৰা যোলাত বা পাক

ঘৰত নাইবা খোঁৱাশালত বহি বহি সময় কটোৱাৰ কাৰণে তেওঁ ঘৰত সদাই ৰকচনি খাব লগীয়া হৈছিল।

"কিন্তু মই সদাই ৰান্ধনি আৰু কচোৱান বিলাকৰ লগত থাকি বং পাইছিলোঁ। অভিজাত মহিলা বা অভিজাত লোকৰ লগত থাকি মই অলপো ভাল নেপাইছিলোঁ। বৰং বিতৃষ্ণা হৈছিল।" মেৰীয়াই ক'লে।

"মই যেতিয়া কথাবতৰা বুজি পালোঁ, তেতিয়া মোৰ ধাৰণা হ'ল যে আমাৰ জীৱনৰ ধাৰা বা পদ্ধতি সম্পূৰ্ণ ভুল। সৰুৰে পৰা মই মাতৃহীনা আৰু দেউতাক সমূলি ভাল পোৱা নাছিলোঁ। গতিকেই উনৈশ বছৰ বয়সত মই ঘৰৰ পৰা গুলাই গলোঁ আৰু এগৰাকী বান্ধৱীৰ লগত কাৰখানা এটাৰ কামত ভৰ্ত্তি হলোঁ।"

পিছত কাৰখানাৰ কাম এৰি দি গাৱঁত থাকিবলৈ ল লো। পুনৰ গাওঁ এৰি নগৰৰ ঘৰ এটাত থাকিবলৈ লও, য'ত এটা গুপ্ত ছাপাখানা আছিল। ইয়াতেই মেৰীয়াক পুলিচে গ্ৰেপ্তাৰ কৰে আৰু পিছত সশ্ৰম কাৰাদণ্ড হয়। এইখিনি কথা মেৰীয়াই নিজমুখে কাটুংচাক কোৱা নাছিল। তাই অন্য মানুহৰ মুখৰ পৰাহে শুনিছিল, যে যেতিয়া ছাপাখানা থকা ঘৰটো পুলিচে তালাচ কৰিছিল, তেতিয়া কোনোবা এজন বিপ্লৱীয়ে গুলিৰ আৱাজ কৰে। কিন্তু পিছত মেৰীয়াই নিজেই মাৰিছিল বুলি দোষ স্বীকাৰ কৰিছিল।

কাটুংচাই ক্ৰমে মেৰীয়া পাভ্‌লৱনাৰ সম্পৰ্কে সকলো কথা জানিলে। তাই দেখিবলৈ পাইছিল যে মেৰীয়াই যেই অৱস্থাতেই থাওক, তেওঁ নিজৰ সুখ সুবিধাৰ কথা ভৰা নাছিল। কেৱল আনক কেনেকৈ সাহায্য কৰিব পাৰি, সেই কথাহে ভাবি'ছল। নৱগৰভ্‌ নামে তেওঁৰ সহকৰ্মী এজন মন্তব্য দিছিল যে মেৰীয়াই লোক-সেৱাত নিজক বিলাই দিছিল। আচলতে এই কথা সম্পূৰ্ণ সত্য আছিল। খেলুৱৈসকলে যেনেকৈ সদায় খেলাধূলাৰ খা-খবৰ লয়, মেৰীয়াই সদাই তেওঁ ক'ত কাক সেৱা কৰিব পাৰে, তাৰহে খা-খবৰ লয়। সেৱাই হৈ পৰিল মেৰীয়াৰ জীৱনৰ লক্ষ্য আৰু জীৱন-দৰ্শন। শেষত এনে হ'ল মেৰীয়াই যাক সাহায্য কৰে, বা সেৱা কৰে সিহঁতে মেৰীয়াৰ প্ৰতি কৃতজ্ঞ হোৱাৰ ঠাইত, সেইটো মেৰীয়াৰ কৰ্ত্তব্য বুলিহে ধৰা হ'ল।

মাচ্‌লভাই যেতিয়া প্ৰথম ৰাজনৈতিক বন্দীবিলাকৰ সংস্পৰ্শলৈ আহে, তেতিয়া মেৰীয়াই তাইক অলপো ভাল পোৱা নাছিল, বৰং তাইক দেখি তেওঁৰ বিতৃষ্ণাহে হৈছিল। মাচ্‌লভায়ো এই কথা জানিছিল। লগে লগে তাই দেখিছিল যে মেৰীয়াই এই মনোভাৱ দমন কৰিবলৈ চেষ্টাও কৰিছিল আৰু ক্ৰমে তাইৰ প্ৰতি

ব্যৱহাৰত স্নেহশীল আৰু সদয় হৈ পৰিল। মেৰীয়াৰ এনে মৰম শ্ৰদ্ধা পাই তাইৰ ইমান ভাল লাগিছিল যে তায়ো মেৰীয়াৰ ওচৰত সকলো বিষয়ে অন্তৰ খুলি দিলে আৰু অজ্ঞাতসাৰে মেৰীয়াৰ মতাদৰ্শ গ্ৰহণ কৰি পেলালে। সকলো বিষয়ত তাই মেৰীয়াক অনুসৰণ কৰিবলৈ ধৰিলে। মাচ্‌লভাই এইদৰে সৰ্ব্বক্ষেত্ৰত মেৰীয়াক অনুসৰণ কৰাত, মেৰীয়ায়ো তাইৰ প্ৰতি মৰম স্নেহ উধুৱিয়াই দিলে।

এই দুয়ো নাৰীৰ এটা বিশেষ মিল হ'ল এই ক্ষেত্ৰত যে উভয়ে পুৰুষৰ প্ৰেমাকাঙ্ক্ষী নহয়। প্ৰেমৰ প্ৰতি তেওঁলোকৰ অতিশয় বিৰাগ। এজনীৰ হ'ল এই প্ৰেমৰ তিক্ত অভিজ্ঞতা আৰু আনজনীৰ এনেকুৱা প্ৰেমৰ কোনো অভিজ্ঞতাই নাছিল। তেওঁ এনে প্ৰণয়ৰ কথা ভাবিবই নোৱাৰিছিল আৰু ই মানুহৰ মৰ্য্যদা হানিকৰ কাম বুলি ধৰি লৈছিল।

## চাৰি

মেৰীয়া পাভ্‌লৱনাৰ প্ৰভাৱত মাচ্‌লভা প্ৰভাৱান্বিত হৈ পৰিল। ইয়াৰ কাৰণ হ'ল তাই মেৰীয়াক অন্তৰৰে ভাল পায়। আনহাতেচাইমনচনে মাছ্‌লভাক ভাল পাইছিল. সেই কালৰ পৰাও তাইৰ ওপৰত যথেষ্ট প্ৰভাৱ পৰিল।

মানুহে আংশিক ভাৱে নিজৰ কিছুমান ধা-ধাৰণা লৈ জীয়াই থাকে আৰু আংশিক ভাৱে কিছুমান লোকৰ মতামত গ্ৰহণ কৰে। এজনৰ ওপৰত কোন অংশৰ কিমান প্ৰভাৱ সেয়েই প্ৰধানকৈ মানুহৰ পৰস্পৰৰ ভিন্নতা প্ৰকাশ কৰে। কিছুমান মানুহৰ কাৰণে চিন্তা হ'ল এটা মানসিক ব্যায়াম আৰু কিছুমানৰ কাৰণে যুক্তি হ'ল তেওঁলোকক পৰিচালিত কৰা চলন্ত চকৰিৰ দৰে, যদিও এই যুক্তিবিলাক ইটোৰ লগত সিটোক সংলগ্ন কৰাৰ কোনো বান্ধোন নাই। তেওঁলোকে নিজক চালনা কৰে অন্য মানুহৰ ধা-ধাৰণা, দেশৰ বা সমাজৰ ৰীতিনীতি, ঐতিহ্য আৰু আইন কানুনৰ দ্বাৰাই। কিছুমানে নিজৰ ধাৰণা মতেই তেওঁলোকৰ কাম কাজ কৰি যায় আৰু তাকেই তেওঁলোকে প্ৰধান মনন শক্তি বুলি বিবেচনা কৰে আৰু নিজৰ বিচাৰ বুদ্ধিমতে কাম কৰি যায়। কাচিৎহে তেওঁলোকে গমিপিতি চায় আৰু অন্য লোকৰ ধাৰণা গ্ৰহণ কৰে। চাইমনচন আছিল এনে ধৰণৰ মানুহ। তেওঁ সকলো সময়তে ঘটনাবিলাক নিজৰ বিবেকমতে পৰীক্ষা কৰি চাই

নিজৰ বিচাৰ বুদ্ধিমতে সিদ্ধান্ত গ্ৰহণ কৰে। আৰু সেই মতেই কাম কৰি যায়।

চাইমনচনৰ ছাত্ৰ অৱস্থাত, তেওঁৰ পিতৃয়ে এটা চৰকাৰী চাকৰী কৰিছিল। বাপেকে দৰমহাৰ উপৰিও, অসৎ উপায়েৰে কিছু টকা আৰ্জন কৰা দেখি তেওঁ সেই টকা ৰাইজৰ উপকাৰৰ কাৰণে দি দিবলৈ কৈছিল। বাপেকে তেওঁৰ সেই উপদেশ গ্ৰহণ কৰক চাৰি, গালি শপনিহে দিলে। তাৰপিছত তেওঁ গৃহ-ত্যাগ কৰি গুচি যায় আৰু সেউতাকৰ আয়ৰ ওপৰত নিৰ্ভৰ কৰিবলৈ এৰি দিয়ে। চাইমনচনো এই সিদ্ধান্তত উপনীত হ'ল যে মানুহৰ অজ্ঞতাৰ ফলতেই বহু অন্যায় অবিচাৰ চলি আছে। তেওঁ বিদ্যালয় ত্যাগ কৰাৰ পিচতেই নাক্সালিক্‌বিলাকৰ* লগত যোগ দিয়ে আৰু গাৱঁলীয়া স্কুল এখনত মাষ্টাৰী কামত ভৰ্ত্তি হয়। স্কুলৰ ছাত্ৰ আৰু গাৱঁৰ লোকসকলক, তেওঁ নিজে যিটো ন্যায় বুলি ভাবে তাক সাহসেৰে বুজাই দিছিল, আৰু যিটো অন্যায় বুলি ভাবে তাকো মুখা খুলি দিছিল।

পিছত তেওঁ গ্ৰেপ্তাৰ হয় আৰু বিচাৰৰ সন্মুখীন হ'ব লগা হয়। গোচৰ চলি থাকোতে তেওঁ এই সিদ্ধান্তত উপনীত হ'ল যে জজে তেওঁক বিচাৰ কৰিবৰ কোনো অধিকাৰ নাই। আৰু সেইকথা তেওঁ আদালতত খোলাখুলিকৈ কৈ দিছিল। তেওঁৰ কথা নেমানি যেতিয়া জজে বিচাৰ চলাই গৈছিল, তেতিয়া তেওঁ জজৰ কোনো প্ৰশ্নৰ উত্তৰ নিদিবলৈ সিদ্ধান্ত লয় আৰু প্ৰশ্ন সুধিলেই তেওঁ নিমাত হৈ থাকে আৰু উত্তৰো নিদিয়ে।

চাইমনচনক আৰ খাংগেলস্ক জিলালৈ নিৰ্ব্বাসিত কৰা হ'ল। তাত তেওঁ এটা নতুন ধৰ্ম্মমত প্ৰচাৰ কৰাত দেহেকেহে লাগি যায়। তেওঁৰ মতাদৰ্শৰ সাৰমৰ্ম হ'ল এই যে এই বিশ্বত নিৰ্জ্জীৱ পদাৰ্থ বুলি একো নাই। সকলোবেই জীৱিত। আমি যিবিলাক বস্তুক নিৰ্জ্জীৱ বা অজৈৱিক বুলি জ্ঞান কৰোঁ, আচলতে সেইবিলাক এটা বৃহদাকাৰ জৈৱিকদেহৰ অংশ বিশেষ আৰু যিটোৰ সম্পৰ্কে আমাৰ কোনো ধৰণা নাই। গতিকেই আমি মানুহে সেই বৃহৎ দেহৰ অংশ হিচাবে নিজে আৰু ইয়াৰ অন্যান্য জীৱিত অংশবিলাকক জীয়াই ৰাখিবলৈ যত্নবান হোৱা উচিত। তেওঁৰমতে কোনো জীৱন ধ্বংস কৰা। যুদ্ধ বিগ্ৰহ কৰা, ফাঁচি দিয়া ইত্যাদি সকলোবেই ঘোৰ অন্যায় আৰু ই অপৰাধ। অকল মানুহৰ ক্ষেত্ৰতে নহয়, অন্যান্য জীৱজন্তুবো ধ্বংস কৰা বা বধ কৰা পাপ। বিবাহ সম্পৰ্কেও তেওঁৰ নিজৰ

*এটা ৰাজনৈতিক দল।

মতবাদ প্ৰচাৰ কৰিছিল। তেওঁৰ মতে সন্তান জন্ম দিয়া হ'ল মানুহৰ এটা নিম্নস্তৰৰ ক্ৰিয়া। মানুহৰ জীৱনৰ মুখ্য লক্ষ্য হোৱা উচিত সৰ্ব্ব-শ্ৰেণীৰ জীৱৰ প্ৰতি সেৱা। তেওঁ মতবাদৰ সমৰ্থন স্বৰূপে ডাঙি ধৰিছিল এই যুক্তি যে মানুহৰ তেজৰ মাজত কিছুমান বৰ্ণহীন ক্ষুদ্ৰ অণু থাকে যি অনিষ্টকাৰী বীজাণুবোৰ ধ্বংস কৰি প্ৰাণীবিলাকক ৰক্ষা কৰে। সেই অবিবাহিত স্ত্ৰী পুৰুষবো কাম এনে হোৱা উচিত যাতে সমাজৰ দুৰ্ব্বল আৰু ৰোগগ্ৰস্ত অংশবিলাকক সেৱা কৰাই জীৱনৰ ব্ৰত হোৱা উচিত। তেওঁ এই মতাদৰ্শ গ্ৰহণ কৰাৰ লগে লগে বাস্তৱত তেওঁ এইদৰেই কাম কাজ কৰি গৈছিল, যদিও যৌৱন কালত তেওঁ এজন বে-হিচাবী আৰু খৰচী লোক আছিল। তেওঁৰ বিশ্বাস এই জগতৰ সমস্ত জীৱিত প্ৰাণীৰ সেৱা কৰাই যে মেৰীয়া পাভ্‌লয়না আৰু নিজৰ বৰ্ত্তমান জীৱন দৰ্শন।

ক্ৰাটুৎচাক তেওঁ ভাল পায় হয়, কিন্তু সেই ভালপোৱা হ'ল কাম-গন্ধহীন। সেই ভাল পোৱা তেওঁৰ মতাদৰ্শৰ বিৰোধী নহয়, যিহেতু এই ভালপোৱা হ'ল সম্পূৰ্ণ প্লেটনিক আৰু এই ভাল পোৱাই তেওঁৰ কাম কাজত কোনো বাধা প্ৰদান নকৰে। বৰং ই উৎসাহহে যোগাব।

বাস্তৱ প্ৰয়োগ ক্ষেত্ৰত আৰু নৈতিকভাৱ ক্ষেত্ৰত সকলো প্ৰশ্ন তেওঁ নিজেই সমাধান কৰে। বাস্তৱ বিষয়বিলাকৰ সম্পৰ্কেও তেওঁৰ নিজৰ একোটা মত আছিল। কিমান সময় কাম কৰিব, কিমান সময় জিৰাব, কি খাদ্য খাব, কেনেকুৱা সাজপাৰ পিন্ধিব, ঘৰত কেনেকুৱা বাত্তি জ্বলাব, এই সকলো বিষয়তে তেওঁৰ নিজস্ব নীতি আছিল।

এই সকলো মতাদৰ্শ নীতি নিয়ম থকা সত্ত্বেও, চাইমনচন মানুহজন নিৰ্জ্জু আৰু লাজকুৰীয়া। কিন্তু এবাৰ নিজে কিবা এটা কৰিবলৈ সিদ্ধান্ত ল'লে, তাৰ পৰা তেওঁক কোনেও টলাব নোৱাৰে।

এই মানুহজনে মাচ্‌লভাক ভাল পোৱাৰ মাজেদি তাইক প্ৰভাৱম্বিত কৰিবলৈ মনস্থ কৰিলে। তত্তালিকে নাৰী সুলভ প্ৰকৃতিৰ বাবাই মাচ্‌লভাবো জানিবলৈ বাকী নেথাকিল যে তেওঁ তাইক ভাল পায়। এনেকুৱা এজন মানুহৰ অন্তৰত যে তাইৰ প্ৰতি ভালপোৱা জন্মাব পাৰিছে, সেইবাবে তাইৰ নিজৰে যে কিছু মূল্য আছে, সেইকথা তাই উপলব্ধি কৰিলে। নেকুলিউদভে তাইৰ লগত বিবাহ বান্ধোনত লোমাৰ খোজে এটা সম্পূৰ্ণ বেলেগ দৃষ্টি ভঙ্গীৰ পৰা, সেইটো হ'ল তেওঁৰ বদান্যতা আৰু অতীতত যি ঘটিছিল তাৰ প্ৰতিকাৰ স্বৰূপে। কিন্তু

চাইমনচনে বৰ্ত্তমান তাইক যি অৱস্থাত দেখিছে, সেই অৱস্থাতে তাইক তেওঁ ভাল পাইছে, ইয়াৰ অৰ্থই হ'ল তাইক তেওঁ নিস্বাৰ্থ ভাবে ভাল পায়। তদুপৰি চাইমনচনে তাইক এজনী অসাধাৰণ আৰু উচ্চনৈতিকতা সম্পন্ন নাৰী বুলি বিবেচনা কৰিছে। তাইৰ গাত কি বিশেষ গুণ আছে সেই কথা থাটাং কৈ তাই নেজানে। তাই এনে সাৱধানতা অৱলম্বন কৰিলে যাতে তাইক লৈ, তেওঁ হতাশ হ'ব লগা নহয় আৰু এই কথা বিবেচনা কৰি প্ৰাণপণে চেষ্টা কৰিলে যাতে তায়ো শ্ৰেষ্ঠ গুণ সম্পন্ন এগৰাকী নাৰীত নিজেই পৰিণত হ'ব পাৰে।

তেওঁলোকে উভয়ে জেলত থাকোঁতে এদিন সাধাৰণ দেখা সাক্ষাতৰ দিনা এই ঘটনা ঘটিছিল। সেইদিনাটো মৰমী দৃষ্টিৰে চাইমনচনে একেৰাহে তাইৰ ফালে ঠৰ লাগি চাই আছিল। তেতিয়া তাই উপলব্ধি কৰিছিল যে তেওঁ এজন আচৰিত ধৰণৰ মানুহ আৰু এক আচৰিত ধৰণৰ চাৱনিৰে তাইৰ ফালে দৃষ্টি-নিক্ষেপ কৰিছিল।

মানুহজনৰ আউল বাউল চুলি আৰু তেওঁৰ মুখৰ চেহেৰাৰ পৰাই তাই বুজিব পাৰিছিল যে এহাতে তেওঁ যেনেকুৱা দৃঢ়মনৰ মানুহ, আনহাতে তেওঁৰ চাৱনিৰ পৰা বুজিব পাৰি যে তেওঁৰ অন্তৰ শিশুৰদৰে কোমল, সৰল আৰু পাপশূন্য। তমস্ত ৰাজনৈতিক বন্দীবিলাকৰ লগত যোগ দিওঁতেও তেওঁক তাই লগ পাইছিল, যদিও তেওঁলোকৰ মাজত কোনো কথাবতৰা হোৱা নাছিল। তথাপি পৰস্পৰৰ চাৱনিয়ে সেই স্মৃতি বহন কৰে আৰু পৰস্পৰৰ প্ৰয়োজনীয়তা উভয়ে অনুভৱ কৰে। তাৰ পিছতো তেওঁলোকৰ মাজত কোনো গুৰুতৰ বিষয়ে কোনো কথোপকথন হোৱা নাছিল। তথাপি তেওঁ মাচ্‌লভাৰ সাক্ষাতত যেতিয়া কোনো কথা-বতৰা কয়, তেতিয়া তাই অনুভৱ কৰে যেন সেই কথাবোৰ তাইলৈ লক্ষ্য কৰিয়েই কোৱা হৈছে। এইদৰেই চাইমনচন আৰু মাচ্‌লভাৰ ঘনিষ্ঠতা ক্ৰমে গাঢ় হৈ আগবাঢ়িল।

## পাঁচ

পাৰ্ম নগৰ এৰি যোৱাৰ আগলৈকে নেক্‌লিউডভে কাটুংচাক দুবাৰহে লগ ধৰিব পাৰিছিল। এবাৰ লগ পাইছিল নিজ্‌নি নভোগৰদত। সেই সময়ত বন্দী বিলাকে এখন নৈ পাৰ হ'ব লগা হৈছিল আৰু সিহঁতক তেতিয়া লোহাৰ জালেৰে ঘেৰা দি আঁতৰি ৰাখিছিল, আনবাৰ লগ পাইছিল পাৰ্ম নগৰৰ কাৰাগাৰৰ

অকিচত। এই দুয়োটা সাক্ষাতত তেওঁ তাইৰ ব্যৱহাৰ কঠুৱা পাইছিল। এই সাক্ষাতৰ সময়ত কাটুংচাক তেওঁ দুটা প্ৰশ্ন কৰিছিল। এটা হ'ল তাইক বস্তু কিবা লাগেনে কি আৰু আনটো হ'ল কিবা অসুবিধা পাইছেনে কি? কিন্তু তাই লাজকুৰীয়া ভাও ধৰি দুয়োটা প্ৰশ্নৰ জবাব এৰাই গৈছিল। অৱশ্যে ইয়াৰ পূৰ্ব্বেও তাইৰ পৰা নেক্‌লিউদভে কেইবাবাৰো এনে ব্যৱহাৰ পাইছিল। সেই সময়ত বহু পুৰুষৰ পৰা তাই যি দুৰ্ব্যৱহাৰ পাইছিল তাৰ ফলত তাই খুব অশান্তিবোধ কৰিছিল। এই অশান্তিত পৰি তাইৰ মনটো নিস্তেজ হৈ পৰিছিল।

এনে অৱস্থা দেখি নেক্‌লিউদভে মনত যথেষ্ট দুখ পালে। তেওঁৰ ভয় হ'ল জানোচা এই পথ-ভ্ৰমণ কাল চোৱাত এনে এটা অস্বাস্থ্যকৰ আৰু কঠিন পৰিৱেশত পৰি হয়তো তাই পুনৰ হতাশ হৈ পৰিব পাৰে। ফলত এটা খিঙ্‌ খিঙীয়া স্বভাৱৰ হৈ, তাইৰ দুখ বেদনাবোৰ পাহৰিবৰ কাৰণে পুনৰ মদ্য পানত অভ্যস্ত হৈ পৰিব পাৰে। কিন্তু ভ্ৰমণৰ এই সময়খিনিত তাইক লগ ধৰি কোনো প্ৰকাৰেই সহায় কৰিবলৈ তেওঁ সুবিধা কৰিব পৰা নাই আৰু তাইক তেওঁ দেখাও পোৱা নাই। কিন্তু যেতিয়াৰ পৰা তাই ৰাজনৈতিক বন্দীসকলৰ সঙ্গিনী হ'ল তেতিয়াৰে পৰা তেওঁ দেখিবলৈ পালে যে তেওঁৰ সমস্ত সন্দেহ অমূলক। তাইৰ অন্তৰত যি পৰিবৰ্ত্তন হ'বলৈ তেওঁ কামনা কৰে প্ৰতি সাক্ষাতত তেওঁ থাটাংকৈ তেনে লক্ষণ ক্ৰমশঃ দেখিবলৈ পালে। প্ৰথম তমস্ক চহৰত লগ পাওঁতে তেওঁ দেখিলে যে মস্কো এৰাৰ সময়ত তাইৰ মনৰ অৱস্থা যেনে আছিল, এতিয়াও তেনেই আছে। তেওঁক দেখি তাই কোনো বিৰক্তি প্ৰকাশ নকৰিলে, বৰং মুকলি মনেৰে তেওঁৰ লগত কথা বতৰা হ'ল আৰু তাইক এই ৰাজনৈতিক বন্দীবিলাকৰ লগত একেলগে যাবলৈ সুবিধা কৰি দিয়া বাবে নথৈ ধন্যবাদ দিলে।

কয়দি দলটোৰ লগত দুমাহ মাৰ্চ্চ কৰাৰ পিছত, তাইৰ অন্তৰৰ পৰিবৰ্ত্তনৰ লক্ষণবোৰ বাহ্যিক ভাৱে প্ৰকাশ হ'বলৈ ধৰিলে। চোকা ৰ'দ বতাহত তাইৰ মুখত কালিমা পৰিল, ক্ষীণাই শুকাই তাইৰ যেন বয়স বৃদ্ধি হৈ পৰিল। কপালত চোম পৰাৰ কোনো লক্ষণ নাই। চুলিখিনি কপালেৰে বন্ধা। পথভ্ৰমণত তাইৰ আচাৰ ব্যৱহাৰ, সাজ-পাৰত কোনো কটুৱা ফেচন নাইকিয়া হ'ল। তাইৰ এনে পৰিবৰ্ত্তন বোৰ দেখি নেক্‌লিউদভে মনত বৰ পালে।

তাইৰ প্ৰতি তেওঁৰ এনে এটা আসক্তি জন্মিল যিটো তেওঁ কোনো দিনে

অনুভৱ কৰা নাছিল। গোন প্ৰথম কাটুংচাৰ প্ৰতি তেওঁৰ যি প্ৰণয় ভাব হৈছিল তাৰ লগতো এই অনুভূতিৰ অলপো মিল নাই। এই অনুভূতি কাৰণহীন। মকৰ্দ্দমাৰ পিছত তেওঁৰ কৰ্ত্তব্য হিচাবে, তাইক বিয়া কৰিবলৈ সিদ্ধান্ত লৈ, তেওঁ নিজেই যি আত্ম সন্তুষ্টি লাভ কৰিছিল, তাৰ লগতো ইয়াৰ কোনো সংশ্ৰৱ নাই। এই অনুভূতিত আছে, কেৱল তাইৰ প্ৰতি এটা পুতৌ ভাব আৰু দৰদ। প্ৰথম কাৰাগাৰত তাইক যেতিয়া তেওঁ সাক্ষাৎ কৰিছিল, তেতিয়া এই ভাব হৈছিল। তাৰপিছত আৰু এবাৰ তেওঁৰ এনে অনুভূতি হৈছিল, যেতিয়া আস্পতালৰ মেডিকেল এচিষ্টেণ্টজনৰ লগত হাতবাত হোৱাৰ কথা তেওঁ মিছা বুলি জানি তাইক ক্ষমা কৰিছিল। পূৰ্ব্বৰ অনুভূতি আৰু বৰ্ত্তমানৰ লগত তফাত এয়ে যে আগৰ ভাব ক্ষণস্থায়ী আছিল আৰু বৰ্ত্তমান ই স্থায়ী হৈছে। বৰ্ত্তমান তেওঁ যিহকে ভাবক বা যিহকে কৰক তেওঁৰ মনত এটা অকুৰন্ত মৰম প্ৰীতিৰ ভাব লাগি আছিল। এই ভাব অকল তাইৰ প্ৰতিয়েই নহয়, এইভাব সকলোৰে প্ৰতি।

এই অনুভূতিয়ে তেওঁৰ অন্তৰত আবদ্ধ হৈ থকা প্ৰেম-ভালপোৱাৰ কদ্ধ দ্বাৰ যেন খোল খাই গ'ল আৰু যেন ভালপোৱাৰ প্ৰবল সোঁত হৃদ-সৰোবৰত ব'বলৈ ধৰিলে। তেওঁৰ ভালপোৱাই সাৰ্ব্বজনীন ৰূপ ল'লে আৰু ভাব হ'ল যেন যাকেই লগ পায় তাকেই এই প্ৰেম বিলাই দিব।

বৰ্ত্তমান মাচ্লভা ৰাজনৈতিক বন্দীবিলাকৰ লগত থকাৰ হেতু নেকৃলিউদভৰ বহু বন্দীৰ লগত চিনা পৰিচয় ঘটিল। জেকাটৰিনবুৰ্গত বহু বন্দীক এটা ডাঙৰ ঘৰত একেলগে থোৱাৰ সময়ত তেওঁলোকে পৰস্পৰে মিলামিচা কৰাত ভালেখিনি স্বাধীনতা পাইছিল। সেই সময়ত কিছু বন্দীৰ লগত তেওঁৰ পৰিচয় ঘটে। ইয়াৰ পিছত যেতিয়া পাঁচজন পুৰুষ আৰু চাৰি গৰাকী নাৰী সহ বন্দীবিলাকক জুম জুমকৈ নিয়া হৈছিল, তেতিয়া মাচ্লভাকো এনে এটা জুমত ভুক্ত কৰা হৈছিল। এই সুবিধাতো কিছু বন্দীৰ লগত নেকৃলিউদভৰ ঘনিষ্ঠতা হয়। এইদৰে ৰাজনৈতিক বন্দীবিলাকৰ সংশ্ৰৱত আহি তেওঁলোকেৰ সম্পৰ্কে তেওঁৰ নিজৰ যি বদ্ধমূল ধাৰণা আছিল, তাৰো আমূল পৰিবৰ্ত্তন ঘটিল।

ৰাছিয়াৰ বৈপ্লৱিক আন্দোলনৰ আৰম্ভণিৰে পৰা বিশেষকৈ পহিলা মাৰ্চ্চ তাৰিখে এলেকজেণ্ডাৰ দ্বিতীয়ক হত্যা কৰাৰ পৰা তেওঁ বিপ্লৱীবিলাকক ভাল চকুৰে নেচাইছিল। বৰং তেওঁ ঘৃণাহে কৰিছিল। চৰকাৰৰ বিৰুদ্ধে চলোৱা আন্দোলনত বিপ্লৱীবিলাকে যি নৃশংসতা আৰু গুপ্ততা অৱলম্বন কৰিছিল তাৰো তেওঁ ঘোৰ বিৰোধী আছিল। নিৰ্দ্দয় ভাবে যিবিলাক হত্যাকাণ্ড সংঘটিত

হৈছিল, সেইবিলাক তেওঁ খুব ঘিণ কৰিছিল। তেওঁলোকৰ আন এটা স্বভাৱ আছিল নিজক খুব গুৰুত্ব দিয়া। এই কথাতো তেওঁ বিতুষ্ট হৈছিল। কিন্তু ক্ৰমে বিপ্লৱীবিলাকৰ লগত নিবিড় ঘনিষ্টতা গঢ়ি উঠাত আৰু চৰকাৰে কৰা অত্যাচাৰ বিলাক দেখি তেওঁৰ ভাব হ'ল যে তেওঁলোকে যি কৰিছে ঠিকেই কৰিছে। ইয়াৰ বাহিৰে তেওঁলোকৰ কোনো গত্যন্তৰ নাই।

কৌজদাৰী গোচৰত দণ্ডিত লোকসকলৰ দুঃখ কষ্টৰ সীমা নাছিল মানুহবোৰে নানান নিৰ্য্যাতন ভুগী তিল্ তিল্কৈ মৰিছিল। তথাপি সিহঁতৰ ক্ষেত্ৰত নামমাত্ৰ হ'লেও, বিচাৰৰ পূৰ্ব্বে বা পিছত, ন্যায়ৰ নামত একোটা ভেকো ভাৱনা পাৰিছিল। কিন্তু ৰাজনৈতিক বন্দীবিলাকৰ ক্ষেত্ৰত সেইৰূপ বিচাৰো নাছিল। সুইটা আৰু নেক্লিউদভৰ নৱ পৰিচিত বহু বন্দীৰ ক্ষেত্ৰত এনে ঘটনা তেওঁ নিজেই দেখিছিল। এই মানুহবোৰক জালত পৰা মাছৰ দৰে ব্যৱহাৰ কৰা হৈছিল। জালত যিহকে পৰক সকলোকে তুলি অনা হয়। তাৰপিছত প্ৰয়োজনীয় কিটা বাচি, বাকী সৰু সৰু বোৰ পাৰত আপোনা-আপুনি গেলিপচি মৰিবলৈ এৰি দিয়া হয়।

শ শ নিৰ্দ্দোষী মানুহ যিবিলাক চৰকাৰৰ কাৰণে বিপজ্জনক নহয়, ধৰি আনি জেলত ভৰাই থোৱা হয়। বছৰৰ পিছত বছৰ এই মানুহবোৰ জেলত থাকি, কোনো যক্ষ্মা আদি ক্ষয় ৰোগত আক্ৰান্ত হয়, কোনো বলিয়া হয় আৰু কিছুমানে আনা যন্ত্ৰণাত আত্মহত্যা কৰিবলৈ বাধ্য হয়। এই মানুহবোৰ জেলত পচি থাকে এই কাৰণেই, বিষয়াবোৰৰ ইহঁতক মুক্তি দিবলৈ মন নাই। ইহঁতক জেলত ৰখাটো নিৰাপদ বুলি তেওঁলোকে ভাবে আৰু কেতিয়াবা কোনো গোচৰৰ তদন্ত সংক্ৰান্তত হয়তো ইহঁতৰ পৰা প্ৰয়োজনীয় কিবা খা-খবৰ পোৱা যাব পাৰে। চৰকাৰী দৃষ্টিকোণৰ পৰাও এই মানুহবোৰ যে নিৰ্দ্দোষী তাক খাটাংকৈ ক'ব পাৰি। কিছুমান চোৰাংচোৱা বা পুলিচ বিষয়া, চৰকাৰী গোচৰ চলোৱা উকীল, হাকিম, গৱৰ্ণৰ বা মন্ত্ৰীৰ খামখিয়ালি বা ইচ্ছা অনিচ্ছাৰ ওপৰতেই ইহঁতৰ ভাগ্য নিৰ্ভৰ কৰে। এনেকুৱা কিছুমান বিষয়া আছে যি নিজক এক বিশেষ ধৰণৰ প্ৰাণী বুলি বুজাব খোজে। সিহঁতে কিছুমান মানুহক গ্ৰেপ্তাৰ কৰিবলৈ আদেশ দিয়ে। সিহঁতৰ নাইবা সিহঁতকৈ কিছু উচ্চ-খাপৰ বিষয়াৰ খাম খিয়াল মতে কিছুমানক জেলত ভৰাই আৰু কিছুমানক মুক্তি দিয়ে। সেইদৰে উচ্চ বিষয়াবিলাকে আকৌ কোনো মন্ত্ৰীৰ সম্পৰ্কীয় লোকৰ প্ৰভাৱত বা খাতিৰত পৰি কিছুমান মানুহক এই জগতৰ সিমূৰলৈ নিৰ্ব্বাসন দিয়ে, কিছুমানক চাই-

বেৰীয়াকৈ পঠায়, কিছুমানক নিৰ্জ্জন কক্ষত বন্দী কৰি থয়, কিছুমানক সন্ত্ৰস্ত কাবাদণ্ড ভোগায় আৰু কিছুমানক ফাঁচীৰ মাজত উঠায়। আকৌ কোনো মহিলাৰ থাণ্ডিৰত কাৰবাক মুক্তিও দিয়ে।

যুদ্ধ-ৰত মানুহবোৰে যেনেকুৱা আবহাৱা সৃষ্টি কৰে, এওঁলোকেও তেনেকুৱা এটা আবহাৱাৰ মাজত জীয়াই থাকে। চৰকাৰে তেওঁলোকৰ বিৰুদ্ধে যেনে ব্যৱহাৰ কৰে তেওঁলোকেও তেওঁলোকৰ শত্ৰুবোৰৰ বিৰুদ্ধে তেনে ব্যৱহাৰেই কৰে। সামৰিক মানুহবোৰে যুদ্ধৰ সময়ত তেওঁলোকৰ আচল কুকৰ্ম্মবোৰ জনতাৰ আগত ঢাকি ৰাখে আৰু তেওঁলোকৰ কাম কাজবোৰত বীৰত্বৰ ৰহন সানি জন সমাজত প্ৰকাশ কৰে। সেইদৰে ৰাজনীতিক আন্দোলনত লিপ্ত থকা মানুহবোৰেও জন সমাজত এনেকুৱা এটা পৰিৱেশ সৃষ্টি কৰি জীয়াই থাকে। তেওঁলোকে নিজৰ জীৱন, নিজৰ স্বাধীনতা আৰু মানুহ হিচাবে, তেওঁলোকৰ যি প্ৰিয় বস্তু আছে, এই সকলো বিপন্ন কৰি কিছুমান নিষ্ঠুৰ কাম কৰি পেলায়। অথচ এই নিষ্ঠুৰতা কোনেও নিন্দনীয় বুলি নেভাবে, বৰং বহুতেই ই গৌৰৱৰ বিষয় বুলিহে জ্ঞান কৰে। এই কথাৰ পৰাই নেক্‌লিউদভে পৰিষ্কাৰ বুজিব পাৰিলে, একেবাৰে নিৰ্জ্জু স্বভাৱৰ মানুহ একোটায়ো যি আনক মাৰক চাৰি সাধাৰণ জীৱিত প্ৰাণী এটাক কষ্ট দিয়াও সহ্য কৰিব নোৱাৰে, কেনেকৈ তেওঁলোকে হত্যা পৰ্য্যন্ত সংঘটিত কৰিবলৈ সাজু থাকে। কিছুমান ক্ষেত্ৰত তেওঁলোক সকলোৱেই হত্যা কৰা ন্যায়সঙ্গত আৰু উচিত বুলি যি ৰচনা কৰে, এই বুলি যে তেওঁলোকৰ আত্ম-ৰক্ষা আৰু সৰ্ব্বজনৰ মঙ্গলৰ কাৰণে এনে হত্যা প্ৰয়োজনীয়। চৰকাৰে যিদৰে তেওঁলোকক নিষ্ঠুৰ দণ্ড দিবলৈ বিচাৰে আৰু নিজৰ কামত যেনে গুৰুত্ব দিয়ে, সেইদৰে বিপ্লৱী সকলেও নিজৰ লক্ষ্যৰ ওপৰত গুৰুত্ব দিয়ে। এটা মহৎ উদ্দেশ্যৰ কামত তেওঁলোকে লিপ্ত থকা বুলিয়েই, সকলো কষ্ট বৰণ কৰিবলৈ তেওঁলোক সমৰ্থ হয়।

নেক্‌লিউদভে এইদৰে এই বিপ্লৱীবিলাকৰ চৰিত্ৰৰ কথা সম্যক উপলব্ধি কৰিলে। তেওঁ বুজিলে যে বহু মানুহে যিদৰে তেওঁলোকক দুৰ্দ্দান্ত বুলি বিবেচনা কৰে, আৰু কিছুমানে বীৰ বুলি জ্ঞান কৰে, এই দুয়োটা কথাই সত্য নহয়। তেওঁলোকে সৰ্ব্ব-সাধাৰণ মানুহৰদৰেই, সৰ্ব্ব-সাধাৰণ মানুহৰ ভিতৰত যেনেকৈ ভাল মানুহ, বেয়া মানুহ আছে, তেওঁলোকৰ মাজতো তেনে মানুহ আছে।

কিছুমান চলতি অত্যাচাৰৰ বিৰুদ্ধে যুঁজ কৰা উচিত বুলিয়েই তেওঁলোকে বিপ্লৱৰ মন্ত্ৰ লৈছে। কিছুমানে আকৌ তেওঁলোকৰ ব্যক্তিগত আকাঙ্ক্ষা চৰিতাৰ্থ কৰিবৰ কাৰণেও যোগ দিছে। অধিকাংশই এই বিপ্লৱী আন্দোলনৰ প্ৰতি

আকর্ষিত হৈছে এই বুলি যে তেওঁলোকে জীৱনক তুচ্ছ কৰি এই বিপদসঙ্কুল কামবোৰ কৰি ভাল পায়। নেক্‌লিউদভে নিজে সামৰিক বাহিনীত থাকোঁতে এনে অভিজ্ঞতা লাভ কৰিছিল। একেবাৰে সাধাৰণ মানুহৰ মাজৰ পৰা অহা চেঙেলীয়া আৰু বলিষ্ঠ ডেকাবিলাকৰ মাজত এনে ভাৱধাৰা বিদ্যমান। তেওঁলোকে কেৱল আত্ম-সংযমী, কষ্ট-সহিষ্ণু, সত্যবাদী আৰু নিস্বাৰ্থপৰ হোৱা উচিত বুলিয়েই বিবেচনা কৰে এনে নহয় তেওঁলোকে লক্ষ্য সাধনাৰ কাৰণে নিজৰ প্ৰাণ বলি দিবলৈ সাজু থাকে।

ইয়াৰ পিছত নেক্‌লিউদভৰ নব পৰিচিত বিপ্লৱীবিলাকৰ ভিতৰত বহুতৰ প্ৰতি শ্ৰদ্ধা হ'ল আৰু তেওঁলোকক অন্তৰেৰে ভাল পাবলৈ ধৰিলে। কিন্তু কিছুমানৰ প্ৰতি তেওঁ ভাল ভাব ল'ব নোৱাৰিলে।

## ছয়

কাটুংচাৰ দলত যোৱা ক্ৰীলৎসভ্ নামে ডেকা এজনক নেক্‌লিউদভে খুব ভাল পাইছিল। ভালেদিনৰ পৰা এই ডেকা জনে ক্ষয়ৰোগত ভুগিছিল। তেওঁ সশ্ৰম কাৰাদণ্ড পাইছিল। একাটেৰিনবুৰ্গ চহৰত প্ৰথম তেওঁৰ লগত নেক্‌লিউদভৰ পৰিচয় হয় আৰু বাটত বহুবাৰ তেওঁৰ লগত কথা বতৰাও হৈছিল। এটা হল্টিং ষ্টেচনত, এদিন বাৰিষা গোটেইদিন ধৰি ক্ৰীলৎসভৰ লগত তেওঁ কথাবতৰা পাতে। সেইদিনা ক্ৰীলৎসভে তেওঁৰ জীৱনৰ ইতিবৃত্ত আৰু তেওঁ কেনেকৈ বিপ্লৱী দলত যোগ দিলে, তাৰ বৃত্তান্ত ক'লে। তেওঁৰ বাপেক আছিল বাছিয়াৰ দক্ষিণফালৰ এজন জমিদাৰ আৰু সৰু কালতেই তেওঁ পিতৃহীন হয়। তেৱেঁই আছিল বাপেকৰ একমাত্ৰ সন্তান আৰু মাকে তেওঁক ভালৰ দীঘল কৰিছিল। স্কুল আৰু বিশ্ব বিদ্যালয়ত তেওঁ এজন মেধাবী ছাত্ৰ আছিল, শেষ বছৰত তেওঁ অঙ্ক বিদ্যাত প্ৰথম স্থান দখল কৰিছিল। বিদেশত অধ্যয়ন কৰিবলৈ বিশ্ববিদ্যালয়ে এটা জলপানিও তেওঁক আগবঢ়াইছিল, কিন্তু সোণকালে তেওঁ কোনো সিদ্ধান্ত ল'ব নোৱাৰিলে, তেওঁ এজনী গাভৰুৰ প্ৰেমাসক্ত হৈ আছিল আৰু বিয়াবাৰু কৰাই গ্ৰাম্য অঞ্চলত চৰকাৰী চাকৰি কৰি বসতি কৰাৰ কথা ভাবি আছিল। তেওঁ বহু কাম কৰিবলৈ ইচ্ছুক; কিন্তু কোনটো কৰা উচিত তাক বাচি লওঁতে পলম হয়। এনে সময়তে বিশ্ববিদ্যালয়ৰ লগৰীয়া ছাত্ৰ কেইজন মানে এটা সৎ কামৰ কাৰণে তেওঁৰ ওচৰত অৰ্থ সাহায্য খুজিলে। এই সৎ কামটোৱেই যে বিপ্লৱী আন্দোলন,

এই কথা তেওঁ বুজিছিল, সেই সময়ত এনে আন্দোলনৰ প্ৰতি তেওঁৰ কোনো সমৰ্থনো নাছিল, তেওঁ নগৰীয়া বন্ধুবিলাকক প্ৰত্যাখ্যান কৰিব নোৱাৰিলে। তাৰোপৰি তেওঁলোকে হয়তো তেওঁ ভয় পাইছে বুলিও ভাবিব পাৰে। গতিকেই তেওঁ কিছু ধন দি দিলে। এই সাহায্য লোৱা ছাত্ৰকিজন পুলিচৰ হাতত ধৰা পৰি যায় আৰু টুকুৰা কাগজ এটুকুৰাত তেওঁ অৰ্থ সাহায্য দিয়া কথা প্ৰকাশ হৈ পৰে। ইয়াৰ ফলত তেওঁ গ্ৰেপ্তাৰ হয় আৰু পিছত কাৰাদণ্ডেৰে দণ্ডিত হয়।

"সেইখন জেলত কৰ্তৃপক্ষই সিমান চোকা দৃষ্টি ৰখা নাছিল।" ক্ৰীসংনতে ক'লে। (তেওঁ ওখ খাট এখনত আঁঠুত হাত্ত পেলাই বহি আছিল। মুৰুখন সোমাই গৈছে আৰু চকুজুবিৰ উজ্জ্বল দৃষ্টি নেকুলিউদভৰ চকুত পৰিছিল।)

"সেৱালত তকবিৱাৰ বাহিৰেও আমি কথা বতৰা পতাৰ অন্য সুবিধা পাইছিলোঁ। আমি কৰিদৰত ধুবাচকাও কৰিব পাৰিছিলোঁ। খাদ্যবস্তুও ভাগ কৰি খাব পাৰোঁ। বিড়ি চুবটো পাওঁ। গধূলি সময়ত আমি সমবেত সঙ্গীত গাওঁ। মোৰ কণ্ঠস্বৰো ভাল আছিল। হয়, মোৰ সকলোৱেই ভালেই আছিল। কিন্তু একমাত্ৰ মাৰ কাৰণেই মোৰ দুঃখ। শোকত 'মা' জৰ্জ্জৰিত। বিখ্যাত বিপ্লৱী পেট্ৰভৰ লগতো মোৰ পৰিচয় হৈছিল, কিন্তু পিছত তেওঁ দুৰ্গৰ ভিতৰত ভগা আইনাৰে ডিঙি কাতি আত্মহত্যা কৰে, আৰু অনেকে এইদৰে আত্মহত্যা কৰিছিল, কিন্তু তেতিয়াও মই বিপ্লৱী আন্দোলনত যোগ দিয়া নাছিলোঁ। মোৰ নিৰ্জন কক্ষটোৰ ওচৰত থকা দুজন ডেকাৰ লগতো চিনা জনা হৈছিল, তেওঁলোকে তেওঁলোকৰ মাতৃভূমি পোলেণ্ডৰ স্বাধীনতা ঘোষণা কৰা কাকতপত্ৰ সহ গ্ৰেপ্তাৰ হৈছিল। ৰেল ষ্টেচনলৈ নিওঁতে বাটত পলায়ন কৰিব খুজিছিল বুলি তেওঁলোকৰ ওপৰত বিচাৰ হৈছিল। এজনৰ নাম লেজিনাস্কী আৰু জাতিত পো'ল। আনজনৰ নাম ৰজ'ভস্কী আৰু জাতিত য়িহুদী। এই ৰজ'ভস্কী আছিল একেবাৰে কোমল বয়সৰ লৰা। সি কোৱামতে তাৰ বয়স সোতৰ বছৰ হৈছিল, কিন্তু দেখাত পোন্ধৰ বছৰ মান যেনহে অনুমান হয়। এদিনাখন বিচাৰৰ কাৰণে তেওঁলোকক আদালতলৈ লৈ যোৱা মই দেখিলোঁ। আবেলি ঘূৰি আহি তেওঁলোকে ক'লে যে তেওঁলোকক মৃত্যুদণ্ড দিয়া হৈছে। তেওঁলোকৰ এনে শাস্তি হ'ব বুলি আমি কোনেও ভবা নাছিলোঁ। কিয়নো অপৰাধ অতি সামান্য আছিল। তদুপৰি ৰজ'ভস্কীৰ নিচিনা কোমল বয়সৰ লৰাটো ফাঁচি দিয়া যো অস্বাভাৱিক। গতিকেই জেলত থকা আমি সকলোৱেই ধাৰণা কৰিছিলোঁ।

যে সিহঁতক ভীতি প্ৰদৰ্শন কৰিবৰ কাৰণে এই দণ্ড বিধান কৰা হৈছে আৰু শেষত দণ্ড খাটাম কৰা নহ'ব ।

এদিনাখন এজন ৱাৰ্ডাৰে আহি মোক খবৰ দিলে যে কাঠমিস্ত্ৰী এজন আহি জেলৰ ভিতৰত ফাচি শাল তৈয়াৰ কৰিছে। প্ৰথমতে ইয়াৰ তত্ব মই একো বুজা নাছিলোঁ, পিছত যে বুজিলো এই ডেকা দুজনৰ কাৰণেই এই শাল তৈয়াৰ কৰা হৈছে। মই দেৱালত তকৰ দি কমৰেড্ বিলাকক এই খবৰ দিব খুজিছিলোঁ, কিন্তু তেওঁলোক দুজনেও খবৰটো পাই বুলি ভয় লাগিল। সেইদিনা আমাৰ আটাই-বিলাক কমৰেড্ নীৰৱ নিস্তব্ধ। তেতিয়া মই বুজিলোঁ যে বাতৰিটো আমাৰ সকলোৱে পাইছে। সেইদিনা আবেলি কবিদৰ আৰু কক্ষ বিলাকত একেবাৰে নিজম পৰিল, যেন মৃত্যুৱেহে সাৱতি ধৰিলে। দেৱালত তকৰ দিয়া আৰু গান গোৱাও বন্ধ আছিল। ৰাতি দহ বজাত পূৰ্ব্বৰ ৱাৰ্ডাৰজনে আহি খবৰ দিলে যে মস্কোৰ পৰা এজন জহ্লাদ আহি উপস্থিত। খবৰটো দিয়েই ৱাৰ্ডাৰ উভতি গ'ল, কিন্তু ভভালিকে বঙ্গ'ভঙ্গিয়ে কবিদৰৰ পৰা মোক সুধিলে, "ক্ৰীলৎসভ্! ৱাৰ্ডাৰে কিহৰ কথা কৈ গ'ল, তেওঁক আকৌ মাতিলা কিয়?" মই উত্তৰ দিলো যে অলপ ধপাত আনিবৰ কাৰণে ক'ব খুজিছোঁ। কিন্তু সি কিবা এটা অনুমান কৰি ক'লে যে 'আমাৰ আজি গীত গোৱা আৰু বেৰত তকৰ দিয়া নহ'বনে কি?' মই কি উত্তৰ দিলো মোৰ এতিয়া মনত নাই।

তাৰপিছত মই আৰু একো নকলোঁ। হয়, সেইদিনা ৰাতিটো আমাৰ কাৰণে ভয়ঙ্কৰ আছিল। গোটেই ৰাতি প্ৰতিটো আৱাজ মই কাণ দি শুনি আছোঁ। ৰাতি পুঁৱাও পুঁৱাও হওঁতে অকস্মাতে দৰজা খোলা গম পালোঁ, কোনোবা এজনে খোজ কাঢ়ি গৈছে; তাৰ পিছত আৰু বহু মানুহৰ পদধ্বনি। মই মোৰ কক্ষৰ বিদ্ধাইদি জুমি চালো। কবিদৰত লেম্প এটা জ্বলি আছে। প্ৰথমতে মই ইন্সপেক্টৰক যোৱা দেখিলোঁ। ইন্সপেক্টৰ মানুহজন যদিও হৃষ্টপুষ্ট দৃঢ়মনা আৰু আত্মবিশ্বাসী মানুহ, কিন্তু সেই সময়ত তেওঁৰ মুখ শুকুৱা শেঁতা আৰু ভয়ত যেন ভীত। তাৰপিছত তেওঁৰ সহকাৰীজন। তেওঁৰ মনটোও বিষণ্ণ, কিন্তু দৃঢ়তা-পূৰ্ণ। তেওঁলোকৰ পিছত কিছুমান সৈনিক। তেওঁলোকে মোৰ কক্ষটো পাৰ হৈ ওচৰৰ কক্ষটোৰ দৰজামুখত ৰ'ল। এটা আচৰিত ধৰণৰ কণ্ঠধ্বনিৰে সহকাৰীজনে কলে, "লজিনস্কী উঠা। আৰু পৰিষ্কাৰ সাজ পাৰ পিন্ধি লোৱা।" তাৰ পিছত দৰজাখন 'খটক্' কৰা গম পালোঁ। সিহঁতে দৰজা খুলি কক্ষটোত সোমাল। ইতিমধ্যে লজিনস্কীয়ে কবিদৰৰ বিপৰীতফালে

খোজ কাঢ়ি যোৱা শব্দ পালোঁ। মই ইন্সপেক্টৰ জনকহে দেখিলো।" তেওঁৰ শেঁতা মুখ। তেওঁ এবাৰ কোটৰ বুটামটো খুলিছে আৰু এবাৰ বন্ধ কৰিছে। ইয়াৰ পিছত তেওঁ কিহবাৰ পৰা ভয় খাই যেন বেগাবেগীকৈ আঁতৰি গ'ল। এনেতে লজিনস্কী আহি মোৰ কক্ষৰ মুখত থিয় হ'ল। এজন সৰ্বাঙ্গ সুন্দৰ পোলিছ যুৱক। সুদীৰ্ঘ সবল চেলাউৰি, মুৰত খুনীয়া তৰলা চুলি আৰু মনোৰম নীলাভ নয়ন যুগল। মোৰ কক্ষৰ দৰজাৰ বিদ্ধাইদি জুমি চাই ক'লে, "ক্ৰীলৎসভ! চিগেৰেট্ এটা আছেনে?" মই চিগেৰেট এটা দিবলৈ চেষ্টা কৰোঁতেই সহকাৰী ইন্সপেক্টৰজনে তেওঁৰ কেচ্‌টোৰ পৰা চিগেৰেট এটা উলিয়াই দিলে। লজিনস্কীয়ে চিগেৰেটডাল জলাই কিবা এটা ভাবিবলৈ ধৰিলে। তাৰ পিছত অকস্মাতে কিবা এটা স্মৰণ কৰাৰ দৰে ক'লে, 'ই নিষ্ঠুৰতাৰ চৰম সীমা আৰু দুৰ্ঘোৰ অন্যায়। মই কোনো দোষ কৰা নাই। মই .... ।' তেওঁৰ ডিঙিত যেন কিহবাই সোপা মাৰি ধৰিলে ম'ডটো কঁপি কঁপি উঠিল। মই ঠৰ লাগি মুখলৈ চাই আছোঁ। তেওঁ স্তব্ধ হ'ল। ইতিমধ্যে বজ ভস্কীয়ে উচ্চৈঃস্বৰে চিঞৰিছে। লজিনস্কীয়ে চিগেৰেট ডাল দলিয়াই দৰজাৰ ওচৰৰ পৰা আঁতৰি গ'ল। এনেতে বজ'ভস্কী আহি মোৰ দৰজাৰ ওচৰত থিয় হ'ল। তাৰ শিশুৰদৰে মুখখনিত তীব্ৰ বিষাদৰ কালিমা আৰু ক'লা চকুজুৰিত চকুলো বিৰিঙি উঠিছে। গাত বগা সাজপাৰ। লৰাটোৰ গাত কঁপনি।

* *        * *        * *

ব'জভস্কীয়ে দলটোৰ আগে আগে বেগাই খোজ দি গ'ল, কিন্তু সি উচপং খোৱাৰদৰে ভয়ত চিঞঁৰি উঠিল। তাৰ পিছত মানুহবোৰৰ খোজৰ দপদপনি আৰু এটা উথল মাথল। ব'জভস্কীয়ে হুৰাওবায়ে কান্দিবলৈ ধৰিলে। ক্ৰমে ক্ৰমে শব্দৰ ধ্বনি বিলাক ক্ষীণ হৈ আহিল। তাৰপিছত দৰজাখন কেৰ্‌ কেৰাই উঠিল। চাৰিওফালে নীৰৱ নিস্তব্ধ। হয় নীৰৱ। শিহঁতক ফাঁচীৰ মঞ্চত হত্যা কৰা হ'ল।

* *        * *        . * *

"ইয়াৰ পিছৰ পৰাই মই বিপ্লবী হৈ পৰিলোঁ। হয়, মই বিপ্লবী হৈ পৰিলোঁ।" ক্ৰীলৎসভে ক'লে। তাৰ পিছত আৰু দুই এটা কথা কৈ তেওঁৰ জীৱন বৃত্তান্ত শেষ কৰি, নীৰৱ হৈ পৰিল।

এওঁ আছিল 'নাৰদনিক্' বিলাকৰ এটা বিশেষ দলত যুক্ত, আৰু এই দলৰ নেতা আছিল। দলটোৰ উদ্দেশ্য আছিল যে ভীতি প্ৰদৰ্শনৰ দ্বাৰাই চৰকাৰক

ব্যতিব্যস্ত কৰি তোলা যাতে স্বেচ্ছাই তেওঁলোকে ক্ষমতা ত্যাগ কৰি ৰাইজক লোধাই দিয়ে। এই উদ্দেশ্য লৈ তেওঁ পিটাৰ্চবুৰ্গ, কিভ, ওডেছা, আদি বহু ঠাই ভ্ৰমণ কৰিছিল। সকলো ঠাইতে তেওঁৰ উদ্দেশ্য সফলো হৈছিল। শেষত মানুহ এজনে বিশ্বাসঘাতকতা কৰাত তেওঁ ধৰা পৰি যায়। তেওঁ গ্ৰেপ্তাৰ হয় আৰু ছবছৰ জেলত থকাৰ পিছত বিচাৰত তেওঁৰ প্ৰাণদণ্ড হয়, কিন্তু শেষত এই দণ্ড মকুব কৰি, তেওঁক যাৱজ্জীৱন কাৰাদণ্ড দিয়া হয়।

কাৰাগাৰত থাকোঁতেই তেওঁ ক্ষয়ৰোগত আক্ৰান্ত হয়। বৰ্তমান তেওঁক যি ঠাইলৈ পঠোৱা হৈছে, সেই ঠাই হ'ল মানুহৰ বসতিৰ অযোগ্য। কিন্তু তাৰবাবে তেওঁৰ কোনো আক্ষেপ নাই। তেওঁ কয় যে তেওঁ যদি পুনৰ জন্ম লাভ কৰে, তেন্তে আকৌ এই নিচিনা অন্যায় অত্যাচাৰ অবিচাৰৰ বিৰুদ্ধে যুঁজ দিব, যাতে যিবিলাক নৃশংসতা তেওঁ দেখিবলৈ পাইছে, সেইবিলাক চিৰকালৰ কাৰণে লুপ্ত হয়।

এই মানুহজনৰ জীৱন বৃত্তান্ত শুনি আৰু তেওঁৰ লগত ঘনিষ্ঠতা কৰি পূৰ্ব্বতে নুবুজা বহু কথাই নেকৃলিউদভে বুজি পালে।

## সাত

যিদিনাখন জিৰণি শিবিৰত কনভয় বিষয়াজনৰ কোচত কেচুৱা লৈ অহা কয়দিটোৰ লগত টনা আঁজোৰ লাগিছিল সেইদিনা নেকৃলিউদভে গ্ৰাম্য অঞ্চলৰ হোটেল এটাত ৰাতিটো কটাইছিল। পুৱা শুই উঠা তেওঁৰ অলপ পলম হৈছিল। শুই উঠি আগত থকা ডাঙৰ নগৰ এখনলৈ চিঠি কেইখনমান ডাকত দিবৰ কাৰণে লিখি ল'লে। পত্তিকেই তেওঁ হোটেলৰ পৰা ওলোৱা দেৰি হল আৰু আগৰ দৰে কয়দিৰ সমদলটো অতিক্ৰম কৰি তেওঁ আগবাঢ়ি যাব নোৱাৰিলে। প্ৰায় সন্ধিয়া সময়তহে তেওঁ হল্টিং ষ্টেচন থকা গাওঁখনত উপস্থিত হ'ল।

এগৰাকী বয়সস্থ মহিলাৰ হোটেল এটাত তেওঁ ৰাতিটোৰ কাৰণে আশ্ৰয় ল'লে। এই মহিলা গৰাকী তেৰেহা শকত। তেওঁ হোটেলৰ কোঠা এটাত চাহ একাপ খাই ল'লে। কোঠাটো বেচ পৰিকাৰ আৰু বহু 'ইকন' আৰু ছিত্ৰেৰে সুসজ্জিত। তাৰ পিছত কাটুংচাক দেখা কৰিবৰ কাৰণে কনভয় বিষয়াজনক লগ ধৰিবৰ কাৰণে খৰখেদা কৰিলে।

ইতিমধ্যে পাৰ হৈ অহা দুটা জিৰণি শিবিৰত তেওঁ কোনো বিষয়াৰ পৰা সাক্ষাৎ কৰিবলৈ হুকুম ল'ব পৰা নাই। বিষয়া বিলাকৰ সাল সলনি হোৱা সত্বেও, কোনো এজনেও ষ্টেচনত সোমাই কাটুংচাক লগ ধৰিবলৈ অনুমতি দিয়া নাই। ফলত তেওঁ এসপ্তাহ ধৰি তাইক দেখা নাই। এই টোকা শাসনৰ কাৰণ হ'ল, সেই সময়ত জেল বিভাগৰ এজন উচ্চ-বিষয়া সেই পথেদি যোৱাৰ কথা। বৰ্ত্তমান সেই বিষয়াজন পাৰ হৈ গ'ল, যদিও তেওঁ কয়দি-সমদলটোৰ প্ৰতি কোনো কটাক্ষকে নকৰিলে। নেক্‌লিউদভে আশা কৰিছে যে পুনাৰ পৰা যিজন বিষয়া দায়িত্বত আছে, হয়তো তেওঁ কাটুংচাক দেখা কৰিবলৈ অনুমতি দিব পাৰে।

জিৰণি শিবিৰটো আছিল গাওঁৰ সিমূৰে। হোটেলৰ মালিক মহিলা গৰাকীয়ে নেক্‌লিউদভক ঘোঁৰা গাঁড়ী এখন জোগাৰ কৰি দিছিল। কিন্তু তেওঁ খোজ কাঢ়ি যাবলৈহে ঠিক কৰিলে। এজন মজদুৰে তেওঁক বাট দেখুৱাই লৈ গ'ল।

ইতিমধ্যে ৰাতি হৈছিল, কুঁৱলিয়ে বাট নেদেখা কৰিলে। মজদুৰ জনে গুখ বুট পিন্ধি দীঘল খোজ দি গৈ আছিল। নেক্‌লিউদভেও কোনোৰকমে গৈ জিৰণি শিবিৰৰ আগত ৰৈ থকা প্ৰহৰী জনৰ ওচৰ পালেগৈ।

দুজন অচিনাকী মানুহ আগবাঢ়ি অহা দেখি, প্ৰহৰীজনে খপৰাই মাত দিলে, "কোন? কি লাগে?" কিন্তু নেক্‌লিউদভৰ পথ প্ৰদৰ্শক মজদুৰ জনে অলপো ভয় নেখাই আগ বাঢ়ি গ'ল।

"আমিহে! কিয়? ভয় খাইছানে কি? আমি কনভয় বিষয়াক লগ ধৰিবলৈ আহিছোঁ। অলপ দয়া কৰি যদি খবৰ দিয়া নহৈ বং পাম। আমি ইয়াতে বৈছোঁ।"

প্ৰহৰীজনে কোনো জবাব নিদি নিজে নিজে পেটৰ ভিতৰতে কিবা এটা বকিলে, বহল বুকুৰ এই খোপোকা মজদুৰ জনে মাৰি এদাল লৈ, নেক্‌লিউদভৰ বুটযোৰৰ বোকাবোৰ গুচাই দিয়া সি চাই আছে।

লোহাৰ দুৱৰ জপনাখনৰ সিপাৰে কিছুমান স্ত্ৰী-পুৰুষ মানুহৰ গুনগুননি শুনিবলৈ পোৱা গ'ল। কেইমিনিট মানৰ পিছত জপনাখন কেৰকেৰাই, উঠিল আৰু মুকলি হ'ল। কান্ধত কোট এটা পেলাই চাৰ্জেণ্ট এজনে ওলাই আহি 'কি লাগে' বুলি প্ৰশ্ন কৰিলে।

চাৰ্জেণ্টজনৰ প্ৰহৰীটোৰ নিচিনা কৰ্কশ নহয়। কিন্তু মানুহজনৰ কথাত আকি

ভৰি, জানিবৰ কাৰণে খুব আগ্ৰহশীল। তেওঁ জানিবলৈ বিচাৰিলে নেক্‌লিউদভনো কোন্ আৰু কনভয় বিষয়াক কিয় লগ পাবলৈ আহিছে। তেওঁৰ ধাৰণা যে এই সাক্ষাতৰ অভিপ্ৰায়ত হয়তো কিবা অভিসন্ধিও থাকিব পাৰে। তেওঁৰ প্ৰবল ইচ্ছা যাতে এনে ষড়যন্ত্ৰকাৰী কোনেও সাৰি যাব নোৱাৰে। নেক্‌লিউদভে ক'লে যে তেওঁ এটা বিশেষ কামত আহিছে আৰু যদি চাৰ্জেণ্টে তেওঁৰ পত্ৰ এখন কনভয় বিষয়ালৈ লৈ যায়, তাৰবাবে তেওঁ নথৈ কৃতজ্ঞ হ'ব। চাৰ্জেণ্টে মূৰ জোকাৰি পত্ৰখন লৈ বেগাবেগিকৈ ভিতৰলৈ সোমাই গ'ল।

অলপ সময়ৰ পাচত জপনাখন পুনৰ মুকলি হল। যাইকী মানুহ কিছুমানে পাছি, জগ, বাকচ, মোনা, থৈলা ইত্যাদি লৈ চাইবেৰীয়ান ভাষাত গল্পগুজব কৰি, জপনা পাৰ হৈ ওলাই আহিল।

তেওঁলোকৰ চিঞৰ বাথৰত কাৰো মাত শুনা হল। যদিও তেওঁলোক গ্ৰাম্য তিৰোতা, তথাপি সাজপাৰ হ'ল একেবাৰে নগৰীয়া ফেচনৰ। প্ৰত্যেকৰে গাত একোটা জেকেট আৰু নোমৰ লাইনিং দিয়া একোটা কোট। স্কাৰ্ফ বিলাক অলপ ডাঙি ককাঁলত বন্ধা আছে আৰু প্ৰত্যেকৰ মূৰত একোখন শাল। তেওঁলোকে আটাইবোৰে লেম্পৰ পোহৰত নেক্‌লিউদভ আৰু খোপোকা মজছুৰ জনক আগ্ৰহেৰে চাই ল'লে। এজনী তিৰোতা মানুহে এই বহল বুকুৰ হৃষ্টপুষ্ট নিপোতল মজছুৰ জনক দেখি হাঁহি সামৰিব নোৱাৰিলে। তাই চাইবেৰীয়ান ভাষাত ব্যঙ্গ কৰি কলে, "বাক্সৰ ইয়াত কৰিছ কি? ভূতে পাব লাগিলে গম পাবি। বুজিছ।"

"মই এই ভদ্ৰলোকক পথ প্ৰদৰ্শন কৰি লৈ আহিছোঁ। তহঁতেনো ইয়াত কিহৰ মহলা মাৰিলি?"

"কিছুমান খোৱা বস্তু বিক্ৰিৰ কাৰণে আনিছিলো। কালিলৈ পুনৰাও আনিব লাগিব।"

"তহঁতক হ'বলা ৰাতি আলহী কৰি কোনেও নেৰাখিলে, নহয়নে?" জেকা মজছুৰ জনে প্ৰশ্ন কৰিলে।

মানুহজনীয়ে খিল্ খিলকৈ হাঁহি মাৰি ক'লে, "ভূতবপো! তোকনো আমি আলহী হ'বলৈ আহিছোঁ বুলি কোনে ক'লে? আহ যদি আমাৰ লগতে গাঁৱলৈ নিবলৈকে আহ। নহলে ভূতে যোতোৰা মাৰি মূৰটো চিৰি পেলাব।"

জেকা মজছুৰজনে যাইকী মানুহ লোপাৰ লগত কথা কটাকটি কৰি এনে কিছুমান উত্তৰ দিলে যে তাৰ কথা শুনি সিহঁতে লোপাই হাঁহিত থলক লগালে।

কৰ্তব্যৰত প্ৰহৰী জনেও নোহাঁহি নোৱাৰিলে। তাৰ পিছত নেক্লিউদভৰ কালে ঘূৰি গৈ কলে, "চাৰ! আপুনি ঘূৰি যাওঁতে অকলৈ যাব নোৱাৰিবনে? বোধ হয় আপুনি ৰাস্তাটো পাহৰা নাই।"

"ৰাস্তা মোৰ মনত আছে। মই অকলৈ যাব পাৰিম।"

"আপুনি গিৰ্জ্জাটো পাৰ হৈ, ছমহলীয়া ঘৰ এটা পাব। তাৰ পিছৰটোৱেই হোটেল। অ' আপুনি এই লাঠি ডালো লৈ দিয়ক। দৰকাৰ হ'ব পাৰে। অন্ধকাৰ আৰু বোকা পানীৰ মাজেদি, মাইকী মানুহৰ দলটোৰ লগত মজদুৰজনে হলৌ হলৌ কৈ খোজ দি এন্ধাৰৰ মাজত অদৃশ্য হৈ গ'ল।

মাইকী মানুহবোৰৰ কণ্ঠস্বৰৰ লগতে মজদুৰজনৰো ক্ষীণস্বৰ, মিহলি হৈ কুঁৱলিৰ মাজেদি আহি নেক্লিউদভৰ কাণত পৰিছেহি।

খটক্‌কৰে জপনাখন পুনৰ মুকলি হ'ল আৰু চাৰ্জ্জেণ্টজনে নেক্লিউদভক মাতি ভিতৰলৈ লৈ গ'ল।

## আঠ

চাইবেৰীয়াৰ এই ৰাজ আলিটোৰ কাষত যিবিলাক জিৰণি শিবিৰ আছিল, তাৰ ভিতৰত্ এই শিবিৰটোৰ চাৰিও কাষে পকা চোতাল আছিল। চোতাল খনৰ চাৰিও কাষে কিছুমান জোংদি গড়মৰা। গড়ৰ ভিতৰত আছিল তিনিটা এমহলীয়া ঘৰ। ইয়াৰ ভিতৰত সৰ্ব্ব-বৃহৎ ঘৰটো হ'ল বন্দী বিলাকৰ কাৰণে। খিড়িকী বিলাকৰ দীঘে আৰু পথালিয়ে লোহাৰ বৰৰ নঙলা মৰা। এটা হ'ল কনভয়টো লৈ যোৱা চিপাহী বিলাকৰ কাৰণে আৰু আনটো হ'ল অফিচ। তিনিওটা ঘৰৰ প্ৰতিখন খিড়িকীত আৰু প্ৰতিটো প'টিকত একোটা লেম্প জ্বলা আছিল। দেৱাল বিলাকতো পাঁচটা লেম্প জ্বলি আছিল। ফলত চাৰিওকালে চোতালখন পোহৰ হৈ পৰিছিল। চাৰ্জ্জেণ্টজনে চোতালেদি নেক্লিউদভক সৰু ঘৰটোলৈ লৈ গ'ল, আৰু পৰ্টিক'ত উঠাৰ পিছত, আগফালৰ সৰু কোঠা এটাত নেক্লিউদভক বহিবলৈ ক'লে। টিণ চাকী এটা কোঠাৰ ভিতৰত ধোঁৱাই ধোঁৱাই জ্বলি আছিল আৰু চিপাহী এজনে চুলা এটাত চামভাৰ বহুৱাই থুই দিছিল। সি নেক্লিউদভক দেখি ভিতৰলৈ সোমাই গৈ ক'লে, "চাৰ! তেওঁ আহি উপস্থিত।"

"আৰু আহিবলৈ কোৱা।" বিষয়াজনে খঙেৰে ক'লে।

"নৌ মৰজাইহদি আপুনি নোৱাই যক।" চিপাহীজনে ক'লে। তাৰ পিছত সি আকৌ হুঁ দিয়াত ব্যস্ত হৈ পৰিল।

কোঠাটোৰ ভিতৰত লেম্প এটা জ্বলি আছিল। এখন টেবুলৰ কাষত কনষ্টেবল বিষয়াজন বহি আছে। তেওঁৰ গাত এটা অষ্ট্ৰীয়ান জেকেট। বহল বুকুখনত জেকেটটো লিপিত খাই লাগি আছে। মুখখন টিক্‌টিককৈ ৰঙা। দাড়ি গোঁফবোৰ ভোৰোকাৰ। টেবুলত দুখন প্লেট লৈ বিষয়াজন ভোজনত ৰত। প্লেটৰ কাষত আছে আৰু দুটা বটল। কোঠাটোত খাদ্য আৰু সস্তীয়া ৰামৰ এচেঙৰ গোন্ধ পোৱা যায়।

এই নবাগত আলহী নেক্‌লিউডভক দেখি, তেওঁ খিন্ন হ'ল আৰু এটা সন্দেহৰ ভাবত কটাক্ষ কৰি তেওঁলৈ চাই আছে।

"আপোনাক কি লাগে?" বিষয়াজনে সুধিলে। উত্তৰলৈ অপেক্ষা নকৰি তেওঁ চিঞঁৰ মাৰি ক'লে, "ৰাবনভ্! চাম'ভাৰ কি হ'ল? বেগোত আন।"

"এই নিছোঁ চাৰ।"

"এনেকৈ 'এই নিছোঁ এই নিছোঁ' কৈ থকা গম পাবি। আন যদি বেগাই আন।" ক্ৰোধান্বিত হৈ বিষয়াজনে ক'লে।

"এই নিছোঁ" বুলি চিপাহীয়ে উত্তৰ দি ততালিকে চাম'ভাৰ আনি টেবুলত হাজিৰ কৰিলে।

নেক্‌লিউডভে কোঠাটোতে অপেক্ষা কৰি আছে। চিপাহীজনে যেতিয়া কোঠাৰ পৰা ওলাই গ'ল, তেতিয়া বিষয়াজনে খঙত ৰঙা হৈ একেথৰে তাৰ কালে চাই আছিল, যেন তাক কৰঁকালতে মাৰিথাৰ দিব। তাৰ পিছত তেওঁ চাম'ভাৰৰ পৰা পানী বাকী অলপ চাহ তৈয়াৰ কৰিলে আৰু মদ বাকচ্ এটাৰ পৰা কিছু বিস্কুট উলিয়াই খাবলৈ বহি পুনৰ নেক্‌লিউডভক ক'লে, "বাৰু কওঁচোন! মইনো আপোনাৰ কাৰণে কি কৰিব পাৰোঁ।"

"মই এগৰাকী নাৰী কয়দীক দেখা কৰিবলৈ অনুমতি বিচাৰি আহিছোঁ।" থিয়ৈ থিয়ৈ নেক্‌লিউডভে ক'লে।

"ৰাজনৈতিক বন্দী হ'লে দেখা কৰিব নোৱাৰিব। আইনমতে তেওঁলোকক দেখা কৰা নিষেধ।" বিষয়াজনে ক'লে।

"মই দেখা কৰিব খোজা গৰাকী ৰাজনৈতিক বন্দিনী নহয়।" নেক্‌লিউডভে ক'লে।

"বাৰু বুজিলোঁ। অনুগ্ৰহ কৰি বহক।" বিষয়াজনে ক'লে।

নেকৃলিউদভেও আসন গ্ৰহণ কৰিলে।

"তাই ৰাজনৈতিক বন্দী নহয়। কিন্তু মোৰ অনুৰোধত তাই উচ্চ কৰ্তৃপক্ষই ৰাজনৈতিক বন্দী সকলৰ লগত মাৰ্চ্চ কৰিবলৈ আদেশ দিয়া আছে।"

"হয় হয় বুজিলোঁ।" বিষয়াজনে বাধা দি ক'লে, "মানুহজনী অলপ চুটি চাপৰ মটীয়া বৰণৰ নহয়নে? বাৰু তাইক দেখা কৰিবলৈ অনুমতি দিব পৰা হ'ব। অলপ ধুম পান কৰক।" নেকৃলিউদভৰ ফালে চিগাৰেটৰ বাকচটো ঠেলি দি, দুকাপ চাহ বাকি, একাপ নেকৃলিউদভৰ ফালে আগবঢ়াই দি কলে,

"অ' চাহ খাওক।"

"ধন্যবাদ। মই মানুহজনী এতিয়াই দেখা কৰিব পাৰিমনে?.. ..."

"বাদ দিয়ক। গোটেই ৰাতিটো পৰি আছে। যথেষ্ট সময়ো আছে। মই তাইক আপোনাৰ ওচৰলৈ আনিবলৈ আদেশ দি দিম।".

"তাই য'ত আছে তাতেই মই দেখা কৰিব নোৱাৰিমনে? মোৰ ওচৰলৈ নানিলেও হ'ব।" নেকৃলিউদভে ক'লে।

"ৰাজনৈতিক বন্দীবিলাকৰ থকা ঠাইত? নহয়! আইনমতে আপুনি তাইক তাত লগ পাব নোৱাৰে।"

"আগতে কেইবাবাৰো মোক এই সুবিধা দিছিল। মই যদি কিবা বস্তু পাৰ কৰি দিওঁ বুলি ভয় আছে, তেতিয়া মই তাইৰ হাততো দিব পাৰোঁ।

"অ' নহয়। তাইৰ গা তালাচ কৰা হ'ব।" এই বুলি বিষয়াজনে বিৰক্তিৰ হাঁহি মাৰিলে।

"তেনেহলে আপুনি মোৰ গা কোৰোক কৰি চাই লবও পাৰে।"

"বাৰু একো কথা নাই, গা কোৰোক নকৰাকৈয়ে কিবা এটা সুবিধা কৰি লওক।" এই বুলি বিষয়াজনে সুৰাৰ বটল এটাৰ ঢিলাটো খুলি, নেকৃলিউদভৰ চাহৰ কাপটোত অলপ ৰাকী দিবৰ ইচ্ছাৰে সুধিলে, "আপোনাক অলপ দিমনে? নে নেলাগে? বাৰু আপোনাৰ যেনে ইচ্ছা। চাইবেৰীয়াৰ নিচিনা ঠাইত, আপোনাৰ নিচিনা শিক্ষিত ভদ্ৰলোক লগ পালে বৰ ভাল লাগে। আমাৰ কামবোৰ হ'ল খুব আমনি লগা, আপোনালোকে জানেই। কিছু মানুহৰ ধাৰণা যে কনভয় বিষয়াবোৰ হ'ল, অৰ্দ্ধ শিক্ষিত কঠুৱা মানুহ। কিন্তু কাকো দিয়াল

নাই যে এইবোৰ কামৰ বাহিৰেও আমি যেই সেই কামৰ উপযুক্ত। অন্য কাম কৰিবৰো আমাৰ ক্ষমতা বা শক্তি।সামৰ্থ্য আছে।

এই মানুহজনৰ গতিগোত্ৰ, হাব ভাব দেখি নেকৃলিউদভে যথেষ্ট বিৰক্তি বোধ কৰিলে। কিন্তু গোটেই ভ্ৰমণৰ কাল চোৱাত আৰু আজিও তেওঁ এনে অৱস্থাত আছে, যে তেওঁ কাকো অৱজ্ঞা কৰা বা ঘৃণাৰ চকুৰে চোঁৱা সম্ভৱ নহয়। তেওঁ সকলোৰে লগত কথা বতৰা পাতিবলৈ বাধ্য। বিষয়াজনৰ লগত কথা বতৰাৰ মাজেদি নেকৃলিউদভে বুজিলে যে মানুহজনে তেওঁৰ দায়িত্বত থকা মানুহ বিলাকক সিমান দুঃখ কষ্ট দিবলৈ ভাল নাপায়।

"মই ভাবোঁতে আপোনাৰ কাম কাজৰ মাজেদিও এই প্ৰপীড়িত মানুহবোৰৰ দুঃখ কষ্ট কিছু লাঘৱ কৰি কিছু সন্তোষ লাভ কৰিব পাৰে।" গহীনাই নেকৃলিউদভে ক'লে।

"আপুনি ইহঁতৰ দুঃখ কষ্টৰ কথা কৈছে? আচলতে ইহঁত কেনে ধৰণৰ মানুহ তাক আপুনি নুবুজে।"

"ইহঁতভো কোনো বেলেগ জাতীয় মানুহ নহয়।" নেকৃলিউদভে ক'লে, "ইহঁতো অন্যান্য মানুহবদৰেই সাধাৰণ মানুহ আৰু ইয়াৰ ভিতৰত কিছুমান একেবাৰে নিৰপৰাধী।"

"অৱশ্যে ইহঁতৰ ভিতৰত নানা ধৰণৰ মানুহ আছে। কিছুমানৰ প্ৰতি পুতৌ হয়। আমাৰ ভিতৰৰ কিছুমান বিষয়াই ইহঁতৰ প্ৰতি কোনো দয়া-মমতা নেদেখুৱায়। কিন্তু মই সুবিধা পালেই সিহঁতৰ কষ্ট লাঘৱ কৰিবলৈ চাওঁ। বৰং সিহঁতে দুখ পোৱাতকৈ মইহে দুখৰ ভাগী হওঁ। আনে আখৰে আখৰে আইন মানি চলে। প্ৰয়োজন হ'লে গুলিও মাৰে, কিন্তু মই মৰমৰ চকুৰে চাওঁ.... ...। আৰু অলপ চাহ দিওঁ" নেকৃলিউদভক আৰু একাপ চাহ দি তেওঁ ক'লে।

"বাৰু আপুনি লগ ধৰিব খোজা এই মানুহজনী কোন?" বিষয়াজনে প্ৰশ্ন কৰিলে।

"তাই মৰ দুৰ্ভগীয়া। ঘটনা চক্ৰত তাই বেশ্যা জীৱন অতিবাহিত কৰিছিল। তাতেই তাই এজন সদাগৰক বিষ প্ৰয়োগ কৰি হত্যা কৰিলে বুলি অভিযুক্ত হয়, কিন্তু আচলতে তাইৰ গাত দোষ নাছিল! ছোৱালী জনী ভালেই আছিল।" নেকৃলিউদভে উত্তৰ দিলে।

বিষয়াজনে কথা শুনাপি মূৰ দুপিয়ালে।

"হয়, এনে ঘটনা ঘটে। কজন চহৰৰ এমা নামে মানুহ একজনীৰ কথা কওঁ

তনক। অৱশ্যে তাই হাজেৰীয়ান্ আছিল, কিন্তু চকুমুৰি পাৰ্ছিয়ান গাভৰুৰহে।" তেওঁ ক'লে। ঘটনাটো স্মৰণ কৰি তেওঁ হাঁহি সামৰিব নোৱাৰিলে। "তাইৰ সাজপাৰৰ কেচন দেখিলে কাউণ্টেচ্ যেনহে লাগে—।"

নেকৃলিউদভে সেই কথালৈ কাণ নিদি, পূৰ্বৰ কথালৈ ঘূৰি আহিল।

"আপোনাৰ দায়িত্বত থকা মানুহবোৰৰ বহু কষ্ট আপুনি লাঘৱ কৰিব পাৰে, তেতিয়া আপুনি নিজেও যথেষ্ট আনন্দ লাভ কৰিব।" নেকৃলিউদভে কথাষাৰত খুব জোৰ দি ক'লে।

বিষয়াজনে মুখভাঙি তেওঁৰ ফালে স্থিৰ দৃষ্টিৰে চাই আছে যাতে নেকৃলিউদভে কথা কোৱা বন্ধ কৰে আৰু তেওঁ সেই হাজেৰীয়ান মানুহজনীৰ গল্প শেষ কৰিব পাৰে।

"অৱশ্যে আপুনি কোৱা কথা সঁচা হয় আৰু মই সিহঁতক যথেষ্ট পুতৌ কৰোঁ। কিন্তু মই আপোনাক সেই 'এমাৰ' কথা ক'ব খুজিছোঁ। পিছত কি কৰিলে জানে?"

"এইবোৰ কথাত মই এতিয়া ৰস নেপাওঁ।" নেকৃলিউদভে ক'লে, "আৰু মই আপোনাক খোলা খুলিকৈ ক'ব খুজিছোঁ এসময়ত মোৰো এনেকুৱা বেয়া নাৰী সংসৰ্গ আছিল; কিন্তু এতিয়া এনে সম্পৰ্ক কথা মই ঘিণ কৰোঁ।"

বিষয়াজনে আচৰিত হোৱাৰদৰে তেওঁৰ ফালে চাই আছে।

"বাৰু আৰু অলপ চাহ খাবনে?" তেওঁ ক'লে।

"ধন্যবাদ্। আৰু খাবৰ মন নাই।"

বিষয়াজনে বাৰ্ণভক্ মাতি আনি ক'লে, "এখেতক তাকুলভৰ ওচৰলৈ লৈ যোৱা। ৰাজনৈতিক বন্দী থকা কোঠালৈ এখেতক লৈ যাবলৈ ক'বা। পৰিদৰ্শনৰ আগলৈকে তাত এখেত থাকিব পাৰিব।"

### নয়

অৰ্ডালিজনে নেকৃলিউদভক বাট দেখুৱাই লৈ গ'ল। চোতালত চিমিক্ চাৰাকৃষ্টৰ লেম্প এটা জ্বলি আছিল।

"ক'লৈ যাবা?" কৰিডৰ চিপাহী এজনে অৰ্ডালিজনক সুধিলে।

"এক নং কোঠালৈ।"

"এই ফালে যাবা বন্ধ। অলপ ঘূৰি সোঁ সিফালে থকা খটখটি যোৱা।"

"এই বাস্তা কিয় বন্ধ কৰা হ'ল।"

"নায়কজন গাঁৱলৈ ফুৰিবলৈ গৈছে, আৰু লগতে ছাবিও লৈ গৈছে।"

"বাৰু তেন্তে আহক। আমি সৌ সিফালে ঘুৰি যাওঁ।"

এই বুলি অৰ্ডালিজনে ভক্তা পাৰি খোৱা দলং এখনৰ ওপৰেদি লৈ গ'ল। চোতালত থাকোতেই মানুহবোৰৰ গুণগুণনি তেওঁ শুনিবলৈ পাইছিল। ক্ৰমে ওচৰ চাপি যোৱাত সেই আৱাজ বোৰ স্পষ্ট শব্দত পৰিণত হ'ল। কিছুমান মানুহে চিঞঁৰ বাখৰ লগাইছে, কিছুমানে গালাগালি দিছে আৰু কিছুমানে হাঁহি তামাচাত ব্যস্ত। লোহাৰ জিঞ্জিৰী বোৰৰ আৱাজ আহিও তেওঁৰ কাণত পৰিছে। সৰ্ব্ব-সাধাৰণত জেলত যেনেকুৱা দুৰ্গন্ধ পোৱা যায়, তেনে দুৰ্গন্ধ আহি তেওঁৰ নাকত বিন্ধি ধৰিলেহি।

নেকলিউদভে প্ৰথম ঘৰটোত সোমাই দেখিবলৈ পালে যে এটা বৃহদাকাৰৰ দুৰ্গন্ধময় চৰীয়াৰ কাষত এজনী নাৰী কয়দী বহি আছে। মানুহজনীৰ সমুখত আৰু এটা কয়দি থিয় হৈ আছে। নেকলিউদভক দেখি মানুহটোৱে মন্তব্য কৰিলে "এই হেন বানৰ সোঁত কাৰো বন্ধ কৰিবৰ শক্তি নাই। স্বয়ং জাৰেও নোৱাৰে।"

নাৰী কয়দী জনীয়ে অলপ লাজকুৰীয়া ভাৱত, স্কাৰ্টটো টান মাৰি আঁঠুৰ তললৈ নমাই ল'লে।

বাটটোৰ মূৰৰ পৰা তেওঁ এটা সুদীৰ্ঘ কৰিদৰ দেখা পালে। কোঠাৰ কেই খনমান দৰজা খোলা আছে। পৰিয়ালসহ কিছুমান কয়দি প্ৰথম কোঠাটোত আছে। দ্বিতীয় কোঠাটোত ভণ্ডুৱা কয়দিবোৰ আৰু তৃতীয় কোঠাটোতেই ৰাজনৈতিক বন্দী সকলক ৰখা হৈছে।

যিটো ঘৰক মুঠেই দেৰশ কয়দি ৰখাৰ বন্দবস্ত আছিল, সেই ঘৰতেই বৰ্ত্তমান চাৰিশ পঞ্চাশজন কয়দিক ৰখা হৈছে। ফলত গোটেই ঘৰটো মানুহেৰে ঠাহ খাই পৰিছে। ভিতৰত থাকিবলৈ স্থানাভাৱ হোৱাত বাহিৰৰ কৰিদৰতো কিছুমান কয়দি পৰি আছে।

কিছুমানে মজিয়াত বহি আছে, কিছুমানে দীঘল দিছে, কিছুমানে বাহিৰলৈ ওলাই গৈছে নাইবা গৰম পানী লৈ ঘুৰি আহিছে। তাৰচেও 'টিপশু' এটাত গৰম পানী লৈ ঘুৰি আহোঁতে নেকলিউদভক দেখি সম্ভাষণ জ্ঞাপন কৰিলে। চকুত লগাই থকা বিবিভি থকা এই মানুহজনৰ নাকত আৰু চকুৰ তলত প্ৰথম হোৱা কলা দাগ এতিয়াও স্পষ্ট হৈ আছে।

"তোমাৰ এই অখম বোৰ কিহৰ কাৰণে হ'ল?" নেকৃলিউদভে সুধিলে।

"কয় কি? ঘটনা এটা হৈছিল।" তাবচে হাঁহিমাৰি উত্তৰ দিলে।

"অ' ইয়াত সদাই মাৰপিত চলিয়েই থাকে।" কনভয় চিপাহীজনে ক'লে।

"কেৱল মাইকী মানুহ বিলাকক লৈয়েই মাৰপিত হয়।" তাবচৰ পিছে পিছে অহা কয়দি এজনে মন্তব্য দিলে।

"অন্ধ ফেডকাৰ লগত তেওঁৰ এখন কাঁজিয়া লাগিছিল।"

"বাৰু। কিড'ছিয়াৰ ভালনে?"

"তাইৰ ভাল, তাইৰ কাৰণেই চাহ বনাবলৈ এইয়া গৰম পানী আনিছোঁ।" তাবচে উত্তৰ দিলে।

দৰজাৰ পৰা নেকৃলিউদভে ভুমি চাই দেখিলে যে কোঠাটোত স্ত্ৰী পুৰুষ নির্ব্বিশেষে মানুহেৰে ভৰি আছে। কিছুমানে খাট বিলাকৰ ওপৰত আৰু কিছুমানে তলত দীঘল দি পৰি আছে। শুকাবলৈ দিয়া তিতা কাপোৰ বিলাকৰ পৰা অবিৰাম মেঘবৰণে বাষ্পবোৰ উৰি আছে। মাইকী মানুহবোৰৰ কেপকেপনিৰ অন্ত নাই। ইয়াৰ পিছৰ কোঠাতেই ডঙৰ কয়দি বিলাক আছে। এই কোঠাত মানুহৰ চেঁচা আৰু বেছি। কোঠাৰ ভিতৰত তিলমানো ঠাই নাই। সিহঁতৰ বহুতৰে গাৰ কানি কপোৰবোৰ তিতা। আটাইবোৰে গল্প গুজৱ কৰাত ব্যস্ত। কয়দিবোৰে চাৰ্জেণ্ট আৰু নেকৃলিউদভক দেখি নিমাত হ'ল। সিহঁতে তেলেকা তেলেকৈ সিহঁতক চাবলৈ ধৰিলে। তাৰভিতৰত নেকৃলিউদভে আচাৰ্য্য কিয়দৰভক দেখিবলৈ পালে। তেওঁ তাক আগৰ পৰাই চিনি পাইছিল। তাৰ লগত মনমাৰি থকা ডেকা এজন সদাই থাকে। তাৰ চেলাউৰিজোৰ খিয় আৰু মুখখন উধুমা উধুমি। ইহঁতৰ লগতে আছিছে আৰু এটা দুৰ্দান্ত মানুহ। ই এজোখৰ পিতনিত পলায়মান এজন কমবেডক একে ঘাপে হত্যা কৰিছিল আৰু শুনা যায় মানুহটো কাটি তাৰ মাংসও ভক্ষণ কৰিছিল। সি কাষত তিতা কাপোৰ এখন পেলাই, বাটতে থিয় হৈ নেকৃলিউদভৰ কালে চকু ঘোপা কৰি চাই আছিল, আৰু বাট এৰি দিয়া নাছিল। নেকৃলিউদভে তাৰ কাষেদি পাৰ হৈ গ'ল।

এনেকুৱা বিলাক দৃশ্যৰ লগত নেকৃলিউদভ সুপৰিচিত। চাবিশ পঞ্চাশজন কয়দিক, যোৱা তিনিমাহে তেওঁ বিভিন্ন অৱস্থাত বহুবাৰ দেখি আহিছে। ব'দ,

ৰতাহ, ধূলিৰ মাজেদি মাৰ্চ্চ কৰি যোৱা, ভৰিত জিঞ্জিৰী লগোৱা কয়দি বোৰে ভৰি চোঁচোই যাওঁতে মেঘবৰণে ধূলি উকৰা, বাটৰ জিৰণি শিবিৰ বিলাকত সিহঁতৰ দুৰৱস্থা, এই সকলো দৃশ্য তেওঁ নিজ চকুৰেই দেখিছে। * * * *

এই মানুহবোৰক কৰা অত্যাচাৰ আৰু অবিচাৰবোৰে তেওঁৰ মনত তীব্ৰ আঘাত দিয়ে। তেওঁৰ ভাব হয় যেন তেওঁ নিজেই এটা মহা পাপত লিপ্ত হৈ পৰিছে। এই চেতনাই তেওঁক দেহ পুৰি মাৰে, অৱশ্যে তেওঁ জানে এই বিষয়া বোৰৰ ঠাইত তেওঁ নিজে দায়িত্বত থকা হ'লেও কয়দিবোৰৰ অৱস্থাৰ অলপো উন্নতি তেওঁ কৰিব নোৱাৰিলে হেঁতেন। তথাপি তেওঁ মনৰ বেদনা দূৰ কৰিব নোৱাৰে।

"তেজ খোৱাহঁতে যি কৰিছে কৰিছে, ইয়াতকৈ আৰু বেছি কি কৰিব।" ৰাজনৈতিক বন্দী বিলাকৰ মাজৰ পৰা কোনোবা এজনে গোৰ গোৰাই মন্তব্য দিয়া নেক্‌লিউদভে শুনিলে। এই মন্তব্যদিয়া বন্দীজনে লগে লগে আৰু কিছু অশ্লীল গালি যোগ দিয়াত, বন্দীবিলাকৰ মাজৰ পৰা ঘৃণা সূচক হাঁহিৰ খলকনি উঠিল।

## দহ

ৰাজনৈতিক বন্দী থকা তৃতীয় কোঠাটোৰ সমুখত, নেক্‌লিউদভক এৰি, চাৰ্জ্জেণ্টজনে উভতি গ'ল আৰু কৈ গ'ল যে তেওঁ পৰিদৰ্শনৰ সময়তহে আহিব। এনেতে ভৰিত শিকলি বান্ধ খোৱা কয়দি এটাই বেগা বেগিকৈ আহি নেক্‌লিউদভৰ কাষ চাপিল। কয়দিটোৰ গাৰ পৰা ওলোৱা দুৰ্গন্ধত নেক্‌লিউদভে নাক কোঁচাই পেলালে। সি আচৰিত হোৱাৰ দৰে, ফুচফুচাই তেওঁক কাণে কাণে কলে, "চাৰ ঘটনাটোৰ খা-খবৰ এটা আপুনি কৰক। ডেকা লৰাটোক সিহঁতে একেবাৰে অঁকৰা কৰিছে। সিহঁতে তাক মদ খুৱাই ৰাজী কৰাইছে আৰু আজি পৰিদৰ্শনৰ সময়ত সি নিজৰ নাম নকৈ 'কৰ্ম্মানভ্' বুলি পৰিচয় দিছে। আপুনি যেনে তেনে চাৰ, এইটো বন্ধ কৰক। আমি ক'বলৈ ভয় লাগে। সিহঁতে গম পালে মোৰ জান নথয়।" কয়দিটোৱে এটা অস্বস্তি বোধ কৰি, ইফালে সিফালে চাই আঁতৰি গ'ল।

আচল ঘটনাটো হৈছে এই :—আচামী কৰ্ম্মানভে, নিৰ্ব্বাসন প্ৰাপ্ত এজন ডেকাৰ লগত নাম সলনি কৰিবৰ কাৰণে ফুচুলালে, তেওঁলোকৰ উভয়ৰে

চেহেৰাত খুব মিল। বন্দৰত এয়ে যে কৰ্মানভৰ ঠাইতে ডেকাজনে থকিত কাম কৰিবলৈ যাব আৰু সি ডেকাৰ ঠাইত নিৰ্ব্বাসন খাটিব।

এই সাল বদলিৰ কথা নেকুলিউদভে আগতে জানিছিল। সেই এ:কটা কয়দিয়েই এসপ্তাহৰ আগতে এই সম্পৰ্কে তেওঁক কৈছিল, নেকুলিউদভে তাৰ কথা বুজাব তাৰ যদি যি পাৰে কৰিব বুলি সদাগি হৈছিল আৰু নিজ উদ্দেশ্য লৈ তাৰ পৰা আঁতৰ হৈছিল।

নেকুলিউদভে এই কয়দিজনকো ভালেকৈ জানে। কিন্তু তাৰ কথা দেখি তেওঁ বৰং আচৰিত হৈছিল। একাটেৰিনবুৰ্গ নগৰত সি তাৰ ধৈণীয়েককো লগত নিবৰ কাৰণে অনুমতি আদায় কৰি দিবলৈ নেকুলিউদভক খাটনি ধৰিছিল। মানুহটো সাধাৰণ গাৱঁলীয়া ধৰণৰ, ত্ৰিশ বছৰীয়া ডেকা যেন অনুমান হয়। ডকাইতি আৰু হত্যা কৰিবলৈ চেষ্টা কৰিছিল বুলি তাৰ সশ্ৰম কাৰাদণ্ড হৈছিল। তাৰ নাম মাকাৰ দেৱকিন্। তাৰ ঘটনাটোও আচৰিত ধৰণৰ। নেকুলিউদভৰ আগত বৰ্ণনা দিওঁতে সি কৈছিল যে ঘটনাটো সি কৰা নাই। চৈতানেহে তেনেকুৱা ঘটনা কৰালে সি কোৱামতে এদিনাখন এজনী ভ্ৰমণকাৰী তেওঁৰ পিতৃৰ ঘৰলৈ আহিছিল আৰু চাৰিশ মাইল দূৰলৈ যাবলৈ শ্লেড্জ গাড়ী এখন ভাৰা কৰিছিল। বাপেকে তাক গাঁড়ীখন চলাই যাবলৈ হুকুম দিলে। মাকাৰে ঘোঁৰাটো উলিয়াই সাজপাৰ পিন্ধি ভ্ৰমণকাৰীজনৰ লগত চাহ একাপ খাইছিল। কথা প্ৰসঙ্গত ভ্ৰমণকাৰীজনে প্ৰকাশ কৰিছিল যে মস্কোত কাম কাজ কৰি তেওঁ ৫০০ ৰুবল আৰ্জ্জি আনিছে আৰু অলপতে তেওঁ গাভৰু এগৰাকীক বিয়া কৰিব, এই কথা শুনি মাকাৰে বাহিৰলৈ ওলাই গৈ, কুঠাৰ এখন আনি ঘোঁৰালৈ লোৱা ঘাঁহৰ তলত সুমাই ল'লে। "আৰু মই নিজেই ক'ব নোৱাৰিলোঁ কুঠাৰখন মোৰ লগত কিয় ল'লোঁ।" মাকাৰে ক'লে, "কুঠাৰখন লৈ ল।" সি ক'লে আৰু মইলৈ ললোঁ। তাৰ পিছত গাড়ীত উঠি আমি যাত্ৰা কৰিলোঁ। যাওঁতে কুঠাৰৰ কথা মই পাহৰিয়েই পেলালোঁ। ক্ৰমে গৈ আমি গাওঁ এখন পাবলৈ আৰু চাৰি মাইল মানহে বাকী আছিল। চাৰি আলি এটা পাৰ হৈ আমি ক্ৰমে পাহাৰ এটালৈ উঠিব লাগে। তেতিয়া মই গাঁড়ীৰ পৰা নামি পিছে পিছে যাবলৈ ধৰিলোঁ। এনেতে চৈতানে মোক কাণে কাণে ক'লে, 'তুই কি ভাবি আছ। পাহাৰটো পাৰ হোৱাৰ পিছত গাৱঁৰ মানুহৰ সমাগম হ'ব আৰু তাৰ পিছতেই গাৱঁখন পাবি। সি টকাখিনি লৈ নিৰ্ব্বিঘ্নে গুছি যাব। যদি তই টকাখিনি হাত কৰিব খুজিছ তেন্তে এইটোৱেই ভাল সময়। মই গাঁড়ীত উঠি ঘাঁহখিনি জাপি তুলি ল'ব

খোজোতেই, কুঠাৰখন মেলিৰা জাপ মাৰিহে মোৰ হাতলৈ উঠিল। মানুহটোক্তে ঘূৰি মোক কলে, 'কি কৰিব খুজিছ ?' মই তেতিয়া কুঠাৰখন ভাঙি তাক বগৰাই দিবলৈ ইচ্ছা কৰিলোঁ। কিন্তু সি ততালিকে জাপ মাৰি আহি মোৰ হাতখন খাপ মাৰি ধৰিলে আৰু ক'লে, 'ৰাক্ষস! কি কৰিব খুজিছিলি ?' সি মোক খেদা মাৰি ৰবৰৰ ওপৰত বগৰাই পেলাই দিলে। মই তাৰ লগত যুঁজিব নোৱাৰি পৰাজয় মানিলোঁ। সি তাৰ গলাবান দালেৰে মোক বান্ধি পেলাই স্লেড্জত ভৰাই পুলিচ থানালৈ লৈ গ'ল। তাৰ পিছত বিচাৰ আৰু মোৰ কাৰাদণ্ড, কিন্তু মোৰ খেলৰ মানুহে মোৰ চৰিত্ৰ ভাল বুলি সাক্ষী দিছিল। যাৰ ঘৰত মই কাম কৰোঁ তেওঁ মোৰ পক্ষে ভালেই কৈছিল। কিন্তু উকীল ধৰিবৰ কাৰণে টকা নাছিল। ফলত চাৰি বছৰ সশ্ৰম কাৰাদণ্ড হ'ল।

এই কয়দিটোৱেই তাৰ গাৱঁৰ ডেকা এজন ৰক্ষা কৰিবৰ কাৰণে ষড়যন্ত্ৰৰ কথাখিনি নেক্‌লিউদভৰ আগত প্ৰকাশ কৰিছিল, আৰু এই কথা প্ৰকাশ কৰি সি প্ৰাণ পৰ্য্যন্ত বিপদগ্ৰস্ত কৰিছিল, কিয়নো এই ষড়যন্ত্ৰকাৰীবিলাকে কেনেবাকৈ এই কথা জানিলে, নিশ্চয় তাক ডিঙি টিপি বধ কৰিব।

## এঘাৰ

ৰাজনৈতিক বন্দী বিলাকক দুটা সৰু কোঠাত ৰখা হৈছিল। কোঠা দুটাৰ সমুখেদি অহা যোৱা কৰা এটা সৰু ৰাস্তা। ৰাস্তাৰ কাষতে কোঠালৈ সোমোৱা দৰজা। নেক্‌লিউদভে কোঠা দুটাৰ সমুখ পাওঁতেই চাইমনচনক দেখা পালে। ৰাবাৰ জেকেট এটা পিন্ধি চুলাত জুই দিবৰ কাৰণে তেওঁ পাইন খৰি এদাল ফালিবলৈ জোৰ দি আছে।

নেক্‌লিউদভক দেখিয়েই তেওঁ কেৰাহিকৈ চাই বহি থকাৰ পৰাই হাতখন মেলি দিলে।

"আপুনি অহাত মই খুব বং পাইছোঁ, আপোনাৰ লগত মোৰ কথা এটা আছে।" এটা অৰ্থব্যঞ্জক দৃষ্টিৰে তেওঁলৈ চাই চাইমনচনে ক'লে।

"ভাল, কি কথা আছে কওক।" নেক্‌লিউদভে প্ৰশ্ন কৰিলে।

"মই এতিয়া কামত ব্যস্ত, অলপ পিছত ক'ম"

চাইমনচনে পুনৰ চুলাত জুই দিবলৈ ধৰিলে।

নেক্‌লিউদভে প্ৰথম দুৱাৰেদি কোঠালৈ সোমাৰ খোজোতেই, মাচ্‌লভাই

আলটো কোঠাৰ পৰা ধূলি মাকতিৰ দ'ৰ এটা চুলাৰ ফালে সাৰি অনা দেখিলে। আইৰ গাত এটা বগা জেকেট। স্কাৰ্টটো কঁকালত বন্ধা আছে আৰু ধূলি কণাৰ পৰা চকু মুখ ৰক্ষা কৰিবলৈ মুখত চকুলোক ওৰণি এখন চাকি লোৱা আছে। নেকুলিউদভক দেখি, আলটো পেলাই, স্কাৰ্টত হাতকিখন মোহৰি থিয় হ'ল। যদিও তাইৰ লাজকুৰীয়া ভাব হৈছিল, তথাপি মুখখন বেচ মুকলি আৰু সতেজ।

নেকুলিউদভে তাইক কৰমৰ্দন কৰি ক'লে, "বেচতো! ঠাই সাৰিছা নহয়?"

"হয় এইটো মোৰ পূৰ্ব্বৰে ব্যৱসায়।" হাঁহি মাৰি তাই ক'লে। "দেখিছেনে কিমান ধূলি! আপুনি ভাবিবই নোৱাৰে। সাৰিছোহে সাৰিছোঁ, তথাপি অন্ত নাই।"

চাইমনচনৰ ফালে ঘূৰি চাই তাই ক'লে, "হেৰা বগ খন শুকালনে?"

এটা বিশেষ চাৱনিৰে চাই, চাইমনচনে উত্তৰ দিলে, "অঁ, প্ৰায় শুকাইছে।" এই বিশেষ চাৱনি নেকুলিউদভৰ চকুত পৰিছিল।

"বাৰু মই এতিয়াই আহিছোঁ, শুকুবাৰৰ কাৰণে চোলাটো লৈ আহোঁ........ আমাৰ লগৰীয়া সকল সৌ তাতে আছে।" দৰজাৰ ফালে আঙুলিয়াই তাই নেকুলিউদভক ক'লে আৰু দ্বিতীয় দৰজাই দি তাই ভিতৰলৈ সোমাই গ'ল।

নেকুলিউদভে দৰজাখন খুলি সৰু কেঠাটোলৈ সোমাই গ'ল। অকণমানি চাকি এটা চেলফ এখনৰ ওপৰত খিমিক ধামাককৈ জ্বলি আছিল। কোঠাটোৰ ভিতৰখন খুব ঠাণ্ডা আৰু সেমেকা। ধূলি আৰু চিগেৰেটৰ ধোঁৱাৰে ভৰা। চাকিটোৰ ওচৰত থকা বন্দীবিলাকৰ ওপৰত অলপ পোহৰ পৰি আছে, কিন্তু বিছনা বিলাকৰ ওপৰত যথেষ্ট এন্ধাৰ। ক'লা ছাঁবিলাক দীঘল হৈ পৰি আছে।

দুজন বন্দীয়ে খোৱাবস্তু আৰু গৰম পানী আনিবলৈ বাহিৰলৈ গৈছিল, বাকী আটাই বিলাক ৰাজনৈতিক বন্দীয়েই কোঠাৰ ভিতৰত ঠাহ খাই বহি আছিল। নেকুলিউদভে তেওঁৰ পুৰণা চিনাকী ভেৰা দুখভাক দেখিবলৈ পালে। ভেৰা ক্ষীণাই শুকাই মানুহজনী হালধীয়া হৈ পৰিছে। চকুবিলাক ওলাই পৰিছে আৰু কপালৰ শিৰ বিলাক ওফন্দি উঠিছে, গাত এটা ধোঁৱা বৰণীয়া জেকেট আৰু সমুখত এখন বাতৰি কাকত পৰি আছে। ভেৰাই চিগেৰেট এটা তৈয়াৰী কৰাত লাগি আছে।

ৰাজনৈতিক বন্দীবিলাকৰ ভিতৰত নেকুলিউদভে ইমিলা কণ্ট্‌চেভাক খুব ভাল পাইছিল। বন্দীবিলাকৰ মাজত এওঁকো দেখিবলৈ পালে। অত্যন্ত কঠিন পৰিবেশৰ মাজতো ইমিলাই লগৰীয়া সকলৰ সুখ স্বচ্ছন্দতাৰ কাৰণে চকু দিয়ে।

থকা যেলাৰ ব্যৱস্থাবোৰ যাতে পৰিষ্কাৰ পৰিচ্ছন্ন হয়, তাৰ চেষ্টা কৰে। দোলাৰ হাত কিটা কোচঁাই চাকিটোৰ ওচৰত তেওঁ বহি আছে, আৰু কাপ, মাগবোৰ চাফা কৰি, চেলফ এখনত জমা কৰিছে। মানুহজনী সৰল লাৱণ্যময়ী, বয়সত পাতক, বংচালী, মুখত মধুৰ আৰু মোহিনী হাঁহি লাগিয়েই থাকে।

নেক্‌লিউদভক দেখি ইমিলাই এনেকুৱা এটি মোহিনী হাঁহি মাৰি সম্ভাষণ জনালে।

"কিয়! আপুনি এতিয়াও ইয়াতে আছে। আমি বাহিৰালৈ উভতি গ'ল বুলিয়েই ভাবিছিলোঁ।" ইমিলাই ক'লে।

এই কোঠাটোৰ এটা এফাৰ চুকত মেৰীয়া পাভ্‌লৱনাই অকণমানি হোৱালী কণক ওমোলাই আছে। থুনুক থানাক মাতেৰে হোৱালীজনীয়ে মেৰীয়াক কিবাকিবি কৈ আছে।

"আপুনি অহাত নথৈ বং পালো।" মেৰীয়া পাভ্‌লৱনাই নেক্‌লিউদভক ক'লে।

"কাটুংচাক লগ পাইছেনে? এইয়া চক, এবেঁা আমাক সাক্ষাৎ কৰিবলৈ আহিছে।" কেচুৱা হোৱালীজনী নেক্‌লিউদভক দেখুৱাই তেওঁ কলে।

দুবৈৰ চুক এটাত এনাটলা ক্ৰীলৎসৱে আঁঠু সাৱতি বহি আছে। গাত ক'পনি জ্বৰ। অৰীয়া গাৰেই নেক্‌লিউডভক দেখি তেওঁ চকুমেলি চালে। নেক্‌লিউদভে ক্ৰীলৎসৱৰ ওচৰলৈ যাবলৈ ভবি মেলোতেই সোঁ-হাতে দৰজাৰ ওচৰত বাংচালী গ্ৰেবেটৰ লগত এজন মানুহক কথোপকথন কৰি থকা দেখিলে। তেওঁৰ গাত এটা বাবাৰ জেকেট, চুলিবোৰ লাল আৰু শুৱলা, চকুত চশমা। এওঁৱেই হ'ল বিখ্যাত বিপ্লৱী নৱৰৱত্‌। * * * *

ক্ৰীলৎসৱৰ চেচা আৰু কঁপি থকা হাতখন ধৰি, নেক্‌লিউদভে সুধিলে, "কেনে? ভালে আছেনে?"

"ভালেই আছোঁ। কিন্তু গাত ইমান ঠাণ্ডা অনুভব কৰিছোঁ যে কোনো ধৰণেই উম লগাব পৰা নাই। তাৰোপৰি আজি অলপ তিতিলোও।" হাতখন দোলাৰ ভিতৰলৈ সুমাই ক্ৰীলৎসৱে ততালিকে উত্তৰ দিলে।

"আৰু চাওক! একেবাৰে তেজ গোটমাৰিব খোজা ঠাণ্ডা। লৌ খিড়কীৰ আইনাবোৰ ঠাণ্ডাতেই ভাগি পৰিছে।" লোহাৰ বৰবিলাকৰ বাহিৰে থকা ভগা আইনা বিলাকলৈ আঙুলিয়াই তেওঁ ক'লে। "আপোনাৰ ভালনে? আজিকালি আপুনি আমাক চাবলৈ অহাই নাই।"

“তাৰ কাৰণ হ'ল মই অনুমতি লোৱা নাছিলোঁ। কৰ্তা সকল খুব কঢ়া। অৱশ্যে আজিৰ বিষয়াজন অলপ উদাৰ।”

“আচলতে তেনে উদাৰ নহয়।” ক্ৰীলৎসৰে মন্তব্য কৰিলে। “আজি পুৱা তেওঁ বিহে কাণ্ড কৰিলে মেৰীয়াক আপুনি সুধি চাব পাৰে।”

মেৰীয়া পাভলবনাই তেওঁৰ আসনৰ পৰাই, আজি পুৱা জিৰণি শিবিৰ এৰাৰ সময়ত এই কেচুৱা ছোৱালী জনীৰ প্ৰতি কেনে নিষ্ঠুৰ ব্যৱহাৰ কৰিছিল, সেই ঘটনা বিবৰি ক'লে।

“মই ভাবো আমি সকলোৱে একমুঠে ইয়াৰ তীব্ৰ প্ৰতিবাদ কৰা উচিত।” ভেৰা ছুখভাই দৃঢ়তাৰে ক'লে। “ব্লাডিমিৰ চাইমনচনে যদিও প্ৰতিবাদ কৰিছিল, তথাপি সি যথেষ্ট নহয়।”

ছুখভাৰ ছৎফটিয়া চলন ফুৰণ, অস্বাভাৱিক ব্যৱহাৰ আৰু সঙ্কোচিত ভাৱ-ভঙ্গি দেখি, ক্ৰীলৎসৰ আগৰে পৰা তাইৰ ওপৰত বিতুষ্ট আছিল। তেওঁ চকু ঘোপা কৰি ক'লে, “কোন ধৰণৰ প্ৰতিবাদ তুমি বিচাৰিছা?”

“আপুনি কি কাটুৎচাক লগ পাবলৈ আহিছে?” ক্ৰীলৎসৰে নেক্‌লিউদভক প্ৰশ্ন কৰিলে। “তাইৰ কাম কৰিয়েই শেষ নাই, আমি থকা কোঠাটো সাৰি এতিয়া মহিলা থকা কোঠাটো সাৰিবলৈ গৈছে। কেৱল এই মাখিবোৰ খেদাৰ পৰা নাই। ইহঁতে যেন জীয়াই জীয়াই মানুহকে খাব।”

“মেৰীয়া? তুমিনো চুকত কি কৰিছা?” ক্ৰীলৎসৰে মেৰীয়া বহি থকাৰ ফালে চাই ক'লে।

“তেওঁ তোলনীয়া জীয়েকৰ চুলি আঁচুৰিছে।” ৰণ্ট্‌চেভাই ক'লে।

“তেওঁ কি ওকনিবোৰ আমাৰ মাজত মেলি দিব খুজিনে কি?”

“অ' নহয়! নহয়! মই খুব সাৱধানেৰে কাম কৰিছোঁ। এতিয়া তাই একেবাৰে চাফ চিকুণ হৈ পৰিল, চোৱা। এইক তুমি অলপ ধৰা।” ৰণ্ট্‌চেভাৰ ফালে ঘূৰি মেৰীয়াই ক'লে, “মই কাটুৎচাক অলপ সহায় কৰি দিওঁগৈ আৰু বগথনো আনো।”

ৰণ্ট্‌চেভাই কেচুৱাটো কোলাত লৈ তাইৰ হাত দুখন মাতৃসুলভ স্নেহত বুকুত সুমুৱাই ল'লে। আৰু অকমমান চেনি তাইক খাবলৈ দিলে।

মেৰীয়া পাভলবনা ওলাই যোৱাৰ লগে লগে দুজন মানুহে গৰম পানী আৰু খাদ্য বস্তু লৈ কোঠাৰ ভিতৰলৈ সোমাই আহিলে।

এই নতুন আগন্তুক দুজনৰ ভিতৰত এজন ক্ষীণোৱা দুটি চাপৰ ভেকা। গাত এটা ভেৰা চামৰাৰ কোট। ভৰিত ওখ বুট। দুটা উতলা গৰম পানীৰ কেটলি লৈ, বেগা বেগিকৈ খোজ দি, কোঠাৰ ভিতৰলৈ সোমাই আহিল। তেওঁ কাপোৰেৰে মেৰিয়াই কাষলতিৰ তলত ল'ফ এটাও লৈ আহিছে।

"অ' আমাৰ ৰাজকুমাৰ আকৌ আহি উপস্থিত।" ভেকাই ক'লে। তেওঁ কেট্‌লি দুটা কাপ প্লেট বোৰৰ ওচৰতে বহুৱাই থৈ ল'ফটো বণ্ট্‌চেভাৰ হাতলৈ আগবঢ়াই দিলে। "আমি আজি আচৰিত ধৰণৰ বস্তু খৰিদ কৰি আনিছোঁ।" ভেৰা নোমৰ কোটটো গাৰ পৰা সোলোকাই মানুহবোৰৰ মুখৰ ওপৰেদি, বিছনালৈ দলি মাৰি দি, ভেকাই মন্তব্য কৰিলে।

"মাৰকেলে কণি আৰু গাখীৰো কিনি আনিছে, হয়। আজি আমি নিশ্চয় বল-নৃত্যৰ আয়োজন কৰিব পাৰো। আৰু বণ্ট্‌চেভা!—আজি যেন পৰিষ্কাৰ পৰিচ্ছন্নতাত, সৌন্দৰ্য্য প্ৰিয় এগৰাকী শিল্পীহে।" বণ্ট্‌চেভাৰ ফ'লে চাই হাঁহি মাৰি ভেকাই ক'লে, "চাইলক। এতিয়া তেওঁ চাহ তৈয়াৰ কৰাত লাগি যাব।"

এই মানুহজনৰ উপস্থিতিয়ে, তেওঁৰ চলন ফুৰণ, গতিমতি আৰু মাতবোলে আৰু মুখৰ চাৱনিয়ে গোটেই ৰাজনৈতিক বন্দীবিলাকক আনন্দ মুখৰ কৰি তুলিলে। কিন্তু অন্য আগন্তুকজন তেওঁৰ বিপৰীত, তেওঁৰ মুখ বিষণ্ণ, মন হতাশপূৰ্ণ, মানুহজন লেবেলা, গালৰ হাঁড়বোৰ ওলোৱা, মুখখন ভেকেল কেল আৰু ওঁঠবোৰ পাতল, কিন্তু চকুযুৰি সেউজীয়া। গাত এটা পুৰণা কোট আৰু ভৰিত দীঘল বুট। তেওঁ দুখন্ট গাখীৰ আৰু কচি গছৰ বাকলিৰ তৈয়াৰী দুটা বাকচ্‌ আনি বণ্টচেভাৰ সমুখত ৰাখিলে। তেওঁও চকুকিটা তেলেকাকৈ মেলি নেক্‌লিউদভক নমস্কাৰ জনালে।

এই দুয়োজন ৰাজনৈতিক বন্দীৰ জন্ম হ'ল গাৱঁত। প্ৰথমজনৰ নাম নবাতভ্‌। এওঁ এজন কৃষকৰ লৰা। দ্বিতীয় মাৰকেল কন্‌ড্ৰাটিভ্‌ এজন ফেক্টৰী মজদুৰ, তেওঁ শৈশৱত বয়সত আৰু নবাতভে ওঁঠৰ বছৰ বয়সত বিপ্লৱী দলত যোগ দিছিল। এওঁ সৰু কালত এজন অতিশয় মেধাবী ছাত্ৰ আছিল-আৰু গাৱঁত প্ৰাথমিক শিক্ষা শেষ কৰি, হাইস্কুলত অনায়াসে ভৰ্ত্তি হ'ব পাৰিছিল। তেওঁ ছাত্ৰ অৱস্থাতে আনকো পাঠ শিক্ষা দি নিজৰ আৰু পঢ়াশুনাৰ খা-খৰচ আৰ্জ্জি লৈছিল। শেষ

পৰীক্ষাত তেওঁ সোণৰ পদক লাভ কৰিছিল। তেওঁ বিশ্ববিদ্যালয়ৰ শিক্ষা লাভৰ কাৰণে যোগ নিদিয়াৰ কাৰণ হ'ল, হাইস্কুলৰ সৰ্ব্বোচ্চ শ্ৰেণীত থাকোতেই তেওঁ মনস্থ কৰিছিল যে তেওঁ গাৱঁলৈ গৈ অৱহেলিত জনসাধাৰণৰ সেৱাত আত্মনিয়োগ কৰিব। কামো হ'ল সেইমতেই। তেওঁ এখন বৃহৎ গাৱঁত, এটা চৰকাৰী কামত মকবল হ'ল। কিন্তু গাৱঁত উৎপাদিত বস্তুৰ বিক্ৰীৰ কাৰণে সমবায় অনুষ্ঠান এটা প্ৰতিষ্ঠা কৰাৰ বাবদ তেওঁক গ্ৰেপ্তাৰ কৰা হয় আৰু পাঁচ মাহ কাৰাদণ্ড ভোগ কৰে। জেলৰ পৰা মুক্তি লাভ কৰাৰ পিছতো পুলিচে তেওঁৰ পিছ নেৰা হ'ল। ইয়াৰ পিছত অন্ত এখন গাৱঁলৈ গৈ তেওঁ মাষ্টৰী কাম এটা গ্ৰহণ কৰে আৰু পূৰ্ব্ববদবেই সমবায় গঠন কৰাৰ প্ৰণালী শিকোৱা আৰু সমবায় গঠন কৰাৰ কামত লাগি যায়। ফলত পুনৰ তেওঁ জেললৈ যাব লগা হয় আৰু চৌধ্য মাহ বন্দী হৈ থাকে। ৰাজনৈতিক আদৰ্শত তেতিয়াও তেওঁৰ বিশ্বাস সিমান দৃঢ় হোৱা নাছিল।

ইয়াৰ পিছত তেওঁক পাৰ্ম অঞ্চললৈ নিৰ্ব্বাসন কৰা হয়, কিন্তু তাৰ পৰাও তেওঁ পলায়ন কৰে। পিছত ধৰা পৰি সাত মাহ জেলত থকাৰ পিছত, তেওঁক আৰখাংগেলক অঞ্চললৈ নিৰ্ব্বাসন দিয়া হয়। ইয়াতো নতুন সম্ৰাট জাৰৰ প্ৰতি আনুগত্যৰ শপত গ্ৰহণ নকৰাৰ ফলত, তেওঁক আকৌ ইয়াকুতস্ক অঞ্চললৈ নিৰ্ব্বাসিত কৰা হয়। গতিকেই জীৱনৰ শ্ৰেষ্ঠ অংশৰ আধা সময় হয় জেলত নহয় নিৰ্ব্বাসনত তেওঁ কটাবলৈ বাধ্য হয়। এই সমস্ত নিৰ্য্যাতনে তেওঁৰ মনোবল আৰু আদৰ্শত বিশ্বাস অলপো কমাব পৰা নাছিল, বৰং বাঢ়িছিলহে। তেওঁ আছিল সদাই উদ্যমশীল কৰ্ম্মঠ আৰু মন সদাই প্ৰফুল্ল। কোনো কথাতে তেওঁৰ অনুতাপ নাই। ভবিষ্যতৰ চিন্তাত মগ্ন থকা তেওঁৰ অভ্যাস নহয়। সন্মুখত যি কৰ্ম্ম থাকে তাকেই সৰ্ব্ব-শক্তি দি বাস্তৱ বুদ্ধি সহকাৰে কৰি যায়। জেলৰ বাহিৰত সদাই মুক্ত অৱস্থাত, তেওঁ নিজৰ আদৰ্শ আৰু লক্ষ্য কৃতকাৰ্য্য কৰিবৰ উদ্দেশ্যে কাম কৰি যায়। জনসাধাৰণৰ মাজত জ্ঞান বিস্তাৰ আৰু বিশেষকৈ গাওঁ অঞ্চলত শ্ৰমিক সকলক ঐক্যবদ্ধ আৰু সঙ্ঘবদ্ধ কৰা কামত ব্যস্ত থাকে। কাৰাগাৰৰ ভিতৰত থাকিলে, বাহিৰ জগতৰ লগত যোগাযোগ কৰা, আৰু তেওঁৰ লগৰীয়া বন্দীবিলাকৰ সা-সুবিধাৰ কাৰণে যত্নপৰ হয়, আৰু সেইদৰে নিজৰ জীৱনকো খাপ খুৱাই লয়। মূল কথা হৈছে তেওঁ এজন সাম্যবাদী। যুৱক আৰু এটা কমিউনৰ সভ্য। তেওঁ নিজৰ সুখ স্বচ্ছলতাৰ কাৰণে অলপো ভ্ৰুক্ষেপ নকৰে। কিন্তু তেওঁৰ লগৰীয়া বিলাকৰ সুখ সুবিধা আদায়ৰ কাৰণে ৰাতিদিন

শোষণ থাকৰ এৰি যুঁজ কৰে। কৃষক হিচাবেও তেওঁ পৰিশ্ৰমশীল, মনোযোগী, কামকাজত কৌশলী, আৰু ব্যৱহাৰত সংযমী আৰু বিনয়ী। লোকৰ মতামতৰ বাবেও সদাই শ্ৰদ্ধাশীল।

তেওঁ বিধবা মাতৃ এতিয়াও জীৱিত আৰু থাকে গাৱঁত। এগৰাকী অন্ধ বিশ্বাসী, নিৰ্জ্জ্ মাতৃ। বাহিৰত থাকিলে নবাতভে মাকক যথেষ্ট সহায় কৰে আৰু প্ৰায়েই মাকৰ লগত যোগাযোগ ৰাখে।

বিপ্লৱৰ সম্পৰ্কে চিন্তা কৰিলে বা মতামত দিলে, তেওঁ জনতাকে চকুৰ আগত ৰাখিয়েই মতামত ব্যক্ত কৰে, যিহেতু তেওঁ নিজেও এই জনতাৰেই সন্তান। তেওঁৰ মতে বাইজে যথেষ্ট মাটি পাব লাগে, কেৱল এই অভিজাত সম্প্ৰদায় আৰু বিষয়াবোৰ নহ'লেই হয়। বিপ্লৱৰ আদৰ্শ সম্পৰ্কে নৱৰবত্ আৰু তেওঁৰ অনুগামী সকলেৰে তেওঁ একমত নহয়। তেওঁৰ মতে জনতাৰ জীৱনৰ বিভিন্ন ৰূপ আৰু মূল ভিত্তি আমি ধ্বংস কৰিব নেলাগে। কেৱল এই পুৰণা সমাজৰ এই মনোৰম দৈত্যকায় প্ৰাসাদটোৰ ভিতৰৰ দেৱালবোৰ ভাঙি চিঙি উৎখাত কৰিব পাৰিলেই হয়।

ধৰ্ম্ম-সম্পৰ্কেও সৰ্ব্ব-সাধাৰণ কৃষকবদৰেই তেওঁৰ মতামত। সৃষ্টিৰ মূলত, বা জীৱনৰ অন্তৰালত, কি আছে নাই সেইবোৰ তত্ত্ব-জ্ঞানৰ তেওঁৰ প্ৰয়োজন নাই। ভগবান্ বা ঈশ্বৰ এটা 'হাইপথেছিচ্' আৰু এনে 'হাইপথেচিচৰ' তেওঁৰ দৰকাৰ নাই। জগতৰ সৃষ্টিৰ সম্পৰ্কেও তেওঁ জানিব নোখোজে আৰু 'মাচেছেই' জন্দনে ডাকইন শুদ্ধ সেইবোৰ কথালৈকো তেওঁ কেৰেপ নকৰে। তেওঁৰ লগৰীয়াবিলাকে ডাকইনক যেনে মূল্য দিয়ে, নবাতভৰ তেনে শ্ৰদ্ধা নাই। তেওঁৰ মতে ছয়দিনত জগত সৃষ্টি কৰা আৰু ডাকইনৰ তত্ত্ব একেই মানসিক ক্ৰিয়া বিশেষ।

এই বিশ্বব্ৰহ্মাণ্ড কেনেকৈ সৃষ্টি হ'ল, সেই প্ৰশ্ন লৈ তেওঁ অলপো চিন্তা নকৰে, যিহেতু মানুহে ইহ জীৱনত কেনেকৈ সুখে সন্তোষে থাকিব লাগে, সেই প্ৰশ্নই সদাই সাঁকিয়াই আছে। তেওঁ ভবিষ্যৎ জীৱনৰ কথা চিন্তা নকৰে। তেওঁ উপৰি পুৰুষৰ্ পৰা উত্তৰাধিকাৰী সূত্ৰে পোৱা এনে এটা ধাৰণা লাভ কৰিছে যে সেই ধাৰণাই তেওঁৰ অন্তৰত দৃঢ়ভাৱে বদ্ধমূল হৈ পৰিছে। তাকেই তেওঁৰ বিশ্বাস। দেশৰ শ্ৰমজীৱী জনসাধাৰণৰ মাজতো সৰ্ব্ব-সাধাৰণতঃ এই বিশ্বাস আছে যে উদ্ভিদ্ জগত আৰু জীৱ জগতৰ সোঁত চিৰন্তন হৈ আছে। এই সোঁত কেতিয়াও বন্ধ হোৱা নাই। কিন্তু প্ৰতি বস্তুৱেই ৰূপ সদাই বেলেগ ৰূপত

ৰূপান্তৰিত হৈছে যেনে ধানৰ গুৰিত সাৰ দিলে, সেই সাৰেই ধান হৈ পৰে আৰু সেই ধান খোৱাৰ ফলত কুকুৰাই কণি পাৰে, সাপুৰি ৰূপান্তৰিত হৈ জেকুলি হয়, পলু বিলাকে পখিলা ৰূপ ধৰে, অৰুণমানি পুলি এটাই বৰগছ হয়। গতিকেই মানুহবো ধ্বংস নাই। কেৱল পৰিবৰ্ত্তনৰহে সোঁত। নথাতত্তে এই মতবাদত বিশ্বাস কৰে আৰু সৰ্ব্বদাই মৃত্যুৰ মুখত সাহসেৰে মুখামুখী হৈ, সমস্ত দুখকষ্ট নীৰৱে বৰণ কৰে।

অন্যজন ৰাজনৈতিক বন্দী মাৰকেল কন্ত্ৰীয়াটিভৰ জন্মও পাৰ্থত। তেওঁ এজন বেলেগ ধৰণৰ মানুহ। তেওঁ পোন্ধৰ বয়সতেই কাম-কাজ কৰিবলৈ আৰম্ভ কৰে আৰু তেওঁৰ মনত ভাব সোমাই যেন কোনোবাই তেওঁক অন্যায়হে কৰিছে। তেওঁৰ প্ৰতি কৰা অন্যায় আৰু অবিচাৰবোৰ পাহৰিবৰ কাৰণে তেওঁ মদ ভাং খাবলৈ আৰম্ভ কৰে। এবাৰ বৰদিনত তেওঁক অন্যায় আৰু অবিচাৰ কৰে বুলি তেওঁৰ ধাৰণা বদ্ধমূল হ'ল। তেওঁ যি মালিকৰ তলত কাম কৰিছিল, সেই মালিকৰ পৰিয়ালে বৰদিনত "ক্ৰীষ্ট্‌মাচ্‌ ট্ৰী"ৰ আয়োজন কৰিছিল। তাত তেওঁ উপঢৌকন হিচাবে পাইছিল এটা ফাৰ্দ্দিং, এটা হুইচেল, এটা আঙলাচ, এটা পিপিন্টকৰা দেৱালত মৰা পজাল, আৰু এটা ভিমৰু। কিন্তু মালিকৰ নিজৰ লৰা-ছোৱালীবোৰক যিবোৰ উপঢৌকন দিলে সেইবোৰ যেন কোনোবা মায়াবী দেশৰহে বস্তু। পিছত তেওঁ জানিব পাৰিছিল যে সিহঁতক দিয়া প্ৰতি বস্তুৰ মূল্য অতিকমেও পঞ্চাশ ৰুবল হ'ব।

কুৰি বছৰ বয়সত, তেওঁ কামকৰা কাৰখানলৈ এগৰাকী বিখ্যাত বিপ্লবী পাভক আহিল। মাৰকেলৰ চোকা বুদ্ধি দেখি, পাভক গৰাকীয়ে তেওঁক কিছু কিতাপ পত্ৰ পঢ়িবলৈ দিলে। কথাৰ মাজেদি পাভকয়ে তেওঁক বুজাই দিছিল যে তেওঁ কাৰখানাত কাম কৰি যি দুখ-কষ্ট পাইছে আৰু সহ্য কৰিবলগীয়া হৈছে তাৰ পৰা উদ্ধাৰৰ প্ৰকৃত পথ কি? এই শোষণ পীড়নৰ পৰা নিজক আৰু আনকো উদ্ধাৰ কৰাৰ পথ সম্পৰ্কে যেতিয়া তেওঁৰ সম্যক ধাৰণা হল, তেতিয়া তেওঁলোকৰ ওপৰত চলি থকা এই শোষণ, পীড়ন, অত্যাচাৰ আৰু অবিচাৰৰ নিষ্ঠুৰৰূপ আৰু ভয়ংকৰ হৈ তেওঁৰ আগত প্ৰকাশ পালে। তেতিয়া নিজক মুক্ত কৰা, নিজৰ স্বাধীনতা প্ৰতিষ্ঠা কৰা আৰু মালিকবিলাকক এই অত্যাচাৰৰ কাৰণে শাস্তি দিয়াৰ দুৰ্ব্বাৰ আকাংক্ষা জাগি উঠিল। তেওঁ বুজিছিল যে প্ৰকৃত জ্ঞান আৰ্জ্জিব পাৰিলেহে এই সম্ভাৱনা বাস্তৱ কৰি তুলিব পাৰিব। গতিকেই তেওঁ একাগ্ৰচিত্তে জ্ঞান আৰ্জ্জন কৰাত মনোনিবেশ কৰিবলৈ ধৰিলে। তথাপি

এই জ্ঞান আৰ্জনৰ ভিতৰেদিও, সমাজ বাদৰ আদর্শ কেনেকৈ প্রতিষ্ঠা কৰিব পাৰি, সেই সম্পৰ্কে তেওঁৰ ধাৰণা পুৰাপুৰি পৰিস্কাৰ হোৱা নাছিল। তথাপি এই কথা তেওঁ বুজিছিল যে যি জ্ঞানে তেওঁলোকৰ ওপৰত চলি থকা শোষণ সম্পৰ্কে চকুখুলি দিলে, সেই জ্ঞানে নিশ্চয় অন্যায়, অবিচাৰ, অত্যাচাৰ ধ্বংস কৰিবলৈ সমৰ্থ হ'ব। তদুপৰি জ্ঞান সাধনাই জন সমাজতো নিশ্চয় তেওঁৰ মৰ্যাদা বৃদ্ধি কৰিব। ফলত তেওঁ মদ ভাং খোৱা পৰিত্যাগ কৰিলে আৰু পঢ়াশুনাত গভীৰ ভাৱে লাগি যায়।

যিদৰে জ্ঞান সাধনাত তেওঁ লাগি গ'ল, দেখি বিপ্লৱী গাভৰু গৰাকীয়ে আচৰিত নেমানি নোৱাৰিলে। ছুৰছুৰৰ ভিতৰত তেওঁ বীজগণিত, জ্যামিতি, আৰু ইতিহাসত যথেষ্ট ব্যুৎপত্তি লাভ কৰিছিল। ইয়াৰ বাহিৰেও কাব্য, গল্প, কবিতা, সমালোচনা আৰু সমাজবাদী সাহিত্য সম্পৰ্কে যথেষ্ট অধ্যয়ন কৰিলে।

এই বিপ্লৱী গাভৰু আৰু কস্ত্ৰীয়াটীভৰ হাতত কিছুমান নিষিদ্ধ কিতাপ পাব পোৱাৰ কাৰণে, তেওঁলোক উভয়ে গ্রেপ্তাৰ হ'ল আৰু প্ৰথমে কাৰাবাস আৰু পিছত নিৰ্ব্বাসন দণ্ড পালে। ভলগদা অঞ্চলৈ তেওঁলোক নিৰ্ব্বাসিত হয়। ইয়াতেই কস্ত্ৰীয়াটীতে নৰৱৰভক লগ পাই আৰু পুনৰ বহু বিপ্লৱী সাহিত্য পঢ়ি, তেওঁৰ সমাজবাদী চিন্তা ধাৰাত বিশ্বাস আৰু গভীৰ হয়। নিৰ্ব্বাসনৰ পৰা মুক্ত হোৱাত তেওঁ এটা ডাঙৰ ধৰ্ম্মঘটত নেতৃত্ব কৰে আৰু এই ধৰ্ম্মঘটত কাৰখানাটোও ধ্বংস হয় আৰু মালিকজনক হত্যা কৰে। তেওঁ পুনৰ গ্রেপ্তাৰ হৈ নিৰ্ব্বাসিত হয়।

চলতি অৰ্থনীতি আৰু ধৰ্ম্ম সম্পৰ্কেও তেওঁৰ বিপৰীত মনোভাব। এটা অসমৰ ধৰ্মীয় পৰিবেশৰ মাজত তেওঁ ডাঙৰ দীঘল হৈছিল। বহু বছৰ ফলতহে তেওঁ নিজক বহু অন্ধ বিশ্বাসৰ পৰা মুক্ত কৰিব পাৰিছিল। তেওঁ বুজিবলৈ সমৰ্থ হল যে তেওঁৰ উপৰিপুৰুষ সকলক ধৰ্ম্মৰ নামত পাদুৰী বিলাকে প্ৰতাৰণা কৰিছিল। ফলত তেওঁ ধৰ্ম্ম সম্পৰ্কীয় গোড়া নীতি আৰু পাদুৰি বিলাকক তীব্ৰ আক্ৰমণ কৰিছিল।

স্বভাৱত মানুহজন বৈৰাগীৰ দৰে আৰু সামান্য বস্তুতেই তেওঁ সন্তুষ্ট থাকে। ব্যুমিয়া কালত পৰিশ্ৰম কৰাৰ তেওঁৰ অভ্যাস আছে। গতিকেই প্ৰয়োজন হ'লে তেওঁ শাৰীৰিক শ্ৰমো কৰিব পাৰে। তাতোকৈ তেওঁ ভাল পাইছিল খেল ধেমালি আৰু জিৰণি থিবিৰবোৰত, যিহেতু এইখিনি সময়ত তেওঁ পঢ়াশুনাত বিশেষ

সুবিধা পাইছিল। বৰ্ত্তমান তেওঁ কাৰ্ল মাৰ্ক্সৰ 'মূল ধনৰ' প্ৰথম খণ্ড অধ্যয়ন কৰাত ব্যস্ত।

* * *

তেওঁ মাচ্‌লভাক পুতৌ কৰে আৰু তাইৰ প্ৰতি সদয় ব্যৱহাৰ কৰে। তাইৰ ক্ষেত্ৰত তেওঁ বিবেচনা কৰে যে ই উচ্চ-শ্ৰেণীৰ মানুহৰৰ শোষণৰ নিদৰ্শন। সেই যুক্তিৰ ফালৰ পৰাই তেওঁ নেক্‌লিউদভক ভাল নেপায়।

## তেৰ

ইতিমধ্যে চুলাৰ জুই জ্বলিল আৰু পানীও গৰম হ'ল। চাহ তৈয়াৰ কৰি প্ৰতিটো কাপ আৰু মাগত বাকি দিয়া হ'ল। এখন কাপোৰৰ ওপৰত বিস্কুট, মাখন, কটি, শিজোৱা কণি, মাংস আদি সাজু। প্ৰত্যেকেই খাট এখনৰ কাষ চাপি গ'ল, কিয়নো এই খাট খনৰেই টেবুল হিচাবে ব্যৱহাৰ কৰা হৈছে। তাৰ পিছত খোৱাৰ পাল। ৰণ্ট্‌চেভাই বাকচ এটাৰ ওপৰতে বহি চাহ বাকি আছে। ক্ৰীলংসৱৰ বাহিৰে আটাইবোৰে তেওঁক বেৰি ধৰিছে। তেওঁ তিতা কাপোৰখন আঁতৰাই, গৰম বগখন মেৰিয়াই বহি থকা ঠাইতে নেক্‌লিউদভৰে সৈতে কথাপাতি আছে।

শীত, বতাহ, বোকাপানী, ধূলি মাকতিৰ মাজেদি, বহুদূৰ অতিক্ৰম কৰি আহি এই কয়দি দলটো ক্লান্ত হৈ পৰিছিল। তেওঁলোকে জিৰণি কোঠাটো পৰিষ্কাৰ পৰিচ্ছন্ন কৰি, বয়বস্তুবোৰ থিতাপি লগাই, গৰম চাহ আৰু কিছু আহাৰ কৰি, আটাইবোৰৰ মুখলৈ পানী আহিল আৰু মনবোৰ মুকলি আৰু সতেজ হৈ পৰিল।

তেওঁলোকৰ মাজত বৰ্ত্তমান পৰিস্থিতি আৰু ভবিষ্যতৰ অৱস্থাৰ বাবে বহু কথা বতৰা চলিল। কিছুমান ডেকাগাভৰুক একে ঠাইতে থাকিবলৈ বাধ্য কৰিলে যেনে অৱস্থা হ'ব পাৰে, বা হয়, এই ক্ষেত্ৰতো তেনেই ঘটিছে। তেওঁলোকৰ ভিতৰত কোনোবাই কাৰবাক ভালপোৱা, কোনোবাই বেয়া পোৱা কোনোবাই কাৰবাৰ প্ৰতি প্ৰেমাসক্ত হোৱা ইত্যাদি ঘটনা ঘটিবলৈ ধৰিলে। প্ৰায় আটাইবিলাকেই প্ৰেমত মজিয়া, নমৰৰত প্ৰেমত পৰিছে বাংচালী গাভৰু গ্ৰেবেটৰ লগত। চঞ্চলমতি গাভৰু গ্ৰেবেট আছিল এগৰাকী ছাত্ৰী। প্ৰথমে তাই বৈপ্লৱিক কাম কাজলৈ অলপো কাণ নিদিছিল, কিন্তু সময়ৰ সোঁতত তায়োই আন্দোলনত গা চাপি দিলে আৰু শেষত নিৰ্বাসন দণ্ড পালে। তাই মকৰ্দমাৰ সময়ত আৰু জেলত

থকা কালত, বহুত ডেকাই যে তাইলৈ চকু দিছিল, সেইটো তাই নিজৰ কৃত-কাৰ্য্যতা বুলিয়েই বিবেচনা কৰিছিল। মুক্ত অবহাত থাকোতে বহু ডেকাৰ তাইৰ প্ৰতি আসক্তি হৈছিল। বৰ্ত্তমান ভ্ৰমণ কালত তাইৰ সন্তোষ এই বুলি যে মধ্যবয়স্ক নিচিনা ডেকা তাইৰ প্ৰতি প্ৰেমাসক্ত হৈছে আৰু তায়ো প্ৰেমত পৰিছে। ডেকা সুখভাবও সহজে প্ৰেমত পৰা অভ্যাস, কিন্তু বৰ্ত্তমান তাই কাৰো প্ৰেম উদ্ৰেক কৰিব পৰা নাই। যদিও তাইৰ এবাৰ নবাটভ আৰু এবাৰ মধ্যবয়স্কৰ প্ৰতি আসক্তি হয়। একেবাৰে প্ৰেম বুলিয়া নহ'লেও ক্ৰীলংসয়ে মেৰীয়া পাভলয়নাক ভাল পায়। নাৰীৰ প্ৰতি সাধাৰণতে পুৰুষৰ যেনে আকৰ্ষণ বা ভালপোৱা ক্ৰীলংসয়ৰো তেনেই। কিন্তু মেৰীয়াই তেওঁক যেনে মৰমৰ চকুৰে চায় আৰু আলপৈচান ধৰে, তাৰ প্ৰতি কৃতজ্ঞতা ভাৱ দেখুৱায়, তেওঁৰ আচল ভাল পোৱা লুকুৱাই ৰাখে, যিহেতু মেৰীয়া পুৰুষৰ প্ৰেমাকাঙ্ক্ষী নহয়। নবাটভ্ আৰু বন্ট্‌চেভাৰ সম্পৰ্ক আৰু জটিল। একমাত্ৰ মেৰীয়া পাভলয়নাই হ'ল প্ৰকৃত কুমাৰী আৰু বন্ট্‌চেভা হ'ল প্ৰকৃত সাধ্বী আৰু পতিব্ৰতা স্ত্ৰী।

স্কুলৰ ছাত্ৰী হৈ থাকোতেই যোল বছৰ বয়সত, বন্ট্‌চেভাই পিটাৰ্চবুৰ্গ বিশ্ব-বিদ্যালয়ত অধ্যয়নৰত ছাত্ৰ বন্টচেভৰ লগত প্ৰেমত পৰে, আৰু তেওঁ বিশ্ব-বিদ্যালয় ত্যাগ কৰাৰ পূৰ্ব্বে উনৈশ বছৰ বয়সত তেওঁলোকৰ উভয়ৰে বিবাহ হয়। বিশ্ববিদ্যালয়ৰ চতুৰ্থ বাৰ্ষিক ছাত্ৰী হিচাবে থাকো'তই তাইৰ স্বামী ছাত্ৰ বিলাকে সংঘটিত কৰা এটা সংঘৰ্ষত জড়িত হৈ পৰে। ফলত তেওঁক পিটাৰ্চবুৰ্গৰ পৰা বহিষ্কাৰ কৰা হয় আৰু তেওঁ নিজেও বিপ্লৱী হৈ পৰে। বন্ট্‌চেভায়ো তাইৰ ডাক্তৰী শিক্ষা ত্যাগ কৰি স্বামীৰ অনুগামিনীহৈ নিজেও বিপ্লৱী হৈ পৰে। তাই নিজে বন্টচেভক অত্যন্ত তীক্ষ্ণবুদ্ধি সম্পন্ন আৰু শ্ৰেষ্ঠ ব্যক্তি বুলি ধাৰণা কৰে আৰু প্ৰেমত পৰাৰ কাৰণো সেয়ে। পতিকেই বন্টচেভে জীৱনক যেনেভাৱে লৈছে, তায়ো তেনেদৰেই লোৱা উচিত বিবেচনা কৰিলে। প্ৰথমে বন্টচেভেও অধ্যয়নকেই জীৱনৰ ব্ৰত বুলি গ্ৰহণ কৰিছিল আৰু তায়ো সেই আদৰ্শই লৈছিল। তেওঁ যেতিয়া বিপ্লৱী হ'ল, তায়ো বিপ্লৱৰ মন্ত্ৰ গ্ৰহণ কৰিলে। বন্টচেভে পৰিকাৰকৈ বুজাই দিছিল যে সমাজৰ পৰিবেশ সদাই একেৰূপে থাকিব নোৱাৰে আৰু সকলোৱে সমাজৰ এই অসহনীয় অৱস্থাৰ বিৰুদ্ধে যুঁজ কৰি ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰ পৰিবৰ্ত্তন সাধন কৰি এনে এখন সমাজ গঢ়িব লাগে, য'ত প্ৰতি ব্যক্তিয়ে মুক্ত বায়ু সেৱন কৰি, পূৰ্ণবিকাশক

পথত আগবাঢ়ি যাবে, তাৰো এনে এখন সমাজৰ কল্পনা কৰি লৈছিল যদিও প্ৰকৃততে তাইৰ স্বামীৰ কথাকে সাৰোগত কৰি, বেদবাক্য বুলি ধৰি লৈছিল আৰু স্বামীৰ মতাদৰ্শ আখৰে আখৰে মানি লৈ, তাই নিজৰ আত্মা আৰু স্বামীৰ আত্মা দুয়োকে একেটি খুঁটিতে মিলাই দি আত্মসন্তুষ্টি লাভ কৰিছিল।

তাইৰ একমাত্ৰ সন্তানটিৰ পৰা ( বৰ্তমান যাকে ডাঙৰ দীঘল কৰিছে ) বিচ্ছেদ ঘটাটো অত্যন্ত অসহ্যবোধ কৰিছিল। কিন্তু তাই স্বামীৰ হকেই এই বিচ্ছেদ নীৰৱে সহ্য কৰি গৈছিল। ভাৱনাত, চিন্তাত, তাই সদাই স্বামীক অনুসৰণ কৰিছিল। গতিকেই বৰ্তমান তাই কাৰো লগত প্ৰেমত পৰিব নোৱাৰে, কিন্তু নৰাটভৰ তাইৰ প্ৰতি স্নেহ আৰু পবিত্ৰ প্ৰেমে তাইৰ মন উতলা কৰি তোলে। এই নৰাটভ তাইৰ স্বামীৰ বন্ধু। নৈতিকতাত অবিচল আৰু বণ্ট্‌চেভকে নিজৰ ভনী হিঁচাবেই ব্যৱহাৰ কৰে। কিন্তু, তথাপি—তথাপি সেই ব্যৱহাৰৰ মাজে-দিয়েই এটি অতিৰিক্ত প্ৰেম নিবেদনৰ ভাব প্ৰকাশ পায়। এনে ঘটনাত তেওঁলোক দুয়ো ভয় খাই উঠে আৰু এই কঠিন জীৱনৰ মাজতো ই ভুমুকি মাৰে।

অন্তত এই কথাই ক'ব পাৰি যে কেৱল এ'গৰাকী নাৰী আৰু এজন পুৰুষ এই প্ৰেমৰ খেলাৰ পৰা আঁতৰত। তাৰে এগৰাকী হল, মেৰীয়া পাভলভনা আৰু আনজন হল কন্ত্ৰীয়াটীভ্।

## চৌধ্য

চাহ খোৱাৰ পিছত কাটুংচাৰ লগত ব্যক্তিগত কথাবতৰা হোৱাৰ আশাৰে নেক্লিউদভে ক্ৰীলৎসৱৰ ওচৰতে বহি আছে। কথাৰ মাজতে তেওঁ মাকাৰৰ ঘটনাৰ কথা আৰু সি অনুৰোধ কৰাৰ কথাও উলিয়ালে। ক্ৰীলৎসৱে একান্ত মনেৰে তধা লাগি তেওঁৰ কথাবিলাক শুনি গৈছে।

“হয়!” খপৰাই তেওঁ ক'লে, “মই কেতিয়াবা ভাবোঁ যে আমি কিমানদিন সিহঁতৰে লগতে একেলগে আহি আছোঁ—কিন্তু এই মানুহ বিলাক কোন? যিবিলাক মানুহৰ হকে যুঁজি আমাৰ এই অৱস্থা হৈছে, সেই বিলাকেই এইবোৰ মানুহ। তথাপি এই মানুহবোৰক আমি নেজানো আৰু জানিবলৈ ইচ্ছাও

নকৰো। তাৰোপৰি সিঁহতে আমাক ঘিণ কৰে, আৰু শত্ৰু বুলিহে ভাৱে। ই এটা সাংঘাতিক কথা।"

"ই একো সাংঘাতিক কথা নহয়।" কথাষাৰ শুনি নৱৰবে তপৰাই মাত মাতিলে, "জনতাই সদাই শক্তিক পূজা কৰে। বৰ্ত্তমান চৰকাৰৰ ক্ষমতা আছে, শক্তি আছে, সেই কাৰণেই সিঁহত চৰকাৰৰ ফলীয়া, আৰু আমাক ঘিণ কৰে। যেতিয়া আমি ক্ষমতাত অধিষ্ঠিত হম, তেতিয়া সিঁহতে আমাৰো পূজা কৰিবলৈ ধৰিব।" ৰেঙু ক'লে।

সেই সময়ত দেৱালৰ সিপাৰে হাইউৰুমি, গালাগালি, আৰু শিকলিৰ ঝন-ঝননি বাজি উঠিল। কোনোবাই টেবুলত চকিয়াইছে, কোনোবাই টেটু ফালি চিঞৰিছে, কোনোবাই কাৰখাক মাৰ সোধাইছে, আৰু কোনোবাই 'মৰিলো ঔ, 'মৰিলো ঔ' বুলি আটাহ পাৰিছে।

"শুনা। জানোৱাৰ সোপাই কেনেকুৱা গোলমাল লগাইছে। ইহঁতৰ লগত আমি কি কথা বতৰা হ'ব লাগে আৰু সিঁহতৰ কথা আমি কি জানিব লাগে?" নৱৰবে মন্তব্য কৰিলে।

"তুমি সিঁহতক জানোৱাৰ বুলি ক'ব পাৰা। কিন্তু এখেতে এই জানোৱাৰৰ এটা ঘটনাৰ কথা এই মাত্ৰ মোক কৈছে।" খঙেৰে ক্ৰৌলংসৰে কলে, "ইহঁতৰ ভিতৰৰ মাকাৰ নামৰ এজন মানুহে, তাৰ এৰ্কে গাৱঁৰে এজন মানুহৰ জীৱন ৰক্ষাৰ কাৰণে নিজৰ জীৱন বিপন্ন কৰিছে। এইটো জানোৱাৰৰ কাম নহয়। ই বীৰত্বপূৰ্ণ কাম।"

"এই বিলাকে তোমালোকৰ খামখিয়ালি," বিদ্ৰূপৰ ভাৱত নৱৰবে ক'লে। "এই মানুহবোৰৰ মনোভাৱ আৰু সিঁহতৰ কামকাজৰ মতলব একেবাৰে ধৰা টান। তুমি ইয়াত বদান্যতাৰ গোন্ধ পাইছা। আচলতে বদান্যতা নহয়। ইয়াৰ অন্য উদ্দেশ্যও থাকিব পাৰে।"

"তুমি কেতিয়াও লোকৰ ভাল নেদেখা আৰু বুজিবলৈকো চেষ্টা নকৰা।" মেৰীয়া পাভ্‌লৱনাই উত্তেজিত হৈ মন্তব্য কৰিলে।

"যিটো বাস্তৱ নহয় তাক মই দেখিম বা কেনেকৈ আৰু বুজিম বা কেনেকৈ?"

"যেতিয়া এজন মানুহে নিজৰ জীৱন বিপন্ন কৰি এটা কথা কয়, তাক বুজিবলৈ আৰু কি লাগে? তাক বিশ্বাস কৰা উচিত।"

"মই ভাবোতে", নৱৰবে ক'লে "আমি যদি কিবা এটা কৰিব খোজো

তেতিয়া প্ৰথম চৰ্চ্চ হ'ব—।" (তেতিয়া কল্পীয়াটিতে পঢ়ি থকা কিতাপখন সামৰি তেওঁৰ শিক্ষকে কি কয় মনোযোগ দি শুনিবলৈ ধৰিলে।) "আমি কোনো আকাশ কুসুমৰ কল্পনা কৰিলে নহ'ব। বাস্তৱ ঘটনা কি ঘটিছে লক্ষ্য কৰিব লাগিব। আমি সাধ্য অনুসৰি জনতাৰ হকে কাম কৰি যাব লাগিব। কিন্তু তাৰ বিনিময়ত জনতাৰ পৰা কোনো প্ৰতিদান বিচৰা উচিত নহ'ব। জনতা হ'ল আমাৰ কৰ্মস্থল, কিন্তু তেওঁলোকে আমাৰ সহকৰ্মী নহয়, যেতিয়ালৈকে তেওঁলোকে এই বৰ্ত্তমানৰ দৰে স্থবিৰ অৱস্থাত থাকিব।" তেওঁ যেন বক্তৃতাহে আৰম্ভ কৰিলে।

"গতিকেই তেওঁলোক বিকাশৰ পথত আগবঢ়াৰ পূৰ্ব্বে, তেওঁলোকৰ পৰা সহায় আশা কৰাটো সম্পূৰ্ণ অবাস্তৱ আৰু মৰিচিকাৰ দৰে। আমি এতিয়া সেই বিকাশৰ পথ তৈয়াৰ কৰাতহে যত্নপৰ হব লাগে।"

"তেন্তে বিকাশৰ পথ কি?" ক্ৰীলংসৰে উত্তেজিত যুৱত প্ৰশ্ন কৰিলে। "আমি কওঁ যে আমি একচ্ছত্ৰী ৰাজতন্ত্ৰৰ বিৰোধী। তেনে হ'লে আমি যদি জনতাক বাদ দিয়েই চৰকাৰ এটা প্ৰতিষ্ঠা কৰিব খোঁজো, তেন্তে সিও এক সাংঘাতিক একনায়কত্বৰ বাদে একো নহয়।"

"ই একো একনায়কত্ববাদ নহয়।" নৰহৰতে উত্তৰ দিলে, "মই কেৱল এই কথাই কৈছোঁ যে জনতাই সি বাটেদি আগবাঢ়িব লাগিব, সেই পথ কি আমি জানো আৰু সেই পথৰ সন্ধান আমি দিছোঁ।"

"তুমি জানো থাতাং কৰ পাৰা যে এই পথেই প্ৰকৃত পথ? এনেকুৱা এটা মইমীতয়া আৰু একনায়কত্বৰ বাটেদি পৰিচালিত কৰাৰ ফলতেই বিদৰে ফৰাচী বিপ্লৱ বিপদগ্ৰস্ত হৈছিল ইয়াৰ পৰিণামো তেনেকুৱাই হব।"

"তেওঁলোকে ভুল কৰিলে বুলিয়েই যে আমিও ভুল কৰি পেলাইছোঁ ই কোনো প্ৰমাণ নহয়। কিছুমান কল্পনা-বিলাসীৰ চিন্তাৰ লগত, অৰ্থনীতিৰ বৈজ্ঞানিক তত্ত্বৰ মিল হ'ব নোৱাৰে আৰু কেতিয়াও নহয়।"

নৰহৰতৰ বক্তৃতাই গোটেই ঘৰটো থলক লগাইছে। বাকী সকলোৱে নীৰৱে শুনি আছে।

বক্তৃতা শেষ হলত মেৰীয়া পাভলৱনাই লাহেকৈ ক'লে, 'এনেকুৱা কথা শুনাকৈ তেওঁলোকৰ ভিতৰত সদাই তৰ্ক বিতৰ্ক হয়।"

"আৰু তুমি? এই বিষয়ে কি জানা?" নেকৃলিউদভে সুধিলে।

"মই ভাবোঁতে ক্ৰীনৎসবে ঠিকেই কৈছে যে আমি আমাৰ মত জনতাক জাপি দিব নেলাগে।"

"থাক কাটুংচা! তুমি কি কোঁৱা?" হাঁহি মাৰি নেকলিউদভে তাইক সুধিলে। কিন্তু, লগে লগে তেওঁৰ ভয়ত হ'ল জানোছা তাই এটা বিসঙ্গতিপূৰ্ণ কথা কৈ দিয়ে।

"মই ভাবোঁ যে সাধাৰণ লোকৰ প্ৰতি ঘোৰ অন্যায় কৰা হৈছে।" মিছিকিয়া হাঁহি মাৰি তাই ক'লে, তাইৰ মুখখন ৰঙা হৈ পৰিল।

"তুমি ঠিকেই কৈছা মাচ্‌লভা। তুমি আচল খাটি কথা কৈছা।" নভাটভে ক'লে। "তেওঁলোকক ঘোৰ অন্যায় কৰা হৈছে। জনতাক যাতে আৰু অন্যায় কৰিব নোৱাৰে সেয়ে হ'ল আমাৰ কৰ্ত্তব্য।"

"বিপ্লৱৰ লক্ষ্য সম্পৰ্কে এটা আচৰিত ধাৰণা।" নবৰভে ক'লে আৰু তেওঁ নীৰৱে চিগেৰেট এডাল হুপিবলৈ ধৰিলে।

"তেওঁৰ লগত কথা পতা মোৰ পক্ষে অসম্ভৱ।' ক্ৰীলৎসবে ফুচ্‌ফুচাই নেকলিউডভক ক'লে।

"অৱশ্যে কথা নপতাই বেছি ভাল।" নেকলিউদভে উত্তৰ দিলে।

## পোন্ধৰ

বিপ্লৱী বিলাকৰ মাজত নবৰৱভ এজন সন্মানিত ব্যক্তি। বহুতেই তেওঁক এজন পণ্ডিত মানুহ বুলি ভাৱে। কিন্তু নেকলিউদভৰ ধাৰণা বিপৰীত। তেওঁৰমতে সৰ্ব্বসাধাৰণ বিপ্লৱীতকৈ তেওঁৰ নৈতিক চৰিত্ৰ কোনোগুণে উন্নত নহয়। বৰং কিছু ক্ষেত্ৰত কমহে, তেওঁৰ বুদ্ধিবৃত্তি চোকা যদিও তেওঁ নিজে আতকৈ বহু বেছি বুদ্ধি থকা লোক বুলি নিজক প্ৰকাশ কৰে।

স্বভাৱ চৰিত্ৰত তেওঁ চাইমনচনৰ ওলোটা। চাইমনচন এজন পুৰুষৰ ভিতৰত পুৰুষ, তেওঁ সদাই নিজৰ বিবেকৰ নিৰ্দেশ মতে কাম কৰে।

আনহাতে কিছুমান মানুহ আছে, যাৰ মনোবৃত্তি হ'ল নাৰী সুলভ আৰু নবৰৱভ এই শ্ৰেণীৰ মানুহ। তেওঁলোকে কোনো উদ্দেশ্য সাধনৰ কাৰণে নিজৰ ভাৱ প্ৰৱণতাৰ দ্বাৰা পৰিচালিত হয় আৰু সেই যুক্তিভঙ্গীৰ সহায়ে নিজৰ কাম কাজবোৰ উচিত বুলি ধৰি লয়।

নবৰৱভে নিজৰ বৈপ্লৱিক কাৰ্য্যকলাপবোৰ, ওজস্বিতাৰে আৰু বিশ্বাস-

ভাজন কৰি বুজাই দিব পাৰে। এই ক্ষমতা তেওঁৰ আছে, কিন্তু নেহৃৰুৰ মতে তেওঁৰ এই কাৰ্য্যকলাপৰ মাজত এটা ব্যক্তিগত আকাঙ্ক্ষা আৰু সকলোৰে মাজত শ্ৰেষ্ঠত্ব প্ৰতিষ্ঠা কৰাৰ এটা মনোভাৱ নিহিত আছে।

নৱযুৱকৰ লোকৰ ভাৱধাৰা বুজাৰ আৰু তাক বিশুদ্ধ ভাবে প্ৰকাশ কৰাৰ ক্ষমতা আছিল। সেই কাৰণে হাইস্কুলৰ ছাত্ৰ আৰু শিক্ষকৰ মাজত তেওঁ এজন মেধাবী ছাত্ৰ বুলি স্বীকৃতি পাইছিল। সেই একে গুণৰ বলতে বিশ্ববিদ্যালয়তো তেওঁ প্ৰশংসা লাভ কৰিছিল; কিন্তু শিক্ষা সাং কৰি ডিপ্লোমা লাভ কৰাৰ পিছত, তেওঁৰ সেই প্ৰশংসাৰ অন্ত পৰিল। তেতিয়া তেওঁ অন্য এটা ক্ষেত্ৰত, তেওঁৰ নেতৃত্ব প্ৰতিষ্ঠাৰ কাৰণে উদাৰ নীতি ত্যাগ কৰি, তেওঁ হ্ঁাড়ে হিমজুৰে নেৰদনিক্‌-বিলাকৰ নীতি গ্ৰহণ কৰে।

নৈতিকতাত আৰু সৌন্দৰ্য্যবোধত দুৰ্ব্বলতা থকা সত্বেও, অতি কম সময়ৰ ভিতৰত বিপ্লৱী জগতত আৰু বিপ্লৱী দলৰ এজন দক্ষ নেতা হৈ পৰিল। বিপ্লৱী আন্দোলন পৰিচালনা কৰাৰ তেওঁৰ উদ্দেশ্য হ'ল যে শীঘ্ৰে এটা বিদ্ৰোহ ঘটাই তেওঁ ক্ষমতা দখল কৰিব আৰু অনতি পলমে এখন সংসদ আহ্বান কৰিব আৰু সেই সংসদত তেওঁ এনে এখন কাৰ্য্যসূচী ডাঙি ধৰিব যি সৰ্ব্ব-সমস্যা সমাধানৰ সূত্ৰ দিব। তেওঁৰ সহকৰ্ম্মী সকলে, তেওঁৰ সাহস আৰু দৃঢ় মনোভাৱৰ কাৰণে তেওঁক সম্মান কৰিলেও, প্ৰকৃততে তেওঁৰ প্ৰতি কাৰো স্নেহ আৰু শ্ৰদ্ধা নাই। আনহাতে তেওঁৰো কাৰো প্ৰতি কোনো দৰদ নাই, বৰং সকলোকে তেওঁৰ প্ৰতিদ্বন্দ্বী বুলিহে ভাবে, তেওঁৰ এনেহে ধাৰণা যেন সকলোৱে মানুহৰ বুদ্ধি বৃত্তি হৰণ কৰি একমাত্ৰ তেওঁৰেই বুদ্ধিবৃত্তি প্ৰকাশ কৰাৰ পথ প্ৰশস্ত কৰিব। সেই বিলাক মানুহকেই তেওঁ সদ্ব্যৱহাৰ কৰে যি তেওঁৰ ওচৰত লেতু সেতু হৈ থাকে। এই ভ্ৰমণ কালত তেওঁ একমাত্ৰ কন্ত্ৰীয়াটীভ (তেওঁৰ প্ৰচাৰ কাৰ্য্যৰ দ্বাৰা প্ৰভাবান্বিত), ভেৰা দুখভা আৰু গ্ৰেবেটকেই (এই দুয়োগৰাকী তেওঁৰ প্ৰেমত বলিয়া) স্নেহৰ চকুৰে চায়। তেওঁ নাৰী আন্দোলন সমৰ্থন কৰে হয়, কিন্তু একমাত্ৰ গ্ৰেবেটৰ বাদে বাকী সকলো নাৰীকেই মূৰ্খ বুলি বিবেচনা কৰে। গ্ৰেবেটাক তেওঁ অসাধাৰণ ছোৱালী বুলি ভাবে আৰু তেওঁৰ ধাৰণা যে নাৰীৰ গুণাগুণ বুজিবৰ ক্ষমতা একমাত্ৰ তেওঁৰেইহে আছে।

স্ত্ৰী-পুৰুষৰ সম্পৰ্ক সম্বন্ধে তেওঁ মুক্ত-মিলনৰ পোষকতা কৰে।

তেওঁৰ দুগৰাকী স্ত্ৰী। ভাবে এগৰাকী মাত্ৰহে আৰু বাকী গৰাকীয়েই আচল পত্নী। কিন্তু বৰ্ত্তমান এই দুয়োগৰাকীৰ লগত তেওঁৰ বিচ্ছেদ ঘটিছে।

তেওঁলোকৰ প্ৰতিও তেওঁৰ কোনো প্ৰকৃত প্ৰণয় নাছিল আৰু গতিকেই তেওঁ অনায়াসে প্ৰেৰেষ্টক স্ত্ৰী হিচাবে গ্ৰহণ কৰিব পাৰে।

নয়ৰবতে নেক্‌লিউদভক অলপো ভাল নেপায়, তেওঁৰ মতে মাচ্‌লভাক্‌ লৈ তেওঁ ফুচুৰি কাওহে দিছে। তাৰোপৰি নেক্‌লিউদভে বৰ্ত্তমান সমাজৰ বিৰুদ্ধে সংস্কাৰ সাধন কৰিব খোজে, তাতো তেওঁৰ অমিল, নেক্‌লিউদভৰ আচৰণ তেওঁ 'ৰাজকুমাৰৰ আঁচনি' বুলিহে গ্ৰহণ কৰে।

নেক্‌লিউদভে নয়ৰবতৰ মনোভাবৰ কথা জানে। এই গোটেই বাটচোৱাত তেওঁ কয়দি দলটোৰ প্ৰতি যি সদিচ্ছা লৈ আছিছে, তাৰ প্ৰতি নয়ৰবতৰ কি অৱজ্ঞা সূচক মনোভাৱ, সেইবাবে তেওঁ দুখীত। গতিকেই নেক্‌লিউদভক নয়ৰবতৰ প্ৰতি হোৱা বিতৃষ্ণা তেওঁ দমন কৰিব নোৱাৰে।

## ষোল

ওচৰৰ কোঠাটোত কনভয় বিষয়াবিলাকৰ কণ্ঠস্বৰ শুনিবলৈ পোৱা গ'ল। আটাই বিলাক বন্দী নিমাত হ'ল। দুজন চিপাহীসহ এজন চাৰ্জ্জেণ্ট্ আহি কোঠাত সোমাল। পৰিদৰ্শনৰ সময় উপস্থিত। চাৰ্জ্জেণ্টে বন্দীবিলাকৰ গণনা লোৱা আৰম্ভ কৰিলে। নেক্‌লিউদভৰ ওচৰ পালত তেওঁ বিনীতভাৱে ক'লে, "কুমাৰ পৰিদৰ্শনৰ পিছত আপুনি ইয়াত থকা নিয়ম নহয়। আপুনি এতিয়া যাব পাৰে।"

ইয়াৰ অৰ্থ কি নেক্‌লিউদভে জানে। তেওঁ চাৰ্জ্জেণ্টৰ ওচৰলৈ গৈ তিনি ৰুবল গুজি দিলে।

"এই বিলাকেই বিপদ! আপোনালোকৰ পৰা উপায় নাই। যদি ইচ্ছা আছে অলপ থাওক।"

এই চাৰ্জ্জেণ্টজন যাব খোজোতেই অন্য এজন চাৰ্জ্জেণ্ট্ লগত এজন কয়দি সহ উপস্থিত হ'ল। কয়দিজনৰ কপালত এটা আঘাতৰ চিন।

"মই মোৰ ছোৱালীটি চাবলৈ আহিছোঁ।" সি ক'লে।

এনেতে বণ্ট্‌চেভাৰ পিছত পৰা 'দাদি! দাদি!" বুলি আকণমাৰি ছোৱালীজনী বাপেকৰ কাষলৈ দৌৰি আহিল। কাটুৎচা, মেৰীয়া পাভ্‌লভনা আৰু বণ্ট্‌চেভা তিনিও, বণ্ট্‌চেভাৰ পেটিকোট এটা কাটি ছোৱালীজনীৰ কাৰণে ফ্ৰক এটা তৈয়াৰ কৰাত ব্যস্ত আছিল।

পিতৃ-সুলভ স্নেহত আপ্লুত হৈ বুজ্‌বকিনে কলে, "হয় আই, ময়েই আহিছোঁ।

"তাই বেচ সুখেৰেই আছে।" মেৰীয়া পাত্‌লৰনাই বুজ্‌বকিনৰ ঘাঁ লগা কপালখনলৈ চাই কলে, "এই আমাৰ লগতে যাওক।"

"মামীহঁতে মোৰ কাৰণে নতুন চোলা বনাইছে।" বণ্ট্‌চেভাই চিলাই কৰি থকা ফ্ৰকটোলৈ আঙুলিয়াই ছোৱালীজনীয়ে কলে।

তাইৰ গাত হাত ফুৰাই বণ্ট্‌চেভাই কলে, "তুমি আমাৰ লগতে শুই থাকিবানে ?"

"অঁ, থাকিম। দাদিও থাকিব।" বণ্ট্‌চেভাৰ মুখত হাঁহি বিৰিঙিল।

"নহয়! দাদি নেথাকে। তেনেহলে এই আমাৰ লগতে থাওক।" বণ্ট্‌চেভাই বুজ্‌বাকিনৰ ফালে ঘুৰি চাই কলে।

"অঁ, তুমি তাইক ইয়াতে ৰাখিব পাৰা।" প্ৰথম চাৰ্জ্জেণ্টজনে কলে আৰু তেওঁ আনজন চাৰ্জ্জেণ্টৰে সৈতে গুচি গল।

তেওঁলোক যোৱাৰ লগে লগে নৰাটভে বুজ্‌বকিনৰ ওচৰলৈ গৈ গাত হাত চপৰিয়াই কলে, "বাৰু দাদা। এইটো কথা সঁচানে যে কৰ্‌মানভে অন্য এজনৰ লগত সালসলনি হব খুজিছে।"

বুজ্‌বকিনৰ প্ৰসন্ন মুখখনিত তত্তালিকে এটা বিষাদৰ ছাঁই আগুৰি ধৰিলে।

"আমি এই বিষয়ে একো শুনা নাই।" এই বুলি সি ছোৱালীজনীৰ ফালে ঘুৰি চাই কলে, "আকুচুট্‌কা! আই! মামীহঁতৰ লগত তই সুখেৰে থাক।" এই বুলি সি বেগ বেগিকৈ আঁতৰ হল।

"আচলতে সালসলনি হব খোজা কথাটো সত্য। সি সম্পূৰ্ণ জানে।" নৰাটভে কলে। "এতিয়া আপুনি কি কৰে ?"

"আগৰ নগৰখনত কৰ্তৃপক্ষক মই জনাইছিলোঁ। মই জুয়োজন কম্যাণ্ডক দেখিলে চিনি পাম।" নেকৃলিউদভে উত্তৰ দিলে।

এই বিবাদৰ তীব্ৰ প্ৰতিক্ৰিয়া হয় বুলি জুয়োজনে আৰু এই সম্পৰ্কে কোনো কথা নেপাতিলে।

চাইমনচনে হাত দুখনকে শিতান কৰি, মাটিত দীঘল দি পৰি আছিল। তেতিয়ালৈকে তেওঁ কোনো কথা-বতৰাত যোগ দিয়াও নাছিল। তেওঁ এটা স্থিৰ সিদ্ধান্ত লৈ, শোৱাৰ পৰা উঠি বহি থকা মানুহবোৰৰ মাজেদি সাৱধানেৰে পাৰ হৈ, নেকৃলিউদভৰ ওচৰ চাপিল।

"মোৰ কথা এবাৰ শুনিবলৈ আপোনাৰ সময় হবনে ?"

"নিশ্চয় !" এই বুলি চাইমনচনৰ লগতে নেকৃলিউদভ্ উঠি গল।

সচকিত নয়নে কাটুংচাই তেওঁলোকৰ ফালে চালে। নেকৃলিউদভৰ লগত চাৰি চকুৰ মিলন হোৱাত তাইৰ মুখখন ৰঙা হৈ পৰিল। তাই দোধোৰ-মোধোৰ ভাৱত মুৰত জিকাৰ এটা মাৰিলে।

"মই আপোনাক জনাব খোজা কথাটো হল এই—" বাহিৰৰ কৰিডৰলৈ ওলাই চাইমনচনে নেকৃলিউদভক কলে। এনেতে কয়দীবিলাকৰ চিঞৰ-বাখৰ আহি কাবো মাত ক'তো শুনা কৰিলে।

"কাটুংচা মাচ্লভাৰ লগত থকা আপোনাৰ সম্পৰ্কৰ কথা মই জানো।" খোলাখুলিকৈ, গহীন আৰু গুৰুত্ব সহকাৰে স্নিগ্ধ দৃষ্টিৰে নেকৃলিউদভৰ চকুলৈ চাই চাইমনচনে কলে, "এইটো মোৰ কৰ্ত্তব্য বুলি বিবেচনা কৰিছোঁ..........।" এই বুলি কৈ তেওঁ বৈ গ'ল। কিয়নো দৰজাৰ ওচৰত দুটা কয়দীয়ে ভয়ঙ্কৰ চিঞৰ-বাখৰ লগালে।

এনে সময়তে মেৰীয়া পাভলবনাই কৰিডৰলৈ ওলাই আহি কলে, "আপোনালোকে ইয়াত কথা পাতিব নোৱাৰে। সৌ তালৈ যাওক। ভেৰা অকলে আছে। তাতে কথা পাতিবলৈ সুবিধা পাব।" পাভলবনাই দ্বিতীয়খন দৰজাইদি ওলাই গৈ সৰু কোঠা এটাত সোমাল। আগতে ই এটা নিৰ্জ্জন কক্ষ আছিল। বৰ্ত্তমান বন্দীবিলাকৰ ভিতৰত, মহিলা সকলক থাকিবলৈ দিয়া হৈছে। ভেৰা দুখভাই মুৰে গাত কাপোৰ লৈ, বিছনাত পৰি আছে।

"তাইৰ মুৰ কামোৰণি হৈ শুই আছে আৰু টোপনিত লালকাল। আপোনালোকৰ কথা-বতৰা নুশুনে। মই এতিয়াই ওলাই গৈছো।" মেৰীয়া পাভলবনাই কলে।

"যাবৰ কোনো প্ৰয়োজন নাই। আমাৰ কথা তুমি শুনিলেও ক্ষতি নাই, আৰু কোনো গুপুত কথাও নহয়। বিশেষকৈ তোমাৰ ওচৰত একো গুপুত নাই।"

কেচুৱাৰ দৰে গাত পাক এটা দি মেৰীয়াই কলে, "বাৰু ভালেই তেনে।" এই বুলি বিচনা এখনত বহি, মেৰীয়াই তেওঁলোকৰ কথোপকথন শুনিবলৈ ধৰিলে।

"বাৰু ! মোৰ কবলগীয়া কথাটো শুনক।" চাইমনচনে কলে, "কাটুংচা মাচ্লভাৰ লগত আপোনৰ যি সম্পৰ্ক সেই কথা মই জানো আৰু জানো

বুলিয়েই, তাইৰ লগত মোৰ সম্পৰ্কৰ কথা আপোনাক মই জনাবলৈ বাধ্য।"

যেনেকুৱা সৰলভাবে চাইমনচনে তেওঁৰ বক্তব্যখিনি দাঙি ধৰিলে, নেকৃলিউদভে প্ৰশংসা নকৰি নোৱাৰিলে।

"আপুনি কি কৰ খুজিছে ?" তেওঁ কলে।

"মই কব খুজিছোঁ যে কাটুৎচাক মই বিয়া কৰিবলৈ ইচ্ছা কৰিছোঁ।"

"তুমিতো এই কথা এতিয়ালৈকো কোৱা নাছিলা।" মেৰীয়া পাভ্‌লভনাই স্থিৰদৃষ্টিৰে চাইমনচনলৈ চাই প্ৰশ্ন কৰিলে।

"সেই কাৰণেই মোৰ লগত বিবাহ বন্ধনত সোমাবৰ কাৰণে মই তাইক কব খুজিছোঁ।"

"মইনো কি ক'ম। সেইটো নিৰ্ভৰ কৰে তাইৰ ওপৰত।" নেকৃলিউদভে কলে।

"অয়শ্যে হয়। আপোনাৰ লগত আলোচনা নকৰাকৈ তাই কোনো সিদ্ধান্ত কৰিব নোৱাৰে।"

"কিয় ?"

"যেতিয়ালৈকে আপোনাৰ লগত তাইৰ সম্পৰ্ক ছিন্ন নহয়, তেতিয়ালৈকে তাই একো সিদ্ধান্ত কৰিব নোৱাৰে।"

"মোৰ কথা কবলৈ গলে মোৰ সিদ্ধান্তৰ লৰচৰ নাই। মোৰ যি কৰ্তব্য তাক কৰিবলৈ মই বাধ্য। তাইৰ যাতে জীৱনৰ দুখকষ্ট লাঘৱ হয়, সেইটোৱেই মোৰ ইচ্ছা। কিন্তু কোনো প্ৰকাৰে তাইৰ ইচ্ছাত মই বাধা সৃষ্টি কৰিব নোখোজোঁ।"

"হয়! কিন্তু তাই আপোনাৰ ত্যাগ গ্ৰহণ কৰিবলৈ ইচ্ছুক নহয়।"

"এইটো একো ত্যাগ নহয়।"

"মই জানো তাইৰ এই সিদ্ধান্ত খাটাং।"

"তেন্তে এই প্ৰশ্ন মোৰ আগত তোলাৰ প্ৰয়োজনেই নাই।" নেকৃলিউদভে কলে।

"তাই যি সিদ্ধান্ত কৰিছে, সেইটো আপুনি স্বীকাৰ কৰি লোৱাটো তাই বিচাৰে।"

"যিটো মোৰ কৰ্তব্য, সেইটো মই নকৰোঁ বুলি কেনেকৈ স্বীকাৰ কৰি লওঁ ? মই এই কথা কব পাৰোঁ যে মই প্ৰতিজ্ঞাবদ্ধ কিন্তু তাই মুক্ত।"

চাইমনচনে ক্ষন্তেক নিমাত হল। তাৰপিচত তেওঁ কলে, "ভাল তেন্তে। সেই বুলিয়েই মই তাইক ক'ম। কিন্তু আপুনি নেভাবিব যে মই তাইৰ প্ৰেমাকাঙ্ক্ষী। তাইক মই ভাল পাওঁ এই বুলি যে তাই এজনী মানুহ। নানা দুখ-কষ্টত জৰ্জ্জৰিত এটি প্ৰাণী। সুন্দৰ সুঠাম দেহেৰে সুগঠিত এজনী অবলা নাৰী। তাইৰ পৰা মই প্ৰতিদান বিচৰা নাই। কিন্তু মোৰ অন্তৰৰ প্ৰবল আশা, তাইলৈ মই অলপ সাহায্য আগবঢ়াওঁ আৰু তাইৰ দুঃখ-বেদনা কিছু লাঘৱ হ'ক..........।"

কথা কওঁতে কওঁতে চাইমনচনৰ কণ্ঠস্বৰত কঁপনি উঠিল দেখি নেক্লিউদভ আচৰিত হল। "অঁ হয়, কেৱল তাইৰ দুঃখ কষ্ট লাঘৱৰ কাৰণেই—" চাইমনচনে কলে, "তাই যদি আপুনি আগবঢ়োৱা সাহায্য গ্ৰহণ নকৰে, তাই মোৰ সাহায্য গ্ৰহণ কৰক। যদি মোৰ সাহায্য গ্ৰহণ কৰাত সম্মতি প্ৰকাশ কৰে তেন্তে যি ঠাইতে তাইক কাৰাবাস দিয়ে, সেই ঠাইতে মোকো থাকিবলৈ দিবলৈ মই কৰ্ত্তৃপক্ষৰ পৰা অনুমতি বিচাৰিম। চাৰিবছৰ বৰ দীঘল সময় নহয়। মই তাইৰ ওচৰতে থাকি তাইৰ কষ্ট লাঘৱ কৰিবলৈ চেষ্টা কৰিম..........।"

"মোৰনো আৰু কবলগীয়া কি আছে?" নেক্লিউদভে কলে, "আপোনাৰ নিচিনা এজন ৰক্ষক তাই বাছি উলিয়াব পৰা বাবে মই খুব আনন্দিত—।"

"সেইটো কথা আপোনাৰ পৰা মই জানিব খুজছোঁ," চাইমনচনে বাধা দি কলে, "আপুনি তাইক ভাল পায় আৰু তাইৰ সুখ-সুবিধা কামনা কৰে। সেই ফালৰ পৰা তাই মোক বিয়া কৰোৱা তাইৰ পক্ষে মঙ্গল-জনক হব বুলি আপুনি বিবেচনা কৰক।"

"নিশ্চয়! নিশ্চয়!" নেক্লিউদভে একে আষাৰে উত্তৰ দিলে।

"সকলো কথা তাইৰ ওপৰতে নিৰ্ভৰ কৰিছে। মোৰ ইচ্ছা তাইৰ এই বেদনাক্লিষ্ট আত্মাই শান্তি পাব।" শিশুবদৰে সৰলমতীয়া ভাবে চাইমনচনে কলে। চাইমনচনৰ নিচিনা গোমোঠা মানুহ এজনে এনে শিশু-সুলভ সৰলভাবে এনেকুৱা কথা কব বুলি কোনেও আশা কৰা নাছিল।

লাজকুৰীয়া ভাবত হাঁহি মাৰি, তেওঁ বহি থকাৰ পৰা উঠি গৈ নেক্লিউদভক সাবটি ধৰি, তেওঁক এটি চুম্বন প্ৰদান কৰিলে।

"ভাল তাইক মই এইখিনি কথা ক'ম।" এই বুলি চাইমনচনে নেক্লিউদভৰ পৰা বিদায় লৈ আঁতৰি গল।

"আপোনাৰ বাক এতিয়া কি ধাৰণা হৈছে। চাইমনচন্দ্ৰৰ সঁচাই ই প্ৰেমনে? মই তেওঁৰ পৰা এনে ব্যৱহাৰ কোনোদিনেই আশা কৰা নাছিলোঁ, আৰু ব্লাডিমিৰ চাইমনচনো যে এইদৰে প্ৰেমাসক্ত হব, কেনোদিনে ই মোৰ সপোনৰ অগোচৰ আছিল। শিশুসুলভ ব্যৱহাৰৰ ইও এটা নিদৰ্শন। আচৰিত আৰু সঁচাই কৰলৈ গ'লে, ই অতি দুখৰ কথা।" মেৰীয়া পাভলভনাই কথাখিনি কৈ এটা দীঘল হুমুনিয়াহ কাঢ়িলে।

"কিন্তু কাটুৎচা.........। তাই এই সম্পৰ্কে কেনে ধাৰণা কৰিছে—তুমি কিবা জানানে কি?" নেক্লিউদভে প্ৰশ্ন কৰিলে।

"কাটুৎচা!" এই বুলি মেৰীয়া ক্ষন্তেক স্তব্ধ হল। প্ৰশ্নটোৰ যথোচিত উত্তৰ দিবলৈ তেওঁ যত্ন কৰিলে। "তাই! আপুনি জানি থ'ক, তাইৰ অতীত অধঃপতন সত্বেও বৰ্ত্তমান তাইৰ নৈতিক চৰিত্ৰ অতি উত্তম। তাইৰ মনোভাবো বেচ সুন্দৰ আৰু সুকোমল। তাই আপোনাকো ভাল পায়। সঁচাই আপোনাক তাই ভাল পাবওলগীয়া। আপোনাৰ লগত যে তাই জড়িত হৈ পৰিব নোখোজে, আওপাকে সেইটো আপোনাৰ মঙ্গলৰ কাৰণেহে। আপোনাৰ লগত বিয়া হোৱা মানেই তাইৰ আৰু এটা ডাঙৰ দুৰ্দশা। সেই দুৰ্দশা তাইৰ অতীত অধঃপতনতকৈও সাংঘাতিক। গতিকেই আপোনাৰ প্ৰস্তাৱত তাই কেতিয়াও সম্মতি দিব নোৱাৰে। তথাপি—তথাপি আপোনাৰ উপস্থিতিয়ে তাইৰ অন্তৰত এটা শিহৰণ জগাই তোলে।"

"তেন্তে তুমি মই কি কৰা উচিত বুলি ভাবা? মই তাইৰ চকুৰ আগৰ পৰা আঁতৰ হোৱাই ভালনে কি?"

মেৰীয়া পাভলভনাই সৰু ছোৱালীৰ দৰে এটা সৰল আৰু মোহিনী হাঁহি মাৰি কলে, "হয়। আংশিক ভাবে।"

"আংশিকভাৱে আকৌ কেনেকৈ অদৃশ্য হম?"

"অঁ মই কিবাকিবিহে বকিছোঁ। মই আপোনাক কওঁ সম্ভৱ তাইও চাইমনচনৰ প্ৰেমত সিমান গুৰুত্ব দিয়া নাই আৰু তাইক এই সম্পৰ্কে কোৱাও নাই। দুয়োৰে প্ৰতি দুয়ো আসক্ত হয়, কিন্তু ভীতিও আছে। এই বিলাক কথাৰ বাচবিচাৰ কৰিবলৈ মই উপযুক্ত নহয়। আপুনি জানেই, তথাপি

এনেবোৰ বিষয়ত অতি সাধাৰণ লোকৰ যেনে মনোবৃত্তি, তেওঁবো তাতকৈ একো বেছি নহয়। ই মোৰ দৃঢ় বিশ্বাস। তেওঁ কয় যে তেওঁৰ এই প্ৰেম প্লেট'নিক আৰু ই তেওঁক উৎসাহিত কৰি তোলে ; কিন্তু মোৰ বিশ্বাস এইবোৰ কথা সঁচা নহয়। ই কোনো নোহোৰা-নোপজা প্ৰেমো নহয়। ইয়াৰ অন্তৰালতো সেই একে ঘৃণিত সম্পৰ্ক.... ... .......যেনে নৱৰ্বৰভ আৰু গ্ৰেবেটৰ কাৰবাৰ।"

"তেন্তে মোৰ এতিয়া কৰ্তব্য কি ?" নেকৃলিউদভে সুধিলে।

"মই ভাবোঁতে আপোনাৰ কথলগীয়াখিনি বিতংকৈ তাইক কওক। খোলাখুলি ভাৱে আৰু অকপটে সকলো কথা হোৱা সদাই মঙ্গল। হওক—তাইৰ লগত কথা হওক। বাৰু তাইক মই মাতি দিওঁ—নহয় ?" মেৰীয়াই কলে।

"অনুগ্ৰহ কৰে যদি ভালেই হয়।"

মেৰীয়াই কাটুৎচাক মাতিবলৈ ওলাই গ'ল।

এই সৰু কোঠাটোৰ ভিতৰত নেকৃলিউদভ যেতিয়া অকলশৰে আছিল, তেতিয়া এটা আচৰিত ধৰণৰ অনুভূতিয়ে তেওঁৰ মন আগুৰি ধৰিলে। ওচৰতে ভেৰা দুখভাই লালকাল দি টোপনিত পৰি আছিল। তাইৰ উশাহ-নিশাহ বোৰৰ প্ৰতিধ্বনি আহি তেওঁৰ কাণত বাজি আছে। আনহাতে ওচৰৰ কোঠাৰ পৰা চিঞৰ-বাখৰ, হাই-উকমিবোৰ ভাহি আহি তেওঁৰ কাণত খুন্দিয়াই আছে।

চাইমনচনৰ উক্তিয়ে তেওঁ নিজে তেওঁৰ ওপৰত আৰোপ কৰা দায়িত্ব আৰু কৰ্তব্যৰ পৰা তেওঁক মুক্ত কৰিলে। এসময়ত এই দায়িত্বৰ পৰা নিজক মুক্ত কৰা অত্যন্ত কষ্টসাধ্য বুলি তেওঁ বিবেচনা কৰিছিল। তথাপি তেওঁৰ মনটো অলপো ভাল নেলাগিল, বৰং দুখহে পালে। তেওঁৰ ভাব হল যে চাইমনচনৰ প্ৰস্তাৱে তেওঁৰ ঈপ্সিত অসাধাৰণ ত্যাগৰ মহিমা কমাই পেলালে, আৰু তেওঁৰ নিজৰ আৰু অন্য লোকৰ চকুত ই মূল্যহীন হৈ পৰিল। তেওঁ নিজে এজন ভাল মানুহ হলেও, কাটুৎচাৰ লগত তেওঁৰ কোনো সম্পৰ্ক নাই, অথচ তাইৰ ভাগ্যৰ লগত তেওঁ নিজৰ ভাগ্য সাঙুৰি লব খোজে। এনেকুৱা ত্যাগৰ কোনো মহত্ব নাই। হয়তো সাধাৰণ প্ৰতিহিংসাৰ ভাবো ইয়াত সোমাই থাকিব পাৰে। নেকৃলিউদভৰ কাটুৎচাৰ প্ৰতি এনে ভালপোৱা সৃষ্টি হৈছিল যে তাই আন এজনক প্ৰেম বিলাই দিব পাৰে, সেই কথা তেওঁ ভাবিবই নোৱাৰে।

কাটুৎচাই কাৰাদণ্ডভোগ কৰাৰ কালছোৱাত, সেই ঠাইতে বসবাস কৰাৰ এটা আঁচনি তেওঁ কৰি আহিছিল। বৰ্তমান তেওঁৰ সেই মতলবটো ওলটপালট

ঘটিল। যদি তাই চাইমনচনক বিয়া কৰায়, তেন্তে তেওঁ সেই ঠাইত থকাৰ আৰু কোনো প্ৰয়োজনেই নহব। গতিকেই তেওঁৰ জীৱনৰ এটা নতুন ধাৰা ঠিক কৰি লোৱা তেওঁৰ দৰকাৰ হৈ পৰিল।

তেওঁৰ লানি নিচিগাকৈ আহি থকা এই ভাৱবোৰ ফঁহিয়াই চাবলৈ সময় পোৱাৰ পূৰ্ব্বেই ওচৰৰ কয়দী থকা কোঠাটোত ভয়ৰৰ গোলমাল সৃষ্টি হল আৰু ইতিমধ্যে দৰজাখন খুলি কাটুৎচা সোমাই আহিল।

পহীনাই খোজদি তাই নেকৃলিউদভৰ ওচৰ পালে।

"মেৰীয়া পাভ্‌লবনাই মোক পঠাই দিছে।" তাই কলে।

"হয়, তোমাৰ লগত মোৰ অলপ কথা আছে। বহা। ভ্লাডিমিৰ চাইমনচনে মোৰ আগত এটা প্ৰস্তাৱ দাঙি ধৰিছে।"

তাই হাত দুখন কোলাত থৈ মজিয়াতে সম্পূৰ্ণ শান্তভাৱে লেপেটা পাৰি বহিলে। কিন্তু নেকৃলিউদভে চাইমনচনৰ নাম উল্লেখ কৰাৰ লগে লগে তাইৰ মুখখন ৰঙা পৰিল।

"তেওঁ আপোনাৰ আগত কি কৈছে?" তাই সুধিলে।

"তেওঁ তোমাৰ পাণিপ্ৰাৰ্থী।"

তাইৰ মুখখনত এটা বিষাদৰ ছাঁই যেন ভত্তালিকৈ আগুৰি ধৰিলে। তাই কোনো উত্তৰ নিদি মূৰটো তললৈ নমাই ভাবিবলৈ ধৰিলে।

"তেওঁ সেই কাৰণে মোৰ অনুমতি নাইবা উপদেশ বিচাৰিছে। তেওঁক মই পৰিষ্কাৰ কৈছো যে ই সম্পূৰ্ণ তোমাৰ ওপৰত নিৰ্ভৰ কৰে। গতিকেই এই সম্পৰ্কে তুমিয়েই সিদ্ধান্ত লব লাগিব।"

"আ—হ্‌! এইবিলাক কথাৰ অৰ্থ কি? মই কি সিদ্ধান্ত কৰিম?" তাই পোজগোজাই উঠিল আৰু এটা অদ্ভুত ভঙ্গিমাৰে তেওঁৰ ফালে চাই থাকিল। তাইৰ এনে চাৱনিয়ে তেওঁৰ অন্তৰত সদায় আচৰিত ধৰণৰ আঘাত দি যায়। দুয়ো নীৰৱ। উভয়ৰে চাৰি চকুৰ মিলন। এই চকুৰ চাৱনিয়ে যেন উভয়ৰ অন্তৰত ভাৱৰ বিনিময় ঘটালে।

"তুমি এটা সিদ্ধান্ত কৰিবই লাগিব।" নেকৃলিউদভে পুনৰ কলে।

"মই কি সিদ্ধান্ত কৰিম। যি হব লাগে হৈয়েই আছে। বহুদিনৰ আগৰ পৰাই হৈ আছে।"

'নহয়। ভ্লাডিমিৰ চাইমনচনে যি প্ৰস্তাৱ দিছে, সেই প্ৰস্তাৱ তুমি গ্ৰহণ কৰিবানে নকৰা তাৰ এটা সিদ্ধান্ত লবই লাগিব।" নেকৃলিউদভে কলে।

"মোৰ বিয়াৰ কোনো অৰ্থই নাই। মই কাৰ পত্নী হয়? মই এতিয়া দণ্ড-প্ৰাপ্ত এজনী সাধাৰণ কয়দী। ভ্লাডিমিৰ চাইমনচনক মই ধ্বংসই বা কৰিম কিয়?" তাই কপালখন ঘোপা কৰি কলে।

"যদি তুমি দণ্ডৰ পৰা মুক্তি পোৱা?"

"নেলাগে। মোক একো নেলাগে। মই অকলশৰেই থাকিম। মোৰ আৰু কৰলগীয়া একো নাই।" তাই কোঠাৰ পৰা ওলাই যাবলৈ খিয় হল।

## ওঠৰ

কাটুৎচাৰ পিচে পিচে নেক্‌লিউদভো সেই সৰু কোঠাটোৰ পৰা ওলাই আহিল। ইতিমধ্যে বন্দীবিলাকৰ মাজত এটা তীব্ৰ উত্তেজনা সৃষ্টি হল। নবাটভৰ অভ্যাস আছিল সকলো কথালৈ চকু দিয়া, সকলো কথা জনা আৰু খা-খবৰ দিয়া। তেওঁ হঠাৎ এটা খবৰ আনিলে যি খবৰ পাই আটাইবিলাক বন্দী উৎসুক হৈ পৰিল। খবৰটো হল এই যে তেওঁ দেৱাল এখনত, বিপ্লৱী পেতালিনে লিখি থৈ যোৱা টোকা এটা দেখিবলৈ পাইছে। তেওঁ চাৰিবছৰ সশ্ৰম কাৰাদণ্ড পাইছিল আৰু সকলোৰে ধাৰণা আছিল যে তেওঁ কেতিয়াবাই কাৰা অঞ্চল পালেগৈ। কিন্তু টোকাটোৰ পৰা বুজিব পৰা গ'ল যে অলপতে তেওঁ এই বাটেদিয়েই কিছুমান কয়দীৰ লগত পাৰ হৈ গৈছে। টোকাটোত লিখা আছে; "গত ১৭ আগষ্ট তাৰিখে মই কয়দি বিলাকৰ লগত আছিলোঁ। দলটোত অকল ময়েই একমাত্ৰ ৰাজনৈতিক বন্দী। নেভেৰভো মোৰ লগত আছিল। কিন্তু কজন চহৰত পগলাফাটেকত তেওঁ আত্মহত্যা কৰিলে। মোৰ বৰ্ত্তমান ভাল। আশা কৰোঁ বাকী সকলোৰে ভাল।"

আটাইবিলাকে পেতালিনৰ অৱস্থাৰ কথা আৰু সম্ভাব্য আত্মহত্যাৰ কাৰণ সম্পৰ্ক আলচ কৰিবলৈ ধৰিলে। কেৱল ক্ৰীলৎসব নীৰবে আছে, আৰু একেথৰে সমুখৰ ফালে চাই আছে।

"মোৰ স্বামীয়ে কৈছিল যে নেভেৰভ পল আৰু পিটাৰ দুৰ্গত থাকোতে তেওঁৰ এটা কল্পনা আছিল।" ৰণ্ট্‌চেভাই কলে।

"হয়! তেওঁ আছিল এজন কবি আৰু সপোন বিলাসী। এনেকুৱা মানুহ নিৰ্জ্জন কাটেক থাবলৈ অপবাগ হয়।" নবৰ্বতে কলে। "মই যেতিয়া

নির্জন কাটেকত আছিলোঁ, তেতিয়া মই নানা চিন্তা কৰি মন চিলাই নিদিওঁ। মই গোটেই দিনটো এটা নিয়মানুবৰ্ত্তিতাৰ মাজেদি চলি যাওঁ। ফলত অনায়াসে মোৰ দিনবোৰ পাৰ হৈ যায়।"

"আৰু তোমালোকেনো নোৱাৰিবা কিয়? মোক যেতিয়া তলাবদ্ধ কৰি থয়, মই তেতিয়া ভালেই পাওঁ।" নবাটডে কলে। তেওঁৰ উদ্দেশ্য যাতে তেওঁৰ লগৰীয়াবিলাকে অলপ সাহস পায় আৰু হতাশা দূৰ হয়। "যি মানুহে সকলো কথাতে ভয় পায়, তেনে মানুহ গ্ৰেপ্তাৰ হলে আনকো বিপদত পেলায়। শেষত সকলো কাম পণ্ড কৰি জেলত বন্দী হয়। সকলো দায়িত্বৰ পৰা মুক্ত হৈ চিগাৰেট-বিড়ি খাই দিন কটায়।"

"তুমি ভালকৈ তেওঁক জানানে কি?" মেৰীয়া পাভ্‌লৱনাই, ক্ৰীলৎসবৰ অনুখত শুকাই থকা মুখখনলৈ লক্ষ্য কৰি কলে।

"নেভেৰভ এজন সপোন বিলাসী।" ক্ৰীলৎসৱে দীঘল উশাহ এটা টানি কলে, 'নেভেৰভ এনে এজন মানুহ আছিল আৰু আমাৰ দুৰ্বৰীজনে কোৱাৰদৰে তেনে মানুহ পৃথিৱীত বিৰল। হয়, তেওঁ নিৰ্ম্মল চৰিত্ৰৰ মানুহ। দেখিলেই তেওঁৰ মন বুজিব পাৰি। কেতিয়াও মিছা নকয়। সৰল আৰু সুকোমল অন্তৰ। জটিল প্ৰকৃতি কিন্তু তেওঁৰ উপাখ্যান উলিয়াই লাভ কি?" কন্তেক নীৰৱে থাকি তাৰপিচত ক্ৰীলৎসৱে খঙেৰে কলে, "আমি প্ৰথমে বাক-বিতণ্ডা কৰো মানুহক শিক্ষিত কৰি তুলিবৰ কাৰণে। তাৰপিচত সামাজিক ৰূপ পৰিবৰ্ত্তন কৰা দৰকাৰ, নে প্ৰথমেই জীৱনৰ ৰূপ পৰিবৰ্ত্তন কৰা প্ৰয়োজন, আৰু পিচত আমি বিতৰ্ক কৰো, আমাৰ সংগ্ৰামৰ ৰূপ কেনে হোৱা প্ৰয়োজন; শান্তিপূৰ্ণভাৱে প্ৰচাৰ চলাই যোৱা, নে বন্দুকৰ গুলি মাৰি ভীতি প্ৰদৰ্শন কৰা। এইবোৰ কৈয়েই আমি চিঞৰ-বাখৰ লগাওঁ, কিন্তু আমাৰ শত্ৰু বিলাকে এনে তৰ্ক-বিতৰ্ক নকৰে, সিহঁতে নিজৰ কাম কৰি যায়। সিহঁতে শ মানুহেই মৰক বা হেজাৰেই মৰক, তালৈ পৰোৱাই নকৰে। আৰু সিহঁত মানুহবোৰ কেনে ধৰণৰ হয়—সিহঁতে আটাইতকৈ শ্ৰেষ্ঠ মানুহজন মৰিলেও কোনো অনুতাপ নকৰে। 'হাৰ্জ্জেনে' কয় যে 'ডিচেম্বৰিষ্ট' সকলে যেতিয়া কাৰ্য্যকলাপ বন্ধ কৰিলে, তেতিয়া সমাজ এখাপ তললৈ গ'ল। মই কি এনেদৰেই ভাবিম? তাৰ পিচত হাৰ্জ্জেনৰ নিজৰ আৰু অনুগামীবোৰৰো কাৰ্য্যকলাপ নাইকিয়া হল আৰু এতিয়া আছিল নেভেৰভ....।"

"সিহঁতৰ সকলোকে পুলিয়ে পোখাই উঘালি পেলোৱা সম্ভৱ নহয়।" উল্লাসেৰে নবাটভে কলে, "বিহ গুটিৰ বীজ কিছুমান সদাই থাকি যাব।"

"নহয়। সিহঁতৰ প্ৰতি আমি দয়া নেদেখুৱালে সিহঁত থাকিব নোৱাৰে।" ক্ৰীলৎসয়ে জোৰেৰে কলে। "বাৰু মোক চিগাৰেট এডাল দিয়া।"

"নহয়। আনাটলি, তোমাৰ কাৰণে চিগাৰেট খোৱা বেয়া।" মেৰীয়া পাভলৱনাই কলে। "নেলাগে—চিগাৰেট খাব নেলাগে।"

"আহ। এইবোৰ বাদ দিয়া।" খংমুৱা হৈ ক্ৰীলৎসয়ে কলে। তাৰপিচত চিগাৰেট এডাল জ্বলালে কিন্তু ততালিকে তেওঁ কাহত ঠাৰনি নোপোৱা হল। কাহ এবাৰ পিচত আকৌ কলে, "আমি যি কৰিছোঁ ই যথেষ্ট নহয়। আমি সকলোৱেই ঐক্যবদ্ধ হোৱা উচিত।.. ....যাতে সিহঁত ধ্বংস হয়।"

"কিন্তু সিহঁতো মানুহ।" নেক্লিউদভে কলে।

"নহয়! সিহঁতক মানুহৰ লেখত লব নোৱাৰি। সিহঁতে যি কৰিছে, সেই বিলাক মানুহৰ কাম নহয়। শুনিছোঁ বোলে সিহঁতে এবিধ বোমা আৰু বেলুন তৈয়াৰী কৰিছে। হয়, এনেকুৱা এটি বেলুনত উঠি সিহঁতৰ ওপৰত ওকণিৰ দৰে বোমা সিঁচি দিয়া প্ৰয়োজন যাতে সিহঁত সবংশে ধ্বংস হয়। হয়・কিয়নো…।" তেওঁ আৰু কিছু কব খুজিছিল; এনেতে ভীষণ কাহ হৈ, উশাহ বন্ধ হোৱাৰ উপক্ৰম হল। মুখখন ৰঙা হৈ পৰিল আৰু মুখৰ পৰা তেজ বৰলৈ ধৰিলে। নবাটভে বৰফ অলপ আনিবলৈ দৌৰ দিলে। মেৰীয়া পাভলৱনাই দৰৱ এপালি মুখত ঢালি দিলে। কিন্তু দীঘল দীঘল উশাহ টানি মেৰীয়াক তেওঁৰ, শুকান হাতখনেৰে ঠেলা মাৰি চকু দুটি মুদি দিলে। বৰফ আৰু ঠাণ্ডা পানী খাই, যেতিয়া তেওঁ অলপ সকাহ পালে, তেতিয়া বিচনাত তেওঁক শুৱাই দিয়াৰ লগে লগে তেওঁৰ টোপনি আহিল। নেক্লিউদভে সকলোৰে পৰা বিদায় লৈ, তেওঁৰৰ কাৰণে অপেক্ষা কৰা চাৰ্জ্জেণ্ট জনৰে সৈতে ওলাই আহিল।

কয়দীবোৰ ইতিমধ্যে টোপনি গ'ল। গতিকেই পৰিবেশ শান্ত হল। কোঠাৰ ভিতৰত শুবলৈ ঠাই নথকাত, বহু কয়দীয়ে থৈলা পাৰি বাহিৰ বাৰাণ্ডাত শুই আছে।

জেলৰ পৰা ওলাই নেক্লিউদভে এটা দীঘল উশাহ টানিলে।

## ঊনৈশ

মুকলি আকাশ, তৰাবিলাক জিলিকি উঠিছে। বাটটো ভালেই যদিও কেইবা ঠাইতো বোকা আছে। নেকলিউদভ হোটেললৈ ঘূৰিল আৰু এজাৰতে খিৰিকী এখনত টকা দিলে। সেই বহল বুকুৰ মজদুৰজন ওলাই আহি দৰজা খুলি দিয়াত, তেওঁ ভিতৰলৈ সোমাই গ'ল। পাচফালে শুই থকা পৰিচাৰিকা সকলৰ নাকৰ আৱাজ আহি কাণত পৰিছেহি। চোতালত বান্ধি থোৱা ঘোঁৰাবোৰে ঘাঁহ পাগুলি আছে। নেক্‌লিউদভে সাজপাৰ সোলোকাই, তেওঁৰ চামৰাৰ কোটটো চোফাখনৰ ওপৰতে পেলাই বহি পৰিল আৰু দিনটোৰ ঘটনাবোৰৰ কথা ভাবিবলৈ ধৰিলে।

কাটুংচা আৰু চাইমনচনৰ লগত হোৱা কথা-বতৰা আছিল বিলাক আকস্মিক আৰু অতিশয় গুৰুত্বপূৰ্ণ। গতিকেই সেইবিলাক কথা তেওঁ তেতিয়াই পৰ্য্যালোচনা নকৰিলে। এই সম্পৰ্কত তেওঁৰ অৱস্থা অতি জটিল আৰু অনিশ্চিত, গতিকে বিষয়টো তেওঁ মনৰ পৰা আঁতৰাই থলে।

সেইদিনা তেওঁ এটা কৰুণা দৃশ্য দেখি আহিছিল যে এটা ল'ৰাই কয়দী এটাৰ আঁঠুত মূৰ দি জেকা মাটিতেই শুই আছিল আৰু ওচৰতে চৰিয়া এটাৰ পৰা নাক কোঁচখাই যোৱা দুৰ্গন্ধ আহি আছিল। এই দৃশ্য বাৰে বাৰে মনত ভাহি উঠাত তেওঁৰ গা শিয়ৰি উঠে। কোনো প্ৰকাৰেও এই বীভৎস দৃশ্যৰ প্ৰতিচ্ছবি তেওঁ মনৰ পৰা দূৰ কৰিব পৰা নাই।

কেতিয়াবা হয়তো বহু দূৰৈত, কোনোবা ঠাইত, মানুহে মানুহৰ ওপৰত অমানুষিক অত্যাচাৰ উৎপীড়ন কৰা কথা শুনা যায়। কিন্তু তিনি মাহ ধৰি নিজৰ চকুৰ আগত এনেবোৰ অমানুষিক-অত্যাচাৰ, অবিচাৰ আৰু বৰ্ব্বৰতা, অহৰহ দেখি থকা এটা সম্পূৰ্ণ বেলেগ কথা। এনেবোৰ ঘটনাই নেক্‌লিউদভৰ মনত তীব্ৰ আঘাত কৰে আৰু প্ৰতিক্ৰিয়া ঘটায়। এই তিনি মাহৰ ভিতৰত তেওঁ বহুবাৰ নিজকে নিজে এই প্ৰশ্নবোৰ কৰিছে।

'লোকে চকু নিদিয়া বা নেদেখা ঘটনাবোৰ মই কিয় দেখোঁ? মই কি পাগল! নতুবা যি এনেবোৰ উৎপীড়ন বা বৰ্ব্বৰতা সংঘটিত কৰিছে, সিহঁতেই পাগল নে কি? অথচ মই যিবোৰ অন্যায় বা সাংঘাতিক কাম বুলি ভাবোঁ

'সিহঁতে অনায়াসে সেইবোৰ কাম কৰি যায় আৰু নিজৰ কৰ্ত্তব্য বুলিয়েই কৰি যায়। তেন্তে সিহঁতযে পাগল এই কথা কেনেকৈ বিশ্বাস কৰা যায়? আৰু মোৰ? মোৰতো চিন্তাত কোনো ব্যাঘাত ঘটা নাই। তেন্তে মইনো পাগল বুলি কেনেকৈ ধৰেঁ।?' এনেবোৰ চিন্তাই তেওঁৰ মনত খলক লগাবলৈ ধৰিলে।

গত তিনিমাহত যিবোৰ ঘটনাই তেওঁৰ মনত দকৈ ছাপ বহুৱাইছিল, সেই ঘটনাবোৰ এনে ধৰণৰ।

চৰকাৰী হুকুমৰ দ্বাৰা বা আদালতত বিচাৰৰ ভেকো-ভাওনা কৰি কিছুমান মানুহ বাচি উলিওৱা হয়। এই মানুহবোৰৰ ভিতৰত থাকে কিছুমান ভয়াতুৰ, কিছুমান খঙাল, কিছুমান অলপতে উত্তেজিত হোৱা, কিছুমান গুণী আৰু কিছুমান অতি বলিষ্ঠ যদিও বুদ্ধিহীন আৰু অসাৱধান। এই মানুহবোৰ বাহিৰৰ মুক্ত মানুহবোৰতকৈ অলপো বেছি বিপজ্জনক নহয়। অথচ ইহঁতক হয় কাৰাগাৰত সুমাই থোৱা হয়, নহয় চাইবেৰীয়ালৈ নিৰ্ব্বাসন দিয়া হয়। চাইবেৰীয়াৰ এটা অদ্ভুত পৰিবেশত, ইহঁতক অনেক মাহ বা বছৰ, সিহঁতৰ পৰিয়ালৰ পৰা বিচ্ছেদ ঘটাই, কৰ্ম্মহীন অলস অৱস্থাত থাকিবলৈ বাধ্য কৰা হয়। সৰ্ব্ব-সাধাৰণ মানুহৰ জীৱনৰ কাৰণে যি নৈতিক আৰু প্ৰাকৃতিক পৰিবেশৰ আৱশ্যক, তাৰ লেশ মাত্ৰও নাই। এয়ে হল প্ৰথম ঘটনা।

দ্বিতীয়তঃ, এই ঠাই বিলাকত এই মানুহবোৰক অত্যন্ত জঘন্য আৰু মৰ্য্যাদা হানিকৰ ব্যৱহাৰ কৰা হয়। কিছুমানৰ ভৰিত শিকলি লগাই থোৱা হয়, কিছুমানৰ মূৰ খুৰাই দিয়া হয় আৰু কিছুমানক লজ্জা নিবাৰণৰ কাৰণে যৎসামান্য কাপোৰ এডোখৰো দিয়া নহয়। আনকি দুৰ্ব্বলী মানুহবোৰক এটা সুজীৱন যাপন কৰাৰ ইচ্ছা আৰু মানুহৰ সাধাৰণ মৰ্য্যাদা জ্ঞানৰ পৰাও সিহঁতক বঞ্চিত কৰা হয়। সিহঁতৰ লজ্জা নিবাৰণৰ চেতনা নাইকিয়া হয় আৰু জনমতৰ প্ৰতি শ্ৰদ্ধাশূন্য হৈ পৰে।

তৃতীয়তে, সিহঁতক আবদ্ধ কৰি ৰখা এই ঠাইবিলাকত সংক্ৰামক ব্যাধিৰ কাৰণে প্ৰতি মুহূৰ্ত্ততে সিহঁতৰ জীৱন বিপন্ন হয়। তদুপৰি সদাই মাৰ-কিল খাই সিহঁতৰ এনে মনোবৃত্তি গঢ়ি উঠে যে সিহঁতৰ ভিতৰত আটাইতকৈ শ্ৰেষ্ঠ আৰু নৈতিকতা বোধ থকা লোকবো কেৱল আত্মৰক্ষাৰ কাৰণে অতি নিষ্ঠুৰ কাম কৰিবলৈকো সংকোচ বোধ নহয়।

চতুৰ্থতে এই মানুহবোৰক সমাজৰ একশ্ৰেণী অধঃপতিত চোৰ, ডকাইত

বদমাইচ, ব্যভিচাৰী, হত্যাকাৰী আদি মানুহৰ লগত একেলগে থাকিবলৈ বাধ্য কৰোৱা হয়। ফলত যিবিলাক মানুহ তেতিয়াও দুৰ্নীতিগ্ৰস্ত বা অধঃপতিত হোৱা নাছিল, ইহঁতৰ সংসৰ্গত সেই মানুহবোৰো তুৰন্ত নষ্ট হৈ পৰে।

পঞ্চমতঃ, এই মানুহবোৰৰ ওপৰত যি বৰ্ব্বৰোচিত অমানুষিক অত্যাচাৰ কৰা হয়, সেই উৎপীড়ন নিৰ্য্যাতনবোৰ সহ্য কৰাই নহয়, বিশেষ উদ্দেশ্য পূৰণাৰ্থে চৰকাৰে তাৰ আদৰণীহে জনায়। এই অত্যাচাৰবোৰ যে চলোৱা হব, সেইটো সিহঁতৰ মনত আৰু দৃঢ়কৈ বহুৱাই দিয়া হয়, আবাল-বৃদ্ধ-বণিতাক বেত আৰু লোহাৰ ডাঙাৰে মাৰপিট কৰা, পলৰীয়া কয়দীক জীৱিত বা মৃত অৱস্থাত, ধৰি আনিবলৈ পুৰস্কাৰ ঘোষণা কৰা, স্বামী আৰু স্ত্ৰীৰ মাজত বিচ্ছেদ কৰি ৰখা, পৰস্ত্ৰী আৰু পৰ স্বামীৰ লগত কাম চৰিতাৰ্থ কৰা আৰু প্ৰয়োজনমতে গুলিয়াই হত্যা কৰা বা ফাঁচি দিয়া, ইত্যাদি অত্যাচাৰে ইহঁতৰ ওপৰত চলাই যোৱা হ'ল দৈনন্দিন ঘটনা, গতিকে স্বাধীনতা হেৰুৱা আৰু সদাই অত্যাচাৰ ভোগ কৰা এই মানুহবোৰৰ মজ্জাগত হয় যে সিহঁতেও এনেধৰণৰ হিংসা, অত্যাচাৰ বা ব্যভিচাৰ কৰা কোনো দোষণীয় নহয়। সিহঁতক অধঃপতিত আৰু পাপ-পঙ্কিল কৰিবৰ উদ্দেশ্যে এই অত্যাচাৰবোৰ ইচ্ছাকৃত ভাবেই কৰা হয়। ফলত অবাধগতিত এই পাপ আৰু অধঃপতন মানুহৰ মাজত সংক্ৰামক ব্যাধিৰ দৰে ব্যাপি পৰে।

কাৰাগাৰ আৰু জিৰণি শিবিৰবোৰৰ অৱস্থাৰ পৰ্য্যালোচনা কৰি নেৰ্কোল-উদভে ভাবিলে, "ই নিশ্চয় এটা সমস্যাৰ বিষয়। বহু মানুহক এইদৰে বৰ্ব্বৰ আৰু পশুৰ শাৰীলৈ নমাই নিয়া, ই হল শ্ৰেষ্ঠ উপায়। লাখ লাখ মানুহক জেললৈ অনা হয় আৰু সিহঁতৰ ওপৰত নানান অত্যাচাৰ চলাই কাণ্ডজ্ঞানহীন পশুত পৰিণত কৰা হয় আৰু পুনৰ সমাজক কলুষিত কৰিবৰ কাৰণে এৰি দিয়া হয়।

টাইমুন্, একাটাৰিনবুৰ্গ, তমস্কৰ কাৰাগাৰ আৰু জিৰণি শিবিৰ বোৰত কাৰাদণ্ডেৰে দণ্ডিত হোৱা মানুহবোৰ এইদৰে অধঃপতিত হোৱা নেক্লিউদভে নিজেই দেখিছিল। সাধাৰণ খ্ৰীষ্টধৰ্মত বিশ্বাসী মানুহবোৰেও, নৈতিক চৰিত্ৰ হেৰুৱাই জেল-গৰকা এবিধ নতুন মানুহ সৃষ্টি হৈছে। ইহঁতৰ বিশ্বাস যে যদি লাভজনক হয়, তেন্তে মানুহক সকলো ধৰণৰ অত্যাচাৰ কৰিব পাৰি।

কাৰাবাসত নিৰ্য্যাতিত হৈ আৰু সিহঁতৰ নিজৰ জীৱনৰ অভিজ্ঞতাৰ পৰা সিহঁতে এই কথা বুজিছিল যে খ্ৰীষ্টিয়ান গিৰ্জা আৰু প্ৰচাৰক সকলে বিবোৰ নীতি-নিয়ম, মানুহৰ প্ৰতি মানুহে যেনে ব্যৱহাৰ কৰিব লাগে, ইত্যাদি কথা,

প্ৰচাৰ কৰে, সেইবোৰ নীতি-নিয়ম সিহঁতৰ ক্ষেত্ৰত প্ৰয়োগ কৰা নাই। গতিকেই সিহঁতেও এনে নীতি-নিয়ম পালন কৰাৰ কোনো আৱশ্যক নাই। বহু কয়দীৰ ওপৰত এনে প্ৰভাৱ পৰা নেকৃলিউদভে নিজেই দেখিছিল। ফিয়দৰভ, তাৰচ, মাকাৰ আদি বহু মানুহ এইদৰে নীতিজ্ঞানশূন্য হৈ পৰিছিল। তেওঁ এনেকুৱা ঘটনাও জানিছিল যে বৰ্ব্বৰত পৰিণত হোৱা এটা কয়দীয়ে জেলৰ পৰা পলায়ন কৰোতে তাৰ লগৰীয়া এটাক ফুচুলাই লৈ গৈছিল আৰু পিচত সি লগৰীয়া জনক হত্যা কৰি তাৰ মাংস ভোজন কৰিছিল। সাংঘাতিক কথা হল এই যে এইটোৱেই একমাত্ৰ ঘটনা নহয়। এনেকুৱা মনুষ্য-মাংস ভোজন কৰা ঘটনা বাৰে বাৰে ঘটিছিল।

ৰাছিয়াৰ কাৰাগাৰ বিলাকত এইদৰে বছৰকে বছৰ ধৰি নিৰ্য্যাতন চলোৱাৰ ফলতেই, এনেকুৱা মনুষ্য-মাংসভোজী পশুৰ সৃষ্টি হৈছিল। ইহঁতে যেন *নিৎসেৰ নতুন দাৰ্শনিক মতবাদহে গ্ৰহণ কৰিছিল; কিয়নো নিৎসেৰ মতে অকৰণীয় একো নাই। প্ৰথমে যেন এই মতবাদ জেলৰ কয়দীৰ মাজত প্ৰচাৰ হৈ, পিচত ৰাশিয়াৰ জনতাৰ মাজতো ব্যাপি পৰিছে।

এই নিৰ্য্যাতন চলোৱাৰ সপক্ষে যুক্তি দাঙি ধৰা হয় যে, সমাজ বিৰোধী কাম-কাজবোৰ অৰ্থাৎ বিভিন্ন ধৰণৰ অপৰাধবোৰ বন্ধ কৰিবৰ কাৰণে আৰু কয়দীবোৰৰ চৰিত্ৰ সংশোধনৰ কাৰণে এইবোৰ কৰা হৈছে। নিৎসেৰ গ্ৰন্থখনত কোৱাৰদৰে 'আইন সঙ্গত প্ৰতিশোধ' লোৱা হৈছে। কিন্তু বাস্তৱত ইয়াৰ ফলাফল সম্পূৰ্ণ ওলোটা হৈছে। অপৰাধ বন্ধ হোৱাতকৈ ক্ৰমে বৃদ্ধি হৈছে। কয়দীবোৰে ভয় খাওক চাৰি সিহঁত আৰু উৎসাহিত হৈছে। (বহু মাংসভোজী বৰ্ব্বৰবোৰ পুনৰ জেললৈ ঘুৰি আহিছে।) সিহঁত সংশোধিত হ'ক চাৰি, অপৰাধ কৰাৰ প্ৰবৃত্তি বৰং বেছিকৈ মজ্জাগত হৈছে।

'তেনেহলে এইবোৰ কিয় কৰা হৈছে?' নেকৃলিউদভে নিজকে নিজে প্ৰশ্ন কৰিলে, কিন্তু তাৰ উত্তৰ তেওঁ একোৱেই উলিয়াব নোৱাৰিলে।

কিন্তু আচৰিত কথা এই যে এই কাৰাবাসত থকা অভিশপ্ত মানুহবোৰক অকস্মাতে ঘটনাচক্ৰত নাইবা ভুলত এই নিৰ্য্যাতন বিলাক চলোৱা নাই। নাইবা এবাৰ বা এদিন চলাইও বন্ধ কৰা নাই। শতাব্দী ধৰি এই নিৰ্য্যাতন উৎপীড়ন চলাই থকা হৈছে। কেৱল তফাৎ এয়ে যে আগতে নথ কাটি দিয়া

* এজন জাৰ্মান দাৰ্শনিক।

হৈছিল নাইবা কাণ কটা হৈছিল ; কিন্তু এতিয়া লোহাৰ শিকলিৰে বন্ধা হৈছে, লোহাৰ জিঞ্জিৰী লগাই মাৰপিট কৰা হৈছে নাইবা হাতকেৰেয়া লগাই ঘোঁৰা-গাড়ী বা ভাপ নাৱত উঠাই চাইবেৰিয়ালৈ নির্ব্বাসন দিয়া হৈছে।

কিছুমান বিষয়াই কয় যে এনেকুৱা উৎপীড়ন বিলাক চলাৰ কাৰণ হল যে কাৰাগাৰবিলাকত বন্দী বিলাক ৰখাৰ সুব্যৱস্থা নাই। যদি আধুনিক ধৰণৰ কাৰাগাৰ তৈয়াৰ কৰা যায়, তেন্তে সকলো শৃংখল হৈ যাব। নেক্‌লিউদভে এই যুক্তিত সন্তুষ্ট হব নোৱাৰে।

জেলবিলাকৰ সম্পর্কে নেক্‌লিউদভৰ এতিয়া প্রত্যক্ষ অভিজ্ঞতা হল। তেওঁৰ ধাৰণা হল যে কয়দীবিলাকে মদখোৱা, জুৱাখেলা, নিষ্ঠুৰ হোৱা, সাংঘাতিক অপৰাধ কৰা আনকি মনুষ্য-মাংসভোজী হোৱা, ঘটনাবিলাক আকস্মিক নহয়। নাইবা অধঃপতিত দুষ্ট দুর্বৃত্তবোৰৰ লগত থকাৰ কাৰণেও হোৱা নাই। (কিছুমান মুর্খ বৈজ্ঞানিকে এনেধৰণৰ ব্যাখ্যা দি চৰকাৰক সমর্থন জনায়।) আচল কথা মানুহে মানুহক শাস্তি দিবৰ ক্ষমতা আছে, এনেকুৱা ভুল দৃষ্টিভঙ্গিৰ পৰাই অনিবার্য্য ফল স্বৰূপে এনে অৱস্থা সৃষ্টি হৈছে। নেক্‌লিউদভে দেখিছিল যে নৰ-মাংসভোজী বিলাকৰ সৃষ্টি কোনো জলাহ ঠাইত হোৱা নাছিল, সিহঁত সৃষ্টি হৈছিল মন্ত্রী মহলৰ বিভিন্ন কামৰাত, চৰকাৰী দপ্তৰ বিলাকত আৰু মূল ঘটনাটো ঘটিছে সেই জলাহ ঠাইত।

উদাহৰণ স্বৰূপে তেওঁ দেখিছিল যে তেওঁৰ ভিনিদেৱককে ধৰি, সকলো উকীল বেৰিষ্টাৰ আদি আইনজ্ঞ ব্যক্তিৰ আৰু অৰ্দ্দালিৰ পৰা মন্ত্রীলৈকে সকলোৰে ন্যায় নীতিৰ কাৰণে বা মানুহৰ মঙ্গলৰ কাৰণে কোনো দৃষ্টিভঙ্গি বা ধ্যান-ধাৰণা নাই। তেওঁলোকে মৌখিক ভাৱেহে ন্যায় কৰাৰ কথা কয়। তেওঁলোকক লাগে কেৱল টকা। টকা পালেই তেওঁলোক সন্তুষ্ট, এইবোৰ ওলাই থকা কথা।

এইদৰে বহু কথা ভাবিচিন্তি প্ৰায় প্ৰথম কুকুৰাৰ ডাক দিয়ায় সময়ত নেক্‌লিউদভৰ টোপনি আহিল।

## ক্ষুবি

নেক্‌লিউদভ শুই উঠাৰ পূৰ্বেই হোটেল পৰিচাৰক বিলাক বাহিৰলৈ ওলাই গ'ল। হোটেলৰ মালিক মহিলা গৰাকীয়ে তেওঁৰ ঘামি থকা ডিঙিটো কমাল এখনেৰে মচি মচি নেক্‌লিউদভক খবৰ দিলে যে চিপাহী এজনে তেওঁক লগ পাবৰ কাৰণে বাহিৰত অপেক্ষা কৰি আছে। চিপাহীজনে জিবণি শিবিৰৰ পৰা পত্ৰ এখন লৈ আহিছে। চিঠিখন আহিছে মেৰীয়া পাভ্‌লৱনাৰ পৰা' চিঠিত মেৰীয়াই লিখিছে যে ক্ৰীলৎসৱৰ অসুখ তেওঁলোকে ভবাতকৈ বহুত বেছি। 'প্ৰথমতে আমি তেওঁক ইয়াতেই থৈ যাব খুজিছিলোঁ আৰু আমি তেওঁৰ লগত থাকিবলৈ অনুমতি বিচাৰিছিলো। কিন্তু অনুমতি পোৱা নগ'ল। গতিকেই আমি তেওঁক লগত লৈ যাম। কিন্তু আমি ভাবোঁ যে তেওঁৰ অৱস্থা আৰু বেয়াৰ ফালেহে যাব। গতিকে আগৰ নগৰখনত তেওঁক থৈ যাবৰ কাৰণে আপুনি ব্যৱস্থা কৰক। তেতিয়া আমাৰ ভিতৰৰ এজন তেওঁৰ লগত থাকি যাম। কিন্তু তেওঁৰ লগত থাকিবলৈ অনুমতি পাবলৈ হ'লে তেওঁৰ পত্নী হব লাগিব। গতিকেই তেওঁক মই বিয়া কৰিবলৈ ৰাজি আছোঁ।'

নেক্‌লিউদভে ডেকা মজদুৰজনক তুৰন্তে ঘোঁৰা গাড়ী এখন বিচাৰি আনিবলৈ পঠাই দিলে। ইতিমধ্যে তেওঁ দ্বিতীয় চাহ কাপ খাই উঠোতেই তিনিটা ঘোঁৰা লগোৱা গাড়ী এখন টিং-লিং-লিং কৰি হোটেলৰ সমুখত উপস্থিত হল। নেক্‌লিউদভে তেওঁৰ বয়বস্তুখিনি বান্ধি-কুন্ধি বেগাবেগিকৈ গাড়ীত উঠাই দিলে। হোটেলৰ মালিকক পাওনা আদায় দি, তেওঁ গাড়ীত উঠিল আৰু কচোৱানটোক যিমান 'পাৰে সিমান বেগে দৌৰাই কয়দী দলটোক ধৰিবলৈ হুকুম দিলে। গাৱৰ চৰণীয়া পথাৰৰ গেট পাৰহৈ তেওঁ দলটোৰ মালবাহী গাড়ীবোৰ আৰু বেমাৰী কয়দীবোৰ লৈ যোৱা গাড়ীবোৰ লগ পালে। গাড়ীবোৰৰ লগত কোনো বিষয়া নাছিল। তেওঁ সমুখৰ ফালে আগবাঢ়ি গ'ল। চিপাহী বিলাকে সুৰা পান কৰি আনন্দত মতলীয়া হৈ গৈ আছিল, গাড়ী আছিল বহুত। প্ৰতিখন গাড়ীত ছজনকৈ বেমাৰী কয়দী আছিল। শেষৰ তিনিখন গাড়ীত প্ৰতিখনত তিনিজনকৈ ৰাজনৈতিক বন্দী আছিল। নৱদ্বৰভ, গ্ৰেবেট আৰু কন্দ্ৰাটীভ এখন গাড়ীত আছিল। ৰণ্টচেভা, নবাটভ আৰু যিজনী মানুহক মেৰীয়া পাভ্‌লৱনাই ঠাই এৰি দিছিল, তেওঁলোক তিনিজন এখন গাড়ীত আছিল। তৃতীয় গাড়ীখনত ক্ৰীলৎসৱ খেৰ এসোপাৰ ওপৰতে দীঘল

দি পৰি আছে। মেৰীয়া পাভ্‌লৱনা তেওঁৰ কাষতে বহি গৈছে। নেকৃলিউদভে কচোৱানটোক গাড়ীখন ৰখাবলৈ কলে আৰু গাড়ীৰ পৰা নামি ক্ৰীলৎসৱক লগ পাবলৈ আগবাঢ়ি গ'ল। এজন মতলীয়া চিপাহীয়ে হাত ভাঙি কিবা এটা কৈছিল; কিন্তু তেওঁ তালৈ আওকাণ কৰি ক্ৰীলৎসৱৰ গাড়ীখনৰ একাষে ধৰি খোজ কাঢ়ি গৈ আছে। ভেৰানোমৰ কোট এটা আৰু চামৰাৰ টুপী এটা পিন্ধি ক্ৰীলৎসৱ দীঘল দি আছে। মুখত এখন ৰুমাল আৰু মানুহজন একেবাৰে খীণাই শুকাই শেঁতা পৰিল। তেওঁৰ ধুনীয়া চকুযুৰি নিস্তেজ আৰু ওলাই পৰিছে, গাড়ীৰ জোকাৰণিত ঠেলাঠেলি খাই তেওঁ গৈ আছে। আৰু স্থিৰ দৃষ্টিৰে নেকৃলিউদভৰ ফালে চাই আছে। তেওঁৰ স্বাস্থ্যৰ কথা সোধাত ক্ৰোধান্বিত হৈ চকুহে মুদিলে। গাড়ীৰ জোকাৰণি সহিবলৈ তেওঁ যেন সমস্ত শক্তি দিব লগা হৈছে। মেৰীয়া পাভ্‌লৱনাই নেকৃলিউদভক দেখি এনে ইঙ্গিত দিলে যে তাৰ পৰাই তেওঁৰ স্বাস্থ্যৰ অৱনতিৰ কথা বুজা গ'ল। তাৰপিচত মেৰীয়াই প্ৰফুল্ল মনৰে নেকৃলিউদভৰ লগত কথা-বতৰা পাতিলে।

গাড়ীখনৰ কেৰকেৰনি আৰু ঘৰঘৰণিৰ মাজতো তেওঁ কথাখিনি শুনাৰ কাৰণে জোৰেৰে কলে, "বিষয়াজনে বোধহয় নিজেই লজ্জিত হৈছে। বুজ্‌বকিনৰ হাতকেৰী খুলি দিছে। এতিয়া কেচুৱা ছোৱালীজনীক সি নিজেই কোলাত লৈ গৈছে। কাটুৎচা আৰু চাইমনচনো তাৰ লগতে গৈছে।"

ক্ৰীলৎসৱে কিবা এষাৰ কৈছিল; কিন্তু গাড়ীৰ আৱাজত একো বুজিব পৰা নগ'ল। এনেতে হঠাৎ তেওঁৰ খুব কঠিন কাহ অহাত, তেওঁৰ গাৰ সমস্ত জোৰ দি কাহ বন্ধ কৰিবলৈ চেষ্টা কৰিলে। নেকৃলিউদভে তেওঁৰ কথা শুনিবৰ কাৰণে কুঁজা হৈ কাণ পাতিলে। ক্ৰীলৎসৱে মুখৰ পৰা ৰুমালখন গুচাই, ফুচফুচাই কলে, "অলপ ভাল পাইছোঁ, কিন্তু ঠাণ্ডা নেলাগিলেই হল।"

নেকৃলিউদভে মূৰ জোকাৰি শলাগিলে আৰু মেৰীয়াৰ ফালে লক্ষ্য কৰিলে "বাৰু, সেই তিনিজনৰ সমস্যাৰ কিবা সমাধান হলনে?" এটি ক্ষীণ হাঁহি মাৰি ফুচফুচাই, ক্ৰীলৎসৱে পুনৰ কলে, "সমস্যা কিন্তু জটিল।"

নেকৃলিউদভে কথাটোৰ শব ধৰিব পৰা নাছিল। কিন্তু মেৰীয়া পাভ্‌লৱনাই বুজাই দিলে যে তেওঁ চন্দ্ৰ, সূৰ্য্য আৰু পৃথিবীৰ পৰিস্থিতিৰ কথা কৈছে অৰ্থাৎ নেকৃলিউদভ, চাইমনচন আৰু কাটুৎচাৰ সমস্যাৰ কি সমাধান হল? ক্ৰীলৎসৱে

যুব জোকাৰি শলাগিলে, যিহেতু তেওঁ খুহটিয়া স্তৱৰ গূঢ়াৰ্থ বুজাই দিব পাৰিলে।

"অঁ বুজিলোঁ। কিন্তু সমস্যা সমাধানৰ দায়িত্ব মোৰ ওপৰত নাই।" নেকৃলিউদভে কলে।

"আপুনি মোৰ পত্ৰখন পালেনে? আপুনি বাৰু কামটো কৰিব পাৰিবনে?" মেৰীয়াই প্ৰশ্ন কৰিলে।

"নিশ্চয় কৰিম।" নেকৃলিউদভে উত্তৰ দিলে। ক্ৰীলৎসবৰ অসুস্থতা দেখি তেওঁ ঘূৰি আহি নিজৰ গাড়ীখনত উঠিল। বাটটো বৰ ওখোৰা-মোখৰা আছিল আৰু ফলত গাড়ীৰ জোকাৰণিও বাঢ়ি গল। নেকৃলিউদভে গাড়ীখনৰ একাষে খামোচ মাৰি ধৰি গৈ আছে। ইতিমধ্যে কনভয়টো অতিক্ৰম কৰি তেওঁ আগ বাঢ়িল। কয়দী দলটো প্ৰায় ছয় ফাৰ্লংমান পথ জুৰি গৈছে। নেকৃলিউদভে যোৱা বাটটোৰ বিপৰীত ফালে নীলা শাল এখন গাত লৈ কাটুংচাক যোৱা দেখিলে। ভেৰা দুখভাইও ক'লা কোট এটা পিন্ধি আৰু চাইমনচনে মূৰত টুপী এটা লগাই গৈ আছে। এই নাৰী দুগৰাকীৰ লগত চাইমনচনে কিবা এটা বিতৰ্ক লগাই গৈছে।

তেওঁলোকে নেকৃলিউদভক দেখি তিনিও নমস্কাৰ জনালে। চাইমনচনে মূৰৰ টুপীটো দাঙি গহীনাই সম্ভাষণ জনালে। নেকৃলিউদভৰ তেওঁলোকক বিশেষ কবলগীয়া একো নাছিল। গতিকেই তেওঁ আগবাঢ়ি গ'ল। ইয়াৰ পিচত ৰাস্তা ভাল পাই ঘোঁৰা গাড়ীখনে বেগাই দৌৰ দিলে।

এই ৰাস্তাটো পাইন, বাৰ্চ্ আদি গছ থকা এখন ডাঠ হাবিৰ মাজেদি গৈ আছে। গছবিলাকৰ হালধীয়া পাতবোৰ এতিয়াও সৰি পৰা নাই। নেকৃলিউদভে আধা ৰাস্তা পাৰ হৈ হাবিখনৰ মূৰ পালেগৈ। তাৰপিচত ৰাস্তাটোৰ দুয়োকাষে বহল পথাৰ। দূৰৈত মঠ মন্দিৰবোৰ ৰিণিকি ৰিনিকি দেখা যায়। ডাৱৰবোৰ আঁতৰি যোৱাত আকাশ মুকলি হল। ৰতবো ফৰকাল হৈ পৰিল। গিৰ্জ্জা বিলাকৰ গিল্টি কৰা ক্ৰচ বিলাক বেলিৰ পোহৰত জিলিকি উঠিল। সোঁফালে দূৰৈত বৰফেৰে ঢাক খাই থকা পাহাৰ বিলাকো পৰিষ্কাৰ দেখা গ'ল। গাঁড়ীখন ক্ৰমে আগবাঢ়ি এখন ডাঙৰ গাঁৱত প্ৰৱেশ কৰিলে। গাঁৱখনৰ ৰাস্তাত অদ্ভুত ধৰণৰ টুপী পিন্ধা ৰাছিয়ান আৰু অন্য জাতীয় মানুহেৰে ভৰপূৰ। কিছুমানে সুৰাপান কৰি মতলীয়া হোৱা, কিছুমান স্ত্ৰী-পুৰুষ নিৰ্ব্বিশেষে বীৰ আৰ স্থিৰ মানুহে কেন্দ্ৰীয় ঠাই বিলাকত, বাজাৰৰ

ঘৰবোৰৰ কাষত আৰু গাড়ীবোৰৰ ওচৰত জুম জুম হৈ কথা পাতি থকা দেখা গল। ক্রমে নগৰখনো বিণিকি বিণিকি দেখিবলৈ পোৱা গল।

কচোৱানটোৱে বাধ্যবাধকতা টান এটা দি তীব্র বেগে গাড়ী খেদাবলৈ ধৰিলে আৰু অনতিপলমে নদীৰ পাৰঘাট এটাত উপস্থিত হল। ইতিমধ্যে বিপৰীত ফালৰ পৰা নদীৰ মাৰ নাও আহি সোঁমাজ পাইছিলহি। নদীৰ খৰস্রোতে তুৰন্তে নাওখন টানি আনি ঘাটত লগালেহি। প্রায় কুৰিখন গাড়ী পাৰ হবৰ কাৰণে অপেক্ষা কৰি আছিল। নেকৃলিউদভেও বেছিপৰ ৰব লগা নহল।

বহল বুকুৰে সৈতে হৃষ্টপুষ্ট নাৱৰীয়া জনে পৰা এডাল দলি মাৰি, নাওখন পাৰৰ খুটিত বান্ধি পেলালে। নাৱত অহা গাড়ীবোৰ নামি যোৱাৰ লগে লগে পাৰত ৰৈ থকা গাড়ীবোৰ নাৱৰীয়াই তুলি ললে। নাওখন গাড়ী আৰু ঘোঁৰাৰে ভৰি পৰিল। শেষত নেকৃলিউদভৰ গাঁড়ীখনো উঠিবলৈ দিয়া হল, আৰু নাৱৰীয়াই ততালিকে বাকী উঠিবলৈ থকা গাড়ীবোৰৰ গাৰোৱানৰ অনুনয়-বিনয়লৈ আওকাণ কৰি নাৱৰ গেট বন্ধ কৰি দিলে।

নাৱত সকলোৱেই নীৰৱ। কেৱল নাৱৰীয়াই বঠা মৰাৰ আৱাজ আৰু ঘোঁৰাবোৰে খোজ সলোৱাৰ শব্দৰ বাহিৰে একো শুনা নেযায়।

## এঘাৰ

নেকৃলিউদভে নাৱৰ কাষ এটাত থিয় হৈ নদীখনলৈ চাই আছে। দুটা কথা তেওঁৰ মনলৈ আহিল। এটা হ'ল তিল তিলকৈ মৃত্যুৰ মুখলৈ আগবাঢ়ি যোৱা ক্রীলৎসৱে খঙত যুৱটো জোকাৰি উঠা আৰু আনটো হল চাইমনচনৰ পিচে পিচে কাটুৎচাই বুকু ফিন্দাই গৈ থকা। ক্রীলৎসৱৰ মৰিবৰ অলপো ইচ্ছা নাছিল। তেওঁৰ এই মুমূর্ষু অৱস্থাই তেওঁৰ মনত খুব দুখ দিছে। বেজাৰত নেকৃলিউদভৰ মনটো গধুৰ হৈ পৰিল। ইয়াৰ বিপৰীত দৃশ্য তেওঁ দেখিলে কাটুৎচাৰ ক্ষেত্রত। তাই যেন বেচ তেজোদীপ্ত, উৎসাহী আৰু উৎফুল্ল। চাইমনচনৰ নিচিনা এজন মানুহৰ প্রেম লাভ কৰি, তাই শুদ্ধ আৰু সত্য পথে খোজ দিছে। তাইৰ এই উন্নতি দেখি নেকৃলিউদভে আনন্দই পাব লাগিছিল; কিন্তু তথাপি এই দৃশ্যই তেওঁৰ মনত এটা গভীৰ প্রতিক্রিয়া ঘটাইছে, যিটো দমন কৰিবলৈ তেওঁ সমর্থ হোৱা নাই।

নগৰৰ পৰা উঠি ভাহি আহি ঘণ্টা বিলাকৰ ক্ষীণ আৱাজ-বিলাকে নেকৃলিউদভৰ কাণত খুন্দিয়াই পাৰ হৈ গৈছে। নেকৃলিউদভৰ কাষতে থিয় হৈ থকা গাৰোৱানজনে আৰু দুৱাৰত থকা মানুহ বিলাকে গির্জাৰ ঘণ্টা-ধ্বনি শুনি তেওঁলোকে মূৰৰ টুপীবোৰ ডাঙি ক্ৰছ চিহ্ন আঁকি দিলে। কিন্তু দুৱাৰ কাষতে থিয় হৈ থকা এজন বৃদ্ধ খোঁৰাই এই ক্ৰছ চিহ্ন দেখুৱাবলৈ অলপো ভ্ৰূক্ষেপ কৰা নাই। বৃদ্ধই যুৱ দাঙি নেকৃলিউদভৰ ফালে দৃষ্টিপাত কৰিলে। তেওঁ এটা তাপলি মৰা কোট, এটা কাপোৰৰ পাইজামা আৰু ফটা জোতা এজোৰ পিন্ধি আছিল। পিঠিত এটা ভিক্ষাৰ জুলি।

"ককা দেউতা! আপুনি কোনো প্ৰাৰ্থনা নজনায়নে কি?" নেকৃলিউদভৰ গাৰোৱানজনে সুধিলে। "আপুনি যীশুৰ শুচৰত শৰণ লোৱা নাই?"

"প্ৰাৰ্থনাৰ কথা সুধিছা? কাক প্ৰাৰ্থনা কৰিব লাগে?" বৃদ্ধই তীব্ৰ সুৰত প্ৰশ্ন কৰিলে।

"কাক প্ৰাৰ্থনা কৰিব। ভগৱানক প্ৰাৰ্থনা কৰিব লাগে।" গাৰোৱানে উত্তৰ দিলে।

"তেন্তে, তুমি মোক দেখুৱা এই ভগৱান ক'ত আছে? পাৰিবা?"

বৃদ্ধই ইমান গহীন আৰু গুৰুত্ব সহকাৰে প্ৰশ্নটো কৰিলে যে গাৰোৱানে খোঁত-মোৎ খাই গ'ল। তাৰ ধাৰণা হ'ল এই বৃদ্ধ সাধাৰণ লোক নহয়। কিন্তু মানুহৰ আগত জবাব দিব নোৱাৰি নিমাত হৈ থাকি লাজত পৰা ভয়ত গাৰোৱানে ততালিকে প্ৰত্যুত্তৰ দিলে:

"ভগবান ক'ত আছে—নিশ্চয় তেওঁ স্বৰ্গত আছে।"

"তুমি কেতিয়াবা স্বৰ্গলৈ গৈছিলানে কি?"

"মই যাওঁ নেযাওঁ বেলেগ কথা। কিন্তু এইটো সকলোৰেই জনা কথা যে আমি ঈশ্বৰক প্ৰাৰ্থনা কৰিব লাগে।"

"আজিলৈকে কোনো মানুহে ভগবানক দেখা নাই। কেৱল ঈশ্বৰৰ পুত্ৰ বুলি নিজক প্ৰকাশ কৰি একমাত্ৰ তেওঁৱেই ঈশ্বৰ আছে বুলি ঘোষণা কৰিছে।" চকু ঘোপা কৰি লগে লগে বৃদ্ধই উত্তৰ দিলে।

"অঁ বুজিলোঁ। তুমি খ্ৰীষ্টিয়ান নহয়। তুমি কোনোবা গাঁত পূজা কৰা।" গাৰোৱানে উত্তৰ দিলে।

কোনোবা এজনে হাঁহি দিলে।

"ককা দেউতা! আপোনাৰনো ধৰ্ম্ম কি?" এজন আদহীয়া লোকে প্ৰশ্ন কৰিলে।

"মোৰ কোনো ধৰ্ম্ম নাই। কিয়নো মই কোনো ঈশ্বৰত বিশ্বাস নকৰো। মই কেৱল মোকেই বিশ্বাস কৰোঁ।" ততালিকে বৃদ্ধই উত্তৰ দিলে।

"তুমিনো নিজক কেনেকৈ বিশ্বাস কৰা?" বৃদ্ধৰ লগত কথোপকথন কৰাৰ চলেৰে নেক্‌লিউদভে প্ৰশ্ন কৰিলে, "তোমাৰ ভুলো হব পাৰে।"

বৃদ্ধই মূৰ জোকাৰি দৃঢ় ভাৱে কলে, "মোৰ জীবনত মই কোনোদিনেই ভুল কৰা নাই।"

"তেনেহলে ইমানবোৰ ধৰ্ম্ম থকাৰ কাৰণ কি?" নেক্‌লিউদভে সুধিলে।

"ইয়াৰ কাৰণ হ'ল মানুহে নিজক বিশ্বাস নকৰি আনক বিশ্বাস কৰা। মইও এসময়ত আনক বিশ্বাস কৰিছিলোঁ, কিন্তু ইয়াৰ ফল হল মই যেন পিতনিত পৰি কৰবকাবলৈ ধৰিলোঁ আৰু তাৰ পৰা উদ্ধাৰ হোৱা বাস্তাই যেন হেৰাই গ'ল, একে ধৰ্ম্মৰ ভিতৰতে আকৌ কিমান সম্প্ৰদায়। পুৰণি বিশ্বাসী, নতুন বিশ্বাসী, ইহুদী, কেথলিক, প্ৰটেস্টাণ্ট ইত্যাদি নানা সম্প্ৰদায়ে সদায় নিজ গোষ্ঠীৰ প্ৰতি প্ৰশংসাত পঞ্চমুখ, গতিকেই সিহঁতে কণা কুকুৰাবদবে খেপিয়াই ফুৰে। বহু ধৰ্ম্ম থকা সত্বেও মূল বস্তু (spirit) সকলোতে একেই। সেই মূল বস্তু মোৰ গাতো আছে আৰু তেওঁৰ গাতো আছে। গতিকেই প্ৰত্যেকেই যদি আত্মবিশ্বাসী হয়, তেতিয়াই আমি সকলোৱে এক বা একপন্থী হব পাৰোঁ।"

বৃদ্ধই চিঞৰি চিঞৰি কথাবোৰ কবলৈ ধৰিলে, যাতে তেওঁৰ কথা সকলোৱেই শুনিবলৈ পায়।

"আপুনিনো এই ধৰ্ম্ম কিমানদিন পালন কৰিছে?"

"মই? এই ধৰ্ম্ম পালন কৰা মোৰ অনেকদিন হ'ল। সিহঁতে মোক শাস্তি দিয়া তেত্ৰিশ বছৰ হল।"

"আপোনাকনো কেনেকৈ শাস্তি দিছে?"

"যীশুক যেনেকৈ শাস্তি দিছিল, মোকো তেনেকৈ দিছে। সিহঁতে মোক ধৰি আদালতত হাজিৰ কৰিছিল, তাৰ পিচত পাদুৰীৰ ওচৰত আৰু বহুতৰ ওচৰত। এবাৰ সিহঁতে মোক পগলা ফাটেকতো ভৰাইছিল। কিন্তু একো কৰিব নোৱাৰিলে। নোৱাৰিলে এই কাৰণেই যে মই এজন মুক্ত মানুহ। সিহঁতে মোক সোধে, 'তোমাৰ নাম কি?' ভাবি লয় যে মই যেন সিহঁতক মোৰ

নামটো কৈ দিম। মই সিহঁতক মোৰ নাম নকওঁ। মই সকলো ত্যাগ কৰিছোঁ। মোৰ কোনো নাম নাই। থকাৰ ঠাই নাই। মোৰ কোনো দেশ নাই—নাই, মোৰ একোৱেই নাই। মই ময়েই। 'তোমাৰ নাম কি?' মোৰ নাম মানুহ। 'তোমাৰ বয়স কিমান?' মই কওঁ মই মোৰ বয়সৰ হিচাবেই ৰখা নাই। কিয়নো মই এইবোৰ গণনা কৰিবই নেজানো। কিয়নো মই সদায় আছোঁৱেই আৰু সদায় থাকিমেই। 'তোমাৰ পিতৃৰ নাম কি?' ঈশ্বৰ আৰু আই বসুমতীৰ বাহিৰে মোৰ কোনো আই বোপাই নাই। ঈশ্বৰেই পিতৃ আৰু 'সম্রাট জাৰ? তুমি জাৰক মানি চলানে?' সিহঁতে মোক সোধে? মই কওঁ, কিয় নেমানিম! 'জাৰ হল জাৰেই' আৰু 'মই মোৰ জাৰ।' 'তেওঁৰ লগত কথা পাতি কোনো লাভ নাই' সিহঁতে কয়। মই কওঁ মোৰ লগত কথা নেপাতিলেই হয়। এইদৰেই সিহঁতে মোক নগুৰ-শাস্তি কৰে।"

"এতিয়া আপুনি যাব কলৈ?" নেক্লিউদভে সুধিলে।

"ঈশ্বৰে যলৈকে নিয়ে তলৈকে যাম। যেতিয়া কাম পাওঁ তেতিয়া কাম কৰোঁ আৰু কাম নহলে মাগি খাওঁ।"

বৃদ্ধই লক্ষ্য কৰিলে যে নাওখন পাৰ পাওঁ পাওঁ হল, তাৰপিচত বৈ থকা যাত্ৰীবিলাকৰ মাজত বৃদ্ধই যেন জয়লাভহে কৰিলে, তেনে দৃষ্টিৰে মানুহবোৰলৈ চাবলৈ ধৰিলে।

নাওখন পাৰত লাগিল। নেক্লিউদভে জেপৰ পৰা অলপ পইচা উলিয়াই বৃদ্ধক যাচিছিল, কিন্তু তেওঁ লবলৈ মান্তি নহল।

"মই এনেকুৱা পইচাপাতি গ্ৰহণ নকৰোঁ, কেৱল কটিহে লওঁ।"

"মাফ কৰিব।"

"আপোনাক মাফ কৰিবলগীয়া একো নাই। আপুনি মোৰ ওচৰত একো জগৰো লগোৱা নাই আৰু মোৰ ওচৰত কোনেও একো জগৰো লগাব নোৱাৰে।" বৃদ্ধই নমাই থোৱা জুলিটো পুনৰ পিঠিত বান্ধি ললে।

ইতিমধ্যে নাৱৰ আগফালে থকা গাড়ীবোৰ নামি গ'ল আৰু ঘোঁৰাবোৰ গাড়ীত লগাবলৈ ধৰিলে।

"আপুনিও যে বৃদ্ধৰ লগত মুখ পাতিলে দেখি মই আচৰিত হলোঁ।" নেক্লিউদভৰ গাৰোৱানজনে কলে।

নেক্লিউদভে নাৱৰীয়াক ভাৰা দি গাড়ীত উঠিল আৰু মন্তব্য কৰিলে, "ই হল এটা চাপ দি থোৱা ছিলা।"

## বাইশ

নাৱৰপৰা পাৰলৈ উঠাৰ লগে লগে গাৰোৱানটোৱে নেক্লিউদভক সুধিলে : "কোন হোটেললৈ আপোনাক নিব লাগিব ?"

"যিটোৱেই আটাইতকৈ ভাল।"

"চাইবেৰীয়ান হোটেলটো ভাল, কিন্তু দায়ুকভ্‌টোও বেয়া নহয়।"

"যিটোকে ভাল দেখা, তালৈকে ব'লা।"

গাৰোৱানটোৱে একাষত বহি গাড়ী খেদাই দিলে। নগৰখন সৰ্ব্ব-সাধাৰণ নগৰৰ দৰেই, ঘৰদুৱাৰবোৰ একে ধৰণৰ আৰু খিৰিকীবোৰ ওখ আৰু ঘৰৰ ওপৰভাগ সেউজীয়া ৰঙৰ। কেথেড্ৰেল বিলাক, দোকানী পোহাৰ, ৰাস্তা-পদূলি আটাইবোৰ অন্য নগৰৰ দৰেই। ৰাস্তাত থকা পুলিচবিলাকো একেই। প্ৰায় ঘৰবিলাক কাঠৰ। কিন্তু ৰাস্তাবিলাক কেঁচা। বহু মানুহৰ সমাগম হৈ থকা ৰাস্তাৰ কাষৰ হোটেল এটাৰ সমুখত গাড়ী থামিল। কিন্তু হোটেলত ঠাই নাই। তেতিয়া গাৰোৱানে নেক্লিউদভক অন্য এটা হোটেললৈ লৈ গ'ল। নেক্লিউদভেও সাধাৰণতে যেনে পৰিবেশত থাকি ভাল পায়, দুমাহৰ পিচত এই হোটেলত তেওঁ তেনে এটা পৰিবেশ পালে। হোটেলটো বেচ পৰিষ্কাৰ পৰিচ্ছন্ন আৰু থকা-মেলাৰ ব্যৱস্থাও সন্তোষজনক। দুমাহ ধৰি গাড়ীত আহি, গাঁৱলীয়া হোটেল আৰু জিৰণি শিবিৰবোৰত থাকি আৰু বহু দুখকষ্টৰ মাজেদি আহি, এই সৰু কোঠাটোত তেওঁৰ ভালেই লাগিল। জিৰণি শিবিৰবোৰত তেওঁৰ মূৰত বহু ওকণি লাগি আহিছিল। বহু কষ্ট কৰিও তেওঁ এই ওকণিবোৰ খেদাব পৰা নাছিল। গতিকে ওকণিবোৰ খেদোৱা হল তেওঁৰ প্ৰথম কাম। তাৰপিচত তেওঁ বয়-বস্তুবোৰ খিতাপি লগাই, স্নান কৰি, নতুন সাজপাৰ পিন্ধি ললে। নগৰীয়া সাজপাৰ, ষ্টাৰ্চ লগোৱা কামিজ, ইস্ত্ৰীকৰা ট্ৰাউজাৰ, এটা ফ্ৰককোট আৰু হলৌ চোলা পিন্ধি তেওঁ সেই নগৰত থকা গৱৰ্ণৰক দেখা কৰিবলৈ গ'ল। হোটেলৰ মালিকে ঘোঁৰাগাড়ী এখন অনাই দিলে। নেক্লিউদভে সেই গাড়ীত উঠি গৱৰ্ণৰক লগ ধৰিবলৈ যাত্ৰা কৰিলে। অলপ সময়ৰ পিচতে এটা ধুনীয়া আগচ'ৰা থকা ৰাজ-প্ৰাসাদৰ নিচিনা ঘৰৰ সমুখত আহি তেওঁৰ গাড়ীখন থমকি ৰল। ঘৰৰ সমুখত পুলিচ পহৰাৰো ব্যৱস্থা আছে আৰু ঘৰৰ আগ আৰু পিচত ফুলনীবাৰি।

গৱৰ্ণৰজনৰ শৰীৰ অসুখ। তেওঁ কোনো দৰ্শকক দেখা নকৰে বুলি

প্ৰহৰীয়ে জনালে। নেক্‌লিউদভে তেওঁৰ পৰিচয়-পত্ৰখন প্ৰহৰীৰ হাতত গৱৰ্ণৰলৈ দি পঠোৱাৰ পিচত প্ৰহৰীয়ে পুনৰ ওলাই আহি হাঁহিমাৰি কলে, "অনুগ্ৰহ কৰি আহক।"

ভিতৰৰ বহল কোঠাটো, তুৰৰী, অৰ্দ্দালি, খটখটি, নৃত্যৰ কোঠা, আৰু তাৰ মজিয়া আটাইবোৰ পিটাচ´বুৰ্গ চহৰৰ দৰে একেই। কিন্তু দেখাত সিমান পৰিষ্কাৰ নহয়।

নেক্‌লিউদভক অধ্যয়ন কোঠালৈ নৈ যোৱা হল।

গৱৰ্ণৰ জেনেৰেল মানুহজন ভেৰেহা, দেখাত মুখখন মুকলি। কপালত মাংসৰ থোপা পতা। নাকটো থোপোকা। মূৰত বিশেষ চুলি নাই—তপা। তেওঁ তাতাৰ চিল্কৰ গাউন এটা পিন্ধি, চিগাৰেট হুপি আছে। মাজে মাজে এঢোক এঢোক চাহ গিলি আছে, চাহৰ গিলাচৰ নালটো ৰূপ খটোৱা।

"আপোনাৰ ভালনে? ড্ৰেচিং গাউন পিন্ধি থকাৰ কাৰণে মাফ কৰিব। এই সময়ত আপোনাক লগ নোপোৱা হলেই ভাল আছিল।" ড্ৰেচিং গাউনটোৰ ডিঙিটো টানি জেনেৰেলে কলে, "মোৰ অলপ গা অসুখ, ঘৰৰ পৰা বাজ ওলোৱা নাই। এই দূৰ-প্ৰান্তলৈ আপোনাক কিহে টানি আনিলে।"

"মই কয়দী দল এটাৰ লগৰীয়া হৈ আহিছোঁ। এই দলটোৰ ভিতৰৰ এগৰাকীৰ লগত মোৰ ঘনিষ্ঠ সম্পৰ্ক আছে।" নেক্‌লিউদভে কলে, "মই মাননীয় গৱৰ্ণৰ বাহাদুৰক এই মানুহ গৰাকীৰ কাৰণই লগ ধৰিবলৈ আহিছোঁ। অৱশ্যে অহাৰ অন্য এটা কাৰণো আছে।"

জেনেৰেলে চিগাৰেটটোত আৰু এটা হোপা মাৰি, চাহ এঢোক গিলিলে। তাৰপিচত চিগাৰেটডাল 'এচট্ৰে'ত পেলাই দি একেথৰে নেকলিউদভৰ কথা শুনিবলৈ লাগিল।

জেনেৰেলজন আছিল শিক্ষিত ভদ্ৰলোক মানুহ। তেওঁৰ ধাৰণা যে সামৰিক বাহিনীৰ মানুহ হোৱা সত্ত্বেও, তেওঁলোকে উদাৰ নীতি গ্ৰহণ কৰিব পাৰে আৰু মানুহক মানৱোচিত ব্যৱহাৰ কৰি, এই দুয়োটাৰ সঙ্গতিৰক্ষা কৰি চলিব পাৰে। কিন্তু তেওঁ নিজে দয়ালু আৰু বুদ্ধিয়ক মানুহ হোৱা সত্ত্বেও, শেষত এনে সঙ্গতি ৰক্ষা কৰি চলা অসম্ভৱ বুলি ধাৰণা হ'ল। গতিকে তেওঁৰ নিজৰ অনুভূতিবিলাক ঢাকি ৰাখিবৰ কাৰণে, ক্ৰমে অতিপাত মদ্য পান কৰাত অভ্যস্ত হৈ পৰিল। পঁয়ত্ৰিশ বছৰ সামৰিক বাহিনীত কাম কৰাৰ পিচত, তেওঁ সুৰাপানৰ বিষাক্ত ফল ভুগিবলৈ ধৰিলে। ডাক্তৰ বিলাকে এনে অৱস্থাকে

মত্তাসক্তি বোলে। তেওঁ সৰ্ব্বদায় সুৰাপান কৰে আৰু অতি চোকাবিধৰ সুৰাহে তেওঁৰ ভাল লাগে। সুৰা নহলে তেওঁ চলিবই নোৱাৰে,' আৰেলি গঞ্জৰ্ড তেওঁ সদায় সুৰা পান কৰে। কিন্তু সেইবুলি তেওঁ চেতনা নেহেৰুৱায় বা ভুল নকৰে। তথাপি পুৰা বেলা তেওঁৰ লগত কথোপকথন কৰিবলৈ ভাল। তেওঁক যি কথা কোৱা যায়, তাক যুক্তি-সহকাৰে তেওঁ গ্ৰহণ কৰে। তেওঁৰ ওপৰৰ কৰ্তৃপক্ষই তেওঁক মাতাল বুলি জানে। তথাপি গৱৰ্ণৰৰ নিচিনা এটা গুৰুত্বপূৰ্ণ পদবীত তেওঁক বাহাল ৰখাৰ কাৰণ হল আনতকৈ তেওঁ এজন শিক্ষিত লোক আৰু মদ খালেও তেওঁ কৌশলেৰে আৰু ত্ৰুটি নোহোৱাকৈ কামবোৰ পৰিচালনা কৰে।

নেকলিউদভে কলে যে এগৰাকী নাৰী কয়দীৰ লগত তেওঁৰ স্বাৰ্থ জড়িত আৰু তাইৰ হকেই তেওঁ আহিছে। এই মানুহজনীক ভুলক্ৰমে দণ্ড দিয়া হয় আৰু এই দণ্ডৰ পৰা তাইক মুক্তি দিবৰ কাৰণে সম্ৰাটলৈ আবেদন কৰা হৈছে।

"অঁ ভাল বুজিলোঁ।" জেনেৰেলে কলে।

"পিটাৰ্চবুৰ্গত খবৰ লৈ মই জানি আহিছিলো যে সেই আবেদনৰ ফলাফল এই মাহতেই এই নগৰৰ ঠিকনাত মোলৈ পঠোৱা হব।"

জেনেৰেলে হাতখন মেলি টেবুলত থকা টিলিঙাটো বজাই দিলে আৰু নেকলিউদভৰ কথালৈকো কাণ দি, চিগাৰেট এডাল হুপি থাকিল।

"গতিকে মই অনুৰোধ কৰিব খোঁজো যে এই মানুহজনীৰ আবেদনৰ খবৰ নহালৈকে তাইক এই নগৰতে থাকিবলৈ দিব লাগে।"

এনেতে চাপ্ৰাচী এজন আহি উপস্থিত হল।

"চোৱা। আনা ভাছিলিয়ানা শুই উঠিলনে খবৰ লোৱা।" জেনেৰেলে চাপ্ৰাচীক কলে। "আৰু অলপ চাহ আন।" তাৰপিচত নেকলিউদভৰ ফালে ঘূৰি কলে, "অঁ আৰু কিবা আছেনে ?"

"মোৰ আনটো অনুৰোধ হল এজন ৰাজনৈতিক বন্দীৰ সম্পৰ্কে। তেওঁ এই কয়দী দলৰ লগতে আছে।"

"অঁ! হয়নে কি ?" মুৰত বৈশিষ্ট্যপূৰ্ণ জোকাৰ এটা মাৰি জেনেৰেলে কলে।

"তেওঁ গুৰুতৰ অসুখত পীড়িত। বাঁচি থকাৰ অলপো আশা নাই। সম্ভৱ এই নগৰৰ কোনো আস্পতালত তেওঁক এৰি থৈ যোৱা হব পাৰে।

পত্তিকে এগৰাকী ৰাজনৈতিক বন্দিনীয়ে পৰিচৰ্য্যাৰ কাৰণে তেওঁৰ লগত থাকি যাবলৈ ইচ্ছা কৰে।"

"বেমাৰীজন তাইৰ কোনো সম্বন্ধীয় লোকনে কি ?"

"নহয়। কিন্তু তাই সেই মানুহজনক বিবাহ কৰিবলৈ ৰাজি আছে, যদি তেনে সম্পৰ্ক স্থাপিত হলে তাই থাকি যোৱা সম্ভৱ হয়।"

জেনেৰেলৰ উজ্জ্বল চকুযুৰি তলৃতলকৈ মেলি নীৰৱে নেকৃলিউডভৰ কথা শুনি আছে, আৰু মাজে মাজে চিগাৰেটত টান দি আছে।

নেকৃলিউদভৰ কথাখিনি শেষ হলত, জেনেৰেলে টেবুলৰ পৰা কিতাপ এটা টান মাৰি আনি, আঙুলিৰে পাত লুটিয়াই শেষত বিবাহ সম্পৰ্কে থকা আইনৰ ধাৰাৰিলাক উলিয়াই পঢ়িবলৈ ধৰিলে।"

"এই মানুহজনীক কি দণ্ড দিয়া হৈছে ?"

"তাইৰ চাৰিবছৰ সশ্ৰম কাৰাদণ্ড।"

"বুজিলো। কিন্তু কথাটো হল যি ধৰণৰ দণ্ড দিয়া হয়, সেই দণ্ড অন্য এটালৈ পৰিবৰ্ত্তন কৰিব নোৱাৰি। বিবাহ হলেও নোৱাৰি।"

"হয় কিন্তু—।"

"ক্ষমা কৰিব। যদি মুক্ত মানুহ এজনেও বিবাহ কৰে, তেন্তে তেওঁও সেই পত্নীৰ লগত সেই দণ্ড ভোগ কৰিব লাগিব। প্ৰশ্ন হল শাস্তি কাৰ বেছি ? মানুহজনৰ নে মানুহজনীৰ ?"

"দুয়োজনকেই সশ্ৰম দণ্ড দিয়া হৈছে।"

"তেন্তে ভালেই। দুয়োজনৰ শাস্তি একেবিধৰ।" হাঁহিমাৰি জেনেৰেলে কলে, "কিন্তু দুয়োজনৰ শাস্তি একেধৰণৰ হলেও বেমাৰি বন্দীজন থাকি যাব পাৰে আৰু তেওঁৰ শুশ্ৰূষাৰ কাৰণে যি পৰা যায় কৰিব লাগিব। কিন্তু মানুহ জনীয়ে তেওঁক বিয়া কৰিলেও লগত থাকি যাব নোৱাৰে।"

"হাৰ্ এক্‌চেলেঞ্চীয়ে কফি খাইছে।" চাপ্ৰাচীয়ে আহি জনালেহি।

জেনেৰেলে মুৰ দুপিয়াই শলাগি পুনৰ আৰম্ভ কৰিলে, "বাৰু মই এই বিষয়ে ভাবিম। তেওঁলোকৰ নাম কি ? ইয়াত আপুনি লিখি দিয়ক।"

নেকৃলিউদভে নাম দুটা লিখি দিলে।

এই মুমূৰ্ষু মানুহজনক সাক্ষাৎ কৰিবলৈ নেকৃলিউদভে যি প্ৰাৰ্থনা জনাইছিল, তাৰ উত্তৰত জেনেৰেলে কলে, "মই সেই হুকুম দিব নোৱাৰোঁ, অৱশ্যে মই আপোনাক কোনো সন্দেহো কৰা নাই। আপুনি তেওঁৰ বিষয়ে আৰু

অভ্যন্তৰৰ বিষয়েও তত্বাৱধান লৈছে। আপোনাৰ টকা-পইচা আছে। আমাৰ ইয়াত টকা হলে অসাধ্য একো নাই, ওপৰৰ পৰা কোৱা হয় যে ঘোচ খোৱা বন্ধ কৰা। কিন্তু সকলোৱে যেতিয়া ঘোচ খায়, তেতিয়া মই অকলে ঘোচ খোৱা বন্ধ কৰিব পাৰোনে? নিম্নস্তৰৰ মানুহ বিলাকেতো ঘোচ বিচাৰিয়েই থাকে। তিনিহেজাৰ মাইল দূৰৈত এই ঘোচ খোৱা মানুহ কেনেকৈ বিচাৰি পাব। মই ইয়াত যেনেকুৱা বাহিৰত সকলোৱেই একোটি সৰু সুৰা 'জাৰ'।" এই বুলি জেনেৰেলে চেক্‌চেক্‌কৈ হাঁহিবলৈ ধৰিলে, "আপুনি সম্ভৱ ৰাজনৈতিক বন্দীবিলাকক দেখা কৰিবলৈ আহিছে, অলপ পইচা দিলেই অনুমতি পাব। হয় নে নহয়?" হাঁহি মাৰি কলে।

"হয়।"

"মই বুজিছো আপুনি ঘোচ দিবলৈ বাধ্য হৈছে। আপোনাৰ ৰাজনৈতিক বন্দী এজনৰ প্ৰতি পুতৌ হয় আৰু সাক্ষাৎ কৰিব খোজে। ইনস্পেক্টৰ আৰু কনভয় চিপাহীবিলাকে ঘোচ লয়; কিয়নো সিহঁতৰ দৰ্মহা একেবাৰে কম, দিনে চল্লিশ কোপেককৈহে পায়। সিহঁতৰ পৰিয়াল আছে। গতিকেই পইচা লবলৈ বাধ্য হয়। মইও যদি সিহঁতৰ বা আপোনাৰ অৱস্থাত পৰো, মইও এনেকুৱা নকৰি কি কৰিম? কিন্তু মোৰ নিচিনা গধুৰ দায়িত্বত থকা মানুহে আকৌ আইনৰ আখৰ এটাও লৰচৰ কৰিব নোৱাৰোঁ, অৱশ্যে মই মানুহ আৰু মোৰো মানুহৰ প্ৰতি দৰদ আছে। মই কাৰ্য্যপালিকাৰ সভ্য আৰু কিছু সৰ্ত্ত সাপেক্ষে দায়িত্ব আৰোপ কৰা হৈছে। মোৰ ওপৰত আৰোপ কৰা সৰ্ত্তবোৰ মানি চলিবই লাগিব। এতিয়া আপোনাৰ কাম হৈ গ'ল। বাৰু, ৰাজধানীৰ খবৰ কি?" জেনেৰেলে খবৰ জানিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে।

"বাৰু এটা কথা, আপুনি আছে ক'ত?" নেকৃলি-
লবলৈ থিয় হৈ গৱৰ্ণৰে সুধিলে। "আপুনি দায়ুক-
তাত থকাও এটা সাংঘাতিক কথা। আহক
ইয়াতে গ্ৰহণ কৰক। ঠিক পাঁচটা বজাত

"হয়! ইংৰাজী মই অলপ জানো, আৰু

"ভালেই হব, এজন ইংৰাজ ভ্ৰমণকাৰী ·
নিৰ্ব্বাসনৰ বিষয়ে [illegible]ৰ কাৰণে আ

বিলাকৰ অৱস্থাৰ সম্পৰ্কেও অধ্যয়ন কৰিছে। তেওঁকো আজি গধূলি ইয়াতে খাবলৈ নিমন্ত্ৰণ কৰা হৈছে। গতিকে আপুনি আহিলে তেওঁকো লগ পাব। আমি পাঁচ বজাত খাওঁ আৰু আমাৰ গৃহিণীয়ে খুব নিয়মানুবৰ্ত্তিতা মানি চলে, তেতিয়া মই সেই মানুহজনী আৰু বেমাৰী মানুহজনৰ সম্পৰ্কেও আপোনাক জনাম। বোধহয় তেওঁৰ লগত কোনোবা এজনক থৈ যোৱাৰ ব্যৱস্থা কৰিব পৰা হব।"

. নেকৃলিউদভে জেনেৰেলৰ পৰা বিদায় লৈ ওলাই আহিল আৰু মনত বেচ স্ফূৰ্ত্তি লাগিল। তেওঁ পোনে পোনে ডাকঘৰলৈ যাত্ৰা কৰিলে।

ডাকঘৰটো চাপৰ। বাহিৰত মানুহৰ জুম, কাউণ্টাৰৰ পাচফালে বহি কিছুমান বিষয়াই কাম কৰি আছে আৰু যাক যি লাগে দি আছে, এজনে কুজা হৈ বহি কাকত-পত্ৰবোৰত ষ্টাম্প মাৰি আছে। নেকৃলিউদভে বেছি পৰ ৰব লগা নহল। তেওঁৰ নামটো কলতেই, তেওঁলৈ অহা গোটেইখিনি চিঠিপত্ৰ আগবঢ়াই দিলে। তেওঁৰ নামত ভালেমান চিঠিপত্ৰ, টকাপইচা, কিছুমান কিতাপ, আৰু এখন আলোচনী আহিছিল। তেওঁ গোটেইখিনি ডাক লৈ ইখন-সিখনকৈ মেলি, বেঞ্চ এখনত বহি চাবলৈ ধৰিলে। তাৰ ভিতৰত ধুনীয়া খামত ভৰোৱা এখন ৰেজিষ্ট্ৰী চিঠিও আছিল। ওপৰৰ ছিলটো ধুনীয়াকৈ মৰা। তেওঁ ছিলটো ভাঙি ভিতৰৰ পত্ৰখন উলিয়ালে। পত্ৰখন চেলিনিনৰ পৰা আহিছিল। তেওঁৰ বুকু টিপ্‌টিপাই গ'ল। মুখ ৰঙা পৰিল। তেওঁৰ যেন দম বন্ধ হৈ যাব। কাটুৎচাৰ আবেদনৰ খবৰ আহিছে। খবৰটো কি? ডিচ্‌মিচ্ হোৱা নাইতো? তেওঁ ততাতৈয়াকৈ চিঠিখনত চকু ফুৰাই গ'ল। চিঠিৰ আখৰবোৰ ধুনীয়া আৰু বেচ পৰিষ্কাৰকৈ লিখা। পত্ৰখন পঢ়ি ...শিৰ নিশ্বাস এৰিলে। আবেদনৰ উত্তৰ সন্তোষজনক।

...চেলিনিনে লিখিছে, "শেষবাৰ আমি কথাবতৰা পাতোতে ...দকৈ এটা ছাপ বহুৱাইছিল। মাচ্‌লভা সম্পৰ্কে ...গোচৰৰ কাকতপত্ৰ সাৱধানেৰে পঢ়ি দেখিলোঁ ...ছে। ইয়াৰ প্ৰতিকাৰ একমাত্ৰ আবেদন ...of Petition) প্ৰতিকাৰ কৰিব পাৰে। ...ন দাখিল কৰিছিল, আবেদন পৰ্য্যালোচনা ...কৰিছিলোঁ। তাইৰ দণ্ডৰ লাঘৱ হোৱা

হুকুমৰ নকল এটা ইয়াৰ লগতে পঠালোঁ। আপোনাৰ মাইীয়েক কাউণ্টেচ কেটেৰিণাৰ পৰা ঠিকনাটো লৈ এই কাকতপত্ৰবোৰ পঠালোঁ। কিন্তু মূল হুকুমটো বিচাৰৰ পূৰ্ব্বে তাই যি জেলত আছিল, তালৈ পঠোৱা হৈছে। তাৰপৰাই চাইবেৰিয়াৰ চৰকাৰী অফিচলৈ সত্বৰ পঠোৱা হব। এই শুভ সংবাদ আপোনালৈ পঠাবলৈ পাই নথৈ ৰং পাইছো। নমস্কাৰ লব।

ইতি—আপোনাৰ চেলিনিন্।"

মূল হুকুমটোত লিখি আছিল যে মেচ্ চেঙ্কা কেটেৰিণা মাচ্‌লভাই যি আবেদন কৰিছিল, সেই আবেদন মঞ্জুৰ কৰা হৈছে আৰু তাইৰ সশ্ৰম দণ্ডৰ ঠাইত, চাইবেৰিয়াৰ ওচৰৰ অঞ্চল এটালৈ নিৰ্ব্বাসন কৰা হৈছে।

এইটো এটা আনন্দদায়ক আৰু বিশেষ প্ৰয়োজনীয় বাতৰি। নেক্‌লিউদভে নিজৰ কাৰণে আৰু মাচ্‌লভাৰ কাৰণে যি আশা কৰিছিল, সি বাস্তৱত পৰিণত হৈছে। অৱশ্যে এইটো সঁচা যে, তেওঁৰ কাৰণে এই পৰিস্থিতি জটিলতাপূৰ্ণ হৈ পৰিছে, কিয়নো তাই কয়দী হৈ, জেলত বন্ধ হৈ থকাহেঁতেন বিবাহৰ কোনো অৰ্থ নাছিল; কিন্তু এতিয়া একেলগে থাকি বসবাস কৰাৰ কোনো বাধা নাই। তাৰবাবে তেওঁ সাজু হৈও অহা নাছিল। ইয়াৰ উপৰিও চাইমনচনৰ লগত তাইৰ সম্পৰ্ক কি হব? কালি তাই যিদৰে প্ৰত্যুত্তৰ দিলে, তাৰেই বা অৰ্থ কি? চাইমনচনক তাই যদি বিয়া কৰায়, ই শুভ হবনে অশুভ হব? এইবিলাক প্ৰশ্নৰ সঠিক উত্তৰ নেপাই তেওঁ ভাবিলৈ এৰি দিলে, 'ক্ৰমে সময়ৰ সোঁতত এইবোৰ পৰিষ্কাৰ হৈ যাব।' তেওঁ ভাবিলে, "মই এতিয়া এইবোৰ বিষয়ে ভবাৰ দৰকাৰ নাই। কিন্তু এই শুভ সংবাদটো সোনকালে তাইক দিব লাগে আৰু তাইক মুক্ত কৰিব লাগে।" তেওঁ ভাবিলে যে হুকুমৰ যিটো নকল তেওঁ পাইছে, তাইক মুক্ত কৰিবৰ কাৰণে ইয়েই যথেষ্ট হব; গতিকে ডাকঘৰৰ পৰা ওলায়েই তেওঁ কচোৱানটোক জেলখানাৰ ফালে গাড়ী খেদাবলৈ হুকুম দিলে।

জেলত তাইক সাক্ষাৎ কৰিবলৈ যদিও তেওঁ গৱৰ্ণৰৰ পৰা অনুমতি অনা নাছিল, তথাপি তেওঁ অভিজ্ঞতাৰ পৰা জানিছিল যে উচ্চ স্তৰৰ বিষয়াতকৈ, নিম্নস্তৰৰ কৰ্মচাৰী সকলৰ পৰা অনায়াসে হুকুম পাব পাৰি, গতিকে জেলত সোমাই কাটুৎচাক এই আনন্দৰ বাতৰিটো দিবৰ কাৰণে তেওঁ জেলৰ ফালে ধাবিত হল। লগতে তেওঁৰ ইচ্ছা জীলৎসৱৰ স্বাস্থ্যৰ খবৰ লোৱা আৰু যেৰীয়া পাভলভনা তেওঁৰ লগত থাকি যোৱা সম্পৰ্কে যি মতামত দিছে তাকো জনোৱা।

জেল-ইনস্পেক্টৰজনক তেওঁ লগ ধৰিলে। মানুহজনৰ গোঁফকোচা যেনুভিৰীয়া আৰু ডাড়িও আছে। দেখাত ওখ আৰু মুখৰ চেহেৰা গহীন গম্ভীৰ। তেওঁ পোন্দোৱাকৈ নেক্লিউদভৰ ফালে চালে। তেওঁ খাটাংকৈ কলে যে কোনো বাহিৰা মানুহক সাক্ষাৎ কৰিবলৈ তেওঁ অনুমতি দিব নোৱাৰে, সাক্ষাৎ কৰিবলৈ হলে তেওঁ ওপৰৱালাৰ পৰা অনুমতি আনিব লাগিব। নেক্লিউদভে কলে যে ৰাজধানীতো তেওঁক সাক্ষাৎ কৰিবলৈ দিয়া হৈছিল। তাৰ উত্তৰত ইনস্পেক্টৰে কলে যে ৰাজধানীত দিলেও তেওঁ দিবলৈ অপাৰগ। লগতে ইনস্পেক্টৰে আৰু যোগ দি কলে, "মহানগৰীৰ মানুহবোৰে এইদৰে আমাক ভোদা বনাব খোজে; কিন্তু আমি এই পুব চাইবেৰিয়াত থাকি, আইন কি বুজি পাওঁ আৰু দৰকাৰ হলে কাৰবাক শিকাই দিব পাৰোঁ।"

সম্রাটৰ ওচৰৰ পৰা অহা দলিলখনৰ নকল দেখুৱাতো কোনো ফল নধৰিলৈ, ইনস্পেক্টৰে নেক্লিউদভক সাক্ষাতৰ হুকুম নিদিওঁ বুলি কোৱামুঠিয়াকৈ ধৰিলে। সম্রাটৰ অফিচৰ নকলখনে যে মুক্তি দিব পাৰে বুলি নেক্লিউদভে ভাবি আহিছিল, সেই কথা ইনস্পেক্টৰে বিদ্রূপৰ সুৰত উকৰাই দিলে। তেওঁ কলে যে কোনো কয়দীক মুক্তি দিবলৈ হলে, ওপৰৱালাৰ পৰা তেওঁ সেই আদেশ পাব লাগিব। কেৱল এটা কথাত তেওঁ সন্মতি দিলে যে দণ্ড লাঘৱ হোৱা খবৰটো মাচলাভাক দিব পাৰিব আৰু তেওঁ এই প্ৰতিশ্ৰুতি দিব পাৰে যে তেওঁৰ ওপৰৱালাৰ পৰা আদেশ আহিলে এক মিনিট দেৰী নকৰাকৈ তেওঁ তাইক মুক্তি দিব।

ক্ৰীলৎসৱৰ সম্পৰ্কে তেওঁ একো কবলৈ ৰাজি নহল। আনকি এনে বন্দী আছে বুলিয়েই তেওঁ নেজানে। আচলতে নেক্লিউদভৰ এইবোৰ প্ৰচেষ্টা বৃথাই গ'ল। তেওঁ ততালিকে উভতি আহি, গাড়ীত উঠি হোটেললৈ ঘুৰি আহিল।

এই ইনস্পেক্টৰজন ইমান কঠিন হোৱাৰ আচল কাৰণ হল, জেলৰ ভিতৰত বহু কয়দীৰ সন্নিপাত জ্বৰ হৈছে। জেলখনত তিলমানো ঠাই নাছিল, যিমান মানুহ থাকিব পাৰে, তাৰ দুগুণ মানুহ ইয়াত ৰখা হৈছে।

নেক্লিউদভৰ ঘোঁৰা গাড়ীখনৰ কচোৱানজনে কলে, 'কি কব চাৰ! এই জেলত বোলো কিবা এটা মহামাৰীয়ে দেখা দিছে, প্ৰতিদিনে কুৰিয়ে কুৰিয়ে মানুহৰ মৃত্যু হৈছে।"

## চৌবিশ

জেলত নেক্‌লিউদভে সেইদিনা সাক্ষাৎ কৰিব নোৱাৰা সত্ত্বেও, তেওঁৰ মনৰ উৎসাহ আৰু প্ৰফুল্লতা কমা নাছিল। তেওঁ মাচ্‌লভাৰ মুক্তিৰ আদেশৰ মূল দলিলখনৰ খা-খবৰ লবৰ কাৰণে গৱৰ্ণৰৰ অফিচলৈ গ'ল। কিন্তু তেতিয়াও দলিলখন অফিচত পোৱাই নাই, নেক্‌লিউদভ পুনৰ অফিচলৈ ঘূৰি আহিল। তেওঁ ভতালিকে চেলিনিনলৈ এখন পত্ৰ লিখিলে। চিঠি লিখি শেষ কৰি, ঘড়ীটো চাই দেখিলে যে গৱৰ্ণৰৰ প্ৰাসাদত সান্ধ্য ভোজনলৈ যাবৰ হ'ল।

বাটত তেওঁৰ পুনৰ মনত পৰিল, কাটুৎচাই দণ্ড লাঘৱৰ খবৰটো কেনেভাৱেৰে গ্ৰহণ কৰিব। তাই বসতি কৰিব ক'ত? চাইমনচনৰ কি হ'ব? তাইৰ লগত তেওঁৰ সম্পৰ্কইবা কেনে ধৰণৰ হব? তেওঁৰ আৰু মনত পৰিল তাইৰ বৰ্ত্তমান পৰিবৰ্ত্তনবোৰ আৰু অতীতৰ বহু স্মৃতি আহি তেওঁৰ মন ভৰি পৰিল।

'বৰ্ত্তমান মই এই কথাবোৰ পাহৰি থকাই ভাল।' তেওঁ ভাবিলে। তেওঁৰ মনৰ পৰা কাটুৎচাক আঁতৰাবলৈ তেওঁ চেষ্টা কৰিলে। 'যেতিয়া সময় হব, তেতিয়া বাকু যি কৰিব লাগে কৰিম।' তেওঁ নিজকে নিজে কলে। তাৰপিচত গৱৰ্ণৰক তেওঁ কি কব সেই কথাবোৰ মনতে জুকিয়াই •লে।

জেনেৰেলৰ ঘৰত যেনে বিলাসিতাৰে সান্ধ্য ভোজৰ আয়োজন কৰিছিল, তেনে ভোজনৰ অভিজ্ঞতা তেওঁৰ আছে। কচ-দেশৰ অভিজাত আৰু ধনী পৰিয়ালবিলাকৰ ভোজনৰ আযোজন এনেকুৱাই হয়। বহুদিন তেওঁ এনেকুৱা ভোজনৰ পৰা বঞ্চিত হৈ আছিল। আৰু আজি এই ভোজনৰ আয়োজন দেখি তেওঁ বেচ আমোদ পাইছিল। কিয়নো এই ভ্ৰমণ কাল চোৱাত তেওঁ অতি সাধাৰণ সুখ সুবিধাও পোৱা নাছিল।

গৱৰ্ণৰৰ পত্নী গৰাকী সম্মানিত বংশৰ কন্যা। 'পিটাচ'বুৰ্গৰ এটি পুৰণা পৰিয়ালত জন্ম। সম্ৰাট প্ৰথম নিকলাচৰ ৰাজ-দৰবাৰত তেওঁ এগৰাকী সম্মানিত গায়ক আছিল। মহিলা গৰাকীৰ ফৰাচী ভাষাত ব্যুৎপত্তি আছিল; কিন্তু কচ ভাষা খুব ভালদৰে কব নোৱাৰিছিল। মানুহ গৰাকীয়ে কঁকাল পোনাই খোজ দিয়ে আৰু বাওঁহাতে হাত মুখন কঁকালত পেলাই যায়। 'স্বামীৰ প্ৰতি বিশেষ

ভাল ভাব নহলেও, আলহীব প্ৰতি বেচ দৰদী। তথাপি আলহীৰ অৱস্থা ভেদে তেওঁৰ ব্যৱহাৰো সলনি হয়, কিন্তু নেকৃলিউদভক তেওঁলোকৰ সমকক্ষ এজন লোক বুলিয়েই সম্ভাষণ জনালে। নেকৃলিউদভৰ প্ৰতি যেনেকুৱা তোষণ আৰু আদৰ দেখুৱালে, সেইবিলাকে তেওঁৰ পূৰ্ব্বৰ গুণাগুণবোৰ স্মৃতিলৈ আনি দিয়াত তেওঁৰ ভালেই লাগিল।

মহিলা গৰাকীয়ে আকাৰে-ইঙ্গিতে প্ৰকাশ কৰিছিল যে নেকৃলিউদভ্ এনে এটা বৈশিষ্টপূৰ্ণ গুণৰ অধিকাৰী, যাৰ ফলত তেওঁ আহি এই সুদূৰ চাইবেৰীয়াত উপস্থিত হৈছে। তেওঁ যে এই বিশিষ্টতা সম্পৰ্কে অচেতন এনে নহয়, এই কথাত তেওঁৰো ভালেই লাগিছিল। এনেকুৱা ভদ্ৰতা সুলভ তোষণ, জেনেৰেলৰ বাস-স্থানৰ বিলাসিতা, মনোৰম পৰিবেশ, সুস্বাদু আহাৰ্য, ভদ্ৰ আৰু অভিজাত পৰিয়ালৰ লগত আলোচনা, আটাইবিলাকে তেওঁক এনেকুৱা অভিভূত কৰিলে যে তেওঁ যেন যোৱা দুমাহৰ দুঃখকষ্ট পাহৰি সপোনৰ প্ৰবাহে স্নাৰ পালে।

গৱৰ্ণৰ আৰু গৱৰ্ণৰ-পত্নীৰ বাদেও, ভোজনত উপস্থিত আছিল গৱৰ্ণৰৰ জীয়েক আৰু জোৱাঁয়েক ( এজন Aide-de-Camp ), এজন ইংৰাজ, এজন স্বৰ্ণব্যৱসায়ী সদাগৰ আৰু সুদূৰ চাইবেৰিয়াৰ গৱৰ্ণৰ। এই আটাইবিলাক মানুহক লগ পাই নেকৃলিউদভৰ ভালেই লাগিছিল।

ইংৰাজজন হল স্বাস্থ্যৱান মানুহ। মুখখন ৰঙা। ফৰাচী ভাষা ভালকৈ কব নোৱাৰে। কিন্তু নিজৰ ভাষাত অসাধাৰণ ব্যুৎপত্তি। মানুহজনে বহু দেশ ভ্ৰমণ কৰিছে, অভিজ্ঞতাও লাভ কৰিছে বহুত। তেওঁ আমেৰিকা, ভাৰত, জাপান আৰু চাইবেৰিয়া সম্পৰ্কে বহু আমোদজনক কথা কব পাৰে।

উপস্থিত সকলোৱেই নেকৃলিউদভক শ্ৰদ্ধা সহকাৰে ব্যৱহাৰ কৰিছিল। তেওঁলোকেও তেওঁৰ লগত চিনা পৰিচয় হবলৈ পাই বেচ সন্তোষিত। জেনেৰেলে তেওঁৰ ইউনিফৰ্ম্ম আৰু শ্বেত-ক্ৰচ্ছ পৰিধান কৰি, সকলো আলহীকে অভ্যৰ্থনা জনাই, একাষৰ টেবুল এখনত বহি সকলোকে ভদকা একোকাপ পান কৰিবলৈ আহ্বান কৰিলে।

পুৱা জেনেৰেলৰ ঘৰৰ পৰা ওলাই গৈ নেকৃলিউদভে কি কি কাম কৰিলে, সেই সম্পৰ্কে জেনেৰেলে বুজ ললে। নেকৃলিউদভে উত্তৰ দিলে যে ওলায়ে পোনপ্ৰথমে তেওঁ ডাকঘৰলৈ গ'ল আৰু তাতেই চিঠি এখন পাই জানিব

পাৰিলে যে তেওঁ উল্লেখ কৰা মানুহজনীৰ দণ্ড লাঘৱ হ'ব। লগতে তেওঁ পুনৰ জেলত সাক্ষাৎ কৰিবৰ কাৰণে অনুমতিও বিচাৰিলে।

ভোজনৰ সময়ত সেই একে কথাকে উলিওৱাত জেনেৰেলে বেয়া পালে। তেওঁ মুখখন ওফোন্দাই পেলালে আৰু একো উত্তৰ নিদিলে।

"বাৰু ভদকা এগিলাচ পান কৰক।" বুলি টেবুলৰ কাষলৈ অহা ইংৰাজ জনক কলে। ইংৰাজজনও ভদ্‌কা গিলাচ পান কৰি কলে যে তেওঁ কেথেড্ৰেল আৰু ফেক্টৰী দৰ্শন কৰিলে। পিচে তেওঁ বিৰাটাকাৰ নিৰ্ব্বাসন কাৰাগাৰ-বিলাকো চাবলৈ ইচ্ছা কৰে।

"অঁ, সেইটো আপোনাৰ চাবলগীয়া বিষয়েই।" জেনেৰেলে নেক্‌লিউদভক কলে, "আপোনালোক দুয়ো একেলগেই যাব পাৰিব। এখেত সকলক একোখন অনুমতিপত্ৰ দি দিবা।" গৱৰ্ণৰে 'আইদ-দা-কেম্প'ক কলে।

"আপুনি কোন সময়ত যাবলৈ ইচ্ছা কৰে?" নেক্‌লিউদভে ইংৰাজজনক সুধিলে।

"মই আবেলি সময়ত হলেই ভাল পাম। কিয়নো সেই সময়ত সকলো মানুহ থুপ খাই থাকে। তেতিয়া মানুহখিনিক আচল ৰূপত দেখা যায়।"

"অঁ, এখেতে জেলৰ গোটেইখিনি জেউতি চাব খোজে। বাৰু চাওক। জেলৰ অৱস্থাৰ উন্নতিৰ কাৰণে মই বহুত লিখালিখি কৰিছোঁ। কিন্তু সিহঁতে মোৰ কথালৈ লেশমাত্ৰও কাণ্ণষাৰ নকৰে। গতিকে বিদেশী বাতৰি কাকতে কি কয় তাৰপৰাই সিহঁতে বুজক।" জেনেৰেলে কলে।

তাৰপিচত তেওঁ অতিথি সকলক লৈ ভোজনৰ টেবুলত বহিল, গৱৰ্ণৰ-পত্নীয়ে নিজৰ নিজৰ আসন দেখুৱাই দিলে।

নেক্‌লিউদভে গৱৰ্ণৰ গৃহিণী আৰু ইংৰাজ জনৰ মাজত বহিছিল, তেওঁলোকৰ বিপৰীতফালে গৱৰ্ণৰৰ জোঁৱায়েক আৰু পেঞ্চন প্ৰাপ্ত এজন ডাইৰেক্টৰ। খোৱাৰ সময়ত বিভিন্ন ধৰণৰ আলোচনা সমালোচনা চলিল। তাৰপিচত ইংৰাজজনে ভাৰতৰ কথা কলে। কিন্তু সেই সময়ত চলি থকা টংকিন অভিযানটো জেনেৰলে নিন্দা কৰিলে। তাৰপিচত ওলাল চাইবেৰিয়াত ব্যাপক ভাৱে চলি থকা চোৰ খোৱা আৰু দুৰ্নীতিৰ কথা। কিন্তু এইবিলাক আলোচনাত নেক্‌লিউদভে অলপো ৰস নেপালে।

কিন্তু সান্ধ্যভোজনৰ শেষত, তেওঁলোকে কফি পান কৰোতে

নেক্লিউদভ, গৱৰ্ণৰ-গৃহিণী আৰু ইংৰাজজনৰ মাজত 'গ্লেড্ষ্টোন'ক লৈ এটা সুন্দৰ আলোচনা চলিল।

এই মনোৰম ভোজন আৰু সুৰাপানৰ পিচত আৰামীচকী এখনত বহি, এঢোক এঢোককৈ কফি পান কৰি নেক্লিউদভৰ খুব ভাল লাগিছিল, বিশেষকৈ সদবংশজাত আৰু এনেকুৱা মিষ্টভাষী মানুহখিনিৰ লগত।

ইংৰাজজনৰ অনুৰোধত গৱৰ্ণৰ পত্নীকে অৱসৰপ্ৰাপ্ত ডাইৰেক্টৰজনৰে সৈতে পিয়ান'ৰ ওচৰলৈ গৈ, 'বিথ'ভেন'ৰ পঞ্চম ৰাগিণীৰ ঝঙ্কাৰ তুলিলে। এনেকুৱা পৰিবেশত পৰি নেক্লিউদভৰ, মনটো আৰু প্ৰফুল্ল হৈ পৰিল। বহুদিন ধৰি তেওঁৰ এনে পৰিবেশ অচিনাকী হৈ পৰিছিল। তেওঁ যেন পুনৰ আজিহে গম পালে তেওঁ কেনেকুৱা এজন ভদ্ৰ-বংশৰ মানুহ।

এই বৃহৎ পিয়ানটো অতি উত্তম আছিল আৰু বিথ'ভেনৰ ৰাগিণীটোৰ প্ৰতি সুন্দৰ লহৰ বাজি উঠিছিল। নেক্লিউদভে পূৰ্ব্বৰ পৰাই এই ৰাগিণীটো খুব ভাল পাইছিল।

নেক্লিউদভে গৱৰ্ণৰ-পত্নীক এই তৃপ্তিদায়ক ভোজনৰ কাৰণে ধন্যবাদ দিলে। বহুদিন এনে ভোজন তেওঁ কৰাই নাছিল। এনেকৈ গৱৰ্ণৰৰ জীয়েকে বেগাবেগিকৈ আহি লাজকুৰীয়া ভাৱত কলে, "আপুনি মোক লৰা-ছোৱালীৰ কথা সুধিছিল। আহক! সিহঁতক চাই যাব।"

"তাই ভাবে যে তাইৰ ল'ৰা-ছোৱালী হাল সকলোৱে চাবলৈ ইচ্ছা কৰে।" হাঁহি মাৰি গৱৰ্ণৰ-গৃহিনীয়ে কলে। "ৰাজকুমাৰে তোমাৰ ল'ৰা-ছোৱালী চাবলৈ ইচ্ছা নকৰে।"

"নহয়! মোৰ চাবলৈ খুব ইচ্ছা।" নেক্লিউদভে কলে। সন্তানৰ প্ৰতি মাতৃৰ স্নেহ দেখি অভিভূত হৈ নেক্লিউদভে কলে, "ব'লা! মই চাই আহোঁ।"

গৱৰ্ণৰে কাৰ্ডটেবুলত তেওঁৰ জোঁৱায়েক আৰু স্বৰ্ণ-ব্যৱসায়ী সদাগৰজনৰে সৈতে বহি আছিল। জীয়েকৰ কাণ্ড দেখি গৱৰ্ণৰে ঢেক্ঢেক্কৈ হাঁহি কলে, "তাই ৰাজকুমাৰক কেচুৱাহাল দেখুৱাবলৈ লৈ গ'ল। য'ক য'ক। চাই আহক। আপোনাৰ স্নেহ নিবেদন কৰি আহক।"

গৱৰ্ণৰ-কন্যাই, সন্তানকিটিৰ সম্পৰ্কে এতিয়াই মতামত পাব বুলি, তাইৰ মন উতলা হৈ পৰিল। তাই লৰালৰিকৈ ভিতৰৰ কোঠা এটালৈ সোমাই গ'ল আৰু পিচে পিচে গ'ল নেক্লিউদভ। তৃতীয় কোঠাটো বেচ ওখ। বেৰবিলাক বগা কাকতৰে ঢকা। ঢাকনি দিয়া লেম্প এটা জ্বলি আছে। দুখন বিছনাৰ

মাজত এগৰাকী নার্চে, বগা মস্তকাৱৰণ এখন পৰিধান কৰি ৰহি আছে। চেহেৰাত নার্চগৰাকী বেচ স্নেহশীল আৰু চাইবেৰিয়ান বুলি ধৰিব পাৰি। গালৰ হাড়বিলাক উঠা। নেক্‌লিউদভক দেখি তাই থিয় হৈ সম্ভাষণ জনালে। প্ৰথম বিচনাখনতেই দুবছৰীয়া ছোৱালীজনীয়ে মুখখন মেলি টোপনিত লাল কাল গৈ আছে। তাইৰ কেঁকোৰা চুলি বিলাক গাৰুত পৰি আছে। 'মাকে বিছনাৰ ওচৰলৈ গৈ কুজা হৈ কলে, "এইয়া কত্যা!" এই বুলি ভৰিৰ ফালে কেচুৱাটোৰ গাৰ কাপোৰখন টানি দিলে।

"বাৰু! তাই ধুনীয়া নহয়নে? এতিয়া বয়স দুবছৰ।"

"অ' নিশ্চয়! বেচ মৰমলগা!"

"আৰু এইযা 'ভাছিয়ুক'। ককাকে এই নাম দিছে। ইয়াৰ সম্পূর্ণ বেলেগ ধৰণৰ চাইবেৰীয়ান চেহেৰা হৈছে, নহযনে?"

"বেচ সুন্দৰ! বেচ ধুনীয়া।" নেক্‌লিউদভে মন্তব্য দিলে।

এটা গৰ্ব্বৰ হাঁহিমাৰি মাকে কলে, "হয়!"

নেক্‌লিউদভৰ অন্য এটা দৃশ্য বাৰে বাৰে মনলৈ আহিছিল। সেইটো হল সেই ডাণ্ডাবিৰি লগাই থোৱা, চুলি খুৰাই দিয়া, পৰস্পৰৰ ভিতৰত যুঁজ বাগৰ কৰা অধঃপতিত কয়দী বিলাকৰ দৃশ্য। মুমূর্ষু ক্ৰীলৎসৱৰ, কাটুৎচা, তাইৰ গোটেই অতীতৰ ঘটনাবোৰ তেওঁৰ মনত ভাহি উঠিল। ভাহি উঠিল সেই কয়দী বজ্‌বিকভৰ অকণমানি ছোৱালীজনৰ কথা।

এই সন্তান দুটি লৈ মাকৰ যি পবিত্ৰ আৰু নির্মল সুখ, প্ৰত্যেক মানুহৰ তেনে সুখেই কাম্য, এনে সুখ দেখি নেক্‌লিউদভৰ যেন হিংসাহে হয়!

তেওঁ সন্তান দুটিৰ প্ৰতি প্ৰশংসাত পঞ্চমুখ হৈ মাকক সন্তোষ দিলে। তাৰ পিচত গৱৰ্ণৰ কন্যাৰ পিচে পিচে ড্ৰইং-ৰুমলৈ আহিল। ইয়াতেই কাৰাগাৰলৈ যাবৰ কাৰণে ইংৰাজজন অপেক্ষা কৰি আছিল। গৱৰ্ণৰ আৰু গৱৰ্ণৰ-পত্নীৰ পৰা তেওঁলোকে উভয়ে বিদায় ললে আৰু কাৰাগাৰ অভিমুখে যাত্ৰা কৰিলে।

ইতিমধ্যে বাহিৰত বৰফ-বৃষ্টি হৈ ৰাস্তা-ঘাট, গছগছনি, ঘৰদুৱাৰ, আটাইবোৰ বৰফেৰে ঢাক খাই পৰিছিল। গাড়ীৰ চৈবোৰ বৰফেৰে বগা আৰু আনকি ঘোঁৰাৰ পিঠিতো বৰফ পৰি বগা হৈ পৰিছিল।

ইংৰাজজনৰ নিজৰ ঘোঁৰা গাড়ী এখন আছিল। গাড়ীখন জেললৈ লৈ যাবলৈ কৈ, নেক্‌লিউদভেও নিজৰ গাড়ীত উঠি বহিল। কচোৱানে গাড়ী খেদাই দিলে।

## পঁচিশ

জেলখনৰ ঘৰবোৰ অত্যন্ত কুৰূপ। সমুখত এজন প্ৰহৰী থিয় হৈ আছে। এটা সৰু লেম্প গেটত আঁৰা আছে। ওখ খিৰিকী বিলাকত, ঘৰৰ চাল, দেৱাল আৰু পাৰ্টিক' বিলাকত এটা বগা লেপন দিয়া আছে। পুৱাতকৈ এই সন্ধিয়া ঘৰবোৰ দেখিবলৈ আৰু কুৰূপ হৈ পৰিল।

জেল ইনস্পেক্টৰজনে ভিতৰৰ পৰা ওলাই আহি, লেম্পৰ পোহৰত নেক্‌লিউদভ আৰু ইংৰাজজনৰ অনুমতিপত্ৰ দুখন পঢ়ি চাই, আচৰিত হোৱাৰদৰে গাত জিকাৰ এটা মাৰিলে। কিন্তু গৱৰ্ণৰৰ হুকুম মান্য কৰি, তেওঁলোকক পিচে পিচে আহিবলৈ তেওঁ অনুৰোধ কৰিলে। চোতালৰ মাজেদি ইনস্পেক্টৰে তেওঁলোকক লৈ গ'ল। তাৰপিচত সোঁফালৰ দৰজা এখন পাৰ হৈ, খট্‌খটিয়েদি অফিচ কোঠালৈ তেওঁলোকক লৈ গ'ল, বহিবলৈ আসন দি ইনস্পেক্টৰে তেওঁলোকক প্ৰশ্ন কৰিলে তেওঁনো কি সহায় কৰিব পাৰে। নেকৃলিউদভে মাচলভাক লগ পোৱাৰ কথা কলত ততালিকে ৱাৰ্ডাৰ এজন পঠাই দিলে। তাৰপিচত ইংৰাজ জনে সোধা প্ৰশ্নবোৰৰ উত্তৰ দিবলৈ সাজু হল, নেকলিউদভে দোভাষীৰ কাম হাতত ললে।

"এই জেলখন কিমান মানুহ থাকিবৰ কাৰণে সজা হৈছিল?" ইংৰাজনে সুধিলে।

"বৰ্ত্তমান ইয়াত কিমান বন্দী ৰখা হৈছে? পুৰুষ কিমান? তিৰোতা মানুহ কিমান? ল'ৰা-ছোৱালী কিমান? কঠিন সশ্ৰম দণ্ডেৰে দণ্ডিত কিমান? কিমানক নিৰ্ব্বাসন দিয়া হৈছে? বেমাৰী আছে কিমান?"

এই প্ৰশ্নবোৰ নেক্‌লিউদভে ইংৰাজীৰ পৰা অনুবাদ কৰি দিলে আৰু প্ৰশ্নোত্তৰ বিলাকো ইংৰাজীত বুজাই দিলে। এনেকুৱা এটা পৰিস্থিতিৰ সন্মুখীন হব বুলি ইংৰাজজনে অলপো ভবা নাছিল। তেওঁ অস্বস্তিবোধ কৰিলে। নেক্‌লিউদভে ইংৰাজী বাক্য এটা আধা তৰ্জ্জমা কৰোতেই, বাহিৰত তেওঁ মানুহৰ পদধ্বনি শুনিবলৈ পালে আৰু অফিচৰ দৰজা মুকলি হ'ল। ৱাৰ্ডাৰ এজনৰ পিচে পিচে আহি কাটুৎচা হাজিৰ হ'ল। তাইৰ মূৰত

কমাল, আৰু গাত এটা . কয়দী জেকেট। নেক্‌লিউদভৰ মনত এটা তীব্ৰ উত্তেজনা সৃষ্টি হ'ল।

"মইও তাঁয়াই থাকিবলৈ বিচাৰোঁ, মোকো সতি-সন্ততিবে সৈতে এটি পৰিয়াল লাগে, যাতে মোৰো মনুষ্যজন্ম সফল হয়।" কাটুঁৎচা আহি কোঠাত সোমোৱাৰ লগে লগে নেক্‌লিউদভৰ মনত বিজুলীৰ সঞ্চাৰে এনেকুৱা এটা ভাব খেলাই গ'ল।

চকুকিটা তলমুৱা কৰি কাটুঁৎচা উপস্থিত হ'ল।

নেক্‌লিউদভে আসনৰ পৰা উঠি তাইক লগ পাবলৈ দুখোজমান আগবাঢ়ি গ'ল। কিন্তু কাটুঁৎচাৰ মুখৰ চেহেৰাত এটা কৰ্কশতা বিৰিঙি উঠিল। আগতে এবাৰ তেওঁ ভৎ'সনা কৰোতে তাইৰ মুখৰ ভঙ্গিমা যেনে হৈছিল, এতিয়াও তেনেই। লাজত যেন তাইৰ মুখখন এবাৰ ৰঙা আৰু এবাৰ বগা পৰে। তাই সঙ্কুচিত হৈ জেকেটটোৰ চুক এটা মোহাৰি আছে। এবাৰ তাই মুৰটো দাঙি, তেওঁৰ ফালে দৃষ্টিপাত কৰি পুনৰ তলমূৰ কৰিলে।

"তুমি বোধহয় খবৰ পাইছা যে তোমাৰ দণ্ড লাঘৱ হৈছে।"

"হয়, ৱাৰ্ডাৰে মোক কৈছে।"

"গতিকে হুকুমৰ মূল দলিলটো আহিলেই তুমি জেলৰ পৰা মুক্ত হবা। তাৰপিচত কোন ঠাইত বসতি কৰিবা, সেই সম্পৰ্কে নিজেই মীমাংসা কৰি লব পাৰিবা। আমি এই বিষয়ে পিচত বিবেচনা কৰিম।"

ততালিকে তাই বাধা দি কলে, "মোৰনো বিবেচনা কৰিবলৈ কি আছে। ব্লাডিমিৰ চাইমনচনে যলৈকে যায় মইও তলৈকে যাম।"

তাইৰ মনত তীব্ৰ উত্তেজনা হোৱা সত্বেও, তাই স্থিৰ দৃষ্টিৰে তেওঁৰ ফালে চাই, এই কথাখিনি দৃঢ়ভাৱে আৰু পৰিষ্কাৰকৈ প্ৰকাশ কৰিলে, যেন তাই আগতেই উত্তৰটো ঠিক কৰি থৈছিল।

"সঁচাইনে?"

"হয়! - দিমিত্ৰী ইভানভিচ! তেওঁৰ ইচ্ছা যেন মই একেলগেই তেওঁৰ সৈতে জীৱন কটাওঁ……।" ততালিকে তাই থমকি ৰৈ, পুনৰ কথাখিনি শুধৰাই এইদৰে কলে, "তেওঁ ইচ্ছা কৰিছে, মই যেন তেওঁৰ ওচৰতে থাকোঁ। মোকনো আৰু কি লাগে? ইয়াকেই মই সুখ বুলি বিবেচনা কৰিম, ইয়াতকৈ মোৰ কাৰণে ভাল আৰু কি আছে?"

'দুটাৰ এটা কথাই সঁচা।" নেক্‌লিউদভে ভাবিলে: 'হয় তাই চাইমনচনৰ

প্রেষত পৰিছে। আৰু তাইৰ ভালপোৱা তেওঁক কিলাই দিছে আৰু তাই লেশমাত্ৰও মোৰ ত্যাগ, ত্যাগ বুলি গ্ৰহণ কৰিবলৈ বাজি নাই। নহয় তাই মোক এতিয়াও ভাল পায় আৰু মোৰ মঙ্গলৰ কাৰণেই তাই মোক ত্যাগ কৰিছে আৰু তাইৰ নিজৰ ভাগ্য চাইমনচনৰ লগত সাঙুৰি দিছে।" নেকৃলিউদভে নিজেও লজ্জিত হ'ল, তেওঁৰ মুখ বঙা হৈ পৰিল।

"আৰু এটা কথা। তুমি কি সঁচাই তেওঁক ভাল পাইছা?"

"ভালপোৱা, ভাল নোপোৱা সেইবোৰ কথা নিষ্প্ৰয়োজন। অতীত মৰিল, গ'ল, আৰু বহু কথাই মাৰ গ'ল। কিন্তু ব্লাডিমিৰ চাইমনচন এজন অসাধাৰণ মানুহ।"

"নিশ্চয়!" নেকৃলিউদভে ততালিকে কলে। "মইও ভাবো তেওঁ এজন শ্ৰেষ্ঠ ব্যক্তি।"

কাটুৎচাই ভয় খাই উঠিল। তেওঁ যেন বহু কথাই কৈ পেলালে আৰু তাই কবলগীয়া কিছু কথা যেন থাকি যাব।

"নহয়। দিমিত্ৰী ইভানভিচ! আপোনাৰ ইচ্ছা পূৰ্ণ কৰিব নোৱাৰা বাবে মোক ক্ষমা কৰিব।" তাই কেঁৰা চকুযুৰিৰে তেওঁৰ ফালে চাই ৰ'লাগি ৰ'ল। "হয়! আচলতে এনেকুৱাই হোৱা উচিত। আপোনাৰো জীৱন আছে। আপুনিও জীয়াই থক।"

কেই মিনিট মানৰ পূৰ্ব্বে নেকলিউদভৰ মনত যি ভাৱ খেলাইছিল, তাই তাকেই ব্যক্ত কৰিলে। কিন্তু তেওঁৰ এতিয়াও তেনে ভাবনা নাই। তেওঁৰ ভাৱ আৰু অনুভূতি এতিয়া সম্পূৰ্ণ বেলেগ। তেওঁ অকল লাজেই পোৱা নাই, তাইক হেৰুৱাব লগা হোৱাত, তেওঁৰ যিখিনি ক্ষতি হৈছে, সেইবাবে তেওঁ দুঃখিত।"

"মই তোমাৰ পৰা এনে আশা কৰা নাছিলোঁ।" তেওঁ কলে।

"আপুনি ইয়াত থাকি ইমান দুখ কষ্ট ভোগ কৰিব কিয়? ইতিমধ্যেই আপুনি বহু কষ্ট ভোগ কৰিলে।" অলপ হাঁহিমাৰি তাই কলে।

"মোৰ একো কষ্ট হোৱা নাই। মোৰ কাৰণেই ভালেই হৈছে। মই যিমান পাৰোঁ তোমাক সহায় কৰি যোৱাই ইচ্ছা।"

"আমাক!"——বুলি তাই চক খাই উঠাৰ দৰে নেকৃলিউদভৰ ফালে চালে।

"আমাক একোৱেই নেলাগে। আপুনি মোৰ কাৰণে বহুত কৰিলে, সেয়েই যথেষ্ট। আপুনি নোহোৱা হলে··· ··· ···।"

তাই আৰু কিবা কব খুজিছিল, কিন্তু তাইৰ কণ্ঠস্বৰ কঁপি উঠিল। তাইৰ যেনে ডিঙিত কিহবাই সোপা মাৰি ধৰিলে।

"সেইবাবে তুমি মোক অলপো ধন্যবাদ দিব নেলাগে।" নেকৃলিউদভে কলে।

"বাৰু। এইবিলাক কথাৰ বাচ-বিচাৰ কৰাৰ এতিয়া একো প্ৰয়োজন নাই। ঈশ্বৰে সকলো দেখি আছে।" তাই কলে। তাইৰ ক'লা চকুযুৰিত চকুলোৱে ছাঁটি ধৰিলে।

"তুমি যে এনে সুন্দৰী নাৰী হলা!" নেকৃলিউদভে কলে।

"মই—সুন্দৰী?" উচুপি উচুপি কান্দি তাই কলে। এটা গভীৰ বিষাদৰ হাঁহি তাইৰ মুখত বিৰিঙি উঠিল।

"আপোনাৰ সময় হলনে?" ইংৰাজ জনে নেকৃলিউদভক সুধিলে।

"হয়! এতিযাই গৈছোঁ।" এই বুলি উত্তৰ দি, নেকৃলিউদভে কাটুংচাক ক্ৰীলংসৱৰ কথা সুধিলে।

তাই নিজকে চম্ভালি লৈ ত্যই যিখিনি জানে, নেকৃলিউদভক ধীৰে ধীৰে কলে। ক্ৰীলংসৱ এতিযা একেবাৰে দুৰ্ব্বল। মুমূৰ্ষু অৱস্থা, তেওঁক আস্পতাললৈ আঁতৰোৱা হ'ল। মেৰীয়া পাভলৱনা অতিশয় চিন্তিত হৈ পৰিছে। তেওঁও আস্পতালত নাৰ্চ হিচাপে থাকিবলৈ বিচাৰিছিল, কিন্তু অনুমতি নেপালে।

"মই যাব পাৰোনে?" ইংৰাজজনে অপেক্ষা কৰি থকা দেখি তাই সুধিলে।

"তোমাক মই বিদায় দিব নোৱাৰোঁ। পুনৰ মই লগ পাম।" এই বুলি নেকলিউদভে হাতখন মেলাৰ লগে লগে তাইও হাতখন আগবঢাই দিলে, আৰু নেকৃলিউদভে খামোচ মাৰি ধৰিলে।

"মোক আপুনি ক্ষমা কৰিব।" খুব ধীৰে ধীৰে সৰু মাতেৰে তাই কলে। নেকৃলিউদভে কথমপিহে তাইৰ মাতটো শুনিবলৈ পাইছে, তাইৰ কেঁৰা চকুযুৰিৰ আচৰিত চাৱনি আৰু বিষাদৰ হাঁহি দেখি, নেকৃলিউদভে ধাৰণা কৰিলে যে তাই এই সিদ্ধান্ত কৰাৰ দুটা যুক্তিৰ ভিতৰত, দ্বিতীয় যুক্তিটোৱেই সত্য। তাই নিশ্চয় তেওঁক ভাল পাই আৰু তেওঁৰ লগত তাই বিবাহ

বান্ধোনত সোমোৱাৰ মানেই তেওঁৰ জীৱন নষ্ট কৰা। চাইমনচনৰ লগত তাই যাবলৈ ইচ্ছা কৰি, তেওঁক মুক্ত কৰি দিছে। তাইও এই বুলি আনন্দিত যে তাই ইচ্ছা কৰা মতেৰেই কামটো কৰিবলৈ তাই সমৰ্থ হৈছে। তথাপি তেওঁৰ লগত তাইৰ বিচ্ছেদ ঘটাত তাই অন্তৰৰে পৰা দুঃখি। তাই নিজৰ হাতখন নেকৃলিউদভৰ হাতত হেঁচি ধৰি, ততালিকে ঘুৰি কোঠাৰ পৰা ওলাই গ'ল।

· নেকৃলিউডভেও যাবলৈ ওলাইছিল, কিন্তু ইংৰাজজনে কিছু টোকা লিখি থকাত, তেওঁক কোনো বাধা নিদি, অপেক্ষা কৰিলে। আৰু বেৰৰ কাষত থকা বেঞ্চ এখনত বহি পৰিল। লগে লগে গোটেই পৃথিবীৰ বোজা আহি যেন তেওঁক হেঁচা মাৰি ধৰিলে। নিদ্ৰাহানিৰ বাবে বা পথক্লান্ত হোৱাৰ বাবে নাইবা কোনো উত্তেজনাৰ কাৰণে তেওঁৰ এই ভাগৰ নহয়। আচলতে জীৱনৰ প্ৰতি তেওঁৰ এটা সাংঘাতিক বিতৃষ্ণা সৃষ্টি হল। তেওঁ বেঞ্চত বহি আওজি থাকোতেই ততালিকে তেওঁৰ চকু মুদখাই আহি ঘোৰ টোপনিত পৰিল।

"বাৰু! আপোনালোকে কক্ষ বিলাক চাব খোজেনে কি?" ইনস্পেক্টৰে সুধিলে।

· নেকৃলিউদভে চকু মেলি চালে আৰু তেওঁ বেঞ্চিত বহি টোপনিযাই থকা দেখি নিজেই আচৰিত হ'ল। ইতিমধ্যে ইংৰাজজনৰ টোকা লিখাও শেষ হৈছিল।

ইনস্পেক্টৰৰ প্ৰশ্নত তেওঁলোকে কলে যে কক্ষ বিলাক চাবলৈ তেওঁলোকৰ ইচ্ছা আছে।

নেকলিউদভে ভাগৰত ক্লান্ত হোৱাৰদৰে ইংৰাজজনৰ পিচে পিচে গ'ল।

## ছাব্বিশ

বাহিৰৰ কোঠাটো পাৰ হৈয়েই দুৰ্গন্ধময় কৰিদৰটো পায়। দুজন কয়দীয়ে মজিয়াতে পেচাব কৰা দেখি তেওঁলোক আচৰিত হ'ল। ইংৰাজজন, নেকৃলিউদভ আৰু ইঞ্চপেক্টৰ গৈ, প্ৰথম ৱাৰ্ডটোত সোমাল। ইয়াত কঠিন সশ্ৰম দণ্ড-প্ৰাপ্ত কয়দী বিলাক আছিল। ইতিমধ্যে কয়দীবিলাক বিচনাত পৰিছিল। কোঠাটোত প্ৰায় সত্তৰজন কয়দী আছিল। একাষে একেকালে

মূৰ দি মানুহবিলাক শুই আছে। এই দৰ্শকৰিজনক দেখি সিহঁত আটাই-বিলাক, শোৱাৰ পৰা উঠি বিচনাৰ কাষত থিয় হ'ল। কেৱল ডুজনেহে থিয় হোৱা নাছিল। তাৰে এজন জ্বৰত পৰি থকা ডেকা আনজন এজন বৃদ্ধ, তেওঁ বেদনাত কেঁকাই আছিল। ইংৰাজজনে এই ডেকা কয়দীজনে কিমানদিনৰ পৰা জ্বৰত ভুগিছে তাৰ খবৰ ললে। ইন্‌স্পেক্টৰে উত্তৰ দিলে যে সেইদিন পুৱাৰ পৰাহে তাৰ বেমাৰ হৈছে। কিন্তু বৃদ্ধজনে ভালে দিনৰ পৰা পেটৰ বিষত ভুগিছে। কেৱল আস্পতালত ঠাই নথকা কাৰণে তেওঁক স্থানান্তৰিত কৰিব পৰা নাই। ইংৰাজজনে এটা অসন্তুষ্টিৰ ভাৱত মূৰ জোকাৰিলে। তেওঁ কলে যে সিহঁতক দুই-এটা কথা সুধিব খোজে আৰু নেক্‌লিউদভক ৰুচ ভাষালৈ ভাঙনি কৰি দিবলৈ অনুৰোধ কৰিলে। দেখা যায় যে ইংৰাজজনৰ চাইবেৰিযাত নিৰ্ব্বাসিত বন্দীবিলাকৰ বাসস্থান আৰু জেলবিলাক পৰিদৰ্শন কৰাৰ বাহিৰেও তেওঁৰ অন্য এটা উদ্দেশ্য আছিল। কয়দী বিলাকৰ মাজত বিশ্বাসৰ দ্বাৰা মুক্তি লাভ কৰা আৰু মৰণৰ পিচত উদ্ধাৰৰ বাণী প্ৰচাৰ কৰা।

সিহঁতক তেওঁ কলে যে যীশুখৃষ্ট সিহঁতৰ দৰদী আছিল আৰু যীশুৱে সিহঁতক ভাল পাইছিল। সিহঁতৰ কাৰণেই যীশুৱে প্ৰাণ বলি দিছিল। এই কথাত যদি সিহঁতে বিশ্বাস কৰে তেন্তে সিহঁতে ৰক্ষা পৰিব। ইংৰাজজন কথা কওঁতে কয়দী কিজনে তললৈ হাত নমাই থিয় হৈ আছিল।

"এই কিতাপতেই সকলো লিখা আছে।" তেওঁ কলে, "ইয়াতেই সকলো কথা আছে। কোনোবাই পঢ়িব পাৰানে ?"

কুৰিজনতকৈ অধিক লোকে পঢ়িব পাৰে। ইংৰাজজনে হাত-মোনাৰ পৰা কেইবাখনো টেস্টামেণ্ট * উলিয়ালে। বহুতেই টেস্টামেণ্ট লবলৈ হাত মেলিলে। তেওঁ এই ৱাৰ্দত দুখন টেস্টামেণ্ট দান দিলে।

দ্বিতীয় ৱাৰ্ডটোত একেই ঘটনা ঘটিল। তাতো দুৰ্গন্ধময় বতাহ। খিৰিকীবোৰৰ মাজত ইকন আঁৰি থোৱা আছে। দৰজাখনৰ বাঁওহাতে সেই গেলাগোন্ধোৱা চৰিযাটো পৰি আছে। কয়দী বিলাকে মাজলৈ মূৰ দি দুই লাইন হৈ পৰি আছে। তেওঁলোকৰ আগমনত এই কয়দীবিলাকৰ ভিতৰত তিনিজনৰ বাদে বাকী কয়দীবিলাক বিছনাৰ কাষত থিয় হ'ল। বাকী তিনিজনৰ ভিতৰত দুজনে বিছনাতে বহিল। কিন্তু তৃতীয়জনে

*টেস্টামেণ্ট—খ্ৰীষ্টিয়ানবিলাকৰ ধৰ্ম্ম পুথি।

তেওঁলোকৰ ফালে চকু মেলিয়েই নেচালে। এই তিনিওজন বেমাৰত ভুগি আছে। ইংৰাজজনে ইয়াতো সেই একে কথাকে কৈ দুখন টেষ্টামেণ্ট উলিয়াই দিলে।

তৃতীয় কোঠাটোত চিঞৰ—বাখৰ লাগি হুলস্থুল পৰি আছে। ইন্‌স্পেক্টৰে দৰজা খুলি 'মনে মনে থাক' বুলি হুকুম দিলে। এই ৱাৰ্ডতো তেওঁলোকক দেখি কয়দীবিলাক আগবদৰেই থিয় হ'ল। কিন্তু এই কোঠাত বেমাৰীৰ সংখ্যা বেছি। বেমাৰীবিলাকে থিয় হব নোৱাৰিলে। দুজনে পৰস্পৰে যুঁজ কৰি আছিল আৰু যুঁজত জখমো হৈছিল। এটাই আনটোৰ চুলিত আৰু সিটোৱে ইটোৰ ডাঢ়িত ধৰি টনাটনি কৰি আছিল। দুয়োটা যেন খঙত বলিয়া। ইনস্পেক্টৰে ধমক দি সিহঁতৰ ওচৰ পালতহে সিহঁতে যুঁজখন এৰিলে। এটাই আনটোক এনেভাৱে মুখত ঘুঁচিয়াইছিল যে তাৰ নাকৰ পৰা ধাৰাসাৰে তেজ বৈ গৈছিল। সি চোলাৰ হাতেৰে মুখৰ তেজ মচিবলৈ ধৰিলে। আনটোৱে তাৰ চিগি যোৱা দাড়িবোৰ বুটলিবলৈ ধৰিলে।

"মনিটৰ"—বুলি ইনস্পেক্টৰে চিঞৰ মৰাত এজন হৃষ্টপুষ্ট ডেকা আহি তেওঁৰ ওচৰত থিয হ'ল।

"হুজুৰ! মই সিহঁতৰ কাজিয়া এৰুৱাব পৰা নাই।" চকুত টিপ মাৰি ডেকাজনে কলে।

চকু পোন্দোৱাকৈ ইনস্পেক্টৰে কলে, "বাৰু, ইহঁতক মই শিকাই দিম।"

ইংৰাজজনে ইংৰাজী ভাষাত প্ৰশ্ন কৰিলে, "ইহঁতে কিহৰ কাৰণে কাজিয়া কৰিছে?"

নেকৃলিউদভে মনিটৰক সুধিলে।

"এটাই আনটোৰ বগ এখন চুৰ কৰিলে বুলি কয়।" হাঁহি মাৰি মনিটৰে কলে, "ই তাক এটা ঘোঁচা মাৰিলে আৰু সি তাৰ পোটক তুলিছে।"

ইংৰাজজনে ইনস্পেক্টৰক কলে, "মই ইহঁতক একেষাৰ কথা কব খুজিছোঁ।"

নেকৃলিউদভে অনুবাদ কৰি দিলে।

ইনস্পেক্টৰেও প্ৰশ্ন কৰিবলৈ অনুমতি দিলে।

চামৰাৰে বেটুপাত বন্ধা এখন টেষ্টামেণ্ট ইংৰাজজনে উলিয়ালে।

"আপুনি এই কিতাখন পঢ়ি দিয়ক।" ইংৰাজজনে নেকৃলিউদভক কলে।

"তুমি তৰ্কাতৰ্কি কৰি কাজিয়া লগাব পাৰা। মাৰপিট কৰিব পাৰা। কিন্তু যীশুৱে আমাৰ কাৰণে প্ৰাণ বিসৰ্জন দিছিল। তেওঁ আমাৰ কাজিয়া আপোষ কৰি লবৰ কাৰণে আন এটা উপায় দি থৈ গৈছে। তেওঁলোকক সোধকচোন, আমাক যি অন্যায় কৰে, তেওঁৰ প্ৰতি যীশুৱে কেনে ব্যৱহাৰ কৰিবলৈ কৈছে, তেওঁলোকে জানেনে ?"

নেকৃলিউদভে ইংৰাজীৰ পৰা কথাখিনি আৰু প্ৰশ্নটো কচ ভাষালৈ অনুবাদ কৰি দিলে।

"আমাৰ ওপৰৱালাৰ ওচৰত আপত্তি দিয়া আৰু তেওঁ আপোষ মীমাংসা কৰি দিব এয়ে নহয় জানো ?" কাজিয়া কৰি থকা ভিতৰৰে এজনে কলে।

"তাৰ মুখতেই এঘোঁচা মাৰি দিলেই পিচত সি আৰু নোজোকোৱা হব।" আনটোৱে কলে। বহুতেই তাৰ কথাৰ সমৰ্থন সূচক ধ্বনি কৰিলে।

নেকৃলিউদভে কয়দী দুটাৰ উত্তৰ ইংৰাজীলৈ ভাঙি দিলে।

"সিহঁতক কওক যে যীশুৱে এনেদৰে কোৱা নাই। যীশুৱে কৈছে যে এখন গালত চৰ দিলে আনখন গাল পাতি দিবা।" ইংৰাজজনে তেওঁৰ গাল দুখন ইকাতি-সিকাতি কৰি দেখুৱালে।

নেকৃলিউদভে পুনৰ ভাঙনি কৰি দিলে।

"তেওঁ নিজেই পৰীক্ষা কৰি চ'ক।" কোনোবা এজনে উত্তৰ দিলে।

"বাৰু, যদি গালত চৰ নেমাৰে তেন্তে কি হব ? তেতিয়া কোনখন গাল ঘূৰাই দিয়া হব ?" বেমাৰী কয়দী এজনে সুধিলে।

"তেতিয়া ভৰিৰ পৰা মূৰলৈ ঢোল বোৱাদি যাব।"

কথা শুনি গোটেই কোঠাটোত হাঁহিৰ খলকণি লাগিল। আনকি নাকৰ পৰা তেজ ওলোৱা কয়দীটোৱেও নেহাঁহি নোৱাৰিলে। বেমাৰী বিলাকেও হাঁহিত যোগ দিলে।

কিন্তু ইংৰাজজনে অলপো লজ্জাৰ ভাৱ দেখুৱা নাই। তেওঁ নেকৃলিউদভক বুজাই দিবলৈ কলে যে অভ্যাস কৰিলে, অসম্ভৱো সম্ভৱ কৰিব পাৰি। যি এই সত্যত বিশ্বাস কৰে তেওঁৱেই প্ৰকৃত সুখ পায়।"

"ইহঁতে মদ খায়নে কি ? সোধকচোন ?"

"আপোনালোকে মদ নেখায়নে কি ?" কোনোবা এজনে প্ৰশ্ন কৰিলে। লগে লগে পুনৰ হাঁহিৰ ৰোল উঠিল।

এই কোঠাটোত চাৰিজন বেমাৰী কয়দী আছিল। ইংৰাজজনে প্ৰশ্ন কৰিলে যে এই বেমাৰী সকলক কিয় এটা বেলেগ ৱাৰ্ডত ৰখা নাই। তেতিয়া ইনস্পেক্টৰে প্ৰত্যুত্তৰ দিলে যে সিহঁতে নিজেই ইচ্ছা নকৰে। তেওঁলোকৰ সোঁচৰা বেমাৰো হোৱা নাই। তাৰোপৰি সকলো সময়তে সিহঁতক ডাক্তৰে চাই আছে আৰু প্ৰয়োজনীয় চিকিৎসা দিয়া হৈছে।

"আজি এপষেক ডাক্তৰ অহা নাই।" কোনোবা এজনে চিঞৰি কলে।

ইনস্পেক্টৰে কোনো জবাব নিদি দৰ্শক কিজনক আনটো কোঠালৈ লৈ গ'ল। সেই কোঠাতো তেওঁলোকক দেখিয়েই কয়দীবিলাক থিয় হ'ল আৰু ইংৰাজ জনে টেস্টামেণ্ট কেইখনমান দান দিলে।

পঞ্চম আৰু ষষ্ঠ ৱাৰ্ডকিটাৰো অৱস্থা একেই।

কঠিন সশ্ৰম দণ্ডেৰে দণ্ডিত হোৱা কয়দীবিলাক দৰ্শন কৰি, তেওঁলোক নিৰ্ব্বাসন দণ্ড পোৱা বন্দীবিলাকক চাবলৈ গ'ল। তাৰপিচত গাঁৱৰ বাইজে সমাজচ্যুত কৰাৰ ফলত, নিৰ্ব্বাসিত হোৱা বন্দী বিলাকক তেওঁলোকে দৰ্শন কৰিলে। কিছুমান মানুহে নিজ ইচ্ছাই এই বন্দীবোৰৰ লগত নিৰ্ব্বাসনত বসতি কৰিবলৈ আহিছে। এই মানুহবোৰকো এওঁলোকে লগ পালে। বুভুক্ষু, কঠুৱা, অলস ভাৱে দিন কটোৱা অধঃপতিত এদল মানুহ। হাবিৰ বন্য পশুৰদৰে ইহঁতকো দেখুৱা হল।

ইংৰাজজনে তেওঁৰ দিবলগীয়া টেস্টামেণ্ট কিখন ইতিমধ্যেই দি শেষ কৰিছিল। তেওঁৰ দিবলৈ কিতাপপত্ৰ আৰু নাছিল। তেওঁ কথা কোৱাও বন্ধ কৰিলে। তেওঁ নিৰ্জ্জন কক্ষবিলাকো চাই শেষ কৰিছিল। সকলোতে একেই এটা অসহনীয় আৰু অমানুষিক দৃশ্য। ইংৰাজজনে ইনস্পেক্টৰে দিয়া ৰিপৰ্টবিলাক 'অঁ হয়' বুলি শলাগি থলে।

নেকৃলিউদভে সপোন দেখাৰ দৰে যাওঁ নেযাওঁ ভাৱত, তেওঁলোকৰ পিচে পিচে গৈ আছে। এটা ক্লান্তি আৰু নিৰাশাই তেওঁৰ মনটো আগুৰি ধৰিলে।

## সাতাইশ

নিৰ্ব্বাসিত বন্দীবিলাক থকা কোঠা এটাত, পাৰঘাটত লগ পাই অহা সেই বৃদ্ধজনৰ মাত নেকৃলিউডভে শুনিবলৈ পালে। ফটা-ছিটা কাপোৰ পিন্ধা, চাল টোতোবা পৰা এই বৃদ্ধজন খাট এখনৰ কাষত মজিয়াতে বহি আছিল। এই নতুন দৰ্শক কিজনক দেখি তেওঁ তললৈকৈ চকু মেলি চালে।

ফটা চোলাটোৰ মাজেদি বৃদ্ধৰ ঘাম বৈ যোৱা দেখা যায়, দেখাত মানুহজন যথেষ্ট দুৰ্ব্বল, কিন্তু মাতটো বেচ টকৃটকীয়া আৰু গহীন। বৃদ্ধৰ যোপা চকুজুৰি তিৰবিৰাই আছে।

"থিয় হোৱা।" ইনস্পেক্টৰে বৃদ্ধক কলে।

বৃদ্ধই থিয় নহৈ বিতৃষ্ণাৰহে হাঁহি মাৰিলে।

"যিবিলাক তোমাৰ ভৃত্য, সিহঁতেহে তোমাৰ আগত থিয় হব। মই তোমাৰ ভৃত্য নহয়……।" বৃদ্ধই কলে।

"কি কৈছ—।" ক্ৰোধান্বিত হৈ ইনস্পেক্টৰে কলে আৰু খেদা মাৰি এখোজ আগবাঢ়িল।

"মই এওঁক চিনি পাইছোঁ।" নেকৃলিউদভে কলে, "এওঁক জেল দিয়া হ'ল কিয় ?"

"এওঁৰ কোনো পাৰপত্ৰ নাছিল। সেই কাৰণেই গ্ৰেপ্তাৰ কৰি পুলিচে ইয়ালৈ পঠাই দিছে। এনেকুৱা মানুহ আমাৰ ইয়ালৈ নপঠাবৰ কাৰণে আমি সদাই কৈ থাকোঁ। কিন্তু পুলিচে আমাৰ কথা নুশুনে।" কেৰাহি কেৰাহিকৈ বৃদ্ধৰ ফালে চাই ইনস্পেক্টৰে কলে।

"মোৰ ধাৰণা হৈছে আপুনিও খ্ৰীষ্টক বিবোধিতা কৰা দলৰেই এজন।" বৃদ্ধই নেকৃলিউদভক কলে।

"নহয ! মই এজন দৰ্শকহে।" নেকৃলিউদভে উত্তৰ দিলে।

"যীশুখ্ৰীষ্টক নমনা লোকসকলে মানুহৰ ওপৰত যি অত্যাচাৰ চলায় তাকেই চাবলৈ আহিছেনে কি ? তেন্তে চাওক ! এই গড়ালটোত ইহঁতে ইমানগাল মানুহ ভৰাই থৈছে। মানুহে পৰিশ্ৰম কৰি নিজৰ আহাৰ খাব লাগে। কিন্তু এওঁ এই মানুহ সোপাক তলা মাৰি বন্ধ কৰি ৰাখিছে। কাম-কাজ একো নাই। গৰু-গাহৰিৰ দৰে এগাল খাবলৈ দি মানুহবোৰক জানোৱাৰ তৈয়াৰ কৰিছে।"

"এওঁ কি কৈছে ?" ইংৰাজ ভদ্ৰলোকজনে প্ৰশ্ন কৰিলে।

নেকৃলিউদভে কলে যে ইনস্পেক্টৰে এইদৰে ইমান মানুহ জব্দ কৰি ৰখাৰ কাৰণে বৃদ্ধই দোষাৰোপ কৰিছে।

"তেওঁক সোধকচোন যিবিলাকে আইন অমান্য কৰে, তেওঁলোকক কেনে ব্যৱহাৰ কৰিব লাগে ?" ইংৰাজজনে সুধিলে।

নেকৃলিউদভে প্ৰশ্নটো অনুবাদ কৰি দিলে।

বৃদ্ধই দাঁতকিটা উলিয়াই এটা অদ্ভুত হাঁহি মাৰিলে আৰু ঘৃণাৰে সৈতে কলে, "আইন! আইনৰ কথা আপুনি দোহাৰিছে! প্ৰথমতে তেওঁ ডকাইতি কৰি সৰ্ব্বস্ব কাঢ়ি লৈছে। মাটিবাৰী কাঢ়ি লৈছে। মানুহৰ সকলো স্বত্ব ধ্বংস কৰিছে আৰু পিচত তেওঁৰেই সৰ্ব্বেসৰ্ব্বা হৈ পৰিছে। যিবিলাক তেওঁৰ বিৰোধী সিহঁতক হত্যা কৰিছে। শেষত আইন কৰিছে যে কাৰো চুৰ নকৰিবা, ডকাইতি নকৰিবা আৰু হত্যা নকৰিবা। এইবিলাক আইন তেওঁ কেতিয়াবাই উঠাই লব লাগিছিল।"

নেকৃলিউদভে অনুবাদ কৰি দিলত ইংৰাজজনে হাঁহি পেলালে।

"বাৰু বুজিলোঁ। এতিয়া তেওঁক সোধকচোন চোৰ আৰু খুনীবিলাককনো কেনে ব্যৱহাৰ কৰিব লাগে?"

নেকৃলিউদভে এই প্ৰশ্নটোও ৰুচ ভাষালৈ ভাঙনি কৰি দিলে।

"এই ভদ্ৰলোকক আপুনি কৈ দিয়ক যে যীশু খ্ৰীষ্টৰ বিৰোধীবোৰৰ প্ৰথমতে শিৰৰ মুকুট খহাই ল'ক।" বৃদ্ধই গোঙোৰামুৱা হৈ কলে, "তাৰপিচত তেওঁ খুনী, চোৰ, ডকাইত চিনি নোপোৱা হব। ক'ক—এওঁক-কৈ দিয়ক।"

বৃদ্ধৰ জৱাবটো ইংৰাজী কৰি দিয়াত ইংৰাজজনে মন্তব্য কৰিলে, "এওঁ এজন বলিয়া!" ইংৰাজ ভদ্ৰলোকে সেই কোঠাটো এৰি গুচি আহিল।

"যোৱা! তুমি তোমাৰ কামত মন দিয়াগৈ। লোকক আহুকাল দিবৰ কোনো প্ৰযোজন নাই। প্ৰত্যেকেই নিজক চম্ভালি লোৱা প্ৰযোজন। প্ৰত্যেকেই নিজৰ কাৰণে। ঈশ্বৰে জানে কাক শাস্তি দিব লাগে; কিন্তু আমি সেইবোৰ নেজানো, আমি নেজানো।" বৃদ্ধই কলে, "তুমি নিজেই নিজৰ নায়ক হোৱা। তেতিয়া অন্য কোনো নায়কৰ প্ৰয়োজন নাই আৰু প্ৰযোজন নহবও, যোৱা! যোৱা! নিজৰ ৰাস্তা ধৰা।" খঙত ৰঙা হৈ চকু টেলেকা কৰি বৃদ্ধই নেকৃলিউদভক কলে।

"হেঃ, এই খ্ৰাইষ্ট বিৰোধীবোৰে মানুহৰ তেজ খাবলৈ কেনেকৈ ওকণি মেলি দিছে, দেখা নাই। যোৱা! যোৱা! কথাৰ মহলা মাৰিব নেলাগে।"

নেকৃলিউদভে কোঠাৰ পৰা ওলাই আহি ইংৰাজজনৰ ওচৰ চাপি গ'ল। কোঠা এটাৰ সমুখত ইংৰাজজনে আৰু ইনস্পেক্টৰে কথাপাতি আছিল।

"এইটো কোঠা কিহৰ?" ইংৰাজজনে প্ৰশ্ন কৰিলে।

"এইটো হ'ল মৃত শৰবিলাক জমা কৰি থোৱা কোঠা।"

"অ' হয়নে কি ?" তেওঁ কোঠাৰ ভিতৰলৈ সোমাবলৈ ইচ্ছা কৰিলে।

মৃত শৱ থোৱা কোঠাটো সৰু। এটা সাধাৰণ নিৰ্জ্জন কক্ষৰ দৰে। ভিতৰত এটা সৰু চাকি ঢিমিক্-ঢামাককৈ জ্বলি আছে। চুক এটাত কিছুমান বস্তা আৰু খৰি পৰি আছে। সোঁফালে থকা খাট বিলাকত চাৰিটা মৃত শৱ। প্ৰথম মানুহটো বেচ ওখ। গাত এটা কপাহী চোলা, ডাড়ি গিমান নাই। মূৰটো একাল খুকুৰা। ইতিমধ্যে শৱটোৰ তেজ গোট মাৰিছে। বুকুত মেল খাই পৰি থকা হাত দুখন শেঁতা হৈ পৰিছে। খালি ভৰি দুখনো মেল খাই আছে। এই শৱটোৰ পিচতে আছে এজনী ভেৰেহা শকত মাইকী মানুহৰ মৃতদেহ। খালি ভৰি দুখন ওলাই আছে। মূৰত কোনো কমাল আদি নাই। গাত এটা বগা জেকেট আৰু পেটিকোট। চুলিবোৰ আউল-বাউল। তাৰ পিচত আছে আৰু এটা শৱ। গাত পিন্ধা কাপোৰ-কানিবোৰৰ বৰণ উজ্জ্বল। এই শৱটো দেখি নেকৃলিউদভ চক খাই উঠিল। তেওঁ শৱটোৰ কাষ চাপি গ'ল। থুতৰিৰ ডাঢ়িবোৰৰ মূৰবোৰ ঘোঁৰখাই ওপৰলৈ যোৱা। নাকটোৰ গঢ় বেচ ধুনীয়া। কপালখন ওখ। চুলিবোৰ পাতল। কিন্তু কেঁকোৰা-কেঁকুৰি। তেওঁ এই মানুহজনক চিনি পালে আৰু নিজৰ চকুৰ ওপৰতে যেন অবিশ্বাস হ'ল। যোৱাকালি এই মানুহজনক তেওঁ দেখিছিল। বেদনাত তেওঁ থাৰনি পোৱা নাছিল। খঙত উত্তেজিত হৈ পৰিছিল। সেই মানুহজনৰ মুখত আৰু বৰ্ত্তমান মাতবোল নাই, সাৰ-সুৰ নাই, নিৰ্জ্জীৱ। অথচ বেচ সুন্দৰ! অতিশয় সুন্দৰ!

হয়, এইয়া ক্ৰীলংসৱ। তেওঁৰ এইযা মৰ্ত্যৰ অৱশেষ। নিৰ্জ্জীৱ—নিস্প্ৰাণ—এটা মৃত শৱ!

'কিয়! কিয় এই মানুহটোৱে ইমান নিৰ্যাতন, নিস্পেষণ, অত্যাচাৰ, উৎপীড়ন ভোগ কৰি গ'ল! পৃথিবীত তেওঁ জন্মই বা লৈছিল কিয়? এতিয়া জানো তেওঁ ইয়াৰ তত্ত্ব বুজি পাইছে?' নেকৃলিউদভে নিজে নিজে ভাবিলে। কিন্তু উত্তৰ তেওঁ পোৱা নাই। তেওঁৰ চকুত ভাহি উঠিল মৃত্যু আৰু মৃত্যু!

নেকৃলিউদভৰ মন কোঁচ খাই গল।

ইংৰাজজনৰ পৰা তেওঁ বিদায় নললে। তেওঁ ইনস্পেক্টৰক চোতাললৈ ওলাই যাবলৈ বাটটো দেখুৱাই দিবলৈ অনুৰোধ কৰিলে। আজি দিনটোত যিবোৰ কাণ্ড দেখিলে; সেই সকলোবোৰ তেওঁ অকলে নিৰলে চিন্তা কৰি চাবলৈ হোটেললৈ ঘূৰি আহিল।

## আঠাইশ

নেকৃলিউদভে বহুত ৰাতিলৈকে শুবলৈ যোৱা নাই। তেওঁ কোঠাৰ ভিতৰতে খোজ চলাই আছে। কাটুংচাৰ লগত তেওঁৰ যি সম্পৰ্ক আছিল, সি শেষ হ'ল। তাই তেওঁক নিবিচাৰে। এইবাৰে তেওঁ দুখীত, তেওঁ নিজে নিজে লজ্জিত। কিন্তু এই কথাই তেওঁৰ মনত সিমান উগুল-থুগুল লগোৱা নাই। উগুল-থুগুল লগাইছে অন্য এটা বিষয়ে। সেই বিষয়টো সম্পৰ্কে তেওঁ একো কৰিব পৰা নাই। ইয়েই তেওঁৰ মনত তীব্ৰ ঘাত-প্ৰতিঘাত সৃষ্টি কৰিছে। এই বিষয়ে কিবা এটা তেওঁ কৰিবই লাগিব।

আজি কিছুদিনৰে পৰা স্বচক্ষে তেওঁ যিবিলাক ঘটনা দেখিলে, এইবিলাক অতি সাংঘাতিক, বিশেষকৈ আজি তেওঁ সেই কাৰাগাৰৰ অভ্যন্তৰত যিবিলাক ঘটনা দেখিলে, এই ঘটনাবোৰে তেওঁক অভিভূত কৰি পেলাইছে। এই অদ্ভুত কৰাগাৰ! মানুহক পশু তৈয়াৰ কৰা কাৰাগাৰ! ইয়েই হত্যা কৰিলে ক্ৰীলৎসৱক! তেওঁ বহুত ভাবিছে হয়, কিন্তু সমাজৰ এই কলঙ্ক জয় কৰাৰ কোনো সম্ভাৱনা তেওঁ দেখা নাই। আনকি কেনেকৈনো এই সমস্যাৰ সু-সমাধান কৰিব পাৰি, তাৰ কোনো শুংসূত্ৰই তেওঁ পোৱা নাই।

তেওঁৰ মনত ভাহি উঠিল কাৰাগাৰত বন্দী হৈ থকা এই শ শ, হেজাৰ হেজাৰ মানুহৰ প্ৰতিচ্ছবি। চিনেমাৰ ছবিৰ দৰে প্ৰতিটো বন্দীৰ ছবি যেন তেওঁৰ চকুৰ আগেদি পাৰ হৈ গৈছে। লাখ লাখ মানুহৰ অধঃপতিত জীৱন যাপন কৰাৰ কৰুণ কাহিনী। কিছুমান জেনেৰেল, কিছুমান ইনস্পেক্টৰে ঠেলি হেঁচি ইহঁতক জেলত বান্ধি ৰাখিছে। তেওঁৰ সেই আচৰিত ধৰণৰ বৃদ্ধজন অফিচাৰ সকলৰ প্ৰতি তোলা অভিযোগ আৰু কটুক্তিবোৰৰ কথা মনত পৰিল। নিজক মুক্ত বুলি ভবা সেই বৃদ্ধজনে এই বিষয়াসকলক মস্তিষ্ক বিকৃতি হোৱা লোক বুলি বিবেচনা কৰে। আৰু ক্ৰীলৎসৱ! তেওঁ খণ্ডতেই প্ৰাণ বলি দিলে। যিবিলাক মানুহে নিঃসঙ্কোচে এই নিপীড়ন চলাই গৈছে, সিহঁত কি পাগল! সিহঁতে নিজক সুবিবেক সম্পন্ন লোক বুলিয়েই ভাবে। তেন্তে ময়েই পাগলনে কি? নেকৃলিউদভে নিজে নিজে ইয়াৰ উত্তৰ বিচাৰিবলৈ ধৰিলে।

কোঠাৰ ভিতৰতে খোজ চলাই ভাবি ভাবি তেওঁ ভাগৰি পৰিল। শেষত তেওঁ চোফা এখনত বহি, সক লেম্প এটাৰ পোহৰত ইংৰাজজনে দি থৈ যোৱা টেস্টামেণ্ট এখনৰ পাত লুটিয়াবলৈ ধৰিলে।

'সকলোৱে কয় যে মানুহে যি প্ৰশ্নৰ উত্তৰ বিচাৰে, সেই সকলো প্ৰশ্নৰ জবাব এই টেস্টামেণ্টতে পায়।' নেক্‌লিউদভে ভাবিলে। তেওঁ পাতবোৰ লুটিয়াই শেষত মেথিউ'ৰ অষ্টাদশ অধ্যায় খুলি ললে।

(১) সেই সময়তে যীশুৰ শিষ্য আহি তেওঁক সুধিলে: স্বৰ্গত সকলোতকৈ মহান ব্যক্তি কোন?

(২) যীশুৱে সৰু কেচুৱা এটা মাতি আনি তেওঁলোকৰ মাজত এৰি দিলে।

(৩) আৰু অতি আনন্দেৰে কলে: তোমালোকে যদি এই কেচুৱাটোৰ নিচিনা হব নোৱাৰা তেন্তে তোমালোকৰ স্বৰ্গ-ৰাজ্যত প্ৰবেশ নাই।

(৪) যিয়েই নিজক এই অকণমানি কেচুৱাটোৰ দৰে শিশুমতি বুলি জ্ঞান কৰে বা শিশুৰ দৰে হব পাৰে, স্বৰ্গৰাজ্যত তেওঁৱেই মহৎ।

'হয়! হয় এই কথা সত্য।' নেক্‌লিউদভৰ মনত পৰিল যে মানুহে নিজক যেতিয়া তুচ্ছ বুলি ভাৱে, তেতিয়াই তেওঁ মনত আনন্দ পায় আৰু সুখী হয়।

(৫) যিয়েই এনেকুৱা শিশুক মোৰ নামত গ্ৰহণ কৰে, তেওঁৱে মোকো গ্ৰহণ কৰে।

(৬) মোক বিশ্বাস কৰা শিশু সকলৰ যি দোষ লগায়, তেওঁ জানি লওক যে তেওঁ ডিঙিত বব নোৱাৰা শিল এটা আঁৰি লৈছে আৰু তেওঁ অতল সমুদ্ৰত ডুব গৈছে।

এইফাকি কথাৰ অৰ্থ কি? 'যিয়েই গ্ৰহণ কৰে' মানে কোনে ক'ত গ্ৰহণ কৰিব? আৰু 'মোৰ নামত' ইয়াৰ বা অৰ্থ কি? নেকলিউদভে নিজক নিজে প্ৰশ্ন কৰিলে। তেওঁৰ ভাব হল যে এইফাকি কথাৰ তত্ত্ব তেওঁ একো বুজিব পৰা নাই। আৰু 'ডিঙিত মাইলৰ খুটা এটা আঁৰি লোৱাৰ' অৰ্থ কি? কিয় লব লাগে? 'সাগৰৰ অতল গহ্বৰ'ৰ অৰ্থ কি? এইবোৰৰ অৰ্থ পৰিষ্কাৰ নহয়।

নেক্‌লিউদভে যীশুৰ বাণী (Gospel) বিলাক জীৱনত কেইবাবাৰো পঢ়িছে, কিন্তু সেই বাণীবিলাকৰ ভাবাৰ্থ বুজিবলৈ তেওঁ অসমৰ্থ হৈছে।

ফলত তেওঁৰ বিতৃষ্ণা বাঢ়ি গৈছিল। তেওঁ 'মেথিউ'ৰ সপ্তম, অষ্টম, নৱম আৰু দশম অধ্যায় পঢ়ি চালে, তেওঁ কোনো সন্তোষজনক উত্তৰ নেপালে।

(১১) কিয়নো যিখিনি হেৰাইছে, সেইখিনি ৰক্ষা কৰিবৰ কাৰণে মানব-পুত্ৰ আহিব।

তেওঁ পঢ়ি গ'ল :

(১২) তুমি কিদৰে ভাবিছা? যদি কোনো এটা মানুহৰ ১০০ ভেৰা থাকে আৰু তাৰে এটা যদি পলায়, তেতিয়া তেওঁ ৯৯টা ভেৰা এৰি থৈ পলাই যোৱাটোকে বিচাৰি নেযায়নে?

(১৩) মই তোমাক কওঁ যদি তেওঁ সেই হেৰোৱা ভেৰাটো বিচাৰি পায়, তেতিয়া তেওঁ পলাই নোযোৱা ৯৯টা ভেৰা থকাতকৈও বেছি আনন্দ পায়।

(১৪) তথাপি স্বৰ্গত তোমাৰ যি পিতা আছে, তেওঁৰ এইটো ইচ্ছা নহয় যে অকণমানি এটি শিশুও ধ্বংস হ'ক।

'হয়! পিতাৰ সেইটো ইচ্ছা নহয় যে সিহঁত ধ্বংস হ'ক। কিন্তু ইয়াত শ শ হেজাৰ হেজাৰ ধ্বংস হৈছে, আনহাতে এই শ শ, হেজাৰ হেজাৰ মানুহক ৰক্ষা কৰাৰ কোনো সম্ভাবনাই নাই।' নেক্‌লিউদভে ভাবিলে। তেওঁ আৰু পঢ়ি গল :

(২১) তাৰ পিচত পিটাৰে তেওঁৰ ওচৰলৈ আহিল আৰু কলে, 'হে প্ৰভু! মোৰ ভাইয়ে কিয় সদায় পাপত লিপ্ত থাকে আৰু মোৰ ওচৰত দোষ লগায়। মই কেইবাৰ তেওঁক ক্ষমা কৰিম? সাত বাৰ নহয়নে?'

(২২) যীশুৱে তেওঁক কলে, 'মই কেতিয়াও তোমাক সাতবাৰ বুলি নকওঁ। তুমি তেওঁক সত্তৰ আৰু সাতবাৰ অৰ্থাৎ সাতসত্তৰ বাৰ ক্ষমা কৰিবা।'

(২৩) স্বৰ্গৰাজ্যখন কোনো ৰজাৰ ৰাজ্যৰ দৰেনে কি? ৰজাৰ ৰাজ্যত ভৃত্য বিলাকৰ যেনেকৈ হিচাব ৰখা হয়, স্বৰ্গৰাজ্যত তেনেকৈ হিচাব ৰখা হয়নে?

(২৪) আৰু যেতিয়া তেওঁ ভাবিবলৈ ধৰিলে, তেতিয়া এজন ভৃত্য আনি তেওঁৰ আগত হাজিৰ কৰা হ'ল। এই ভৃত্যই দহ হেজাৰ টকা দিয়াৰ বাবে দায়ী।

(২৫) তেতিয়া গৰাকীয়ে তেওঁক পুত্ৰ-কন্যাসহ বিক্ৰী কৰি, সেই টকা পৰিশোধ কৰিবলৈ আদেশ দিলে।

(২৬) ভৃত্যই তেতিয়া প্ৰভুৰ ওচৰত দীঘল দি পৰি সেৱা জনালে আৰু

প্ৰাৰ্থনা জনাই কলে, 'হে প্ৰভু! মোক ক্ষমা কৰক। মই সকলো আদায় দিম।'

(২৭) তেতিয়া সেই ভৃত্যৰ গৰাকীৰ অন্তৰ স্নেহ-মমতাৰে ভৰি পৰিল আৰু ভৃত্যক সেই দাযৰ পৰা মুক্তি দিলে।

(২৮) কিন্তু সেই ভৃত্যক আন এজন ভৃত্যই এশ পেন্স দিবলগীয়া আছিল। তেতিয়া সি তাৰ ডিঙি টেপা মাৰি ধৰি দাবী কৰিলে, 'মোৰ পইচা দে।'

(২৯) তেতিয়া তাৰ লগৰীয়া ভৃত্যজন তাৰ ভৰিত দীঘল দি পৰি কলে, 'মোক ক্ষমা কৰা আৰু সময় দিয়া। মই তোমাৰ পইচা আদায় দিম।'

(৩০) কিন্তু ভৃত্যজন ৰাজি নহ'ল, লগৰীয়া জনক পইচা আদায় নিদিয়া পৰ্য্যন্ত জেল দিযালে।

(৩১) কিন্তু লগৰীয়া আন আন ভৃত্য বিলাকে এই ঘটনা দেখি সিহঁতে অনুতপ্ত হল আৰু দুঃখ পালে, তেতিয়া সিহঁতে ভৃত্যৰ গৰাকীৰ ওচৰলৈ গৈ সকলো কথা বিবৰি কলে।

(৩২) তেতিয়া গৰাকীৰ ওচৰত সেই ভৃত্যক আনি হাজিৰ কৰা হ'ল। গৰাকীযে তাক ক'ল, 'হে দুষ্ট ভৃত্য! তুমি প্ৰাৰ্থনা কৰাত মই তোমাক দাযব পৰা মুক্তি দিলোঁ।'

(৩৩) সেইদৰে তোমাৰো লগৰীয়া ভৃত্য এজনৰ প্ৰতি অনুকম্পা হোৱা উচিত নহযনে, যিদৰে মই তোমাৰ প্ৰতি দৰদ দেখুৱালো?

"আৰু এইটোৱেই প্ৰকৃত উত্তৰ নেকি?" নেক্লিউদভে হঠাৎ চিঞৰি উঠিল। ততালিকে তেওঁৰ অন্তৰেও বাণী দিলে, "হয়। এইটোৱেই।"

সকলো আধ্যাত্মিক জীৱন অতিবাহিত কৰিবলৈ ইচ্ছা কৰা মানুহৰ জীৱনত যি হয়, নেক্‌লিউদভৰো তেনেই হ'ল। প্ৰথমতে যিবিলাকত ভাৱ চিন্তা আচৰিত, স্ব-বিৰোধী আৰু অতি সাধাৰণ বুলি ধাৰণা হৈছিল, সময়ৰ সোঁতত আৰু জীৱনৰ অভিজ্ঞতাৰ মাজেদি, সিবিলাক সুনিশ্চিত আৰু পৰিষ্কাৰ হৈ পৰিল। এইদৰে তেওঁ এই কথাও পৰিষ্কাৰকৈ বুজিলে যে সমস্ত দুঃখ-বেদনাৰ পৰা মানুহে উদ্ধাৰ পোৱাৰ উপায হ'ল, ভগৱানৰ ওচৰত সকলোৱে দোষ স্বীকাৰ কৰা আৰু সেই কাৰণেই তেওঁলোকে আনক শাস্তি দিয়া উচিত নহয আৰু সংশোধন কৰাও সম্ভৱ নহয়। সেইদৰেই কাৰাগাৰ, জেল বিলাকত তেওঁ দেখিছিল কি? সাংঘাতিক ধৰ্ষণৰ নিৰ্য্যাতন, নিপীড়ন আৰু পাপ-কৰ্ম্ম-

বিলাক চলি আছিল আৰু এই জেলৰ বন্দীবিলাকক সংশোধন কৰিবৰ কাৰণেই এক শ্ৰেণী মানুহে এই পাপ কৰ্ম্ম'বিলাক সংঘটিত কৰিছে। কিন্তু মূল কথা হ'ল যিবিলাকে এই বন্দী বিলাকক সংশোধন বা সংস্কাৰ কৰিব খোজে, তেওঁলোকে নিজেই পাপী আৰু দুৰ্নীতিপৰায়ণ। এই দুৰ্নীতিগ্ৰস্ত মানুহবোৰেই আকৌ দুৰ্নীতি দমন কৰিব খোজে। সিটো অসম্ভৱ! শেষত ফলাফল হ'ল এয়ে যে কিছুমান অভাৱগ্ৰস্ত আৰু লোলুপ মানুহে, এইদৰে, সংশোধনৰ নামত মানুহক অত্যাচাৰ চলোৱা ব্যৱসায়ত পৰিণত হৈছে আৰু এই অত্যাচাৰী কামবোৰ কৰি সিহঁত ক্ৰমে আৰু দুৰ্নীতি পৰায়ণ হৈ পৰিছে আৰু যাৰ ওপৰত অত্যাচাৰ চলাইছে সিহঁতকো অধঃপতিত আৰু পাপী কৰি তুলিছে। নেক্‌লিউদভৰ এই অত্যাচাৰ বিলাকৰ মূল কাৰণ সম্পৰ্কে পৰিষ্কাৰ ধাৰণা হ'ল; কিন্তু ইয়াৰ প্ৰতিকাৰৰ উপায় কি? প্ৰতিকাৰৰ উপায় হ'ল খ্ৰাইষ্টে পিতাৰক যি উত্তৰ দিছিল সেয়ে, অৰ্থাৎ মানুহক মানুহে ক্ষমা কৰা—ক্ষমা কৰি যোৱা। এবাৰ নহয়, দুবাৰ নহয়, শত সহস্ৰ বাৰ ক্ষমা কৰা। কিয়নো দোষী নোহোৱা কোনোৱেই নাই। পাপ নকৰা কোনো নাই। সকলোৱেই যেতিয়া কৰে, তেন্তে এই পাপীবিলাকে আনকো নিষ্পাপী কৰিব নোৱাৰে।

কিন্তু প্ৰশ্ন উঠে, তেন্তে যিবিলাকে অপৰাধ কৰে বা অন্যায় কৰে, সিহঁতক শাস্তি নিদিয়াকৈ কেনেকৈ এৰি দিব পৰা যায়। কিন্তু এই প্ৰশ্নৰ জবাব সম্পৰ্কেও তেওঁৰ পৰিষ্কাৰ ধাৰণা হ'ল, এই প্ৰশ্নৰ সত্যতা থাকিলহেতেন, যদি মানুহক বা অপৰাধীবিলাকক শাস্তি দিয়াৰ ফলত অপৰাধ সংঘটন কমি গ'ল হেতেন বা এই দণ্ডপ্ৰাপ্ত অপৰাধীবোৰ সংশোধিত হ'লহেতেন! আনহাতে দেখা যায় যে বাস্তৱত ইয়াৰ ফল বিপৰীত হৈছে। জেল, কাৰাগাৰ বা এই শাস্তি বিলাকে কাকো সংশোধন কৰিব পৰা নাই, কাকো নিষ্পাপী কৰিব পৰা নাই। সমাজৰো একো উন্নতি কৰিব পৰা নাই। গতিকেই যুক্তিযুক্ত কথা হ'ল, এই ক্ষতিকাৰক, অন্যায় আৰু নিষ্ঠুৰ কামবিলাক বন্ধ কৰা। শতাব্দী ধৰি মানুহে কিছুমান অপৰাধীক ফাঁচী কাঠত ওলোমাই আহিছে অৰ্থাৎ মৃত্যুদণ্ড দি আহিছে। সেই বুলি কি অপৰাধ বিলাক সমাজত লুপ্ত হৈছে? নৰহত্যা বন্ধ হৈছেনে? ঘটনা ইয়াৰ বিপৰীত। বৰং অপৰাধ বাঢ়িছেহে। যিবিলাকক অপৰাধ কৰা বাবে দণ্ড দিয়া হৈছে, সিহঁত আৰু সাংঘাতিক অপৰাধিত পৰিণত হৈছে আৰু কিছুমান অপৰাধী সৃষ্টি কৰিছে এদল ন্যায়িক অপৰাধীয়ে (Lawful Criminals)। যেনে উকীল, এড্‌ভোকেট, জজ, বিচাৰক আৰু

জেল-ইনস্পেক্টৰ আদিয়ে। নেক্‌লিউদভৰ স্পষ্ট ধাৰণা হ'ল যে এই আইন আদালত বিলাকৰ কাৰণে সমাজখন টিকি থকা নাই। সমাজখন টিকি থকাৰ একমাত্র কাৰণ হ'ল কম-বেছি পৰিমাণে এতিয়াও মানুহৰ মাজত, পৰস্পৰৰ মাজত, স্নেহ, শ্রদ্ধা, দয়া মমতা কিছু নহয় কিছু আছে।

নেক্‌লিউদভে যীশুৰ বাণী বিলাক পুনৰ পাঠ কৰিলে, এইবিলাক বাণী অৱশ্যে তেওঁ পূৰ্বেও পঢ়িছিল। এই বাণীবিলাকে সদাই তেওঁৰ অন্তৰ স্পৰ্শ কৰি গৈছিল, আজি পুনৰ পঢ়ি তেওঁ পৰিষ্কাৰকৈ বুজিলে যে এই বাণী বিলাকৰ তাৎপৰ্য্য মতে মানুহে যদি জীৱনত কাম বিলাক কৰি যায়, এই নীতিবিলাক যদি বাস্তৱত পৰিণত কৰে, তেন্তে মানুহে এখন সম্পূৰ্ণ নতুন সমাজ গঢ়ি তুলিব পাৰে আৰু সমাজৰ ভিত্তিয়েই নতুন হৈ পৰিব। অকল নতুনেই নহয়, আমি পৃথিবীতেই এখন স্বৰ্গৰাজ্য প্ৰতিষ্ঠা কৰিব পাৰো।

এই পাঁচটা নীতি বা কানুন আমি মানি চলা উচিত।

(১) (মেথিউ—পঞ্চম অধ্যায—২১-২৬)—মানুহে মানুহক হত্যা কৰা উচিত নহয়; আনকি ভায়েকৰ ওপৰতো খং কৰিব নেলাগে। কাকো অপদাৰ্থ জ্ঞান কৰা উচিত নহয়। কাৰবাৰ লগত হাই-কাজিয়া লাগিলে, প্ৰাৰ্থনাৰ পূৰ্ব্বে আপোষ কৰি লব লাগে।

(২) মানুহে পৰ-স্ত্ৰী গমন কৰিব নেলাগে। নাৰী-সৌন্দৰ্য্য উপভোগ কৰাও উচিত নহয়। যদি কেতিয়াবা নাৰীৰ লগত সংসৰ্গ হয়, তেন্তে কেতিয়াও বিশ্বাস ভঙ্গ কৰিব নেলাগে।

(৩) মানুহে কেতিয়াও শপত গ্ৰহণ কৰা উচিত নহয়।

(৪) মানুহে কেতিয়াও 'যেনে কুকুৰ তেনে টাঙোন' বা 'প্ৰাণৰ বদলি প্ৰাণ' এনে নীতি লব নেলাগে। এগালত চৰ মাৰিলে, আনখন গালহে পাতি দিব লাগে। নিজৰ কিবা অপকাৰ কৰিলে নীৰৱে সহ্য কৰিব লাগে আৰু কোনোৱাই সাহায্য ভিক্ষা কৰিলে, কেতিয়াও প্ৰত্যাখ্যান কৰা উচিত নহয়।

(৫) মানুহে শত্ৰুকো ঘৃণা কৰা উচিত নহয়। শত্ৰুৰ লগত যুঁজিবও নেলাগে, বৰং শত্ৰুকো সাহায্য কৰিব লাগে, আৰু স্নেহ দেখুৱাব লাগে আৰু শত্ৰুকো সেৱাহে কৰা উচিত।

এইবিলাক নীতি মানুহে প্ৰতিপালন কৰিলে, জীৱনে কেনে ৰূপ লব, নেক্‌লিউদভে সম্যক উপলব্ধি কৰিলে।

সেইদিনা নেক্‌লিউদভে গোটেই ৰাতি উজাগৰেই থাকিল। তেওঁ যীশুৰ বাণী বিলাক পূৰ্ব্বেও পঢ়িছিল। আজিও পঢ়িলে। কিন্তু আজি এই বাণী বিলাকৰ প্ৰকৃত তাৎপৰ্য্য যিদৰে তেওঁ বুজি উঠিল আৰু উপলব্ধি কৰিলে এনেদৰে তেওঁ কোনো দিনেই বুজা নাছিল। আজি তেওঁ এই বাণীবিলাকৰ তত্ত্ব অনুভৱ কৰিলে আৰু তেওঁৰ বিশ্বাসো হ'ল। তেওঁ বিশ্বাস কৰিলে যে এই নীতি বিলাক মানুহে মানি চলিলে আমি এই পৃথিবীতেই স্বৰ্গীয় সুখ পাব পাৰো। পৃথিবীতেই আমি স্বৰ্গ প্ৰতিষ্ঠা কৰিব পাৰো।

'এয়ে মোৰ জীৱনৰ কাম। মোৰ জীৱনৰ কথমপি এটা কাম শেষ কৰোতেই পুনৰ আন এটা আহি পৰে।'

সেইদিনা নেক্‌লিউদভে এটা নতুন জীৱনৰ পাতনি মেলিলে। এই নতুন জীৱনৰ গতি কি হয়, কেৱল নিয়তিয়েহে জানে।

++